# শ্রীমদ্‌ভগবদ্‌ গীতা

( শ্রীধর স্বামীর টীকা বহুলাংশে উদ্ধৃত )





সঙ্কলক

শ্রীদেবেন্দ্র নাথ ভট্টাচার্য্য

SHRIMAD BHAGABAD GITA compiled by Shri D. N. Bhattacharyya with commentaries of different commentator and Shri Dhar Swami's Tika profusely quoted, with partial financial assistance from the Ministry of Education and Social Welfare (Education Department).

---

Publisher :
Shrimati Dipika Bhattacharyya B. A.
"The wilderness"—Beltola
Gauhati-5.

First Edition—October, 1978

**Price : 37·00**

**Printer :**
**Shri Prasanta Kumar Sarma**
**Purbadesh Mudran**
Rehabari, Gauhati-781008.

# অভিমত

## ( ১ )

শাস্ত্র-অধ্যয়ন-আমোদী অৱসৰপ্ৰাপ্ত সহকাৰী স্কুল পৰিদৰ্শক শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য দেৱৰ শ্ৰীশ্ৰীমদ্‌ভগবদ্‌ গীতাখন স্নেহাস্পদ শ্ৰীমান গঙ্গাধৰ চৌধুৰী বি. এল. দেৱৰ লগত চকু ফুৰাই চোৱা হ'ল। ভট্টাচাৰ্য্যদেৱে শ্ৰীধৰ স্বামীক কেন্দ্ৰীয় প্ৰৱাহৰূপে গ্ৰহণ কৰি সমন্বয়ৰ বাবে প্ৰাচীন আধুনিক গীতা ব্যাখ্যাকাৰী-সকলক লগতে থিয় কৰাইছে। প্ৰমাদ আশংসী শ্লোকবিলাকৰ সুস্পষ্ট ধাৰণাৰ বাবে ভট্টাচাৰ্য্যদেৱে অশেষ পৰিশ্ৰম কৰিছে। অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত লবলগীয়া হিচাপে নাই বুলিলেও হয়। আধুনিক বিজ্ঞানৰ সমন্বয় ফুকন দেৱৰ সম্পাদনাৰ বৈশিষ্ট্য।

ভট্টাচাৰ্য্য দেৱৰ সম্পাদনা বস্তুতঃ সঙ্কলন হ'লেও ই পঢ়ুৱৈ সমাজৰ আগত শ্ৰীমদ্‌ভগবদ্‌ গীতাক কল্পলতাৰ নিচিনা আবিৰ্ভাৱ কৰাইছে।

ভট্টাচাৰ্য্যদেৱে অসমীয়া সাহিত্যৰ ক্ষেত্ৰত এটা বহুদিনৰ অনুভূত অভাৱ দূৰ কৰিলে। তেখেতক অভিনন্দন জনাইছোঁ।

চামতা ( হাতীৰ পিঠি ) ( স্বাক্ষৰ ) **শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**

২ পুহ ১৮৯০ শক কাব্য-সাংখ্যতীৰ্থ

---

অভিমত দাতা পণ্ডিত প্ৰৱৰ সাংখ্যতীৰ্থ মহাশয় গীতাৰ এজন বিশেষজ্ঞ পণ্ডিত আছিল আৰু সম্পূৰ্ণ গীতা গ্ৰন্থখন এখেতৰ মুখস্থ আছিল। পুথি নোহোৱাকৈ দৈনিক পূজাৰ সময়ত সমগ্ৰ গীতাখন স্তোত্ৰ হিচাপে গাইছিল। এই অভ্যাস এখেতৰ ১৪ বছৰ বয়সৰ পৰা হৈছিল। মধুসূদন সৰস্বতীৰ টীকাৰ এখেত বৰ ভক্ত আছিল।

এই গীতাৰ সম্পাদকৰ নামৰ সৈতে একেনাম হোৱা বাবে যেন কোনেও ভুল নকৰে।

'সম্পাদক'

( ২ )

**অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু প্ৰাগ্‌জ্যোতিষ কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীযুত তীৰ্থনাথ শৰ্মা এম, এ, ডাঙৰীয়াৰ অভিমত**

শ্ৰদ্ধেয় শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ সম্পাদিত আৰু ব্যাখ্যাত শ্ৰীমদ্‌ভগবদ্‌গীতাৰ একাংশ পঢ়ি চাবলৈ সুযোগ পালোঁ। গীতা শাস্ত্ৰৰ ব্যাখ্যাযুক্ত সংস্কৰণ অসমীয়াত বহুত আছে। আন ভাষাত কথাই নাই। বহুত সংস্কৰণ পণ্ডিতলোকৰ ব্যাখ্যাৰে প্ৰকাশ হৈছে। সাধাৰণ পাঠকৰ কাৰণে সেই পাণ্ডিত্যপূৰ্ণ আলোচনাবোৰ দুৰ্ল্লঙ্ঘ্য হৈ যায়। ফলত পূৰ্বাপৰ সূত্ৰ ৰাখি মূল গীতাৰ মৰ্ম্ম হৃদয়ঙ্গম কৰা কঠিন হৈ পৰে। ভট্টাচাৰ্য্যদেৱৰ গীতা বাহুল্য বৰ্জ্জিত, কিন্তু প্ৰয়োজনীয় কথাও ইয়াত এৰা পৰা নাই। ব্যাখ্যাবিলাক সৰল হৈছে। দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰৱেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱৰ গীতা-ব্যাখ্যাত সফল হৈছে বুলি ক'ব লাগিব। শ্লোকবিলাকৰ অন্বয় আৰু সেই অন্বিত পদবোৰৰ খণ্ডবোৰ ধৰি ধৰি ব্যাখ্যা কৰাত মূল শ্লোকে সৈতে ব্যাখ্যাৰ সম্বন্ধ ক'তো ছিগাৰ উপক্ৰম হোৱা নাই। ভট্টাচাৰ্য্যদেৱৰ এই বিশেষত্বই মোৰ বিশেষভাৱে চকুত পৰিছে। প্ৰয়োজনস্থলত দুই এজন বিখ্যাত ব্যাখ্যাকাৰকৰ উদ্ধৃতি দিছে কিন্তু নিজৰ স্বকীয়া মত স্থাপন কৰিবলৈ বৰ্ত্তমান ব্যাখ্যাকাৰে তৰ্কজাল তৰা নাই। পাঠকৰ কাৰণে এইটো এটা ডাঙৰ সুবিধা।

সম্পূৰ্ণ গীতাখন ছপাৰ আকাৰত পঢ়িবলৈ পাম বুলি বাট চাই ৰলোঁ। ইতি

( স্বাক্ষৰ ) **শ্ৰীতীৰ্থনাথ শৰ্মা**—১১-৮-৭৩

( ৩ )

**অসমৰ প্ৰাক্তন শিক্ষাধিকাৰ শ্ৰীযুত দিবাকৰ গোস্বামী এম, এ. মহোদয়ৰ অভিমত**

প্ৰিয় ভট্টাচাৰ্য্য

আপুনি সম্পাদন কৰি প্ৰকাশ কৰিব খোজা গীতাগ্ৰন্থৰ হস্তলিপিখনিৰ কিছু অংশ পঢ়ি চালোঁ। মূল, অন্বয়, অনুবাদ আৰু ব্যাখ্যাৰে সৈতে গ্ৰন্থখনি সৰ্বাঙ্গপূৰ্ণ হৈছে। তাৰ উপৰি ব্যাখ্যা প্ৰসঙ্গত গীতাৰ বিভিন্ন অধ্যায়ৰ শ্লোক-

বোৰৰ তুলনামূলকভাৱে অৰ্থসঙ্গতি আৰু সামঞ্জস্য দেখুৱাই দিয়াত আৰু প্ৰচলিত টীকাকাৰসকলৰ টীকাৰ সাৰাংশ আৰু পণ্ডিতসকলৰ মত ঠায়ে ঠায়ে খাপ্‌খোৱাকৈ উদ্ধৃতি কৰাত গ্ৰন্থখনি পাণ্ডিত্যপূৰ্ণও হৈছে। গীতা অধ্যয়নকাৰী সকলোৰে কাৰণে খৰচি মাৰি এখন গীতাগ্ৰন্থ মুদ্ৰিত কৰা দুষ্কৰ কাম। তথাপি আপোনাৰ গ্ৰন্থখনিৰপৰা বহুতৰে সুবিধা হব বুলি আশা কৰোঁ।

শুভাকাঙ্ক্ষী

( স্বাক্ষৰ ) শ্ৰীদিবাকৰ গোস্বামী—১১।৭।৭৩

( ৪ )

## আন এজন গীতা বিশেষজ্ঞ বিশিষ্ট সংস্কৃত পণ্ডিতৰ অভিমত

গীতাশাস্ত্ৰৰ ৰহস্য উদ্‌ঘাটন কৰাৰ চেষ্টা আজিৰ মানুহৰে নহয়, এই প্ৰচেষ্টা বহু পুৰণি কালৰপৰা নানাজনে নানাভাৱে চলাই আহিছে। কৰ্ম, জ্ঞান আৰু ভক্তিৰ একত্ৰ সমাবেশ অন্যত্ৰ দুৰ্লভ। সেয়েহে ভগৱৎ প্ৰেমিকৰ পৰম আশ্ৰয়স্থল গীতা শাস্ত্ৰ। বন্ধুবৰ শ্ৰীযুত দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য দেৱেও বহুদিনৰ পৰা গীতা শাস্ত্ৰৰ অনুশীলন কৰি আহিছে। এই অনুশীলনৰ ফলস্বৰূপে তেওঁতে বুজিব পাৰিলে যে গীতাৰ গভীৰতাত প্ৰৱেশ নকৰিও শ্ৰীভগৱৎমুখ-পদ্ম বিনিঃসৃত গীতাৰ শাস্ত্ৰৰ সহজ সৰল অৰ্থ বুজিব পাৰি—যদিহে শ্ৰদ্ধাৰে সৈতে গীতাশাস্ত্ৰ অধ্যয়ন কৰা হয়।

সেইবাবে শ্ৰীভট্টাচাৰ্য্য দেৱে তেখেতৰ সম্পাদিত গ্ৰন্থখনিত গীতা শ্লোক-বোৰৰ শব্দ আৰু বাক্যাংশবোৰৰ প্ৰকৃত অৰ্থ বুজাবলৈ যথেষ্ট যত্ন কৰিছে। গীতাৰ প্ৰকৃত মৰ্ম্মাৰ্থ বুজি নেজানিলে নহয়। সেইখিনি যাতে পাঠকে সহজে গ্ৰহণ কৰিব পাৰে তাৰ বাবে তেওঁ যথেষ্ট পৰিশ্ৰম কৰিছে। এইবাবে সাধাৰণ পাঠক, সংস্কৃত পঢ়া ছাত্ৰ আৰু মতিমান্ ভক্ত লোকৰ কাৰণেও এই সম্পাদনাৰ উপযোগী হোৱা বুলি কব পাৰি। পণ্ডিতলোকৰ কাৰণেও ই উপযোগী হৈছে; কাৰণ মূলশ্লোক আৰ অন্বয়ৰ লগতে কঠিনাংশ সুখবোধ্য কৰিবৰ কাৰণে শ্ৰীধৰ স্বামীৰ টীকা বহুলভাৱে উদ্ধৃত কৰিছে।

কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ ৺লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় বেদ-বেদান্ত-শাস্ত্ৰী স্বামীৰ টীকাৰ লগত সামঞ্জস্য ৰাখি ব্যাকৰণগত শব্দাৰ্থৰ ভিত্তিত গীতাৰ

মূলতত্ত্ব উদ্ধাৰৰ যি প্ৰচেষ্টা কৰিছে, ভট্টাচাৰ্য্য দেৱে সেইটোকে বিশেষভাৱে গ্ৰহণ কৰিছে আৰু বেদান্ত বাচস্পতি ৺ৰাধানাথ ফুকন দেৱৰ ব্যাখ্যা ঠায়ে ঠায়ে উদ্ধৃত কৰি শ্লোকবোৰৰ ব্যাখ্যা সহজ সৰল কৰিবলৈ চেষ্টা কৰিছে। অন্যান্য গীতাগ্ৰন্থৰো তেখেতে সহায় লৈছে আৰু সেইবিলাকৰ যথাস্থানত স্বীকৃতি দিছে। ভাগৱতাচাৰ্য্য ভট্টদেৱৰ ব্যাখ্যাৰ উদ্ধৃতিও যথেষ্ট পৰিমাণে দিয়া আছে।

গীতা সম্পাদনা কাৰ্য্যত ব্যাপৃত থকা সময়ত তেখেতে আমাৰ লগত বহুতো আলোচনা কৰিছে। তেখেতৰ সম্পাদিত গ্ৰন্থখনি পঢ়ি আমি পৰম সন্তোষ লাভ কৰিছোঁ। অসমীয়া সাহিত্যত তেখেতে এই গ্ৰন্থখনিৰে এটা মূল্যৱান্ অৱদান আগবঢ়াইছে। আশা কৰা হয় যে এই গ্ৰন্থখনিয়ে পাঠক সমাজৰ সমাদৰ লাভ কৰিব।

(স্বাক্ষৰ) **শ্ৰীচক্ৰপতি সাংখ্য** ব্যাকৰণ-তৰ্কশাস্ত্ৰী-তৰ্কতীৰ্থ।

নলবাৰী সংস্কৃত কলেজৰ ভূতপূৰ্ব ভাৰপ্ৰাপ্ত অধ্যক্ষ

# নিবেদন

শ্ৰীমদ্ভগবদ্‌গীতাত সকলো উপনিষদৰে সাৰতত্ত্ব সন্নিবেশিত কৰা আছে। এই সাৰ-তত্ত্ব ভগৱান শ্ৰীকৃষ্ণই যোগাৰূঢ় হৈ প্ৰিয় শিষ্য আৰু প্ৰিয় সখা অৰ্জ্জুনৰ আগত ব্যাখ্যা কৰিছিল। উপনিষদৰ সকলোবোৰ তত্ত্ব আয়ত্ত কৰি গীতা সম্যক্‌ভাৱে বুজা সকলোৰে পক্ষে সম্ভৱ নহয়। উপনিষদৰ তত্ত্ব-বোৰৰ বিচাৰমুখী পূৰ্ব পক্ষ আৰু উত্তৰ পক্ষৰ নিৰ্দ্দেশ আৰু নিৰ্ণয় আদিৰ জটিলতাত নোসোমাই সৰল আৰু সহজভাৱে গীতাৰ মূলকথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ—সেয়েহে গীতা জগতৰ ভিতৰত এক সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ বুলি পৰিগণিত হৈছে আৰু পৃথিৱীৰ সকলো বিলাক চহকী ভাষাত অনূদিত হৈছে।

এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে। এই ব্যাখ্যা আমি সিমানকৈ নিজৰ ভাষাৰে দিবলৈ চেষ্টা কৰা নাই। বিভিন্ন প্ৰসিদ্ধ ব্যাখ্যাকাৰকসকলৰ ব্যাখ্যা সঙ্কলনৰ উদ্দেশ্য মনত ৰাখি পোনপটীয়া ব্যাখ্যা বাছি লৈ কেতিয়াবা এজনৰ আৰু কেতিয়াবা একাধিকজনৰ ব্যাখ্যা সংগ্ৰহ কৰা হৈছে। এনে কৰাৰ প্ৰধান উদ্দেশ্য হৈছে যে গীতাৰ মূল শ্লোকৰ তত্ত্ব আৰু অৰ্থ যাতে পাঠকৰ মনত পোনে পোনে প্ৰৱেশ কৰে—(Direct approach হয়)। আন এটি কথা এই যে এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভবা হৈছে। পণ্ডিত লোকে পঢ়িব পৰা গীতা বহু আছে। অসমীয়া ভাষাতো বেদান্ত বাচস্পতি ৺ৰাধানাথ ফুকন দেৱৰ গীতা প্ৰাঞ্জল, পাণ্ডিত্যপূৰ্ণ। আধুনিক বিজ্ঞান, সাংখ্য শাস্ত্ৰ আৰু বেদান্ত শাস্ত্ৰৰ লগত সামঞ্জস্যপূৰ্ণ আৰু ৰসব্যঞ্জক। এই গীতাৰপৰা বহু পোনপটীয়া ব্যাখ্যা উদ্ধৃত কৰা হৈছে। গ্ৰন্থৰ ভিতৰত প্ৰয়োজনীয় স্থানত 'বেদান্ত-বাচস্পতি' বুলি উল্লেখ কৰা হৈছে।

এই গীতা ব্যাখ্যাৰ পোনপটীয়া অৰ্থৰ সূত্ৰ যাতে ছিন্ন হৈ নাযায় তাৰ বাবে শ্ৰীধৰ স্বামীৰ টীকাক আদৰ্শ কৰি লোৱা হৈছে; কাৰণ শ্ৰীধৰ স্বামীৰ

টীকা সৰ্বজন আদৃত আৰু সৰ্ববাদীসন্মত। মূল শ্লোকৰপৰা আঁতৰি গৈ কোনো প্ৰকাৰ দুৰূহ প্ৰশ্নৰ অৱতাৰণা ইয়াত কৰা নাই।

আমাৰ পূজনীয় শিক্ষাগুৰু বেদ-বেদান্ত শাস্ত্ৰী কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ ৺লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় মহাশয়ৰ গীতাৰ পৰা মূল সংস্কৃত শ্লোকবোৰ (উচ্চাৰণ অনুযায়ী সন্ধি-বিচ্ছেদ সহ) গ্ৰহণ কৰা হৈছে, স্বামী জগদীশ্বৰানন্দৰ গীতাৰ পৰা অন্বয় গ্ৰহণ কৰা হৈছে আৰু শ্ৰীধৰ স্বামীৰ টীকা ঠায়ে ঠায়ে আংশিকভাৱে আৰু ঠায়ে ঠায়ে সম্পূৰ্ণভাৱে গ্ৰহণ কৰা হৈছে। বেদান্ত বাচস্পতি ৺ফুকন দেৱ আৰু বেদ-বেদান্তশাস্ত্ৰী ৺চট্টোপাধ্যায় দেৱৰ বাহিৰেও ভট্টদেৱৰ গীতা, শ্ৰীজগদীশ ঘোষৰ গীতা, স্বামী জগদীশ্বৰানন্দৰ গীতা, শ্ৰীকৃষ্ণচন্দ্ৰ স্মৃতিতীৰ্থ মহাশয়ৰ গীতা আৰু সন্তদাস বাবাজীৰ গীতাৰ পৰা ব্যাখ্যা উদ্ধৃত কৰা হৈছে। গীতাৰ অষ্টাদশ অধ্যায়ৰ সাৰ-সংকলন আৰু সংক্ষিপ্ত বিবৰণী -খাইকৈ সন্তদাস বাবাজীৰ গীতাৰ পৰা সংগ্ৰহ কৰা হৈছে। প্ৰয়োজনীয় স্থানত ৺চট্টোপাধ্যায় দেৱক "বেদ-বেদান্তশাস্ত্ৰী" বুলি উল্লেখ কৰা হৈছে। আৰু স্বৰ্গীয় ফুকন দেৱক 'বেদান্ত বাচস্পতি' বুলি উল্লেখ কৰা হৈছে।

এই প্ৰসিদ্ধ ব্যাখ্যাকাৰকসকলৰ অনুবাদ আৰু ব্যাখ্যা আৰু মাজে মাজে শাঙ্কৰী ভাষ্য চাই যিখিনি ব্যাখ্যা সৰ্বজন স্বীকৃত আৰু আমাৰ মনঃপূত হৈছে সেই ব্যাখ্যা যথাস্থানত উদ্ধৃত কৰা হৈছে। কোৱা বাহুল্য যে কোনো কোনো ঠাইত সমন্বয় সাধন কৰি স্বকীয় ব্যাখ্যাও দিয়া হৈছে।

যিবিলাক লোক ভক্ত আৰু গীতাৰ মূল কথাখিনি বুজিবলৈ আগ্ৰহান্বিত অথচ পাণ্ডিত্যপূৰ্ণ আলোচনাৰ গভীৰতাত সোমাবৰ ইচ্ছা নাই, তেনে লোকৰ কাৰণে এনে এখনি গীতাৰ আৱশ্যক যেন দেখি এই প্ৰচেষ্টা কৰা হৈছে। পূৰ্বে সংস্কৃত শ্লোক নপঢ়িও অসমীয়া ভাঙনি পঢ়ি গীতা বুজিবলৈ যাতে সহজ আৰু সৰল হয় সেই উদ্দেশ্যে ওপৰত উল্লেখকৰা বিভিন্ন মনীষীসকলৰ ব্যাখ্যাৰে ইয়াক প্ৰস্তুত কৰা হৈছে। গীতাৰ মূল কথাত যদিও মতদ্বৈধ হব নোৱাৰে, তথাপি ব্যাখ্যাৰ সময়ত এনেবোৰ কিছুমান জটিল প্ৰশ্নৰ উদ্ভৱ হয় যে সেই প্ৰশ্নৰ মীমাংসাৰ ক্ষেত্ৰত কাৰ কি যুক্তি সেইবোৰ আলোচনা কৰিবলৈ গ'লে সাধাৰণ পঢ়ুৱৈৰ কাৰণে গীতা বুজা কঠিন হয়। সেয়েহে পাৰ্য্যমানে সেইবোৰ কথাৰ অৱতাৰণা ইয়াত কৰা নাই।

ইয়াত ডঃ শ্ৰীসত্যেন্দ্ৰ নাথ শৰ্মা ডাঙৰীয়াৰ সম্পাদিত ভট্টদেৱৰ গীতাৰ পৰা ভট্টদেৱৰ মূল অনুবাদ ঠায়ে ঠায়ে উদ্ধৃত কৰা হৈছে।

গীতা শাস্ত্ৰৰ প্ৰকৃত অৰ্থ বোধগম্য হ'লে বৈদিক কৃষ্টি আৰু ভাৰতীয় সংস্কৃতিৰ মুলতত্বৰ সন্ধেদ পোৱা যায়; সেইবাবে কোনো সাম্প্ৰদায়িক ব্যাখ্যাই ইয়াত স্থান পোৱা নাই। সাম্প্ৰদায়িক ব্যাখ্যাই মানুহক গীতাৰ প্ৰকৃত অৰ্থৰ পৰা আঁতৰাই নিয়ে। সেইবাবে ইয়াত পোনপটীয়া অৰ্থ বুজাত সহজগম্য কৰিবলৈহে চেষ্টা কৰা হৈছে।

ইতিপুৰ্বে স্বকীয়াকৈ প্ৰস্তুত কৰা অসমীয়া অনুবাদ আৰু ব্যাখ্যাখিনিৰ পাণ্ডুলিপিখিনি শ্ৰীউদয় চন্দ্ৰ দাস, বি.এ. মহাশয়ে নকল কৰি দিছিল। দুভাগ্য-ক্ৰমে অপ্ৰত্যাশিতভাৱে সেইখিনি হেৰাল। বহু যত্ন কৰিও উদ্ধাৰ কৰিব পৰা নহ'ল। আমাৰ হাতত অৱশ্যে মুল পাণ্ডুলিপিখিনি আছে। ইয়াৰ বাবে আমি বৰ দুঃখিত আৰু শ্ৰীমান্ উদয় চন্দ্ৰ দাসৰ ওচৰত ঋণগ্ৰস্ত। তেওঁৰ উৎসাহ আৰু আন্তৰিকতাৰ বাবে আমাৰ আন্তৰিক ধন্যবাদ জনাইছোঁ।

পণ্ডিত প্ৰৱৰ ৺দেবেন্দ্ৰনাথ কাব্য-সাংখ্যতীৰ্থ মহাশয় নিতৌ নিজৰ গোসাঁই ঘৰত সমগ্ৰ গীতাখন পূজাৰ সময়ত গ্ৰন্থ হাতত নোলোৱাকৈ মন্ত্ৰাকাৰে পাঠ কৰিছিল। সমগ্ৰ গীতাখন তেওঁৰ কণ্ঠস্থ আছিল। তেওঁ গীতাৰ এজন বিশেষজ্ঞ পণ্ডিত আছিল আৰু মধুসূদন সৰস্বতীৰ টীকা তেওঁৰ বৰ প্ৰিয় আছিল। তেখেতে কৈছিল যে মধুসূদন সৰস্বতীৰ টীকা 'বৰ মধুৰ আৰু বৰ ভক্তিৰসাত্মক'। তেখেতক আমাৰ এই গীতাখনিৰ বিষয়ে অভিমত বিচৰাত তেখেতে আমাৰ এই গীতা গ্ৰন্থৰ কেইবাটিও কঠিন শ্লোকৰ অৰ্থ বৰ ভালদৰে পৰীক্ষা কৰি চাইছিল। শ্ৰীমান্ গঙ্গাধৰ চৌধুৰী, বি. এল. বপোৰ লগত বহুখিনি সময় আলোচনা কৰি আমাক মৌখিকভাৱে বৰ প্ৰশংসা কৰিলে আৰু গীতাৰ এই সম্পাদনা ভাল হোৱা বুলি শলাগিলে। আমি তেনে প্ৰশংসাৰ উপযুক্ত নহ'লেও তেখেতৰ আশীৰ্বাদৰূপী প্ৰশংসাত বৰ উৎসাহিত বোধ কৰিছিলোঁ। আমি তেখেতৰ ওচৰত ঋণী আৰু সৰ্বান্তঃকৰণে ঈশ্বৰৰ ওচৰত তেখেতৰ আত্মাৰ সদ্গতিৰ কাৰণে প্ৰাৰ্থনা কৰিছোঁ। তেখেতৰ জীৱদ্দশাত এই গ্ৰন্থ প্ৰকাশ নোহোৱাত আমি আন্তৰিকভাৱে বৰ দুঃখিত।

শ্ৰদ্ধাভাজন আৰু প্ৰীতিভাজন শ্ৰীতীৰ্থনাথ শৰ্মদেৱে যিখিনি মন্তব্যেৰে আমাক অনুগৃহীত কৰিছে তাৰ বাবে আমি আমাৰ অন্তৰৰ শলাগ তেখেতলৈ আগবঢাইছোঁ। তেখেতৰ কুণ্ঠাহীন উৎসাহ-বাণী আমাৰ মনত চিৰদিন স্থায়ী হৈ থাকিব।

শ্ৰদ্ধেয় শ্ৰীযুত দিৱাকৰ গোস্বামীদেৱে বৰ আনন্দ সহকাৰে আৰু উল্লাস-

মনেৰে আমাৰ এই গ্ৰন্থখনিৰ কিছু অংশ পঢ়ি সন্তুষ্ট হৈ চিঠিৰ আকাৰে মন্তব্য দিছে। নিৰপেক্ষ মন্তব্য আশা কৰিছিলোঁ; তেনে মন্তব্যই আমি পাইছোঁ। আমি তেখেতৰ ওচৰত অতিশয় কৃতজ্ঞ।

পণ্ডিত প্ৰৱৰ শ্ৰীচক্ৰপতি সাংখ্য-ব্যাকৰণ তৰ্কশাস্ত্ৰী তৰ্কতীৰ্থ মহাশয় আমাৰ ব্যক্তিগত বন্ধু। তেখেতৰো গীতাখন প্ৰায় সম্পূৰ্ণ মুখস্থ আছে। গীতাৰ ব্যাখ্যাত তেখেত অতি নিপুণ আৰু এজন বিশেষজ্ঞ। শ্ৰীধৰী টীকাৰ তেওঁ বিশেষ ভক্ত আৰু গীতাৰ সন্ধিস্থলবোৰ শ্ৰীধৰী টীকাক অনুসৰণ কৰি অতি প্ৰাঞ্জলভাৱে সৰ্বসাধাৰণৰ বোধগম্য কৰি সভা-সমিতিত বুজাই দিব পাৰে। গীতাপাঠৰ বৈঠকবোৰতো পাণ্ডিত্য পূৰ্ণ সমাধান আগবঢ়াব পাৰে। আমি এই সম্পাদনাত তেখেতৰ পৰা বহু সহায় পাইছোঁ—আলোচনাৰ মাধ্যমেদি। তেখেতেও এটি অভিমত দি আমাক অনুগৃহীত কৰিছে। তেখেতৰ ওচৰতো আমি আমাৰ আন্তৰিক শলাগ আগবঢ়াইছোঁ।

সৰ্ব্বশেষত পূৰ্ব্বদেশ মুদ্ৰণ প্ৰেছৰ স্বত্বাধিকাৰী ৺গিৰিধৰ শৰ্মা এম, এ (আৰ্য্য বিদ্যাপীঠ কলেজৰ প্ৰাক্তন অধ্যক্ষ আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি) ডাঙৰীয়াই অনুগ্ৰহ কৰি তেখেতৰ প্ৰেছত ছপাই দিবলৈ স্বীকাৰ কৰাত হে এই গ্ৰন্থ প্ৰকাশ পালে। তেখেতৰ সহানুভূতিমূলক আগ্ৰহৰ বাবে আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ। প্ৰেছৰ কৰ্মচাৰী সকলৰ প্ৰতিও আন্তৰিক সলাগনি আগবঢ়াইছো। বিশেষকৈ শ্ৰীমান্ জিতেন ভাগৱতীৰ প্ৰতি।

কেন্দ্ৰীয় চৰকাৰৰ Ministri of Education and Social Welfare (Department of Education)এ আমাক দুই হেজাৰ টকাৰ এটি অনুদানৰ প্ৰতিশ্ৰুতি দি আমাক কৃতাৰ্থ কৰিছে—তাৰ বাবে আমি উক্ত চৰকাৰৰ ওচৰত কৃতজ্ঞ।

নলবাৰী অনন্ত পুৰ
৬.৮।৭৮

শ্ৰীদেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য

ওঁ শ্ৰীগুৰবে নমঃ।
ওঁ নমো ভগৱতে বাসুদেবায়।

মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্।
যৎ কৃপা তমহং বন্দে পৰমানন্দমাধৱম্॥

## গীতা পাঠৰ ক্ৰম

আচমনাদি। সংকল্প। ন্যাস। ধ্যান। পূজা। প্ৰণাম। পাঠ। বাণলিঙ্গ শালগ্ৰাম বা প্ৰতিমাদি বিগ্ৰহত পূজা কৰাৰ দৰে গ্ৰন্থপূজা কৰাৰো ৰীতি আছে। গ্ৰন্থপূজাতো অঙ্গন্যাসাদি কৰাৰ নিয়ম আছে।

ওঁম অস্য শ্ৰীমদ্‌ভগৱদ্ গীতামালামন্ত্ৰস্য ভগৱান্ বেদব্যাস ঋষিঃ, অনুষ্টুপ্ ছন্দঃ, শ্ৰীকৃষ্ণ পৰমাত্মা দেৱতা—

—"অশোচ্যান্ অন্বশোচস্ত্বং প্ৰজ্ঞাবাদাংশ্চ ভাষসে"—ইতিবীজম

"সৰ্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ"—ইতিশক্তিঃ

"অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ"—ইতিকীলকম্

### কৰন্যাসঃ

"নৈনং ছিন্দন্তি শস্ত্ৰাণি নৈনং দহতি পাৱকঃ"—ইতি অঙ্গুষ্ঠাভ্যাং নমঃ।

"ন চৈনং ক্লেদয়ন্ত্যাপো ন শোষয়তি মাৰুতঃ"—ইতি তৰ্জ্জনীভ্যাম স্বাহা।

"অচ্ছেদ্যোঽয়ম অদাহ্যোঽয়ম্ অক্লেদ্যোঽশোষ্য এব চ"—ইতি মধ্যমাভ্যাং বষট্।

"নিত্যঃ সৰ্ব্বগতঃ স্থাণুৰ্ অচলোঽয়ং সনাতনঃ"—ইতি অনামিকভ্যাং হুম্।

"পশ্য মে পাৰ্থৰূপাণি শতশোঽথ সহস্ৰশঃ"—ইতি কনিষ্ঠাভ্যাম্ বৌষট্।

"নানাবিধানি দিব্যানি নানা বৰ্ণাকৃতীনি চ"—ইতি কৰতল পৃষ্ঠাভ্যাং অস্ত্ৰায় ফট।

**অঙ্গন্যাসঃ**

নৈনং দহতি ······ হৃদয়ায় নমঃ

ন চৈনং ·· ···· শিৰসে স্বাহা

অচ্ছেদ্যোঽয়ম্ ··· শিখায়ৈ বষট্

নিত্য সৰ্ব্বগত · ·কৱচায় হুম্

পশ্য মে · নেত্ৰত্ৰয়ায় বৌষট্

নানা বিধানি······ ··অস্ত্ৰায় ফট্

শ্ৰীকৃষ্ণ প্ৰীত্যৰ্থে পাঠে বিনিয়োগঃ (ইতি সংকল্পঃ)

**ধ্যানম্**

ওঁ পাৰ্থায় প্ৰতিবোধিতাং ভগৱতা নাৰায়ণেন স্বয়ং
ব্যাসেন গ্ৰথিতাং পুৰাণ মুনিনা মধ্যে মহাভাৰতম্।
অদ্বৈতামৃতবৰ্ষিণীং ভগৱতীম্ অষ্টাদশাধ্যায়িনীম্
অম্ব ত্বাম্ অনুসন্দধামি ভগবদ্গীতে ভৱদ্বেষিণীম্॥ ১

নমোঽস্তু তে ব্যাস বিশালবুদ্ধে ফুল্লাৰবিন্দায়তপত্ৰনেত্ৰ।
যেন ত্বয়া ভাৰততৈলপূৰ্ণঃ প্ৰজ্বালিতো জ্ঞানময়ঃ প্ৰদীপঃ॥ ২

প্ৰপন্নপাৰিজাতায় তোত্ৰবৈত্ৰৈকপাণয়ে।
জ্ঞান-মুদ্ৰায় কৃষ্ণায় গীতামৃত-দুহে নমঃ॥ ৩

সৰ্ব্বোপনিষদো গাবো দোগ্ধা গোপালনন্দনঃ।
পাৰ্থো বৎসঃ সুধীৰ্ ভোক্তা দুগ্ধং গীতামৃতং মহৎ॥ ৪

বাসুদেৱসুতং দেৱং কংসচাণুৰমৰ্দ্দনম্।
দেৱকীপৰমানন্দং কৃষ্ণং বন্দে জগদ্গুৰুম্॥ ৫

ভীষ্মদ্ৰোণতটা জয়দ্ৰথজলা গান্ধাৰনীলোপলা[১]
শল্যগ্ৰাহৱতী কৃপেণ বহনী কৰ্ণেন বেলাকুলা।
অশ্বত্থামবিকৰ্ণঘোৰমকৰা দুৰ্যোধনাবৰ্তিনী
সোত্তীৰ্ণা খলু পাণ্ডবৈ (ঃ) ৰণনদী কৈবৰ্ত্তকঃ কেশৱঃ॥ ৬

পাৰাশৰ্যবচঃ সৰোজম্ অমলং গীতাৰ্থগন্ধোৎকটং
নানাখ্যানককেসৰং হৰিকথাসম্বোধনাবোধিতম্।

(১) নীলোৎপলা—ইতি অন্য পাঠ

লোকে সজ্জনষট্‌পদৈৰ্‌ অহৰহঃ পেপীয়মানং মুদা
ভূয়াদ্‌ ভাৰতপঙ্কজং কলিমলপ্ৰধ্বংসি নঃ শ্ৰেয়সে ॥ ৭
মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্‌।
যৎ কৃপা তম্‌ অহং বন্দে পৰমানন্দমাধৱম্‌ ॥ ৮
যং ব্ৰহ্মা বৰুণেন্দ্ৰমৰুতঃ স্তুন্বন্তি দিব্যৈঃ স্তবৈৰ্‌
বেদৈঃ সাঙ্গপদক্ৰমোপনিষদৈৰ্‌ গায়ন্তি যং সামগাঃ।
ধ্যানাৱস্থিত তদ্‌গতেন মনসা পশ্যন্তি যং যোগিনো
যস্যান্তং ন বিদুঃ সুৰাসুৰগণা (ঃ) দেৱায় তস্মৈ নমঃ ॥ ৯

**অৰ্থ-অনুবাদ**

হে জননী ভগৱদ্‌ গীতে! আপোনাক স্বয়ং ভগৱান্‌ শ্ৰীকৃষ্ণই অৰ্জুনৰ আগত ব্যক্ত কৰিছে, আপোনাক মহাভাৰতৰ ভীষ্ম-পৰ্বত অতি প্ৰাচীন ঋষি বেদব্যাসে গ্ৰথিত কৰিছে, আপুনি অষ্টাদশ অধ্যায়ৰূপিণী, অদ্বৈতত্ত্বৰূপ সুধাধাৰাবৰ্ষিণী আৰু সংসাৰ-নাশিনী ভগৱতী—আপোনাক ধ্যান কৰোঁ। ১ ॥

হে মহামতি ব্যাসদেৱ! আপোনাৰ নয়নযুগল প্ৰস্ফুটিত পদ্মদলৰ নিচিনা বিশাল, আপুনি মহাভাৰতৰূপ তৈলপূৰ্ণ জ্ঞানময় প্ৰদীপ প্ৰজ্বলিত কৰিছে— আপোনাক প্ৰণাম কৰোঁ। ২ ॥

শৰণাগতৰ কল্পবৃক্ষতুল্য, ৰথৰ ঘোঁৰা পৰিচালনা কৰিবৰ কাৰণে একেখন হাতত লাগাম আৰু বেত্ৰ দণ্ডধাৰী, গীতাৰূপ অমৃতদোহনকাৰী আৰু জ্ঞান মুদ্ৰাযুক্ত ভগৱান্‌ শ্ৰীকৃষ্ণক প্ৰণাম কৰোঁ। ৩।

[ জ্ঞান মুদ্ৰা—জ্ঞানেই মুদ্ৰা—ছাপ্‌ আৰু চিহ্ন যাৰ সেই কৃষ্ণক ]

সকলোবিলাক উপনিষদেই হৈছে ক্ষীৰতা গাই, সেইবিলাক গাভী ক্ষীৰা-ওঁতা হৈছে শ্ৰীকৃষ্ণ, অৰ্জুন হৈছে দামুৰি, গীতা হৈছে অমৃতময়ী মহাদুগ্ধ আৰু বিবেকীলোকসকলে সেই দুগ্ধ পান কৰে। ৪ ॥

কংস আৰু চাণুৰ দুই দৈত্যক যিজনে বিনাশ কৰিছে, জননী দেৱকীৰ যিজন পৰমানন্দদায়ক, সেই বসুদেৱপুত্ৰ জগদ্‌গুৰু ভগৱান্‌ শ্ৰীকৃষ্ণক বন্দনা কৰোঁ। ৫ ॥

কুৰুক্ষেত্ৰ যুদ্ধ যেন এখনি নৈ আৰু সেই নৈৰ এটা পাৰ যেন ভীষ্ম আৰু আনটো পাৰ দ্ৰোণ, সেই নৈৰ পানী যেন জয়দ্ৰথ, সেই নদীত গান্ধাৰৰাজ যেন পিছল নীলপাথৰ, শল্যৰজা হৈছে যেন সেই নদীৰ কুম্ভীৰ, কৃপাচাৰ্য্য

বেগৱান্ স্ৰোত, কৰ্ণ যেন তাৰ উত্তাল তৰঙ্গ, অশ্বত্থামা আৰু বিকৰ্ণ সেই নদীৰ যেন দুটা ভয়ঙ্কৰ ঘৰিয়াল আৰু দুৰ্যোধন যেন সেই নদীৰ পানীৰ সোঁতৰ ঘূৰ্ণীপাক,—এনে যেন ৰণনদী পাণ্ডৱসকলে পাৰ হ'ব পাৰিছিল—শ্ৰীকৃষ্ণ কাণ্ডাৰী আছিল বুলি। ৬॥

পৰাশৰ পুত্ৰ ব্যাসদেৱৰ কথাসৰোবৰত উৎপন্ন হোৱা হৰিকথা প্ৰসঙ্গেৰে প্ৰস্ফুটিত যি পদ্ম, যি পদ্মৰ পাপৰি হৈছে বিবিধ আখ্যানসমূহ, যি পদ্মৰ মধু এই জগতৰ সজ্জনসকলে ভ্ৰমৰ হৈ নিতৌ পান কৰে, কলিৰ কলুষনাশক, গীতাৰূপ তীব্ৰ সুগন্ধ থকা অমল মহাভাৰতৰূপ পদ্মই আমাৰ সকলোৰে কল্যাণ কৰক। ৭॥

যাৰ কৃপাত বোবা বাগ্মী হয়, আৰু পঙ্গুয়ে গিৰি লঙ্ঘন কৰে, সেই পৰমানন্দ স্বৰূপ মাধৱক বন্দনা কৰোঁ। ৮॥

ব্ৰহ্মা, বৰুণ, ইন্দ্ৰ, পৱনদেৱে দিব্যস্তৱেৰে যাৰ স্তুতি কৰে, সামগানগায়কসকলে অঙ্গ, পদক্ৰম আৰু বেদ উপনিষদসমূহৰদ্বাৰা যাৰ মহিমা গায়, যোগীসকলে তদ্গত চিত্ত হৈ ধ্যানত যাক দেখা পায় আৰু দেৱতা আৰু অসুৰবিলাকে যাৰ তত্ত্ব নাজানে সেই পৰম দেৱতাক প্ৰণাম কৰোঁ। ৯॥

শ্ৰীমদ্‌ভগৱদ্ গীতাৰ মঙ্গল ধ্যানৰ অনুবাদ সমাপ্ত।

## মহাভাৰতোক্ত গীতা মাহাত্ম্য

গীতা সুগীতা কৰ্ত্তব্যা কিমন্যৈঃ শাস্ত্ৰবিস্তৰৈঃ।
যা স্বয়ং পদ্মনাভস্য মুখপদ্মাদ্ বিনিঃসৃতা॥
সৰ্বশাস্ত্ৰময়ী গীতা সৰ্বদেৱময়ো হৰিঃ।
সৰ্বতীৰ্থময়ী গঙ্গা সৰ্ববেদময়ো মনুঃ॥
গীতা গঙ্গা চ গায়ত্ৰী গোবিন্দেতি হৃদি স্থিতে।
চতুৰ্গকাৰ সংযুক্তে পুনৰ্জন্ম ন বিদ্যতে॥

মহাভাৰত ভীষ্মপৰ্ব্ব ৪৩।১-৩

যি গীতা সাক্ষাৎ ভগৱান্ শ্ৰীকৃষ্ণৰ মুখপদ্মৰপৰা নিঃসৃতা হৈছে, তাক উত্তমৰূপে পাঠ কৰা কৰ্তব্য, অন্যান্য বহুশাস্ত্ৰ পাঠৰ আৱশ্যক কি?

গীতা সৰ্বশাস্ত্ৰময়ী, হৰি (গোবিন্দ) সৰ্বদেৱ স্বৰূপ, গঙ্গা সৰ্বতীৰ্থময়ী আৰু গায়ত্ৰী মন্ত্ৰ সৰ্বদেৱময়।

গকাৰ সংযুক্ত গীতা, গঙ্গা, গায়ত্ৰী আৰু গোবিন্দ—এই চাৰিটি গকাৰযুক্ত শব্দৰ অৰ্থ যাৰ হৃদয়ত প্ৰকাশ থাকে, তেওঁৰ পুনৰ্জন্ম নহয়।

ওঁ নমো ভগৱতে বাসুদেৱায় ॥

শ্ৰীশ্ৰীধৰ স্বামী কৃত টীকায়া

# উপক্ৰমণিকা।

শেষাশেষ-মুখব্যাখ্যাচাতুৰ্য্যং ত্বেকবক্তৃতঃ।
দধানমদ্ভুতং বন্দে পৰমানন্দমাধবম্ ॥ ১
শ্ৰীমাধৱং প্ৰণম্যোমাধৱং বিশ্বেশমাদৰাৎ।
তদ্ভক্তি-যাস্থিতঃ কুৰ্ব্বে গীতা ব্যাখ্যাং সুবোধিনীম্ ॥ ২
ভাষ্যকাৰং মতং সম্যক্ তদ্ব্যাখ্যাতৃগিৰস্তথা।
যথামতি সমালোচ্য গীতা ব্যাখ্যাং সমাৰভে ॥ ৩
গীতা ব্যাখ্যায়তে যস্যাঃ পাঠমাত্ৰপ্ৰযত্নতঃ।
সেয়ং সুবোধিনী টীকা সদাধ্যেয়া মনীষিভিঃ ॥ ৪

ইহ খলু সকললোকহিতাৱতাৰঃ পৰমকাৰুণিক ভগৱান্ দেৱকীনন্দন-স্তত্ত্বাজ্ঞানবিজৃম্ভিতশোকমোহভ্ৰংশিতবিবেকতয়া নিজধৰ্ম পৰিত্যাগপূৰ্বক পৰধৰ্মভি-সন্ধানমৰ্জুনং ধৰ্মজ্ঞানৰহস্যোপদেশপ্লবেন তস্মাচ্ছোকমোহসাগৰাদুদ্দধাৰ। তমেৱ ভগৱদুপদিষ্টমৰ্থং কৃষ্ণদ্বৈপায়নঃ সপ্তভিঃ শ্লোকশতৈৰুপনিববন্ধ। তত্ৰ চ প্ৰায়শঃ শ্ৰীকৃষ্ণমুখাবিনিঃসৃতানেব শ্লোকানলিখৎ। কাংশ্চিৎ তৎসঙ্গতায় স্বয়ং চ ব্যৰচয়ৎ। যথোক্তং গীতা মাহাত্ম্যে—গীতা সুগীতা কৰ্ত্তব্যা কিমন্যৈঃ শাস্ত্ৰবিস্তৰৈঃ। যা স্বয়ং পদ্মনাভস্য মুখপদ্মাদ্ বিনিঃসৃতা। ইতি—

তত্ৰ তাবদ্ধৰ্মক্ষেত্ৰ ইত্যাদিনা বিষীদন্নিদমব্ৰৱীদিত্যন্তেন গ্ৰন্থেন শ্ৰীকৃষ্ণাৰ্জ্জুন সম্বাদপ্ৰস্তাবায় কথা নিৰূপ্যতে। ততঃ পৰম্ আ সমাপ্তে স্তয়োধৰ্মজ্ঞানাৰ্থ সংবাদঃ। তত্ৰ ধৰ্মক্ষেত্ৰ ইত্যাদিনা শ্লোকেন ধৃতৰাষ্ট্ৰেন হস্তিনাপুৰস্থিতং স্বসাৰথিং সমীপস্থং সঞ্জয়ং প্ৰতি কুৰুক্ষেত্ৰবৃত্তান্তে পৃষ্টে সঞ্জয়ো হাস্তিনাপুৰ-

স্থিতোঽপি ব্যাসপ্রসাদাল্লব্ধ দিব্যচক্ষুঃ কুৰুক্ষেত্ৰ বৃত্তান্তং সাক্ষাৎ পশ্যন্নিব ধৃতৰাষ্ট্ৰায় নিবেদয়ামাস—দৃষ্ট্বাতু পাণ্ডবানীকমিত্যাদিনা।

প্ৰত্যেক অধ্যায়ৰ উপক্ৰমণিকা—(প্ৰথম বিনা)

২। দ্বিতীয়ে শোকসন্তপ্তমৰ্জ্জুনং ব্ৰহ্মবিদ্যয়া।
প্ৰতিবোধ্য হৰিশ্চক্ৰে স্থিতপ্ৰজ্ঞস্য লক্ষণম্॥

৩। শুদ্ধাশুদ্ধান্তঃকৰণতয়া দ্বিবিধে অধিকাৰিজনে দ্বিবিধা নিষ্ঠা।
(১) ( সাংখ্যানাম্ ) শুদ্ধান্তকৰণানাং জ্ঞানভূমিকাৰূঢ়াণাং জ্ঞান পৰিপাকাৰ্থং জ্ঞানযোগেন মোক্ষপৰতা। ( নিষ্ঠা )
(২) ( যোগিনাম্ ) সাংখ্যভূমিকাং আৰুৰুক্ষাণাং কৰ্মযোগ অধিকাৰিণাং কৰ্মযোগেন মোক্ষপৰতা। ( নিষ্ঠা )

৪। আবিৰ্ভাৱ-তিৰোভাৱাবাবিস্কৰ্ত্তুং স্বয়ং হৰিঃ।
তত্ত্বং পদ বিবেকাৰ্থং কৰ্মযোগং প্ৰশংসতি॥

৫। নিবাৰ্য্য সংশয়ং জিষ্ণোঃ কৰ্মসংন্যাসযোগয়োঃ।
জিতেন্দ্ৰিয়স্য চ যতেঃ পঞ্চমে মুক্তিমব্ৰবীৎ॥

৬। চিত্তে শুদ্ধেঽপি ন ধ্যানং বিনা সন্ন্যাসমাত্ৰতঃ।
মুক্তিঃ স্যাদিতি ষষ্ঠেঽস্মিন্ ধ্যান যোগো বিতন্যতে॥

৭। বিজ্ঞেয়াত্মনতত্ত্বং সংযোগং সমুদাহৃতম্।
ভজনীয়মথেদানীমৈশ্বৰং ৰূপমীৰ্য্যতে॥

৮। ব্ৰহ্মকৰ্মাধিভূতাদি বিদুঃ কৃষ্ণৈকচেতসঃ।
ইত্যুক্তং ব্ৰহ্মকৰ্মাদি স্পষ্টমষ্টম উচ্যতে॥

৯। পৰেশঃ প্ৰাপ্যতে শুদ্ধভক্ত্যেতি স্থিতমষ্টমে।
নৱমে তু তদৈশ্বৰ্য্যমত্যাশ্চৰ্য্যং প্ৰপঞ্চ্যতে॥

১০। উক্তাঃ সংক্ষেপতঃ পূৰ্বং সপ্তমাদৌ বিভূতয়ঃ।
দশমে তা বিতন্যন্তে সৰ্বত্ৰেশ্বৰ দৃষ্টয়ে॥

১১। বিভূতেৰ্বৈভৱং প্ৰোচ্য কৃপয়াপৰয়া হৰিঃ।
দিদৃক্ষোৰৰ্জুনস্যাৰ্থে বিশ্বৰূপমদৰ্শয়ৎ॥

১২। নিৰ্গুণোপাসনস্যৈবং সগুণোপাসনস্য চ।
শ্ৰেয়ঃ কতৰাদিত্যেতন্নিৰ্ণেতুং দ্বাদশোত্তমঃ॥

১৩। ভক্তানামহমুদ্ধৰ্ত্তা সংসাৰাদিত্যৱাদিযৎ।
ত্ৰয়োদশেঽথ তৎসিদ্ধৌ তত্ত্বজ্ঞানমুদীৰ্য্যতে॥

১৪। পুংপ্ৰকৃত্যোঃ স্বতন্ত্ৰত্বং বাৰয়ন্ গুণসঙ্গতঃ।
প্ৰাহ সংসাৰ বৈচিত্ৰ্যং বিস্তৰেণ চতুৰ্দ্দশে॥

১৫। বৈৰাগ্যেন বিনা জ্ঞানং ন চ ভক্তিৰতঃ স্ফুটম্।
বৈৰাগ্যোপকৃতং জ্ঞানমীশঃ পঞ্চদশেঽদিশৎ॥

১৬। আসুৰীসম্পদং ত্যক্ত্বা দৈবীমেবাশ্ৰিতাঃ নৰাঃ।
মুচ্যন্তে ইতি নিৰ্ণেতুং তদ্বিবেকোঽথ ষোড়শে॥

১৭। উক্তাধিকাৰহেতুনাং শ্ৰদ্ধা মুখ্যা চ সাত্ত্বিকী।
ইতি সপ্তদশে গৌণশ্ৰদ্ধাভেদাস্ত্ৰিধোচ্যতে॥

১৮। ন্যাসত্যাগবিভাগেন সৰ্বগীতাৰ্থ সংগ্ৰহম্।
স্পষ্টমষ্টাদশে প্ৰাহ পৰমাৰ্থবিনিৰ্ণয়ে॥

প্ৰতি অধ্যায়ান্তে শ্ৰীকৃষ্ণ প্ৰণামঃ—( দ্বিতীয় অধ্যায়ৰ পৰা )

২। শোকপঙ্কনিমগ্নং যঃ সাংখ্যযোগোপদেশতঃ।
উজ্জহাৰাৰ্জুনং ভক্তং স কৃষ্ণঃ শৰণং মম॥

৩। স্বধৰ্মেণ যমাৰাধ্য ভক্ত্যা মুক্তিমিতা বুধাঃ।
তং কৃষ্ণং পৰমানন্দং তোষয়েৎ সৰ্বকৰ্মভিঃ॥

৪। পুমৱস্থাদি ভেদেন কৰ্মজ্ঞানময়ী দ্বিধা।
নিষ্ঠোক্তা যেন তং বন্দে শৌৰিং সংশয়সচ্ছিদম্॥

৫। বিকল্পশঙ্কাপোহেন যে নৈবং যোগসাংখ্যয়োঃ।
সমুচ্চয় ক্ৰমেণোক্তঃ সৰ্ববিজ্ঞং নৌমি তং গুৰুম্॥

৬। আত্মযোগমবোচদ্ যো ভক্তিযোগশিৰোমণিঃ।
তং বন্দে পৰমানন্দমাধৱং ভক্তসেৱধিম্॥

৭। কৃষ্ণভক্তেৰযত্নেন ব্ৰহ্মজ্ঞানমবাপ্যতে।
ইতি বিজ্ঞানযোগাখ্যে সপ্তমে সম্প্ৰকাশিতম্॥

৮। অষ্টমেঽষ্টবিশিষ্টেষ্টসংপৃষ্টাৰ্থ বিনিৰ্ণয়ৈঃ।
অক্লিষ্টমষ্টধাপ্ৰাপ্তিঃ স্পষ্টিতোৎকৃষ্টবৰ্ত্মনা॥

৯। নিজমৈশ্বর্য্যমাশ্চর্য্যং ভক্তেশ্চাদ্ভুত বৈভবম্।
নবমে রাজগুহ্যাখ্যে কৃপয়াবোচদচ্যুতঃ॥

১০। ইন্দ্রিয়দ্বারতশ্চিত্তে বহির্ধাবতি সত্যপি।
ঈশদৃষ্টিবিধানায় বিভূতীর্দ্দশমেঽব্রবীৎ॥

১১। দেবৈরপি সুদুর্দ্দশং তপোযজ্ঞাদি কোটিভিঃ।
ভক্তায় ভগবানেবং বিশ্বরূপমদর্শয়ৎ॥

১২। দুঃখমব্যক্তবর্ত্মে তদবহু বিঘ্নমতো বুধঃ।
সুখং কৃষ্ণ পদাম্ভোজং ভক্তিসৎপথবান্ ভজেৎ॥

১৩। বিবিক্তৌ যেন তত্ত্বেন মিশ্রৌ প্রকৃতিপুরুষৌ।
তং বন্দে পরমানন্দনন্দনন্দনমীশ্বরম্॥

১৪। কৃষ্ণাধীনগুণাসঙ্গপ্রসঞ্জিতভবাম্বুধিম্।
সুখং তরতি তদ্ভক্ত ইত্যভাষি চতুর্দ্দশে॥

১৫। সংসারশাখিনং ছিত্বা স্পষ্টং পঞ্চদশে বিভুঃ।
পুরুষোত্তমযোগাখ্যে পরং পদমুপাদিশৎ॥

১৬। দেবদৈতেয়সম্পত্তি সংবিভাগেন ষোড়শে।
তত্ত্বজ্ঞানেঽধিকারস্তু সাত্ত্বিকস্যেতি দর্শিতম্।

১৭। রজস্তমোময়ীং ত্যক্ত্বা শ্রদ্ধাং সত্ত্বময়ীং শ্রিতঃ॥
তত্ত্বজ্ঞানেঽধিকারী স্যাদিতি সপ্তদশে স্থিতম্॥

১৮। তেনৈব দত্তয়া মত্যা তদ্গীতা বিবৃতিঃ কৃতা।
স এব পরমানন্দ পাদাব্জরজঃ শ্রীধারিণাধুনা॥
শ্রীধরস্বামিযতিনা কৃতা গীতাসুবোধিনী
স্ব প্রাগল্ভ্যবলাদ্বিলোড্য ভগবদ্গীতাং তদন্তর্গতম্,
তত্ত্বং প্রেপ্সুরুপৈতি কিং গুরুকৃপাপীযূষদৃষ্টিং বিনা।
অম্বু স্বাঞ্জলিনা নিরস্য জলধেরাদিৎ সুরস্তর্মণী
না বর্ত্তেষু ন কিং নিমজ্জতি জনঃ সৎকর্ণধারং বিনা।

ইতি শ্রীশ্রীধর স্বামি যতি কৃতায়াং শ্রীমদ্ভগবদ্গীতা টীকায়াং প্রতি অধ্যায় পূর্বে উপক্রমণিকা এবং প্রতি অধ্যায় শেষে শ্লোকৈঃ শ্রীকৃষ্ণপ্রণামঃ।

# শ্ৰীমদ্ভগবদ্ গীতাৰ প্ৰত্যেক অধ্যায়ৰ সাৰসংক্ষেপ।

**প্ৰথম অধ্যায়** ( অৰ্জুন বিষাদ যোগ )

কুৰুক্ষেত্ৰৰ মহাযুদ্ধ আৰম্ভ হয় হয়। উভয় পক্ষৰ সৈন্য সজ্জিত হৈ যুদ্ধৰ কাৰণে প্ৰস্তুত হৈছে আৰু পৰস্পৰৰ মুখামুখী হৈ থিয় দিছে। উভয় পক্ষৰ যোদ্ধাসকলে মহা উৎসব কৰি সিংহনাদেৰে শঙ্খধ্বনি কৰিলে—ৰণবাদ্য বাজি উঠিল। এই সময়ত অৰ্জুনে উভয় সেনাদলৰ মাজত থিয় দি সকলোকে নিৰীক্ষণ কৰি দেখিবলৈ পালে যে যুদ্ধ কৰিবলৈ অহা দুয়ো পক্ষৰে ৰণুৱাসকল নিজৰে আত্মীয়, মিতিৰ কুটুম। নিজৰ জনক মাৰি জয়লাভ বা ৰাজ্যলাভৰ পৰা কি সুখ হ'ব—এই বুলি অৰ্জুনে যুদ্ধ নকৰোঁ বুলি ৰথৰ ওপৰতে বহি পৰিল।

**দ্বিতীয় অধ্যায়** ( সাংখ্য যোগ )

অৰ্জুনৰ ৰথৰ সাৰথি—স্বয়ং ভগৱান্ শ্ৰীকৃষ্ণ। তেওঁ বুজনি দিছে—

(১) যিবিলাক আত্মজ্ঞানী পণ্ডিত লোক, তেওঁলোকে কাৰো মৃত্যুত শোক নকৰে। প্ৰকৃতপক্ষে মৃত্যু কাৰো নহয়।

(২) দেহৰ বিনাশ হয় সত্য—কিন্তু আত্মাৰ বিনাশ নাই। আত্মা দেহাতিৰিক্ত অবিনাশী নিত্য বস্তু। সেই আত্মাৰ বিনাশ নাই। মৃত্যুত আত্মাই দেহ সলাই মাথোন। সি কেৱল অৱস্থাৰ পৰিবৰ্তন। বিনাশ নহয়। গতিকে ভীষ্ম আদি আত্মীয় লোকসকলৰ মৃত্যুত তোমাৰ শোক কৰিবৰ কাৰণ নাই। দেহ নশ্বৰ আৰু আত্মা অবিনশ্বৰ।

(৩) স্বধৰ্ম পালন কৰিব লাগে। ক্ষত্ৰিয়ৰ কাৰণে ধৰ্মযুদ্ধত পৰাঙ্মুখ হোৱা অকৰ্ত্তব্য, অকীৰ্ত্তিকৰ আৰু নিন্দাজনক। কিন্তু—

(৪) গুৰুজনক বধ কৰা পাপ—তাকো ৰাজ্যলাভৰ আশাত। এই মহাপাপ নকৰি ভিক্ষা কৰি খোৱাও যে ভাল। এনে পাপ কৰি স্বধৰ্ম পালন কেনেকৈ হ'ব ? অৰ্জুনৰ এই আশঙ্কা দুৰীভূত নহ'ল।

(৫) ভগৱান শ্ৰীকৃষ্ণই তেতিয়া যোগধৰ্মৰ ব্যাখ্যা কৰিব ধৰিলে।

(৬) শ্ৰীভগৱানে কবলৈ ধৰিলে যে তুমি যদি ৰাজ্যলাভৰ কামনাত যুদ্ধত প্ৰবৃত্ত হোৱা, তেতিয়াহে তুমি কৰ্মফল ভোগ কৰিব লাগিব, কিন্তু তুমি যদি যোগস্থ হৈ কৰ্মফলৰ কামনা, লাভ-অলাভ, সিদ্ধি-অসিদ্ধি সমজ্ঞান কৰি (জয় পৰাজয় সমজ্ঞান কৰি) যুদ্ধ কৰিব পাৰা তেতিয়া তুমি পাপ-ভাগী নহবা। এই সমত্বই যোগ। এই সমত্ব বুদ্ধিৰূপ যোগকেই বুদ্ধিযোগ বোলে। এই সাম্যবুদ্ধিযুক্ত কৰ্মই নিষ্কাম কৰ্ম।

(৭) পাপ-পুণ্য, স্বৰ্গ-নৰক কাম্য কৰ্মৰ ফল। সাম্যবুদ্ধিযুক্ত নিষ্কাম কৰ্মীয়ে স্বৰ্গৰো আশা নকৰে, নৰকৰো ভয় নকৰে। তেওঁ পাপ-পুণ্য উভয়কেই পৰিত্যাগ কৰি পৰম-পদ মোক্ষ লাভ কৰে।

(৮) কাম্য কৰ্মৰ নানাবিধ ফলৰ কথা শুনি তোমাৰ বুদ্ধি বিক্ষিপ্ত হৈছে। বিষয়ত আসক্তি পৰিত্যাগ কৰি কৰ্ম কৰিব লগিব। তাৰ বাবে তুমি পৰমেশ্বৰত সমাহিত হ'ব লাগিব। তেতিয়া তোমাৰ প্ৰজ্ঞা স্থিৰ হ'ব! তুমি যোগত সিদ্ধি লাভ কৰিব পাৰিবা।

(৯) স্থিত প্ৰজ্ঞ ব্যক্তিয়ে ইন্দ্ৰিয়াদিক নিজৰ বশীভূত কৰিব পাৰে। তেওঁৰ বিষয় বাসনা নাথাকে। তেওঁ ঈশ্বৰ চিন্তাত একনিষ্ঠ। এই অৱস্থাকে ব্ৰাহ্মী স্থিতি বোলে। এই অৱস্থা লাভ কৰি সাধকে নিষ্কামভাৱে নিজ নিজ ধৰ্ম আৰু অধিকাৰ অনুসাৰে কৰ্ম কৰিলেও মৃত্যুৰ সময়ত ব্ৰহ্মনিৰ্বাণ বা মোক্ষলাভ কৰে।

"প্ৰথমতে ভগৱানে আত্মানাত্ম জ্ঞান (সাংখ্যজ্ঞান) সংক্ষেপে ব্যাখ্যা কৰিলে। তাৰ পাছত ভক্তি মাৰ্গান্তৰ্গত নিতান্ত মন্দাধিকাৰীৰ আচৰণীয় ফলাকাঙ্ক্ষা বৰ্জিত কৰ্মৰ (সাধন ভক্তি যোগৰ) উপদেশ দি দ্বিতীয় অধ্যায় শেষ কৰিলে। ইয়াত এইমাত্ৰ ক'লে যে ঈশ্বৰ কৰ্মফলদাতা বুলি বিশ্বাস কৰিলেই এই ভক্তিযোগ সাধন হৈ মানুহ গুণাতীত হ'ব পাৰে। এয়ে কৰ্মযোগৰ প্ৰথম স্তৰ।" (বেদান্ত বাচস্পতি)

## তৃতীয় অধ্যায় (কৰ্মযোগ)

তাৰ পাছত তৃতীয় অধ্যায়ত আচল কৰ্মযোগ আৰম্ভ হ'ল। এয়ে গীতোক্ত কৰ্মযোগ বা শুদ্ধ যোগৰ দ্বিতীয় স্তৰ। ইয়াত গীতাই প্ৰথমতে ক'লে যে বুদ্ধিস্থ সংস্কাৰে জীৱক কাম কৰায়। সেই সংস্কাৰ আত্মা নহয়। যিজনে এইটো নুবুজে, তেওঁ আচল কৰ্মযোগৰ অধিকাৰী নহয়। যি জনে বুজে বা

বিশ্বাস করে যে এই জগতত সত্ত্ব ৰজঃ তমো গুণৰ বাহিৰে একো নাই; এই জগৎ আটি চক্র বা যন্ত্র, য'ত সকলো প্রাণীয়ে পৰম্পৰৰ মঙ্গলৰ কাৰণে কর্ম কৰিছে বা প্রকৃতিয়ে বা সংস্কাৰে কৰাইছে, সেইজনহে এই কর্মযোগৰ অধিকাৰী। দ্বিতীয় অধ্যায়ত দেহ আৰু আত্মাৰ পার্থক্য বা বিবেক বুদ্ধিৰ বিষয়ে বর্ণনা কৰিলে, তাৰ পাছত কর্ম নিষ্ঠাৰ বিষয়ে উপদেশ দিছে; কিন্তু উপসংহাৰত ব্রাহ্মী-স্থিতিৰ প্রশংসা কৰি জ্ঞান আৰু কর্মৰ ভিতৰত জ্ঞানৰ প্রাধান্য দেখুওৱা বুলি ভাবি অর্জুনে সুধিলে—হে কৃষ্ণ !

নির্মল বুদ্ধিত স্থিতি কৰাকেই যদি পৰম শান্তিপ্রদ বুলি লোৱা তেন্তে তুমি কিয় মোক যুদ্ধ কৰিবলৈ উপদেশ দিছা? তোমাৰ কথা মই বুজা নাই।

অর্জুনৰ প্রশ্ন হৈছে—কর্ম আৰু জ্ঞানৰ ভিতৰত কোন্‌টো শ্রেষ্ঠ? কর্মযোগ নে জ্ঞান যোগ আচৰণীয়?

শ্রীভগৱানে উত্তৰ দিলে যে এই দুয়োটাই সমান। এটা আনটোতকৈ শ্রেষ্ঠ বুলি কব নোৱাৰি, কিন্তু অধিকাৰ ভেদ আছে। কর্ম আৰু জ্ঞানৰ মাজত বিৰোধ নাই; কিন্তু কর্ম নকৰি থাকিব নোৱাৰি। অনাসক্তভাৱে কর্ম কৰাই কর্তব্য।

অর্জুনৰ প্রশ্নৰ ভিতৰত কর্ম-ত্যাগৰ ইঙ্গিত আছে। সর্বকামনা বর্জন-পূর্বক সাম্যবুদ্ধি লাভ কৰিলেই যদি মোক্ষলাভ হয়, তেন্তে কর্মৰ আৱশ্যকতা কি? শ্রীভগৱানে তাৰ উত্তৰত কৈছে যে মোক্ষলাভৰ দুটা উপায়—দুটা পথ। এটা হৈছে সন্ন্যাস মার্গ বা সাংখ্য মার্গ আৰু আনটো হৈছে কর্মযোগ মার্গ। সন্ন্যাস মার্গত যে মোক্ষলাভ হয়, সেইটো জ্ঞানৰ ফল—কর্ম ত্যাগ কাৰণে নহয় আৰু কর্ম যোগত যে সিদ্ধি লাভ হয় সিও সমত্ব বুদ্ধি বা সম্যক্ জ্ঞানৰ ফল। এই কাৰণে তোমাক কর্মৰ উপদেশ দিছোঁ অথচ সমত্ব বুদ্ধিৰ প্রশংসা কৰিছোঁ, কাৰণ সাম্যবুদ্ধি নহলে কর্ম নিষ্কাম নহয়; কিন্তু জ্ঞান শ্রেষ্ঠ বুলিয়েই তুমি কর্ম এৰিব নোৱাৰা। প্রকৃতিৰ গুণত বাধ্য হৈ তুমি কর্ম কৰিবই লাগিব। দেহধাৰী জীৱে একেবাৰে কর্ম ত্যাগ কৰিবই নোৱাৰে। যিবিলাকে বাহ্যিক কর্ম ত্যাগ কৰি মনে মনে বিষয় চিন্তা কৰে—সেইবিলাক মিথ্যাচাৰী. কিন্তু যিবিলাকে ইন্দ্রিয়বোৰ সংযত কৰি অনাসক্তভাৱে কর্ম কৰে তেওঁলোকেই শ্রেষ্ঠ। জনকাদি ৰাজর্ষিসকল জ্ঞানী হৈও কর্ম কৰিয়েই সিদ্ধি লাভ কৰিছে. মযো লোক শিক্ষাৰ কাৰণে (স্বয়ং ভগৱান হৈও) কর্মত ব্যাপৃত থাকোঁ।

আত্মাৰাম আত্মতৃপ্ত জ্ঞানী পুৰুষৰ নিজৰ কৰ্ত্তব্য নাই। তেওঁলোকৰ কৰ্ম কেৱল লোক শিক্ষা আৰু লোক সংগ্ৰহৰ কাৰণে।

নিষ্কাম কৰ্মৰ তিনিটা লক্ষণ :

(১) সৰ্বকৰ্ম ঈশ্বৰত অৰ্পণ

(২) ফলাকাঙ্ক্ষা বৰ্জন

আৰু (৩) কৰ্তৃত্বাভিমান।

গতিকে তুমি সকলো কৰ্ম মোতেই অৰ্পণ কৰি ফলাকাঙ্ক্ষা আৰু অহং বুদ্ধি বৰ্জন কৰি যুদ্ধ কৰা।

কৰ্ম প্ৰেৰণা আৰু কৰ্ম মাহাত্ম্যই এই অধ্যায়ৰ প্ৰধান বৰ্ণিত বিষয়। সেই কাৰণে এই অধ্যায়ৰ নাম কৰ্মযোগ। "এতিয়াও কিন্তু আত্মজ্ঞান কি পদাৰ্থ তাক কোৱা হোৱা নাই। আত্মজ্ঞান হ'লে, অহংজ্ঞান নাশ হ'লে মানুহে গোটেই জগৎ একে দেখে। নিজৰ আত্মাতে গোটেই জগৎ দেখে, নিজৰ আত্মাকো আকৌ পৰমাত্মতে দেখে। এই খিনি কথা চতুৰ্থ অধ্যায়ত কব।

**চতুৰ্থ অধ্যায়** ( জ্ঞানযোগ )

এই অধ্যায়ত শ্ৰীকৃষ্ণই নিজে যে স্বয়ং ভগৱান সেই কথা ব্যক্ত কৰিছে। ইতিপূৰ্বে অৰ্জুনে জনা নাছিল যে শ্ৰীকৃষ্ণ স্বয়ং ভগৱান। শ্ৰীকৃষ্ণই অৰ্জুনক বুজালে যে "তেওঁ আদি পুৰুষ। সকলো পুৰুষৰ দৰে তেৰোঁ অসংখ্যবাৰ জন্ম লৈছে ; কিন্তু তেওঁৰ সকলো কথা মনত আছে, অন্যবোৰ পুৰুষৰ মনত নাই। ইয়াৰ কাৰণ এই যে সকলোৱে প্ৰকৃতিক আশ্ৰয় কৰিহে জন্মগ্ৰহণ কৰিব পাৰে। ঈশ্বৰেও সেই দৰেই পৃথিৱীত যেতিয়া ধৰ্মৰ গ্লানি হয় আৰু অধৰ্মৰ অভ্যুদয় হয়, তেতিয়া তেওঁ নিজ প্ৰকৃতিক আশ্ৰয় কৰি জন্মগ্ৰহণ কৰে। সাধাৰণ মানুহ প্ৰকৃতিৰ বশত অৱশ। সাধাৰণ মানুহক প্ৰকৃতিয়ে জগতৰ মঙ্গলৰ উদ্দেশ্যে কাম কৰায়। তেওঁ কিন্তু নিজে প্ৰকৃতিক চলায়। এইবাবে তেওঁ কৰ্মত আসক্ত নহয়। কৰ্মফল ভোগ নকৰে। এই তত্ত্বটি যিজনে বুজে, তেওঁ আত্মজ্ঞানী পুৰুষ। তেওঁৰ আৰু পুনৰ্জন্ম নাই।

মানুহে নিজ নিজ অধিকাৰ অনুসৰি ভিন্ন ভিন্ন ৰূপে উপাসনা বা যজ্ঞ কৰে। এই সকলোৰকম যজ্ঞৰপৰাই চিত্তশুদ্ধি হৈ আহে। যাৰ কৰ্মৰ ফলত আকাঙ্ক্ষা নাই, সেই লোকৰ শাস্ত্ৰীয় কৰ্ম কৰি থকাৰ পৰা চিত্তশুদ্ধি হয়। চিত্তশুদ্ধিৰ বাবে কৰ্মফল ত্যাগ কৰিব লাগে। নিষ্কামভাৱে কৰ্ম কৰাৰ পৰা আত্মজ্ঞান হয়।

উপদেশ শুনিলেই আত্মজ্ঞান নহয়। গুৰুৰ কথা ভাবি থাকিলে নহয়, গুৰুৰ উপদেশ মতে কৰ্ম কৰিলেহে আত্মজ্ঞান ভিতৰৰপৰা ওলায়। গুৰু বাক্যত শ্ৰদ্ধাহীন মানুহৰ এই জ্ঞান কেতিয়াও লাভ নহয়। এনে আত্মজ্ঞান লাভ হ'লে সমস্ত পাপ ধ্বংস হয়, কৰ্মবন্ধন নহয়। এই জ্ঞান লাভ হ'লে বুজিবা যে তোমাৰ আত্মাতে সমস্ত জগৎ আছে আৰু তুমিও পৰমব্ৰহ্মতে আছা। (বেদান্ত বাচস্পতি)

এই অধ্যায়ৰ নাম জ্ঞানযোগ—কৰ্ম-সন্ন্যাস যোগেই জ্ঞানযোগ।

**পঞ্চম অধ্যায়** ( সন্ন্যাসযোগ )

অৰ্জুনে প্ৰশ্ন কৰিছে—হে কৃষ্ণ! তুমি সকলো কৰ্মৰে শেষ জ্ঞানতে পৰিসমাপ্তি হয় আৰু জ্ঞানৰ তুল্য একো নাই বুলি সন্ন্যাসক প্ৰশংসা কৰিলা, পুনৰায় যোগক প্ৰশংসা কৰি মোক তাকেই অৱলম্বন কৰিবলৈ উপদেশ দিছা।

এই অধ্যায়ত প্ৰশ্ন হৈছে যে সন্ন্যাস যোগ আৰু কৰ্মযোগৰ ভিতৰত কোন্‌টো ভাল—নিশ্চয়কৈ কবৰ কাৰণে শ্ৰীকৃষ্ণক অৰ্জুনে সুধিছে।

শ্ৰীভগৱানে তাৰ উত্তৰত কৈছে যে দুয়োটাই মোক্ষদায়ক। তাৰ ভিতৰত কৰ্মযোগেই শ্ৰেষ্ঠ; কাৰণ কৰ্মৰ ফলৰ আশা নকৰি কৰ্ম কৰিলে সন্ন্যাসৰ ফলকেই পোৱা যায়। তাৰ উপৰি কৰ্মযোগত লোক ৰক্ষা হয়। কৰ্মবন্ধন নঘটায়। কৰি তাৰ ফলৰ আশা ত্যাগ কৰাটোহে সন্ন্যাস। আসক্তি ত্যাগ কৰিব পাৰিলেই মুক্তি। যাৰ কোনো বিষয়তে আসক্তি নাই, তেওঁ কৰ্ম কৰিলেও সন্ন্যাসী। কৰ্ম নকৰাকৈ সন্ন্যাস গ্ৰহণ কৰিলে মানুহে কেৱল দুঃখকেহে পায়। ফলাফল ঈশ্বৰত সমৰ্পণ কৰি কৰ্তৃত্বাভিমান ত্যাগ কৰি ( মই কৰিছোঁ এনে ভাৱ বৰ্জন কৰি ) নিষ্কামভাৱে কৰ্ম কৰাকেই কৰ্মযোগ বোলে। যিজন এনে যোগী তেওঁ অতি সোনকালে ব্ৰহ্মক পায়।

বদ্ধজীৱে কৰ্মৰ লগত নিজৰ কৰ্তৃত্ব জ্ঞান সংযোগ কৰে বুলি পাপ-পুণ্যৰ ভাগী হয়, মোহ প্ৰাপ্ত হয় আৰু নিজৰ স্বৰূপ বুজিব নোৱাৰে। অহং বুদ্ধিয়েই অজ্ঞান। এই অজ্ঞান আঁতৰিলেহে আত্মস্বৰূপ প্ৰকাশ পায়। তাৰ ফলত সৰ্বত্ৰ সমত্ব বুদ্ধি জন্মে। এনে আত্মদৰ্শী পুৰুষসকলে জগতকে ব্ৰহ্ম বুলি দেখা পায়, ব্ৰহ্মভাৱ পায় আৰু ব্ৰাহ্মীস্থিতি লাভ কৰে। যিজন লোকে ধ্যান যোগৰ দ্বাৰা মনক বাহ্য বিষয়ৰ পৰা প্ৰত্যাহাৰ কৰি আত্মাতে স্থাপন কৰিব পাৰে, তেৱেঁই প্ৰকৃতিৰ বন্ধনৰ পৰা মুক্ত হ'ব পাৰে। প্ৰকৃতিৰ বন্ধনৰ পৰা মুক্ত হ'লে ব্ৰহ্মভাৱ পায়, জ্ঞান পায় আৰু ভগৱানক সুহৃদ্ বুলি ভাবি শান্তি পায়।

**ষষ্ঠ অধ্যায়** ( ধ্যান যোগ )

পঞ্চম অধ্যায়ত কোৱা হৈছে যে ধ্যানযোগৰ দ্বাৰা বাহ্য বিষয়ৰ পৰা মনটোক প্ৰত্যাহাৰ কৰি আত্মাত স্থাপিত কৰিব পাৰিলে মানুহ মুক্ত হ'ব পাৰে। এই অধ্যায়ত সেই ধ্যান যোগৰ কথা কৈছে। এই অধ্যায়ত ধ্যানযোগ কেনেকৈ অৱলম্বন কৰিব পাৰি ; ধ্যান যোগীৰ লক্ষণ কি এই বিষয়ে বিস্তাৰ কৰি কোৱা হৈছে। এই ধ্যান যোগ কৰ্মযোগৰেই অঙ্গ। সেই কাৰণে কোনো কোনোৱে ইয়াক কৰ্মযোগ বুলিও কৈছে।

এই প্ৰসঙ্গত প্ৰথমতে শ্ৰীভগৱানে কৈছে যে কৰ্মত্যাগ কৰিলেই সন্ন্যাসী বা যোগী হ'ব নোৱাৰি। কামনা ত্যাগ কৰাহে যোগৰ মূল কথা। গতিকে যিজনে কৰ্মফলৰ আশা ত্যাগ কৰি কৰ্ত্তব্য কৰ্ম কৰে তেৱেঁই সন্ন্যাসী, তেৱেঁই যোগী। যিবিলাক মননকাৰী লোকে ( মুনিয়ে ) ধ্যানযোগত আৰোহণ কৰিব খোজে, তেওঁলোকে নিষ্কাম কৰ্ম কৰিয়েই সেই যোগসিদ্ধি লাভ কৰিব পাৰে। কৰ্মফলত আসক্তি ত্যাগ কৰি যিজনে শাস্ত্ৰবিহিত কৰ্ম কৰে, তেৱেঁই প্ৰকৃত সন্ন্যাসী আৰু তেৱেঁই প্ৰকৃত যোগী ; কাৰণ ফলপ্ৰাপ্তিৰ আশা পৰিত্যাগেই প্ৰকৃত সন্ন্যাস। যোগাৰূঢ় হোৱাৰ পূৰ্বক্ষণ পৰ্য্যন্ত শাস্ত্ৰবিহিত কৰ্ম কৰিবই লাগিব। শাস্ত্ৰবিহিত কৰ্ম কৰোঁতে কৰোঁতে যেতিয়া ইন্দ্ৰিয়ৰ ভোগ্য বিষয়ৰ প্ৰতি সৰ্বপ্ৰকাৰ ভোগেচ্ছা নাইকিয়া হৈ যায় আৰু সেইবিলাক বিষয় লাভৰ কাৰণে কৰিবলগীয়া কৰ্মৰ প্ৰতিও আসক্তি সম্পূৰ্ণৰূপে পৰিত্যক্ত হৈ যায়, তেতিয়া সেই অৱস্থাক যোগাৰূঢ় অৱস্থা বোলে। সেই অৱস্থা যেতিয়া কোনো এজন পুৰুষে পায়, তেতিয়া তেওঁক যোগযুক্ত বুলি কোৱা হয়। শাস্ত্ৰবিহিত কৰ্ম কৰি থকাৰ পিছত ভোগস্পৃহা ত্যাগ কৰিবৰ অনাসক্তি লাভ কৰাৰ পাছত যেতিয়া এই যোগযুক্ত অৱস্থা পোৱা যাব পাৰে, তেতিয়া নিৰ্জ্জন স্থানত উপযুক্ত আসনত স্থিৰভাৱে বহি শ্ৰীভগৱানত চিত্ত সমাহিত কৰি সমাধি অৱলম্বন কৰিব। তেতিয়া শ্ৰীভগৱানত স্থিতি লাভ কৰিব পাৰিলে শ্ৰীভগৱানৰ লগত একাত্মবোধ হ'ব আৰু শান্তি লাভ কৰিব পাৰিব। সেইজন পুৰুষে সৰ্বভূততে নিজ আত্মাক দেখা পাব আৰু নিজ আত্মাতে সৰ্বভূত থকা দেখা পাব, তেতিয়া তেওঁ সৰ্বত্ৰ সমদৰ্শী হ'ব। তেতিয়া তেওঁ সৰ্বদাই প্ৰসন্নচিত্ত হৈ সুখ সম্ভোগত নিৰত থাকিব। এয়ে জ্ঞানৰ পৰিসমাপ্তি।

এই পৰ্য্যন্ত উপদেশ শুনি অৰ্জুনে ক'লে যে মন স্বভাৱতঃ সৰ্ব্বদাই চঞ্চল হৈ থাকে ; কিন্তু মন একান্ত স্থিৰ নহ'লে যে এই সমাধিৰূপ যোগ লাভ কৰিব

নোৱাৰি, তেতিয়া যোগলাভ কেনেকৈ সম্ভৱ হ'ব? আৰু সমস্ত কৰ্ম-পৰিত্যাগ কৰি এই যোগ সাধন আৰম্ভ কৰি সিদ্ধিলাভ নকৰিলে উভয়তঃ ভ্ৰষ্ট হৈ বিনাশ নাপাব নে? তাৰ উত্তৰত ভগৱানে কৈছে যে মন যে চঞ্চল তাত কোনো সন্দেহ নাই; কিন্তু মন ভোগ্য বিষয়ৰ প্ৰতিয়েই বিশেষৰূপে ধাৱমান হয়। সেই বিষয়ৰ প্ৰতি যাৰ বৈৰাগ্য উপস্থিত হয়, সেই ব্যক্তিয়েই মনক সংযত কৰিবলৈ অভ্যাস কৰিলে মন স্থিৰ হয়। যদি কোনোবাই শ্ৰদ্ধা সহকাৰে যোগাভ্যাসত প্ৰবৃত্ত হৈ যত্নৰ শিথিলতা বশতঃ যোগসিদ্ধি লাভত অসমৰ্থ হয়, তথাপি তেওঁৰ সদ্গতিয়েই হয়। শুভ-কৰ্মকাৰী কেতিয়াও দুৰ্গতি নাপায়। আত্মাৰ অকৰ্তৃত্ব জ্ঞান এবাৰ হলে সি আৰু নষ্ট হ'বৰ নহয়। তেনে যোগভ্ৰষ্ট কৰ্মযোগীয়ে পৰজন্মত শ্ৰীমন্ত বা যোগীৰ কুলত জন্মগ্ৰহণ কৰি পূৰ্বজন্মাৰ্জিত অভ্যাস আৰু জ্ঞানৰ প্ৰভাৱত অচিৰে যোগসিদ্ধ হয়।

যোগসিদ্ধ হ'লে সমাধিস্থ ব্যক্তিৰ পূৰ্ণ জ্ঞান হয়। তেওঁ ঈশ্বৰক প্ৰত্যক্ষ দেখে। সংসাৰত তেওঁ নজনা কথা একো নাথাকে। এনে যোগীয়ে ঈশ্বৰক কেনে ৰূপত দেখে আৰু জগতক কি ৰূপত দেখে সেইবোৰ কথা সপ্তম অধ্যায়ৰ পৰা দ্বাদশ অধ্যায়ত কৈছে।

গীতাৰ প্ৰথম ছয় অধ্যায়ৰ শেষ কথা হৈছে—

যোগিনামপি সৰ্বেষাং মদ্গতেনান্তৰাত্মনা।
শ্ৰদ্ধাৱান্ ভজতে যো মাং স মে যুক্ততমো মতঃ॥

যি জনে শ্ৰদ্ধাৱান্ হৈ মদ্গত চিত্তে মোক ভজনা কৰে, সকলো যোগীৰ ভিতৰত তেৱেঁই মোৰ লগত সকলোতকৈ অধিক যুগযুক্ত, সেয়ে মোৰ অভিমত অৰ্থাৎ ভগৱানত ঐকান্তিক ভক্তি পৰায়ণ যোগীয়েই শ্ৰেষ্ঠ সাধক।

**সপ্তম অধ্যায়** ( জ্ঞান-বিজ্ঞান যোগ )

তাৰ পাছত শ্ৰীভগৱানে একান্ত ভক্তসকলে বিভিন্ন দেৱতাৰ পূজা উপাসনা কৰিলেও একমাত্ৰ ভগবদ্-গত চিত্ত হৈ কেনেকৈ শ্ৰীভগৱানৰ স্বৰূপ জ্ঞান লাভ কৰিব পাৰে সেই তত্ত্ব বৰ্ণনা কৰিছে।

শ্ৰীভগৱানে কৈছে যে ক্ষিতি অপ্ প্ৰভৃতি সূক্ষ্ম আৰু স্থূল ভূতবৰ্গ আৰু মন আদি একাদশ ইন্দ্ৰিয় আৰু বুদ্ধি এই সকলোবোৰ প্ৰকৃতি নামেৰে তেওঁৰে শক্তিৰ প্ৰকাশ মাথোন। এই প্ৰকৃতিৰ নাম অপৰা প্ৰকৃতি। শ্ৰীভগৱানৰ আন এটি শক্তি আছে, সেই শক্তিটোৰ নাম পৰা প্ৰকৃতি—শ্ৰেষ্ঠা শক্তি।

সেই শ্ৰেষ্ঠাশক্তি বা পৰা-প্ৰকৃতি জীৱভূতা। এই শক্তিৰ দ্বাৰাই তেওঁ সমস্ত জগৎ ধাৰণ কৰি আছে। অপৰা প্ৰকৃতি জড়া, পৰা প্ৰকৃতি জীৱৰ চৈতন্য স্বৰূপ—এই দুই প্ৰকৃতিৰ সংযোগৰ দ্বাৰাই স্থাৱৰ জঙ্গম জগতৰ সৃষ্টি হৈছে। শ্ৰীভগৱানেই সৃষ্টিৰ মূল কাৰণ আৰু প্ৰলয় কালত সমস্ত জড় পদাৰ্থ আৰু চেতনাত্মক জীৱ শ্ৰীভগৱানতে লয় পায়।

সাংখ্য দৰ্শনত কোৱা হৈছে—প্ৰকৃতি আৰু পুৰুষৰ পৰা এই জগৎ সৃষ্টি। গীতাত যি অপৰা প্ৰকৃতিৰ কথা কোৱা হৈছে সেই অপৰা প্ৰকৃতি সাংখ্য দৰ্শনৰ মূল প্ৰকৃতি আৰু গীতাত যি পৰা প্ৰকৃতিৰ কথা কোৱা হৈছে—সেই পৰা প্ৰকৃতিয়ে সাংখ্য-দৰ্শনৰ পুৰুষ। সত্ত্ব, ৰজঃ, তম এই তিনি গুণ শ্ৰীভগৱানৰ অপৰা প্ৰকৃতিৰ ভিতৰত আছে। সমস্ত জাগতিক বস্তুৱেই এই ত্ৰিগুণাত্মক। এই তিনিগুণৰ প্ৰভাৱৰ দ্বাৰা সমস্ত জীৱৰ বুদ্ধি, ইচ্ছা, দ্বেষ আৰু মোহ প্ৰাপ্ত হয়। সেইবাবে এই তিনি গুণৰ অতীত হৈ থকা শ্ৰীভৱানক জানিব নোৱাৰি পুনঃ পুনঃ দুঃখময় সংসাৰত অহা-যোৱা কৰে। বহুজনমৰ তপস্যা আৰু ভজন সাধনৰ ফলত এই অজ্ঞান দূৰ হয়। তেতিয়াহে জ্ঞানবান্ ভক্তই জানিব পাৰে যে স্থূল সূক্ষ্ম সমস্ত জগতেই বাসুদেৱাত্মক, বাসুদেৱেই এই সকলো ৰূপতে নিজক প্ৰকাটিত কৰিছে। হিংসা বা দ্বেষৰ পাত্ৰ কোনো নাই। তেৱেঁই সকলো জীৱৰ স্থিতিৰ কাৰণ আৰু তেৱেঁই প্ৰতিপালক। সংসাৰৰ স্থিতিৰ কাৰণ আৰু পালন কৰ্ত্তা শ্ৰীভগৱানক নাজানি ( বাসুদেৱক নাজানি ) যি সকলে অন্য দেৱতাৰ ভজনা কৰে, সেই সেই দেৱতাও শ্ৰীভগৱানৰ পৰাই সৃষ্টি হৈছে, শ্ৰীভগৱানৰেই অঙ্গীভূত আৰু সেই সেই দেৱতাৰ প্ৰতি ভক্তি শ্ৰীভগৱানেই দান কৰিছে। সেই সেই দেৱতাক ভজনা কৰি ভক্তসকলে যি ভোগ কামনা কৰে সেই সেই দেৱতাক উপলক্ষ্য কৰি ( ময়েই ) শ্ৰীভগৱানে দিয়ে; কিন্তু সেই উপাসনাৰ ভক্তই সেই সেই দেৱতাকে পায়। তাৰদ্বাৰা কিন্তু মানুহৰ পুনৰ্জন্ম বা সংসাৰলৈ অহা যোৱা বন্ধ নহয়; কিন্তু যি বিলাকে ভক্তিপূৰ্বক ( মোক ) বাসুদেৱক উপাসনা কৰে তেওঁলোকেই মোকেই পায়। মোক পালে সংসাৰলৈ অহা যোৱা বন্ধ হৈ যায়। ত্ৰিগুণাত্মক যে মোৰ মায়া তাক অতিক্ৰম কৰা বৰ কঠিন কাৰ্য্য। যিবিলাকে একান্তভাৱে মোক আশ্ৰয় কৰে, তেওঁলোকেই এই মায়া অতিক্ৰম কৰে আৰু সংসাৰৰ পৰা মুক্তি লাভ কৰে। সেইবিলাকে ভগৱানৰ অক্ষয় ব্ৰহ্মৰূপ আৰু তেওঁৰ অধ্যাত্ম, অধিভূত, অধিদৈৱ আৰু অধিযজ্ঞৰূপৰ বিষয়ে জ্ঞাত হয় আৰু কি কি কৰ্ম্মৰ দ্বাৰা

তেওঁক লাভ কৰা যায় সেই সকলো বিশেষভাৱে জ্ঞাত হৈ মৃত্যুৰ পাছত মোকেই পায়। এইবোৰ বিষয় অষ্টম অধ্যায়ত বৰ্ণনা কৰিছে। সপ্তম অধ্যায়ত ভগৱানৰ স্বৰূপ (জ্ঞান) আৰু তাক অনুভৱ কৰিবৰ উপায় (বিজ্ঞান) প্ৰধানতঃ আলোচনা কৰা হৈছে। সেই কাৰণে এই অধ্যায়ক জ্ঞান-বিজ্ঞান যোগ বোলা হৈছে।

**অষ্টম অধ্যায়** ( অক্ষৰ ব্ৰহ্মযোগ )

এই অধ্যায়ত অৰ্জুনে শ্ৰীভগৱানক প্ৰশ্ন কৰিছে—হে পুৰুষোত্তম! সেই ব্ৰহ্ম কি? অধ্যাত্ম কি? কৰ্ম কি? অধিভূত, অধিদেৱ আৰু অধিযজ্ঞ কাক বোলে? এই মনুষ্য দেহত সেই ব্ৰহ্মক কেনেকৈ চিন্তা কৰিব পাৰি আৰু মৃত্যুৰ সময়ত সেই সংযত ব্যক্তি বিলাকে তোমাক কেনেকৈ জানিব পাৰে?

তাৰ উত্তৰত শ্ৰীভগৱানে কৈছে—যে যাৰ কেতিয়াও কোনো ক্ষয় বা পৰিবৰ্তন নাই তেৱেঁই সৰ্বশ্ৰেষ্ঠ, অক্ষৰ—তেৱেঁই ব্ৰহ্ম। পৰিবৰ্তনশীল আৰু ক্ষয়শীল যি পদাৰ্থ সেয়ে অধিভূত। এই ব্ৰহ্মৰ ভিন্ন ভিন্ন জীৱৰূপে যি প্ৰকাশ তাকেই অধ্যাত্ম বোলে আৰু প্ৰাণীবিলাকৰ উৎপত্তি আৰু পৰিবৰ্দ্ধনকাৰী যজ্ঞাদিৰূপ যি ত্যাগ তাকেই কৰ্ম বোলা হয়। পৰিবৰ্তনশীল আৰু ক্ষয়শীল যি পদাৰ্থ সেয়ে অধিভূত আৰু (হিৰণ্যগৰ্ভ নামক) যি আদিপুৰুষ তেৱেঁই অধিদৈৱত। (সেই আদি পুৰুষেই ভূতবৰ্গত অধিষ্ঠান কৰে বুলি তেওঁক অধিদৈৱত বোলা হয়।) এই জীৱদেহত অধিষ্ঠিত যে মই পৰমাত্মা সেই ময়েই অধিযজ্ঞ।

তাৰ পাছত অৰ্জুনে পুনঃ প্ৰশ্ন কৰিলে—মৰণকালত ভগৱানক কেনেকৈ স্মৰণ কৰিব পাৰি যাতে সদ্গতি লাভ হয়। তাৰ উত্তৰত শ্ৰীভগৱানে ক'লে যে মৃত্যুকালত মানুহে যি ভাব মনলৈ আনি দেহত্যাগ কৰে তেওঁ সেই ভাবকে পায়, গতিকে মোক (ভগৱানক) স্মৰণ কৰি যদি দেহ ত্যাগ কৰে, তেন্তে মোকেই পাব। কিন্তু চিৰদিন মোৰ স্মৰণ মননত অভ্যস্ত নহ'লে মৃত্যুৰ সময়ত মোক মনত নপৰিব; সেই কাৰণে সৰ্বদায় মোক চিন্তা কৰিবা আৰু স্বধৰ্ম অনুসাৰে (বৰ্ণভেদে যাৰ যি কৰ্তব্য কাম) নিজ নিজ কৰ্তব্য কাম কৰিবা। তেতিয়া সদ্গতি লাভৰ কোনো আশঙ্কা নাই।

যিজনে মৃত্যুৰ সময়ত মনটোক একাগ্ৰ কৰি যোগবলৰ দ্বাৰা প্ৰাণক ভ্ৰূযুগলৰ মাজত ধাৰণ কৰি ব্ৰহ্মচিন্তা কৰি কৰি দেহত্যাগ কৰে, তেৱেঁই সদ্গতি

লাভ কৰে। এইদৰে যোগৰ ধাৰণা কৰি ব্ৰহ্ম চিন্তা কৰি কৰি দেহত্যাগ কৰা সকলোৰে কাৰণে সম্ভৱ নহ'ব পাৰে, কিন্তু মোৰ যিজন ভক্ত, যিজনে অনন্য-চিত্তে মোকেই স্মৰণ কৰে, মই তেওঁৰ পক্ষে সুখ-লভ্য হওঁ। কল্পে কল্পে জীৱসমূহ লয় পায়, কল্পাৰম্ভত পুনৰায় জন্ম গ্ৰহণ কৰে। স্বৰ্গাদি লোকৰ পৰাও, ব্ৰহ্মলোকৰ পৰাও জীৱৰ পুনৰাগমন হয়, কিন্তু মোক পালে পুনৰাগমন নহয়।

এই অধ্যায়ত পৰমেশ্বৰৰ স্বৰূপ বৰ্ণনা প্ৰসঙ্গত ব্ৰহ্মতত্ত্ব, ব্ৰহ্মোপাসনা। শাস্ত্ৰ বিহিত যজ্ঞ দান তপস্যাদি বৰ্ণনা কৰি মৰণকালত ব্ৰহ্মচিন্তাৰ প্ৰয়োজনীয়তা বৰ্ণনা কৰা হৈছে। এই কাৰণে এই অধ্যাযৰ নাম অক্ষৰ ব্ৰহ্ম যোগ।

**নৱম অধ্যায়** ( ৰাজবিদ্যা ৰাজগুহ্য যোগ )

এই অধ্যায়ত শ্ৰীভগৱানে পুনৰায় বিশেষভাৱে বৰ্ণনা কৰিছে যে ব্ৰহ্ম জগতৰ অতীত আৰু অব্যক্তভাৱে অৱস্থান কৰে আৰু ব্যক্তভাৱে জগৎ ব্যাপি আছে। তেওঁ নিৰ্গুণ নিঃসঙ্গ বুলি একোতে লিপ্ত নাথাকে অথচ তেওঁ প্ৰকৃতিৰ দ্বাৰা জগৎ সৃষ্টি কৰে। তেওঁ সৰ্বভূত মহেশ্বৰ। তেৱেঁই জীৱৰ গতি, ভৰ্তা, প্ৰভু, সাক্ষী, নিবাস, শৰণ আৰু সুহৃৎ। সমস্ত কৰ্মৰ ফল তেওঁতে অৰ্পণ কৰি ভক্তিপূৰ্বক তেওঁকে উপাসনা কৰিলে মোক্ষ পোৱা যায়। তাকে শ্ৰীভগৱানে বিস্তৃতৰূপে বৰ্ণনা কৰিছে আৰু উপদেশ দিছে। তেওঁক ভজন কৰিলেই সকলোবিধ পাপ বিনাশ পায়।

অত্যন্ত দুৰাচাৰ পুৰুষেও যদি একমনে মোক ভজনা কৰে, তেন্তে তেৱোঁ সাধু বুলি গণ্য হয়; কাৰণ পৰমেশ্বৰৰ ভজনাৰ দ্বাৰা মই নিশ্চয় কৃতাৰ্থ হ'ম, এই নিশ্চয়াত্মিকা বুদ্ধি তেওঁৰ আছে। সেই ব্যক্তি শীঘ্ৰে ধৰ্মাত্মা হয় আৰু স্থায়ী শান্তি লাভ কৰে। মোৰ ভক্ত কেতিয়াও বিনাশ নাপায়।

অতএৱ হে অৰ্জুন! তুমি সদায় মনটোক মোৰ চিন্তাত নিযুক্ত কৰা। মোৰ প্ৰতি ভক্তিমান্ হোৱা। মোৰ পূজা কৰা আৰু মোক নমস্কাৰ কৰা। এইদৰে মৎপৰায়ণ হৈ মোতে মন সমাহিত কৰিব পাৰিলে মোকেই পাবা। নৱম অধ্যায়ৰ শেষ শ্লোকত এই উপদেশ দিছে।

ভক্তি মাৰ্গৰ এইটো সৰ্বপ্ৰধান ৰাজযোগ আৰু অতি গুহ্য তত্ত্ব। সেইবাবে ইয়াৰ নাম ৰাজ-বিদ্যা ৰাজ গুহ্য যোগ।

**দশম অধ্যায়** ( বিভূতি যোগ )

সপ্তম, অষ্টম আৰু নৱম অধ্যায়ত পৰমেশ্বৰৰ স্বৰূপ বৰ্ণনা কৰা হৈছে।

সেই প্ৰসঙ্গত তেওঁৰ নানা ব্যক্তৰূপ আৰু বিভূতিৰ কথা সংক্ষেপে কোৱা হৈছে। এই অধ্যায়ত তাকে সবিস্তাৰে কোৱা হৈছে।

নৱম অধ্যায়ৰ শেষত ক'লে যে ভগৱানৰ গুণ আৰু বিভূতিসমূহ চিন্তা কৰোঁতে কৰোঁতে আপোনা-আপুনি ভক্তিৰ উদয় হয়। অতএৱ তেওঁতে চিত্ত সমাহিত কৰি ভক্তসকলে পৰস্পৰে পৰস্পৰক প্ৰবোধ দান কৰি তেওঁৰ লীলা আৰু গুণবোৰৰ আলোচনা কৰিব লাগে। তেতিয়া ভগৱানে ভক্তসকলক এনে বুদ্ধি দান কৰিব যাৰ দ্বাৰা তেওঁলোকে ভগৱানক লাভ কৰিব পাৰিব। এই কথা শুনি যিবিলাক ভগৱৎ বিভূতিৰ কথা চিন্তা কৰিলে ভক্তিলাভ হয় অৰ্জুনে সেই বিভূতিবোৰৰ বিষয়ে বিশেষকৈ জানিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। এই প্ৰশ্নৰ উত্তৰত শ্ৰীভগৱানে তেওঁৰ বিভূতিসমূহ বৰ্ণনা কৰিবলৈ যাওঁতে শেষত ক'লে যে যাৰ ভিতৰত যিটোৱেই শ্ৰেষ্ঠ গুণযুক্ত সেই সমস্তই তেওঁৰ বিভূতি। যেনে—আদিত্যবিলাকৰ ভিতৰত তেওঁ বিষ্ণু, জ্যোতিষ্কবিলাকৰ ভিতৰত তেওঁ সূৰ্য্য, নক্ষত্ৰবিলাকৰ ভিতৰত তেওঁ চন্দ্ৰ ইত্যাদি ক্ৰমে তেওঁ বহুবিধ বিভূতিৰ বৰ্ণনা কৰিলে। যিয়েই ঐশ্বৰ্য্যযুক্ত আৰু শ্ৰীসম্পন্ন বা অতিশয় শক্তিসম্পন্ন, সেয়ে তেওঁৰ শক্তিৰ সামান্য প্ৰকাশ। সংক্ষেপতে ইয়াকেই ক'লে যে ইমানবোৰ কথা জানিবৰ আৱশ্যক কি? কেৱল মাথোন এইখিনিকেই জানি ৰাখা যে মই মোৰ এক অংশৰ দ্বাৰা এই সমস্ত জগতত ব্যাপি আছোঁ। তেওঁৰ সম্পূৰ্ণ মহিমা, সমগ্ৰ স্বৰূপ জীৱৰ পক্ষে অচিন্ত্য, অজ্ঞেয়।

এই অধ্যায়ত পৰমেশ্বৰৰ বিভূতিসমূহৰ বিস্তাৰিত বৰ্ণনা আছে কাৰণে ইয়াক বিভূতি যোগ বোলে।

**একাদশ অধ্যায়** ( বিশ্বৰূপ দৰ্শন যোগ )

দশম অধ্যায়ত শ্ৰীভগৱানৰ বিভূতি-সমূহৰ বিষয়ে শুনি আৰু এই সমগ্ৰ জগৎ যে ভগৱানে একাংশৰ দ্বাৰা ধাৰণ কৰি আছে সেই কথা শুনি অৰ্জুনে ক'লে—তুমি পৰমেশ্বৰ, ব্যক্ত স্বৰূপে বিশ্বই তোমাৰ ৰূপ—তুমি বিশ্বৰূপ। মোৰ বৰ ইচ্ছা হৈছে যে তোমাৰ সেই ঐশ্বৰিক ৰূপ দৰ্শন কৰোঁ। মই যদি সেই ৰূপ দৰ্শন কৰিবৰ যোগ্য হওঁ, তেন্তে মোক সেই ৰূপ দেখুৱা। ভক্তবৎসল শ্ৰীভগৱানে তেতিয়া অৰ্জুনক দিব্য চক্ষু দান কৰিলে আৰু নিজৰ বিশ্বৰূপ দেখুৱালে। সেইৰূপ দেখি অৰ্জুন বিস্ময়ত আবিষ্ট হৈ তেওঁৰ নানাবিধ স্তুতি গাবলৈ ধৰিলে আৰু প্ৰাৰ্থনা কৰিবলৈ ধৰিলে যে তোমাৰ এই উগ্ৰমূৰ্তি মই আৰু

চাই থাকিব নোৱাৰোঁ। মই ভয়ত বিহ্বল হৈছোঁ, মোক তুমি তোমাৰ পূৰ্ব সৌম্য মনুষ্যমূৰ্তি দেখুৱা। মোৰ প্ৰতি প্ৰসন্ন হোৱা। ভগৱান প্ৰসন্ন হ'ল আৰু পুনৰায় মনুষ্যমূৰ্তি ধাৰণ কৰি অৰ্জুনক ক'লে—তুমি মোৰ ভক্ত আৰু সখা। এই নিমিত্তে তোমাক মোৰ এই বিশ্বৰূপ দেখুৱালোঁ। দেৱতাসকলেও এই ৰূপ দৰ্শন কৰিবৰ অভিলাষ কৰে, কিন্তু দৰ্শন কৰিবৰ সমৰ্থ নহয়। কেৱল ভক্তিৰ দ্বাৰাই হে এই ৰূপ দৰ্শন কৰিব পাৰে আৰু অন্তিম কালত মোতে প্ৰৱেশ কৰিব পাৰে।

এই অধ্যায়ত প্ৰধানতঃ অৰ্জুনৰ বিশ্বৰূপ দৰ্শন বৰ্ণনা কৰা হৈছে। সেই কাৰণে ইয়াক বিশ্বৰূপ দৰ্শন যোগ বোলে।

**দ্বাদশ অধ্যায়** ( ভক্তিযোগ )

একাদশ অধ্যায়ৰ শেষত শ্ৰীভগৱানে কৈছিল যে যিজনে সকলো কৰ্মকে ভগৱানৰ কৰ্ম বুলি ভাবি যাৱতীয় কৰ্ম সম্পাদন কৰে, যিজনে ভগৱানকে সৰ্বশ্ৰেষ্ঠ প্ৰাপ্যবস্তু বুলি ভাবে আৰু মোৰ প্ৰতি ভক্তিমান্ হয়, মোত বাজে আন কোনো বস্তুতে যাৰ আসক্তি নাই, কোনো প্ৰাণীৰ প্ৰতি যাৰ বৈৰভাব নাই, তেৱেঁহে মোক লাভ কৰিব পাৰে।

এই কথা শুনি অৰ্জুনে পুনৰায় প্ৰশ্ন কৰিলে যে তোমাৰ অৰ্থাৎ সগুণ ঈশ্বৰৰ যি উপাসক আৰু নিৰ্গুণ ঈশ্বৰৰ যি উপাসক এই দুইপ্ৰকাৰ উপাসকৰ ভিতৰত কোন্ শ্ৰেষ্ঠ? অৰ্থাৎ তোমাৰ আকাৰবিশিষ্ট এই সগুণ ৰূপত চিত্ত সমাহিত কৰি যিসকল ভক্তই উপাসনা কৰে আৰু যিবিলাকে তোমাৰ অক্ষৰ অব্যক্ত ৰূপ উপাসনা কৰে, তেওঁলোকৰ ভিতৰত শ্ৰেষ্ঠ যোগবিৎ কোন্? সেই প্ৰশ্নৰ উত্তৰত শ্ৰীভগৱানে ক'লে যে ভক্তিমাৰ্গত নিত্যযুক্ত হৈ যিবিলাকে মোৰ সগুণ স্বৰূপৰ উপাসনা কৰে, তেওঁলোকেই শ্ৰেষ্ঠ। অক্ষৰ উপাসক ( নিৰ্গুণ ব্ৰহ্মৰ উপাসক ) সকলেও মোকেই পায় সত্য, কিন্তু দেহধাৰী মনুষ্যৰ কাৰণে নিৰ্গুন ব্ৰহ্মৰ উপাসনা সহজে প্ৰতিষ্ঠিত নহয়, সেই উপাসনা অতি ক্লেশকৰ। যিবিলাকে মোৰ সগুণ মূৰ্তিৰ উপাসনা ভক্তিৰ সহিত কৰে, তেওঁবিলাকক মই শীঘ্ৰেই সংসাৰ বন্ধনৰ পৰা মুক্ত কৰোঁ। অতএব, শ্ৰীভগৱানে অৰ্জুনক ক'লে, তুমিও মন বুদ্ধি একাগ্ৰ কৰি নিশ্চলভাৱে মোৰ ধ্যানতে নিযুক্ত হোৱা। যদি চিত্তক একেবাৰে এইদৰে সমাধিযুক্ত কৰিবলৈ সমৰ্থ হ'ব নোৱাৰা, তেন্তে ক্ৰমশঃ সেইবিষয়ে অভ্যাস কৰিবা। আকৌ অভ্যাস কৰিবলৈ যি পৰিমাণ

একাগ্রতাৰ প্ৰয়োজন সিও যদি তোমাৰ নাথাকে অথবা অভ্যাসত প্ৰবৃত্ত হওঁতে কিবা প্ৰকাৰ বিঘ্ন ঘটে, তেন্তে কেৱল মোৰ প্ৰতি সেৱা কৰ্মত নিজকে নিযুক্ত কৰি ৰাখিবা আৰু তাৰ দ্বাৰাই সিদ্ধিলাভ হ'ব। (সেৱা কৰ্ম-যেনে সাধুসঙ্গ, ভাগৱত শাস্ত্ৰ আদি পাঠ, ভগৱানৰ লীলা কথা শ্ৰৱণ, ভগবদ গুণানু-কীৰ্তন, পূজা-অৰ্চনা ইত্যাদি কৰ্ম)। যদি তাকো কৰিব নোৱাৰা, তেনেহ'লে ভগৱানৰ ওচৰত যি কৰ্ম-অৰ্পণ যোগ তাকে আশ্ৰয় কৰি সংযত চিত্ত হৈ ফল-কামনা ত্যাগ কৰা আৰু অনাসক্ত চিত্তে কৰ্ম কৰি যোৱা। অভ্যাসতকৈ জ্ঞান শ্ৰেষ্ঠ, জ্ঞানতকৈ ধ্যান শ্ৰেষ্ঠ। ধ্যান যদি দৃঢ় হয় কৰ্মফলৰ আকাঙ্ক্ষা আপোনা আপুনি পৰিত্যাগ হৈ যায় আৰু তাৰ পাছত শান্তি লাভ হয়।

যিসকল ভক্তই মোক মন বুদ্ধি অৰ্পণ কৰি নিন্দাস্তুতিত সমবুদ্ধি যুক্ত হয় আৰু কাৰো অনিষ্ট নকৰে, কেৱল মোৰেই ভজনা কৰে সেই ভক্তসকলেই মোৰ অতিশয় প্ৰিয় বুলি তুমি জানি থোৱা। দ্বাদশ অধ্যায় ইয়াতেই শেষ হৈছে।

এই অধ্যায়ত প্ৰধানতঃ ভক্তিমাৰ্গত সগুণ উপাসনাৰ বৰ্ণনা কৰা হৈছে' সেইবাবে ইয়াক ভক্তিযোগ বোলে।

**ত্ৰয়োদশ অধ্যায়** (ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ বিভাগ যোগ)

ত্ৰয়োদশ অধ্যায়ত ক্ষেত্ৰ, ক্ষেত্ৰজ্ঞ, জ্ঞান, জ্ঞেয়, প্ৰকৃতি আৰু পুৰুষ কি তাকে ব্যাখ্যা কৰি শ্ৰীভগৱানে কৈছে যে শৰীৰটোৱে ক্ষেত্ৰ। এই শৰীৰ পঞ্চ মহাভূত (ক্ষিতি, অপ্, তেজ, মৰুৎ আৰু ব্যোম), পঞ্চ তন্মাত্ৰ (শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ), দশ ইন্দ্ৰিয় (চক্ষু, কৰ্ণ, নাসিকা, জিহ্বা, আৰু ত্বক—এই পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু বাক্, পাণি, পাদ পায়ু আৰু উপস্থ—এই পঞ্চ কৰ্মেন্দ্ৰিয়) মন, অহঙ্কাৰ, বুদ্ধি আৰু প্ৰকৃতি—এই চব্বিশ প্ৰকাৰ তত্ত্বেৰে নিৰ্মিত। এইবোৰৰ ধৰ্ম হৈছে—ইচ্ছা, দ্বেষ, সুখ, দুঃখ, সংঘাত (দেহেন্দ্ৰিয়-বিলাকৰ মিলিতভাৱে স্থিতি), চেতনা (জ্ঞানাত্মিকা মনোবৃত্তি) আৰু ধৈৰ্য্য। এইবোৰ সমস্তই ক্ষেত্ৰ শব্দৰ দ্বাৰা বাচ্য। এই ক্ষেত্ৰত অধিষ্ঠান কৰি থাকি যিজনাই এই ক্ষেত্ৰক জানে তেওঁকেই ক্ষেত্ৰজ্ঞ বোলা হয়। এই ক্ষেত্ৰজ্ঞ জীৱ আৰু মই (শ্ৰীভগৱান্) অভিন্ন।

জ্ঞান হৈছে—সকলো প্ৰকাৰ বিষয় বৈৰাগ্য, অভিমান শূন্যতা, অহিংসা-পৰতা, গুৰুক উপাসনা কৰিবৰ অনুৰাগ, ভগৱানত অব্যাভিচাৰিণী ভক্তি,

নির্জন স্থানত বাস কৰিবলৈ ভাল পোৱা, আত্মতত্ত্বজ্ঞান আৰু মোক্ষনিষ্ঠা আৰু জ্ঞেয় হৈছে—স্থূলাতীত, সূক্ষ্মাতীত, যি পৰব্ৰহ্ম, যি সৰ্ব্বজ্ঞ, সৰ্বপ্ৰকাশক, সৰ্বকৰ্তা আৰু যিজন নিৰ্গুণ হৈও গুণাশ্ৰয় আৰু গুণভোক্তা, যিজন ভূতবৰ্গৰ অন্তৰ আৰু বাহিৰ উভয়াত্মক, যিজন অবিভক্ত হৈও বিভক্ত হোৱাৰ দৰে ভূতবৰ্গতে বৰ্ত্তমান আছে, যিজনা সকলো জীৱৰ হৃদয়ত আছে আৰু যিজনাই জ্ঞান আৰু জ্ঞানৰ বিষয় সমস্তই যাৰ স্বৰূপ—তেৱেঁই। প্ৰকৃতি আৰু পুৰুষ উভয়েই অনাদি ( প্ৰকৃতি ঈশ্বৰৰ শক্তি মাত্ৰ—সেইবাবে অনাদি )। বুদ্ধি ( মহত্তত্ব ) আদি ক্ষিতি পৰ্য্যন্ত সমস্তই উৎপত্তিশীল পদাৰ্থই যাৰ বিকাৰ, তাকেই প্ৰকৃতি বুলি ক'ব লাগিব। এই প্ৰকৃতিতে অৱস্থিত হৈ পুৰুষে প্ৰকৃতিজাত বিষয়সমূহ ভোগ কৰে—সুখ-দুঃখ আদি ভোগ পুৰুষৰ সংযোগতে হয়। প্ৰকৃতিৰ গুণসমূহৰ প্ৰতি আসক্তিয়েই পুৰুষৰ বিবিধ জন্ম গ্ৰহণৰ হেতু। এই দেহত থকা ভোক্তা-জীৱ যাৰ অংশ মাত্ৰ, যিজনাই জীৱৰূপে সমস্ত ভোগ কৰে, যিজনা সকলোৰে দ্ৰষ্টা আৰু সকলোৰে প্ৰেৰক বা নিয়ন্তা আৰু পালক, সেই পৰমেশ্বৰো এই দেহতে বৰ্তমান আছে। অৰ্জুনৰ প্ৰশ্নৰ উত্তৰত শ্ৰীভগৱানে এইবোৰ কথা কৈ এই অধ্যায়ৰ শেষত ক'লে যে সেই পৰমেশ্বৰ এই শৰীৰত থাকিও সকলো কৰ্মৰ পৰা নিৰ্লিপ্ত থাকে, পুৰুষ প্ৰকৃতিৰ এই ৰূপভেদ আৰু সৰ্বাধিষ্ঠাতা পৰমেশ্বৰক যিজনে জানিব পাৰে, তেৱেঁই পৰম মোক্ষ লাভ কৰিব পাৰে।

এই অধ্যায়ত প্ৰধানতঃ ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ আৰু পুৰুষ প্ৰকৃতি বৰ্ণিত হৈছে। সেইবাবে ইয়াক ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ বিভাগ যোগ বা পুৰুষ-প্ৰকৃতি বিবেক যোগ বোলে।

**চতুৰ্দশ অধ্যায়** ( গুণত্ৰয় বিভাগ যোগ )

ত্ৰয়োদশ অধ্যায়ত কোৱা হৈছে যে প্ৰকৃতি আৰু পুৰুষৰ ( ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ ) সংযোগত এই চৰাচৰ বিশ্বৰ সৃষ্টি হৈছে। চতুৰ্দশ অধ্যায়ৰ প্ৰথমতে শ্ৰীভগৱানে ক'লে যে তেওঁৰ অঙ্গীভূতা প্ৰকৃতি-ৰূপা যোনিত পুৰুষৰূপ বীজ তেৱেঁই অৰ্পণ কৰে আৰু তাৰ পৰাই এই বিচিত্ৰ জগৎ উৎপন্ন হয়। তেওঁৰ অঙ্গীভূতা এই প্ৰকৃতি নাম্নী শক্তি ত্ৰিগুণাত্মিকা। এই গুণবোৰে ( সত্ব, ৰজঃ, তমঃ ) তেওঁৰেই প্ৰেৰণাত নানা প্ৰকাৰে বিমিশ্ৰিত হৈ জগৎ ৰচনা কৰে। এইবোৰ গুণৰ স্বভাৱগত প্ৰভেদ বিশেষ ৰূপে এই অধ্যায়ত

বৰ্ণনা কৰি পাছত ভগৱানে ক'লে যে যিজন লোকে নিজকে কৰ্তা বুলি নাভাবি, ঈশ্বৰাধীন এই গুণবোৰকেই সমস্ত কাৰ্য্যৰ কৰ্তা বুলি জ্ঞান কৰে আৰু এই গুণবোৰৰ প্ৰেৰক এজন পৰমেশ্বৰ আছে—যি পৰমেশ্বৰ এই গুণ আৰু গুণৰ লক্ষণবোৰৰ অতীত, সেই কথাৰ জ্ঞান যাৰ আছে, সেইজন লোকেই গুণাতীত হৈ পৰমেশ্বৰৰ লগত একত্ব ভাব পায় আৰু পৰম শান্তি লাভ কৰে।

এই কথা শুনি অৰ্জুনে প্ৰশ্ন কৰিলে যে গুণাতীত পুৰুষৰ লক্ষণ কি তাক তেওঁ জানিবলৈ ইচ্ছা কৰে। তাৰ উত্তৰত ভগৱানে ক'লে যে দেহত গুণবোৰৰ কাৰ্য্য চলি থাকিলেও যি পুৰুষে উদাসীনৰ দৰে সাক্ষী-স্বৰূপে থাকে, গুণৰ কাৰ্য্য সুখ দুঃখ মোহ আদিৰ দ্বাৰা পৰিচালিত হৈ বিপথগামী নহয়—তেৱেঁই ত্ৰিগুণাতীত। (সত্ত্বগুণৰ ক্ৰিয়া হৈছে—প্ৰকাশ, ৰজোগুণৰ ক্ৰিয়া হৈছে—প্ৰবৃত্তিৰ উৎপাদক আৰু তমোগুণৰ ক্ৰিয়া হৈছে—মোহ উৎপাদন।) মান-অপমান, শত্ৰুপক্ষ, মিত্ৰপক্ষ যাৰ তুল্যজ্ঞান, ফলৰ আকাঙ্ক্ষা কৰি যিজনে কোনো কৰ্ম নকৰে, এনে ব্যক্তিয়েই গুণাতীত। আৰু যিজনে অনন্য ভক্তিযোগৰ দ্বাৰা মোৰ সেৱা কৰে, তেৱোঁ গুণৰ অধীন নহৈ ব্ৰহ্মৰূপতা পায়।

এই অধ্যায়ত ত্ৰিগুণতত্ত্ব বৰ্ণনা হৈছে কাৰণে এই অধ্যায়ৰ নাম গুণত্ৰয়-বিভাগ যোগ।

**পঞ্চদশ অধ্যায়** (পুৰুষোত্তম যোগ)

চতুৰ্দশ অধ্যায়ৰ শেষত শ্ৰীভগৱানে ক'লে যে মোক অনন্যভাৱে যিজনে ভজনা কৰে, তেওঁ ত্ৰিগুণাতীত হৈ ব্ৰহ্মভাব পায়। ত্ৰিগুণাতীত হোৱাৰ অৰ্থ সংসাৰৰ মায়া-প্ৰপঞ্চ অতিক্ৰম কৰা—ইয়াকেই সংসাৰ ক্ষয় বোলে। এই কথাটো স্পষ্টকৈ কোৱাৰ উদ্দেশ্যে এই অধ্যায়ত প্ৰথমতঃ সংসাৰ কি, তাৰ মূল ক'ত, জীৱৰ জন্ম আৰু উৰ্দ্ধগতি কেনেকৈ হয় ইত্যাদি বৰ্ণনা কৰি শেষত কৈছে যে তেওঁক (পুৰুষোত্তমক) জানিলেই জীৱ কৃতাৰ্থ হয় আৰু সেইবাবে তেওঁকেই সৰ্বতোভাৱে ভজিবলৈ উপদেশ দিছে।

এই সংসাৰ অশ্বত্থ বৃক্ষৰ নিচিনা। ইয়াৰ মূল উৰ্দ্ধৰ ফালে—(পৰব্ৰহ্ম), ইয়াৰ শাখাবোৰ উৰ্দ্ধ আৰু অধঃ দুয়োফালে বিস্তৃত। বেদসমূহ ইয়াৰ পাত (ধৰ্ম আৰু অধৰ্মৰ বিচাৰ কৰি গছৰ পাতৰ নিচিনাকৈ জীৱক আশ্ৰয়

দিয়ে বা ৰক্ষা কৰে)। শব্দ, স্পৰ্শ আদি বিষয়বোৰ গছৰ পল্লৱ। জীৱে যদি বেদোক্ত কৰ্মবোৰ কৰে তেন্তে বৃক্ষৰ শাখাৰ পৰা উৎপন্ন হোৱা পল্লৱৰ দৰে সংসাৰৰ শ্ৰীবৃদ্ধি সাধন কৰে। বৃক্ষৰ শাখাবোৰৰ যেনেকৈ কোনোটি উৰ্দ্ধদিকে আৰু কোনোটি অধোদিকে গতি কৰে অৰ্থাৎ কোনোজন দেবাদি যোনিত আৰু কোনোজন পশ্বাদি যোনিত নিজ নিজ কৰ্মানুসাৰে জন্মগ্ৰহণ কৰে, মায়াবদ্ধ জীৱে ইয়াৰ প্ৰকৃত স্বৰূপ নাজানে; বৈৰাগ্যৰূপ অস্ত্ৰৰ দ্বাৰা মায়া-বন্ধন ছেদন কৰি সংসাৰ প্ৰবৃত্তিৰ আদি কাৰণ পৰমেশ্বৰৰ পৰমপদ অন্বেষণ কৰা কৰ্তব্য। অভিমান, আসক্তি, কামনা আৰু সুখ-দুঃখাদিৰ দ্বন্দ্বৰপৰা মুক্ত হ'ব পাৰিলে সেই পৰমপদ লাভ হয়। সেই অব্যয়পদ পাব পাৰিলে সংসাৰলৈ পুনৰায় আহিব নালাগে। সেই পৰমপদক কোনেও প্ৰকাশ কৰিব নোৱাৰে। সূৰ্য্য আদি প্ৰকাশক বস্তুক তেৱেঁই প্ৰকাশ কৰে। সমস্ত জীৱ তেওঁৰেই অংশ মাত্ৰ। এই জীৱে সদসৎ যোনিত নিজ কৰ্মফলে জন্মগ্ৰহণ কৰি সুখ-দুখ আদি ভোগ কৰে। (জীৱে ইন্দ্ৰিয়াদি সমূহক আকৰ্ষণ কৰি সিহঁতক লগত লৈ গুণবিকাৰসমূহক ভোগ কৰিবলৈ এক দেহৰ পৰা অন্য দেহলৈ যায়।) শৰীৰৰ সঙ্গ পালে তাৰ প্ৰতি আসক্তি জন্মে আৰু নিজৰ স্বৰূপ বিস্মৃত হয়। যিবিলাক লোকে ভোগ্য-বিষয়ৰ প্ৰতি অনাসক্ত হয়, তেওঁলোকেইহে নিজৰ আত্মাক পৰমাত্মাৰ পৰা অভিন্ন বুলি জানিব পাৰে আৰু ইয়াকো জানিব পাৰে যে ব্ৰহ্মাণ্ডৰ সমস্ত সুখদায়ক আৰু ভোগদায়ক বস্তুৱেই ব্ৰহ্মৰ শক্তিৰে বিকাশ। তেওঁ ক্ষৰ স্বভাৱ জগৎ, অক্ষৰ-স্বভাৱ কূটস্থ পুৰুষ (শৰীৰস্থ জীৱ), সকলোৰে আশ্ৰয় আৰু সকলোৰে স্থিতি-কাৰণ উত্তম পুৰুষক অৱগত হৈ তেওঁকে সৰ্বান্তঃকৰণে ভজনা কৰি কৃতকৃত্য হয়।

এই অধ্যায়ত প্ৰধান আলোচনাৰ বিষয় পুৰুষোত্তম তত্ত্ব। এই কাৰণে ইয়াক পুৰুষোত্তম যোগ বোলে।

**ষোড়শ অধ্যায়** (দৈৱাসুৰ সম্পদ্ বিভাগ যোগ)

ষোড়শ অধ্যায়ত শ্ৰীভগৱানে অৰ্জুনক শাস্ত্ৰবিহিত কৰ্মত উৎসাহিত কৰিবৰ কাৰণে ক'লে যে এই বিচিত্ৰ সংসাৰত দৈৱভাৱ আৰু অসুৰভাৱ পৰস্পৰ বিৰোধী ভাব দুটা বৰ্তমান আছে। যিবিলাকে দৈৱভাব লৈ জন্ম-গ্ৰহণ কৰে, তেওঁবিলাক জ্ঞাননিষ্ঠ হয়; শাস্ত্ৰ বিহিত দান, যজ্ঞ, তপস্যা প্ৰভৃতি সদ্গুণ প্ৰাপ্ত হৈ শাস্ত্ৰ নিৰ্দিষ্ট ধৰ্ম আচৰণ কৰে আৰু তেওঁলোকেই মোক্ষলাভ

কৰিবৰ যোগ্যতা লাভ কৰে। যিবিলাকে অসুৰভাব পাই জন্মগ্ৰহণ কৰে, তেওঁলোকে অনাচাৰী, অধৰ্মী, নিৰীশ্বৰবাদী, দম্ভ-অহঙ্কাৰযুক্ত আৰু অপৰৰ হিংসাকাৰী হৈ অশুভ গুণবোৰৰদ্বাৰা পৰিবৃত হৈ থাকে। সেই-বিলাক লোক পুনঃ পুনঃ সংসাৰলৈ অহা-যোৱা কৰে, শান্তিপদ পোৱাৰ অধিকাৰী নহয়। হে অৰ্জুন! তুমি দৈৱীভাব লৈ জন্মগ্ৰহণ কৰিছা; অতএৱ তুমি শোক পৰিত্যাগ কৰা আৰু কৰ্তব্য আৰু অকৰ্তব্য সম্পৰ্কে শাস্ত্ৰকেই প্ৰমাণ বুলি ধৰা। যিজন শাস্ত্ৰবিধি পৰিত্যাগ কৰি স্বেচ্ছাচাৰী হয়, তেওঁ কেতিয়াও সিদ্ধি বা সুখ লাভ কৰিব নোৱাৰে আৰু কেতিয়াও পৰমগতি লাভ কৰিব নোৱাৰে।

এই অধ্যায়ত দৈৱ আৰু অসুৰ সম্পদৰ বিস্তাৰিত বৰ্ণনা কৰা হৈছে; সেইবাবে ইয়াক দৈৱাসুৰ সম্পদ্ বিভাগ যোগ বোলে।

**সপ্তদশ অধ্যায়** ( শ্ৰদ্ধাত্ৰয় বিভাগ যোগ )

এই অধ্যায়ৰ প্ৰাৰম্ভণিতে বৰ্ণিত হৈছে যে অৰ্জুনে ভগৱানক সুধিলে— যিবিলাক লোকে শাস্ত্ৰবিধি অনুসৰণ নকৰি শ্ৰদ্ধাৰে ধৰ্ম আচৰণ কৰে, তেওঁ-লোকৰ শ্ৰদ্ধা কোন ধৰণৰ—সাত্ত্বিক নে ৰাজসিক নে তামসিক? তাৰ উত্তৰত শাস্ত্ৰৰ ধৰ্মাচৰণ সম্পৰ্কে যি কেইটা বিষয় আছে ( যেনে—পূজা, আহাৰ, যজ্ঞ, তপস্যা, দান আৰু ভগৱৎ নাম ) সেই সম্পৰ্কে বেলেগে বেলেগে উপদেশ দিবলৈ গৈ ভগৱানে ক'লে যে নিজ নিজ শ্ৰদ্ধা নিজ নিজ প্ৰকৃতিৰ অনুৰূপ হয়। যাৰ যেনে শ্ৰদ্ধা তেওঁক সেই প্ৰকৃতিৰ বুলি জানিব লাগে।

(১) পূজা অৰ্চনা বিষয়ে জানিব লাগিব যে সাত্ত্বিক প্ৰকৃতিৰ লোকে সত্ত্ব গুণান্বিত দেৱতাসকলৰ পূজা কৰে, ৰাজসিক প্ৰকৃতিৰ লোকে ধনাধিপতি যক্ষ ৰাক্ষসবিলাকৰ আৰু তামসিক প্ৰকৃতিৰ লোকে ভূত-প্ৰেতবিলাকৰ অৰ্চনা কৰে। আৰু যিবিলাক অসুৰ প্ৰকৃতিৰ লোক তেওঁলোকে নিজেই অপৰ দেৱতাসকলৰ সাহায্য নোলোৱাকৈ তপস্যাৰদ্বাৰা যি লাভ কৰিবৰ আকাংক্ষা কৰে তাকেই লাভ কৰিব এই প্ৰকাৰ দম্ভ আৰু অহংকাৰ লৈ শৰীৰ আৰু আত্মাৰ ক্লেশদায়ক ঘোৰ তপস্যাত প্ৰবৃত্ত হয়।

(২) নিজ নিজ প্ৰকৃতি অনুসাৰে জীৱৰ আহাৰো তিনি প্ৰকাৰ হয়। যেনে:—ৰসাল, স্নিগ্ধ, অনুত্তেজক অথচ সুখ সেব্য আৰু পুষ্টিকৰ আহাৰ সাত্ত্বিক লোকৰ প্ৰিয়; অতি কটু, অতি টেঙা, অতি তীক্ষ্ণ, অতি ৰুক্ষ আহাৰ

ৰাজস প্ৰকৃতিৰ লোকৰ প্ৰিয় আৰু শুকান, বাহি, দুৰ্গন্ধময় অপকৃষ্ট আহাৰ তামস প্ৰকৃতিৰ লোকৰ প্ৰিয়।

(৩) ফলৰ কামনা নকৰি কেৱল কৰ্ত্তব্য বোধে যি যজ্ঞকাৰ্য্য কৰা হয়, সেই যজ্ঞকাৰ্য্য সাত্ত্বিক; ফল কামনা কৰি আৰু নিজৰ মহত্ত্ব প্ৰচাৰৰ কাৰণে যি যজ্ঞ কৰা হয়, সেই যজ্ঞকৰ্ম ৰাজসিক আৰু বিধিহীন, মন্ত্ৰহীন, শ্ৰদ্ধাহীন যি যজ্ঞ সেই যজ্ঞ তামসিক।

(৪) তপস্যা-শাৰীৰিক, বাচিক আৰু মানসিক ভেদে তিনিবিধ। গুৰু আৰু প্ৰাজ্ঞ ব্যক্তিবিলাকৰ পূজন, শৌচ (শুচিতা), সৰলতা, ব্ৰহ্মচৰ্য্য, অহিংসা প্ৰভৃতিক শাৰীৰিক তপস্যা বোলে। সত্য আৰু প্ৰিয়বচন, বেদাধ্যয়ন প্ৰভৃতিক বাচিক তপস্যা বোলে। ভাৱ-সংশুদ্ধি, ইন্দ্ৰিয় সংযম আদিক লৈ সৰ্বদা প্ৰসন্ন চিত্ততাক মানসিক তপস্যা বোলে।

এই তিনিবিধ তপস্যা যিবিলাকে ফলাকাংক্ষা শূন্য হৈ শ্ৰদ্ধাৰ সহিত সমাহিত চিত্ত হৈ কৰে—তেওঁলোক সাত্ত্বিক; যিবিলাকে অপৰৰ পূজা আৰু প্ৰশংসা পোৱাৰ বাবে কৰে তেওঁলোক ৰাজসিক আৰু বিচাৰশূন্য হৈ কেৱল সংস্কাৰ-বশতঃ ক্লেশপূৰ্বক কৰা হয় অথবা অপৰক উচ্ছেদ কৰিবৰ বাবে যি তপস্যা কৰা হয় তাক তামসিক বোলে।

(৫) যাৰপৰা কোনো উপকাৰ পোৱা নাই নাইবা উপকাৰ পাবৰ আশাও নাই এনে ব্যক্তিক কোনো ফলৰ আকাংক্ষা নকৰি, দেশ কাল আৰু উপযুক্ত পাত্ৰ বিচাৰ কৰি যি দান কৰা হয়, সি সাত্ত্বিক দান; দানৰ ফল লাভৰ আশা কৰি ক্লেশপূৰ্বক যি দান কৰা যায় তাক ৰাজসিক দান আৰু সৎকাৰ নকৰি অৱজ্ঞাৰে যি দান কৰা যায় সেই দান তামসিক।

(৬) ওঁ তৎ সৎ এই তিনি প্ৰকাৰ ভগৱানৰ নাম আছে। যজ্ঞদান আদি সকলো কাৰ্য্যতে ব্ৰহ্মবাদীসকলে ওঁ নাম উচ্চাৰণ কৰে; যিবিলাকে মোক্ষ আকাংক্ষা কৰি ভগৱানক লক্ষ্য কৰি সেইবোৰ কাৰ্য্য কৰে তেওঁলোকে তৎ শব্দ ব্যৱহাৰ কৰে আৰু সন্তোষ আৰু প্ৰশংসা বুজাবৰ বাবে সৎ শব্দৰ প্ৰয়োগ কৰি উত্তম কাৰ্য্যবিলাক কৰে।

যজ্ঞদান তপস্যাদি ধৰ্ম-কৰ্মৰ শ্ৰদ্ধাই হৈছে প্ৰাণস্বৰূপ। শ্ৰদ্ধাৰ সহিত সম্পন্ন হ'লে সেইবোৰ কৰ্মক সৎ কৰ্ম বুলি কোৱা হয়। অশ্ৰদ্ধা সহকাৰে কৰা যজ্ঞ-দানাদি কৰ্ম অসৎ কৰ্ম বুলি গণ্য হয়। সেই কৰ্ম ইহকাল পৰকাল ক'তো ফলদায়ক নহয়।

এই অধ্যায়ত স্বভাৱতঃ শ্ৰদ্ধাৰ স্বৰূপ আৰু তাৰ তিনি প্ৰকাৰ ভেদ বৰ্ণিত হৈছে। সেই কাৰণে এই অধ্যায় শ্ৰদ্ধা-ত্ৰয় বিভাগ যোগ বোলে।

**অষ্টাদশ অধ্যায়** ( মোক্ষ যোগ )

অষ্টাদশ অধ্যায়ৰ আৰম্ভণিতে অৰ্জুনে পুনৰায় ভগৱানক অনুৰোধ জনালে যে সন্ন্যাস আৰু ত্যাগ এই উভয়ৰ পাৰ্থক্য কি তাক বিশেষ ৰূপে শুনিবলৈ তেওঁ ইচ্ছা কৰে। এই প্ৰশ্নৰ উত্তৰত শ্ৰীভগৱানে পূৰ্বৰ অধ্যায় বোৰত উল্লেখ কৰা সমস্ত উপদেশৰ সাৰ এই অষ্টাদশ অধ্যায়ত বৰ্ণনা কৰিছে। এই পৰ্য্যন্ত সাধাৰণভাৱে কোৱা হৈছে যে যি বিলাক যাগ-যজ্ঞ কৰিলে ফল পোৱা যায় আৰু শাস্ত্ৰত যি বিলাক যাগ-যজ্ঞ কৰ্ম কৰণীয় বুলি উপদেশ দিয়া আছে সেই সমস্ত কৰ্ম ফলাকাংক্ষা ৰহিত হৈ অনাসক্ত চিত্তে কৰাকেই ত্যাগ বোলা হয়। কাম্য কৰ্ম-বিলাকক একেবাৰে পৰিত্যাগ কৰাকেই সন্ন্যাস বোলা হয়।

কাম্যাণাং কৰ্মণাং ন্যাসং সংন্যাসং কবয়ো বিদুঃ।
সৰ্ব-কৰ্মফলত্যাগং প্ৰাহুস্ত্যাগং বিচক্ষণাঃ॥ ১৮।২

কোনো কোনো মণীষীয়ে কয় যে সেই সকলোবোৰ কৰ্ম পৰিত্যাজ্য; আকৌ কোনো কোনোৱে কয় যে বিহিত কৰ্ম ত্যাগ কৰা অনুচিত। শ্ৰীভগৱানে এই বুলি সেই সম্বন্ধে নিজৰ এই নিশ্চত মত প্ৰকাশ কৰিলে যে যজ্ঞদান আৰু তপস্যাতো ত্যাগ কৰিবই নালাগে বৰঞ্চ তাৰ অনুষ্ঠান হে কৰিব লাগে; কাৰণ তাৰদ্বাৰা চিত্তশুদ্ধি হয়। কিন্তু সেই সকলো কৰ্ম ফলাকাংক্ষা ৰহিত হৈ কৰিব লাগে। ফলত কোনো আসক্তি থাকিব নালাগে। এই বুলি কৈ মানুহৰ প্ৰকৃতি ভেদে ত্যাগৰ ত্ৰিবিধিত্ব বৰ্ণনা কৰি প্ৰকৃতি ভেদে ( সত্ত্ব, ৰজঃ তমঃ গুণভেদে ) যি জাতিভেদ তেওঁ কৰিছে আৰু চাৰি জাতিৰ স্বভাৱগত কৰ্ম কি কি তাক বৰ্ণনা কৰি মোক্ষলাভ পৰ্য্যন্ত সমস্ত সাধন তত্ত্ব পুনৰায় বিস্তৃতভাৱে উপদেশ দিলে আৰু অৱশেষত অৰ্জুনক ক'লে যে শাস্ত্ৰোক্ত ধৰ্মতত্ত্ব সমস্তই তেওঁ বৰ্ণনা কৰিছে। তাৰদ্বাৰা অৰ্জুনৰ পক্ষে যে নিৰ্লিপ্তভাৱে উপস্থিত ধৰ্মযুদ্ধ কৰা কৰ্ত্তব্য আৰু সেই যুদ্ধ কাৰ্য্যৰপৰা কোনো দোষ নহব অৰ্জুনে অৱশ্যে বুজা উচিত। তথাপি এই বিষয়ে যদি তেওঁৰ কিবা সন্দেহ থাকে, তেন্তে অৰ্জুনে নিজে ধৰ্ম-বিচাৰ পৰিত্যাগ কৰি তেওঁৰ ( শ্ৰীভগৱানৰ ) উপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি আৰু নিজৰ মন বুদ্ধি সমস্ত তাতে যুক্ত কৰি তেওঁৰ

( ভগবান শ্ৰীকৃষ্ণৰ ) আদেশ প্ৰতিপালন কৰক। তাত যদি কোনো পাপ জন্মে, তেন্তে সেই পাপৰপৰা তেৱেঁই ( ভগৱান শ্ৰীকৃষ্ণই ) তেওঁক মুক্ত কৰিব।

ভগৱানৰ এই ধৰণৰ উপদেশবোৰ শুনি অৰ্জুনে ক'লে—যে তেওঁৰ সমস্ত সন্দেহ দূৰ হৈছে। তেওঁৰ বুদ্ধি মোহগ্ৰস্ত হৈছিল; এতিয়া ভগৱৎ উপদেশ শুনি তেওঁৰ বুদ্ধি মোহশূন্য হৈছে। তেওঁ ভগবদ্ বাক্য প্ৰতিপালন কৰি যুদ্ধ কৰিব। অষ্টাদশ অধ্যায় আৰু শ্ৰীমদ্‌ভগবদ্ গীতা এইদৰে সমাপ্ত হৈছে।

# শ্ৰীমদ্‌ভগবদ্ গীতা

## প্ৰথম অধ্যায়ঃ

## অৰ্জুন বিষাদ যোগঃ

ধৃতৰাষ্ট্ৰ উবাচ।

ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমবেতা (ঃ) যুযুৎসৱঃ।
মামকাঃ পাণ্ডৱাশ্চৈব কিমকুৰ্বত সঞ্জয় ॥ ১ ॥

**অন্বয়** ঃ—ধৃতৰাষ্ট্ৰঃ উবাচ—সঞ্জয়, ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে যুযুৎসৱঃ মামকাঃ চ পাণ্ডৱাঃ সমবেতাঃ কিম্ এব অকুৰ্বত? (১)

**অনুবাদ** ঃ—ধৃতৰাষ্ট্ৰই সঞ্জয়ক সুধিলে, হে সঞ্জয়! পুণ্যভূমি কুৰুক্ষেত্ৰত দুৰ্য্যোধন আদি মোৰ পুত্ৰসকলে আৰু পাণ্ডুৰ পুত্ৰসকলে যুদ্ধৰ বাবে অভিলাষী হৈ সমবেত হৈ কিবা কৰিছে—

**ব্যাখ্যা** ঃ—সঞ্জয় ধৃতৰাষ্ট্ৰৰ এজন অতি বিশ্বস্ত অমাত্য। তেওঁৰ পিতাকৰ নাম গৱল্‌গণ। এই কাৰণে এওঁক গাৱলগণিক নামেৰেও বুজোৱা হয়। এওঁ বৰ শান্তস্বভাৱ আৰু মিতভাষী আছিল। এওঁৰ মনত সদায় সন্তোষৰ ভাৱ বিৰাজ কৰিছিল। মহামনস্বী বিদুৰৰ দৰে এওঁৰ বিচক্ষণ বুদ্ধি আছিল। ধৃতৰাষ্ট্ৰ জন্মান্ধ আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধ হোৱাটো যেতিয়া উভয় পক্ষৰ মাজত নিশ্চিত হৈ গৈছে, তেতিয়া এদিন মহৰ্ষি ব্যাসদেৱে ধৃতৰাষ্ট্ৰক সুধিছিল—ধৃতৰাষ্ট্ৰই স্বচক্ষে যুদ্ধ চাব খোজে নেকি? যদি তেওঁৰ যুদ্ধ চাবৰ মন আছে, তেন্তে ব্যাসদেৱে তেওঁক দিব্য চক্ষু দান কৰিব খুজিছিল, কিন্তু ধৃতৰাষ্ট্ৰই স্বচক্ষে স্বজন বধ চাবলৈ ইচ্ছা নকৰিলে। সেইবাবে মহৰ্ষিয়ে সঞ্জয়ক দিব্য চক্ষু দান কৰে। ব্যাসদেৱৰ এই বৰদানৰ প্ৰভাৱত সঞ্জয়ে কুৰুক্ষেত্ৰৰ যুদ্ধ সন্দৰ্শন কৰি ধৃতৰাষ্ট্ৰৰ ওচৰত দিনৰ বাতৰি দিনৌ যোগাইছিল।

কুৰুক্ষেত্ৰ চিৰদিনেই পৰম পুণ্যভূমি বুলি জনাজাত। জাবাল উপনিষদত আৰু শতপথ ব্ৰাহ্মণত ইয়াক 'দেৱ-যজন' (দেৱতাবিলাকৰ যজ্ঞস্থান) বুলি উল্লেখ কৰিছে। ইয়াৰ প্ৰাচীন নাম সমন্তপঞ্চক। পৰশুৰামে একৈশবাৰ পৃথিবী নিঃক্ষত্ৰিয় কৰি এই স্থানত পিতৃতৰ্পণ কৰিছিল। কৌৰৱসকলৰ পিতৃপুৰুষ ৰজা কুৰুৱে এই ঠাইত হালবাই এই বৰ পাইছিল যে যি লোকে এই ঠাইত তপস্যা কৰিব বা এই ঠাইত যুদ্ধ কৰি প্ৰাণত্যাগ কৰিব তেওঁ স্বৰ্গলৈ যাব। তেতিয়াৰ পৰা ইয়াৰ নাম কুৰুক্ষেত্ৰ হয়। প্ৰাচীন গ্ৰন্থবিলাকত কুৰুক্ষেত্ৰক ধৰ্মক্ষেত্ৰ বুলি উল্লেখ কৰিছে।

ধৃতৰাষ্ট্ৰৰ এই প্ৰশ্নৰ বিশেষ তাৎপৰ্য্য আছে বুলি বহু ব্যাখ্যাকাৰকে প্ৰশ্ন তুলি বিচাৰ কৰিছে যে ধৃতৰাষ্ট্ৰই জানে যে তেওঁৰ পুত্ৰসকলে অন্যায় যুদ্ধ কৰিবলৈ ওলাইছে। দুৰ্য্যোধনক যুদ্ধৰ পৰা বিৰত কৰিব নোৱাৰি মনে মনে আশা পোষণ কৰিছিল যে কিবা দৈৱিক আকস্মিক কাৰণতো যুদ্ধ বন্ধ হব পাৰে। পুণ্যভূমি কুৰুক্ষেত্ৰৰ স্থান-মাহাত্ম্যৰ বলত কিজানি-বা উভয় পক্ষৰ নাইবা কোনো এটা পক্ষৰ যদি বিষয়ৰ প্ৰতি বৈৰাগ্য উপস্থিত হয় আৰু সন্ধি হয়। প্ৰকৃততে পাণ্ডৱ পক্ষৰ প্ৰধান যোদ্ধা অৰ্জুনৰ মনত তেনে বৈৰাগ্যৰ উদয় হৈছিল। সেয়েহে গীতা শাস্ত্ৰৰ উদ্ভৱ হ'ল। অৰ্জুনৰ বৈৰাগ্য, স্বধৰ্ম পালনত কৰ্তব্যবিমুখতা আঁতৰ কৰিবলৈ আৰু অৰ্জুনক পুনঃ যুদ্ধত প্ৰবৃত্ত কৰাবলৈ যিবোৰ যুক্তি আৰু উপদেশ দিছিল সেই উপদেশবোৰ সমগ্ৰ ভাৰতীয় শাস্ত্ৰৰ মূল সাৰতত্ত্ব সমন্বিত জ্ঞান স্বৰূপে প্ৰকাশ পাই সমগ্ৰ জগতৰ মানুহৰ কল্যাণকৰ শাস্ত্ৰ ৰূপে উদ্ভৱ হ'ল। ১॥

**সঞ্জয়** উবাচ।

দৃষ্টাতু পাণ্ডৱানীকং ব্যূঢ়ং দুৰ্য্যোধনস্তদা।
আচাৰ্য্যম্ উপসঙ্গম্য ৰাজা বচনম্ অব্ৰবীৎ ॥ ২ ॥

**অন্বয়**ঃ—সঞ্জয় উবাচ—তদা তু পাণ্ডৱ অনীকং ব্যূঢ়ং দৃষ্ট্বা দুৰ্য্যোধনঃ আচাৰ্য্যাম্ উপসঙ্গম্য বচনম্ অব্ৰবীৎ—(২)

পশ্যৈতাং পাণ্ডুপুত্ৰাণাং আচাৰ্য্য মহতীং চমূম্।
ব্যূঢ়াং দ্ৰুপদপুত্ৰেণ তব শিষ্যেণ ধীমতা ॥ ৩॥

অত্ৰ শূৰা (ঃ) মহেষ্বাসা (ঃ) ভীমাৰ্জুনসমা (ঃ) যুধি।
যুযুধানো বিৰাটশ্চ দ্ৰুপদশ্চ মহাৰথঃ ॥ ৪ ॥
ধৃষ্টকেতুশ্চেকিতানঃ কাশীৰাজশ্চ বীৰ্য্যবান্
পুৰুজিৎ-কুন্তিভোজশ্চ শৈব্যশ্চ নৰপুংগবঃ ॥ ৫ ॥
যুধামন্যুশ্চ বিক্ৰান্তা (ঃ) উত্তমৌজাশ্চ বীৰ্য্যবান্
সৌভদ্ৰো দ্ৰৌপদেয়াশ্চ সৰ্ব এব মহাৰথাঃ ॥ ৬ ॥

আচাৰ্য্য, তব ধীমতা শিষ্যেণ দ্ৰুপদ-পুত্ৰেণ ব্যূঢ়াং পাণ্ডুপুত্ৰাণাম্ এতাং মহতীং চমূম্ পশ্য। (৩)

অত্ৰ যুধি ভীমাৰ্জুনসমাঃ মহা-ইষ্বাসাঃ শূৰাঃ যুযুধানঃ বিৰাটঃ চ মহাৰথঃ দ্ৰুপদঃ চঃ। (৪)

ধৃষ্টকেতুঃ চেকিতানঃ চ বীৰ্য্যবান্ কাশিৰাজঃ পুৰুজিৎ কুন্তিভোজঃ চ নৰপুংগৱঃ শৈব্যঃ চ। (৫)

বিক্ৰান্তঃ যুধামন্যুঃ চ বীৰ্য্যবান্ উত্তমৌজাঃ সৌভদ্ৰঃ দ্ৰৌপদেয়াঃ চ সৰ্বে এব মহাৰথাঃ। (৬)

অনীক—যোদ্ধা, সৈনিক

মহেষ্বাসাঃ—মহাধনুৰ্দ্ধৰ

**অনুবাদ**ঃ—সঞ্জয়ে কবলৈ ধৰিলে—ৰজা দুৰ্য্যোধনে পাণ্ডৱ পক্ষৰ সৈন্য-বিলাকক ব্যূহৰ ভিতৰত সন্নিবেশিত হোৱা দেখি গুৰু দ্ৰোণক সম্বোধন কৰি বক্ষ্যমাণ কথাখিনি কবলৈ ধৰিলে—হে আচাৰ্য্য! আপোনাৰ বুদ্ধিমান শিষ্য দ্ৰুপদ ৰজাৰ পুত্ৰ ধৃষ্টদ্যুম্নই ৰচনা কৰা ব্যূহৰ ভিতৰত অৱস্থান কৰি থকা পাণ্ডৱ পক্ষৰ বিপুল সৈন্য সমাবেশ চাওক— (৩)

এই পাণ্ডৱ-সৈন্যবিলাকৰ ভিতৰত ভীম আৰু অৰ্জুনৰ সমকক্ষ মহা-ধনুৰ্ধৰ বীৰসকল আছে, তাত আছে সাত্যকি, মৎস্যৰাজ বিৰাট আৰু মহাৰথ দ্ৰুপদ (৪)

আৰু আছে ধৃষ্টকেতু, যদুবংশীয় বীৰ চেকিতান, বীৰ্য্যৱান কাশিৰাজ, পুৰুজিৎ কুন্তিভোজ, নৰশ্ৰেষ্ঠ শৈব্য (৫)

আৰু পাঞ্চাল দেশীয় ৰজা পৰাক্ৰমশালী যুধামন্যু, মহাশক্তিশালী উত্তমৌজা, সুভদ্ৰাৰ পুত্ৰ অভিমন্যু, দ্ৰৌপদীৰ প্ৰতিবন্ধ্যাদি পাঁচপুত্ৰ আৰু ঘটোৎকচ

আদি মহাধনুৰ্ধৰ বীৰসকল আছে। এওঁলোক সকলোৱে মহাৰথ। (৬)

অস্মাকং তু বিশিষ্টা (ঃ) যে তান্ নিবোধ দ্বিজোত্তম।
নায়কা (ঃ) মম সৈন্যস্য সংজ্ঞাৰ্থং তান্ ব্ৰবীমি তে ॥ ৭ ॥
ভৱান্ ভীষ্মশ্চ কৰ্ণশ্চ কৃপশ্চ সমিতিঞ্জয়ঃ।
অশ্বত্থামা বিকৰ্ণশ্চ সৌমদত্তিস্তথৈব চ ॥ ৮ ॥
অন্যে চ বহবঃ শূৰা (ঃ) মদৰ্থে ত্যক্তজীৱিতাঃ।
নানা শস্ত্ৰ প্ৰহৰণাঃ সৰ্বে যুদ্ধবিশাৰদাঃ ॥ ৯ ॥
অপৰ্য্যাপ্তং তদস্মাকং বলং ভীষ্মাভিৰক্ষিতম্।
পৰ্য্যাপ্তং ত্বিদমেতেষাং বলং ভীমাভিৰক্ষিতম্ ॥ ১০ ॥
অয়নেষু চ সৰ্বেষু যথাভাগম্ অৱস্থিতাঃ।
ভীষ্মম্ এবাভিৰক্ষন্তু ভৱন্তঃ সৰ্ব এব হি ॥ ১১ ॥

**অন্বয়** :—দ্বিজোত্তম, তু অস্মাকং যে বিশিষ্টাঃ মম সৈন্যস্য নায়কাঃ তান্ নিবোধ তে সংজ্ঞা-অৰ্থং তান্ ব্ৰবীমি। (৭)।

ভৱান্ ভীষ্মঃ চ কৰ্ণঃ সমিতিঞ্জয়ঃ কৃপঃ অশ্বত্থামা চ বিকৰ্ণঃ চ সৌমদত্তিঃ জয়দ্ৰথঃ চ। (৮)।

অন্যে চ বহবঃ শূৰাঃ মৎঅৰ্থে ত্যক্ত-জীৱিতাঃ সৰ্বে নানা শস্ত্ৰ-প্ৰহৰণাঃ যুদ্ধবিশাৰদাঃ (সন্তি)। (৯)।

অস্মাকং ভীষ্ম-অভিৰক্ষিতং তৎবলং অপৰ্য্যাপ্তম্। এতেষাং তু ভীম-অভিৰক্ষিতম্ ইদং বলং পৰ্য্যাপ্তম্ ॥ (১০)।

সৰ্বেষু-অয়নেষু যথাভাগম্ অৱস্থিতাঃ ভৱন্তঃ সৰ্বেএব হি ভীষ্মম্ এব অভিৰক্ষন্তু ॥ (১১)।

[ অপৰ্য্যাপ্তং—অপৰিমিতম্, ( অজেয়, যুদ্ধ কৰিবলৈ সমৰ্থ )

পৰ্য্যাপ্তং—পৰিমিতম্ ( যুদ্ধ জয়ত অসমৰ্থ )

শ্ৰীধৰ স্বামীৰ মতে—অপৰ্য্যাপ্তং তৈঃ সহ যোদ্ধুম্ অসমৰ্থং ভাতি। পৰ্য্যাপ্ত—সমৰ্থং ভৱতি।

কথং ভীষ্মস্য উভয়পক্ষপাতিত্বাৎ, ভীমস্য একপক্ষপাতিত্বাৎ ]

**অনুবাদ** :—পিছে আমাৰ পক্ষতো যি সকল প্ৰধান প্ৰধান যোদ্ধা আছে, প্ৰধান প্ৰধান সেনাপতি আছে তেওঁলোকৰ নামো মই কৈ যাওঁ শুনক।

আপুনি, ভীষ্ম, কৰ্ণ, ৰণজয়ী কৃপাচাৰ্য্য, অশ্বত্থামা, বিকৰ্ণ, সোমদত্তৰ পুত্ৰ ভুৰিশ্ৰৱা, জয়দ্ৰথ আৰু অন্যান্য অনেক বীৰ আছে। তেওঁলোকে সকলোৱে আমাৰ কাৰণে প্ৰাণ দিবলৈ প্ৰস্তুত। তেওঁলোক সকলোৱে নানা প্ৰকাৰ অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগত কুশলী আৰু নিপুণ যোদ্ধা। আমাৰ পক্ষত সৈন্য সংখ্যা অসংখ্য আৰু সেই সৈন্যবাহিনী বীৰসকলেৰে পৰিপূৰ্ণ আৰু সেই সৈন্য-বাহিনীক ৰক্ষা কৰিছে ভীষ্মই। পাণ্ডৱসকলৰ সৈন্য-সংখ্যা পৰিমিত আৰু সেই সৈন্যবাহিনীক ৰক্ষা কৰিছে ভীমে। তথাপি আমাৰ সৈন্যবাহিনী যেন পাণ্ডৱপক্ষৰ লগত যুদ্ধ কৰিবলৈ অসমৰ্থ আৰু পাণ্ডৱপক্ষৰ সৈন্য-বাহিনীৰ সংখ্যা পৰিমিত হলেও যেন সেই সৈন্যবাহিনীক আমাৰ পক্ষৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ এনে যেন দেখা যায়। আপোনালোকৰ ভিতৰত যাক যি স্থানত থাকিবলৈ কোৱা হৈছে, সেই নিয়োগ অনুসাৰে ব্যূহৰ প্ৰৱেশ দ্বাৰত অৱস্থান কৰি সকলো ফালৰ পৰা সৰ্বতোভাবে ভীষ্মকেই ৰক্ষা কৰক। ৭-১১ ॥

তস্য সংজনয়ন্ হৰ্ষং কুৰুবৃদ্ধঃ পিতামহঃ
সিংহনাদং বিনদ্যোচ্চৈঃ শঙ্খং দধ্মৌ প্ৰতাপৱান্ ॥ ১২ ॥
ততঃ শঙ্খাশ্চ ভেৰ্য্যশ্চ পণবানকগোমুখাঃ।
সহসৈবাভ্যহন্যন্ত স শব্দস্তুমুলোঽভৱৎ ॥ ১৩ ॥

**অন্বয়**ঃ—প্ৰতাপৱান্ কুৰুবৃদ্ধঃ পিতামহঃ তস্য হৰ্ষং সংজনয়ন্ উচ্চৈঃ সিংহনাদং বিনদ্য শঙ্খং দধ্মৌ। (১২)।

ততঃ শঙ্খাঃ ভেৰ্য্যঃ চ পণৱ-আনক-গোমুখাঃ সহসা এব অভ্যহন্যন্ত। স শব্দঃ তুমুলঃ অভৱৎ ॥ (১৩)॥

**অনুবাদ**ঃ—তেতিয়া কুৰুবৃদ্ধ পিতামহ মহাশক্তিশালী ভীষ্মই দুৰ্যোধনৰ হৰ্ষ উৎপাদন কৰিবৰ কাৰণে (দুৰ্যোধনৰ পূৰ্বোক্ত কথাখিনিৰ পৰা দুৰ্যোধনক বিমৰ্ষ হোৱা যেন অনুমান কৰি) সিংহৰ নিচিনা গৰ্জন কৰি উঠি নিজৰ শঙ্খত ফু দিলে; শঙ্খ বাজি উঠিল। তেতিয়া ৰণস্থলীত সৰ্বত্ৰ অনেক শঙ্খ, ভেৰী, পণৱ, আনক, গোমুখ হঠাৎ বাজি উঠিল। সেই সম্মিলিত শব্দ তুমুল হৈ উঠিল। (১২-১৩)।

ততঃ শ্বেতহয়ৈৰ্‌ যুক্তে মহতি স্যন্দনে স্থিতৌ।
মাধৱঃ পাণ্ডৱশ্চৈব দিব্যৌ শঙ্খৌ প্ৰদধ্মতুঃ ॥ ১৪ ॥

**অন্বয়** :—ততঃ শ্বেতৈঃ হয়ৈঃ যুক্তে মহতি স্যন্দনে স্থিতৌ মাধবঃ চ পাণ্ডবঃ এব দিব্যৌ শঙ্খৌ প্রদধ্মতুঃ ॥ ১৪ ॥

**অনুবাদ** :—তেতিয়া শ্রীকৃষ্ণ আৰু অর্জুন ৰথত বহি আছিল। তেওঁলোকৰ ৰথৰ[১] ঘোৰা চাৰিটা বগা বৰণৰ আছিল। কৌৰৱপক্ষৰ শঙ্খ ধ্বনি আৰু ৰণবাদ্য শুনি উভয়ে থিয় হৈ নিজৰ নিজৰ দিব্য শঙ্খ বজালে। ( ১৪ )

পাঞ্চজন্যং হৃষীকেশো দেৱদত্তং ধনঞ্জয়ঃ।
পৌণ্ড্ৰং দধ্মৌ মহাশঙ্খং ভীমকর্মা বৃকোদৰঃ ॥ ১৫ ॥

**অন্বয়** :—হৃষীকেশঃ পাঞ্চজন্যং, ধনঞ্জয়ঃ দেৱদত্তং, ভীমকর্মা বৃকোদৰঃ মহাশঙ্খং পৌণ্ড্ৰং দধ্মৌ। (১৫)

**অনুবাদ** :—হৃষীকেশ শ্রীকৃষ্ণই পাঞ্চজন্য শঙ্খ বজালে, ধনঞ্জয় অর্জুনে দেৱদত্ত নামৰ শঙ্খ বজালে, ভীমকর্মা বৃকোদৰে ( ভীমসেনে ) পৌণ্ড্ৰ নামক বৰ ডাঙৰ শঙ্খ বজালে। (১৫)

অনন্তবিজয়ং ৰাজা কুন্তীপুত্ৰো যুধিষ্ঠিৰঃ।
নকুলঃ সহদেৱশ্চ সুঘোষ-মণিপুষ্পকৌ ॥ ১৬ ॥

**অন্বয়** :—কুন্তীপুত্ৰঃ ৰাজা যুধিষ্ঠিৰঃ অনন্তবিজয়ং নকুলঃ সহদেৱঃ চ সুঘোষ মণি-পুষ্পকৌ ( দধ্মৌ )। (১৬)

**অনুবাদ** :—( ভীষ্মৰ শঙ্খ ধ্বনিৰ পৰা কৌৰৱৰ পক্ষ উৎসাহিত হৈ উঠিছিল কিন্তু পাণ্ডৱ পক্ষও নিৰুৎসাহ হোৱা নাছিল )।

কুন্তীপুত্ৰ ৰজা যুধিষ্ঠিৰে অনন্তবিজয় নামৰ শঙ্খ, নকুল আৰু সহদেৱে যথাক্রমে সুঘোষ আৰু মণিপুষ্পক নামৰ শঙ্খ বজালে। (১৬)

কাশ্যশ্চ পৰমেষ্বাসঃ শিখণ্ডী চ মহাৰথঃ।
ধৃষ্টদ্যুম্নো বিৰাটশ্চ সাত্যকিশ্চাপৰাজিতঃ ॥ ১৭ ॥
দ্রুপদো দ্রৌপদেয়াশ্চ সর্বশঃ পৃথিবীপতে।
সৌভদ্ৰশ্চ মহাবাহুঃ শঙ্খান্ দধ্মুঃ পৃথক্ পৃথক্ ॥ ১৮ ॥

---

(১) এই ৰথখন খাণ্ডৱদাহ কৰাৰ সময়ত ভগৱান্ হুতাশনদেৱে ( অগ্নিয়ে ) অর্জুনক দান কৰে। এই ৰথ দেৱতা-দানৱ সকলৰো অজেয়।

**স ঘোষো ধাৰ্ত্তৰাষ্ট্ৰাণাং হৃদয়ানি ব্যদাৰয়ৎ।**
**নভশ্চ পৃথিৱীঞ্চৈৱ তুমুলো ব্যনুনাদয়ন্ ॥ ১৯ ॥**

**অন্বয়** :—পৃথিবী-পতে, পৰম-ইষ্বাসঃ কাশ্যঃ চ, মহাৰথঃ শিখণ্ডী চ ধৃষ্টদ্যুম্নঃ বিৰাটঃ চ অপৰাজিতঃ সাত্যকিঃ চ দ্রুপদঃ দ্রৌপদেয়াঃ চ মহাবাহুঃ চ সৌভদ্রঃ সৰ্বশঃ পৃথক্ পৃথক্ দধ্মুঃ। (১৭-১৮)

সঃ তুমুলঃ ঘোষঃ নভঃ পৃথিবীং চ ব্যনুনাদয়ন্ ধাৰ্ত্তৰাষ্ট্ৰাণাং হৃদয়ানি ব্যদাৰয়ৎ। (১৯)

( পাঠান্তৰং—অভ্যনুনাদয়ন্ )

**অনুবাদ** :—হে মহাৰাজ! মহাধনুৰ্ধৰ কাশিৰাজ, মহাৰথ শিখণ্ডী, ধৃষ্টদ্যুম্ন, বিৰাট, অপৰাজেয় সাত্যকি, দ্রুপদ, দ্রৌপদীৰ পুত্ৰকেইজন আৰু মহাবাহু সুভদ্ৰানন্দন অভিমন্যু—এওঁলোক সকলোৱে সকলোফালৰ পৰা নিজৰ নিজৰ শঙ্খ বজালে। (১৭-১৮)

শঙ্খৰ সেই তুমুলধ্বনিয়ে পৃথিবী আৰু আকাশ ধ্বনিত আৰু প্ৰতিধ্বনিত কৰি ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকৰ হৃদয় বিদীৰ্ণ কৰি দিলে। (১৯)

অথব্যৱস্থিতান্ দৃষ্ট্বা ধাৰ্ত্তৰাষ্ট্ৰান্ কপিধ্বজঃ।
প্ৰবৃত্তে শস্ত্ৰসম্পাতে ধনুৰ্ উদ্যম্য পাণ্ডৱঃ ॥ ২০ ॥
হৃষীকেশং তদাবাক্যম্ ইদমাহ মহীপতে।

অৰ্জুন উবাচ।

সেনয়োৰুভয়োৰ্ মধ্যে ৰথং স্থাপয় মেঽচ্যুত ॥ ২১ ॥
যাবদেতান্ নিৰীক্ষেঽহং যোদ্ধুকামান্ অৱস্থিতান্।
কৈৰ্ ময়া সহ যোদ্ধব্যম্ অস্মিন্ ৰণসমুদ্যমে ॥ ২২ ॥
যোৎস্যমানান্ অবেক্ষেঽহং য এতেঽত্ৰ সমাগতাঃ।
ধাৰ্ত্তৰাষ্ট্ৰস্য দুৰ্বুদ্ধেৰ্ যুদ্ধে প্ৰিয় চিকীৰ্ষবঃ ॥ ২৩ ॥

**অন্বয়** :—মহীপতে! অথ কপিধ্বজঃ পাণ্ডৱঃ ধাৰ্ত্তৰাষ্ট্ৰান্ ব্যৱস্থিতান্ দৃষ্ট্বা শস্ত্ৰসম্পাতে প্ৰবৃত্তে ধনুঃ উদ্যম্য তদা হৃষীকেশং ইদং বাক্যম্ আহ--

অৰ্জুনঃ উবাচ—হে অচ্যুত! উভয়োঃ সেনয়োঃ মধ্যে মে ৰথং স্থাপয়। (২১)

যাবৎ এতান্ যোদ্ধুকামান্ অৱস্থিতান্ নিৰীক্ষে, অস্মিন্ সমুদ্যমে কৈঃ সহ ময়া যোদ্ধব্যম্। (২২)

**অত্ৰ যুদ্ধে দুৰ্বুদ্ধেঃ ধাৰ্ত্তৰাষ্ট্ৰস্য প্ৰিয়চিকীৰ্ষৱঃ** যে এতে সমাগতাঃ যোৎস্য-মানান্ অহং অবেক্ষে। (২৩)

**অনুবাদ** ঃ—তাৰ পাছত কৌৰৱপক্ষ সকলক ৰণ সজ্জাত সজ্জিত হোৱা দেখি শস্ত্ৰ নিক্ষেপ কৰিবৰ সময় উপস্থিত হোৱাত কপিধ্বজ অৰ্জুনে ধনুখন হাতত তুলি লৈ হৃষীকেশ শ্ৰীকৃষ্ণক ক'লে—হে অচ্যুত! উভয় পক্ষৰ সৈন্যৰ মাজত মোৰ ৰথখন থিয় কৰোৱা। কোন্ কোন্নো যুদ্ধ কৰিবলৈ আহিছে, এই যুদ্ধত উপস্থিত কাৰ কাৰ লগত নো মই যুদ্ধ কৰিব লাগিব, এই সময়ৰ ভিতৰত ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্বুদ্ধি দুৰ্যোধনৰ মঙ্গল কামনা কৰি (প্ৰিয় হবলৈ ইচ্ছা কৰি) কোন্ কোন্ উপস্থিত হৈছে সেই যুদ্ধাৰ্থীসকলক মই (এবাৰ) চাই লওঁ। (২০-২৩)

সঞ্জয় উবাচ।

এবম্ উক্তো হৃষীকেশো গুড়াকেশেন ভাৰত।
সেনয়োৰুভয়োৰমধ্যে স্থাপয়িত্বা ৰথোত্তমম্॥ ২৪॥
ভীষ্মদ্ৰোণঃ প্ৰমুখতঃ সৰ্বেষাং চ মহীক্ষিতাম্।
উবাচ পাৰ্থ পশ্যৈতান্ সমবেতান্ কুৰূন্ ইতি॥ ২৫॥

**অন্বয়** ঃ—সঞ্জয় উবাচ—ভাৰত, গুড়াকেশেন এবম্ উক্তঃ হৃষীকেশঃ উভয়োঃ সেনয়োঃ মধ্যে ভীষ্মদ্ৰোণপ্ৰমুখতঃ সৰ্বেষাম্ চ মহীক্ষিতাম্ ৰথ-উত্তমম্ স্থাপয়িত্বা, হে পাৰ্থ, এতান্ সমবেতান্ কুৰূন্ পশ্য ইতি উবাচ। (২৪-২৫)

**অনুবাদ** ঃ—সঞ্জয়ে কলে—গুড়াকেশ (নিদ্ৰাজয়ী, আলস্যজয়ী) অৰ্জুনে হৃষীকেশ শ্ৰীকৃষ্ণক এই অনুৰোধ কৰাৰ পাছত শ্ৰীকৃষ্ণই উভয় সেনা দলৰ মাজত ভীষ্ম, দ্ৰোণ আৰু আন আন সকলো বিলাক নৃপতিৰ সমুখত সেই উত্তম ৰথখন আনি থিয় কৰাই অৰ্জুনক কলে—হে পাৰ্থ! সমাগত এই কৌৰৱসকলক তুমি চাই লোৱা। (২৪-২৫)

তত্ৰাপশ্যৎ স্থিতান্ পাৰ্থঃ পিতৄন্ অথ পিতামহান্
আচাৰ্য্যান্ মাতুলান্ ভ্ৰাতৄন পুত্ৰান্ পৌত্ৰাম্ সখীংস্তথা॥ ২৬॥
শ্বশুৰান্ সুহৃদশ্চৈব সেনয়োৰুভয়োৰপি।
তান্ সমীক্ষ্য স কৌন্তেয় সৰ্বান্ বন্ধূন্ অৱস্থিতান্॥ ২৭॥
কৃপয়া পৰয়াবিষ্টো বিষীদন্নিদমব্ৰবীৎ।

অৰ্জুন উবাচ—

দৃষ্ট্বেমং স্বজনং কৃষ্ণ যুযুৎসুংসমুপস্থিতম্ ॥ ২৮ ॥
সীদন্তি মম গাত্ৰাণি মুখং চ পৰিশুষ্যতি।
বেপথুশ্চ শৰীৰে মে ৰোমহৰ্ষশ্চ জায়তে ॥ ২৯ ॥
গাণ্ডীৱং স্ৰংসতে হস্তাৎ ত্বক্ চৈব পৰিদহ্যতে।
ন চ শক্লোম্যৱস্থাতুং ভ্ৰমতীৱ চ মে মনঃ ॥ ৩০ ॥
নিমিত্তানি চ পশ্যামি বিপৰীতানি কেশৱ।
ন চ শ্ৰেয়োঽনুপশ্যামি হত্বাস্বজনমাহবে ॥ ৩১ ॥

**অন্বয়**ঃ—পাৰ্থঃ তত্ৰ উভয়োঃ সেনয়োঃ অপি স্থিতান্ পিতৃন্ অথ পিতামহান্ আচাৰ্য্যান্ মাতুলান্ ভ্ৰাতৃন্ পুত্ৰান্ পৌত্ৰান্ তথা সখীন্ শ্বশুৰান্ সুহৃদঃ এব চ অপশ্যৎ। (২৬)

সঃ কৌন্তেয়ঃ অৱস্থিতান্ তান্ সৰ্বান্ বন্ধূন্ সমীক্ষ্য পৰয়া কৃপয়া আবিষ্টঃ বিষীদন্ ইদম্ অব্ৰবীৎ। (২৭)

অৰ্জুনঃ উবাচ—কৃষ্ণ, সমৱস্থিতান্ ( সমুপস্থিতান্ ইতি বা অন্যপাঠঃ ) ইমান্ স্বজনান্ যুযুৎসুন্ দৃষ্ট্বা মে গাত্ৰাণি সীদন্তি মুখং চ পৰিশুষ্যতি, চ মে শৰীৰে বেপথুঃ ( কম্পঃ ) ৰোমহৰ্ষঃ চ জায়তে। (২৮-২৯)

হস্তাৎ গাণ্ডীৱং স্ৰংসতে ( অধঃ পততি ), ত্বক্ চ পৰিদহ্যতে, অৱস্থাতুং চ ন শক্লোমি, মে মনশ্চ ভ্ৰমতি ইব। (৩০)

কেশৱ! বিপৰীতানি নিমিত্তানি চ পশ্যামি, চ আহৱে স্বজনং হত্বা শ্ৰেয়ঃ ন অনুপশ্যামি। (৩১)

**অনুবাদ**ঃ—তেতিয়া অৰ্জুনে দেখিলে যে উভয় সেনাদলৰ মাজত উপস্থিত আছে—নিজৰেই পিতৃতুল্য পিতৃব্যসকল, পিতামহসকল, আচাৰ্য্য সকল, মাতুল, ভ্ৰাতা, পুত্ৰ, পৌত্ৰ, বন্ধু, শ্বশুৰ, আৰু হিতৈষী সুহৃৎসকল। কুন্তীপুত্ৰ অৰ্জুনে সকলোবিলাক বান্ধৱকে দেখা পাই বৰ দুৰ্বলমনা হৈ পৰিল আৰু বৰ বিষণ্ণ হৈ এইদৰে ক'লে—

হে কৃষ্ণ! যুদ্ধ কৰিবলৈ ইচ্ছুক হৈ অহা মোৰ এই স্বজনবিলাকক দেখি মোৰ শৰীৰৰ অঙ্গবোৰ অৱশ হৈ আহিছে, মুখৰ পানী শুকাই গৈছে, শৰীৰ কঁপিব ধৰিছে আৰু সেই কঁপনিত গোটেই গাৰ নোমবোৰ থিয়

হৈ উঠিছে। অকল সেয়ে নহয়, মোৰ হাতৰ পৰা গাণ্ডীৱ ধনু খহি পৰিছে, গাৰ ছালত পোৰণি উঠিছে, মই থিয় হৈ থাকিব পৰা নাই আৰু মোৰ মন চঞ্চল হৈ উঠিছে। মই দুৰ্লক্ষণবোৰ দেখিব ধৰিছোঁ। হে কেশৱ! স্বজনবিলাকক বধ কৰি যে আমাৰ কিবা মঙ্গল হব তেনে কথাতো মই বুজি নাপাওঁ। (২৮-৩)

ন কাঙ্ক্ষে বিজয়ং কৃষ্ণ ন চ ৰাজ্যং সুখানি চ।
কিং নো ৰাজ্যেন গোবিন্দ কিং ভোগৈর্জীৱিতেন বা ॥ ৩২ ॥
যেষাম্‌ অৰ্থে কাঙ্ক্ষিতং নো ৰাজ্যং ভোগাঃ সুখানি চ।
ত ইমেঽৱস্থিতা(ঃ) যুদ্ধে প্ৰাণাংস্ত্যক্ত্বা ধনানি চ ॥ ৩৩ ॥
আচাৰ্য্যাঃ পিতৰঃ পুত্ৰাস্‌ তথৈব চ পিতামহাঃ।
মাতুলাঃ শ্বশুৰাঃ পৌত্ৰাঃ শ্যালাঃ সম্বন্ধিনস্তথা ॥ ৩৪ ॥

**অন্বয়ঃ**—কৃষ্ণ, বিজয়ং ন কাঙ্ক্ষে, ন চ ৰাজ্যং চ সুখানি। গোবিন্দ, নঃ ৰাজ্যেন কিম্‌, ভোগৈঃ জীৱিতেন বা কিম্‌। (৩২)

যেষাম্‌ অৰ্থে নঃ ৰাজ্যং, ভোগাঃ সুখানি চ, তে ইমে আচাৰ্য্যাঃ পিতৰঃ পুত্ৰাঃ তথা চ পিতামহাঃ এব, মাতুলাঃ শ্বশুৰাঃ পৌত্ৰাঃ শ্যালাঃ তথা সম্বন্ধিনঃ প্ৰাণান্‌ ধনানি চ ত্যক্ত্বা যুদ্ধে অৱস্থিতাঃ ॥ ৩৩—৩৪ ॥

**অনুবাদ ঃ**—হে কৃষ্ণ! মোক জয় নালাগে, ৰাজ্যও নালাগে, সুখো নিবিচাৰোঁ। (সেই ৰাজ্যৰ পৰা কোনো সুখো আশা নকৰোঁ) ৰাজ্য, নানা ভোগৰ ব্যৱস্থা আনকি প্ৰাণ থাকিলেই বা তাৰ দ্বাৰা মোৰ কি প্ৰয়োজন সিদ্ধ হব?

যাৰ কাৰণে ৰাজ্যসুখ আৰু ভোগ আমি কামনা কৰোঁ সেইবিলাক লোকেই প্ৰাণ আৰু ধনৰ আশা ত্যাগ কৰি যুদ্ধৰ বাবে যুদ্ধক্ষেত্ৰত থিয় দিছেহি।

তেওঁলোকেই আমাৰ আচাৰ্য্য সকল, পিতৃতুল্য ব্যক্তি সকল, পুত্ৰবিলাক, তেওঁলোকেই আমাৰ পিতামহ, আমাৰ মাতুল, শ্বশুৰ, পৌত্ৰ, শ্যালক আৰু আন আন সম্বন্ধীয় লোক। ৩২—৩৪ ॥

এতান্‌ ন হন্তুমিচ্ছামি ঘ্নতোঽপি মধুসূদন।
অপি ত্ৰৈলোক্য ৰাজ্যস্য হেতোঃ কিংনু মহীকৃতে ॥ ৩৫ ॥

**নিহত্য ধাৰ্ত্তৰাষ্ট্ৰান্ নঃ কা প্ৰীতিঃ স্যাজ্জনাৰ্দন।**
**পাপমেবাশ্ৰয়েদ্ অস্মান্ হত্বৈতান্ আততায়িনঃ ॥ ৩৬ ॥**

**অন্বয়**ঃ—মধুসূদন! ঘ্নতঃ অপি ত্ৰৈলোক্য ৰাজ্যস্য হেতোঃ অপি এতান্ হন্তুং ন ইচ্ছামি; মহীকৃতে কিংনু? ৩৫ ॥

হে জনাৰ্দন! ধাৰ্ত্তৰাষ্ট্ৰান্ নিহত্য নঃ কা প্ৰীতিঃ স্যাৎ? এতান্ আততায়িনঃ হত্বা অস্মান্ পাপমেব আশ্ৰয়েৎ। ৩৮ ॥

**অনুবাদ**ঃ—হে মধুসূদন! এওঁলোকে যদি মোক নিহত কৰে, তথাপি ত্ৰৈলোক্যৰাজ্যৰ কাৰণেও এওঁলোকক নিহত কৰিবৰ মোৰ ইচ্ছা নাই—পৃথিৱীলাভৰ কাৰণে (ৰাজ্যলাভৰ কাৰণে) আৰু কি কথা?

হে জনাৰ্দন! ধাৰ্ত্তৰাষ্ট্ৰবিলাকক মাৰিনো আমি কি সুখ পাম? যদিও এওঁলোক আততায়ী, তথাপি এই আততায়ী বিলাকক বধ কৰিলে আমি পাপৰ ভাগীহে হম। ৩৬ ॥

**ব্যাখ্যা**ঃ—শাস্ত্ৰৰ বিধান আছে যে আততায়ীবিলাকক বধ কৰিলে কোনো পাপ নহয়। আততায়ী কোন্?

অগ্নিদো গৰদোশ্চৈব শস্ত্ৰপাণিৰ্ধনাপহং।
ক্ষেত্ৰ দাৰাপহাৰী চ ষড়েতে আততায়িনঃ।

যি লোকে পৰৰ ঘৰত জুই দিয়ে, আনক বিষ খুৱায়, আন মানুহক বধ কৰিবৰ কাৰণে অস্ত্ৰ হাতত লয়, যি লোকে ধন অপহৰণ কৰে, আনৰ ভূমি অপহৰণ কৰে আৰু যি লোকে পৰৰ স্ত্ৰী অপহৰণ কৰে—এই ছয় প্ৰকাৰ লোকক সেই সেই লোকৰ আততায়ী বোলে। এই ছয় প্ৰকাৰ অনিষ্টৰ ভিতৰত কোনো একপ্ৰকাৰ অনিষ্টকাৰী লোকক আততায়ী বুলি বধ কৰাত দোষ নাই; কোনো পাপ নাই। কৌৰৱ-বিলাকে পাণ্ডৱবিলাকৰ এই ছয় প্ৰকাৰ অনিষ্ট সাধন কৰিছে। অৰ্জুনে কৌৰৱবিলাক যে আততায়ী সেই কথা জানিও সেই আততায়ী বিলাকক বধ কৰিলে পাপ হব বুলি কিয় কৈছে?

আততায়ীক বধ কৰাত পাপ নাই বুলি অৰ্থশাস্ত্ৰই কৈছে; কিন্তু ধৰ্মশাস্ত্ৰই কৈছে যে অহিংসা পৰমধৰ্ম (মা হিংস্যাৎ সৰ্বভূতানি) আৰু ধৰ্মশাস্ত্ৰ মতে গুৰুজন অবধ্য আৰু পাপীৰ প্ৰতিশোধ লোৱা উচিত নহয় বুলি কৈছে—ন পাপে প্ৰতিপাপঃ স্যাৎ।

যিবিলাক লোকে পৰলোকৰ হিতচিন্তা কৰে, তেওঁলোকে অৰ্থশাস্ত্ৰৰ বিধানত কৈ ধৰ্মশাস্ত্ৰৰ বিধান মানিহে চলা উচিত ; কাৰণ "অৰ্থশাস্ত্ৰত্তু বলৱৎ ধৰ্মশাস্ত্ৰঃ"—অৰ্থশাস্ত্ৰত কৈ ধৰ্মশাস্ত্ৰ বেছি বলৱান্।

তদুপৰি এই যুদ্ধত কেৱল মাত্ৰ দুৰ্য্যোধনাদি আততায়ী বিলাককহে যে বধ কৰিব লাগিব তেনে নহয়। এই যুদ্ধত আচাৰ্য্য, পিতামহ, পিতৃব্য আদি গুৰুজন সকলে যে তেওঁলোকক সহায় কৰিছে, তাৰবাবে তেওঁলোককো বধ কৰিব লাগিব। সেইবাবে অৰ্জুনে কৈছে যে গুৰুজন হত্যাকৰা কুলক্ষয়কাৰী এই যুদ্ধৰ প্ৰয়োজন নাই। তাৰপৰা আমি কি সুখ পাম ? ৩৫—৩৬

তস্মান্নাৰ্হা (ঃ) বয়ং হন্তুং ধাৰ্ত্তৰাষ্ট্ৰান্ সবান্ধৱান্
স্বজনং হি কথং হত্বা সুখিনঃ স্যাম মাধৱ ॥ ৩৭ ॥

**অন্বয়** ঃ—তস্মাৎ স্ববান্ধৱান্ ধাৰ্ত্তৰাষ্ট্ৰান্ বয়ং হন্তুং ন অৰ্হাঃ ; হে মাধৱ ! হি স্বজনং হত্বা কথং সুখিনঃ স্যাম ॥ ৩৭

**অনুবাদ** ঃ—সেই কাৰণে নিজৰেই বান্ধৱ ( স্বজন ) ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকক আমি বধ কৰা উচিত নহয়—তেওঁবিলাকক বধ কৰি আমি কেনেকৈ সুখী হব পাৰোঁ ? ৩৭ ॥

যদ্যপ্যেতে ন পশ্যন্তি লোভোপহতচেতসঃ
কুলক্ষয়কৃতং দোষং মিত্ৰদ্ৰোহে চ পাতকম্ ॥ ৩৮ ॥
কথং ন জ্ঞেয়ং অস্মাভিঃ পাপাদ্ অস্মান্নিবৰ্ত্তিতুম্।
কুলক্ষয়কৃতং দোষং প্ৰপশ্যদ্ভিৰ্জ্জনাৰ্দ্দন ॥ ৩৯ ॥

**অন্বয়** ঃ—যদ্যপি এতে লোভ-উপহত-চেতসঃ কুলক্ষয় কৃতং দোষং চ মিত্ৰদ্ৰোহে পাতকং ন পশ্যন্তি—( তথাপি )

জনাৰ্দ্দন ! কুলক্ষয়কৃতং দোষং প্ৰপশ্যদ্ভিঃ অস্মাভিঃ অস্মাৎ পাপাৎ নিবৰ্ত্তিতুং কথং ন জ্ঞেয়ম্। ৩৮—৩৯

**অনুবাদ** ঃ—যদিও এওঁলোকে ৰাজ্য লোভৰ দ্বাৰা হতবুদ্ধি হৈ কুলক্ষয় জনিত দোষ আৰু মিত্ৰৰ প্ৰতি দ্ৰোহ আচৰণৰ পাপ দেখা নাপায়, তথাপি হে জনাৰ্দ্দন, কুলক্ষয়কৃত দোষ আমি তো দেখা পাইছোঁ। এই পাপৰ পৰা নিবৃত্ত হোৱাৰ কথা আমাৰ মনত কিয় উদয় নহব ?

**ব্যাখ্যা**ঃ—এই পাপ উভয় পক্ষৰে হ'ব ; কিন্তু সিহঁতে লোভৰ বশবৰ্ত্তী হৈ সেই কথা বুজা নাই। সিহঁত অজ্ঞান। সিহঁতৰ দোষ অজ্ঞানকৃত হ'ব ; কিন্তু আমিতো জানিছোঁ ; আমাৰ কৃত দোষ জ্ঞানকৃত হ'ব। ৩৮—৩৯

**কুলক্ষয়ে প্ৰণশ্যন্তি কুলধৰ্মাঃ সনাতনাঃ।**
**ধৰ্মে নষ্টে কুলং কৃৎস্নম্ অধৰ্মোঽভিভৱত্যুত ॥ ৪০ ॥**
**অধৰ্মাভিভৱৎ কৃষ্ণ প্ৰদুষ্যন্তি কুলস্ত্ৰিয়ঃ।**
**স্ত্ৰীষু দুষ্টাসু বাৰ্ষ্ণেয় জায়তে বৰ্ণসঙ্কৰঃ ॥ ৪১ ॥**

**অন্বয়**ঃ—কুলক্ষয়ে সনাতনাঃ কুলধৰ্মাঃ প্ৰণশ্যন্তি, উত ধৰ্মে নষ্টে অধৰ্মঃ কৃৎস্নং কুলং অভিভৱতি। ৪০ ॥

হে কৃষ্ণ! অধৰ্ম অভিভৱাৎ কুলস্ত্ৰিয়ঃ প্ৰদুষ্যন্তি, হে বাৰ্ষ্ণেয়, স্ত্ৰীষু দুষ্টাসু, বৰ্ণসংকৰঃ জায়তে। ৪১ ॥

**অনুবাদ**ঃ—কুলক্ষয় হ'লে সনাতন কুল ধৰ্ম লোপ পায় ; ধৰ্ম-লোপ পালে সমস্ত কুলৰ ওপৰত অধৰ্মই নিজৰ প্ৰভাৱ বিস্তাৰ কৰে। হে কৃষ্ণ! অধৰ্মৰ প্ৰভাৱ বিস্তৃত হ'লে কুলস্ত্ৰীবিলাক ভ্ৰষ্টা হয়। স্ত্ৰীলোক ভ্ৰষ্টা হ'লে বৰ্ণসঙ্কৰ জন্মে। ৪০-৪১

**সঙ্কৰো নৰকায়ৈব কুলঘ্নানাং কুলস্য চ।**
**পতন্তি পিতৰোহ্যেষাং লুপ্তপিণ্ডোদক ক্ৰিয়াঃ ॥ ৪২ ॥**

**অন্বয়**ঃ—সঙ্কৰঃ কুলঘ্নানাং কুলস্য চ নৰকায় এব, এষাং লুপ্ত-পিণ্ডোদক-ক্ৰিয়াঃ পিতৰঃ পতন্তি হি। ৪২ ॥

**অনুবাদ**ঃ—কুলৰ সংমিশ্ৰণ হ'লে, কুলঘাতীবোৰ নৰকগামী হয় আৰু শ্ৰাদ্ধ-তৰ্পণাদি ক্ৰিয়া লুপ্ত হোৱা বাবে তেওঁলোকৰ পিতৃপুৰুষবিলাকো নৰকত পতিত হয়। ৪২ ॥

**দোষৈৰেতৈঃ কুলঘ্নানাং বৰ্ণসঙ্কৰকাৰকৈঃ।**
**উৎসাদ্যন্তে জাতিধৰ্মাঃ কুলধৰ্মাশ্চ শাশ্বতাঃ ॥ ৪৩ ॥**
**উৎসন্নকুলধৰ্মাণাং মনুষ্যাণাং জনাৰ্দ্দন**
**নৰকে নিয়তং বাসো ভৱতীত্যনুশুশ্ৰুম ॥ ৪৪ ॥**

**অন্বয়** :—এতৈঃ বৰ্ণসঙ্কৰকাৰকৈঃ দোষৈঃ কুলঘ্নানাং শাশ্বতাঃ জাতিধৰ্মাঃ কুলধৰ্মাশ্চ উৎসাদন্তে ॥ ৪৩ ॥

জনাৰ্দ্দন ! উৎসন্নকুলধৰ্মাণাং মনুষ্যাণাং নিয়তং নৰকে বাসঃ ভৱতি ইতি অনুশুশ্ৰুম ॥ ৪৪ ॥

**অনুবাদ** :—এইবোৰ বৰ্ণসঙ্কৰকাৰক দোষৰ ফলত জাতিৰ বৈশিষ্ট্য আৰু পৰম্পৰাগত পুৰাতন কুলাচাৰ ( নিয়ম-নিষ্ঠা ) উৎসন্ন ( নষ্ট ) হয় । ৪৩ ॥

হে জনাৰ্দ্দন ! যি বিলাক মানুহৰ কুলধৰ্ম উৎসন্ন হয়, তেওঁলোকৰ নিশ্চয় নৰকবাস হয়—আমি এইদৰেই পূৰ্ব্বপৰা শুনি আহিছোঁ ।

**ব্যাখ্যা** :—বৰ্ণসঙ্কৰৰ ব্যাখ্যা মনুসংহিতাত এইদৰে দিছে—

ব্যভিচাৰেণ বৰ্ণানাং অবেদ্যা বেদনেন চ ।
স্বকৰ্ম্মণাং চ ত্যাগেন জায়ন্তে বৰ্ণসঙ্কৰা ॥ ১০।২৪

অৰ্থ—বৰ্ণ ব্যভিচাৰ ( অধম বৰ্ণ পুৰুষৰ লগত উত্তম বৰ্ণৰ কন্যাৰ বিবাহ ), অবেদ্যাবেদনে ( মাতাৰ সপিণ্ডা, পিতাৰ সগোত্ৰা, আৰু সমান প্ৰৱৰা কন্যাৰ বেদন বা বিবাহ ) আৰু স্বকৰ্ম ত্যাগ ( বৰ্ণানুযায়ী যাৰ যি কৰ্ম তাৰ ত্যাগ ) এই বিবিধ প্ৰকাৰে বৰ্ণসঙ্কৰ উৎপন্ন হয় ।

নাৰদ সংহিতাত এইদৰে কৈছে—

আনুলোম্যেন বৰ্ণনাং যৎ জন্ম সঃ বিধিস্মৃতঃ ।
প্ৰাতিলোম্যেন যৎ জন্ম সঃ জ্ঞেয়ো বৰ্ণসঙ্কৰঃ ১।১২।১০২

অৰ্থ—সকলো বৰ্ণৰে অনুলোম ( অধম বৰ্ণৰ স্ত্ৰী আৰু উত্তম বৰ্ণৰ পুৰুষ ) ক্ৰমে যি জন্ম হয় সি বৈধ আৰু প্ৰতিলোম ( উত্তম বৰ্ণৰ স্ত্ৰী আৰু অধম বৰ্ণৰ পুৰুষ ) ক্ৰমে যি জন্ম হয় তাকে বৰ্ণসঙ্কৰ বোলে । ( জগদীশ্বৰানন্দ )

অহোবত মহৎ পাপং কৰ্ত্তুং ব্যৱসিতা (ঃ) বয়ম্ ।
যদ্ ৰাজ্য সুখলোভেন হন্তুং স্বজনমুদ্যতাঃ ॥ ৪৫ ॥
যদি মাম্ অপ্ৰতীকাৰম্ অশস্ত্ৰং শস্ত্ৰপাণয়ঃ
ধাৰ্ত্তৰাষ্ট্ৰা (ঃ) ৰণে হন্যুস্ তন্মে ক্ষেমতৰং ভৱেৎ ॥ ৪৬ ॥

**অন্বয়** :—অহোবত ! বয়ং মহৎ পাপং কৰ্ত্তুং ব্যৱসিতাঃ, যৎ ৰাজ্য-সুখ-লোভেন স্বজনং হন্তুং উদ্যতাঃ ॥ ৪৫ ॥

যদি অপ্ৰতীকৰম্ অশস্ত্ৰং মাম্ শস্ত্ৰপাণয়ঃ ধাৰ্ত্তৰাষ্ট্ৰঃ ৰণে হন্যুঃ তৎ মে ক্ষেমতৰংভৱেৎ ॥ ৪৬ ॥

**অনুবাদ** :—হায়! হায়! ই বৰ দুঃখৰ কথা যে আমি ৰাজ্যসুখৰ লোভত স্বজনবিলাকক বধ কৰিবলৈ উদ্যত হৈ মহাপাপ কৰিবলৈকে সিদ্ধান্ত কৰিছোঁ॥ ৪৫ ॥

কোনো প্ৰকাৰৰ প্ৰতিকাৰৰ উদ্যোগ নকৰি মই যদি নিৰস্ত্ৰ হৈ ৰহি থাকোঁ আৰু তেতিয়া যদি ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকে মোক যুদ্ধত বধ কৰে সিও অধিক মঙ্গলৰ বিষয় হ'ব॥ ৪৬ ॥

সঞ্জয় উবাচ।

এবমুক্ত্বাৰ্জুনঃ সংখ্যে ৰথোপস্থ উপাবিশৎ।
বিসৃজ্য সশৰং চাপং শোকসংবিগ্নমানসঃ ॥ ৪৭ ॥

**অন্বয়** :—অৰ্জ্জুনঃ এবম্ উক্ত্বা সংখ্যে সশৰং চাপং বিসৃজ্য শোকসংবিগ্ন মানসঃ ৰথ-উপস্থে উপাবিশৎ ॥ ৪৭ ॥

**অনুবাদ** :—এই বুলি কৈ ( সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ আগত কৈছে ) স্বজন বিয়োগৰ সম্ভাৱনা হোৱাৰ দুঃখত অৰ্জুনৰ মন সম্যক্ ভীত আৰু চঞ্চল হোৱা কাৰণে অৰ্জুনে ৰণক্ষেত্ৰত শৰধনু ত্যাগ কৰি ৰথৰ ওপৰত বহি পৰিল। ৪৭ ॥

ইতি শ্ৰীমদ্‌ভগৱদ্ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদেঽৰ্জুন-বিষাদ-যোগো নাম প্ৰথমোঽধ্যায়ঃ ॥

# শ্রীমদ্‌ভগবদ্‌ গীতা

## দ্বিতীয়ঃ অধ্যায়ঃ

## সাংখ্য-যোগঃ

সঞ্জয় উবাচ।

তং তথা কৃপয়াবিষ্টম্‌ অশ্রুপূর্ণাকুলেক্ষণম্‌।
বিষীদন্তম্‌ ইদং বাক্যম্‌ উবাচ মধুসূদনঃ ॥ ১ ॥

শ্রীভগবান্‌ উবাচ।

কুতস্ত্বা কশ্মলম্‌ ইদং বিষমে সমুপস্থিতম্‌।
অনার্য্যজুষ্টম্‌ অস্বর্গ্যম্‌ অকীর্ত্তিকরম্‌ অর্জুন ॥ ২ ॥
ক্লৈব্যং মাস্ম গমঃ পার্থ নৈতত্ত্বয্যুপপদ্যতে।
ক্ষুদ্রং হৃদয় দৌর্ব্বল্যং ত্যক্ত্বোত্তিষ্ঠ পরন্তপ ॥ ৩ ॥

অর্জুন উবাচ।

কথং ভীষ্মম্‌ অহং সংখ্যে দ্রোণং চ মধুসূদন।
ইষুভিঃ প্রতিযোৎস্যামি পূজার্হাবরিসূদন ॥ ৪ ॥

**অন্বয়ঃ**—সঞ্জয়ঃ উবাচ—মধুসূদনঃ তথা কৃপয়া আবিষ্টম্‌ অশ্রুপূর্ণাকুলেক্ষণং বিষীদন্তং তং ( অর্জুনম্‌ ) ইদং বাক্যম্‌ উবাচ। ১ ॥

শ্রীভগবান্‌ উবাচ—হে অর্জুন! বিষমে ( বিপৎকালে ) কুতঃ ( কস্মাৎ ) ইদং অনার্য্যজুষ্টম্‌ ( আর্য্যৈরসেবিতং ) অস্বর্গ্যম্‌ ( অধর্ম্যম্‌ ) অকীর্ত্তিকরং ( অযশস্করঞ্চ ) কশ্মলং ( মোহং ) ত্বা সমুপস্থিতম্‌ ॥ ২ ॥

হে পার্থ! ক্লৈব্যং মাস্ম গমঃ। এতৎ ত্বয়ি ন উপপদ্যতে। হে পরন্তপ! ক্ষুদ্রং হৃদয়দৌর্ব্বল্যং ত্যক্ত্বা উত্তিষ্ঠ। ৩ ॥

অর্জুন উবাচ—অরিসূদন, মধুসূদন, অহং সংখ্যে ( যুদ্ধে ) পূজার্হৌ ভীষ্মং দ্রোণঞ্চ প্রতি ইষুভিঃ ( বাণৈঃ ) কথং যোৎস্যামি ( যোৎস্যে )। ৪ ॥

**অনুবাদ ঃ**—অৰ্জুনক এইদৰে দৌৰ্বল্যাক্ৰান্ত ( কৃপাভিভূত ) হোৱা দেখি আৰু অৰ্জুনৰ চকুত পানী অহা দেখি বৰ বিষাদগ্ৰস্ত হোৱা অৰ্জুনক শ্ৰীমধুসূদনে এইদৰে কলে—১ ॥

শ্ৰীভগৱানে[১] কবলৈ ধৰিলে—হে অৰ্জুন ! এই সঙ্কট সময়ত তোমাৰ এই মোহ ক'ৰ পৰা আহিল ? ই আৰ্য্যসকলে আচৰণ কৰা পথ নহয়। ( আৰ্য্য শব্দৰ অৰ্থ—যি কিবা সুন্দৰ, পৱিত্ৰ, মহৎ ইত্যাদি তাকেই প্ৰাচীন কালত আৰ্য্য শব্দৰ দ্বাৰা বুজাইছিল। অন্যায় বা অনিষ্টকৰ কিবা ঘটিলে মানুহে চিঞৰি উঠি কৈছিল—অনাৰ্য্যং অৰ্থাৎ এইটো অভদ্ৰোচিত )। এনে আচৰণে স্বৰ্গ প্ৰাপ্তিও নঘটায় আৰু ইয়াৰ দ্বাৰা কীৰ্ত্তিও নাবাঢ়ে। ২ ॥

হে পাৰ্থ ! তুমি ক্লীবত্ব গ্ৰহণ নকৰিবা—এনে নিকৃষ্ট কাতৰতা তোমাত শোভা নাপায়। তুমি শত্ৰুবিজয়ী বীৰ। হৃদয়ৰ এই তুচ্ছ দৌৰ্বল্য পৰিহাৰ কৰি তুমি থিয় হোৱা ; উঠা। ৩ ॥

অৰ্জুনে তেতিয়া উত্তৰ দিছে—হে মধুসূদন, হে শত্ৰুনাশন, ( শ্ৰীকৃষ্ণ ! )—(ই মোৰ কাতৰতা নহয়। ) ভীষ্ম আৰু দ্ৰোণ উভয়ে মোৰ পূজনীয় ব্যক্তি—তেওঁলোকক মই পূজা হে কৰিব লাগে তেওঁলোকৰ গালৈ শৰ নিক্ষেপ কৰি মই কেনেকৈ যুদ্ধ কৰিম ? ( ই যে অন্যায় আৰু অধৰ্ম )। ৪ ॥

গুৰূন্ অহত্বা হি মহানুভৱান্
শ্ৰেয়ো ভোক্তুং ভৈক্ষ্যম্ অপীহ লোকে।
হত্বাৰ্থ কামাংস্তু গুৰূন্ ইহৈব
ভুঞ্জীয় ভোগান্ ৰুধিৰপ্ৰদিগ্ধান্ ॥ ৫ ॥

**অন্বয় ঃ**—মহানুভৱান্ গুৰূন্ অহত্বা ( গুৰুবধং অকৃত্বা ) হি ইহলোকে ভৈক্ষ্যম্ অপি ভোক্তুং শ্ৰেয়ঃ, অৰ্থকামান্ গুৰূন্ হত্বা তু ইহ এব ৰুধিৰপ্ৰদিগ্ধান্ ( শোণিতলিপ্তান্ ) ভোগান্ ভুঞ্জীয় ( অশ্নীয়াম্ )। ৫ ॥

---

(১) ঐশ্বৰ্য্যস্য সমগ্ৰস্য বীৰ্য্যস্য যশসঃ শ্ৰিয়ঃ। জ্ঞান বৈৰাগ্যয়োশ্চৈৱ ষন্নাং ভগ ইতীঙ্গনা ॥

সমগ্ৰ ঐশ্বৰ্য্য, বীৰ্য্য, যশ, শ্ৰী, জ্ঞান আৰু বৈৰাগ্য—এই ছয়টিক ভগ বোলে। পূৰ্ণভাৱে এই ছয়টি যাৰ আছে তেৱেঁই ভগৱান। অথবা—উৎপত্তিং চ বিনাশঞ্চ ভূতানামাগতিং গতিম্। বেত্তি বিদ্যামবিদ্যাঞ্চ স বাচ্যো ভগৱানিতি।

যি জনে ভূতবৰ্গৰ উৎপত্তি আৰু বিনাশ, পৰলোকতগতি আৰু ইহলোকত আগতি, বিদ্যা আৰু অবিদ্যা অৱগত আছে—তেৱেঁই ভগৱান্। ( বিষ্ণু পুৰাণ )

**অনুবাদ** :—মহানুভৱ গুৰুজন ব্যক্তিসকলক বধ নকৰি ভিক্ষা মাগি পোৱা বস্তু ভোজন কৰি এই সংসাৰত বাঁচি থকাও প্ৰশংসাৰ বিষয়, আনফালে গুৰুসকল যদি অৰ্থকামীও হয়, তথাপি তেওঁলোকক বধকৰি যি অৰ্থলাভ হ'ব, সেই অৰ্থেৰে কৰা ভোগ তেওঁলোকৰ ৰুধিৰাক্ত অন্নভোগ হ'ব—তাকে হে মই ভোজন কৰিব লাগিব। [আচাৰ্য্যই আৰু স্বামীয়ে 'অৰ্থ কামান্' পদ গুৰূন্ পদৰ বিশেষণ কৰি অৰ্থ কৰিছে—আমিও সেইদৰে অন্বয় আৰু অৰ্থ কৰিলোঁ] ৫ ॥

ন চৈতদ্বিদ্মঃ কতৰন্নো গৰীয়ো
যদ্ বা জয়েম যদি বা নো জয়েয়ুঃ।
যানেব হত্বা ন জিজীবিষামস্
তেঽৱস্থিতাঃ প্ৰমুখে ধাৰ্ত্তৰাষ্ট্ৰাঃ। ৬ ॥

**অন্বয়** :—যদ্ বা জয়েম যদি বা নঃ (অস্মান) জয়েয়ুঃ কতৰৎ নঃ (অস্মাকম্) গৰীয়ঃ এতৎ চ ন বিদ্মঃ (জানীমঃ); যান্ হত্বা ন জিজীবিষামঃ তে ধাৰ্ত্তৰাষ্ট্ৰাঃ এব প্ৰমুখে অৱস্থিতাঃ। ৬ ॥

**অনুবাদ** :—(অধৰ্মকেই যদি স্বীকাৰ কৰি লওঁ তথাপি) আমিয়েই জয়ী হওঁ বা তেওঁলোকেই আমাক জয় কৰক—এই দুটাৰ ভিতৰত কোন্‌টো বেছি শ্ৰেয়স্কৰ—এই কথাটো মই বুজিব পৰা নাই। যিবিলাকক বধ কৰি আমি নিজেও বাঁচি থাকিব নোখোজোঁ, সেই ধৃতৰাষ্ট্ৰপক্ষীয় (স্বজন) বিলাক সমুখত থিয় দি আছে।

"মই বুজা নাই, আমি হাৰিলে ভাল নে জিকিলে ভাল। আমাৰ জয়ো পুনু পৰাজয় হে হব; কাৰণ যাক মাৰি আমি জীয়াই থাকিবৰ ইচ্ছা নকৰোঁ, সেই ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলেই এই সম্মুখ যুদ্ধত উপস্থিত।" ৬॥ (বেদান্ত-বাচস্পতি)

**ব্যাখ্যা** :—কুৰুক্ষেত্ৰৰ যুদ্ধ পাণ্ডৱসকলে এৰাবৰ ইচ্ছা কৰিও এৰাব নোৱাৰিলে। অৰ্দ্ধৰাজ্যৰ অধিকাৰ থকা স্বত্বেও তেওঁলোকে পাঁচ ভাইৰ কাৰণে পাচখন মাত্ৰ গাওঁ লৈ মিমাংসা কৰি যুদ্ধৰ হাত সাৰিব খুজিছিল; কিন্তু সূচ্যগ্ৰভূমিও বিনা যুদ্ধে নাপাব বুলি এই সন্ধিৰ প্ৰস্তাৱৰ উত্তৰ পালে। শ্ৰীকৃষ্ণৰ নিচিনা উভয় পক্ষৰ হিতৈষী লোকৰ হতুৱাই সন্ধিৰ প্ৰস্তাৱ কৰাইছিল—কিন্তু সন্ধি নহ'ল আৰু যুদ্ধ অনিবাৰ্য্য হ'ল।

আত্মকলহ দূষণীয়েই মাথোন নহয়, অসহনীয়ও। যুদ্ধ কৰিবলৈ উদ্যত হৈ আত্মীয় স্বজনৰ লগত যুদ্ধ কৰিব লাগিব এই কথা জানিও মনৰ স্বাভাৱিক দুৰ্বলতাৰ বাবেই নিশ্চয় অৰ্জ্জুনে চাবলৈ বিচাৰিলে তেওঁ কাৰ কাৰ লগত যুদ্ধ কৰিব লাগিব। চোৱাত মনৰ দুৰ্বলতা বাঢ়ি গ'ল। অন্তৰ্দ্বন্দ্ব উপস্থিত হ'ল। ৰাজ্যলাভ—স্বজন বিয়োগ, গুৰুবধ—আনফালে ক্ষত্ৰিয় ধৰ্ম—মানুহৰ ন্যায্য দাবী। ধৰ্মপালন কৰিবলৈ যাওঁতে, ন্যায্য প্ৰাপ্তি লাভ কৰিবৰ বাবে চেষ্টাৰ পথত আছে পাপকৰ্ম। কৰ্ত্তব্য নকৰিলেও পাপ, কৰ্ত্তব্য কৰিলেও পাপ। কোনটো পাপ গুৰু, কোনটো পাপ লঘু। ভীষণ সমস্যা। চৰম অন্তৰ্দ্বন্দ্ব। শ্ৰীকৃষ্ণৰ মৃদু ভৰ্ৎসনাত সংশয় ছেদ হোৱা নাই। বৰঞ্চ দীনতা ( কাৰ্পণ্যস্বভাৱ ) বাঢ়িছে হে। এনে সময়ত এনে এজন লোক লাগে যিজনে উপযুক্ত উপদেশ দিব পাৰে। গুৰুৰ আৱশ্যক। যাৰ বাক্য বিনা প্ৰতিবাদে বিনা আপত্তিৰে পালন কৰিব পাৰি। শ্ৰীকৃষ্ণত কৈ উপযুক্ত উপদেষ্টা কোন হব পাৰে—এই সঙ্কটত? শ্ৰীকৃষ্ণকে গুৰুবৰণ কৰি তেওঁৰ ওচৰত আত্ম-সমৰ্পণ কৰি—উপদেশ বিচাৰিছে। ৬ ॥

কাৰ্পণ্যদোষোপহতস্বভাৱঃ
পৃচ্ছামি ত্বাং ধৰ্মসংমূঢ়চেতাঃ।
যচ্ছ্ৰেয়ঃ স্যান্নিশ্চিতং ব্ৰূহি তন্মে
শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্ ॥ ৭

**অন্বয়ঃ**—কাৰ্পণ্য-দোষ-উপহত-স্বভাৱঃ ( কাৰ্পণ্যং চিত্তদৈন্যং দোষশ্চ কুলক্ষয়কৃতঃ তাভ্যাম্ অভিভূতঃ চিত্তঃ ) ধৰ্মসংমূঢ় চেতাঃ ( স্বধৰ্ম-সন্দিগ্ধমনাঃ ) ( অহং ) ত্বাং পৃচ্ছামি—যৎ মে শ্ৰেয়ঃ ( শুভং ) স্যাৎ, তৎ নিশ্চিতং ব্ৰূহি, অহং তে শিষ্যঃ, ত্বাং প্ৰপন্নং মাং শাধি ( উপদিশ )।

**অনুবাদ আৰু ব্যাখ্যাঃ**—হে মধুসূদন! দৈন্যই মোৰ হৃদয় অভিভূত কৰি পেলাইছে, স্বধৰ্ম বিষয়ে মই বিমূঢ়চিত্ত হৈছোঁ। এই কাৰণে মই তোমাক ( কাকুতি কৰি ) সুধিছোঁ ( প্ৰাৰ্থনা কৰিছোঁ ), মোৰ পক্ষে কি মঙ্গলজনক হ'ব মোক নিশ্চয় কৈ কোৱা। মোক উপদেশ দিয়া।

"এওঁলোকক বধ কৰি মই কেনেকৈ জীৱনধাৰণ কৰিম"—এই ভাৱৰ পৰা দীনতা ভাৱৰ উদ্ভৱ হৈছে। সেয়ে অৰ্জ্জুনক অভিভূত কৰি বিমূঢ় কৰি তুলিছে।

ক্ৰমে সেই দীনতা বাঢ়ি গৈছে। মনৰ ভিতৰত চলি থকা অন্তৰ্দ্বন্দ্ব আৰু বিমূঢ় অৱস্থা যেন ভালদৰে শ্ৰীকৃষ্ণক বুজাব পৰা নাই—সেই বাবে পুনঃ কৈছে। ৭ ॥

ন হি প্ৰপশ্যামি মমাপনুদ্যাদ্
যচ্ছোকম্ উচ্ছোষণমিন্দ্ৰিয়াণাম্।
অবাপ্য ভূমাবসপত্নম্ ঋদ্ধং
ৰাজ্যং সুৰাণামপি চাধিপত্যম্॥ ৮

**অন্বয় :**—ভূমৌ অসপত্নম্ ঋদ্ধং ৰাজ্যং চ সুৰাণাম্ অপি আধিপত্যং অবাপ্য যৎ মম ইন্দ্ৰিয়াণাম্ উৎশোষণং শোকং অপনুদ্যাৎ ( অপনয়েৎ ); ( তৎ ) ন হি প্ৰপশ্যামি। ৮ ॥

উৎশোষণং = অতিশোষণকৰং।

**অনুবাদ :**—মই যদি এই পৃথিৱীত বৈৰীহীন আৰু সমৃদ্ধিশালী ৰাজ্যও পাওঁ আৰু স্বৰ্গৰ আধিপত্যও পাওঁ তথাপি এনে কোনো উপায় মই দেখা নাই যি উপায়েৰে মই মোৰ এই দুঃখ নিবাৰণ কৰিব পাৰোঁ, যি দুঃখে মোৰ ইন্দ্ৰিয়বোৰক সন্তাপ দি শোষণ কৰিব ধৰিছে। ৮ ॥

সঞ্জয় উবাচ

এবমুক্ত্বা হৃষীকেশং গুড়াকেশঃ পৰন্তপঃ।
ন যোৎস্য ইতি গোবিন্দম্ উক্ত্বা তূষ্ণীম্ বভূব হ॥ ৯

**অন্বয় :**—পৰন্তপঃ গুড়াকেশঃ হৃষীকেশং গোবিন্দম্ এবম্ উক্ত্বা তূষ্ণীম্ বভূব হ। ৯ ॥

**অনুবাদ :**—সঞ্জয়ে ক'লে—আলস্যজয়ী ( জিতনিদ্ৰ ) অৰ্জুনে শ্ৰীকৃষ্ণক ( ইন্দ্ৰিয়ৰ অধীশ্বৰ হৃষীকেশক ) এইদৰে কৈ "মই যুদ্ধ নকৰোঁ" বুলি গোবিন্দক নিবেদন জনাই নীৰৱ হৈ থাকিল।

**ব্যাখ্যা :**—মনৰ দুঃখ আৰু অন্তৰ্দ্বন্দ্বৰ বিষয়ে কৈ থাকোঁতে থাকোঁতে ক্ৰমে অৰ্জুনৰ দুঃখ আৰু শোক ইমান গভীৰ হৈ পৰিছিল যে এই মুহূৰ্ত্ততে শ্ৰীকৃষ্ণক গুৰুপদত অধিষ্ঠিত কৰি উপদেশ বিচাৰিছে আৰু পৰ মুহূৰ্ত্ততে মই যুদ্ধ নকৰোঁ বুলি নীৰৱ হৈ থাকিল। ৯ ॥

**তম্ উবাচ হৃষীকেশঃ প্ৰহসন্নিব ভাৰত।**
**সেনয়োৰুভয়োৰ্ মধ্যে বিষীদন্তম্ ইদং বচঃ॥ ১০**

**অন্বয় :**—হে ভাৰত! হৃষীকেশঃ উভয়োঃ সেনয়োঃ মধ্যে বিষীদন্তম্ তম্ (অৰ্জুনম্) প্ৰহসন্ ইব ইদং বচঃ উবাচ। ১০॥

**অনুবাদ :**—ভগবান্ শ্ৰীকৃষ্ণই উভয় সেনাদলৰ মাজত বিষণ্ণ অৰ্জুনক হাঁহি হাঁহি উপহাস কৰাৰ নিচিনাকৈ ক'লে—[ ভগৱন্তে অৰ্জুনক লাজ দিবলৈ হহা নাই। তেওঁ বুজিলে অৰ্জুনৰ কিয় এনে মোহ হৈছে। বুজি তেওঁ মিচিকাই হাঁহিলে। ১০॥ (বেদান্ত বাচস্পতি)]

শ্ৰীভগৱান্ উবাচ

অশোচ্যান্ অন্বশোচস্ ত্বং প্ৰজ্ঞাবাদাংশ্চ ভাষসে।
গতাসূন্ অগতাসূংশ্চ নানুশোচন্তি পণ্ডিতাঃ॥ ১১

শ্ৰীভগৱান্ উবাচ—ত্বম্ অশোচ্যান্ অনু-অশোচঃ (অনুশোচসি) চ (অথচ) প্ৰজ্ঞাবাদান্ (প্ৰজ্ঞাবতাং পণ্ডিতানাং) বাদান্ শব্দান্ ভাষসে, চ (নতু পণ্ডিতোঽসি)। পণ্ডিতঃ গতঅসূন্ (গত প্ৰাণান্) অগত-অসূন্ চ (জীৱতশ্চ বন্ধুহীনা) ন অনুশোচন্তি। ১১॥

**অনুবাদ আৰু ব্যাখ্যা :**—"সখি অৰ্জুন! তুমি বন্ধুবৰ্গৰ নিমিত্তে শোক কৰিছা—যাৰ নিমিত্তে শোক কৰা উচিত নহয়। ইপিনে আকৌ মই বোধ দিলেও তুমি পাণ্ডিত্যপূৰ্ণ কথা কৈছা (তুমি বাস্তৱিক পণ্ডিত নোহোৱা—কাৰণ) পণ্ডিত সকলে জীৱিত বা মৃত জনৰ কাৰণে শোক নকৰে।" (বেদান্ত বাচস্পতি)

শ্ৰীভগৱানে কৈছে—যাৰ কাৰণে শোক কৰা উচিত নহয়, তুমি সেইবিলাকৰ কাৰণে শোক কৰিব ধৰিছা; কিন্তু যিবিলাক জ্ঞানী তেওঁলোকে মৃত বা জীৱিত কাৰো কাৰণে শোক নকৰে—অথচ তুমি জ্ঞানীৰ দৰে কথা কৈছা। ১১॥

**ন ত্বেবাহং জাতু নাসং ন ত্বং নেমে জনাধিপাঃ।**
**ন চৈব ন ভৱিষ্যামঃ সৰ্বে বয়ম্ অতঃপৰম্॥ ১২**

**অন্বয় :**—অহং জাতু (কদাচিৎ) ন আসং (ইতঃ পূৰ্বং ন অভবম্) ত্বং ন (আসীঃ) ইমে জনধিপাঃ ন (আসন্) [ইতি] তু ন; অতঃপৰম্ চ সৰ্ব্বে বয়ং ন ভৱিষ্যামঃ॥ ১২॥

**অনুবাদ ঃ** মই যে পূৰ্বে কেতিয়াও নাছিলোঁ, তুমি যে পূৰ্বে কেতিয়াও নাছিলা আৰু এই ৰজা আৰু ক্ষত্ৰিয়বিলাক যে পূৰ্বে কেতিয়াও নাছিল—এনে কথা কেতিয়াও নহয়; আকৌ ইয়াৰ পাছত যে আমি সকলোৱে নাথাকিম এনে কথাও কেতিয়াও হ'ব নোৱাৰে।

**ব্যাখ্যা ঃ**—এই দেহ ধাৰণৰ পূৰ্বে আমি নিত্য আত্মৰূপে বিদ্যমান আছিলোঁ। বৰ্তমান দেহ থকাতো আমি নিত্য আত্মৰূপে বিদ্যমান্ আছোঁ আৰু দেহ অন্ত হোৱাতো ভৱিষ্যতে আমি নিত্য আত্মৰূপে বিদ্যমান থাকিম।

সেইদৰে তুমি যে কেতিয়াও নাছিলা নাইবা এই নৃপতি বিলাক যে কেতিয়াও নাছিল—ই সচাঁ নহয়। দেহ ধাৰণৰ পূৰ্বেও আমি সকলোৱে আছিলোঁ, দেহত্যাগৰ পাছতো আমি সকলোৱে থাকিম। ১২ ॥—জগদীশ্বৰানন্দ

দেহিনোঽস্মিন্ যথা দেহে কৌমাৰং যৌৱনং জৰা।
তথা দেহান্তৰপ্ৰাপ্তিৰ্ ধীৰস্তত্ৰ ন মুহ্যতি ॥ ১৩ ॥

**অন্বয় ঃ**—যথা দেহিনঃ অস্মিন্ দেহে কৌমাৰং যৌৱনং জৰা তথা দেহান্তৰ প্ৰাপ্তিঃ (অন্য দেহ গ্ৰহণং) তত্ৰ ধীৰঃ ন মুহ্যতি। ১৩॥

**অনুবাদ ঃ**—যেনেকৈ জীৱৰ এই দেহতেই বাল্য, যৌৱন আৰু বাৰ্দ্ধক্য (কালৰ গতিত) উপস্থিত হয়, তেনেকৈ দেহান্তৰ প্ৰাপ্তিও উপস্থিত হয়। জ্ঞানীসকল তাত মোহত নপৰে।

**ব্যাখ্যা ঃ**—আত্মা নমৰে, শৰীৰৰ পতন হয়। সেই আত্মাই পুনঃ নতুন দেহ গ্ৰহণ কৰে। ১৩ ॥

মাত্ৰাস্পৰ্শাস্তু কৌন্তেয় শীতোষ্ণ সুখদুঃখদাঃ।
আগমাপায়িনোঽনিত্যাস্ তাংস্তিতিক্ষস্ব ভাৰত ॥ ১৪ ॥

**অন্বয় ঃ**—কৌন্তেয়! মাত্ৰাস্পৰ্শাঃ (বিষয়ৈঃ সহ ইন্দ্ৰিয়াণাং সম্বন্ধাঃ) তু শীত-উষ্ণ-সুখ-দুঃখদাঃ, আগম-অপায়িনঃ (উৎপত্তি বিনাশ-শীলাঃ) [অতঃ] অনিত্যাঃ। ভাৰত! তান্ তিতিক্ষস্ব (সহস্ব)। ১৪॥

মাত্ৰা—মীয়ন্তে জ্ঞায়ন্তে বিষয়াঃ আভিঃ ইতি মাত্ৰা। স্পৰ্শাঃ—তাসাং স্পৰ্শাঃ বিষয়েষু সম্বন্ধাঃ। তে শীতোষ্ণাদিপ্ৰদা ভৱন্তি, তে তু আগম-অপায়িত্বাৎ অনিত্যাঃ অস্থিৰাঃ, অতঃ তান্ তিতিক্ষস্ব সহস্ব (শ্ৰীধৰ)

**অনুবাদ ঃ**—হে কুন্তিপুত্ৰ! ইন্দ্ৰিয়ৰ লগত যি সংযোগ, সেই সংযোগৰ কাৰণেই শীত, উষ্ণ, সুখ, দুঃখ প্ৰভৃতিৰ বোধ হৈ থাকে। এইবিলাক এবাৰ

আহে আৰু গুচি যায়—গতিকে এইবিলাক অনিত্য। হে ভাৰত! এইবিলাক অহা যোৱাৰ সময়ত ধৈৰ্য্য ধৰি সহ্য কৰিব লাগিব। ১৪ ॥

যং হি ন ব্যথয়ন্ত্যে তে পুৰুষং পুৰুষৰ্ষভ।
সমদুঃখ সুখং ধীৰং সোঽমৃতত্বায় কল্পতে ॥ ১৫

**অন্বয়** ঃ—পুৰুষ-ঋষভ! (পুৰুষ শ্ৰেষ্ঠ) হি এতে (মাত্ৰা স্পৰ্শাঃ বিষয়েন্দ্ৰিয় সংযোগাঃ), সমদুঃখসুখং যং ধীৰং পুৰুষং ন ব্যথয়ন্তি, সঃ অমৃতত্বায় কল্পতে (অধিকাৰী ভৱতি)। ১৫ ॥

**অনুবাদ** ঃ—হে পুৰুষ শ্ৰেষ্ঠ অৰ্জুন! যি জন ব্যক্তি স্থিৰবুদ্ধি তেওঁ বিষয়ৰ পৰা হোৱা সুখ আৰু দুঃখ, তাক সমানেই গ্ৰহণ কৰে। কোনোটিতে বিচলিত নহয়। সেইজন ব্যক্তিয়েই অমৃতত্ব (মোক্ষলাভৰ) লাভৰ অধিকাৰী হয়। ১৫ ॥

**ব্যাখ্যা** ঃ—অমৃতত্ব শব্দৰ অৰ্থ মোক্ষ। পুনঃ পুনঃ জন্মগ্ৰহণ, পুনঃ পুনঃ মৃত্যু—এয়ে জন্ম মৃত্যুৰ চক্ৰ। এই চক্ৰৰ পৰা নিষ্কৃতি পোৱাকেই অমৃতত্ব লাভ কৰা বোলে। সেয়ে মোক্ষ। ১৫ ॥

নাসতো বিদ্যতে ভাৱো নাভাৱো বিদ্যতে সতঃ।
উভয়োৰপি দৃষ্টোঽন্তস্ ত্বনয়োস্তত্ত্ব দৰ্শিভিঃ ॥ ১৬

**অন্বয়** ঃ—অসতঃ (অবিদ্যমানস্য বস্তুনঃ) ভাৱঃ (সত্তা) ন বিদ্যতে। সতঃ (সৎ-স্বভাৱস্য আত্মনঃ) অভাৱঃ (নাশঃ) ন বিদ্যতে। তত্ত্ব দৰ্শিভিঃ (জ্ঞানিভিঃ) তু অনয়োঃ উভয়োঃ অপি (সদসতোঃ) অন্তঃ (নিৰ্ণয়ঃ) দৃষ্টঃ (প্ৰত্যক্ষীকৃতঃ)।

**অনুবাদ** ঃ—অনিত্য বস্তুৰ সত্তা নাই (স্থায়িত্ব নাই)। নিত্যবস্তুৰ বিনাশ নাই। তত্ত্বদৰ্শী সকলে নিত্য আৰু অনিত্য (সৎ আৰু অসৎ) এই উভয় পদাৰ্থৰ এই তত্ত্ব নিৰ্ণয় কৰিছে। (স্বৰূপ উপলব্ধি কৰি চৰম সিদ্ধান্তত উপস্থিত হৈছে)। (অন্তঃ সিদ্ধান্তঃ)

**ব্যাখ্যা** ঃ—মূল শ্লোকত সৎ, অসৎ, ভাৱ আৰু অভাৱ শব্দৰ ব্যৱহাৰ আছে। এই শব্দ কেইটিৰ বহুতো সময়ত সত্য ধাৰণা মনলৈ নাহে—জনা থাকিলেও।

সৎ=যাৰ সত্তা বা অস্তিত্ব আছে।

অসৎ=যাৰ সত্তা বা অস্তিত্ব নাই।

অস্ ধাতুৰ ( থাকা অৰ্থত ) পৰা এই শব্দ দুটা নিষ্পন্ন হৈছে। সৎ মানে সাধু অসৎ মানে অসাধু এই অৰ্থ ইয়াত বুজোৱা নাই।

সেইদৰে—ভাৱ মানে সত্তা, স্থায়িত্ব, বিদ্যমানতাক বুজাইছে আৰু অভাৱ মানে নাশ—স্থায়িত্বৰ বা বিদ্যমানতাৰ অভাৱ বুজাইছে।

ভূ ধাতুৰ ( হোৱা বা থকা অৰ্থত ) এই দুটা শব্দ নিষ্পন্ন হৈছে।

"প্ৰত্যক্ষাদি প্ৰমাণৰ গোচৰ হ'লেও শীত; উষ্ণ আদি উৎপত্তিশীল আৰু বিনাশশীল। এইবুলি এইবোৰ অসৎ। এইবোৰৰ পাৰমাৰ্থিক অস্তিত্ব ( তাত্ত্বিকতা ) নাই। কিন্তু আত্মাৰ পৰমাৰ্থিক সত্তা আছে। অজ্ঞ লোকে এইটো নাজানিলেও আত্মাৰ কেতিয়াও অনস্তিত্ব নহয়। তত্ত্বদৰ্শিসকলে সৎ আৰু অসৎ উভয়ৰ যথাৰ্থ স্বৰূপ উপলব্ধি কৰিছে"। ১৬॥ ( জগদীশ্বৰানন্দ )

অবিনাশি তু তৎ বিদ্ধি যেন সৰ্বম্ ইদম্ ততম্।
বিনাশং অব্যয়স্যাস্য ন কশ্চিৎ কৰ্তুম্ অৰ্হতি॥ ১৭॥

**অন্বয়ঃ**—যেন ইদং সৰ্বম্ ( পৰিদৃশ্যমানং জগৎ ) ততম্ ( ব্যাপ্তং ) তৎ তু অবিনাশি বিদ্ধি। কঃ চিৎ অস্য অব্যয়স্য ( উৎপত্তি-নাশ-হীনস্য আত্মনঃ ) বিনাশং কৰ্তুং অৰ্হতি। ১৭॥

**অনুবাদঃ**—যি জনে এই জগৎ ব্যাপি আছে, সেইজনকে অবিনাশী আত্মা বুলি জানিবা। কোনেও এই অব্যয় স্বৰূপক বিনাশ কৰিব নোৱাৰে। ( তেওঁ আত্মা সাক্ষীস্বৰূপে দেহৰ ভিতৰতে অৱস্থিত—দেহাদিকং ততং সাক্ষিত্বেন ব্যাপ্তম্—শ্ৰীধৰ )। ১৭।

**ব্যাখ্যাঃ**—শীত, উষ্ণ, সুখ, দুঃখ ইত্যাদিৰ উৎপত্তি আৰু বিনাশ ( লয় ) আছে। সেইদৰে দৃশ্যমান এই জগতৰ আৰু সেই দৃশ্যমান জগতৰ অন্তৰ্ভুক্ত মানুহৰ দেহাদিৰো উৎপত্তি আৰু লয় আছে; কিন্তু এটা বস্তুৰ লয় নাই, সেইটো হৈছে আত্মা। সুখ, দুঃখ দেহে ভোগ কৰে। সেই দেহ অস্থায়ী, নাশ পায়; কিন্তু সেই দেহত যি আত্মা আছে ( দেহত অৱস্থিত হৈ থকা বাবে যাক দেহী বোলা হয় ), সেই আত্মা বা দেহী সুখ দুঃখৰ সম্পূৰ্ণ অতীত। দেহত থাকিও সি সুখ দুঃখ ভোগ নকৰে। যেনেকৈ তেল আৰু পানী—এটা পাত্ৰত থাকিলেও তেল পানীত থাকিব নোৱাৰে আৰু পানীও তেলত থাকিব নোৱাৰে; সেইদৰে অবিনশ্বৰ আত্মাত বিনশ্বৰ দেহৰ সত্তা থাকিব নোৱাৰে। অৰ্থাৎ কাৰো লগত কাৰো সংমিশ্ৰণ হব নোৱাৰে। সেইবাবে আত্মাৰ ধৰ্ম

আৰু দেহৰ ধৰ্ম পৃথক হৈ থাকে। দেহৰ বিনাশ আছে, আত্মাৰ বিনাশ নাই। সংমিশ্ৰণ হ'লে উভয়ধৰ্মী হয়। তেতিয়া দেহৰ লগতে আত্মাৰ মৰণ বা বিনাশ হব পাৰিলেহেঁতেন ; কিন্তু সেইটো নহয়।

এইবাবে আত্মাক কোনেও বিনাশ কৰিব নোৱাৰে। এই আত্মাই একমাত্ৰ সৎ বস্তু। এই সৎ বস্তুয়েই বা আত্মাই ব্ৰহ্ম।

সুখ, দুঃখ, শোক, মোহ, শীত, উষ্ণ আদি দেহেই ভোগ কৰে—আত্মাৰ লগত তাৰ কোনো সম্পৰ্ক নাই। আত্মা দেহাতীত, কালাতীত।

হে অৰ্জুন ! তুমি যে ভীষ্ম আদি গুৰুজনৰ আৰু তোমাৰ স্বজন বিলাকৰ বিয়োগ আশঙ্কাও ব্যাকুল হৈছা তাৰ কোনো ভিত্তি নাই ; কাৰণ নশ্বৰ দেহৰ বিনাশত তেওঁলোকৰ বিনাশ হব নোৱাৰে। জগতত এনে কোনো ব্যক্তি নাই যিজনে অবিনশ্বৰ আত্মাৰ বিনাশ সাধন কৰিব পাৰে। গতিকে তোমাৰ সেইবাবে শোক কৰিবৰ কোনো কাৰণ নাই। ১৭॥ ( সঙ্কলিত )

অন্তবন্তঃ ইমে দেহা(ঃ) নিত্যস্যোক্তাঃ শৰীৰিণঃ।
অনাশিনোঽপ্ৰমেয়স্য তস্মাৎ যুধ্যস্ব ভাৰত॥ ১৮

**অন্বয় :**—নিত্যস্য ( সৰ্বদা এক ৰূপস্য ) অনাশিনঃ ( নাশহীনস্য ) অপ্ৰমেয়স্য ( প্ৰত্যক্ষাদি প্ৰমাণাতীতস্য ) শৰীৰিণঃ ( আত্মনঃ ) ইমে (পৰিদৃশ্যমানাঃ ) দেহাঃ অন্তবন্তঃ ( বিনাশশীলাঃ ) উক্তাঃ, তস্মাৎ হে ভাৰত ! যুধ্যস্ব ( যুদ্ধৰূপং স্বধৰ্মং পালয় )। ১৮

**অনুবাদ :**—যি আত্মাই এই শৰীৰ অধিকাৰ কৰি আছে, তেওঁ নিত্য হৈয়েই আছে, তেওঁৰ নাশ নাই। তেওঁক সাধাৰণ প্ৰত্যক্ষ অনুমানৰ দ্বাৰা জানিব নোৱাৰি। তেওঁৰ এই শৰীৰবিলাক নশ্বৰ বুলি ( শাস্ত্ৰত ) কোৱা আছে। অতএৱ, হে ভাৰত ! ( সৎ-অৰ নাশ নাই, অসৎ-অৰ নাশ তো হবই—এই কথা বুজি লৈ ) তুমি যুদ্ধ কৰা ( স্বধৰ্ম পালন কৰা ) ১৮

য এনং বেত্তি হন্তাৰং যশ্চৈনং মন্যতে হতম্।
উভৌ তৌ ন বিজানীতো নায়ং হন্তি ন হন্যতে॥ ১৯

**অন্বয় :**—যঃ এনং ( আত্মানং ) হন্তাৰং বেত্তি, যঃ চ এনং হতং মন্যতে, তৌ উভৌ ন বিজানীতঃ, অয়ং ন হন্তি, ন হন্যতে। ১৯

**অনুবাদ :**—যি জনে ভাবে যে আত্মাই হত্যা কৰিব পাৰে আৰু যি জনে ভাবে যে আত্মা হত হয়—এই উভয়ে বিশেষ একো নাজানে। আত্মাই

কাকো হত্যাও নকৰে আৰু কাৰো দ্বাৰা হতও নহয়। (কাৰণ আত্মা অবিনাশী)

**ব্যাখ্যা** :—এই সত্য বচন আৰু যুক্তিৰদ্বাৰা ভগৱান্ শ্ৰীকৃষ্ণই অৰ্জুনক ইয়াকেই বুজাব খুজিছে যে পিতামহ, আচাৰ্য্য, বন্ধু প্ৰভৃতি অবাস্তৱিক সম্বন্ধত আৱদ্ধ হৈ শোক আৰু মোহত অভিভূত হৈ স্বধৰ্ম পৰিত্যাগ কৰা অকৰ্ত্তব্য। ১৯

ন জায়তে ম্ৰিয়তে বা কদাচিন্
নায়ং ভূত্বা ভবিতা বা ন ভূয়ঃ।
অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰে॥ ২০

**অন্বয়** :—অয়ং কদাচিৎ ন জায়তে বা ম্ৰিয়তে ভূত্বা বা ভূয়ঃ (পুনৰপি) ন ভবিতা (ভৱিষ্যতি) অয়ং অজঃ (জন্মশূন্যঃ) নিত্যঃ (সদাএকৰূপঃ) শাশ্বতঃ (অপক্ষয় শূন্যঃ) পুৰাণঃ (পৰিণামশূন্যঃ) শৰীৰে হন্যমানে (অয়ং) ন হন্যতে। ২০

**অনুবাদ** :—এই আত্মাই কেতিয়াও জন্ম পৰিগ্ৰহ নকৰে, কেতিয়াও নমৰে আৰু এইটোও নহয় যে তেওঁ এবাৰ হৈ আকৌ হব অৰ্থাৎ আত্মা সদায় একেৰূপেই থাকে। তেওঁ নতুনকৈ হবলৈও নাই, নহবলৈও নাই। তেওঁ জন্মৰহিত, নিত্য, চিৰকালস্থায়ী আৰু সকলোতকৈ পুৰাতন। শৰীৰ হত হ'লেও এওঁ হত নহয়। ২০

**ব্যাখ্যা** :—যি বস্তু অনিত্য তাৰেই জন্ম, অস্তিত্ব, বৃদ্ধি বিপৰিণাম, অপক্ষয় আৰু বিনাশ আছে। এইবিলাক লৌকিক বস্তুৰ ছয় প্ৰকাৰ বিকাৰ। এওঁ জন্মি অস্তিত্ব লাভ নকৰে। এওঁ নিত্য আৰু শাশ্বত কাৰণে—এওঁৰ বৃদ্ধিও নাই, অপক্ষয়ো নাই। এওঁ পুৰাণ অৰ্থাৎ সনাতন, চিৰকাল নতুন হৈ বিদ্যমান থাকে, গতিকে এওঁৰ বি-পৰিমাণ নাই। গতিকে এওঁ ছয়োপ্ৰকাৰ বিকাৰ শূন্য, অবিক্ৰিয়। এইবাবে এওঁৰ ওপৰত কৰ্ত্তৃত্ব বা কৰ্মত্ব আৰোপ কৰিব নোৱাৰি। আত্মা হতও নহয়, কাকো হত্যাও নকৰে। আত্মা অকৰ্ত্তা। আত্মাই একো নকৰে, সাক্ষীস্বৰূপ। "ষড়ভাববিকাশ নিৰস্তাঃ"। (শ্ৰীধৰ স্বামীৰ টীকা আৰু জগদীশ ঘোষৰ গীতা) ২০॥

বেদাবিনাশিনং নিত্যং য এনম্ অজম্ অব্যয়ম্।
কথং স পুৰুষঃ পাৰ্থ কং ঘাতয়তি হন্তি কম্॥ ২১

**অন্বয়ঃ**—হে পাৰ্থ! যঃ এনম্ (আত্মানং) নিত্যং (অবিনশ্বৰং) অজম্ (জন্মহীনম্) অব্যয়ং (চ) বেদ (জানাতি) সঃ পুৰুষঃ কথং কং হন্তি, কং বা ঘাতয়তি। ২১

**অনুবাদঃ**—যি জনে এই আত্মাক অবিনাশী (মৰণহীন), নিত্য, অজ আৰু অব্যয় বুলি জানে, হে পাৰ্থ! সেই পুৰুষে কাক কি প্ৰকাৰে হত্যা কৰে বা কৰায়? (২১)

**ব্যাখ্যাঃ**—"এই কথাৰ তাৎপৰ্য্য এই যে যাৰ এই জ্ঞান হৈছে যে আত্মা অবিনাশী, সেই ব্যক্তি কাৰো বিনাশৰ কাৰণ হ'ল বুলি দুঃখিত হব কেনেকৈ? আত্মাৰ বিনাশেই যেতিয়া নাই তেতিয়া বিনাশ কৰিব কাক আৰু কেনেকৈ বিনাশ কৰিব? গতিকে তোমাৰো কোনো দুঃখৰ কাৰণ নাই আৰু মই প্ৰয়োজক বুলি মোৰো দুঃখৰ কোনো কাৰণ নাই।

কিন্তু মনত ৰাখিব লাগিব যে সেই জ্ঞান থাকিব লাগিব আৰু নিত্য অনিত্যৰ বিবেক বিবেচনা থাকিব লাগিব, নহলে এই যুক্তিৰ কোনো মূল্য নাই।" (জগদীশ ঘোষ)

নিত্য আৰু অনিত্য বিবেক জ্ঞানৰ যুক্তি এই ক্ষেত্ৰত উল্লেখ কৰা হৈছে—স্বধৰ্ম পালনৰ গুৰুত্ব বুজি হে।

"আত্মা অকৰ্ত্তা বুলি যে অৰ্জুনৰ হত্যাজনিত পাপ নহব সেইটো নহয়। যদি অৰ্জুনৰ এই জ্ঞান জন্মে যে মই অকৰ্ত্তা, মই একোকে কৰা নাই, প্ৰকৃতিয়ে প্ৰকৃতিৰ কাৰ্য্য কৰিছে, মই নিঃসঙ্গ নিৰ্লিপ্ত, তেতিয়া যে তাৰ ফলভোগ নহব। এইৰূপ জ্ঞানৰ কথাকেই কৰ্তৃত্বাভিমানৰ পৰিত্যাগৰ কথাকেই গীতাত পুনঃ পুনঃ উল্লেখ কৰিছে।" (জগদীশ ঘোষ) ২১॥

বাসাংসি জীৰ্ণানি যথা বিহায়
নৱানি গৃহ্লাতি নৰোঽপৰাণি।
তথা শৰীৰাণি বিহায় জীৰ্ণা
ন্যন্যানি সংযাতি নৱানি দেহী॥ ২২

**অন্বয়ঃ**—যথা নৰঃ জীৰ্ণানি বাসাংসি (বস্ত্ৰাণি) বিহায় (ত্যক্ত্বা) অপৰাণি

( অন্যানি ) নৱানি ( বাসাংসি ) গৃহ্লাতি, তথা দেহী জীৰ্ণাণি শৰীৰানি বিহায় অন্যানি নৱানি সংযাতি ( প্ৰাপ্নোতি )।

**অনুবাদ** :—যেনেকৈ মানুহে জীৰ্ণ পুৰাতন বস্ত্ৰ পৰিত্যাগ কৰি নতুন বস্ত্ৰ লয়, সেইদৰে আত্মাই জীৰ্ণ শৰীৰ পৰিত্যাগ কৰি অন্য নতুন শৰীৰ পৰিগ্ৰহ কৰে। ২২।

নৈনং ছিন্দন্তি শস্ত্ৰাণি নৈনং দহতি পাৱকঃ।
ন চৈনং ক্লেদয়ন্ত্যাপো ন শোষয়তি মাৰুতঃ॥ ২৩ ॥

**অন্বয়** :—শস্ত্ৰাণি এনং ( আত্মানম্ ) ন ছিন্দন্তি ; তথা পাৱকঃ ( অগ্নিঃ ) এনং ন দহতি ; আপঃ ( জলানি ) এনং ন ক্লেদয়ন্তি ; মাৰুতঃ ( বায়ুঃ ) চ এনং ন শোষয়তি। ২৩

**অনুবাদ** :—এই আত্মাক অস্ত্ৰ-শস্ত্ৰই ছেদন কৰিব নোৱাৰে, জুইয়ে এওঁক পুৰিব নোৱাৰে, পানীয়ে এওঁক তিতাব নোৱাৰে বা গলাব নোৱাৰে আৰু বায়ুয়েও এওঁক শুকাব নোৱাৰে। ২৩

অচ্ছেদ্যোঽয়ম্ অদাহ্যোঽয়ম্ অক্লেদ্যোঽশোষ্য এব চ।
নিত্যঃ সৰ্বগতঃ স্থাণুৰ অচলোঽয়ং সনাতনঃ॥ ২৪

**অন্বয়** :—অয়ম্ অচ্ছেদ্যঃ, অয়ম্ অদাহ্যঃ, অয়ম্ অক্লেদ্যঃ অশোষ্যঃ চ এব ; অয়ং নিত্যঃ সৰ্বগতঃ স্থাণুঃ ( স্থিৰ স্বভাৱঃ ) অচলঃ ( পূৰ্বৰূপ অপৰিত্যাগী ) সনাতনঃ ( অনাদিঃ, চিৰন্তনঃ )। ২৪

**অনুবাদ** :—এই আত্মা অচ্ছেদ্য, অদাহ্য, অক্লেদ্য, অশোষ্য। এওঁ নিত্য, সৰ্ব-পদাৰ্থতে এওঁ অৱস্থিত। স্থিৰ, অচল আৰু চিৰন্তন। ২৪

অব্যক্তোঽয়ম্ অচিন্ত্যোঽয়ম্ অবিবেকাৰ্য্যোঽয়ম্ উচ্যতে।
তস্মাদেবং বিদিত্বৈনং নানুশোচিতুমৰ্হসি॥ ২৫

**অন্বয়** :—অয়ং অব্যক্তঃ ( ইন্দ্ৰিয়াণাম্ অগোচৰঃ ), অয়ম্ অচিন্ত্যঃ ( মনসঃ অপি অবিষয়ঃ ), অয়ম্ অবিকাৰ্য্যঃ ( পৰিবৰ্ত্তন ৰহিতঃ ) উচ্যতে। তস্মাৎ এনং এবং বিদিত্বা অনুশোচিতুম্ ন অৰ্হসি॥ ২৫

**অনুবাদ** :—এওঁ চক্ষু আদি ইন্দ্ৰিয়বোৰৰ অগোচৰ। চিন্তাৰো অগোচৰ। এওঁক বিকাৰৰহিত অৰ্থাৎ পৰিবৰ্ত্তন-ৰহিত বুলি কোৱা হয়। অতএৱ আত্মাক এইদৰে বুজি তোমাৰ শোক কৰা উচিত নহয়। ২৫

অথ চৈনং নিত্যজাতং নিত্যং বা মন্যসে মৃতম্
তথাপি ত্বং মহাবাহো নৈনং শোচিতুম্ অর্হসি ॥ ২৬

**অন্বয় :**—অথ ( যদি ) এনম্ ( আত্মানং ) নিত্যজাতং বা নিত্যং মৃতং মন্যসে তথাপি মহাবাহো ! ত্বং এনং শোচিতুম্ ন অর্হসি । ২৬

**অনুবাদ :**—আৰু যদি তুমি ভাবা যে ( পুণ্য আৰু পাপৰ ফল হিচাবে ) এই আত্মা সৰ্বদা দেহৰ লগতে জন্মে, আৰু দেহৰ লগতে মৰে তেতিয়াও হে মহাবাহো ! তোমাৰ এই আত্মাৰ বাবে শোক কৰা উচিত নহয় ।

**ব্যাখ্যা :**—ইদানীং দেহেন মহাত্মনো জন্ম, তদ্বিনাশেন চ বিনাশমঙ্গীকৃত্য অপি শোকো ন কাৰ্য্য ইতি আহ—অথ চৈনং ইত্যাদি । অথ যদ্যপি এনম্ আত্মানম্ নিত্যং সৰ্বদা তৎ তৎ দেহে জাতে জাতং মন্যসে তথা তৎ তৎ দেহে মৃতে মৃতঞ্চ মন্যসে, পুণ্যপাপয়োঃ তৎ ফলভূতয়োঃ চ জন্ম মৰণয়োঃ আত্মগামিত্বাৎ ; তথাপি ত্বং শোচিতুম্ নাৰ্হসি ॥ ( শ্ৰীধৰ )

আত্মতত্ত্ব সম্বন্ধে সাধাৰণতঃ আমি ভাবোঁ যে দেহৰ লগতে আত্মাও জন্মগ্ৰহণ কৰে আৰু দেহৰ নাশ হ'লে আত্মাৰো নাশ হয় । শ্ৰীকৃষ্ণই অৰ্জুনক বুজাইছে যে যদি তুমি এই ধৰণৰ সাধাৰণ বিশ্বাসকে মানি লোৱা তথাপিও তুমি বিবেচনা কৰি চোৱা যে পদাৰ্থৰ উৎপত্তি হ'লে তাৰ এদিন বিনাশো হয়—ই স্বাভাৱিক । পাপ পুণ্যৰ ফল স্বৰূপে জন্ম মৃত্যু হয় এই যে আমাৰ ধাৰণা সেই ধাৰণাৰ বশৱৰ্ত্তী হলেও তোমাৰ শোক কৰিবৰ কাৰণ নাই । ই আপোনা আপুনি ঘটি থাকিবই । ইয়াক পাছৰ শ্লোকতে এই কথা পুনঃ স্পষ্ট কৰি কৈছে । ২৬

জাতস্য হি ধ্ৰুৱোৰ্ মৃত্যুৰ্ ধ্ৰুৱং জন্ম মৃতস্য চ ।
তস্মাদপৰিহাৰ্য্যেঽৰ্থে ন ত্বং শোচিতুম্ অৰ্হসি ॥ ২৭

**অন্বয় :**—হি মৃত্যুঃ ধ্ৰুৱঃ ( হি যস্মাৎ জাতস্য স্বাৰম্ভক কৰ্মক্ষয়ে মৃত্যুঃ ধ্ৰুৱঃ নিশ্চিতঃ ) মৃতস্য চ জন্ম ধ্ৰুৱম্ ( মৃতস্য চ তৎ তৎ দেহকৃতেন কৰ্মণা জন্ম অপি ধ্ৰুৱম্ এব ) তস্মাৎ অপৰিহাৰ্য্যে ( অৱশ্যম্ভাবিনি ) অৰ্থে ( বিষয়ে ) শোচিতুম্ ন অৰ্হসি ।

**অনুবাদ :**—যি জন জন্মে তাৰ মৰণ নিশ্চিত, যি জন মৰে তাৰ জন্ম নিশ্চিত ; গতিকে এই অপৰিহাৰ্য্য আৰু অৱশ্যম্ভাৱী বিষয়ে তোমাৰ শোক কৰা উচিত নহয় । ২৭ ॥

**ব্যাখ্যা** ঃ—সংসাৰত জন্মিলে আজি হওক কাইলৈ হওক বা এশ বছৰৰ পাছতেই হওক, মৰণ হবই। মৰণৰ পাছত নিজ নিজ কৰ্ম অনুসাৰে জন্ম আছেই। প্ৰকৃতিৰ এই নিয়ম অতি কঠোৰ হ'লেও ইয়াক লঙ্ঘন কৰিবৰ উপায় নাই। জন্ম-মৃত্যুৰ বিধান অতিক্ৰম কৰিবলৈ কোনো সমৰ্থ নহয়। এই কথা তুমি সহজে বুজিব পাৰা। তুমি যুদ্ধ নকৰিলেও এই যোদ্ধাসকল চিৰকাল বাঁচি নাথাকে। ইফালে তুমি তোমাৰ ধৰ্ম পালন কৰিবই লাগিব। যুদ্ধ কৰা তোমাৰ কৰ্ত্তব্য—তোমাৰ ধৰ্ম। এই ধৰ্মযুদ্ধ নকৰিলে তোমাৰ প্ৰত্যবায় হব। ২৭ ॥

অব্যক্তাদীনি ভূতানি ব্যক্তমধ্যানি ভাৰত।
অব্যক্ত নিধনান্যেৱ তত্ৰ কা পৰিদেৱনা ॥ ২৮

**অন্বয়** ঃ—হে ভাৰত! ভূতানি ( শৰীৰাণি ) অব্যক্ত আদীনি ( আদি—উৎপত্তেঃ পূৰ্বৰূপং যেষাং তানি অব্যক্তাদীনি ভূতানি শৰীৰাণি ) ব্যক্তমধ্যানি ( ব্যক্তং অভিব্যক্তং মধ্যং জন্ম মৰণান্তৰালং স্থিতি লক্ষণং যেষাং তানি ব্যক্ত মধ্যানি ) অব্যক্ত নিধনানি এব ( অব্যক্তে নিধনং লয়ো যেষাং তানি ইমানি এবম্ ভূতানি এব ) তত্ৰ কা পৰিদেৱনা ( কঃ শোকনিমিত্তঃ বিলাপঃ )। ২৮ ॥

**অনুবাদ** ঃ—হে ভাৰত! সকলো জীৱ, সকলো সৃষ্ট পদাৰ্থ আদিতে অব্যক্ত থাকে অৰ্থাৎ সৃষ্টিৰ পূৰ্বে ইন্দ্ৰিয়ৰ অগোচৰ থাকে। মাজতে ব্যক্ত হয় অৰ্থাৎ সৃষ্টিৰ পাছত ব্যক্ত হয়, প্ৰকাশিত হয়। শেষত আকৌ ইন্দ্ৰিয়ৰ অগোচৰ হবই—অৰ্থাৎ মৃত্যুৰ পাছত আকৌ ইন্দ্ৰিয়ৰ অগোচৰ হবই—অৰ্থাৎ মৃত্যুৰ পাছত আকৌ অব্যক্ত হৈ থাকিব। ( ভূতবৰ্গৰ আদি অব্যক্ত, স্থিতিকাল ব্যক্ত আকৌ নিধনো অব্যক্ত )। গতিকে তাৰ বাবে শোকৰ বিলাপ কিয়? শোকৰ বিলাপৰ কাৰণ কি?

**ব্যাখ্যা** ঃ—সৃষ্টিৰ পূৰ্বে জগৎ অব্যক্ত অৱস্থাত প্ৰকৃতিত লীন থাকে। সৃষ্টিৰ সময়ত নাম আৰু ৰূপ লৈ ব্যক্ত ( প্ৰকাশিত ) হয়। সৃষ্টিৰ পাছত আকৌ প্ৰকৃতিত লীন হয়। ভৌতিক দেহাদিৰ এয়ে পৰিণাম—ইয়াত দুখ কৰিবৰ একো কাৰণ নাই।

আনভাৱেও ইয়াৰ অৰ্থ এয়ে হয় যে জন্মৰ পূৰ্বে যি সকল অজ্ঞাত আছিল, আজতে ক্ষণকালৰ কাৰণে জ্ঞাত হৈছে, বিনাশ বা মৰণৰ পাছতো পুনৰায় অজ্ঞাত হব—তাৰ কাৰণে কিয় শোক কৰিব লাগে? অৰ্থাৎ পুত্ৰ, কলত্ৰ, সুহৃদ্, মিত্ৰ

আদি এওঁলোক পূৰ্বে তোমাৰ কোন আছিল, আৰু মৃত্যুৰ পাছতেই বা এওঁলোকৰ লগত তোমাৰ কি সম্বন্ধ থাকিব তাক তুমি নাজানা। এই যে কিছুকালৰ বাবে পৰিচয়, ই ৰাতি পান্থশালাত পথিকসকলৰ লগত সম্মিলন নাইবা কাউৰী পক্ষীবিলাকৰ ৰাতি কোনো এজোপা গছত সন্মিলন, আৰু ৰাতি পুৱালে সিহঁতৰ দশোদিকে গমন—এয়ে হে। গতিকে সাংসাৰিক এই ক্ষণিক সম্বন্ধ লৈ শোক নকৰিবা, যুদ্ধ কৰা। ২৮ ॥

আশ্চর্য্যবৎ পশ্যতি কশ্চিদেনম্
আশ্চর্য্যবদ্ বদতি তথৈব চান্যঃ।
আশ্চর্য্যবচ্চৈনম্ অন্যঃ শৃণোতি
শ্রুত্বাপ্যেনং বেদ ন চৈব কশ্চিৎ ॥ ২৯

**অন্বয়** :—কশ্চিৎ এনম্ আশ্চর্য্যবৎ পশ্যতি ( কশ্চিৎ এনং আত্মানং শাস্ত্র-আচার্য্য উপদেশাভ্যাং পশ্যন্ আশ্চর্য্যবৎ পশ্যতি, সর্বগতস্য নিত্য জ্ঞান-আনন্দ-স্বভাবস্য আত্মনঃ অলৌকিকত্বাৎ ঐন্দ্র জালিকবৎ ঘটমানঃ পশ্যন্ ইব বিস্ময়েন পশ্যতি অসম্ভাবনা—অভূতত্বাৎ ), তথা ইব চ অন্যঃ আশ্চর্য্যবৎ বদতি। অন্যঃ চ এনং আশ্চর্য্যবৎ শৃণোতি ; শ্রুত্বা অপি চ কশ্চিৎ এনং ( আত্মানং ) নৈব চ বেদ ( জানাতি )। ২৯ ॥

—তথাইবঃ—তথা আশ্চর্য্যবৎ অন্যে বদতি, শৃণোতি চান্যঃ কশ্চিৎ পুনৰ্ব্বিপৰীত ভাৱনাভিভূতঃ শ্রুত্বাপি নৈব বেদ। চ শব্দাৎ উক্তাপি ন সম্যক্ বেদ ইতি দ্রষ্টব্যম্। ( শ্ৰীধৰ )

**অনুবাদ** :—কোনো কোনোৱে আত্মাক কিবা এটা আশ্চৰ্য্যৰ নিচিনা বুলি বোধ কৰে ( শাস্ত্ৰ আলোচনা আৰু গুৰুৰ উপদেশৰ পৰা ইয়াৰ তত্ত্ব সম্যক্ বুজিও ), কোনো কোনোৱে এই আত্মাক আশ্চৰ্য্যবৎ বুলি ইয়াৰ বৰ্ণনা কৰে, কোনো কোনোৱে ইয়াক আশ্চৰ্য্য বুলি ভাবি এওঁৰ বিষয়ে শুনে কিন্তু ( দেখি বা বোধ কৰিও, ইয়াৰ বৰ্ণনা কৰিও আৰু ) শুনিও এওঁক যথাৰ্থতঃ কোনেও নাজানে। ২৯ ॥

**ব্যাখ্যা** :—এই আত্মতত্ত্ব বৰ ৰহস্যপূৰ্ণ। ইয়াৰ মৰ্ম্ম অৱধাৰণ কৰা বৰ দুঃসাধ্য। গুৰুৰ উপদেশত যাৰ মনৰ পৰা অজ্ঞান অন্ধকাৰ দূৰ হৈছে, তেওঁ আত্মদৰ্শনৰ উপযুক্ত হৈও বিস্ময়ত একান্ত অভিভূত হৈ আত্মাক আশ্চৰ্য্য যেন দেখে। আত্মতত্ত্ব আলোচনাৰ বাবে যিবিলাকে শাস্ত্ৰাদি আলোচনা কৰে,

তেওঁবিলাকেও আত্মাক পৰমাশ্চৰ্য্য বুলি নিৰ্ণয় কৰি বৰ্ণনা কৰিবলৈ এৰি দিবলৈ বাধ্য হয়—বৰ্ণনাৰ উপযোগী ভাষাকেই তেওঁ বিচাৰি নাপায়। যিবিলাকে আশ্চৰ্য্যৰূপে প্ৰতীয়মান হোৱা আত্মতত্ত্বৰ বৃত্তান্ত শুনে তেওঁবিলাকেও সেই সমুদায় বস্তু অলৌকিক বোধকৰি অভিভূত হৈ পৰে—কোনো প্ৰকাৰে হৃদয়ঙ্গম কৰিব নোৱাৰি বিস্ময়ত অৱসন্নহৃদয় হৈ পৰে। বাস্তৱিক স্থিৰ-চিত্তে পৰ্য্যালোচনা কৰিলে স্পষ্টই প্ৰতীয়মান হয় যে ইয়াতকৈ অধিক বিস্ময় ওপজাব পৰা আন কোনো অদ্ভুত তত্ত্ব নাই।

কাৰণ—যি আত্মা জাগতিক স্থাবৰ জঙ্গমাত্মক যাৱতীয় ভৌতিক পদাৰ্থত অনুস্যূত হৈ আছে—যি আত্মা আমালোকৰ অন্তৰে-বাহিৰে সৰ্বত্ৰ সৰ্বদা নিৰন্তৰ বিৰাজমান হৈ আছে, যাৰ অপ্ৰতিহত প্ৰভাৱত যাৱতীয় বিশ্বব্যাপাৰ নিয়ন্ত্ৰিত হৈ আছে, সেই সত্যস্বৰূপ জ্ঞানস্বৰূপ আনন্দস্বৰূপ পৰম মঙ্গলময় আত্মাক লোকে দেখিও দেখা নাপায়, শুনিও শুনিবলৈ নাপায়, কোনোবাই বুজাই দিলেও ধাৰণা কৰিব নোৱাৰে।

( শ্ৰীকৃষ্ণচন্দ্ৰৰ গীতাৰপৰা—শ্ৰীধৰী টীকাৰ আলমত )

আশ্চৰ্য্য—আঃ চৰ্য্য; আঃ+চৰ্ ধাতু। কোনো লোক যেতিয়া বিস্মিত হয়, তেতিয়া আঃ কৰি উঠে। এই আঃ বুলিব লগা ঘটনাৰ পৰিস্থিতিয়ে আশ্চৰ্য্য। আশ্চৰ্য্যবোধৰ ভিতৰত থাকে—মনত ভয়, শ্ৰদ্ধা, সম্ভ্ৰম আৰু কিছু পৰিমাণে নজনা নুবুজা ভাব। এই আত্মাৰ তত্ত্ব সকলোৱে নুবুজে, আশ্চৰ্য্য হৈ শুনে বা কয়। ২৯॥ ( বেদশাস্ত্ৰী )

দেহী নিত্যং অবধ্যোঽয়ং দেহে সৰ্ব্বস্য ভাৰত।
তস্মাৎ সৰ্বাণি ভূতানি ন ত্বং শোচিতুম্ অৰ্হসি ॥ ৩০

**অন্বয়:**—হে ভাৰত! অয়ং দেহী ( দেহ উপাধিমান্ আত্মা ) নিত্যং ( সৰ্বদা ) সৰ্বস্য দেহে অবধ্যঃ ( হন্তুম্ অশক্যঃ ) তস্মাৎ ত্বং সৰ্বাণি ভূতানি ( শৰীৰাণি ) শোচিতুম্ ন অৰ্হসি। ৩০

**অনুবাদ:**—হে ভাৰত! সকলোৰে দেহত যি দেহী ( আত্মা ) আছে, তেওঁক কোনেও বধ কৰিব নোৱাৰে—তেওঁ স্বয়ং অবধ্য; গতিকে কোনো পদাৰ্থ বা প্ৰাণীৰ বাবে তোমাৰ শোক কৰা উচিত নহয়।

**ব্যাখ্যা:**— ভাল কথা। আত্মা নিত্য এই কথা জানিলে যাক শোক দূৰ হয়। কিন্তু অন্তৰ দেহ কিয় নাশ কৰিম? এই যদি প্ৰশ্ন হয় তাৰ উত্তৰ

কি ? তাৰ উত্তৰ হয় যে তুমি ক্ষত্ৰিয় কুলত জন্মিছা, যুদ্ধ কৰা যে তোমাৰ কৰ্ত্তব্য। ৩০ ॥

[ আত্মাৰ বিনাশ নাই—এই বিষয়ৰ কথা গীতাত এইখিনিতে শেষ হ'ল। এতিয়া স্বধৰ্ম পালনৰ কথাৰ অৱতাৰণা হব ]

স্বধৰ্মম্ অপি চাবেক্ষ্য ন বিকম্পিতুম্ অৰ্হসি।
ধৰ্ম্যাদ্ধি যুদ্ধাচ্ছ্ৰেয়োঽন্যৎ ক্ষত্ৰিয়স্য ন বিদ্যতে ॥ ৩১

**অন্বয় ঃ**—অপিচ স্বধৰ্মম্ অবেক্ষ্য ( পৰ্য্যালোচ্য ) বিকম্পিতুং ( বিচলিতুং ন অৰ্হসি ; হি ( যতঃ ) ধৰ্ম্যাৎ যুদ্ধাৎ ক্ষত্ৰিয়স্য অন্যৎ শ্ৰেয়ঃ ( শুভকৰং ) ন বিদ্যতে। ৩১

**অনুবাদ ঃ**—আকৌ স্বধৰ্মৰ কথা বিশেষভাৱে বিবেচনা কৰিও তোমাৰ ( এই সঙ্কটত ) কম্পিত হোৱা উচিত নহয়। কাৰণ ধৰ্মসঙ্গত যুদ্ধতকৈ ক্ষত্ৰিয়ৰ পক্ষে শ্ৰেয় আৰু আন একো নাই। ৩১

**ব্যাখ্যা ঃ**—স্বধৰ্ম অৰ্থাৎ নিজৰ ধৰ্ম। অৰ্জ্জুন ক্ষত্ৰিয়, যুদ্ধ তেওঁৰ স্বধৰ্ম ; কিন্তু ধৰ্ম্য যুদ্ধও আছে, অধৰ্ম্য যুদ্ধও আছে। পৰৰ ধন অপহৰণৰ উদ্দেশ্যে যি যুদ্ধ কৰা যায় সি অধৰ্ম্য যুদ্ধ। ধৰ্মৰক্ষা, আত্মৰক্ষা, সমাজ ৰক্ষা, স্বদেশ ৰক্ষা, প্ৰজাৰক্ষাৰ বাবে যি যুদ্ধ সেয়ে ধৰ্ম্যযুদ্ধ। এইৰূপ যুদ্ধত পৰাঙ্মুখতা ক্ষত্ৰিয়ৰ পক্ষে পৰম অধৰ্ম। এয়ে শাস্ত্ৰৰ অনুশাসন। ৩১ ॥

যদৃচ্ছয়া চোপপন্নং স্বৰ্গদ্বাৰম্ অপাবৃতম্।
সুখিনঃ ক্ষত্ৰিয়াঃ পাৰ্থ লভন্তে যুদ্ধম্ ঈদৃশম্ ॥ ৩২

**অন্বয় ঃ**—হে পাৰ্থ ! সুখিনঃ ক্ষত্ৰিয়াঃ যদৃচ্ছয়া ( অনায়াসেন, অপ্ৰাৰ্থিতম্ এব ) উপপন্নং ( প্ৰাপ্তং ) অপাবৃতম ( উন্মুক্তং ) স্বৰ্গদ্বাৰম্ ঈদৃশং যুদ্ধং লভন্তে। ৩২

**অনুবাদ ঃ**—হে পাৰ্থ ! এই যুদ্ধ যে আপোনা আপুনি উপস্থিত হৈছে ইয়াৰ অৰ্থ এনে যে স্বৰ্গৰ দুৱাৰ থন যেন আপোনা আপুনি মেল খাইছে। ভাগ্যৱান ক্ষত্ৰিয় সকলেহে এনে যুদ্ধৰ সুবিধা লাভ কৰিব পাৰে। ৩২

**ব্যাখ্যা ঃ**—উপস্থিত যুদ্ধটো তোমাৰ নিজৰ উত্তেজনা বা চেষ্টা প্ৰসূত নহয়। তুমি ভীষ্ম দ্ৰোণ প্ৰভৃতিক যুদ্ধৰ বাবে আহ্বান কৰা নাই—নিজেই তেওঁলোকৰ দ্বাৰা আহূত হৈ হে তুমি যুদ্ধলৈ আহিছা। অতএৱ তুমি ইচ্ছা নকৰিলেও এই

যুদ্ধ আপোনা আপুনি উপস্থিত হৈছে। এই যুদ্ধত জয়ী হ'লে যশ, কীৰ্ত্তি আৰু ৰাজ্যলাভ আৰু পৰাজয় হ'লে স্বৰ্গ লাভ। সেই কাৰণে এই যুদ্ধৰ প্ৰতি উদাসীন নহবা। ৩২ ॥

অথ চেৎ ত্বম্ ইমং ধৰ্ম্ম্যং সংগ্ৰামং ন কৰিষ্যসি।
ততঃ স্বধৰ্ম্মং কীৰ্ত্তিং চ হিত্বা পাপম্ অবাপ্স্যসি ॥ ৩৩

**অন্বয়** :—অথ চেৎ ( যদি ) ত্বম্ ইমং ধৰ্ম্ম্যং সংগ্ৰামং ন কৰিষ্যসি, ততঃ ( তৰ্হি ) স্বধৰ্ম্মং কীৰ্ত্তিং চ হিত্বা ( ত্যক্ত্বা ) পাপং ( ধৰ্মত্যাগৰূপং অধৰ্ম্মং ) অবাপ্স্যসি ( প্ৰাপ্স্যসি )। ৩৩

**অনুবাদ** : আৰু যদি তুমি এই ধৰ্মযুদ্ধ নকৰা, তেন্তে স্বধৰ্ম আৰু কীৰ্তি ত্যাগ কৰি তুমি পাপযুক্ত হবা। ৩৩

* **ব্যাখ্যা** : ক্ষত্ৰিয়ৰ পক্ষে ধৰ্ম্ম্যযুদ্ধত পৰাঙ্মুখ হোৱাটো বৰ পাপৰ কথা। এই সম্বন্ধে শাস্ত্ৰত বৰ কঠোৰ অনুশাসন আছে।

অকীৰ্তিংচাপি ভূতানি কথয়িষ্যন্তি তেঽব্যয়াম্।
সম্ভাৱিতস্য চা কীৰ্তিৰ্ মৰণাদ্ অতিৰিচ্যতে ॥ ৩৪

ভয়াদ্ ৰণাদ্ উপৰতং মংস্যন্তে ত্বাং মহাৰথাঃ।
যেষাং চ ত্বং বহুমতো ভূত্বা যাস্যসি লাঘৱম্ ॥ ৩৫

**অন্বয়** : অপিচ ভূতানি ( সৰ্বেজনাঃ ) অব্যয়াম্ ( চিৰস্থায়িনীম্ ) অকীৰ্তিং চ ( অযশঃচ ) কথয়িষ্যন্তি ; সম্ভাৱিতস্য ( সন্মানিতস্য জনস্য ) অকীৰ্তিঃ চ মৰণাৎ ( মৃত্যোঃ অপি ) অতিৰিচ্যতে ( অধিকা ভৱতি। ৩৪

মহাৰথাঃ ত্বাং ভয়াৎ ( ভীকতা বশতঃ ) ৰণাৎ উপৰতং নিবৃত্তং মংস্যন্তে ( মন্যেৰন্ ), চত্বং যেষাং বহুমতঃ ( সমাদৃতঃ ) ভূত্বা ( স্থিতঃ ) [ তেষাং ] লাঘৱং ( লঘুতাং ) যাস্যসি। ৩৫

**অনুবাদ** : আৰু চোৱা! সকলো লোকেই চিৰকাল তোমাৰ অকীৰ্ত্তি ঘোষণা কৰিব। সম্মানিত ব্যক্তিৰ পক্ষে অকীৰ্তি মৰণতকৈও বেছি দুঃখ দায়ক। ৩৪

মহাৰথসকলে ভাবিব যে তুমি ভয় পাই যুদ্ধৰপৰা নিবৃত্ত হৈছা ; যিসকল মহাৰথে তোমাক ইমান দিন মহামান্য বুলি ভাবি আছে, তেওঁলোকৰ ওচৰত তুমি লঘু হৈ যাবা। ৩৫

অবাচ্য বাদাংশ্চ বহূন্ বদিষ্যন্তি তবাহিতাঃ।
নিন্দন্তস্ তব সামর্থ্যং ততো দুঃখতরং নু কিম্॥ ৩৬

**অন্বয়ঃ** তব সামর্থ্যং নিন্দন্তঃ অহিতাঃ ( শত্রবঃ ) তব বহূন অবাচ্যবাদান ( নিন্দাবচনানি ) বদিষ্যন্তি। ততো নু কিং দুখতরং ( অধিকতরং দুঃখপ্রদং ) [ স্যাৎ ] ৩৬।

**অনুবাদঃ** তোমাৰ শত্ৰুবিলাকেও তোমাৰ সামৰ্থ্যৰ নিন্দা কৰি বহু অবাচ্য ( নকবলগীয়া ) কথা ক'ব। তাতকৈ আৰু দুখৰ কথা কি হ'ব পাৰে ?

হতো বা প্ৰাপ্স্যসি স্বৰ্গং জিত্বা বা ভোক্ষ্যসে মহীম্।
তস্মাদ্ উত্তিষ্ঠ কৌন্তেয় যুদ্ধায় কৃতনিশ্চয়ঃ॥ ৩৭

**ব্যাখ্যাঃ**—ত্বং হতঃ বা স্বৰ্গং প্ৰাপ্স্যসি, জিত্বা বা মহীং ভোক্ষ্যসে, তস্মাৎ হে কৌন্তেয়। যুদ্ধায় কৃতনিশ্চয়ঃ ( সন ) উত্তিষ্ঠ।

**অনুবাদঃ**—( শত্ৰভিঃ হতঃ বা শত্ৰূন্ জিত্বা ) যুদ্ধত ( শত্ৰুৰ দ্বাৰা ) হত হ'লে স্বৰ্গ পাবা। যদি ( শত্ৰুক পৰাজয় কৰি ) জয়ী হোৱা পৃথিবী ভোগ কৰিবা। অতএৱ যুদ্ধৰ কাৰণে কৃতসঙ্কল্প হৈ উঠা। ( উভয় ক্ষেত্ৰতে তোমাৰ লাভ আছে )। ৩৭॥

**ব্যাখ্যাঃ**—এই অধ্যায়ৰ ৩০ শ্লোক পৰ্য্যন্ত শ্ৰীভগৱানে অৰ্জুনক আত্মতত্বৰ উপদেশ দিছে। সেই উপদেশ অতিশয় জ্ঞানগৰ্ভ। সেই উপদেশ সহজে উপলব্ধি নহয়। ঠিক ঠিক বুজি পালেও মনৰ পৰা শোক আৰু মোহ আঁতৰি নাযায়।

তাৰপাচত ৩১ শ্লোকৰ পৰা ৩৭ শ্লোকলৈ সহজকথাত বুজালে যে স্বধৰ্মৰ ফালৰ পৰাও যদি চোৱা যায় অৰ্জুনৰ পক্ষে এই ধৰ্মযুদ্ধ কৰা উচিত। যুদ্ধৰ পৰা বিৰত হ'লে—লোকনিন্দা যুদ্ধত জয়ী হ'লে ৰাজ্য ভোগ আৰু পৰাজিত হ'লে স্বৰ্গলাভ, কিন্তু যি ধৰ্ম লোক নিন্দাৰ ভয়ত, ৰাজ্য ভোগৰ আশাত বা স্বৰ্গলাভৰ উদ্দেশ্যে পালন কৰা হয় তাক শ্ৰেষ্ঠ ধৰ্ম বুলিব নোৱাৰি। অৰ্জুনে যে স্বধৰ্ম বা স্বীয় কৰ্ত্তব্য নুবুজে তেনে নহয়। তেওঁৰ মনত সন্দেহ হৈছে যে এই স্বধৰ্ম পালন কৰিবলৈ যাওঁতে যদি গুৰুজন আদিৰ বধ হয়, তেতিয়া সেই পাপে কৰ্ত্তাক স্পৰ্শ কৰিব নে নকৰে ? এই কথাৰ উত্তৰত অপূৰ্ব কৰ্মযোগৰ অৱতাৰণা কৰা হৈছে। পাছৰ শ্লোকত তাকেই কৈছে। ( জগদীশ ঘোষৰ গীতা )

সুখে দুঃখে সমেকৃত্বা লাভালাভৌ জয়াজয়ৌ।
ততো যুদ্ধায় যুজ্যস্ব নৈবং পাপমবাপ্স্যসি ॥ ৩৮ ॥

**অন্বয়ঃ**—সুখে দুঃখে সমে ( তথা ) লাভালাভৌ জয়াজয়ৌ ( চ সমৌ কৃত্বা ) ততঃ যুদ্ধায় যুজ্যস্ব এবং ন পাপং অবাপ্স্যসি। ৩৮ ॥

**অনুবাদঃ**—অতএৱ সুখ-দুখ, লাভ-অলাভ আৰু জয়-পৰাজয়ত তুল্য জ্ঞান কৰি যুদ্ধৰ কাৰণে সাজু হোৱা। এনে কৰিলে তুমি পাপৰ ভাগী নোহোৱা। ৩৮ ॥

**ব্যাখ্যাঃ**—তুমি ক্ষত্ৰিয়, ধৰ্মযুদ্ধ তোমাৰ স্বধৰ্ম। সেইবাবে তুমি সুখৰ প্ৰতি অনুৰাগ আৰু দুঃখৰ প্ৰতি দ্বেষ বা বিৰক্তি ভাৱ নানি আৰু লাভ ক্ষতি জয়-পৰাজয়ত তুল্য জ্ঞান কৰি ধৰ্মযুদ্ধৰ কাৰণে প্ৰস্তুত হোৱা। এনে কৰিলে গুৰুজন আদি বধৰ কাৰণে তুমি পাপৰ যি আশঙ্কা কৰিছা, সেই পাপ তোমাৰ নহয়।

যুদ্ধাদি হিংসাত্মক কাৰ্য্য নিশ্চয় পাপ কৰ্ম। আততায়ী হ'লেও গুৰুজন আদি বধত পাপভাগী হব লাগিব। অৰ্জুনৰ এয়ে প্ৰধান আপত্তি। ভগৱান শ্ৰীকৃষ্ণই পূৰ্বে আত্মতত্ত্ব ( আত্মাৰ জন্ম নাই মৃত্যু নাই ইত্যাদি ) বিষয়ে উপদেশ দিছে। এতিয়া কৈছে যে স্বধৰ্ম পালন কৰিবলৈ যাওঁতে যি যুদ্ধ কৰিবা, সেই যুদ্ধৰ কোনো ফলৰ আশা নকৰিবা। ইয়াৰ ফলাফল হিচাপে যি সুখ-দুখ হব পাৰে, জয় বা পৰাজয় হব পাৰে, লাভ বা ক্ষতি হব পাৰে ইত্যাদি প্ৰকাৰ কোনো কথাতে আসক্ত নহৈ কেৱল স্বধৰ্ম পালনৰ উদ্দেশ্যে কৰ্ত্তব্য কৰ্ম কৰিলে তাত কোনো পাপ নহয়। কৰ্ম বন্ধনৰ কাৰণ নহয়; কামনাই বন্ধনৰ কাৰণ। অনাসক্ত হৈ ফলকামনা ত্যাগ কৰি, সমত্ববুদ্ধিযুক্ত হৈ কৰ্ত্তব্য কৰ্ম কৰিলে, সেই কৰ্ম যদি যুদ্ধাদিৰ দৰে হিংস কৰ্মও হয় তথাপি সেই কৰ্মৰ পৰা পাপ নহয়; পাপে স্পৰ্শ কৰিব নোৱাৰে। এই সমত্ববুদ্ধিকেই যোগ বোলা হৈছে। এয়ে গীতাৰ নিষ্কাম কৰ্মযোগ (২।৪৮)। পৰবৰ্ত্তী কেইটামান শ্লোকত আৰু তৃতীয় অধ্যায়ত এই কৰ্মযোগ ব্যাখ্যা কৰা হৈছে। ৩৮ ॥ ( জগদীশ ঘোষৰ গীতা )

পাছৰ শ্লোক—

এষা তে অভিহিতা সাংখ্যে বুদ্ধিৰ্‌ যোগে ত্বিমাং শৃণু।
বুদ্ধ্যা যুক্তো যয়া পাৰ্থ কৰ্মবন্ধং প্ৰহাস্যসি ॥ ৩৯ ॥

**অন্বয়ঃ**—সাংখ্যে ( আত্মতত্ত্ব বিষয়ে—সম্যক্ খ্যায়তে প্ৰকাশ্যতে বস্তুতত্ত্বম্

অনয়া ইতি সংখ্যা সম্যক্ জ্ঞান তস্মিন্ প্রকাশমানম্ আত্মতত্ত্বং সাংখ্যং তস্মিন্ং কৰণীয়া ) এষা বুদ্ধিঃ তে ( তুভ্যম্ ) অভিহিতা ( কথিতা )। যোগে তু ইমাং বুদ্ধিং শৃণু ( এবম্ অভিহিতাম্ অপি সাংখ্যবুদ্ধৌ এব চেৎ আত্মতত্ত্বম্ অপৰোক্ষং ন সম্ভৱতি, তৰ্হি অন্তঃকৰণ শুদ্ধিদ্বাৰা আত্মতত্ত্বম অপৰোক্ষাৰ্থং কৰ্মযোগে তু ইমাং বুদ্ধিং শৃণু ), হে পাৰ্থ! যয়া বুদ্ধ্যা যুক্তঃ ( সন্ ) পৰমেশ্বৰাৰ্পিত কৰ্মযোগেন শুদ্ধান্তঃকৰণঃ সন্ তৎ প্ৰসাদপ্ৰাপ্ত অপৰোক্ষজ্ঞানেন ) কৰ্মবন্ধং প্ৰহাস্যসি ( কৰ্মাত্মকং বন্ধং প্ৰকৰ্ষেণ হাস্যসি ত্যক্ষ্যসি )।

**অনুবাদ**ঃ—হে পাৰ্থ, আত্মতত্ত্ব বিষয়ে ( সাংখ্য অনুসাৰে—তত্ত্বজ্ঞান অনুসাৰে ) তোমাক এই বুদ্ধিৰ বা জ্ঞানৰ কথা কলোঁ। তুমি কেনেকুৱা বুদ্ধিযুক্ত হ'লে কৰ্মবন্ধনৰপৰা ( কৰ্মজনিত সংসাৰ বন্ধনৰ পৰা ) মুক্তি পাব পাৰিবা, কৰ্মযোগৰ সেই বুদ্ধি ( জ্ঞান ) এতিয়া শুনা। ৩৯ ॥

**ব্যাখ্যা**ঃ—"এমনে জ্ঞানযোগ উপসংহৰি তাৰ সাধন কহিতে লাগিলা ঃ জানা অৰ্জুন! জ্ঞানযোগত কৰণীয় বুদ্ধি তোমাত কহিলোঁ, তথাপি তোমাৰ আত্মবোধ নহৈল। আৰে জ্ঞানৰ সাধন কৰ্মযোগত বুদ্ধি শুনা। তেবে ঈশ্বৰাৰ্পিত কৰ্মযোগত চিত্তশুদ্ধি ভৈলে ঈশ্বৰৰ প্ৰসাদে আত্মাক জানি কৰ্মবন্ধ এৰিবা।" ( ভট্টদেৱ )

[ কৰ্মবন্ধ ঃ—আমি যি কৰ্মকেই নকৰোঁ কিয় তাৰ ফল আমি ভোগ কৰিবই লাগিব। নিষ্কাম কৰ্মযোগৰদ্বাৰা কৰ্মবন্ধনৰ পৰা মুক্ত হব পাৰি। ৩৯ ॥

শ্ৰীভগৱানে আত্মতত্ত্ব বিষয়ে ( সাংখ্য শব্দৰ অৰ্থ তত্ত্বজ্ঞান ) জ্ঞানৰ উপদেশ দিলে অৰ্থাৎ অৰ্জুনৰ শোক মোহ আঁতৰ কৰিবৰ কাৰণে প্ৰথমে আত্মাৰ অবিনাশিতা, দেহৰ নশ্বৰতা আৰু সুখ-দুঃখাদিত তুল্যজ্ঞান ইত্যাদি অনেক তত্ত্বৰ কথা কৈছে; কিন্তু জ্ঞান মাৰ্গৰ তত্ত্বানুসাৰে। কৰ্মত্যাগ নকৰি কৰ্মত কিয় প্ৰবৃত্ত হব লাগে, যুদ্ধ কিয় কৰিব লাগে এই প্ৰশ্নৰ মীমাংসা হোৱা নাই। প্ৰকৃতপক্ষে অৰ্জুনৰো তাত প্ৰবোধ হোৱা নাই। সেই কাৰণে এতিয়া জ্ঞানগৰ্ভ কৰ্মযোগ তত্ত্ব কবলৈ ধৰিছে। ইয়াৰ মূল কথা এই যে জ্ঞানলাভ কৰিও নিষ্কাম বুদ্ধিত নিজ নিজ অধিকাৰ অনুসাৰে কৰ্ম কৰা হে উচিত। এই তত্ত্বকেই ইয়াৰ পাছত নানাভাৱে আলোচিত হৈছে।

**নেহাভিক্ৰমনাশোঽস্তি প্ৰত্যবায়ো ন বিদ্যতে।**
**স্বল্পম্ অপ্যস্য ধৰ্মস্য ত্ৰায়তে মহতো ভয়াৎ ॥ ৪০ ॥**

**অন্বয়**ঃ—ইহ অভিক্ৰম নাশঃ ( প্ৰাৰব্ধস্য বিনাশঃ, নিষ্কাম কৰ্মযোগে

অভিক্ৰমস্য প্ৰাৰব্ধস্য নাশো নিষ্ফলত্বং ) নাস্তি ; ( তথা ) প্ৰত্যবায়ঃ ( চ ) ন বিদ্যতে। অস্য ধৰ্মস্য স্বল্পম্ অপি মহতো ভয়াৎ ( সংসাৰ ভীতেঃ ) ত্ৰায়তে ( ৰক্ষতি )।

**অনুবাদ** :—এই নিষ্কাম কৰ্ম যোগত ( যি হেতুকে কোনো কামনা নাই সেই হেতুকে ) আৰম্ভ কৰা কোনো কৰ্মৰ নাশ বা নিষ্ফলতা নাই, পাছতো কোনো বিঘ্নি নাই। এই ধৰ্মক অতি অলপ আচৰণেই মানুহক মহাভয়ৰপৰা ( সংসাৰ ভীতিৰপৰা ) ৰক্ষা কৰে।

**ব্যাখ্যা** :—"যদি বোলা, কৃষ্যাদি কৰ্মত কদাচিৎ বিঘ্ন বাহুল্যে ফলব্যভিচাৰ দেখি তেমনে মন্ত্ৰাদি বৈগুণ্য কৰ্মযোগতো হয়, তেবে কেমনে কৰ্মযোগে কৰ্মবন্ধ দূৰ কৰিব শুনা। ঈশ্বৰাৰ্পিত কৰ্মযোগৰ বিফল নাই ; দোষো নঘটে। ঈশ্বৰ-উদ্দেশ্যে বিঘ্ন বৈগুণ্য ন সম্ভৱে। ঈশ্বৰৰ অল্প আৰম্ভে ( ই ধৰ্মৰ অল্প আৰম্ভো ) সংসাৰও ৰক্ষা কৰে।" ( ভট্টদেৱ )

"কৰ্ম যোগৰ একেবাৰে নিম্নস্তৰত অন্ততঃ এই বিশ্বাস হ'ব লাগিব যে ঈশ্বৰ হে কৰ্মফলদাতা। যদি এই বিশ্বাস হয় ( অৰ্থাৎ "কৰ্মফল ত্যাগ" হয় ) তেন্তে অন্য একো নহলেও মানুহে পৰম শান্তি লাভ কৰিব পাৰে।"

( বেদান্ত বাচস্পতি )

প্ৰত্যবায়ঃ ন বিদ্যতে—পাছতো কোনো বিঘ্নি নাই। কৃষি কৰ্মাদিত বিঘ্ন বাহুল্য হ'লে ফলৰ কম বেছি হয়, যজ্ঞাদি কাৰ্য্যত মন্ত্ৰৰ বৈগুণ্য হলে ( ত্ৰুটী বিচ্যুতি হ'লে ) নাইবা অঙ্গহানি হ'লে প্ৰত্যবায় বা পাপ হয় ; কিন্তু নিষ্কাম কৰ্ম যোগত তেনে হবৰ ভয় নাথাকে ; কাৰণ শুবিতে অলপ মহয় অলপ ঈশ্বৰে হে ফলদাতা ( ঈশ্বৰৰ ওপৰত এই নিৰ্ভৰতা থকাত ) এই বিশ্বাস থকা বাবে কোনো বৈগুণ্য দোষ নহয় আৰু প্ৰত্যবায়ো ( পাপো ) নহয়। ( নন্থ কৃষ্যাদিবৎ কৰ্মণাং কদাচিদ্ বিঘ্ন বাহুল্যেন ফলে ব্যভিচাৰাৎ মন্ত্ৰাদি বৈগুণ্যেন চ প্ৰত্যবায় সম্ভৱাৎ কুতঃ কৰ্মযোগেন কৰ্মবন্ধ প্ৰহাণম্ ? —শ্ৰীধৰ )

ঈশ্বৰৰ উদ্দেশ্যে কৰা কোনো কৰ্মৰ বৈগুণ্যও নহয় আৰু প্ৰত্যবায়ো নহয়।

ব্যৱসায়াত্মিকা বুদ্ধিৰ্ একেহ কুৰুনন্দন।
বহুশাখা(ঃ) অনন্তাশ্চ বুদ্ধয়োঽব্যৱসায়িনাম্ ॥ ৪১ ॥

**অন্বয়** :—হে কুৰুনন্দন। ইহ ( ঈশ্বৰ-আৰাধনা লক্ষণে কৰ্মযোগে ) ব্যৱসায়াত্মিকা বুদ্ধি একা এব ( পৰমেশ্বৰ ভক্ত্যা এব ধ্ৰুবং তৰিষ্যামি ইতি

নিশ্চয়াত্মিকা একা এৱ এক নিষ্ঠা এৱ বুদ্ধিঃ ভৱতি।') [ পৰন্তু ] অব্যৱসায়িনাং বুদ্ধয়ঃ অনন্তাঃ বহু শাখাশ্চ [ ভৱন্তি ]। ৪১

( পৰন্তু অব্যৱসায়িনাং ঈশ্বৰাৰাধনা বহিৰ্মুখানাম্ কামিনাং কামনানাং অনন্তাদ্ অনন্তাঃ—তত্র অপি কৰ্মফল গুণ ফলত্ব আদি প্ৰকাৰভেদাদ্ বহুশাখাঃ চ বুদ্ধয়ো ভৱন্তি )।

**অনুবাদ** :—হে কুৰুনন্দন! এই নিষ্কাম কৰ্ম-যোগত ব্যৱসায়াত্মিকা বুদ্ধি অৰ্থাৎ ঈশ্বৰ ভক্তিৰ দ্বাৰা মই নিশ্চয় উদ্ধাৰ পাম—এনেকুৱা নিশ্চয় বুদ্ধি এটাই; কিন্তু সকাম ব্যক্তি বিলাকৰ বুদ্ধি বিবিধ কামনা বশতঃ অনন্ত আৰু বহুপ্ৰকাৰে ভিন্ ভিন্॥ ৪১

**ব্যাখ্যা** :—পৰমেশ্বৰৰ কৃপাত মই নিশ্চয় তৰিম—এই বিশ্বাসেই ব্যৱসায়াত্মিকা বুদ্ধি ( ভট্টদেৱ )

হৰিক বিশ্বাস কৰি মনক অৰ্পয়।
ব্যৱসায়াত্মিকা বুদ্ধি ইয়াকেই বোলয়॥ ( গোবিন্দ মিশ্ৰ )

"এই কৰ্মযোগত মানুহৰ কেৱল ঈশ্বৰ নিষ্ঠাৰ বাবে বুদ্ধি ক্ৰমে ক্ৰমে স্থিৰ হৈ আছে; অৰ্থাৎ একনিষ্ঠ হৈ আছে। বাসনাৰ ক্ষয় হৈ আছে। ফলাকাঙ্ক্ষী বহু কামনা যুক্ত পুৰুষৰ নানা প্ৰকাৰ বাসনাৰ দ্বাৰা চিত্ত বিক্ষেপ হয়। ( গীতাই সেই গুণে দঢ়াই দঢ়াই কৈছে যে বাসনা ক্ষয় কৰা হে মূলকথা আৰু ঈশ্বৰ চিন্তা বাসনাক্ষয়ৰ প্ৰথম উপায়। ৪১ ( বেদান্ত বাচস্পতি )

যামিমাং পুষ্পিতাং বাচং প্ৰৱদন্ত্যবিপশ্চিতঃ।
বেদবাদৰতাঃ পাৰ্থ নান্যদস্তীতিবাদিনঃ॥ ৪২ ॥
কামাত্মানঃ স্বৰ্গপৰা(ঃ) জন্ম কৰ্ম ফলপ্ৰদাম্।
ক্ৰিয়াবিশেষ বহুলাং ভোগৈশ্বৰ্য্যগতিং প্ৰতি॥ ৪৩ ॥
ভোগৈশ্বৰ্য্যপ্ৰসক্তানাং তয়াপহৃতচেতসাম্।
ব্যৱসায়াত্মিকা বুদ্ধিঃ সমাধৌ ন বিধীয়তে॥ ৪৪ ॥

**অন্বয়** :—হে পাৰ্থ! অবিপশ্চিতঃ ( অপণ্ডিতাঃ মূঢ়াঃ ) বেদবাদৰতাঃ বেদোক্তেষু অৰ্থবাদেষু আসক্তাঃ, কৰ্মকাণ্ডমাত্ৰ প্ৰামাণ্যবাদিনঃ ) অন্যৎ নাস্তি ইতি বাদিনঃ ( স্বৰ্গাদি ফলসাধনাৎ অতিৰিক্তং বেদবেদ্যং নাস্তি ইতি বাদিনঃ ) [ ভৱন্তি ]। অতএৱ! কামাত্মানঃ ( কামনাকুলিতচিত্তাঃ ) স্বৰ্গপৰাঃ ( অন্তঃ

স্বৰ্গএৱ পৰঃ পুৰুষাৰ্থো যেষাং তে ), জন্মকৰ্মফলপ্ৰদাং ভোগৈশ্বৰ্য্য গতিং প্ৰতি ক্ৰিয়াবিশেষবহুলাং যাং ইমাং পুষ্পিতাং ( শ্ৰুতি মনোহৰাং ) বাচং ( স্বৰ্গাদি ফলশ্ৰুতিৰূপাং ) প্ৰবদন্তি (কথয়ন্তি) তয়া (বাচ্য) অপহৃতচেতসাম্ ( হৃতচিত্তানাং ) ভোগৈশ্বৰ্য্যপ্ৰসক্তানাং ব্যৱসায়াত্মিকা বুদ্ধিঃ সমাধৌ ( চিত্তএকাগ্ৰৌ পৰমেশ্বৰা-ভিমুখৌ ) ন বিধীয়তে। ৪২—৪৪

( সমাধৌ=অন্তঃকৰণে—শঙ্কৰাচাৰ্য্য )

**অনুবাদ** :—হে পাৰ্থ ! অবিবেকী পুৰুষসকলে বেদোক্ত কৰ্মৰ প্ৰশংসাত অনুৰক্ত হৈ থাকে। তেওঁলোকে বেদৰ অৰ্থবাদত পৰিতুষ্ট।

( অৰ্থবাদ=প্ৰশংসাবাদ )

স্বৰ্গ আদি ফলজনক কৰ্মৰ বাহিৰে আন একো নাই—তেওঁলোকে ইয়াকেহে বিশ্বাস কৰে। তেওঁলোক সকাম আৰু স্বৰ্গকামী। বাসনাযুক্ত হৈ তেওঁলোকৰ দৃষ্টি স্বৰ্গৰ ফালে নিবদ্ধ। তেওঁলোকে আৰু কয় যে নানাপ্ৰকাৰ যজ্ঞাদি কৰ্মৰ দ্বাৰা পুনঃ পুনঃ জন্মৰূপ ফল ঘটে আৰু সেই সেই জন্মত ভোগ আৰু ঐশ্বৰ্য্য ( প্ৰভুত্ব ) লাভ হয়, এই আপাত মনোৰম ( পুষ্পিত ) উক্তিৰ দ্বাৰা যিবিলাক লোকৰ মন বিমোহিত আৰু ভোগ ঐশ্বৰ্য্যত আসক্ত হয়, তেওঁলোকৰ অন্তঃকৰণত নিশ্চিয়াত্মিকা বুদ্ধি ( পৰমেশ্বৰৰ আৰাধনাত একাগ্ৰতা ) স্থিৰ নহয়। ৪২।৪৩।৪৪

**ব্যাখ্যা** :—বেদবিহিত ক্ৰিয়া কলাপৰ দ্বাৰা স্বৰ্গাদি ফল পোৱা যায় ; কিন্তু সেই ফল যদিও স্থায়ী ফল নহয়, যদিও অনিত্য, তথাপি সেই ফলবিলাক বৰ লোভনীয়। অবোধ মানুহবিলাকে সেইবোৰ ক্ৰিয়াকলাপৰ তাৎপৰ্য্য বুজিব নোৱাৰি, সেইবোৰৰ আপাতমনোহৰ ফলশ্ৰুতিত বিমুগ্ধ হৈ সেই ক্ৰিয়া-কলাপবোৰৰ প্ৰতি ইমানেই আকৃষ্ট হৈ যায় যে তাতেই তেওঁলোকৰ বিবেক আৰু জ্ঞান আচ্ছন্ন হৈ যায়। গতিকে ঈশ্বৰ চিন্তাৰ অৱসৰ নাপায়। সেই বৈদিক ক্ৰিয়া বিলাক সকামভাৱে কৰিলে তাৰ দ্বাৰা কেতিয়াও চিত্তশুদ্ধি হব নোৱাৰে। সেইবাবে পৰমাত্মাৰ বিষয়ে চিত্ত কেতিয়াও অভিনিবিষ্ট নহয়। একমাত্ৰ নিষ্কাম কৰ্মই চিত্তক বিশুদ্ধ কৰি জ্ঞানৰ পোহৰত আলোকিত কৰি তোলে। সকাম কৰ্মবিলাকে চিত্তক মলিনতা দোষত দূষিত কৰি ক্ৰমে ক্ৰমে অন্ধকাৰত আবৰি ৰাখে। এই উভয়ৰে ফলগত বৈলক্ষণ্য আলোচনা কৰি চিত্তৰ বিশুদ্ধি সম্পাদনত যত্নৱান্ হৈ চিত্তক পৰমেশ্বৰত বিলীন কৰিবলৈ যথাসাধ্য চেষ্টা কৰা নিতান্ত আৱশ্যক। ( শ্ৰীধৰী টীকা )

"মন কৰিবলগা কথা এই যে ইয়াত গীতাই বেদোক্ত কৰ্মৰ নিন্দা কৰা নাই বা সেই সেই কৰ্মৰ সেই সেই ফল হব নোৱাৰে বুলিও কোৱা নাই। গীতাই প্ৰথমতে কামনা ধ্বংসৰ উপদেশ হে দিছে। বেদোক্ত যাগ-যজ্ঞাদি ক্ৰিয়াৰ লক্ষ্য হৈছে, ইহকাল পৰকালত ভোগ আৰু ঐশ্বৰ্য্য প্ৰাপ্তি। এই-টোক গীতাই শ্ৰেয় বুলি নেভাবে। গীতাক লাগে ব্ৰাহ্মীস্থিতি-নিৰ্ব্বাণমুক্তি। সকাম কৰ্মৰ পৰা কামনা ধ্বংস নহয়—বৰং বৃদ্ধি হে হয়। এইবোৰ কৰ্ম কৰি স্বৰ্গলৈ গ'লেও বাসনাৰ ক্ষয় নাই। তাত সুখ দুখৰ ভাৱ আছে; পুনৰ্জ্জন্ম আছে। ভোগৰ অন্তত স্বৰ্গৰ পৰা আকৌ পৃথিবীলৈ ঘূৰি আহিব লাগিব; আগৰ কথাই হব। এইটোক গীতাই 'শ্ৰেয়ঃ সিদ্ধি' বুলি নাভাবে। সেইবাবে গীতাই কয় যে ভোগৰ আশাত দেৱতা আৰাধনা নকৰি, সকলো কামনাৰপৰা মুক্ত হবলৈ চেষ্টা কৰি, সকলো কৰ্ম ভগৱানক অৰ্পণ কৰি, কেৱল ভগৱানৰ প্ৰীতিৰ অৰ্থে কৰ্ম কৰা উচিত। এইদৰে কৰি কৰি ক্ৰমে বাসনা ক্ষয় হৈ আহিব, চিত্ত স্থিৰ হৈ আহিব। মানুহ গুণাতীত হৈ মোক্ষলাভ কৰিব।" ৪২—৪৪॥

(বেদান্ত বাচস্পতি)

ত্ৰৈগুণ্যবিষয়া বেদা(ঃ) নিস্ত্ৰৈগুণ্য ভবাৰ্জ্জুন।
নিৰ্দ্বন্দ্বো নিত্যসত্ত্বস্থো নিৰ্যোগক্ষেম(ঃ) আত্মবান্॥ ৪৫ ॥

**অন্বয়**ঃ—হে অৰ্জুন! বেদাঃ ত্ৰৈগুণ্য বিষয়াঃ (কৰ্মফল সম্বন্ধ প্ৰতিপাদকাঃ, ত্ৰিগুণাত্মকাঃ সকামা যেঽধিকাৰিণঃ তৎ বিষয়াঃ তেষাং কৰ্মফল প্ৰতিপাদকাঃ বেদাঃ), [ত্বং] নিস্ত্ৰৈগুণ্য ভব (নিষ্কামো ভব); নিৰ্দ্বন্দ্বঃ (সুখ দুঃখ শীত উষ্ণ আদি যুগলানি দ্বন্দ্বানি ৰহিতো ভব—তানি সহস্ব ইত্যৰ্থঃ) নিত্যসত্ত্বস্থঃ (ধৈৰ্য্যশীলঃ) নিৰ্যোগক্ষেমঃ (অপ্ৰাপ্তস্বীকাৰযোগঃ, যোগ ক্ষেম সাধনে নিৰপেক্ষঃ, অপ্ৰাপ্তিলব্ধ পৰিপালন প্ৰবৃত্তি ৰহিতঃ) আত্মবান্ (অপ্ৰমত্তঃ) ভব। ৪৫॥

**অনুবাদ**ঃ—হে অৰ্জুন! বেদৰ সম্বন্ধ ত্ৰিগুণৰ বিষয়ত (কৰ্মকাণ্ডাত্মক অৰ্থবাদত), বেদসমূহ কৰ্মফল প্ৰতিপাদক। তুমি নিস্ত্ৰৈগুণ্য হোৱা—কৰ্মফলত নিস্পৃহ হোৱা; সুখদুঃখ শীত উষ্ণ প্ৰভৃতিত দ্বন্দ্বশূন্য হোৱা, সৰ্বদাই ধৈৰ্য্যশালী (সত্ত্বগুণসম্পন্ন) হোৱা, নোপোৱা বস্তু পোৱাৰ আৰু থকা বস্তু ৰক্ষণৰ কাৰণে আকাঙ্ক্ষাশূন্য আৰু প্ৰমাদশূন্য হোৱা। ৪৫ ॥

**ব্যাখ্যা**ঃ—(ত্ৰৈগুণ্য—সত্ত্ব, ৰজঃ আৰু তমঃ—এই তিনি গুণৰ কাৰ্য্য হৈছে কামনামূলক সংসাৰ। বেদৰ কৰ্মকাণ্ডই তাকেই প্ৰকাশ কৰে আৰু

লোকে ফল কামনা কৰি কৰ্মৰ অনুষ্ঠান কৰে বুলি সংসাৰত আবদ্ধ হয়। ফলকামনা ত্যাগ কৰি কৰ্ম কৰিলে সংসাৰত আবদ্ধ হব নালাগে।

( শ্ৰীমধুসূদন সৰস্বতী )

"জগতৰ প্ৰত্যেক বস্তুৱেই গুণাত্মক। গুণ মানেই ত্ৰিগুণ; কাৰণ এটা গুণ অকলে থাকিব নোৱাৰে। যিবস্তুত এই ত্ৰিগুণ নাই, সি বস্তুৱেই নহয়। সি অব্যক্ত। এই ত্ৰিগুণাত্মক স্বৰ্গ, পৃথিৱী আৰু চতুৰ্দ্দশ ভুবন হে বেদৰ বিষয়। সেই গুণে ভগৱানে এতিয়া অৰ্জুনক উপদেশ দিছে—বেদৰ ( কৰ্মকাণ্ডৰ ) বিষয় স্বৰ্গভোগ মাত্ৰ। স্বৰ্গও এই পৃথিৱীৰ দৰে ত্ৰিগুণাত্মক—তাতো সুখ-দুঃখ আছে। স্বৰ্গ ভোগৰো অন্ত আছে। ভোগৰ অন্তত আকৌ পুনৰ্জ্জন্ম—আকৌ সংসাৰৰ কষ্ট ভোগ। তুমি গুণাতীত পুৰুষ হোৱা; কোনো ত্ৰিগুণাত্মক বস্তু লাভ কৰিবলৈ যত্ন বা আকাঙ্ক্ষা নকৰিবা, গুণৰ পৰা উৎপন্ন হোৱা শীত, উষ্ণ, সুখ, দুঃখ আদি ভাৱবোৰৰ প্ৰতি সমভাৱাপন্ন হোৱা; কোনো প্ৰাপ্তবস্তু ৰক্ষা কৰিবলৈকো যত্ন নকৰিবা ( অৰ্থাৎ কোনোবস্তুত আসক্ত নহবা ); সদায় জ্ঞানত ( সত্ত্বগুণত ) প্ৰতিষ্ঠিত হোৱা; আৰু ব্ৰহ্মনিষ্ঠ হোৱা"।

( বেদান্ত বাচস্পতি )

সৰ্বোত্তম ভোগৰ স্থান স্বৰ্গ; সেই স্বৰ্গলাভ হয় কামনা মূলক যজ্ঞৰ অনুষ্ঠানত। যজ্ঞ সম্বন্ধীয় বেদবিধি ত্ৰিগুণাত্মক; অতএৱ কামনা পূৰণৰ কাৰণে যে বুদ্ধি নানা ফালে ধাবিত হয়, তাক স্থিৰ কৰিব লাগিলে ত্ৰিগুণৰ পৰা মুক্ত হব লাগিব, সত্ত্বক আশ্ৰয় কৰিব লাগিব। ( বেদ-বেদান্ত শাস্ত্ৰী )

বৈদিক সকাম কৰ্মৰ এই নিন্দা নিন্দাৰ বাবে নহয়; পৰন্তু নিষ্কাম কৰ্মৰ প্ৰশংসাৰ বাবে। ( জগদীশ্বৰানন্দ ) ৪৫

যাবানৰ্থ উদপানে সৰ্বতঃ সংপ্লুতোদকে।
তাবান্ সৰ্বেষু বেদেষু ব্ৰাহ্মণস্য বিজানতঃ ॥ ৪৬ ॥

**অন্বয়** :—উদপানে যাবান্ অৰ্থঃ [ ভবতি ], সৰ্বতঃ সংপ্লুতোদকে ( একত্ৰৈব তথা ভবতি ) সৰ্বেষু বেদেষু [ অৰ্থঃ ] তাবান্ বিজানতঃ ব্ৰাহ্মণ স্য [ ভবতি ]।

( ক্ষুদ্ৰ জলাধাৰে স্নানপানাদিঃ যৎ পৰিমিতঃ প্ৰয়োজনং ভবতি; সৰ্বেষু বেদেষু তৎ পৰিমিত অৰ্থঃ ব্যৱসায়াত্মিকা বুদ্ধি যুক্তস্য ব্ৰাহ্মণস্য ( ব্ৰহ্মনিষ্ঠস্য ) ব্ৰহ্মণি ভৱতি—ব্ৰহ্মানন্দে ক্ষুদ্ৰানন্দানাম্ অন্তৰ্ভূতত্বাৎ। )

**অনুবাদ আৰু ব্যাখ্যা** :—ক্ষুদ্ৰ ক্ষুদ্ৰ পুখুৰীবোৰত যিবিলাক প্ৰয়োজন

নিষ্পন্ন হয় ( স্নান, পান ইত্যাদি কৰিবলৈ ) মহাহ্ৰদত একত্ৰই সেইবিলাক সম্পন্ন হয়।

( কোনোটো খালত মাছ পুহি ৰখা হয় আৰু সেই খালটোৰ পানী খোৱা বা তাত গা ধোৱা সম্ভৱ নহয়। আকৌ কোনোটো কুৱাৰ বা পুখুৰীৰ পানী খোৱা হয় আৰু তাত হয়তো মাছ পুহিব নোৱাৰি বা গা ধুব নোৱাৰি। কিন্তু ডাঙৰ ডাঙৰ হ্ৰদৰ পানীত মাছো থাকে, তাত গা ধুবও পাৰি আৰু তাৰ পানী খাবও পাৰি—ইত্যাদি )। সেইদৰে সমুদয় বেদত যিবিলাক ( কৰ্মফলস্বৰূপ ) অৰ্থ নিৰ্দিষ্ট আছে, সেই-সকলোবিলাক প্ৰয়োজনেই ব্যৱসায়াত্মিকা বুদ্ধিযুক্ত ( ব্ৰহ্মনিষ্ঠ ) ব্যক্তিৰ এক ব্ৰহ্মতেই সম্পন্ন হৈ যায়। ( ক্ষুদ্ৰানন্দ ব্ৰহ্মানন্দৰ অন্তৰ্ভুক্ত হোৱা যাবে। )

সৰ্বতঃ সংপ্লুতোদকে—ইয়াৰ অৰ্থ মহাহ্ৰদ বুলি শঙ্কৰ ভাষ্যত আৰু শ্ৰীধৰী টীকাত পোৱা যায়; কিন্তু ইয়াৰ অৰ্থ এনেও হব পাৰে—যেনে সমস্ত স্থান পানীৰে প্লাৱিত হৈ গলে তেতিয়া অৰ্থ হয়—

সৰ্বস্থান জলৰ দ্বাৰা প্লাৱিত হ'লে ক্ষুদ্ৰ জলাশয়ৰ যি পৰিমাণ প্ৰয়োজন, জ্ঞানসম্পন্ন ব্ৰাহ্মণৰ পক্ষে কৰ্মকাণ্ড বিষয়ক অৰ্থবাদৰূপ সমস্ত বেদমন্ত্ৰত সেই পৰিমাণ প্ৰয়োজন। অৰ্থাৎ ব্ৰহ্মজ্ঞান হ'লে—কৰ্ম কাণ্ড বিষয়ক বেদমন্ত্ৰৰ আৱশ্যক নকৰে।" ( বেদ বেদান্ত শাস্ত্ৰী )

"তাৎপৰ্য্য এই যে—সকাম ব্যক্তিসকলে বেদোক্ত কাম্য কৰ্মৰ পৰা উৎপন্ন হোৱা স্বৰ্গ ভোগ আদিৰ পৰা যি আনন্দ পায়, নিষ্কাম কৰ্মী তাৰ পৰাও বঞ্চিত নহয়, কিয়নো নিষ্কাম কৰ্মৰ পৰা যি ভূমা আত্মানন্দ লাভ হয়, ক্ষুদ্ৰ ক্ষুদ্ৰ ভোগৰ আনন্দ তাৰেই অন্তৰ্গত। প্ৰাণীবিলাকে সেই ভূমানন্দৰ কণিকা মাত্ৰ ভোগ কৰি আনন্দত কালাতিপাত কৰে। বিজন ব্ৰহ্মানন্দৰ অধিকাৰী, তেওঁৰ সেই ক্ষুদ্ৰ ক্ষুদ্ৰ ভোগৰ আনন্দৰ অভাৱ নহয় আকাংক্ষা নহয়।

শ্ৰীমৎশঙ্কৰাচাৰ্য্য আৰু তেওঁৰ মতে ব্যাখ্যা কৰা প্ৰাচীন টীকাকাৰ সকলে এই শ্লোকৰ এইদৰে ব্যাখ্যা আৰু অন্বয় কৰিছে।

লোকমান্য তিলক বঙ্কিমচন্দ্ৰ প্ৰমুখ আধুনিক ব্যাখ্যাকৰোঁতাসকলে এই শ্লোকৰ নিম্নোক্ত ব্যাখ্যা কৰিছে।

সকলোস্থান জলৰ দ্বাৰা প্লাৱিত হ'লে যেনেকৈ কুৱা আদি ক্ষুদ্ৰ ক্ষুদ্ৰ জলাশয়ৰ প্ৰয়োজন নাথাকে, সেইদৰে ব্ৰহ্মনিষ্ঠ পুৰুষৰ বেদত কোনো প্ৰয়োজন

নাই। কিয়নো যিজন ব্ৰহ্মজ্ঞ, যিজনে ঈশ্বৰক জানিছে (ঈশ্বৰ জ্ঞান যাৰ হৈছে) তেওঁৰ আকৌ বেদৰ কি প্ৰয়োজন ?

ইয়াতো বেদনিন্দা নাই। যি বেদমূলক সেয়ে ধৰ্ম এই কথা ঠিক ; কিন্তু বেদক যে ত্ৰৈগুণ্যবিষয়ক বুলি কোৱা হৈছে, সেই কথা অৱশ্যে সংহিতা ভাগ আৰু কৰ্মকাণ্ডক লক্ষ্য কৰি কোৱা হৈছে। বেদৰ জ্ঞানকাণ্ড বা উপনিষদ ভাগ নিস্ত্ৰৈগুণা, ব্ৰহ্মতত্ত্ব প্ৰতিপাদক—ব্ৰহ্মবিদ্যা। কৰ্মকাণ্ড ত্ৰিগুণাত্মক। ইয়াক সকলোৱে স্বীকাৰ কৰিব, সেইবাবে ব্ৰহ্মজ্ঞৰ ইয়াত প্ৰয়োজন নাই।

(জগদীশ ঘোষৰ গীতা)

গতিকে দেখা যায় ব্ৰহ্মজ্ঞ হব নোৱাৰা পৰ্য্যন্ত কৰ্মকাণ্ডৰ আৱশ্যক আছে। কৰ্মকাণ্ডেই মুক্তি নিদিয়ে, মুক্তিৰ পথ পৰিষ্কাৰ কৰে।

-"জলপ্লাৱন হ'লে যেনেকৈ পানীৰ বাবে পুখুৰীৰ একো প্ৰয়োজন নাই, সেইদৰে ব্ৰহ্মজ্ঞানী ব্ৰাহ্মণৰো বেদোক্ত কৰ্ম আৰু তাৰ ফলত একো প্ৰয়োজন নাই। তেওঁ "শব্দব্ৰহ্মাতি বৰ্ত্ততে" ষষ্ঠ অধ্যায়ৰ ৪৪ নম্বৰ শ্লোকত আছে—যোগ কি জানিব খোজা মানুহৰো (যোগীৰ কথা কবৰে আৱশ্যক নাই) এনে বুদ্ধি হয় যে তেওঁ সকাম কৰ্ম প্ৰতিপাদক বেদকো অতিক্ৰম কৰে। (বেদান্ত বাচস্পতি)

(ইয়াতে এটা কথা উন্মুকি ওৱা হয় যে মূল শ্লোকত থকা 'সৰ্বতঃ সংপ্লুতোদকে' এই শব্দটোৰ অৰ্থ শ্ৰীধৰ স্বামীয়ে 'মহাহ্ৰদ' বুলি কৈছে—শঙ্কৰাচাৰ্য্যৰ ভাষ্য অনুসৰণ কৰি। সৰ্বতঃ শব্দৰ অৰ্থ—সৰ্বপ্ৰকাৰে বুলি ধৰি ল'লেও অৰ্থ ভালদৰে বুজা যায়। আন আন টীকাকাৰ সকলে 'সৰ্বতঃ সংপ্লুতোদকে' এই শব্দ দুটাৰ অৰ্থ কৰিছে—সমস্ত স্থানত জল প্লাৱন হ'লে।) ৪৬॥

কৰ্মণ্যেবাধিকাৰাস্ তে মা ফলেষু কদাচন।
মা কৰ্ম ফল হেতুৰ্ভূৰ্ মা তে সঙ্গোঽস্ত্বকৰ্মণি ॥ ৪৭ ॥

**অন্বয়** ঃ—কৰ্মণি এব তে অধিকাৰঃ ; ফলেষু কদাচন মা ; [ত্বং] কৰ্মফল হেতুঃ মা ভূঃ (ভব) ; অকৰ্মণি [অপি] তে (তব) সঙ্গঃ মা অস্তু (ন ভবতু)।

তে তব তত্ত্বজ্ঞানাৰ্থিনঃ কৰ্মণি এব অধিকাৰঃ, তৎফলেষু বন্ধহেতুষু অধিকাৰঃ কামঃ মা অস্তু।

মা কৰ্মফল হেতুঃ ভূঃ=কৰ্মফলং প্ৰবৃত্তি হেতুঃ যস্য তথা ভূতো মা ভূঃ। ফলং বন্ধকং ভৱিষ্যতি—ইতি (শ্ৰীধৰ)

সদা কৰ্মফলে তৃষ্ণা তে স্যাৎ তদা কৰ্মফলপ্ৰাপ্তেঃ হেতুঃ স্যাঃ এবং মা কৰ্মফলহেতুঃ ভূঃ—যদা হি কৰ্মফল তৃষ্ণাপ্ৰযুক্তঃ কৰ্মণি প্ৰবৰ্ততে তদা কৰ্মফলস্য এব জন্মনো হেতুৰ্ভবেৎ। (শঙ্কৰ)

অকৰ্মণি অপি তে সঙ্গঃ মা অস্তু—তস্মাৎ ভয়াৎ অকৰ্মণি কৰ্ম অকৰণে অপি তব সঙ্গঃ নিষ্ঠা মা অস্তু। ৪৭॥

**অনুবাদ ঃ**—কৰ্মতেই মাথোন তোমাৰ অধিকাৰ আছে। ফলত (ফল প্ৰাপ্তিত) তোমাৰ অধিকাৰ একেবাৰেই নাই। কৰ্মফল পোৱাৰ আশা কৰি কৰ্ম কেতিয়াও নকৰিবা। কৰ্ম নকৰাৰ প্ৰতিও যেন তোমাৰ আসক্তি নহয়। (কৰ্ম নকৰা মনোবৃত্তিও তুমি গঢ় নলবা)। কৰ্মতেই মাথোন তোমাৰ অধিকাৰ হওক, কৰ্ম ফলত যেন তোমাৰ কামনা নাথাকে—এনে অৰ্থ শ্ৰীধৰী টীকাৰ পৰা বুজা যায়—অৱশ্যে কথাএকেই। ৪৭॥

**ব্যাখ্যা ঃ**—এয়ে নিষ্কাম কৰ্মযোগ। কৰ্মবাদিসকলে (বেদৰ কৰ্ম কাণ্ডমতে যাগ যজ্ঞাদি কৰ্ম কৰা সকলে) স্বৰ্গাদি ফলপ্ৰদ কাম্য কৰ্মকেই একমাত্ৰ ধৰ্ম বুলি গ্ৰহণ কৰিছিল। আন পক্ষে জ্ঞানবাদিসকলে কৰ্ম মাত্ৰেই বন্ধনৰ কাৰণ বুলি সৰ্বকৰ্ম ত্যাগ কৰি সন্ন্যাস গ্ৰহণেই শ্ৰেয়োমাৰ্গ বুলি প্ৰচাৰ কৰিছিল। এয়ে সন্ন্যাসবাদ। কিন্তু শ্ৰীভগৱানে কৈছে যে সেইটোও তোমাৰ পক্ষে শ্ৰেয় পথ নহয়।

(১) তোমাৰ অধিকাৰ কৰ্মত (২) ফলত নহয়, তুমি তোমাৰ অধিকাৰ অনুসাৰে কৰ্ম কৰিব লাগিব। (৩) কিন্তু ফলৰ আকাঙ্ক্ষা কৰি কৰ্মত প্ৰবৃত্ত নহবা। (৪) আকৌ ফলাকাঙ্ক্ষা নাই বুলিও কৰ্মত্যাগত যেন তোমাৰ প্ৰবৃত্তি নহয়—এই শ্লোকৰ চাৰিটি চৰণ কৰ্মযোগৰ চতুঃ সূত্ৰী (তিলক)।

"কৰ্ম কৰিবলৈহে তোমাৰ অধিকাৰ আছে, কিন্তু কৰ্মফলত তোমাৰ অধিকাৰ নাই। কৰ্ম ফলদাতা ঈশ্বৰ। সেই গুণে ফলাকাঙ্ক্ষা কৰি কৰ্মত প্ৰবৃত্ত নহবা। সেই বুলি আকৌ নৈষ্কৰ্ম হবলৈকো তুমি হেপাহ নকৰিবা। [অৰ্থাৎ তুমি অনাসক্তভাৱে ঈশ্বৰৰ প্ৰীতিৰ অৰ্থে শাস্ত্ৰ বিহিত কৰ্ম কৰিবা।] এইদৰে কৰিব পাৰিলে লাহে লাহে বাসনা ক্ষয় হয়, চিত্তশুদ্ধি হৈ আহে। সদায় সকলো কামতে ঈশ্বৰ চিন্তাৰ এনে মহিমা।

"অত্যন্ত ভগবদ্ধৰ্ম নিষ্ঠাত অশক্তক প্ৰতি ভগৱন্তে কহন্ত মঞি ঈশ্বৰক আজ্ঞাই যথাশক্তি কৰ্ম কৰিম। ফল পুনু ঈশ্বৰৰ অধীন। এমতে মোত ভাৰ

অৰ্পণ কৰি, ফলত আসক্তি এড়ি প্ৰৱৰ্ত্তমান হৈলে, মোৰ প্ৰসাদে কৃতাৰ্থ হৈবা।" ( ভট্টদেৱ )

১২শ অধ্যায়ত ১১ নং শ্লোকৰ ডাঙনিত আছে—'ঈশ্বৰ কৰ্ম ফলদাতা' এই কথাটো বিশ্বাস কৰিব পাৰিলেই সদায় আমাৰ ঈশ্বৰলৈ মনত পৰিব। লাহে লাহে সকলো বাসনা ক্ষয় হৈ আহিব আৰু শেহত আমি গুণাতীত হ'ম।"

( বেদান্ত বাচস্পতি )

"মানুহ তুমি, কৰ্মতেই তোমাৰ অধিকাৰ। ফলত তোমাৰ অধিকাৰ নাই; কাৰণ নানা 'নিমিত্ত'ৰ ওপৰত ফল নিৰ্ভৰ কৰে; নিমিত্ত আয়ত্তৰ ভিতৰত নাই। অতত্ৰৱ ফলৰ আকাঙ্ক্ষাই যেন তোমাৰ কৰ্মৰ প্ৰেৰয়িতা নহয়; কিন্তু সাৱধান, তেনে হলে কৰ্ম কিয় কৰিম—এই বুদ্ধিও যেন নহয়।" ৪৭

( বেদবেদান্ত শাস্ত্ৰী )

যোগস্থঃ কুৰুকৰ্মাণি সঙ্গং ত্যক্ত্বা ধনঞ্জয়।
সিদ্ধ্যসিদ্ধ্যোঃ সমো ভূত্বা সমত্বং যোগো উচ্যতে॥ ৪৮ ॥

**অন্বয়** ঃ—হে ধনঞ্জয়! যোগস্থঃ ( সন্ ) সঙ্গং ত্যক্ত্বা সিদ্ধি-অসিদ্ধ্যোঃ সমঃ ভূত্বা কৰ্মাণি কুৰু। সমত্বং যোগঃ উচ্যতে। যোগস্থঃ সন্=পৰমেশ্বৰে একপৰতা যোগঃ তত্ৰস্থিতঃ সন্। সঙ্গং ত্যক্ত্বা=কৰ্ত্তৃত্ব অভিনিবেশং ত্যক্ত্বা কেৱলং ঈশ্বৰাশ্ৰয়েণ এব ( শ্ৰীধৰ ) কেৱলং ঈশ্বৰাৰ্থং তত্ৰ অপি ঈশ্বৰো মে তুষ্যতি ইতি সঙ্গং ত্যক্ত্বা।

সিদ্ধি-অসিদ্ধ্যোঃ সমঃ ভূত্বা=তং ফলস্য জ্ঞানস্য অপি সিদ্ধি-অসিদ্ধ্যোঃ সমোভূত্বা কেৱলং ঈশ্বৰাৰ্পণেন এব—সমত্বং যোগ উচ্যতে=এবম্ভূতং সমত্বং যোগ উচ্যতে। ৪৮ ॥

**অনুবাদ** ঃ—হে ধনঞ্জয়! যোগস্থ হৈ, ফলাসক্তি বৰ্জ্জন কৰি, সিদ্ধি আৰু অসিদ্ধিক তুল্য জ্ঞান কৰি তুমি কৰ্ম কৰা। এই ধৰণৰ সমত্ববুদ্ধিকেই যোগ বোলে। ( এই প্ৰকাৰ নিৰ্বিকাৰভাৱেই যোগ। ) ৪৮।

**ব্যাখ্যা** ঃ—যিমান দিন আত্মজ্ঞান লাভৰ যোগ্যতা লাভ কৰিব পৰা নাযায়, সিমান দিন চিত্তশুদ্ধি লাভৰ কাৰণে কৰ্ম অৱশ্যেই কৰিব লাগিব; কাৰণ চিত্তশুদ্ধি ব্যতীত আত্মজ্ঞান লাভ কৰিব নোৱাৰি। পিছে যদি সকাম-ভাৱে কৰ্ম কৰা যায়, তেতিয়া সেই কৰ্ম-সঞ্চিত ফলৰ ফালে লক্ষ্য থকা কাৰণে চিত্ত-ক্ষেত্ৰত আত্মজ্ঞান প্ৰৱেশ কৰিব নোৱাৰে। নিষ্কামভাৱে কৰ্মানুষ্ঠান কৰিব

পাৰিলে ফলোৎপত্তিৰ কোনো আশঙ্কা নাথাকে। কিন্তু কৰ্ম কৰিম অথচ ফল নহব, এনে নিষ্ফল কৰ্মবে বা আৱশ্যক কি? এনেদৰে ভাবি কৰ্মৰ প্ৰতি এনে উদাসীন নহবা। মনত ৰাখিবা কৰ্ম নকৰিলে চিত্তশুদ্ধিৰ আৰু ব্ৰহ্মানন্দ প্ৰাপ্তিৰ কোনো সম্ভাৱনাই নাই; কিন্তু এই ব্ৰহ্মানন্দ প্ৰাপ্তিৰ বাবে কৰ্ম কৰিছোঁ—এনেকুৱা উদ্দেশ্যও মনলৈ নানিবা। সেইকাৰণে কৈছোঁ, পৰমেশ্বৰত লক্ষ্য ৰাখি; তেওঁতেই কৰ্মফল সমৰ্পণ কৰি কৰ্মৰ ফলৰ প্ৰতি আসক্তি একে সময়তে পৰিত্যাগ কৰি কৰ্মৰ অনুষ্ঠান কৰি থাকা। কৰ্ম কৰিলে পৰিতুষ্ট হব, এনে বোধো যেন নাথাকে; কাৰণ তেতিয়াও একৰকম ফল কামনাই কৰা হ'ল। নিৰবচ্ছিন্ন, নিঃসঙ্গ আৰু ফলকামনা বিৰহিত হৈ কৰ্মৰ সিদ্ধি অৰ্থাৎ আত্মজ্ঞান প্ৰাপ্তি বা অসিদ্ধি অৰ্থাৎ আত্মজ্ঞান অপ্ৰাপ্তি—এই উভয়তে তুল্য জ্ঞান কৰি কৰ্ম কৰি থকা। এই যে সিদ্ধি আৰু অসিদ্ধিত সমজ্ঞান—ইয়াকেই যোগ বোলে। ৪৮॥ ( কৃষ্ণচন্দ্ৰৰ গীতা )

দূৰেণ হ্যৱৰং কৰ্ম বুদ্ধিযোগাদ্ ধনঞ্জয়।
বুদ্ধৌ শৰণম্ অন্বিচ্ছ কৃপণাঃ ফলহেতৱঃ॥ ৪৯ ॥

**অন্বয়** ঃ—হে ধনঞ্জয়! হি বুদ্ধিযোগাৎ কৰ্ম দূৰেণ অৱৰং; [ তস্মাৎ ] বুদ্ধৌ শৰণং অন্বিচ্ছ; ফলহেতৱঃ কৃপণাঃ। ৪৯॥

বুদ্ধিযোগাৎ=বুদ্ধ্যা ব্যৱসায়াত্মিকয়া কৃতঃ কৰ্মযোগঃ বুদ্ধিযোগঃ তস্মাৎ জ্ঞানযোগাৎ ইতি অৰ্থঃ

কৰ্ম=কাম্যংকৰ্ম, দূৰেণ ( অতিশয়েন ), অৱৰং ( অপকৃষ্টং ); অন্বিচ্ছ ( অন্বেষণং কুৰু )।

**অনুবাদ** ঃ—সমবুদ্ধি ৰূপ যোগত কৈ সাধাৰণ কৰ্ম অৱৰ অৰ্থাৎ তল থাপৰ। এই সমবুদ্ধিৰ আশ্ৰয় লোৱা। ফলকে লক্ষ্য কৰি যিবিলাকে কৰ্ম কৰে সেই-বিলাক দীন। ৪৯॥

**ব্যাখ্যা** ঃ—ফলাফলত সমবুদ্ধি হৈ কেৱল ঈশ্বৰ সেৱাৰ বাবে কৰা কৰ্মতকৈ সকাম কৰ্ম অত্যন্ত নিকৃষ্ট। এই ফলাকাঙ্ক্ষাৰহিত, ঈশ্বৰ সেৱানিষ্ঠ বুদ্ধিৰ আশ্ৰয় লোৱা। ফলাকাঙ্ক্ষী পুৰুষ কৃপাৰ পাত্ৰ। ( বেদান্ত বাচস্পতি )

"ঈশ্বৰত বিশ্বাস ৰাখিলে মই নিশ্চয় মুক্ত হম" ইয়াকে ব্যৱসায়াত্মিকা বুদ্ধি বোলে। এই অনুভৱতে কৰা কৰ্মত বাজে সকলো কৰ্মই ফলকামনা পূৰ্ণ; গতিকে সেই সেই কৰ্ম অপকৃষ্ট; কাৰণ সেই সেই কৰ্ম বন্ধনৰ হেতু। পুণ্য কৰ্মজনিত

স্বৰ্গাদি সুখ পোনে পোনে সুখপ্ৰদ হ'লেও, সেই সেই কৰ্মৰ ফল ক্ষয় হ'লে পুনঃ জীৱে জন্মগ্ৰহণ কৰিব লাগে আৰু পাপ কৰ্মৰপৰা যে পুনঃ জন্মগ্ৰহণ কৰিব লাগে—সেই কথাটো সুস্পষ্ট। সেই কাৰণে ফলকামীসকলক অতি দীন বুলি কোৱা হৈছে। "হে গাৰ্গি এই অক্ষৰ পৰমব্ৰহ্মক নাজানি যি লোকে এই সংসাৰৰপৰা প্ৰস্থান কৰে সেই ব্যক্তিয়েই কৃপণ (যো বা এতদক্ষৰং গাৰ্গি! অবিদিত্বা অস্মাৎ লোকাৎ প্ৰৈতি স কৃপণঃ—ইতি শ্ৰুতেঃ) ই বেদবাক্য। ৪৯॥

(শ্ৰীধৰ স্বামীৰ টীকাৰ অনুসৰণত)

বুদ্ধিযুক্তো জহাতীহ উভে সুকৃতদুষ্কৃতে।
তস্মাৎ যোগায় যুজ্যস্ব যোগঃ কৰ্মসু কৌশলম্॥ ৫০ ॥

**অন্বয় ঃ**—বুদ্ধিযুক্তঃ ইহ সুকৃতে দুষ্কৃতে উভে জহাতি, তস্মাৎ যোগায় যুজ্যস্ব। কৰ্মসু কৌশলম্ যোগঃ। ৫০॥

**অনুবাদ ঃ**—সমবুদ্ধিযুক্ত ব্যক্তিয়ে এই লোকত (এই জনমত) পুণ্য আৰু পাপ উভয়কেই পৰিত্যাগ কৰিব পাৰে, অতএব যোগ অৱলম্বন কৰা। (কৰ্ম কৰিও পাপ পুণ্যৰ পৰা ৰহিত থকা এনে ধৰণৰ) কৰ্মৰ নিপুণতাই বা কৌশলেই যোগ। ৫০॥

**ব্যাখ্যা ঃ**—কৰ্মৰ স্বভাৱ বন্ধন। কৰ্মত সমত্ব বুদ্ধি ৰূপ কৌশল অৱলম্বন কৰিলে কৰ্মৰ স্বাভাৱিক বন্ধন শক্তি নষ্ট হয়। (জগদীশ্বৰানন্দ)

ঈশ্বৰাৰ্পিত হৃদয়ত সমত্ববুদ্ধিৰ অনুমোদিত কৰ্মৰ সম্পাদনাত যি কৌশল—তাৰেই নাম যোগ। ফলকথা এই যে—ঈশ্বৰৰ আৰাধনাৰ দ্বাৰা এই দুশ্চেদ্য সংসাৰ বন্ধনৰ পৰা মুক্তিলাভ কৰিবৰ কাৰণে কৰ্ম কৰিবৰ যি চাতুৰ্য্য তাকেই যোগ বোলা হয়। কৰ্ম মাত্ৰই বন্ধনৰ হেতু, কিন্তু যি ভাৱে কৰ্ম কৰিলে চৰমকালত শুভ বা অশুভ কোনো ফলৰেই উৎপাদন নহয় আৰু সংসাৰৰপৰা মুক্তিলাভৰ হেতু হয়—সেই কৰ্ম কৰাকেই চৰম কৌশল বোলো হয়। (শ্ৰীধৰী টীকাৰ সহায়ত)

কৰ্মযোগৰ অনুষ্ঠানৰ নিমিত্তে, কৰ্মযোগত অধিকাৰী হোৱাৰ কাৰণে, তুমি উদ্যম সহকাৰে চেষ্টা কৰা। যি জনে পাপ পুণ্য দুয়োটাকে ত্যাগ কৰে অৰ্থাৎ পাপ-পুণ্য হীন হয়, এই জগতত এই দেহতে থাকিও মোক্ষৰ-কাৰণে তেওঁ মৃত্যু পৰ্য্যন্ত বাট চাই থাকিব নালাগে। কৰ্ম কৰিও পাপ পুণ্য ৰহিত অৰ্থাৎ বন্ধন ৰহিত হৈ থকাৰ কৌশলকেই যোগ বা কৰ্মযোগ বোলে। (কৌশল—কুশল+অণ্; কুশল—কুশ+লা+কঃ—কুশল—তেৱেঁই কুশল ব্যক্তি যি জনে নিজৰ অঙ্গুলিত

ক্ষত নোহোৱাকৈ বজ্ৰপাত নকৰাকৈ বননিৰ পৰা কুশ কাটিব পাৰে—এই অৰ্থত অৰ্থাৎ এই কৌশলত যদি কৰ্ম কৰা হয় কৰ্মফলৰ দ্বাৰা বন্ধন নহয়—তাকেই যোগ বোলে। ৫০ ( বেদ-বেদান্তশাস্ত্ৰীৰ ব্যাখ্যাৰ সহায়ত )

**কৰ্মজং বুদ্ধিযুক্তা(ঃ) হি ফলং ত্যক্ত্বা মনীষিণঃ।**
**জন্মবন্ধ বিনিৰ্মুক্তাঃ পদং গচ্ছন্ত্যনাময়ম্॥ ৫১ ॥**

**অন্বয় :**—বুদ্ধিযুক্তাঃ ( সমবুদ্ধিযুক্তাঃ, কেৱলং ঈশ্বৰাৰাধনাৰ্থম্ এৱ কৰ্ম-কুৰ্বাণাঃ ) মনীষিণঃ কৰ্মজং ফলং ত্যক্ত্বা জন্মবন্ধবিনিৰ্মুক্তাঃ ( জন্মৰূপেণ বন্ধনমুক্তাঃ [ সন্তঃ ] অনাময়ং পদং (সৰ্ব-উপদ্ৰৱ-ৰহিতং বিষ্ণোঃ পদং মোক্ষাখ্যং) গচ্ছন্তি। ৫১

**অনুবাদ :**—সমবুদ্ধিযুক্ত মনীষিসকলে কৰ্মজনিত ফল ত্যাগ কৰি, জন্মৰ বন্ধনৰপৰা মুক্ত হৈ দুঃখৰহিত পদ পায়। ( বিষ্ণুপদ বা মোক্ষ পায় ) ৫১

**ব্যাখ্যা :**—মূল শ্লোকত আছে অনাময় পদ পায় ( অনাময়—উপদ্ৰৱ হীন, শান্তিময়, বিষ্ণুপদ ( মোক্ষ ) লাভ কৰে। ( বেদান্ত বাচস্পতি )

অনাময় পদ—দুঃখশূন্য অৱস্থা বা ভাৱ। ( বেদ-বেদান্ত শাস্ত্ৰী )

যিবিলাক লোকে কৰ্মফলৰ আকাঙ্ক্ষা সৰ্বতোভাৱে পৰিত্যাগ কৰি সিদ্ধি আৰু অসিদ্ধিত সমত্ববুদ্ধি অৱলম্বন কৰি কৰ্ম কৰিব পাৰে তেওঁলোকেই মনীষী অৰ্থাৎ প্ৰকৃত জ্ঞানী। সত্ত্বশুদ্ধি হেতুকে তেওঁলোকৰ হৃদয় কন্দৰত থকা মহামোহ অন্ধকাৰ সৰ্বতোভাৱে অৱগত হৈছে। সেই সকল মহাত্মাই জন্ম মৰণৰূপ সংসাৰ বন্ধনৰপৰা বিমুক্ত হৈ ৰোগ শোক আদি আময়ৰ হাত সাৰি পৰমানন্দময় পুৰুষাৰ্থৰ সম্যক্ অধিকাৰী হয়। ৫১ ( কৃষ্ণচন্দ্ৰৰ গীতা )

**যদা তে মোহকলিলং বুদ্ধিৰ ব্যতিতৰিষ্যতি।**
**তদা গন্তাসি নিৰ্বেদং শ্ৰোতব্যস্য শ্ৰুতস্য চ॥ ৫২ ॥**

**অন্বয় :**—যদা তে বুদ্ধিঃ মোহকলিলং ব্যতিতৰিষ্যতি, তদা শ্ৰোতব্যস্য শ্ৰুতস্য চ ( অৰ্থস্য ) নিবেদং গন্তাসি। ৫২

মোহকলিলং=দেহাদিষু আত্মবুদ্ধিৰূপং গহনং

ব্যতিতৰিষ্যতি=বি ( বিশেষেণ ) অতি তৰিষ্যতি

নিৰ্বেদং=বৈৰাগ্যং

**অনুবাদ :**—যেতিয়া তোমাৰ বুদ্ধিয়ে মোহৰূপ গহন বন পাৰ হৈ যাব ( অৰ্থাৎ তোমাৰ মোহ নষ্ট হৈ যাব ) তেতিয়া বেদোক্ত যিবোৰ স্বৰ্গাদি প্ৰাপ্তিৰ

কথা শুনিছা বা শুনিবা সেইবোৰৰ প্ৰতি বিতৃষ্ণা হ'ব অৰ্থাৎ সেইবোৰে আৰু তোমাৰ মন আকৰ্ষণ কৰিব নোৱাৰিব। (সেই বিষয়ে তুমি উদাসীন হৈ যাবা)। ৫২ (বেদান্ত বাচস্পতি)

**ব্যাখ্যা :**—মূল শ্লোকত আছে তুমি নিৰ্বেদ প্ৰাপ্ত হবা। নিৰ্বেদ শব্দৰ অৰ্থ বৈৰাগ্য—বিৰক্ত ভাব। সেই বিষয়ে তুমি উদাসীন হৈ যাবা। ৫২

শ্ৰুতিবিপ্ৰতিপন্না তে যদা স্থাস্যতি নিশ্চলা।
সমাধাবচলা বুদ্ধিস্ তদা যোগম্ অবাপ্স্যসি ॥ ৫৩ ॥

**অন্বয় :** যদা শ্ৰুতিবিপ্ৰতিপন্না তে বুদ্ধিঃ নিশ্চলা [সতী] সমাধৌ অচলা স্থাস্যতি, তদা যোগম্ অবাপ্স্যসি।

সমাধিঃ = সমাধীয়তে চিত্তম্ অস্মিন্ ইতি সমাধিঃ ;

অচলা = স্থিৰা চ সতী, পৰমেশ্বৰঃ তস্মিন্ নিশ্চলা বিক্ষেপ ব্যাপ্তি বিষয়ান্তৰৈঃ অনাকৃষ্টা অতএব অচলা অভ্যাস পাটবেন তত্ৰৈব স্থিৰা চ সতী। ৫২ (শ্ৰীধৰ)

**অনুবাদ :**—বেদৰ নানা প্ৰকাৰ কৰ্মফলৰ কথা শুনি থকা বাবে তোমাৰ চিত্ত যে বিক্ষিপ্ত হৈ আছে। সেই বিক্ষিপ্ত চিত্ত যেতিয়া পৰমাত্মাত স্থিৰ আৰু অচল হ'ব, তেতিয়া তোমাৰ যোগাৱস্থা লাভ হ'ব। ("তেতিয়া তুমি কৰ্ম-যোগৰ ৰহস্য অধিকাৰ কৰিব পাৰিবা আৰু কৰ্ম-যোগ কৰিবলৈ সমৰ্থ হবা")।

**ব্যাখ্যা :**—লৌকিক আৰু বৈদিক কৰ্মৰ নানাবিধ ফলৰ কথা শুনি শুনি তোমাৰ বুদ্ধি বিক্ষিপ্ত হৈ আছে। সেই বিক্ষিপ্ত বুদ্ধি যেতিয়া সমাধিত নিশ্চলা হৈ থাকিব তেতিয়া তুমি সাম্যবুদ্ধিৰূপ যোগ পাব পাৰিবা।

কিমান দিনত যে বুদ্ধি স্থিৰ হব তাৰ কোনো নিশ্চয়তা নাই। যেতিয়া বুদ্ধি নানা বিষয়ত আকৃষ্ট নহয় আৰু নানা বিষয়ত ধাবিত নহৈ নিশ্চলা হয় আৰু পুনঃ পুনঃ অভ্যাসৰ বলত ধ্যেয় বস্তুত বুদ্ধি স্থিৰ (অচলা) হৈ থাকিব তেতিয়া তুমি যোগপ্ৰাপ্ত হবা অৰ্থাৎ কৰ্মযোগৰ ৰহস্য বুজি পাবা আৰু কৰ্মযোগী হব পাৰিবা। ৫৩ ॥

অৰ্জুন উবাচ—

স্থিত প্ৰজ্ঞস্য কা ভাষা সমাধিস্থস্য কেশৱ।
স্থিতধীঃ কিং প্ৰভাসেত কিমাসীত ব্ৰজেত কিম্ ॥ ৫৪

**অন্বয়** :—হে কেশৱ ! সমাধিস্থস্য স্থিতপ্রজ্ঞস্য কা ভাষা ? স্থিতধীঃ কিং প্রভাষেত কিম্ আসীত, কিং ব্রজেত ?

কাভাষা=কিং লক্ষণম্ ।

সমাধিস্থস্য=স্বাভাৱিকে সমাধৌ স্থিতস্য,

স্থিত প্রজ্ঞস্য=অতএৱ স্থিতা নিশ্চলা বুদ্ধিঃ যস্য, আত্মতত্ত্বজ্ঞস্য ।

কিং প্রভাষেত=কথং ভাষণং কুর্য্যাৎ

কিং আসীত=কথং তিষ্ঠেত

কিং ব্রজেত=কথং ব্রজনং কুর্য্যাৎ

**অনুবাদ** :—অর্জুনে প্রশ্ন কৰিছে—হে কেশৱ ! সমাধিত যাৰ বুদ্ধি স্থিৰ হৈছে তাৰ লক্ষণ কি ? স্থিত প্রজ্ঞ ব্যক্তিয়ে কি কথা কয়, তেওঁ কেনেকৈ থাকে আৰু কিভাৱে চলে ?

**ব্যাখ্যা** :—ভগৱানে পূর্বে অর্জুনক কৈছে যে কর্মফল সম্পর্কে নানাৰূপ মনোমোহকৰ কথা শুনি তেওঁৰ বুদ্ধি বিক্ষিপ্ত হৈছে। তেওঁৰ বিক্ষিপ্ত বুদ্ধি সমাহিত নহলে অর্থাৎ পৰমেশ্বৰত স্থিৰ নহলে তেওঁ যোগ নাপাব। যাৰ বুদ্ধি এইদৰে স্থিৰ হব তেওঁকেই স্থিতপ্রজ্ঞ বা স্থিতধী বোলে। এই কথা শুনি অর্জুনে স্থিতপ্রজ্ঞৰ লক্ষণ কি তাকে জানিবলৈ বিচাৰিছে। ৫৪ ॥

( কাভাষা প্রশ্নৰ উত্তৰ )

শ্রীভগবান্ উবাচ—

প্রজহাতি যদা কামান্ সর্বান্ পার্থ মনোগতান্ ।
আত্মন্যেবাত্মনা তুষ্টঃ স্থিতপ্রজ্ঞস্তদোচ্যতে ॥ ৫৫

**অন্বয়** :—শ্রীভগৱান উবাচ—পার্থ, যদা সর্বান্ মনোগতান্ কামান্ প্রজহাতি, তদা আত্মনা ( স্বয়মেব ) আত্মনি তুষ্টঃ ( মুনিঃ ) স্থিতপ্রজ্ঞঃ উচ্যতে।

"মনসি স্থিতান্ কামান যদা প্রকর্ষেণ জহাতি, আত্মনি এৱ স্বস্মিন্ এৱ পৰমানন্দৰূপে আত্মনা স্বয়ম্ এৱ তুষ্টঃ ইতি আত্মাৰামঃ সন্ যদা ক্ষুদ্র বিষয়াভিলাষান্ ত্যজতি, তদা তেন লক্ষণেন মুনিঃ স্থিতপ্রজ্ঞঃ উচ্যতে।" ( শ্রীধৰ ) ৫৫ ॥

**অনুবাদ** :—শ্রীভগৱানে উত্তৰ দিছে—অর্জুন শুনা, যেতিয়া কোনো এজন ব্যক্তিয়ে নিজৰ মনৰ সমস্ত কামনা ত্যাগ কৰিব পাৰিব, তেতিয়া তেওঁক স্থিতপ্রজ্ঞ বুলি কোৱা হয়। ৫৫ ॥

( কিং প্ৰভাষেত প্ৰশ্নৰ উত্তৰ )

দুঃখেষ্বনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ।
বীতৰাগভয়ক্ৰোধঃ স্থিতধীৰ্ মুনিৰুচ্যতে ॥ ৫৬

**অন্বয় :**—দুঃখেষু অনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ বীতৰাগভয়ক্ৰোধঃ মুনিঃ স্থিতধীঃ উচ্যতে। ৫৬॥

**অনুবাদ :**—দুঃখ উপস্থিত হ'লেও যাৰ মনত কোনো উদ্বেগ ( চাঞ্চল্য ) উপস্থিত নহয়, সুখ উপস্থিত হ'লেও তাক ভোগ কৰিবৰ যাৰ স্পৃহা নাথাকে, যাৰ অনুৰাগ, ভয় আৰু ক্ৰোধ সকলো নিবৃত্ত হৈছে, সেই লোককে স্থিতপ্ৰজ্ঞ বোলা যায়। ৫৬॥

**ব্যাখ্যা :**—দুখতো যাৰ দুখ নাই, সুখতো যাৰ স্পৃহা নাই, বিষয়ানুৰাগ, ভয় বা ক্ৰোধ যাৰ নাই—এনে মুনিক স্থিতপ্ৰজ্ঞ বোলে। ( বেদান্ত বাচস্পতি )

ৰাগ :—অনুৰাগ, বিষয়ত অনুৰাগ। ভয়—বিষয়বিনাশৰ আশঙ্কা। ক্ৰোধ—বিষয় বাসনাত যেতিয়া বাধা পোৱা যায় সেই বাধা আঁতৰ কৰিবলৈ প্ৰতিকাৰ মুখী যি জ্বলন্ত ( পুৰিযাৰা ) চিত্তবিকাৰ। সুখ—বিষয় বাসনা পূৰণ হ'লে যি আনন্দ। দুঃখ—বিষয় বাসনা পূৰণ নহলে যি নিৰানন্দ ভাৱ।

সুখ দুঃখ ৰাগ ভয় ক্ৰোধ—সকলোৰে মূলত কামনা। কামনা ত্যাগীযেই স্থিতধী।

"কামনা ( কাম ) মনৰেই বৃত্তিবিশেষ, গতিকে সি মনোধৰ্ম, আত্মাৰ ধৰ্ম নহয়। ত্যাগ কৰিবলৈ যত্ন কৰিলেই ত্যাগ কৰিব পাৰি। কোন্‌টো আত্মাৰ ধৰ্ম, কোন্‌টো আত্মাৰ ধৰ্ম নহয—সেইটো ভালদৰে বিবেচনা কৰি যি মহাপুৰুষে সকলো প্ৰকাৰ কামনা পৰিত্যাগ কৰি নিৰন্তৰ আত্মাৰ আনন্দতে নিমগ্ন থাকে। তেৱেঁই আত্মাৰাম। এনে ব্যক্তিকেই সমাধিস্থ স্থিতপ্ৰজ্ঞ বোলা হয়। এনে ব্যক্তিৰ ওচৰত অনাত্ম বস্তুৰ পৰা হোৱা সুখ হেয়। যিবিলাকে আত্মজ্ঞান লাভ কৰিছে, তেওঁবিলাকে সবিশেষ জানে যে প্ৰাৰব্ধ কৰ্মৰ ফলস্বৰূপ যি দুঃখ, সেই দুঃখৰ যাতনা ভোগ কৰিবই লাগিব, সেইকাৰণে তেওঁলোক দুঃখত উদ্বিগ্ন চিত্ত নহয়। সেইদৰে সুখো প্ৰাৰব্ধ সুকৃতিৰ ফল। যিবিলাক লোক অবিবেকী, সেইবিলাকে এনে ধৰণৰ ফলজনক সুখ ভোগ কৰিবৰ কামনাত ধৰ্মাদিৰ অনুষ্ঠানত ব্যাপৃত হয়। তেতিয়াই বুজা যায় তেওঁৰ মনত এটা তামসী বৃত্তি উপস্থিত হৈছে। সেইটো হৈছে সুখ ভোগৰ তৃষ্ণা। বিবেকীৰ মনত

তেনে তৃষ্ণা কেতিয়াও উদয় হব নোৱাৰে। এনেকুৱা বিবেকী ব্যক্তি ৰাগ (আসক্তি) ভয় আৰু ক্ৰোধৰ পৰা সদায় বিমুক্ত হৈ থাকে ; কাৰণ আত্মানন্দত পৰিতৃপ্ত ব্যক্তিৰ মনত ৰাগ, ভয়, ক্ৰোধ আদিয়ে স্থান পাব নোৱাৰে।" ৫৬ ॥

(কৃষ্ণচন্দ্ৰৰ গীতা)

যঃ সৰ্বত্ৰানভিস্নেহস্ তৎ তৎ প্ৰাপ্য শুভাশুভম্।
নাভিনন্দতি ন দ্বেষ্টি তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা ॥ ৫৭

**অন্বয় ঃ**—য সৰ্ব্বত্ৰ অনভিস্নেহঃ ( পুত্ৰমিত্ৰাদিষু স্নেহশূন্যঃ ) তৎ তৎ শুভাশুভম্ বা প্ৰাপ্য নাভিনন্দতি ন দ্বেষ্টি ( অনুকূলং প্ৰতিকূলং বা ন প্ৰশংসতি ন নিন্দতি ) তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা ( স স্থিতপ্ৰজ্ঞঃ ইতি অৰ্থঃ )। ৫৭ ॥

**অনুবাদ ঃ**—যিজন সৰ্বত্ৰ স্নেহশূন্য ( আনকি পুত্ৰ মিত্ৰাদিতো ) আৰু শুভ অশুভ বিষয় লাভ কৰিলেও যাৰ আনন্দও নহয়, দ্বেষভাবো নহয় ( যাৰ দুখ নাই ), শুভ অশুভ সকলোতে সমভাবাপন্ন—তেৱেঁই স্থিতপ্ৰজ্ঞ। ৫৭ ॥

**ব্যাখ্যা ঃ**—যিজনে পৰমাত্মস্বৰূপ পৰম পদাৰ্থত সৰ্বতোভাৱে স্নেহবান্ হব পাৰিছে তেওঁৰ পুত্ৰ মিত্ৰাদিত স্নেহশীল হোৱাৰ আসক্তি নাহে। নিজৰ পুত্ৰ মিত্ৰাদিৰ কৃতকাৰ্য্যতাত বা পাৰ্থিব উন্নতিতো আনন্দ কৰিবৰ কোনো কাৰণ তেওঁ নেদেখে আৰু আন মানুহৰ ( সম্পৰ্ক নোহোৱা বা শত্ৰুভাবাপন্ন ব্যক্তিৰ ) উন্নতিত হিংসাভাব তেওঁৰ নাহে। স্থিতপ্ৰজ্ঞ ব্যক্তিৰ লক্ষণ এয়ে। ৫৭ ॥

কিমাসীত প্ৰশ্নৰ উত্তৰ ৫৮-৬৩ )

যদা সংহৰতে চায়ং কূৰ্মোঽঙ্গানীৱ সৰ্বশঃ।
ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেভ্যস্ তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা ॥ ৫৮

**অন্বয় ঃ**—কূৰ্মঃ অঙ্গানি ইব যদা অয়ং চ ইন্দ্ৰিয়াণি ইন্দ্ৰিয় অৰ্থেভ্যঃ সৰ্বশঃ সংহৰতে [ তদা ] তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা। ৫৮ ॥

**অনুবাদ ঃ**—কাছই যেনেকৈ নিজৰ অঙ্গবোৰ স্বভাৱতে ভিতৰলৈ সুমাই নিয়ে, সেইদৰে মানুহে বিষয়সমূহৰপৰা নিজৰ ইন্দ্ৰিয়বোৰ প্ৰত্যাহৃত কৰিব পাৰিলেহে স্থিতপ্ৰজ্ঞ হব পাৰে। ৫৮ ॥

**ব্যাখ্যা ঃ**—ইন্দ্ৰিয়বোৰে নিজ নিজ ভোগ্য বিষয়ক পাবলৈ সদায় হেপাহ কৰে। এই হেপাহে সকলো ৰকম কামনাৰ মূল। ইন্দ্ৰিয়ৰ এই বহিৰ্মুখী

তীব্ৰগতি ৰোধ কৰাৰ মানেই ধ্বংস কৰা। কামনা ধ্বংস হলেই বুদ্ধি প্ৰতিষ্ঠিত হয় ( সম্বস্থ হয় )। ইন্দ্ৰিয় সংযম মানেই কামনা ধ্বংস কৰা। ৫৮।'

( বেদান্ত বাচস্পতি )

বিষয়া (:) বিনিবৰ্ত্তন্তে নিৰাহাৰস্য দেহিনঃ।
ৰসবৰ্জং ৰসোঽপ্যস্য পৰং দৃষ্ট্বা নিবৰ্ত্ততে ॥ ৫৯

**অন্বয়ঃ**—নিৰাহাৰস্য দেহিনঃ বিষয়াঃ [ প্ৰায়শঃ ] বিনিবৰ্ত্তন্তে [ কিন্তু ] ৰসবৰ্জং ; অস্য ৰসঃ অপি পৰং দৃষ্ট্বা নিবৰ্ততে। ৫৯ ॥

**অনুবাদঃ**—যি জনে ইন্দ্ৰিয়ৰ বিষয় আহৰণ নকৰে ( যেনে উপবাসী বা পীড়িত ব্যক্তিয়ে ), সেই ব্যক্তিৰ বিষয়সমূহ ( ইন্দ্ৰিয়ৰ সমুখত আহি গ্ৰহণ কৰোতাৰ অভাৱত ) ফিৰি যায়, কিন্তু ৰস ( স্বাভাৱিক আকৰ্ষণ বা বাসনা ) নাযায় ; কিন্তু তেওঁৰ সেই ৰসো ( বিষয় তৃষ্ণাও ) ফিৰি যায় যেতিয়া তেওঁ ভগৱানক দেখে অৰ্থাৎ উপলব্ধি কৰে বা ভগৱানৰ ওচৰত আত্ম সমৰ্পণ কৰে।

( স্থিতপ্ৰজ্ঞ যোগীয়ে আত্মাৰ সাক্ষাৎ লাভ কৰি ভোগ আৰু বাসনাৰ পৰা নিবৃত্ত হব পাৰে। ) ৫৯ ॥

**ব্যাখ্যাঃ**—ইন্দ্ৰিয়বোৰৰ বিষয় ভোগৰ প্ৰবৃত্তি থাকিলে স্থিতপ্ৰজ্ঞৰ লক্ষণ হব নোৱাৰে। যিবিলাক লোকে বলেৰে ইন্দ্ৰিয় দমন কৰিবলৈ বিচাৰে তেওঁলোকে ইন্দ্ৰিয়ৰদ্বাৰা বিষয় ভোগৰপৰা নিবৃত্ত থাকিব পাৰে সঁচা ; কিন্তু তেওঁলোকৰ বাসনা বা আসক্তি নিবৃত্ত নহয়। যেনে যিজন ব্যক্তি অজ্ঞ, যিজন ব্যক্তি পীড়াগ্ৰস্ত বা যিজন ব্যক্তি উপবাসী তেনে লোকে আহাৰ গ্ৰহণ নকৰিব পাৰে ; কিন্তু তেওঁৰ ক্ষুধা তৃষ্ণা বলবৎ হৈ থকা কাৰণে ভোগৰ আকাঙ্ক্ষা নিবৃত্ত নহয়। যিবিলাক লোকে ভগৱানক দৰ্শন কৰিব পাৰিছে, উপলব্ধি কৰিব পাৰিছে বা ভগৱানৰ ওচৰত আত্ম সমৰ্পণ কৰিব পাৰিছে, তেওঁবিলাকৰ ওচৰত ৰসো ( ভোগ-বাসনাৰ প্ৰতি ইচ্ছা, ক্ষুধা-তৃষ্ণা নিবাৰণৰ বাসনা ইন্দ্ৰিয় ভোগৰ স্বাভাৱিক আকৰ্ষণ বা বাসনাও ) নিবৃত্ত হৈ যায়। ৫৯ ॥

"ইন্দ্ৰিয়ৰ আৰু বিষয়ৰ সংযোগ একো দোষৰ কথা নহয়। সংসাৰত থাকিলেই এনে সংযোগ নহৈ নোৱাৰে—এয়ে ঈশ্বৰৰ বিধান। আমি বহি থাকিলেও একো নকৰিলেও, জগৎখন দেখিমেই, সূৰ্য্যৰ তাপ পামেই অৰ্থাৎ চকুৰে দেখিবই, কাণে শুনিবই, স্পৰ্শেন্দ্ৰিয়ই শীত উষ্ণ আদি অনুভৱ কৰিবই—এইবোৰ স্বভাৱৰ কাৰ্য্য। ইয়াত আমাৰ হাত নাই ; ইয়াত আমাৰ দোষ

নাই। কিন্তু এই বাহ্য বিষয়ৰ সংযোগত আমাৰ মনত যি ক্রিয়া বা প্রতিক্রিয়া বা চাঞ্চল্য হয়, তাত হে আচল দোষ ঘটিব পাৰে আৰু ঘটে। এই চাঞ্চল্যক ভোগ লিপ্সা বা কামনা বোলে। ইন্দ্রিয়ৰ বিষয় পৰিত্যাগ কৰিলেও এই কামনা দূৰ নহয়—যেনে নিৰাহাৰ ব্যক্তিৰ নহয়। এই ভোগ লালসা দূৰ কৰিবলৈ হ'লে, লাহে লাহে কামনা ক্ষীণ কৰি আনিব লাগিব আৰু শেহত আত্মজ্ঞান লাভ কৰিলেহে [ পৰং দৃষ্ট্বা ] এই কামনা সমূলে ধ্বংস হ'ব।"

( বেদান্ত বাচস্পতি )

ইন্দ্রিয় সংযম কৰাৰ অভ্যাস তো কৰিবই-লাগিব, লগে লগে ভগৱানৰ ওপৰত নির্ভৰ কৰিবলৈকো শিকিব লাগিব। ( বেদ-বেদান্তশাস্ত্রী )

যততোহ্যপি কৌন্তেয় পুৰুষস্য বিপশ্চিতঃ।
ইন্দ্রিয়াণিপ্রমাথীনি হৰন্তি প্রসভং মনঃ ॥ ৬০

**অন্বয়ঃ**—হে কৌন্তেয়! প্রমাথীনি ইন্দ্রিয়াণি যততঃ বিপশ্চিতঃ পুৰুষস্য অপি মনঃ প্রসভং হৰন্তি হি।

প্রমাথীনি—( প্রমথন শীলানি, চিত্তবিক্ষেপকাৰিণং )
বিপশ্চিতঃ—( বিবেকিনঃ, মেধাবিনঃ )
প্রসভম্—( বলাৎ ), যততঃ—মোক্ষার্থং প্রয়তমানস্য।

**অনুবাদঃ**—হে কৌন্তেয়। ইন্দ্রিয়বিলাক বলৱান্। এই ইন্দ্রিয়বিলাকে চিত্তবিক্ষেপ ঘটায়। যিবিলাক জ্ঞানীলোকে ইন্দ্রিয় দমন কৰিবলৈ যত্ন কৰে সেইবিলাক জ্ঞানী পুৰুষৰ মনোবলেৰে পূৰণ কৰে অর্থাৎ বিষয় ভোগত নিযুক্ত কৰে। ৬০ ॥

**ব্যাখ্যাঃ**—ইন্দ্রিয় সংযমং বিনা স্থিতপ্রজ্ঞতা ন সম্ভৱতি, অতঃ সাধকায় স্থায়াং তত্র মহান্ প্রযত্নঃ কর্তব্যঃ। ( শ্রীধৰ ) ইন্দ্রিয় সংযম ব্যতিৰেকে স্থিতপ্রজ্ঞতা সম্ভৱ নহয়; সেইবাবে সাধক অৱস্থাত সেই বিষয়ে মহৎ প্রযত্ন কৰিব লাগিব। ইন্দ্রিয় সংযম যেনে তেনে কৰিবই লাগিব; ইন্দ্রিয় সংযম নহলে স্থিতপ্রজ্ঞ ভাৱ আহিব নোৱাৰে। ইন্দ্রিয়বিলাক ইমান বলৱান্ যে যত্ন কৰিলেও জ্ঞানী ( বিবেকী ) ব্যক্তিৰো মন প্রলোভনৰ দ্বাৰা হৰণ কৰে। ৬০ ॥

তানি সর্বাণি সংযম্য যুক্ত আসীত মৎপৰঃ।
বশে হি যস্যেন্দ্রিয়াণি তস্য প্রজ্ঞা প্রতিষ্ঠিতা ॥ ৬১

**অন্বয় :**—যুক্তঃ তানি সৰ্বাণি সংযম্য মৎপৰঃ [ সন্ ] আসীত, হি যস্য ইন্দ্ৰিয়াণি বশে [ তিষ্ঠতি ] তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা [ ভৱতি ]।

যস্মাৎ এবং তস্মাৎ তানি ইতি। যুক্তো যোগী তানি ইন্দ্ৰিয়াণি সংযম্য মৎপৰঃ সন্ আসীত, যস্য বশে বশবৰ্তীনি ইন্দ্ৰিয়াণি। এতেন চ কথম্ আসীত ইতি প্ৰশ্নস্য বশীকৃত ইন্দ্ৰিয়ঃ সন্ আসীত ইতি উত্তৰম্ ভৱতি। ( শ্ৰীধৰ )

**অনুবাদ :**—( এনেকুৱাই যেতিয়া অৱস্থা সেই ক্ষেত্ৰত ) ইন্দ্ৰিয় সংযত কৰি ( বাসনা ত্যাগ কৰি ) অনন্যচিত্তে মোৰ একান্ত ভক্ত হৈ থাকিবা। কাৰণ সেইদৰে সমাহিতচিত্তে থকা ব্যক্তিৰ হে ইন্দ্ৰিয়বিলাক বশীভূত হয় ; তেৱেঁই স্থিত প্ৰজ্ঞ।

ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে ॥ ৬২

**অন্বয় ঃ**—বিষয়ান্ ধ্যায়তো পুংসঃ তেষু সঙ্গঃ উপজায়তে। সঙ্গাৎ কামঃ সঞ্জায়তে। কামাৎ ক্ৰোধঃ অভিজায়তে॥ ৬২ ॥

সঙ্গঃ=আসক্তিঃ

ক্ৰোধাৎ ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্ৰমঃ।
স্মৃতি ভ্ৰংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি ॥ ৬৩

**অন্বয় :**—ক্ৰোধাৎ সম্মোহঃ ভৱতি, সম্মোহাৎ স্মৃতিবিভ্ৰমঃ, স্মৃতিভ্ৰংশাৎ বুদ্ধিনাশঃ, বুদ্ধিনাশাৎ প্ৰণশ্যতি। ৬৩ ॥

সম্মোহঃ=সদসৎ বিবেকাভাৱঃ।

**অনুবাদ ঃ**—(৬২, ৬৩) ( নহলে অৰ্থাৎ বাহ্যেন্দ্ৰিয় বিলাক যদি সংযত নহয় আৰু মন যদি সংযত নহয় ) বিষয় চিন্তা কৰোঁতে কৰোঁতে বিষয়ৰ প্ৰতি আসক্তি জন্মে। আসক্তিৰ পৰা কামনাৰ উদয় হয়, কামনাসিদ্ধিৰ ব্যাঘাত হ'লে ক্ৰোধৰ উৎপত্তি হয়। ক্ৰোধৰপৰা সম্মোহ ( সৎ অসৎ বিবেকৰ অভাৱ ) হয়, বিমূঢ় হয়। এই সম্মোহৰপৰা স্মৃতিশক্তি নাশ হয় ( শাস্ত্ৰ কথা আৰু গুৰুৰ উপদেশ পাহৰি যায় )। স্মৃতিনাশ হ'লে বুদ্ধি নাশ হয় আৰু বুদ্ধি নাশ হ'লে সৰ্বনাশ হয় ( মৃততুল্য হয়—মনুষ্যত্ব নাশ হোৱা যাবে )।

**ব্যাখ্যা ঃ**—বাহ্যেন্দ্ৰিয় বিলাক নিগ্ৰহ কৰিয়েই নিশ্চিন্ত হব নোৱাৰি।

মনো নিগৃহীত হব লাগিব। নহলে ওপৰত উল্লেখ কৰা দোষ ৰোৰ ঘটে। গতিকে মনকো নিগ্ৰহ কৰিবলৈ যত্নবান্ হোৱা। এয়ে এই দুটা শ্লোকৰ তাৎপৰ্য্য।

( ৬৪-৭১ শ্লোক পৰ্য্যন্ত 'ব্ৰজেত কিম্' ? প্ৰশ্নৰ উত্তৰ )

**ৰাগ দ্বেষ বিমুক্তৈস্তু বিষয়ান্ ইন্দ্ৰিয়ৈশ্চৰন্।**

**আত্মবশ্যৈৰ্ বিধেয়াত্মা প্ৰসাদম্ অধিগচ্ছতি ॥। ৬৪**

**অন্বয় ঃ**—তু ৰাগদ্বেষ বিমুক্তৈঃ আত্মবশ্যৈঃ ইন্দ্ৰিয়ৈঃ বিষয়ান্ চৰন্ বিধেয়-আত্মা প্ৰসাদম্ অধিগচ্ছিত। ৬৪

বিধেয়-আত্মা=বশীকৃতমনাঃ যোগী

প্ৰসাদম্=প্ৰসন্নতাম্, শান্তিম্

**অনুবাদ ঃ**—কিন্তু যাৰ অন্তঃকৰণ বশীভূত হৈছে সেই ব্যক্তিৰ আসক্তি আৰু বিদ্বেষ নাথাকে আৰু সেই ব্যক্তিৰ অধীনত থকা ইন্দ্ৰিয়বৰ্গ যদি বিষয়তো বিচৰণ কৰে, তথাপি সেই ব্যক্তিয়ে চিত্তৰ প্ৰসন্নতা লাভ কৰে। ৬৪

**ব্যাখ্যা ঃ**—ইন্দ্ৰিয়বিলাকৰ স্বভাবেই হৈছে বিষয়ত বিচৰণ কৰা। সেই দোষ নিবোধ কৰা সম্ভব নহয়, গতিকে স্থিতপ্ৰজ্ঞতা কেনেকৈ লাভ কৰা যাব? তাৰ উত্তৰত কৈছে যে ইন্দ্ৰিয় বিলাক নিজৰ মনৰ অধীন হৈ গৈছে। ( বশীভূত হৈ গৈছে )। এনে মন যাৰ সেই লোকে স্বাধীনভাৱে ইন্দ্ৰিয়বিলাকৰ দ্বাৰা বিষয় ভোগ কৰিলেও পৰম শান্তি পায়।

"শুদা বিষয় আৰু সংযোগ একো দোষৰ কথা নহয়। এইটো স্বাভাবিক সংযোগ। ইয়াৰ পৰা উৎপন্ন হোৱা মনৰ চাঞ্চল্য বা ভোগলিপ্সা হে আমাৰ শত্ৰু। এতিয়া গীতাই কৈছে যে ৰাগ-দ্বেষ ৰহিত হ'লে, আত্মজয়ী পুৰুষে ইন্দ্ৰিয়ৰ আৰু বিষযৰ নিত্যসংযোগ থকা সত্বেও ( অনাসক্ত ভাৱে ইন্দ্ৰিয় বিষয় উপভোগ কৰিও ) শান্তিপুৰ্ণ, সুখময় আৰু শোকশূন্য অৱস্থা লাভ কৰিব পাৰে।"

( বেদান্ত বাচস্পতি )

**প্ৰসাদে সৰ্ব্ব দুঃখানাং হানিৰ্ অস্যোপজায়তে।**

**প্ৰসন্ন-চেতসা হ্যাশু বুদ্ধিঃ পৰ্য্যৱতিষ্ঠাত ॥ ৬৫**

**অন্বয় ঃ**—প্ৰসাদে ( সতি ) অস্য সৰ্বদুঃখানাং হানিঃ উপজায়তে, হি-প্ৰসন্ন চেতসঃ বুদ্ধিঃ আশু পৰ্য্যৱতিষ্ঠতে ( প্ৰতিষ্ঠিতা ভৱতি )।

**অনুবাদ ঃ**—চিত্তপ্ৰসন্ন হ'লে সেই ব্যক্তিৰ সমস্ত দুঃখৰ নাশ হয়। প্ৰসন্ন-চিত্ত ব্যক্তিৰ বুদ্ধি সহজে আৰু শীঘ্ৰে স্থিৰ হৈ যায়। (তেওঁ স্থিতপ্ৰজ্ঞ হয় )। ৬৫

**ব্যাখ্যা** :—যদি মনক সম্পূৰ্ণৰূপে বিষয়ৰপৰা নিগ্ৰহ কৰিব পৰা যায়। তেতিয়া বাহেন্দ্ৰিয় নিগ্ৰহৰ আৱশ্যক নকৰে। যে ব্যক্তিয়ে চিত্তক সমাহিত কৰিব পৰা নাই, তেওঁ বাহেন্দ্ৰিয়ৰ নিগ্ৰহ কৰিলেও আসক্তি আৰু বিদ্বেষ থকা বাবে বিষয় বাসনাত প্ৰমত্ত হৈ পুৰুষাৰ্থৰপৰা ভ্ৰষ্ট হয়। কিন্তু যিজনে অন্তঃকৰণক আত্মবশীভূত কৰিব পাৰিছে, তেওঁ অনুৰাগ আৰু বিদ্বেষৰ অতীত; সুতৰাং কৰ্মেন্দ্ৰিয়ৰ দ্বাৰা ইন্দ্ৰিয় গ্ৰাহ্য বিষয় সমূহ ভোগ কৰিও, চিত্ত প্ৰসাদৰ অধিকাৰী হৈ আত্মসাক্ষাৎকাৰ ৰূপ চৰম সুখলাভৰ যোগ্যতা লাভ কৰে; কাৰণ মন যদি বশীভূত থাকে, তেতিয়া তাৰ অধীনত থকা ইন্দ্ৰিয়সমূহ মনৰ অনুমোদন নথকা বিষয় সমূহত ব্যাপৃত থাকিব নোৱাৰে। গতিকে চিত্ত শুদ্ধিৰ ব্যাঘাত জন্মাবলৈ সমৰ্থ নহয়। যিবোৰ বিষয় মনত পৰা মাত্ৰকে মনত মলিনতা উপস্থিত হয়, সেইবোৰ বিষয় অনাসক্তভাৱে ভোগ কৰিলেও চিত্তৰ মলিনতা ঘটাব নোৱাৰে। সেই কাৰণে চিত্ত চিৰ-প্ৰসন্ন থাকে। প্ৰসন্ন-চিত্ত পুৰুষৰ সকলো প্ৰকাৰ দুঃখ (আধিভৌতিক, আধিদৈৱিক, আধ্যাত্মিক) নিবাৰিত হৈ যায়। তেতিয়া প্ৰসন্ন-চিত্ত ব্যক্তিৰ বুদ্ধি ব্ৰহ্ম আৰু আত্মাক অভেদ জ্ঞান কৰি অচঞ্চলভাৱে সৰ্বত্ৰ পৰিব্যাপ্ত অথচ স্থিৰভাৱাপন্ন হৈ থাকে। চিত্ত-প্ৰসাদৰ ফলত সাংসাৰিক বিৰুদ্ধ ভাৱনা প্ৰবাহ নিৰুদ্ধ হয়; সুতৰাং বুদ্ধি বিচলিত হবৰ কোনো কাৰণ নাথাকে। (কৃষ্ণচন্দ্ৰৰ গীতা)

বুদ্ধি স্থিৰ বা একাগ্ৰ নহলে কি কি দোষ হব পাৰে তাক পাছৰ শ্লোকত কৈছে।

নাস্তি বুদ্ধিৰ্ অযুক্তস্য ন চাযুক্তস্য ভাৱনা।
ন চাভাৱয়তঃ শান্তিৰ্ অশান্তস্য কুতঃ সুখম্ ॥ ৬৬

অযুক্তস্য বুদ্ধিঃ নাস্তি; অযুক্তস্য ভাৱনা চ নাস্তি; অভাৱয়তঃ চ শান্তিঃ ন; অশান্তস্য সুখং কুতঃ। ৬৬॥

অযুক্তস্য=অৱশীকৃত ইন্দ্ৰিয়স্য

বুদ্ধিঃ=আত্মবিষয়ণী বুদ্ধিঃ, প্ৰজ্ঞা

ভাৱনা=ধ্যানং, আত্মচিন্তা, ঈশ্বৰ চিন্তা, নিদিধ্যাসনম্

শান্তিঃ=আত্মনি চিত্তোপৰতিঃ, বিষয়তৃষ্ণা ক্ষয়জনিত প্ৰসন্নতা

সুখং=পৰমানন্দং, আত্মানন্দং, মোক্ষানন্দং, প্ৰেমানন্দং

**অনুবাদ** :—যি ব্যক্তি জিতেন্দ্ৰিয় নহয় তাৰ বুদ্ধি নাই (তেনে ব্যক্তিৰ আত্মধ্যান বিষয়ে প্ৰজ্ঞা উৎপন্ন হোৱা নাই)। তেনে ব্যক্তিয়ে আত্মবিষয়ে ধ্যান

বা চিন্তা কৰিব নোৱাৰে। (ঈশ্বৰ চিন্তা কৰিব নোৱাৰে); গতিকে তেওঁ শান্তি (চিত্ত প্ৰসন্নতা) নাপায়। শান্তি নাপালে প্ৰকৃত সুখ (পৰমানন্দ সুখ) নাপায়। ৬৬ ॥

**ব্যাখ্যা** :—যাৰ ইন্দ্ৰিয়সমূহ বশীভূত হোৱা নাই, তেওঁৰ শাস্ত্ৰ আৰু গুৰুৰ উপদেশৰপৰা পোৱা শ্ৰৱণ মনন ৰূপ আত্মবিষয়িনী বুদ্ধি (প্ৰজ্ঞা) জন্মিব নোৱাৰে; তেওঁৰ নিদিধ্যাসনৰূপ ভাৱনাও কেতিয়াও হব নোৱাৰে (ঈশ্বৰ চিন্তাও হ'ব নোৱাৰে)। এইৰূপ ভাৱনা নহলে মানুহৰ বুদ্ধি বৃত্তি ব্ৰহ্মৰূপ আত্মবস্তুত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে। আত্মচিন্তাৰূপ যি ধ্যান, সেই ধ্যান ব্যতিৰেকে ব্ৰহ্মৰ আৰু আত্মাৰ অভেদবোধ নহয়। সেইবাবে চিত্তৰ স্থিৰতা নাহে। সেইবাবে তেওঁৰ শান্তি নহয়। মোক্ষানন্দৰূপ পৰম বস্তুৰ অধিকাৰ লাভ নহয়। ইন্দ্ৰিয় নিগ্ৰহেই আত্মানন্দ লাভৰ একমাত্ৰ উপায়। ৬৬ ॥

(কৃষ্ণচন্দ্ৰৰ গীতা)

ইন্দ্ৰিয়াণাং হি চৰতাং যন্মনোঽনুবিধীয়তে।
তদস্য হৰতি প্ৰজ্ঞাং বায়ুৰ্নাবম্ ইবাম্ভসি ॥ ৬৭

**অন্বয়** :—হি মনঃ চৰতাং ইন্দ্ৰিয়াণাং যৎ মনঃ অনুবিধীয়তে তৎ বাযুঃ অম্ভসি নাবম্ ইব অস্য প্ৰজ্ঞাং হৰতি।

হি (যস্মাৎ) মনঃ স্বৈৰবিষয়েষু প্ৰৱৰ্ত্তমানানাং ইন্দ্ৰিয়াণাং মধ্যে একং অপি অনুযাতি তৎ ইন্দ্ৰিয়ং অস্য (মনসঃ পুৰুষস্য) যথা বায়ুঃ অম্ভসি (জলে) নাৱম্ (নৌকাং) বিক্ষিপ্তং কৰোতি তদ্ৰূপম প্ৰজ্ঞাং (আত্মবিষয়াং বুদ্ধিং) হৰতি (বিষয় বিক্ষিপ্তাং কৰোতি)

অনুবিধীয়তে = অনুযাতি।

**অনুবাদ** :—ইন্দ্ৰিয়বিলাক যদি নিগৃহীত নহয়, তেতিয়া হ'লে সেই ইন্দ্ৰিয়বিলাকে স্বাধীনভাৱে (নিজ নিজ ইচ্ছানুসাৰে) বিষয়সমূহত বিচৰণ কৰি ফুৰে। মন যদি সেই অসংযত ইন্দ্ৰিয়বিলাকৰ ভিতৰত এটাৰো অনুগামী হয়, তেতিয়া সাধনাৰ পথত পুৰুষৰ প্ৰজ্ঞা হৰণ কৰে অৰ্থাৎ বিষয়ভোগৰদ্বাৰা তেওঁৰ প্ৰজ্ঞা বিক্ষিপ্ত হৈ অকৰ্মণ্য হৈ পৰে। নাৱৰ গুৰিয়াল যদি প্ৰমত্ত হয়, সেই নাৱক সমুদ্ৰত যেনেকৈ বায়ুৱে যেনি তেনি ঘূৰাই লৈ যায়, তেনেকৈ সেই পুৰুষৰ প্ৰজ্ঞাকো বিষয়সমূহৰ মাজত বিক্ষিপ্ত কৰে। ৬৭ ॥

তস্মাৎ যস্য মহাবাহো নিগৃহীতানি সৰ্বশঃ।
ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেভ্যস্ তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা ॥ ৬৮

**অন্বয়**:—মহাবাহো! তস্মাৎ যস্য ইন্দ্ৰিয়াণি ইন্দ্ৰিয়-অৰ্থেভ্যঃ সৰ্বশঃ নিগৃহীতানি তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা।

ইন্দ্ৰিয়-অৰ্থেভ্যঃ = বিষয়েভ্যঃ।

**অনুবাদ**:—অতএৱ হে মহাবাহো! যাৰ ইন্দ্ৰিয়বিলাক বিষয়বপৰা নিগৃহীত হৈছে, তেওঁৰেই প্ৰজ্ঞা প্ৰতিষ্ঠিতা হৈছে বুলি জানিবা।

**ব্যাখ্যা**:—কোনো ভোগ্য পদাৰ্থতেই যাৰ ইন্দ্ৰিয়বিলাক লালসান্বিত নহয়, তেওঁ বিষয় ভোগ কৰিলেও আসক্তি নাই কাৰণে তেওঁ স্থিতপ্ৰজ্ঞ অৰ্থাৎ তেওঁৰ প্ৰজ্ঞাই প্ৰকৃততে স্থিৰভাৱ গ্ৰহণ কৰিছে।

যা নিশা সৰ্বভূতানাং তস্যাং জাগৰ্ত্তি সংযমী।
যস্যাং জাগ্ৰতি ভূতানি সা নিশা পশ্যতো মুনেঃ ॥ ৬৯

**অন্বয়**:—সৰ্বভূতানাং যা নিশা তস্যাং সংযমী জাগৰ্তি; যস্যাং ভূতানি জাগ্ৰতি সা পশ্যতঃ মুনেঃ নিশা।

সৰ্বভূতানাং—অজ্ঞান-ধ্বান্ত-আবৃত মতীনাম্ সৰ্বেষাং প্ৰাণিনাম্

যা নিশা—নিশা ইব আত্মনিষ্ঠা, অন্ধকাৰ স্বৰূপা

তস্যাং সংযমী জাগৰ্ত্তি—তস্যাং আত্মনিষ্ঠায়াং (যা অন্ধকাৰ স্বৰূপা আত্মনিষ্ঠা তস্যাম্) সংযমী প্ৰবুধ্যতে।

বিষয় নিষ্ঠায়াং ভূতানি প্ৰবুধ্যন্তে। আত্মতত্ত্বং পশ্যতো মুনেঃ সা নিশা।

**অনুবাদ**:—সকলো প্ৰাণীৰ কাৰণে যি ৰাতি, সেই সময়ত সংযমী (স্থিতপ্ৰজ্ঞ) লোক জাগি থাকে। যি সময়ত সকলো লোক জাগি থাকে, সেই সময় সংযমী ব্যক্তিৰ কাৰণে ৰাতি।

**ব্যাখ্যা**:—অজ্ঞ জনসাধাৰণ আত্মনিষ্ঠাত নিদ্ৰিত থাকে, বিষয়ত জাগ্ৰত হৈ থাকে। সংযমী যোগী পুৰুষ আত্মনিষ্ঠাত জাগ্ৰত আৰু বিষয়ত নিদ্ৰিত; অৰ্থাৎ অজ্ঞ ব্যক্তিবিলাক বিষয় চিন্তাত নিৰত থাকে আৰু আত্মচিন্তাত বিৰত থাকে, সংযমী বিষয়ত বিৰত আৰু আত্মচিন্তাত নিৰত থাকে।

"সুখ-দুঃখ, লোভ-মোহ, শান্তি-অশান্তি ইত্যাদি দ্বন্দ্বপূৰ্ণ জীৱনেই সাধাৰণ মানুহৰ সংসাৰ; এয়ে সিহঁতৰ প্ৰকৃত জীৱন। সিহঁতৰ পক্ষে এয়ে জাগ্ৰত

অৱস্থা বা দিন। আত্মজ্ঞানী পুৰুষে কিন্তু বুজে যে এইবোৰ আত্মাৰ পক্ষে যেন দুঃস্বপ্ন; এই দুঃখ ভাগিলত হে তেওঁলোকৰ প্ৰকৃত জীৱন আৰম্ভ হ'ল। সেই গুণেই এইবিলাক তেওঁলোকৰ ৰাতি আছিল বুলি তেওঁলোকে বুজে; আকৌ এয়ে জ্ঞানীৰ শান্তিপূৰ্ণ জীৱন, তেওঁবিলাকৰ দিন, আমাৰ পক্ষে ই ৰাতিৰ সামাজিক হে।" ( বেদান্ত বাচস্পতি )

এই জগতত প্ৰধানতঃ দুই প্ৰকাৰৰ লোক দেখা যায়। জ্ঞানী বা আত্মনিষ্ঠ আৰু অজ্ঞান বা বিষয়নিষ্ঠ। এই শ্লোকত কোৱা হৈছে যে—জ্ঞানীৰ পক্ষে যি সময় ৰাতি, অজ্ঞানৰ পক্ষে সেই সময় দিন। দিন কাক বুলিছে আৰু ৰাতি কাক বুলিছে সেইটো চাব লাগিব।

যি বিষয়ে যাৰ জ্ঞান নাই, সেয়ে তাৰ পক্ষে ৰাতি; আৰু যি বিষয়ে যাৰ জ্ঞান আছে সেয়ে তাৰ পক্ষে দিন। কোনো কোনো জীৱে দিনত দেখা নাপায়। সেইবাবে দিনত সিহঁতে শুই থাকে; ৰাতি দেখা পায় সেইবাবে মানুহৰ পক্ষে যি ৰাতি সেয়ে সিহঁতৰ পক্ষে দিন। সেইদৰে পৰমাৰ্থ তত্ত্ব লৈ জ্ঞানী আৰু অজ্ঞানৰ পক্ষে দিন আৰু ৰাতিৰ কল্পনা কৰা হৈছে। যি পৰমাৰ্থ তত্ত্ব অজ্ঞানৰ পক্ষে ৰাতি সেয়ে জ্ঞানীৰ পক্ষে দিন।

পৰমাৰ্থ তত্ত্বৰ বাহিৰে আন কোনো বাহ্য বস্তুত জ্ঞানীৰ দৃষ্টি নাথাকে, কিন্তু অজ্ঞানবিলাকৰ দৃষ্টি বাহ্য বস্তুতে আসক্ত থাকে—সেইকাৰণে সেয়ে অজ্ঞান-বিলাকৰ দিন আৰু জ্ঞানীবিলাকৰ ৰাতি। অজ্ঞানবিলাকৰ আত্মতত্ত্ব সম্পৰ্কে কোনো দৃষ্টি নথকা বাবে—সেয়ে তেওঁলোকৰ ৰাতি আৰু আত্মতত্ত্ব সম্পৰ্কে জ্ঞানীবিলাকৰ দৃষ্টি থকা বাবে সেয়ে তেওঁবিলাকৰ দিন।

ইয়াৰ আগতে কোৱা হৈছে যিজনে ইন্দ্ৰিয় সংযম কৰিছে তেৱেঁই সংযমী বা যোগী অৰ্থাৎ আত্মজ্ঞানী আৰু বিষয়নিষ্ঠাপৰায়ণ সাধাৰণ লোক অসংযতচিত্ত গতিকে অজ্ঞান। ৬৯ ॥ ( কৃষ্ণচন্দ্ৰৰ গীতাৰ সহায়ত )

আপূৰ্য্যমাণম্ অচলপ্ৰতিষ্ঠং
সমুদ্ৰম্ আপঃ প্ৰৱিশন্তি যদ্ বৎ।
তদ্ বৎ কামা(ঃ) যং প্ৰবিশন্তি সৰ্বে
স শান্তিম্ আপ্নোতি ন কাম কামী ॥ ৭০

**অন্বয় ঃ**—যদ্ বৎ আপঃ আপূৰ্য্যমাণং অচলপ্ৰতিষ্ঠং সমুদ্ৰং প্ৰৱিশন্তি তদ্ বৎ সৰ্বে কামাঃ যং প্ৰৱিশন্তি, সঃ শান্তিম্ আপ্নোতি, কামকামী ন।

নানা নদীভিঃ আপূৰ্য্যমাণং অপি অচলপ্ৰতিষ্ঠম্ অনতিক্ৰান্তমৰ্য্যাদং সমুদ্ৰং পুনৰপি অন্য আপঃ যথা প্ৰৱিশন্তি, তথা কামাঃ বিষয়াঃ যং মুনিম্ অন্তৰ্দৃষ্টিং ভোগৈঃ অবিক্ৰিয়মাণম্ এব প্ৰাৰব্ধ কৰ্মভিঃ আক্ষিপ্তাঃ সন্তঃ প্ৰৱিশন্তি স শান্তিম্ কৈৱল্যং আপ্নোতি নতু কামকামী ভোগকামনাশীলঃ। ৭০ ॥ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—যেনেকৈ নদনদীৰ পানীৰে পৰিপূৰিত প্ৰশান্ত সমুদ্ৰত আন আন নদনদীৰ পানী আহি সোমায় আৰু বিলীন হৈ যায়, তেনেকৈ যি মহাত্মাত বিষয়বোৰ প্ৰৱেশ কৰিও কোনোৰূপ চিত্ত বিক্ষেপ উৎপন্ন নকৰে, তেৰেঁই শান্তি লাভ কৰে ; যিজনে ভোগ কামনা কৰে তেওঁ শান্তি নাপায়। ৭০ ॥

**ব্যাখ্যা** ঃ—সকলো নৈ আহি সাগৰত পৰে ; কিন্তু সাগৰ নাবাঢ়ে ; সাগৰ সদায় পৰিপূৰ্ণ, সদায় অচল—নৈৰ পানী সোমোৱা কাৰণে সাগৰৰ হ্ৰাস বৃদ্ধি নহয় ; কিন্তু পুখুৰীত বাহিৰৰ পৰা পানী সোমালে সি ওফন্দি উঠে আৰু আগৰ নিৰ্মল পানীও ঘোলা হৈ যায়। সেইদৰেই সাধাৰণ মানুহবো সামান্য বাসনাৰ পৰাই চিত্ত বিক্ষেপ হয় ; বুদ্ধিস্থ আগৰ জ্ঞানো লুপ্ত হয় ; নকৰিবলগীয়া কামো কৰে, মনৰ শান্তিও হেৰুৱায়। জ্ঞানী মানুহৰ এনে নহয়। সকলো ইন্দ্ৰিয় বিষয় আহি তেওঁৰ মনত সোমালেও তেওঁৰ মন অচল হৈ থাকে, যেন নৈৰ পানী সাগৰত হে পৰিলহি ; তেওঁৰ চিত্ত সদায় সকলো অৱস্থাতে শান্তিপূৰ্ণ। ৭০ ॥ ( বেদান্ত বাচস্পতি )

বিহায় কামান্ যঃ সৰ্বান্ পুমাংশ্চৰতি নিঃস্পৃহঃ।
নিৰ্মমো নিৰহঙ্কাৰঃ স শান্তিম্ অধিগচ্ছতি ॥ ৭১

**অন্বয়** ঃ—যঃ পুমান্ সৰ্বান্ কামান্ বিহায় নিস্পৃহঃ নিৰহঙ্কাৰঃ নিৰ্মমঃ [ সন্ ] চৰতি, সঃ শান্তিম্ অধিগচ্ছতি।

প্ৰাপ্তান্ কামান্ বিহায় উপেক্ষ্য অপ্ৰাপ্তেষু চ নিস্পৃহঃ যতো নিৰহঙ্কাৰঃ অতএৱ তৎ ভোগসাধনেষু নিৰ্মমঃ সন্ অন্তৰ্দৃষ্টিঃ ভূত্বা যঃ চৰতি প্ৰাৰব্ধবশেন ভোগান্ ভুঙ্‌ক্তে। যত্ৰ কুত্ৰাপি গচ্ছতি বা সঃ শান্তিং প্ৰাপ্নোতি। ( শ্ৰীধৰ )

নিৰ্মমঃ=মমত্ব বোধশূন্যঃ—মোৰ এই বোধ নাই।

নিৰহঙ্কাৰঃ=অহং বোধশূন্যঃ—মোৰ এই বোধ নাই।

চৰতি=কাম কৰে—কৰ্মযোগৰ অনুষ্ঠান কৰে, কৰ্ম ত্যাগ নকৰে, কামনা ত্যাগ কৰি কৰ্ম কৰে।

**অনুবাদ ঃ**—যি ব্যক্তি সকলো প্ৰকাৰ কামনা ত্যাগ কৰি নিস্পৃহভাৱে কৰ্ম কৰে, যাৰ 'মোৰ মই' ভাব নাই, তেৱেঁই শান্তি সম্পূৰ্ণৰূপে পায়। ৭১

এষা ব্ৰাহ্মী স্থিতিঃ পাৰ্থ নৈনাং প্ৰাপ্য বিমুহ্যতি।
স্থিত্বাস্যাম্ অন্তকালেঽপি ব্ৰহ্ম নিৰ্বাণম্ ঋচ্ছতি ॥ ৭২

**অন্বয় ঃ**—পাৰ্থ। এষা ব্ৰাহ্মীস্থিতিঃ। এনাং প্ৰাপ্য ন বিমুহ্যতি। অন্তকালে অপি অস্যাম স্থিত্বা ব্ৰহ্মনিৰ্বাণম ঋচ্ছতি।

ব্ৰাহ্মীস্থিতিঃ ব্ৰহ্মজ্ঞান নিষ্ঠা তথা এবং বিধা, এনাং পৰমেশ্বৰ-আৰাধনেন বিশুদ্ধান্তঃকৰণঃ পুমান প্ৰাপ্য ন বিমুহ্যতি পুনঃ সংসাৰ মোহং ন প্ৰাপ্নোতি। যতঃ অন্তকালে মৃত্যুসময়ে অপি অস্যাং ক্ষণমাত্ৰং স্থিত্বা ব্ৰহ্মনিৰ্বাণং ব্ৰহ্মণি লয়ং ঋচ্ছতি প্ৰাপ্নোতি কিং পুনঃ বক্তব্যং বাল্যম্ আৰভ্য স্থিত্বা প্ৰাপ্নোতি ইতি।

( শ্ৰীধৰ )

**অনুবাদ ঃ**—হে পাৰ্থ। এয়ে ব্ৰাহ্মীস্থিতি অৰ্থাৎ মহতী ভূমিত অৱস্থান। এই অৱস্থা পালে কোনো মোহগ্ৰস্ত নহয়, অন্তিম কালতো যিজনে এই অৱস্থা লাভ কৰে।

( ব্ৰহ্ম নিৰ্ব্বাণ = মোক্ষ , ব্ৰহ্মানন্দ বা ব্ৰহ্মৰ লগত অভিন্ন ভাৱে স্থিতি )। ৭২

ইতি শ্ৰীমদ ভগবদ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগ শাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে সাংখ্যযোগো নাম দ্বিতীয়োঽধ্যায়ঃ।

## দ্বিতীয় অধ্যায়ত উল্লেখ কৰা বিষয়ৰ সংক্ষিপ্ত টোকা

(১) অৰ্জুনৰ বিষাদ যোগ আৰু অৰ্জুনে কি কৰা উচিত এই বিষয়ে শ্ৰীকৃষ্ণৰ ওচৰত শিষ্য হিচাপে উপদেশ প্ৰাৰ্থনা কৰিছে।

"শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্।" ( ১—৯ শ্লোক )

(২) শ্ৰীকৃষ্ণই ভীষ্মাদিৰ মৃত্যুৰ আশঙ্কাত অৰ্জুনৰ যি মোহ আৰু বিষাদ উপস্থিত হৈছিল তাক নিবাৰণ কৰিবৰ বাবে ( গুৰুৰ নিচিনাকৈ ) আত্মতত্ত্বৰ উপদেশ দিছে। দেহৰ বিনাশ হয়, সত্য। কিন্তু আত্মাৰ বিনাশ নাই। মৃত্যু আত্মাৰ দেহান্তৰ প্ৰাপ্তি মাথোন। ( ১০—৩০ শ্লোক )

(৩) স্বধৰ্ম পালন কৰিলে অৰ্জুনৰ পাপ হব নোৱাৰে। ক্ষত্ৰিয়ৰ পক্ষে ধৰ্ম যুদ্ধৰ পৰাঙ্মুখতাত হে পাপ হব পাৰে। এই পৰাঙ্মুখতাই অৰ্জুনৰ পক্ষে কৰ্ত্তব্যহীনতা হব আৰু নিন্দা আৰু কুখ্যাতিৰ কাৰণ হব। ( ৩১—৩৭ শ্লোক )

(৪) অৰ্জুনে তথাপি প্ৰবোধ মানা নাই। আত্মা অবিনাশী বুলি লোক হত্যা আৰু গুৰুবধতো পাপ নহয় নেকি? যুদ্ধ ক্ষত্ৰিয় ধৰ্ম সঁচা—কিন্তু ৰাজ্যলাভৰ আশাত গুৰুজনক বধ কৰাটো ধৰ্ম কেনেকৈ হব পাৰে?

(৫) শ্ৰীকৃষ্ণই তেতিয়া যোগধৰ্ম ব্যাখ্যা কৰিছে। ৰাজ্যলাভ কামনাত যুদ্ধ কৰিলে পাপ হব পাৰে সঁচা কিন্তু যদি অৰ্জুনে লাভ-অলাভ, জয়-পৰাজয়, সিদ্ধি অসিদ্ধি সমজ্ঞান কৰি কৰ্ত্তব্য কৰ্ম কৰে—যুদ্ধ কৰে—তেতিয়া পাপ নহয়—এই সমত্বই যোগ, এই সমত্ব বুদ্ধি যোগেই বুদ্ধি যোগ—এই সাম্যবুদ্ধি যুক্ত কৰ্মই নিষ্কাম কৰ্ম।

পাপ পুণ্য স্বৰ্গ নৰক কাম্য কৰ্মৰ ফল। পৰমেশ্বৰত বুদ্ধি সমাহিত কৰি কৰ্মৰ ফল আকাঙ্ক্ষা নকৰি বিষয়ত আসক্তি ত্যাগ কৰি নিষ্কাম কৰ্ম কৰিলে প্ৰজ্ঞা স্থিৰ হয়।

স্থিত প্ৰজ্ঞ ব্যক্তি ইন্দ্ৰিয়াদিক সংযত কৰি কৰ্ম কৰিলে বিষয় ভোগ কৰিলেও কৰ্মৰ ফলত আৱদ্ধ নহয়। তেওঁ ব্ৰহ্মানন্দ লাভ কৰে। (৩৮—৭২ শ্লোক)

# শ্ৰীমদ্ভগবদ্গীতা

## তৃতীয় অধ্যায়ঃ

## কৰ্মযোগঃ

অৰ্জুন উবাচ।

জ্যায়সী চেৎ কৰ্মণস্তে মতা বুদ্ধিৰ্ জনাৰ্দ্দন।
তৎ কিং কৰ্মণি ঘোৰে মাং নিযোজয়সি কেশৱ। ১ ॥

**অন্বয়ঃ** হে জনাৰ্দ্দন! চেৎ কৰ্মণঃ বুদ্ধি জ্যায়সী তে মতা, তৎ কেশৱ! কিং ঘোৰে কৰ্মণি মাং নিযোজয়সি? ১ ॥

**অনুবাদ**:—হে জনাৰ্দন! যদি সাম্যবুদ্ধি কৰ্মত কৈ শ্ৰেষ্ঠ এয়ে তোমাৰ মত হয়, তেন্তে হে কেশৱ! মোক নিষ্ঠুৰ কৰ্মত (যুদ্ধত) কিয় নিযুক্ত কৰিব খুজিছা? ১ ॥

**ব্যাখ্যা**:—দ্বিতীয় অধ্যায়ত শ্ৰীভগৱানে প্ৰথমতঃ মোক্ষসাধন আত্মতত্ত্বৰ উপদেশ দি পাছত যোগস্থ হৈ কৰ্ম কৰিবৰ উপদেশ দিছে আৰু কৈছে যে ফলাফলত সমত্ব বুদ্ধিয়েই যোগ। এই সাম্যবুদ্ধি লাভ কৰিবলৈ হ'লে ইন্দ্ৰিয় সংযম আৰু কামনা বৰ্জন কৰি প্ৰজ্ঞা স্থিৰ কৰিব লাগিব। স্থিতপ্ৰজ্ঞৰ অৱস্থাই ব্ৰাহ্মীস্থিতি (ব্ৰহ্মৰ লগত অভিন্নভাৱে অৱস্থান)। ইয়াতেই মোক্ষ। প্ৰকৃত পক্ষে এই বিলাক জ্ঞান-মাৰ্গৰ কথা আৰু ২।৪৯ শ্লোকত স্পষ্টকৈ কৈছে যে তত্ত্বদৃষ্টিত কৰ্ম গৌণ, বুদ্ধিযোগেই শ্ৰেষ্ঠ।

অৰ্জুনে এতিয়া শ্ৰীভগৱানৰ সেই কথাকেই পুনৰায় উল্লেখ কৰি কৈছে যে কৰ্মত কৈ যদি সাম্যবুদ্ধিয়েই শ্ৰেষ্ঠ হয় আৰু তাতেই যদি মোক্ষ হয় তেন্তে জ্ঞানৰ সাধনাৰ দ্বাৰাই তাকেই লাভ কৰিলেই তো হয়। তেন্তে মোক আকৌ কিয় কৰ্মত উদগনি দিব ধৰিছা? আৰু সেই কৰ্মও যেই সেই কৰ্ম নহয়, নিদাৰুণ যুদ্ধ। ১ ॥

৫

ব্যামিশ্ৰেণেব বাক্যেন বুদ্ধিং মোহয়সীব মে।
তদেকং বদ নিশ্চিত্য যেন শ্ৰেয়োঽহমাপ্নুয়াম্ ২ ॥

**অন্বয়ঃ**—ব্যামিশ্ৰেণ ইব বাক্যেন মে বুদ্ধিং মোহয়সি ইব, যেন অহং শ্ৰেয়ঃ আপ্নুয়াম্ তৎ একং নিশ্চিত্য বদ। ২ ॥

"ক্বচিৎ কৰ্মপ্ৰশংসা ক্বচিৎ জ্ঞানপ্ৰশংসা এবং ব্যামিশ্ৰং সন্দেহ উৎপাদকং ইব যদ্বাক্যং, তেন মে বুদ্ধিম্ মতিম্ উভয়ত্ৰ দোলায়িতাং কুৰ্বন্ মোহয়সি ইব; অত উভয়োৰ্মধ্যে যৎ ভদ্ৰং নিশ্চিত্য বদ ইতি। যদ্বা ইদমেব শ্ৰেয়ঃ সাধনম্ ইতি নিশ্চিত্য যেন অনুষ্ঠিতেন শ্ৰেয়ো মোক্ষম্ আপ্নুয়াম্ প্ৰাপ্স্যামি, তৎ এবএকং নিশ্চিত্য বদ ইতি অৰ্থঃ" ( শ্ৰীধৰ )

**অনুবাদ**ঃ—( শুনাও ) তোমাৰ এই সংশয়জনক বাক্যেৰে তুমি যেন মোৰ বুদ্ধিক মোহত পেলাইছা, অতএৱ নিশ্চয় কৰি তুমি মোক এটি মাত্ৰ কথা কোৱা যাৰদ্বাৰা মই মঙ্গল ( শ্ৰেয় ) লাভ কৰিব পাৰোঁ। ২ ॥

**ব্যাখ্যা**ঃ—অৰ্জুনৰ প্ৰশ্ন—তোমাৰ এই সংশয়জনক ( গোলমলীয়া ) কথাৰে মোৰ মনত বুদ্ধিৰ মোহ জন্মাইছা। যিহৰ দ্বাৰা মই শ্ৰেয় লাভ কৰিব পাৰোঁ সেই এটা কথা মোক নিশ্চয়কৈ কোৱা।

২।৪৯ শ্লোকত ফলাফলত সাম্যবুদ্ধি কৰ্মতকৈ বহুগুণে শ্ৰেষ্ঠ বুলি ক'লে আৰু শেষপৰ্য্যন্ত সেই বুদ্ধিযোগৰ প্ৰশংসা কৰিলে। কিন্তু তাৰ আগতে যুদ্ধ কৰিবলৈহে অৰ্জুনক উপদেশ দিলে। শ্ৰীকৃষ্ণৰ কথা অৰ্জুনে নুবুজিলে। সেই গুণে ক'লে—হে কৃষ্ণ! তোমাৰ কথা বুজা নাই। তুমি যদি বুদ্ধি-যোগকেই ( সমাধিস্থ বুদ্ধিকে ) শ্ৰেষ্ঠ বুলি ভাবিছা, তেন্তে মোক কিয় যুদ্ধ কৰিবলৈ উপদেশ দিছা? মোক নিশ্চয় কৈ এটা কথা কোৱা—কৰ্ম কৰা ভাল নে, নকৰা ভাল। জ্ঞানযোগেই শ্ৰেষ্ঠ নে কৰ্মযোগ শ্ৰেষ্ঠ—১।২

( বেদান্ত বাচস্পতি )

শ্ৰীভগবান উবাচ—

লোকেঽস্মিন্ দ্বিবিধা নিষ্ঠা পুৰা প্ৰোক্তা ময়ানঘ।
জ্ঞানযোগেন সাংখ্যানাং কৰ্মযোগেন যোগিনাম্ ॥ ৩

**অন্বয়**ঃ—শ্ৰীভগৱান উবাচ—ন-অঘ! অস্মিন্ লোকে দ্বিবিধা নিষ্ঠা ময়া পুৰা প্ৰোক্তা—জ্ঞানযোগেন সাংখ্যানাং কৰ্মযোগেন যোগিনাম্। ৩ ॥

অস্মিন্ লোকে দ্বিবিধা নিষ্ঠা ( সাধনা ) শুদ্ধ অশুদ্ধ অন্তঃকৰণতয়া।

(১) শুদ্ধ—অন্তঃকৰণানাং জ্ঞানভূমিকা আৰূঢ়ানাং জ্ঞানপৰিপাকাৰ্থং জ্ঞান-যোগেন নিষ্ঠা। ( সাংখ্যানাং জ্ঞানযোগেন )

(২) সাংখ্যভূমিকাং আৰুৰুক্ষূণাং কৰ্মযোগাধিকাৰিণাং কৰ্মযোগেন নিষ্ঠা ( যোগিনাং কৰ্মযোগেন )। ৩ ॥

**অনুবাদ** :—শ্ৰীভগৱানে অৰ্জুনৰ প্ৰশ্নৰ উত্তৰ দিছে—হে নিষ্পাপ ( বিশুদ্ধান্তঃকৰণ ) অৰ্জুন! এই সংসাৰত দুই প্ৰকাৰ সাধনা। এই কথা মই তোমাক পূৰ্বতে কৈছোঁ। ( দুয়োটাৰপৰাই মোক্ষলাভ হ'ব পাৰে )। জ্ঞানাধিকাৰীসকলৰ বাবে জ্ঞানযোগ আৰু নিষ্কাম কৰ্মীসকলৰ বাবে কৰ্মযোগ—এই দুই প্ৰকাৰৰ সাধনা ( নিষ্ঠা )। ( কোন্‌টো মাৰ্গ সহজ তাৰ একো নিয়ম নাই )। মানুহৰ প্ৰবৃত্তিমতে বা অধিকাৰ অনুসাৰে হে হব। ৩ ॥

**ব্যাখ্যা** :—অৰ্জুনৰ এনে প্ৰশ্নৰ উত্তৰত শ্ৰীভগৱানে ক'লে—শুনা অৰ্জুন! মই জ্ঞানযোগ আৰু কৰ্মযোগক গৌণ আৰু মুখ্য হিচাবে কোনোটোকেই কোৱা নাই। মই প্ৰথমতে ক'লো যে ব্ৰহ্মনিষ্ঠা লাভ কৰাৰ দুটা উপায়। কৰ্মযোগ আৰু জ্ঞানযোগ। তাৰ পাছত মই সেই ব্ৰহ্মনিষ্ঠ সাধকৰ অৱস্থা মাত্ৰ বৰ্ণনা কৰিছো। কোনটো উপায় সহজ সেই কথা মই কোৱা নাই। ফলতঃ জ্ঞাননিষ্ঠা আৰু কৰ্মনিষ্ঠা অভিন্ন।

যি বিলাকে ব্ৰহ্মচৰ্য্যৰ পৰা সন্ন্যাসব্ৰত গ্ৰহণ কৰিছে আৰু বেদান্ত বিজ্ঞানৰ মৰ্ম্ম গ্ৰহণ কৰিব পাৰিছে, যি বিলাকৰ হৃদয়ত জ্ঞান সম্যক্‌ৰূপে উদয় হৈছে সেই শুদ্ধান্তঃকৰণ জ্ঞানী সকলৰ কাৰণে জ্ঞানযোগ। ঠিক তেনে ধৰণৰ শুদ্ধ অন্তঃকৰণ যিবিলাকৰ নহয় আৰু জ্ঞানভূমিত যিবিলাকে আৰোহণ কৰিব পৰা নাই, তেনে কৰ্মাধিকাৰী যোগীসকলৰ কাৰণে কৰ্মযোগ ব্যৱস্থা কৰা হৈছে। কৰ্মনিষ্ঠাই জ্ঞানভূমিত আৰোহণ কৰিবৰ সোপান স্বৰূপ।

অতএৱ ভূমিকা ভেদে এক অধিকাৰীৰ প্ৰতি উভয়বিধ উপদেশ যুক্তি বিৰুদ্ধ নহয়। কিন্তু অধিকাৰ ভেদে এই দুই প্ৰকাৰ নিষ্ঠাৰ ( সাধনাৰ ) কথা স্বতন্ত্ৰভাৱে উল্লেখ কৰাৰ প্ৰয়োজন আছে।

ফলাফলত সমবুদ্ধি হ'লে, নিষ্কামভাৱে কৰ্ম কৰি যোৱাৰ বুদ্ধিৰ উদয় হ'লে চিত্তশুদ্ধি হয়। চিত্তশুদ্ধি হ'লে জ্ঞানৰ উৎপত্তি হয়।

"ই-লোকত শুদ্ধচিত্ত৷ অশুদ্ধচিত্তভেদে দুইবিধ অধিকাৰী। তাৰ অৰ্থে দুইবিধ ব্ৰহ্মনিষ্ঠা, মঞি স্পষ্টমতে কহিছোঁ। শুদ্ধচিত্ত হুয়া জ্ঞানভূমিক যি

পায়াছে তাৰ জ্ঞানযোগ ব্ৰহ্মনিষ্ঠা কহিছোঁ। এতেকে চিত্তশুদ্ধি যাবায়ে জ্ঞান নহে পৰ্য্যন্ত কৰ্মযোগ আচৰিব, যাতো কৰ্ম নকৰিলে জ্ঞানো নহয়।"

( ভট্টদেৱ ) ৩।

ন কৰ্মণামনাৰম্ভা-ন্নৈষ্কৰ্ম্যং পুৰুষোঽশ্নুতে।
ন চ সংন্যসনাদেব সিদ্ধিং সমধিগচ্ছতি ॥ ৪

**অন্বয় ঃ**—কৰ্মণাম্ অনাৰম্ভাৎ পুৰুষঃ নৈষ্কৰ্ম্যং ন অশ্নুতে; সংন্যসনাৎ চ এব সিদ্ধিং ন সমধিগচ্ছতি। ৪ ॥

কৰ্মণাম্ অনাৰম্ভাৎ অননুষ্ঠানাৎ নৈষ্কৰ্ম্যং জ্ঞানং ন অশ্নুতে—ন প্ৰাপ্নোতি। ন চিত্তশুদ্ধিং বিনা কৃতাৎ সন্ন্যাসাৎ এব জ্ঞানশূন্যাৎ সিদ্ধিং মোক্ষং সমধিগচ্ছতি প্ৰাপ্নোতি।

**অনুবাদ ঃ**—কৰ্ম নকৰিলে ( কৰ্মৰ অনুষ্ঠান নকৰিলে ) কোনেও নৈষ্কৰ্ম্য লাভ কৰিব নোৱাৰে। কৰ্মত্যাগ কৰিলেও কোনেও সিদ্ধি লাভ কৰিব নোৱাৰে।

**ব্যাখ্যা ঃ**—নৈষ্কৰ্ম্য—কৰ্ম কৰিলেও কৰ্মফলৰ দ্বাৰা বদ্ধ নোহোৱা অৱস্থা।

বাসনা ত্যাগ হে আচল সন্ন্যাস। কৰ্মত্যাগ এটা অৰ্থহীন কথা, কাৰণ সংসাৰত জীয়াই থকা এটা কৰ্ম। ইয়াৰ ত্যাগ নাই। নৈষ্কৰ্ম্য লাগে। নৈষ্কৰ্ম্য নহলে মুক্তি নহয়। নৈষ্কৰ্ম্য মানে কৰ্মত্যাগ নহয়—বাসনা ত্যাগ হে।

কৰ্ম নকৰিলেই নৈষ্কৰ্ম্য নহয়, শুদা কৰ্মত্যাগ কৰিলেই সিদ্ধি লাভ নহয়।

( বেদান্ত বাচস্পতি )

যাৰ ভগবজ্‌ জ্ঞান ( ব্ৰহ্মজ্ঞান ) হয় তেওঁলোকে কৰ্ম নকৰিবও পাৰে—নকৰিলে দোষ নাই; কিন্তু কৰে। কৰ্মফল ত্যাগ কৰি কৰ্ম কৰে—সেয়েহে সন্ন্যাস—নৈষ্কৰ্ম্য। সেইভাৱে নৈষ্কৰ্ম্যৰ অৰ্থ জ্ঞান। ৪ ॥

নহি কশ্চিৎ ক্ষণম্ অপি জাতু তিষ্ঠত্যকৰ্মকৃৎ।
কাৰ্য্যতে হ্যবশঃ কৰ্ম সৰ্বঃ প্ৰকৃতিজৈৰ্গুণৈঃ ॥ ৫

**অন্বয় ঃ**—জাতু কশ্চিৎ ক্ষণম্ অপি অকৰ্মকৃৎ নহি তিষ্ঠতি। হি প্ৰকৃতিজৈঃ গুণৈঃ অবশঃ সৰ্ব কৰ্ম কাৰ্য্যতে। ৫ ॥

**জাতু**=কস্যচিৎ অপি অৱস্থায়াম্;

**কশ্চিৎঅপি**=জ্ঞানী অজ্ঞানী বা;

প্ৰকৃতিজৈঃগুণৈঃ=স্বভাৱপ্ৰভবৈঃ ৰাগদ্বেষাদিভিঃ সৰ্বোঽপিজনঃ কৰ্ম কাৰ্য্যতে কৰ্মণি প্ৰবৰ্ত্ততে, অৱশো—অস্বতন্ত্ৰঃ সন্।

জ্ঞানী বা অজ্ঞানী কশ্চিৎঅপি অকৰ্মকৃৎ কৰ্মণি অকুৰ্বাণো ন তিষ্ঠতি।

**অনুবাদ ঃ**—কেতিয়াও কোনেও কোনো অৱস্থাতে কৰ্ম নকৰাকৈ থাকিব নোৱাৰে। সেইব্যক্তি জ্ঞানীয়ে হওক বা অজ্ঞানীয়েই হওক, কাৰণ প্ৰকৃতিৰ গুণে (ক্ৰিয়াই) মানুহক এনেকৈ চলায় যে মানুহে যেন অৱশ হৈ সকলো কাম কৰে। ৫

**ব্যাখ্যা ঃ**—প্ৰকৃতিয়ে আমাক কাম কৰায় অৰ্থাৎ বুদ্ধিস্থ সংস্কাৰে আমাক কামত প্ৰবৃত্ত কৰে। (বেদান্ত বাচস্পতি)

"কৰ্মন্যাস পদেও কৰ্মত অনাসক্ত মাত্ৰ কহে, সমূলে কৰ্মত্যাগ নঘটে। যাতো কুনু অৱস্থাতে কুনু পুৰুষ কৰ্ম নকৰি ক্ষেণেকো নথাকে, স্বভাৱৰ গুণে অৱশ্যে কৰ্ম কৰাইব।" ৫॥ (ভট্টদেৱ)

**কৰ্মেন্দ্ৰিয়াণি সংযম্য য আস্তে মনসা স্মৰন্।**
**ইন্দ্ৰিয়াৰ্থান্ বিমূঢ়াত্মা মিথ্যাচাৰঃ স উচ্যতে ॥ ৬**

**অন্বয় ঃ**—য বিমূঢ়ঃ আত্মা মনসা কৰ্ম ইন্দ্ৰিয়াণি সংযম্য ইন্দ্ৰিয়-অৰ্থান্ স্মৰন আস্তে, সঃ মিথ্যাচাৰঃ উচ্যতে। ৬॥

**অনুবাদ ঃ**—যি ব্যক্তিয়ে কৰ্মেন্দ্ৰিয়বিলাকক সংযত কৰি মনে মনে ইন্দ্ৰিয় ভোগ্য বিষয়ে চিন্তা কৰে সেই বিমূঢ়চিত্ত ব্যক্তি কপটাচাৰী বুলি পৰিগণিত হয়। ৬॥

**ব্যাখ্যা ঃ**—এতিয়া কৰ্মত্যাগীবিলাকক নিন্দা কৰিছে। হাত, ভৰি, বাক্ ইন্দ্ৰিয় আদি কৰ্মেন্দ্ৰিয়। এইবিলাকৰ সহায়ত হে মানুহে কৰ্ম কৰে। তাক সংযত কৰি অৰ্থাৎ কৰ্ম ত্যাগ কৰি যিবিলাকে মনে মনে ভোগৰ বিষয়ে চিন্তা কৰে (বাহিৰত ঈশ্বৰৰ চিন্তাৰ ভাণ কৰি মনে মনে বিষয় ভোগ চিন্তা কৰে) সেই মানুহবিলাকক কপটাচাৰী বুলি ধৰিব লাগে।

"যি পুৰুষে বাক্য পাণি পাদক নিগ্ৰহ কৰি ভগৱন্তৰ ধ্যান ছলে বিষয়ক স্মৰি থাকে, অশুদ্ধ চিত্তপদে ধ্যানতো স্থিতি নাই, তাক মূঢ় কপটাচাৰ বুলি।"
(ভট্টদেৱ)

**যস্ত্বিন্দ্ৰিয়াণি মনসা নিয়ম্যাৰভতেঽৰ্জুন।**
**কৰ্মেন্দ্ৰিয়ৈঃ কৰ্মযোগম্ অসক্তঃ স বিশিষ্যতে ॥ ৭**

**অন্বয় ঃ**—অৰ্জুন, তু যঃ ইন্দ্ৰিয়াণি মনসা নিয়ম্য অসক্তঃ ( অনাসক্তঃ ) কৰ্ম ইন্দ্ৰিয়ৈঃ কৰ্মযোগং আৰভতে, সঃ বিশিষ্যতে। ৭ ॥

**অনুবাদ ঃ**—আনফালে, যি ব্যক্তিয়ে মনৰদ্বাৰা জ্ঞানেন্দ্ৰিয়বিলাকক ( চক্ষু কৰ্ম আদিক ) সংযত কৰি ভোগ্য বিষয়ত অনাসক্ত হৈ কৰ্মেন্দ্ৰিয়েৰে ( হস্ত-পদাদিৰে ) কৰ্মযোগত নিযুক্ত হয়, তেওঁ শ্ৰেষ্ঠ। ৭ ॥

**নিয়তং কুৰু কৰ্ম ত্বং কৰ্ম জ্যায়ো হ্যকৰ্মণঃ।**
**শৰীৰ যাত্ৰাপি চ তে ন প্ৰসিদ্ধ্যেদকৰ্মণঃ ॥ ৮**

**অন্বয় ঃ**—ত্বং নিয়তং কৰ্ম কুৰু ; হি অকৰ্মণঃ কৰ্ম জ্যায়ঃ ; অকৰ্মণঃ তে শৰীৰযাত্ৰাপি চ ন প্ৰসিদ্ধ্যেৎ। ৮ ॥

নিয়তং=নিত্যং অৱশ্য কৰ্ত্তব্যতয়া বিহিতম্, ( শাস্ত্ৰ বিহিতম্ )।

জ্যায়ঃ=প্ৰশস্যতৰং

অকৰ্মণঃ তে শৰীৰযাত্ৰা অপি চ ন প্ৰসিদ্ধ্যেৎ=সৰ্বকৰ্মশূন্যস্য তৱ শৰীৰ-নিৰ্বাহোঽপি ন ভবেৎ।

**অনুবাদ ঃ**—তুমি নিয়ত ( সংযত, শাস্ত্ৰবিহিত ) কৰ্ম কৰা ; কাৰণ কৰ্ম নকৰাতকৈ কৰ্ম কৰাই শ্ৰেষ্ঠ। কৰ্ম একেবাৰে ত্যাগ কৰিলে তোমাৰ শৰীৰ নিৰ্বাহো নহব। ( শৰীৰ নিৰ্বাহ কৰা কৰ্মও শাস্ত্ৰসম্মত হব লাগে )

**ব্যাখ্যা ঃ**—কৰ্মেন্দ্ৰিয়বিলাকক সম্পূৰ্ণৰূপে নিগৃহীত নকৰি কৰ্মত্যাগ কৰিলে চিত্তক বশীভূত কৰিব নোৱাৰি। ইফালে চিত্ত জয় কৰিব নোৱাৰিলে জ্ঞান নিষ্ঠাও অসম্ভৱ, এতেকে কৰ্মই জ্ঞান নিষ্ঠাৰ মূল ; গতিকে কৰ্ম পৰিত্যাগ কৰিব নোৱাৰি। আনফালে চিত্তশুদ্ধি হ'লেও কৰ্মত্যাগ কৰিব নোৱাৰি ; কাৰণ কৰ্মত্যাগ কৰিলে দেহযাত্ৰাকেই কৰিব নোৱাৰি। জীৱনধাৰণ কৰিয়েই থাকিব নোৱাৰি। দেহযাত্ৰা নিৰ্বাহ কৰিবলৈ হ'লে সকলোৱে নিজ নিজ ধৰ্ম অনুসাৰে বিহিত কৰ্মৰদ্বাৰা জীৱিকা নিৰ্বাহ কৰিব লাগিব। দেহৰক্ষা কৰিব নোৱাৰিলে চিত্তশুদ্ধিয়েই বা হব কেনেকৈ আৰু উত্তৰোত্তৰ উন্নতি লাভ কৰি মোক্ষলাভেই বা হব কেনেকৈ ? এতেকে সকলো অৱস্থাতেই কৰ্ম অৱশ্য কৰণীয়।

( কৃষ্ণচন্দ্ৰৰ গীতা )

নিয়ত কৰ্ম কি ?

অৰ্জুনৰ পক্ষে যুদ্ধ আৰু প্ৰজাপালনাদি নিয়ত কৰ্ম। অন্যান্য বৰ্ণৰ পক্ষে

বৰ্ণাশ্ৰম ধৰ্মৰ অনুমোদিত কৰ্ম। স্বধৰ্ম পালন কৰা অৱশ্য কৰ্ত্তব্য—সেয়ে গীতাৰ মত। ৮

যজ্ঞাৰ্থাৎ কৰ্মণোঽন্যত্ৰ লোকোঽয়ং কৰ্ম-বন্ধনঃ।
তদৰ্থং কৰ্ম কৌন্তেয় মুক্তসঙ্গঃ সমাচৰ ॥ ৯ ॥

**অন্বয়** ঃ—যজ্ঞ অৰ্থাৎ কৰ্মণঃ অন্যত্ৰ অয়ং লোকঃ কৰ্ম বন্ধনঃ। কৌন্তেয়! মুক্তসঙ্গঃ তৎ-অৰ্থং কৰ্ম সমাচৰ।

"সাংখ্যাস্তু সৰ্বমপি কৰ্মবন্ধকত্বাৎ ন কাৰ্য্যং ইতি আহুঃ তৎ নিৰাকুৰ্বন্ আহ—যজ্ঞাৰ্থাৎ ইতি। যজ্ঞো বিষ্ণুঃ "যজ্ঞো বৈ বিষ্ণুঃ" ইতি শ্ৰুতেঃ, তৎ আৰাধনাৰ্থাৎ কৰ্মণঃ অন্যত্ৰ তদেকং বিনা লোকোঽয়ং কৰ্মবন্ধনঃ কৰ্মভিঃ বধ্যতে, ন তু ঈশ্বৰাৰাধনাৰ্থেন কৰ্মণা, অতঃ তদৰ্থং বিষ্ণুপ্ৰীত্যৰ্থং মুক্তসঙ্গো নিষ্কামঃ সন্ কৰ্ম সম্যক্ আচৰ।" ( শ্ৰীধৰ )

**অনুবাদ** ঃ—( সকলো কৰ্মই বন্ধনৰ কাৰণ হয়, গতিকে জ্ঞানীয়ে কৰ্ম কৰিব নালাগে তাকে নিৰাকৰণ কৰি কৈছে যে ) ঈশ্বৰ আৰাধনাৰ অৰ্থে কৰা কৰ্মৰ বাহিৰে যি কৰ্ম কৰা হয়, সেই কৰ্মত লোক আৱদ্ধ হয়। এতেকে হে অৰ্জুন, তুমি ঈশ্বৰৰ প্ৰীতি সাধনৰ বাবে নিষ্কাম হৈ কৰ্মৰ অনুষ্ঠান কৰা। ৯ ॥

**ব্যাখ্যা** ঃ—[ মূল শ্লোকত থকা 'যজ্ঞাৰ্থাৎ' শব্দৰ অৰ্থ বিষ্ণুৰ প্ৰীতিৰ অৰ্থে বুলি কৰা হৈছে। ]

ইয়াত যজ্ঞ শব্দৰ অৰ্থ অগ্নিত আহুতিৰদ্বাৰা সম্পাদ্য বৈদিক যজ্ঞমাত্ৰেই নহয়।

"যজ্ঞ কৰিব লাগিলে নিজৰ অৰ্জিত ধন আৰু দ্ৰব্য ত্যাগ কৰিব লাগে। অৱশ্যে যজ্ঞত সংকল্প থাকে। এই শ্লোকত আৰু ইয়াৰ পৰবৰ্তী কেইবাটাও শ্লোকত যজ্ঞৰ অনুষ্ঠানত যে ত্যাগ আৱশ্যক সেই ত্যাগকেই অৰ্থাৎ মনৰ ভিতৰত থকা ত্যাগৰ বৃত্তিকেই (spirit of sacrifice) লক্ষ্য কৰা হৈছে। সকলো কৰ্মকেই ত্যাগৰ সহিত কৰিব লাগিব; ত্যাগৰ অৰ্থাৎ স্বাৰ্থত্যাগৰ উদ্দেশ্যত, স্বাৰ্থসিদ্ধিৰ উদ্দেশ্যত নহয়। এইবাবে এই শ্লোকত কোৱা হৈছে "মুক্তসঙ্গঃ সমাচৰ"—আসক্তিশূন্য হৈ যজ্ঞাৰ্থে কৰ্ম কৰা, ত্যাগ অভ্যাসৰ অৰ্থে অৰ্থাৎ ত্যাগবৃত্তিৰ পৰিপুষ্টিৰ কাৰণে কৰ্ম কৰা। সংকল্প লৈ বৈদিক যজ্ঞ সম্পাদনত স্বৰ্গলাভ হয় সঁচা, কিন্তু বৈদিক যজ্ঞও অনাসক্তভাৱে কৰোঁতে কৰোঁতে মোক্ষ-লাভৰ যোগ্যতা অৰ্জন কৰা যায়—এয়ে গীতাৰ অভিমত।"

( বেদ-বেদান্ত শাস্ত্ৰী )

"গীতাই কৈছে যে এই জগৎখনেই এটা মহাযজ্ঞ, য'ত আমি সকলো প্ৰাণীয়েই পৰস্পৰৰ মঙ্গলৰ অৰ্থে পৰস্পৰে কৰ্ম কৰিছোঁ ; আমি সকলোৱে 'হোতা' আৰু আমি পৰস্পৰৰ বৃদ্ধিৰ নিমিত্তে এই মহাযজ্ঞত আহুতি দিছোঁহক অৰ্থাৎ ত্যাগ কৰিছোঁ। এই উপলব্ধিয়েই গীতোক্ত জ্ঞান যজ্ঞ। এতিয়া এই শ্লোকত গীতাই কৈছে যে এই অৰ্থত সকলো মানুহৰ সকলো কৰ্মই যজ্ঞ। উপনিষদেও কয় যে আমি যি ভাবোঁ, যি কৰোঁ সকলো যজ্ঞৰ অঙ্গ আৰু সকলোৰেদ্বাৰা "ঈশ্বৰৰ পূজা কৰা হয়।" এই শ্লোকৰ ভাওনিত ভট্টদেৱে কৈছে—"যজ্ঞৰ লগত আন কৰ্মকো বুজিবা"। গীতাই এই শ্লোকত কৈছে যে জানি বা নাজানি আমি সকলোৱে যজ্ঞ কৰিছোঁ। এই যজ্ঞৰ ওপৰতে জগচ্চক্ৰ প্ৰৱৰ্তিত ; যি এই কথা বুজি কৰ্ম ( যজ্ঞ ) কৰে তাৰ কৰ্মৰপৰা বন্ধন নহয়। যি নাজানি কৰ্ম (যজ্ঞ কৰে) তাৰ বন্ধন হয়।" ৯ ॥ ( বেদান্ত বাচস্পতি )

সহযজ্ঞাঃ প্ৰজাঃ সৃষ্টা পুৰোবাচ প্ৰজাপতিঃ।
অনেন প্ৰসবিষ্যধ্বম্ এষো বোঽস্ত্বিষ্টকামধুক্ ॥ ১০ ॥

**অন্বয়** :—পুৰা প্ৰজাপতিঃ সহযজ্ঞাঃ প্ৰজাঃ সৃষ্ট্বা উবাচ—অনেন প্ৰসবিষ্যধ্বম্। এষঃ বঃ ইষ্ট-কামধুক্ অস্তু। ১০ ॥

প্ৰসবিষ্যধ্বম্—উত্তৰোত্তৰং অভিবৃদ্ধিং লভধ্বম্।

**ইষ্টকামধুক্**—অভীষ্টভোগপ্ৰদঃ, অভিলষিত ফলবিশেষ সম্পাদকঃ।

**অন্বয়** :—( ওপৰৰ শ্লোকত আচল সত্যটি ক'লে—তাকে এতিয়া ব্ৰহ্মাৰ কথাৰে সমৰ্থন কৰিছে যথা—) "পূৰ্বে ব্ৰহ্মাই যজ্ঞৰ লগে লগে প্ৰজা ( মনুষ্য ) সৃষ্টি কৰি ক'লে যে ইয়াৰ দ্বাৰাই তোমালোকৰ উত্তৰোত্তৰ বৃদ্ধি হওক, ইয়ে তোমালোকৰ অভিলষিত সকলো বস্তু দান কৰিবলৈ ( কামধেনুৰ নিচিনাকৈ ) সমৰ্থ হওক"। ১০ ॥

**ব্যাখ্যা** :—যজ্ঞ :—সৃষ্টজগতকো যজ্ঞ বোলে। সৃষ্টি কৰ্তাকো যজ্ঞ বোলে।

"যজ্ঞেন যজ্ঞমযজন্ত দেবাঃ" ( ঋগ্‌বেদ্ পুৰুষ সূক্ত )

"তানি ধৰ্মাণি প্ৰথমান্যাসন্"।

দেৱতাসকলে যজ্ঞৰদ্বাৰা যজ্ঞৰ যাগ কৰিছিল—এয়ে হ'ল ধৰ্মৰ প্ৰথম অনুষ্ঠান।

ভগৱান্ ঈশ্বৰ নিজৰ দেহৰপৰা জগৎ সৃষ্টি কৰে—এই কথা জানি বুজিও দেৱতাসকলে সমস্ত জগৎ ( যি সৃষ্টি হৈছে—সমস্ত ) ভগৱানকে নিবেদন কৰিছিল।

যাৰ সৃষ্টি এই জগৎ, তেওঁকেই তাকে নিবেদন কৰি অনাসক্ত ভাৱে তেওঁ দিয়া ভোগ সুখ ভোগ কৰিব লাগিব। যজ্ঞৰ মূল তত্ত্ব বা উদ্দেশ্য এয়ে।

( বেদ-বেদান্ত শাস্ত্রী।

**প্রশ্ন** ঃ—যজ্ঞৰ দ্বাৰা উত্তৰোত্তৰ বৃদ্ধি প্রাপ্ত কেনেকৈ হব পাৰি ?

**উত্তৰ** ঃ—"সকাম কৰ্ম্মৰ প্রশংসা যদিও গীতাৰ অভিমত নহয়, তথাপি কৰ্ম্ম নকৰাতকৈ শ্রেষ্ঠ।

গীতাত কাম্য কৰ্ম্মৰ প্রশংসা নাই। এই যজ্ঞ কাম্যকৰ্ম্ম হয় নে নহয় ? এই যজ্ঞ কাম্যকৰ্ম্ম নহয়। কিয়নো প্রজাপতি তো এই কথা কোৱা নাই যে তোমালোকে ফল আকাঙ্ক্ষা কৰি যজ্ঞ কৰা। প্রজাপতিয়ে হৈছে যে তোমালোকে লোক ৰক্ষাৰ বাবে কৰ্ত্তব্যৰ অনুৰোধত নিয়মিত যজ্ঞাদিৰ অনুষ্ঠান কৰিবা; কিন্তু ফলৰ কামনা নকৰিলেও কৰ্ম্মৰ স্বভাৱ গুণৰে ফল আপোনা আপুনি পোৱা যাব। ফলৰ কামনাত মানুহে আমগছ ৰোৱে। কিন্তু ছায়া আৰু মুকুলৰ সুগন্ধ কামনা নকৰিও পায়। ১০॥ ( মধুসূদন )

পৰবৰ্ত্তী শ্লোকত স্পষ্ট কৰি কৈছে।

দেৱান্ ভাৱয়তানেন তে দেৱা(ঃ) ভাৱয়ন্তু বঃ।
পৰস্পৰং ভাৱয়ন্তঃ শ্রেয়ঃ পৰম্ অবাপ্স্যথ ॥ ১১

**অন্বয়** ঃ—অনেন দেৱান্ ভাৱয়ত, তে দেৱাঃ বঃ ভাৱয়ন্তু। পৰস্পৰং ভাৱয়ন্তঃ পৰং শ্রেয়ঃ অবাপ্স্যথ।

ভাৱয়ত = হবিঃ-ভাগৈঃ সংবৰ্দ্ধয়ত।

তে দেৱাঃ বঃ ভাৱয়ন্তু = তে চ দেৱাঃ যুষ্মান্ বৃষ্ট্যাদিনা অন্নোৎপত্তিদ্বাৰেণ সংবৰ্দ্ধয়ন্তু।

**অনুবাদ** :—( এই যজ্ঞই কেনেকৈ কামধেনুৰ নিচিনা অভীষ্ট ফল দিব ? তাকে কৈছে ) এই যজ্ঞৰদ্বাৰা তোমালোকে দেৱতা বিলাকক ( ঘৃতাহুতি দি ) সম্বৰ্দ্ধনা কৰা; সেই দেৱতা সকলেও ( অন্ন উৎপত্তিৰ কাৰণে বৃষ্টি আদিৰ দ্বাৰা ) তোমালোকক সংবৰ্দ্ধিত কৰক; এইদৰে পৰস্পৰে পৰস্পৰৰ দ্বাৰা তোমালোকে পৰম মঙ্গল লাভ কৰিবা। ১১॥

ইষ্টান্ ভোগান্ হি বো দেৱা(ঃ) দাস্যন্তে যজ্ঞ ভাৱিতাঃ।
তৈৰ্ দত্তান্ অপ্রদায়ৈভ্যো যো ভুঙ্‌ক্তেস্তেন এব সঃ॥ ১২

**অন্বয় ঃ**—দেৱাঃ যজ্ঞভাবিতাঃ ( সন্তঃ ) ইষ্টান ভোগান্‌ বঃ দাস্যন্তে। হি তৈঃ দত্তান্‌ এভ্যঃ অপ্ৰদায় যঃ ভুঙ্‌ক্তে স স্তেন এব ॥

যজ্ঞভাবিতাঃ=যজ্ঞৈঃ বৰ্দ্ধিতাঃ তোষিতাঃ ইতি অৰ্থঃ।

**অনুবাদ ঃ**—( পূৰ্বৰ কথাকেই স্পষ্ট কৰিবৰ কাৰণে কৈছে যে ) যজ্ঞৰ দ্বাৰা সন্তুষ্ট হোৱা দেৱতা সকলে তোমালোকক অভিলষিত ভোগ সমূহ দান কৰিব। এতেকে সেই দেৱতাসকলে দিয়া অন্নাদি ভোগ্য বস্তুবিলাকক তেওঁলোকক নিদিয়াকৈ যি জনে স্বয়ং ভোগ কৰে, তেওঁ চোৰ। ১২ ॥

**ব্যাখ্যা ঃ**—"দেৱতা সকলে এই জগৎ পৰিচালনা কৰিছে। তেওঁবিলাকৰ অনুগ্ৰহত আমি সকলো শক্তি সম্পদ্‌ লাভ কৰিছোঁ। দেৱতা আৰু মানুহৰ পৰস্পৰৰ আদান-প্ৰদানৰ দ্বাৰা এই জগৎ প্ৰৱৰ্ত্তিছে। যিজনে দেৱতাসকলৰ সকলো দান কেৱল নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ নিমিত্তে গ্ৰহণ কৰে সেইজন ব্যক্তি দত্তাপহাৰী চোৰ।" ( বেদান্ত বাচস্পতি )

**যজ্ঞশিষ্টাশিনঃ সন্তো মুচ্যন্তে সৰ্ব্ব কিল্বিষৈঃ।**
**ভুঞ্জতে তে ত্বঘং পাপা(ঃ) যে পচন্ত্যাত্মকাৰণাৎ ॥ ১৩**

**অন্বয় ঃ**—যজ্ঞ শিষ্ট-অশিনঃ সন্তঃ সৰ্ব্ব কিল্বিষৈঃ মুচ্যন্তে। তু যে আত্ম-কাৰণাৎ পচন্তি, তে পাপাঃ অঘং ভুঞ্জতে। ১৩ ॥

যজ্ঞ শিষ্ট-অশিনঃ=যজ্ঞ শেষ ভোজিনঃ

সৰ্ব কিল্বিষৈঃ=সৰ্ব পাপৈঃ

**অনুবাদ ঃ**—যি বিলাক সজ্জন লোকে যজ্ঞাৱশেষ অন্ন ভোজন কৰে, তেওঁবিলাক সৰ্ববিধ পাপৰ পৰা মুক্ত হয়; কিন্তু যিবিলাকে কেৱল নিজৰ কাৰণেহে অন্ন ৰান্ধে, সেই পাপিষ্ঠ-সকলে কেৱল পাপকেই ভোজন কৰে। ১৩ ॥

**অন্নাদ্‌ ভৱন্তি ভূতানি পৰ্জন্যাৎ অন্নসম্ভৱঃ।**
**যজ্ঞাদ্‌ ভবতি পৰ্জন্যো যজ্ঞঃ কৰ্মসমুদ্ভৱঃ ॥ ১৪**

**অন্বয় ঃ**—ভূতানি অন্নাদ্‌ ভবন্তি, পৰ্জন্যাৎ অন্নসম্ভবঃ, যজ্ঞাৎ পৰ্জন্যঃ, যজ্ঞঃ কৰ্মসমুদ্ভৱঃ। ১৪ ॥

**অনুবাদ ঃ**—( জগৎচক্ৰ প্ৰৱৰ্ত্তিত কৰি ৰাখিবৰ কাৰণে কৰ্ম কৰা কৰ্ত্তব্য— সেইবাবে কৈছে যে ) প্ৰাণী অন্নৰ পৰা, অন্ন মেঘৰ পৰা, মেঘ যজ্ঞৰ পৰা, যজ্ঞ আকৌ কৰ্মৰ পৰা উৎপন্ন হয়। ১৪ ॥

**ব্যাখ্যা**ঃ—শুক্র আৰু শোণিতৰূপে পৰিবৰ্ত্তিত হৈ অন্নৰ পৰা প্ৰাণীসকলৰ উৎপত্তি হয়, যি অন্নৰ পৰা শুক্র আৰু শোণিত হয়, সেই অন্ন মেঘৰ পৰা হোৱা বৰষুণৰ পৰা হয়। যি মেঘৰ পৰা বৰষুণ হয়, সেই মেঘ যজ্ঞৰ পৰা হয়। সেই যজ্ঞ অগ্নিত ঘৃতাহুতি দিয়াৰ পৰা সম্পন্ন হয়। এয়ে জগৎচক্র।

**কৰ্ম ব্ৰহ্মোদ্ভৱং বিদ্ধি ব্ৰহ্মাক্ষৰ সমুদ্ভৱম্।**
**তস্মাৎ সৰ্বগতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতম্॥ ১৫**

**অন্বয়**ঃ—কৰ্ম ব্ৰহ্ম উদ্ভৱং। ব্ৰহ্ম অক্ষৰ সমুদ্ভৱম্। তস্মাৎ সৰ্ব গতং ব্ৰহ্ম নিত্যংযজ্ঞে প্ৰতিষ্ঠিতম্। ( কৰ্ম—বেদপ্ৰমাণকং )

ভাষ্য—কৰ্ম ব্ৰহ্মোদ্ভৱং ব্ৰহ্ম বেদঃ স উদ্ভৱঃ কাৰণং যস্য তৎ কৰ্ম ব্ৰহ্মোদ্ভৱং বিদ্ধি জানীহি। ব্ৰহ্ম পুনঃ বেদাখ্যং অক্ষৰ সমুদ্ভৱম্, অক্ষৰং ব্ৰহ্ম পৰমাত্মা সমুদ্ভবো যস্য তৎ অক্ষৰ সমুদ্ভৱম্ ব্ৰহ্ম বেদইত্যৰ্থঃ। যস্মাৎ সাক্ষাৎ পৰমাত্মাখ্যং অক্ষৰাৎ পুৰুষ নিঃশ্বাসবৎ সমুদ্ভুতং ব্ৰহ্ম তস্মাৎ সৰ্বাৰ্থ প্ৰকাশত্বাৎ সৰ্বগতম্। সৰ্বগতমপি সন্নিত্যং সদা যজ্ঞবিধিপ্ৰধানত্বাদ্ যজ্ঞে প্ৰতিষ্ঠিতম্। ১৫ ॥ ( শঙ্কৰ )

( অস্য মহতো ভূতস্য নিঃশ্বসতিম্ এতৎ—ঋগ্বেদো যজুৰ্বেদঃ সামবেদঃ ইতি শ্ৰুতেঃ )—( শ্ৰীধৰ )

**অনুবাদ**ঃ—যজ্ঞাদি বিহিত কৰ্মৰ প্ৰবৰ্ত্তক বেদ। বেদ পৰমেশ্বৰৰ পৰা উৎপন্ন। এই কাৰণে এই সৰ্বপ্ৰকাশ আৰু সদানিত্য বেদ সদায় যজ্ঞতে প্ৰতিষ্ঠিত হৈ আছে।

( অতএৱ সৰ্বব্যাপী পৰমব্ৰহ্ম সৰ্বদা যজ্ঞত প্ৰতিষ্ঠিত আছে—অৰ্থাৎ একমাত্ৰ যজ্ঞৰূপ উপায়ৰ দ্বাৰা ব্ৰহ্মক পোৱা যায় )। ( শ্ৰীধৰ )

সৰ্বগতং=সৰ্বাৰ্থ প্ৰকাশত্বাৎ ( শঙ্কৰ )

সৰ্বগতমপি অক্ষৰং ব্ৰহ্ম ( শ্ৰীধৰ )

**ব্যাখ্যা**ঃ—এই শ্লোকটিৰ অনুবাদ আৰু অৰ্থ তলত লিখা ধৰণে কৰিলেও খাপ্ খায়।

"প্ৰকৃতিৰ পৰা সকলো কৰ্মৰ উৎপত্তি। সেই প্ৰকৃতি অক্ষৰ ব্ৰহ্মৰ শক্তি। **সেইবাবে পৰস্পৰৰ মঙ্গলৰ** অৰ্থে প্ৰাণীয়ে কৰা সকলো কৰ্ম ( যজ্ঞ ) সদায় সৰ্বব্যাপী প্ৰকৃতিয়ে কৰাইছে"।

এই শ্লোকত ব্ৰহ্মমানে সগুণ ব্ৰহ্ম বা বেদ বুলি টীকাকাৰসকলে নানাভাৱে অৰ্থ কৰিছে। কিন্তু ইয়াত ব্ৰহ্ম মানে প্ৰকৃতি বুলি ধৰিলেহে, ইয়াৰ অৰ্থ গীতাৰ

মূল শিক্ষাৰ লগত খাপ্ খাই পৰে। গীতাত প্ৰকৃতিৰ ঠাইত ব্ৰহ্ম আৰু ব্ৰহ্মৰ ঠাইত 'প্ৰকৃতি' বুলিলে একো ভুল নহয় ( ১৫ অধ্যায় চাওক। গৌড়পাদেও কৈছে প্ৰকৃতি আৰু ব্ৰহ্ম এক পৰ্য্যায়ৰ শব্দ ) এই শ্লোকত গীতাই বুজাইছে যে প্ৰকৃতিৰ বলত অৱশ হৈ প্ৰাণীয়ে পৰস্পৰৰ মঙ্গলৰ বাবে কৰ্ম ( যজ্ঞ ) কৰিছে আৰু এই কৰ্মৰ দ্বাৰা জগৎ যন্ত্ৰ প্ৰৱৰ্ত্তিত হৈছে। ( বেদান্ত বাচস্পতি )

ব্ৰহ্ম—প্ৰকৃতি [ প্ৰকৃতিৰ তিনিগুণ সকলো সময়তে ক্ৰিয়াশীল ; গতিকে কৰ্ম প্ৰকৃতিৰ পৰাই উৎপন্ন। ]

**অক্ষৰ**—ভগৱান, পৰব্ৰহ্ম, অচ্যুত·· ······অক্ষৰৰ পৰা প্ৰকৃতিৰ উদ্ভৱ। [ সাংখ্য মতে প্ৰকৃতি আৰু পুৰুষৰ মাজত কোনো সম্পৰ্কই নাই ; গীতাই এই মত নামানে। ]

সৰ্বগতং ব্ৰহ্ম—সকলো পদাৰ্থৰ ভিতৰতে আছে যে এনে প্ৰকৃতি।

যজ্ঞ—ত্যাগ ; পৰস্পৰৰ মঙ্গলৰ অৰ্থে ত্যাগ বৃত্তিৰ দ্বাৰা অনুষ্ঠিত কৰ্মই সংসাৰৰ স্থিতিৰ কাৰণ। ( বেদ-বেদান্তশাস্ত্ৰী )

এবং প্ৰৱৰ্ত্তিতং চক্ৰং নানুবৰ্তয়তীহ যঃ।
অঘায়ুৰিন্দ্ৰিয়াৰামো মোঘং পাৰ্থ স জীৱতি ॥ ১৬

**অন্বয়** :—হে পাৰ্থ ! য ইহ এবং প্ৰৱৰ্ত্তিতং চক্ৰং ন অনুবৰ্তয়তি, ইন্দ্ৰিয়-আৰামঃ অঘ-আয়ুঃ স মোঘং জীৱতি। ১৬॥

ইন্দ্ৰিয়াৰামঃ=ইন্দ্ৰিয়ৈঃ বিষয়েষু এব ৰমতে ন তু ঈশ্বৰ-আৰাধনাৰ্থে কৰ্মণি, ইন্দ্ৰিয়াসক্তঃ।

অঘায়ুঃ=অঘং পাপৰূপং আয়ুৰ্যস্য তথাভূতঃ পাপময় জীৱনঃ ইতি অৰ্থঃ।

মোঘং=ব্যৰ্থং। জীৱতি ( বৃথৈৱ তস্য জন্ম ইত্যৰ্থঃ )

**অনুবাদ** :—এই নিয়মৰ অধীনত থকা জগৎ-চক্ৰটো যি জনে পালন নকৰে বা অনুবৰ্ত্তন নকৰে, সেই ব্যক্তি ইন্দ্ৰিয়াসক্ত, ভোগকামী, তেওঁৰ আয়ু ( জীৱন ) পাপপূৰ্ণ আৰু ব্যৰ্থ। ১৬॥

**ব্যাখ্যা** :—ভগৱানে নিৰ্দ্ধাৰণ কৰি দিয়া কৰ্মচক্ৰৰ অনুবৰ্ত্তন যি জনে নকৰে, তেওঁৰ জীৱন পাপময় আৰু তেনেকুৱা বিষয়ভোগী ব্যক্তিৰ জীৱন ব্যৰ্থ জীৱন। সেই জীৱনৰ ভাৰ বোৱাৰ কোনো অৰ্থ নাই—সেই জীৱন নিৰৰ্থক।

যি পুৰুষে এই জগচ্চক্ৰৰ সত্যটি উপলব্ধি কৰে, তেওঁ আত্মজ্ঞানী পুৰুষ।

তেওঁ আত্মতুষ্ট, তেওঁ কৰিবলগীয়া আৰু একো নাই। এই কথা তলৰ শ্লোক দুটাত কৈছে।

একেবাৰে উপলব্ধি কৰিব নোৱাৰিলেও এই জগৎ চক্ৰৰ সত্যটি যি বিশ্বাস কৰে, তেওঁ কোনো কৰ্মত আসক্ত হব নোৱাৰে, কোনো কৰ্মফলত তেওঁৰ স্পৃহা নাথাকে। তেওঁ অনাসক্তভাৱে কৰ্ম কৰি শেহত আত্মজ্ঞান লাভ কৰে। এই কথা তলত ১৯শ শ্লোকত কৈছে।

এনে বিশ্বাসেৰে কৰ্ম কৰাই আচল গীতোক্ত 'কৰ্মযোগ' বা শুদা 'যোগ' এনে বিশ্বাস নহলে কৰ্মযোগ হব নোৱাৰে। ১৬॥ ( বেদান্ত বাচস্পতি )

যস্ত্বাত্মৰতিৰেব স্যাদ্ আত্মতৃপ্তশ্চ মানবঃ।
আত্মন্যেব চ সন্তুষ্টস্ তস্য কাৰ্য্যং ন বিদ্যতে॥ ১৭

**অন্বয়ঃ**—তু যঃ মানবঃ আত্মৰতিঃ আত্মতৃপ্তঃ এব চ আত্মনি এব সন্তুষ্টঃ স্যাৎ, তস্য কাৰ্য্যং ন বিদ্যতে। ১৭॥

**টীকাঃ**—তদেবং 'ন কৰ্মণামৰম্ভাৎ' ইত্যাদিনা অজ্ঞস্য অন্তঃকৰণ শুদ্ধাৰ্থং কৰ্মযোগং উক্ত্বা জ্ঞানিনঃ কৰ্ম-অনুপযোগম্ আহ—যস্তিতি দ্বাভ্যাম্। আত্মন্যেব ৰতিঃচ প্ৰীতিৰ্যস্য সঃ, ততঃ আত্মন্যেব তৃপ্তঃ স্বানন্দানুভৱেন নিৰ্বৃতঃ, অতএৱ আত্মন্যেবসন্তুষ্টো ভোগাপেক্ষা ৰহিতঃ যঃ তস্য কৰ্ত্তব্যম্ নাস্তি ইতি। ( শ্ৰীধৰ )

**অনুবাদঃ**—কিন্তু আত্মাতেই যাৰ ৰতি হৈছে অৰ্থাৎ আত্মাতেই যি আনন্দ আছে, সেই আনন্দ ভোগতেই যিজন ব্যক্তিয়ে ৰত থাকে, আত্মাতেই যিজন ব্যক্তি তৃপ্ত অৰ্থাৎ আত্মস্বৰূপস্থ আনন্দ ভোগত যাৰ মন পূৰ্ণ হৈ আছে, ( গতিকে ) আত্মাতেই যিজন সন্তুষ্ট থাকে ( যাৰ সন্তোষৰ বাবে বাহিৰৰ কোনো বস্তুৰ প্ৰয়োজন নহয় ), ( অৱশ্যে ) তেওঁৰ পক্ষে কৰ্ত্তব্য কৰ্ম একো নাই। ১৭॥
( সন্তদাস বাবাজী )

**ব্যাখ্যাঃ**—জগৎ চক্ৰ বুজা মানুহৰ কথা কবলৈ হ'লে যাৰ আনন্দ লাভৰ বাবে বাহিৰৰ কোনো বস্তুৰ অপেক্ষা কৰিব নালাগে, যাৰ আত্মাতেই ৰতি, আত্মাতেই তৃপ্তি আৰু আত্মাতেই সন্তুষ্টি, তেনে আত্মজ্ঞ ব্যক্তিৰ কোনো কৰ্ত্তব্য নাই। এনে মানুহে আনন্দৰ বাবে বাহিৰৰ বিষয় বিচাৰি ঘুৰিব নালাগে—তেনে লোকৰ আনন্দ ভিতৰৰ পৰা ওলায়। ই যে কি আনন্দ আমি বুজিব নোৱাৰোঁ—তলত ক'ব যে ই 'ব্ৰহ্ম সংস্পৰ্শজ' আনন্দ। ( বেদান্ত বাচস্পতি )

নৈব তস্য কৃতেনাৰ্থো নাকৃতেনেহ কশ্চন।
ন চাস্য সৰ্বভূতেষু কশ্চিদৰ্থ ব্যপাশ্ৰয়ঃ॥ ১৮

**অন্বয়ঃ**—ইহ তস্য কৃতেন [ কশ্চিৎ ] অৰ্থঃ এব ন। অকৃতেন চ কশ্চনঃ [ অৰ্থঃ ] ন অস্তি। সৰ্বভূতেষু কশ্চিৎ অস্য অৰ্থ-ব্যপাশ্ৰয়ঃ।

অৰ্থ ব্যপাশ্ৰয়ঃ=প্ৰয়োজনৰ নিমিত্তে আশ্ৰয়ণীয়।

**অনুবাদঃ**—এনে আত্মজ্ঞপুৰুষৰ কোনো প্ৰয়োজন সিদ্ধি কৰিব পাৰে, এনে কোনো কৰ্ম জগতত নাই আৰু এনে কোনো কৰ্ম নাই যিটো নকৰিলে তেওঁৰ কিবা প্ৰয়োজন সিদ্ধ হ'ব পাৰে ( অৰ্থাৎ কৰ্মৰপৰা নিবৃত্ত হোৱাও তেওঁৰ পক্ষে প্ৰয়োজনীয় নহয় )। এনে কোনো প্ৰাণী নাই যাৰ আশ্ৰয় গ্ৰহণ কৰিলে তেওঁৰ কোনো উপকাৰ সিদ্ধ হব পাৰে॥ ১৮ ( সন্তদাস বাবাজী )

তস্মাদ্ অসক্তঃ সততং কাৰ্য্যং কৰ্ম সমাচৰ।
অসক্তো আচৰণ্ কৰ্ম পৰম্ আপ্নোতি পুৰুষঃ॥ ১৯

**অন্বয়ঃ**—তস্মাৎ অসক্তঃ সততং কাৰ্য্যং কৰ্ম সমাচৰ। হি পুৰুষঃ অসক্তঃ কৰ্ম আচৰণ্ পৰম্ আপ্নোতি। ১৯॥

অসক্তঃ=ফলসঙ্গ ৰহিতঃ

কাৰ্য্য কৰ্ম=কৰ্ত্তব্যং নিত্যনৈমিত্তিকং কৰ্ম

পৰম্=মোক্ষম্।

"যতঃ এব তস্মাৎ ইতি। তস্মাৎ অসক্তঃ সঙ্গবৰ্জিতঃ সততং সৰ্বদা কাৰ্যং কৰ্ত্তব্যং নিত্যংকৰ্ম নিৰ্বৰ্ত্তয়। অসক্তো হি যস্মাৎ সমাচৰণ্ ঈশ্বৰাৰ্থং কৰ্ম কুৰ্বন্ পৰং মোক্ষম্ পুৰুষঃ সত্বশুদ্ধিদ্বাৰেণ ইত্যৰ্থঃ" ( শঙ্কৰ ভাষ্য )

**অনুবাদঃ**—সেইবাবে মই কওঁ ( তস্মাৎ ) তুমি অনাসক্ত হৈ সকলো কাম সদায় কৰি থাকা; কিয়নো যি ব্যক্তিয়ে আসক্তি ত্যাগ কৰি কৰ্ম কৰে তেওঁ পৰম পদ ( মোক্ষ ) পায়।

**ব্যাখ্যাঃ**—হে অৰ্জুন! তুমি যেতিয়া আত্মতৃপ্ত অৱস্থা লাভ কৰা নাই, আগে কৈ অহা সত্যটি বুজি অৰ্থাৎ জগতৰ একত্ব আৰু যজ্ঞৰ তাৎপৰ্য্য বুজি অনাসক্ত হৈ কৰণীয় কৰ্ম কৰা; কাৰণ এইদৰে অনাসক্ত হৈ কৰ্ম কৰিহে মানুহে মোক্ষ লাভ কৰিব পাৰে। ১৯॥ ( বেদান্ত বাচস্পতি )

কর্মণৈৱ হি সংসিদ্ধিম্ আস্থিতাঃ জনকাদয়ঃ।
লোক সংগ্ৰহম্ এৱাপি সংপশ্যন্ কর্ত্তুম্ অর্হসি ॥ ২০

**অন্বয়ঃ**—জনক-আদয়ঃ কর্মণা এৱ হি সংসিদ্ধিং আস্থিতাঃ। লোক-সংগ্ৰহম্ কর্ত্তুম্ অর্হসি। ২০॥

**টীকা**ঃ—অত্র সদাচাৰং প্ৰমাণয়তি—কর্মণৈৱেতি—

জনকাদয়ঃ কর্মণৈৱ শুদ্ধসত্ত্বাঃ সন্তঃ সংসিদ্ধিং সম্যগ্‌জ্ঞানম্ আস্থিতাঃ প্ৰাপ্তাঃ ইত্যৰ্থঃ। যদ্যপি ত্বং সম্যগ্‌জ্ঞানিনম্ এৱ আত্মানং মন্যসে, তথাপি কর্মাচৰণং ভদ্ৰমেৱইত্যাহ—লোকসংগ্ৰহম্ ইত্যাদি। লোকস্য সংগ্ৰহঃ স্বধৰ্মে প্ৰৱৰ্ত্তনঃ, ময়া কর্মণি কৃতে জনঃ সৰ্বোঽপি কৰিষ্যতি, অন্যথা জ্ঞানি-দৃষ্টান্তেন অজ্ঞো নিজধৰ্মং নিত্যং কর্মত্যজন্ পতেৎ ইত্যেৱং লোক-ৰক্ষণমপি তাৱৎ প্ৰয়োজনং সংপশ্যন্ কর্ম কর্ত্তুম্ এৱ অর্হসি ন ত্যক্তুম্ ইতাৰ্থঃ। ২০॥ ( শ্ৰীধৰ )

**অনুবাদ**ঃ—জনকাদি মহাত্মাসকলেও কর্মৰদ্বাৰাই সম্যক্ সিদ্ধি ( পৰমাৰ্থ জ্ঞান ) লাভ কৰিছিল। ( তুমি যদি নিজক সম্যগ্‌জ্ঞানী বুলিও ভাবা—তুমি যদি আত্মতৃপ্ত লাভ কৰিছাও ) বিহিত কর্মৰ অনুষ্ঠান কৰিলে, তাকে দেখি অন্য সাধাৰণ লোকবিলাকে পাপৰ পৰা নিবৃত্ত হব আৰু ধৰ্মত প্ৰবৃত্ত হব। এই নিমিত্তেও বিহিত কর্মৰ অনুষ্ঠান কৰা তোমাৰ কৰ্ত্তব্য। ( সন্তদাস বাবাজী )

**ব্যাখ্যা**ঃ—লোক=সুগঠিত সমাজ, সংসাৰ;

সংগ্ৰহ=যথাযথ শৃঙ্খলাত ৰক্ষা কৰা আৰু পৰিচালনা কৰা। যেনে—গলোৱা ঘিঁউৰ টোপ এটা যদি পানীত পেলাই দিয়া হয়, তেন্তে সেই তৰল ঘিঁউ জমি যায়—'সংগৃহ্যতে'। এই জমি যোৱাকেই সংগ্ৰহ বোলে। লোক-সংগ্ৰহ শব্দৰ অৰ্থ বুজিব লাগিলে ইয়াৰ বিপৰীত অৰ্থৰ শব্দটোলৈ মন কৰিব লাগিব—সেইটো হৈছে—লোক নিগ্ৰহ। ( বেদ বেদান্ত শাস্ত্ৰী )

তুমি নিজে সম্যগ্‌জ্ঞানী হ'লেও বা যদি আত্মতৃপ্তি লাভ কৰি থাকাও, তথাপি সমাজ-ৰক্ষাৰ বাবে বিহিত কর্ম ( স্বধৰ্ম ) ৰক্ষা কৰিব লাগিব। যদি তুমি স্বধৰ্ম ৰক্ষা নকৰা, তোমাক দেখি অজ্ঞ মানুহবিলাকেও নিজৰ নিজৰ ধৰ্ম ত্যাগ কৰিব—নিত্য কর্ম ( বিহিত কর্ম ) নকৰিব আৰু অধঃপতিত হ'ব। সেইবাবে সুগঠিত সমাজ ৰক্ষাৰ বাবে, সৃষ্টি ৰক্ষাৰ কাৰণে তোমাৰো কর্মত্যাগ কৰা উচিত নহয়, কর্ম কৰা হে উচিত। লোক-সংগ্ৰহম্=লোকস্যসংগ্ৰহম্, স্বধৰ্মে প্ৰৱৰ্ত্তনম্। ২০॥

**যদ্ যদাচৰতি শ্ৰেষ্ঠস্ তৎ তদেৱেতৰো জনঃ।**
**স যৎ প্ৰমাণং কুৰুতে লোকস্তদনুবৰ্ত্ততে॥ ২১**

**অন্বয় ঃ**—শ্ৰেষ্ঠঃ জনঃ যৎ যৎ আচৰতি ইতৰঃ তৎ তৎ এব [ আচৰতি ]। সঃ যৎ প্ৰমাণং কুৰুতে লোকঃ তৎ অনুবৰ্ত্ততে।

( কাৰণ ) শ্ৰেষ্ঠ ব্যক্তিযে যেনে আচৰণ কৰে—যিহকে কৰে, সাধাৰণ মানুহেও তাকেই কৰে। শ্ৰেষ্ঠ ব্যক্তিয়ে যিহকে প্ৰামাণ্য বুলি মানে বা কৰ্ত্তব্য বা আদৰ্শ বুলি গ্ৰহণ কৰে, সাধাৰণ লোকেও তাকেই অনুসৰণ কৰে। ২১॥

**ব্যাখ্যা ঃ**—"শ্ৰেষ্ঠজনঃ কৰ্মশাস্ত্ৰং তন্নিবৃত্তি শাস্ত্ৰং বা যৎ প্ৰমাণং কুৰুতে মন্যতে তদেব লোকঃ অপি অনুসৰতি"। ( শ্ৰীধৰ )

কৰ্ম কৰা বা কৰ্মৰপৰা নিবৃত্ত হোৱা যি শাস্ত্ৰবিধি সেই সম্পৰ্কে শ্ৰেষ্ঠজনে যি দৃষ্টান্ত দেখুৱায়, তাকে অন্য লোকে অনুসৰণ কৰে। ২১॥

**ন মে পাৰ্থাস্তি কৰ্ত্তব্যং ত্ৰিষু লোকেষু কিঞ্চন।**
**নানবাপ্তং অবাপ্তব্যং বৰ্ত্ত এব চ কৰ্মণি ২২॥**

**অন্বয় ঃ**—[ হে ] পাৰ্থ! মে কৰ্ত্তব্যং ন অস্তিঃ; [ যতঃ ] ত্ৰিষু লোকেষু কিঞ্চন অনবাপ্ত অবাপ্তব্যং বা ন [ অস্তি ], [ তথাপি অহং ] কৰ্মণি বৰ্ত্তে এব।

অনবাপ্তম্=অপ্ৰাপ্তব্যং, অবাপ্তব্যম্=প্ৰাপ্যং, কৰ্মাণি বৰ্ত্তে এব=কৰ্ম কৰোমি এব।

**অনুবাদ ঃ**—হে পাৰ্থ, মোৰ কোনো কৰ্ত্তব্য কৰ্ম নাই; কাৰণ এই তিনি লোকত এনে একো বস্তু নাই যিটো মই পোৱা নাই বা এনে কোনো বস্তু নাই যিটো মই পাবলগীয়া আছে। মই আপ্তকাম। তথাপি মই কৰ্মত প্ৰবৃত্ত হৈ আছোঁ—কৰ্ম কৰিয়েই থাকোঁ। ( পূৰ্বে জনকাদি ঋষিৰ দৃষ্টান্ত দিছে, এতিয়া নিজৰ দৃষ্টান্ত দিছে )।

**যদি হ্যহং ন বৰ্ত্তেয়ং জাতু কৰ্মণ্যতন্দ্ৰিতঃ।**
**মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্বশঃ॥ ২৩**

**অন্বয় ঃ**—পাৰ্থ, যদি অহং জাতু অতন্দ্ৰিতঃ কৰ্মণি ন বৰ্ত্তেয়ং, মনুষ্যাঃ মম বৰ্ত্ম হি সৰ্বশঃ অনুবৰ্ত্তন্তে। ২৩॥

অতন্দ্ৰিতঃ = অনলসঃ।

**অনুবাদ** ঃ—হে পাৰ্থ ! মই যদি এলাহ নকৰি কৰ্ম কৰি থকাৰ পৰা কেতিয়াবা বিৰত হওঁ, তেতিয়া মানুহে সৰ্বপ্ৰকাৰে মোৰ পথেৰেহে অনুসৰণ কৰিব। ২৩।

**উৎসীদেয়ুৰিমে লোকা (ঃ) ন কুৰ্য্যাং কৰ্মচেদং।**
**সঙ্কৰস্য চ কৰ্ত্তা স্যাম্ উপহন্যাম্ ইমাঃ প্ৰজাঃ॥ ২৪**

**অন্বয়** ঃ—চেৎ অহং কৰ্ম ন কুৰ্য্যাম্ ইমে লোকাঃ উৎসীদেয়ুঃ; সঙ্কৰস্য চ কৰ্ত্তা স্যাম্; ইমাঃ প্ৰজাঃ উপহন্যাম। ২৪॥

উৎসীদেয়ুঃ=কৰ্মলোপেন নশ্যেয়ুঃ।

উপহন্যাম্=মলিনী কুৰ্য্যাম্।

**অনুবাদ** ঃ—হে অৰ্জুন। (মোৰ নিজৰ একো প্ৰয়োজন নাই বুলি) যদি মই কৰ্ম নকৰোঁ, তেন্তে সকলো লোক উৎসন্ন হব, মই বৰ্ণশঙ্কৰ উৎপত্তিৰ কাৰণ হম আৰু তাৰ দ্বাৰা সমস্ত প্ৰজাৰ (মনুষ্য-সমাজৰ) ধ্বংসৰ কাৰণ হ'ম। ২৪॥

**ব্যাখ্যাঃ**—এই জগচ্চক্ৰ শৃঙ্খলাবদ্ধ নিয়মৰ অধীন; ঈশ্বৰ ইয়াৰ আধাৰ। তেওঁ কাম নকৰিলে সকলো বিশৃঙ্খল হব। জগৎ ধ্বংস হব।

(বেদান্ত বাচস্পতি)

মই কৰ্ম নকৰিলে মোৰ দৃষ্টান্তৰ অনুসৰণ কৰি সকলোৱে নিজ নিজ কৰ্তব্য কৰ্ম ত্যাগ কৰি স্বেচ্ছাচাৰী হৈ উঠিব। স্বেচ্ছাচাৰৰ পৰা সাঙ্কৰ্য্য আৰু বিশৃঙ্খলা অৱশ্যম্ভাৱী। সামাজিক বিশৃঙ্খলাৰ পৰা ধৰ্ম লোপ, সমাজৰ বিনাশ। সেই কাৰণে লোক শিক্ষাৰ বাবে, লোক-সংগ্ৰহৰ কাৰণে মই কৰোঁ, তুমিও তাকে কৰা।

['সঙ্কৰ' শব্দৰ অৰ্থ পৰস্পৰ বিৰুদ্ধ পদাৰ্থৰ মিলন বা মিশ্ৰণ—তাৰ ফল সামাজিক বিশৃঙ্খলা। বৰ্ণসঙ্কৰ তাৰে এটি প্ৰকাৰ। বৰ্ণসঙ্কৰ, কৰ্মসঙ্কৰ ইত্যাদি নানাভাৱে সাঙ্কৰ্য্য উপস্থিত হব পাৰে। লোকে স্বধৰ্ম অনুসাৰে কৰ্তব্য পালন নকৰিলেই এইৰূপ সাঙ্কৰ্য্য বা বিশৃঙ্খলা উপস্থিত হয়"—২৪॥ (জগদীশ ঘোষ)

**সক্তাঃ কৰ্মণ্যবিদ্বাংসো যথা কুৰ্বন্তি ভাৰত।**
**কুৰ্যাদ্ বিদ্বাংস্তথাসক্তস্ চিকীৰ্ষুৰ্ লোক-সংগ্ৰহম্। ২৫॥**

**অন্বয়** ঃ—হে ভাৰত! কৰ্মণি সক্তাঃ অবিদ্বাংসঃ যথা কুৰ্বন্তি, লোক-সংগ্ৰহম্ চিকীৰ্ষুঃ বিদ্বান্ তথা কুৰ্য্যাৎ। ২৫॥

**টীকা** ঃ—কৰ্মণি সক্তাঃ অভিনিবিষ্টাঃ সন্তঃ যথা অজ্ঞাঃ কৰ্ম কুৰ্ব্বন্তি, অসক্তঃ সন্ বিদ্বান্ অপি তথৈব কুৰ্য্যাৎ লোক-সংগ্ৰহং কৰ্ত্তু মিচ্ছুঃ। ২৫ ॥ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—হে অৰ্জুন ! অজ্ঞানী মানুহে কৰ্মত আসক্ত হৈ যিদৰে কৰ্ম কৰে, মানুহক ধৰ্মপথত আনি মানুহক প্ৰৱৰ্ত্তাবৰ কাৰণে জ্ঞানী জনেও অনাসক্ত-ভাৱে ঠিক সেই দৰেই কাম কৰা উচিত। ২৫ ॥

**ব্যাখ্যা** ঃ—এতেকে অজ্ঞানী আসক্ত হৈয়া যেমনে কৰ্ম কৰে, জ্ঞানীয়ো অনাসক্ত হৈয়া তেমনে কৰিব। ( ভট্টদেৱ )

ন বুদ্ধিভেদং জনয়েদ্ অজ্ঞানাং কৰ্মসঙ্গিনাম্।
জোষয়েৎ সৰ্বকৰ্মাণি বিদ্বান্ যুক্ত সমাচৰণ্ । ২৬ ॥
*( যোজয়েৎ পাঠান্তৰম্ )

**অন্বয়** ঃ—কৰ্মসঙ্গিনাম্ অজ্ঞানাং বুদ্ধি-ভেদং ন জনয়েৎ; বিদ্বান্ যুক্তঃ সৰ্ব কৰ্মানি সমাচৰণ্ জোষয়েৎ।

জোষয়েৎ বা যোজয়েৎ=কৰ্মণি কাৰয়েৎ।

**অনুবাদ** ঃ—জ্ঞানী ব্যক্তিয়ে কৰ্মত আসক্ত ব্যক্তিবিলাকৰ বুদ্ধিত কোনো প্ৰকাৰে সংশয় উৎপাদন নকৰিব। জ্ঞানীয়ে ভগবৎ চিন্তাত যুক্ত থাকি ( সাম্যবুদ্ধি যুক্ত হৈ ) সমস্ত কৰ্ম কৰি থাকি অনাসক্ত কৰ্মত অজ্ঞান্ ব্যক্তি-বিলাকৰ প্ৰীতিৰ ভাৱ জন্মাই দিব। ( অৰ্থাৎ দৃষ্টান্তৰ দ্বাৰা সিহঁতৰ মনত এনে ধৰণৰ প্ৰেৰণা দিব যাতে সিহঁতেও ধীৰে ধীৰে অনাসক্ত হৈ কৰ্ম কৰাত প্ৰীতি লাভ কৰিব পাৰে )।

**ব্যাখ্যা** ঃ—যি বিলাক অজ্ঞান লোক সেই বিলাকে ফলৰ আশা কৰি কৰ্ম কৰে আৰু সেই অজ্ঞান লোকবিলাকৰ কৰ্ত্তৃত্ব অভিমান থাকে। 'কৰ্মৰ কৰ্ত্তা ময়ে' এনে বোধ থাকে। সেই মানুহবিলাকক তত্ত্বজ্ঞানৰ উপদেশ দি কৰ্ম কৰাত সিহঁতৰ বুদ্ধিক বিচলিত কৰি দিব নালাগে; কাৰণ কৰ্মৰ প্ৰতি শ্ৰদ্ধা নাথাকিলে সিহঁতে কৰ্ম সাধনত বঞ্চিত হ'ব আৰু জ্ঞান লাভ কৰিব নোৱাৰি জ্ঞান মাৰ্গও সিহঁতৰ কাৰণে দুৰ্লভ হ'ব। সিহঁতৰ উভয় কুল নষ্ট হ'ব। জ্ঞানী লোকে মানৱ সমাজৰ কল্যাণৰ কাৰণে সদায় স্বধৰ্মত প্ৰৱৰ্ত্তিত কৰি ৰাখিবৰ উদ্দেশ্যে স্বয়ং সিহঁতৰ নিচিনা কৈ কৰ্মত প্ৰবৃত্ত থাকিব। জ্ঞানী লোকৰ কৰ্মত কৰ্তৃত্বাভিমান বা ফলাভিসন্ধি নাথাকে। তেওঁলোকে নিষ্কাম-

ভাৱে যাৱতীয় কর্ম সম্পাদন কৰে। তাতেই লোকশিক্ষাৰূপ পৰম মঙ্গল সাধিত হয়। জ্ঞানী লোকে কর্মত্যাগ কৰিলে অজ্ঞানী লোকেও কৰ্ম ত্যাগ কৰিব। তেতিয়া সমাজৰ বহুতো অমঙ্গল হ'ব। সেইবাবে জ্ঞানীসকলে দৃষ্টান্তৰ দ্বাৰা এনে প্ৰেৰণা দিব যাতে সিহঁতেও ধীৰে ধীৰে আসক্ত হৈ কর্ম কৰাত প্ৰীতি লাভ কৰে। ( শ্ৰীধৰৰ টীকা অনুযায়ী )

"কদাচিতো অকর্ত্তাত্মবোধে অজ্ঞানীৰ বুদ্ধি ভেদ নকৰিব। কিন্তু আপুনি আচৰি তাকো কৰাইব। বুদ্ধিভেদ কৰিলে কৰ্মতো শ্ৰদ্ধা এৰিব, জ্ঞানো নলভিব, উভয়ে ভ্ৰংশ হুয়া নষ্ট হৈব।" ( ভট্টদেৱ )

প্ৰকৃতেঃ ক্ৰিয়মাণানি গুণৈঃ কৰ্মাণি সৰ্বশঃ।
অহঙ্কাৰ বিমূঢ়াত্মা কৰ্ত্তাহমিতি মন্যতে ॥ ২৭

**অন্বয়** ঃ—প্ৰকৃতেঃ গুণৈঃ সৰ্বশঃ কৰ্মাণি ক্ৰিয়মাণানি। অহঙ্কাৰ বিমূঢ়াত্মা অহং কৰ্ত্তা ইতি মন্যতে। ২৭ ॥

**অনুবাদ** ঃ—প্ৰকৃতিৰ তিনি গুণৰদ্বাৰা ( ভগৱৎশক্তি প্ৰকৃতিৰ ক্ৰিয়াৰ দ্বাৰা ) সকলো প্ৰকাৰৰ কাম চলি থাকে। অহংকাৰৰদ্বাৰা বিমূঢ় ব্যক্তিয়ে ভাবে যে মই হে কৰ্ত্তা। ( অজ্ঞান আৰু জ্ঞানী লোকৰ প্ৰভেদ কি তাকে দেখুৱাইছে )। ২৭ ॥

**ব্যাখ্যা** ঃ—প্ৰকৃতিৰ ক্ৰিয়াৰ ( অৰ্থাৎ গুণৰ ) নিয়মৰ সমষ্টিকে আমি স্বভাৱ বোলোঁ। এই স্বভাৱ বা সংস্কাৰে আমাক কাম কৰায় আৰু আমি ভাবোঁ যে আমি কৰোঁ। ২৭ ॥ ( বেদান্ত বাচস্পতি )

তত্ত্ববিৎ তু মহাবাহো গুণ কৰ্ম বিভাগয়োঃ।
গুণা(ঃ) গুণেষু বৰ্ত্তন্ত ইতি মত্বা ন সজ্জতে ॥ ২৮

**অন্বয়** ঃ—মহাবাহো! তু গুণ কৰ্ম বিভাগয়োঃ তত্ত্ববিৎ গুণাঃ গুণেষু বৰ্ত্তন্তে ইতি মত্বা ন সজ্জতে। ২৮ ॥

গুণ কৰ্ম বিভাগয়োঃ তত্ত্ববিৎ=ন অহং গুণাত্মক ইতি গুণেভ্যঃ আত্মনো বিভাগঃ, ন মে কৰ্মাণি ইতি—কৰ্মেভ্যঃ অপি আত্মনো বিভাগঃ, তয়োঃ গুণ-কৰ্ম বিভাগয়োঃ যঃ তত্ত্বং বেত্তি সঃ।

ন সজ্জতে=কৰ্তৃত্বাভিনিবেশং ন কৰোতি। ( শ্ৰীধৰ )

**অনুবাদ ঃ**—হে মহাবাহো ! গুণ আৰু কৰ্মৰ বিভাগৰ তত্ত্ব যিজনে জানে, তেওঁ ভাবে যে "সকলো গুণ গুণতে আছে" মানে সত্ত্বাদি গুণ বিলাকে গুণতে ক্ৰিয়া কৰি আছে আৰু তেওঁৰ কৰ্তৃত্বৰ কোনো অভিমান তাত নাই।

**ব্যাখ্যা ঃ**—গুণ আৰু কৰ্মৰ প্ৰকৃত তত্ত্ব বুজা পণ্ডিতসকলে, অৰ্থাৎ যি বুজে যে সকলো ৰকম কষ্ট বা ভাৱৰ মূলতে গুণবোৰহে আছে আৰু গুণৰ বাহিৰে কোনো কৰ্ত্তা নাই—এনে জ্ঞানীসকলে 'সকলো গুণ গুণতে আছে' এই বুলি জানি কোনো কথাত আসক্ত নহয়।

জগচ্চক্ৰৰ সকলো কাৰ্য্য গুণে কৰিছে ( সত্ত্ব, ৰজঃ, তমঃ—এই তিনি গুণে ) প্ৰকৃতিৰ এই গুণ বিলাকে পৰস্পৰৰ ওপৰত পৰস্পৰে ক্ৰিয়া কৰি আছে। কেতিয়াবা সত্ত্বগুণ প্ৰবল হ'লে ৰজোগুণ আৰু তমোগুণক দমন কৰে, কেতিয়াবা ৰজোগুণ প্ৰবল হৈ সত্ত্ব আৰু তমোগুণক দমন কৰে—ইত্যাদি ক্ৰমে।

গুণৰ বাহিৰে জগতত কোনো কৰ্ত্তা নাই। য'ত গুণৰ ক্ৰিয়াৰ বাহিৰে আৰু একো নাই সেয়ে স্বভাৱ। এই স্বভাৱে আমাক কাম কৰায়। এই জগতত ( বহিৰ্জগতত আৰু অন্তৰ্জগতত ) সকলো কৰ্ম, সকলো ৰকমৰ ক্ৰিয়া সকলো পৰিণাম স্বভাৱৰ কাৰ্য্য—সত্ত্ব, ৰজঃ তমো গুণৰ ক্ৰিয়া এনে বুলি জ্ঞানীয়ে বুজি, তেওঁ এইটো জানে যে তেওঁ স্বয়ং এই বিলাকৰ পৰা পৃথক—তেওঁ এই-বোৰৰ দ্ৰষ্টা। এয়ে গুণ কৰ্মৰ সম্বন্ধ—এয়ে গুণ কৰ্মৰ বিভাগ। এই গুণ কৰ্ম বিভাগৰ তত্ত্ব যি জানে তেওঁ অনাসক্ত, বন্ধহীন পুৰুষ।

( বেদান্ত বাচস্পতি )

"গুণবিলাক ( সত্ত্ব, ৰজঃ, তমঃ ) পৰমাত্মাৰেই শক্তি—মোৰ নহয় ; সেই কাৰণে মোৰ পৰা গুণবোৰ ভিন্ন আৰু কৰ্মবোৰো মোৰ পৰা ভিন্ন, মোৰ নিজৰ নহয় ; কাৰণ সেইবোৰ পৰমাত্মাৰ দ্বাৰা প্ৰণোদিত। এইদৰে আত্মাৰপৰা গুণ কৰ্ম ভেদৰ তত্ত্ব যিজনে অৱগত হৈ আছে, তেৱেঁই গুণ কৰ্ম বিভাগৰ তত্ত্ববিৎ।"

( সন্তদাস বাবাজী )

"( ২৭—২৮ শ্লোক ) অজ্ঞানীজনে অহংকাৰে মোহিত হৈয়া ইন্দ্ৰিয়ৰ কৰ্মক মঞি কৰো বুলি মানে। ২৭ ॥

জ্ঞানী পুৰুষ ইন্দ্ৰিয়ে আপোনাৰ বিষয়ত প্ৰবৰ্ত্তে, মঞি কৰো বুলি আসক্তি নকৰে। ২৮ ॥" ( ভট্টদেৱ )

প্রকৃতেগু́ণ সম্মূঢ়াঃ সজ্জন্তে গুণ কর্ম্মসু।
তান্ অকৃৎস্ন বিদো মন্দান্ কৃৎস্নবিন্ন বিচালয়েৎ ॥ ২৯

**অন্বয়** :—প্রকৃতেঃ গুণ সম্মূঢ়াঃ গুণ কর্ম্মসু সজ্জন্তে। কৃতস্নবিৎ তান অকৃৎস্নবিদঃ মন্দান্ ন বিচালয়েৎ।

কৃৎস্নবিৎ—সর্বজ্ঞঃ, আত্মবিৎ পুরুষঃ

অকৃৎস্নবিৎ—অল্পজ্ঞঃ

মন্দান্—মন্দমতীন্

**টীকা** ঃ যৈঃ প্রকৃতেগু́ণৈঃ সত্ত্বাদিভিঃ সম্মূঢ়াঃ সন্তো গুণেষু ইন্দ্রিয়েষু তৎ কর্মসু চ সজ্জন্তে, বয়ং কুর্ম ইতি। তান্ অকৃৎস্ন বিদো মন্দমতীন্ কৃৎস্নবিৎ সর্বজ্ঞো ন বিচালয়েৎ। ( শ্রীধৰ )

**অনুবাদ** :—প্রকৃতিৰ গুণৰ দ্বাৰা মোহিত পুৰুষ সত্ত্বাদি গুণৰ কামত আসক্ত হয়। সর্বজ্ঞান সম্পন্ন পুৰুষে সেইবোৰ জ্ঞানৰ পৰা ৰহিত ক্ষুদ্র বুদ্ধিৰ মানুহবোৰক গুণ বিভাগৰ তত্ত্ব কৈ বিচলিত নকৰিব। ২৯॥

**ব্যাখ্যা** :—প্রকৃতিৰ গুণৰ দ্বাৰা মুগ্ধ হৈ অজ্ঞানী মানুহে গুণৰ কামকে নিজৰ বুলি ভাবি তাতে আসক্ত হয়। সেই অজ্ঞানী মানুহবোৰক তত্ত্ববিৎ জ্ঞানীসকলে আত্মাৰ অকর্তৃত্বৰ কথা কৈ বিচলিত নকৰিব। ( বেদান্ত বাচস্পতি )

"স্বকর্ম ত্যাগৰ কথা কৈ বিচলিত নকৰিব"। ( বেদ বেদান্ত শাস্ত্রী )

"প্রকৃতিৰ গুণত মোহিত হৈ অজ্ঞানী লোকে বিষয়াসক্ত হৈ কর্ম কৰে। সহঁতক কর্ম ত্যাগৰ উপদেশ দিয় উচিত নহয়। শম দম আদিত অভ্যাস নহ'লে, বিষয়ৰ প্রতি আসক্তি কেতিয়াও নাযায়। সেই বাবে এনে উপদেশ দিলে কেৱল মিথ্যাচাৰী, আত্ম প্রতাৰক, অকর্মা লোকৰ সৃষ্টি হয়। সিহঁত সমাজৰ কণ্টক স্বৰূপ।" ২৯॥ ( জগদীশ ঘোষ )

ময়ি সর্বানি কর্মাণি সংন্যস্যাধ্যাত্ম চেতসা।
নিৰাশী নির্মমো ভূত্বা যুধ্যস্ব বিগত জ্বৰঃ ॥ ৩০

**অন্বয়** ঃ—সর্বানি কর্মানি ময়ি সংন্যস্য অধ্যাত্ম চেতসা নিৰাশীঃ নির্মমঃ বিগতজ্বৰঃ ভূত্বা যুধ্যস্ব।

অধ্যাত্মচেতসা=অন্তর্যামী অধীনঃ অহং কর্ম কৰোমি ইতি দৃষ্ট্যা,

নিৰাশীঃ=নিষ্কামঃ, নির্মমঃ=মমতাশূন্যঃ

বিগতজ্বৰঃ=ত্যক্তশোকঃ

**অনুবাদ** :—কৰ্ত্তা ঈশ্বৰ। তেওঁৰ উদ্দেশ্যে ভৃত্যৰ দৰে কাম কৰিছোঁ— এইৰূপ বিবেক বুদ্ধি সহকাৰে সমস্ত কৰ্ম মোতেই সমৰ্পণ কৰি কামনাশূন্য আৰু মমতাশূন্য হৈ "( মই-মোৰ" ভাৱ এৰি ) ( চিন্তাশূন্য হৈ ) শোক ত্যাগ কৰি যুদ্ধ কৰা। ৩০ ॥

**ব্যাখ্যা** :—এই শ্লোকত 'অধ্যাত্ম চেতসা' শব্দৰ অৰ্থ আন ৰকমেও কৰিব পাৰি। তেতিয়া ভাঙনি হ'ব—সমস্ত কৰ্ম মোতেই অৰ্পণ কৰি, চিত্তক আত্মসংস্থ কৰি কামনা আৰু মমত্ব বুদ্ধি বৰ্জন কৰি বিগতশোক হৈ যুদ্ধ কৰা।

"তুমি পুমু ইদানীক জ্ঞানী নতু হৱা। এতেকে অন্তৰ্যামীৰ অধীন হুয়া ঈশ্বৰৰ অৰ্থে নিষ্কামে মোত অৰ্পি কৰ্ম কৰা, শোক এৰি যুদ্ধক উঠা।" (ভট্টদেৱ)

"হে অৰ্জ্জুন ! প্ৰকৃতিয়ে সকলো কাম কৰাইছে এনে বুদ্ধি লোৱা। তুমি এতিয়া জগৎচক্ৰৰ কথা বুজিছা, তুমি বুজিছা এই জগৎ, এই কুৰুক্ষেত্ৰৰ যুদ্ধ সকলো মোৰ লীলা—মোৰ প্ৰকৃতিৰ কাৰ্য্য, তুমি নিজে ইয়াৰ দ্ৰষ্টা মাত্ৰ। তুমি এতিয়া কৰ্তৃত্ব বুদ্ধিহীন হৈ যুদ্ধ কৰা। ( বেদান্ত বাচস্পতি )

যে মম মতং-ইদং নিত্যং অনুতিষ্ঠন্তি মানৱাঃ।
শ্ৰদ্ধাৱন্তোঽনসূয়ন্তো মুচ্যন্তে তেঽপি কৰ্মভিঃ ॥ ৩১

**অন্বয়** :—যে মানৱাঃ শ্ৰদ্ধাৱন্তঃ ন অসূয়ন্তঃ যে ইদং মতং নিত্যং অনুতিষ্ঠন্তি, তে অপি কৰ্মভিঃ মুচ্যন্তে। ৩১ ॥

**টীকা** :—এবং কৰ্মানুষ্ঠানে গুণমাহ—যে মে মতমিতি ॥
মদ্বাক্যে শ্ৰদ্ধাৱন্তঃ অনসূয়ন্তঃ দুঃখাত্মকে কৰ্মণি প্ৰৱৰ্ত্তয়তি ইতি দোষদৃষ্টিম্ অকুৰ্বন্তঃ চ যে মে মদীয়মিদং মতম্ অনুতিষ্ঠন্তি, তে অপি শনৈঃ কৰ্ম কুৰ্বাণাঃ সম্যগ্ জ্ঞানিবৎ কৰ্মভিঃ মুচ্যন্তে। ( শ্ৰীধৰ )

**অনুবাদ** :—( এতিয়া কৰ্ম অনুষ্ঠানৰ জ্ঞানৰ কথা কৈছে )। যিবিলাক মানুহে শ্ৰদ্ধাবান্ আৰু অসূয়াশূন্য হৈ মোৰ এই মতৰ বিৰোধ নকৰি এই মত অনুসাৰে নিত্য চলে, সেইবিলাক লোকক সমস্ত কৰ্মৰ ফলে ত্যাগ কৰে অৰ্থাৎ সেই ব্যক্তি নিষ্কাম কৰ্মী হয়। ( তেওঁলোকে কৰ্মবন্ধনৰপৰা মুক্ত হয় )। ৩১

**ব্যাখ্যা** :—যিবিলাকে সত্ত্বৰজস্তমোগুণৰ ক্ৰিয়াকে নিজৰ কৰ্ম বুলি ভাবে সেইবিলাকৰ দৃষ্টি দোষযুক্ত। এনে দৃষ্টিকে 'অসূয়া' বোলে। জীৱ চৈতন্যৰ

উৰ্দ্ধ স্তৰত জীৱই বুজে যে এই জগচ্চক্ৰ প্ৰকৃতিৰ কাৰ্য্য, ঈশ্বৰৰ লীলা। এইটি দোষ-শূন্য দৃষ্টি—অনসূয়া।

অসূয়াৰ সাধাৰণ অৰ্থ বেয়াক ভাল দেখা, ভালক বেয়া দেখা—এই দোষ যুক্ত দৃষ্টি।

এই শ্লোকত শ্ৰদ্ধাৱন্ত আৰু অনসূয়ন্ত হ'বলৈ কৈছে। শ্ৰদ্ধাবান্ হৈ ঈশ্বৰৰ এই মত মানি নিত্যৌ কৰ্ম কৰিবলৈ কৈছে আৰু অসূয়াশূন্য হৈ কৰ্ম কৰিবলৈ কৈছে। কৰ্ম যে প্ৰকৃতিয়ে কৰাইছে, এই শুদ্ধ দৃষ্টি লবলৈ কৈছে। শ্ৰীভগৱানে কৈছে—

"যিবোৰ মানুহে দোষযুক্ত দৃষ্টি বিহীন হৈ মোৰ এই মত বিশ্বাস কৰে আৰু সেইদৰে আচৰণ কৰে সিহঁতৰো কৰ্মবন্ধনৰপৰা মুক্তি হয়," অৰ্থাৎ যিবোৰে এই গুণ কৰ্ম বিভাগ বুজিছে আৰু উপলব্ধি কৰিছে সিহঁতৰতো মুক্তি হ'লেই কিন্তু যি ভালকৈ বুজা নাই কিন্তু বিশ্বাস কৰে আৰু সেই মতে আচৰণ কৰে সিহঁতৰো মুক্তি হয়। এই কথাকে 'অপি' শব্দটোৱে বুজাইছে॥"

( বেদান্ত বাচস্পতি )

শ্ৰীভগৱানৰ মুল কথা হৈছে—কৰ্মত্যাগ জীৱৰ পক্ষে সম্ভৱ নহয়, কৰ্মত্যাগৰ দ্বাৰা লোক ৰক্ষাও নহয়, গতিকে নিষ্কামভাৱে কৰ্ম কৰাই কৰ্ত্তব্য। ফলত্যাগেই ত্যাগ। নিষ্কামী কৰ্মী সকলেও ( যিবিলাকে গুণ কৰ্ম বিভাগৰ কথা বুজা নাই অথচ বিশ্বাসী হৈ নিষ্কাম কৰ্মকাৰী ) কৰ্মবন্ধনৰপৰা মুক্ত হয়; সেইবাবে কৰ্মত্যাগৰ প্ৰয়োজন নহয়। এয়ে শ্ৰীভগৱানৰ মত॥ ৩১

যে ত্বেতদভ্য সূয়ন্তো নানু তিষ্ঠন্তি মে মতম্।
সৰ্বজ্ঞানবিমূঢ়াং স্তান্ বিদ্ধি নষ্টান্ অচেতসঃ॥ ৩২

**অন্বয়** ঃ—তু যে এতৎ মে মতম্ অভ্যসূয়ন্তঃ ন অনুতিষ্ঠন্তি, তান্ অচেতসঃ সৰ্বজ্ঞান বিমূঢ়ান্ নষ্টান্ বিদ্ধি॥ ৩২

**টীকা** ঃ—বিপক্ষে দোষমাহ—যে ত্বেতদিতি। যে তু মে মতং ঈশ্বৰাৰ্থং কৰ্ম-কৰ্ত্তব্যম্ ইতি অনুশাসনম্ অভ্যসূয়ন্তো দ্বিষন্তো ন অনুতিষ্ঠন্তি, তান্ অচেতসো বিবেক-শূন্যান্ অতএব সৰ্বস্মিন্ কৰ্মণি ব্ৰহ্মবিষয়ে চ যজ্জ্ঞানং তত্ৰ বিমূঢ়ান্ নষ্টান্ বিদ্ধি। ( শ্ৰীধৰ )

**অনুবাদ** ঃ—কিন্তু যি বিলাকে মোৰ এই মতৰ দোষ অন্বেষণ কৰে আৰু

মোৰ এই মত অনুসাৰে নচলে, সেই বিচাৰশূন্য সৰ্বজ্ঞান মূঢ় ব্যক্তিবিলাকক নষ্ট বুলি জানিবা। ( সিহঁতৰ স্থিৰ-স্থিতি নহয়—পৰমাৰ্থ ভ্ৰষ্ট হয় )॥ ৩২

**ব্যাখ্যা ঃ**—মোৰ এই মত যিবিলাক লোকে দোষযুক্ত দৃষ্টিৰে চাই কোনো-মতে বিশ্বাস কৰিব নোৱাৰে আৰু সেই মতে আচৰণ কৰিব নোৱাৰে, সেই বিলাক লোক চিত্তশূন্য, বিবেকশূন্য—কোনো জ্ঞানেই সিহঁতৰ নাই; সেই বিলাক লোকৰ পৰমাৰ্থ লাভৰ কোনো আশা নাই॥ ৩২

সদৃশং চেষ্টতে স্বস্যাঃ প্ৰকৃতেৰ্‌ জ্ঞানবানপি।
প্ৰকৃতিং যান্তি ভূতানি নিগ্ৰহঃ কিং কৰিষ্যতি॥ ৩৩

**অন্বয় ঃ**—জ্ঞানবান্ অপি স্বস্যাঃ প্ৰকৃতেঃ সদৃশং চেষ্টতে। ভূতানি প্ৰকৃতিং যান্তি। নিগ্ৰহঃ কিং কৰিষ্যতি॥ ৩৩

**অন্বয়াৰ্থ ঃ**—কা কথা অজ্ঞস্য? জ্ঞানবান্ অপি স্বকীয়ায়াঃ স্বভাৱস্য অনুৰূপং চেষ্টতে; যতঃ প্ৰাণিনঃ স্বভাৱম্ অনুবৰ্ত্তন্তে, অতঃ ইন্দ্ৰিয়-নিগ্ৰহঃ কিং কৰিষ্যতি?—প্ৰকৃতেঃ বলীয়স্ত্বাৎ।

**অনুবাদ ঃ**—( অজ্ঞৰ কথা কি )? জ্ঞানবান্ ব্যক্তিয়েও নিজৰ প্ৰকৃতি ( স্বভাৱ ) অনুসাৰে কাৰ্য্য কৰে; সকলো প্ৰাণীয়েই নিজ নিজ স্বভাৱক অনুসৰণ কৰে। ( স্বভাৱেই বলবান্ ) এনে ক্ষেত্ৰত ইন্দ্ৰিয়-নিগ্ৰহৰ পৰা কি ফল হ'ব? ( নিগ্ৰহ মানে ইন্দ্ৰিয় নিগ্ৰহ )

**ব্যাখ্যা ঃ**—তেন্তিয়া হলে মানুহে ভগৱানৰ মত অনুসাৰে কৰ্ম নকৰে কিয়? তাৰে উত্তৰত কৈছে—যে সকলো মানুহে জন্ম জন্মান্তৰৰ কৰ্মৰ সংস্কাৰ অনুসৰি কৰ্ম কৰে। সেইবাবে মোৰ মতক অনুসৰণ কৰিব নোৱাৰে।

জীৱমাত্ৰেই একোটি বিশেষ বিশেষ প্ৰকৃতি ( স্বভাৱ ) লৈ জন্মগ্ৰহণ কৰে এই প্ৰকৃতি কি? শাস্ত্ৰকাৰসকলে কয় যে পূৰ্বজন্মৰ ধৰ্ম, অধৰ্ম, জ্ঞান, ইচ্ছা ইত্যাদিৰ পৰা হোৱা যি সংস্কাৰ সেই সংস্কাৰ এই জন্মত প্ৰকাশ পায়। এই সংস্কাৰৰ নামেই প্ৰকৃতি বা স্বভাৱ। পূৰ্বে কোৱা হৈছে যে সত্ত্ব, ৰজঃ তমঃ প্ৰকৃতিৰ এই তিনি গুণৰ প্ৰেৰণাত জীৱে কৰ্ম কৰে; আচলতে পূৰ্বজন্মৰ এই সংস্কাৰৰ মূলতো এই তিনিগুণ। পূৰ্বজন্মৰ ধৰ্ম আৰু অধৰ্মৰ কৰ্মৰ ফলস্বৰূপে গুণবিশেষৰ প্ৰাবল্য বা হ্ৰাস হৈ স্বভাৱৰ যি অৱস্থা পায়, সেয়ে পূৰ্ব সংস্কাৰ বা স্বভাৱ। কাৰো ভিতৰত সত্ত্বগুণৰ, কাৰো ভিতৰত ৰজো গুণৰ আৰু কাৰো

ভিতৰত তমোগুণৰ প্ৰাবল্য হয়। আকৌ এই তিনি গুণৰ সংযোগত নানাবিধ মিশ্ৰ গুণৰো উৎপত্তি হয়। যেতিয়া যাৰ ভিতৰত যি গুণৰ প্ৰাবল্য হয়, তেতিয়া তেওঁৰ দ্বাৰা সেই গুণৰ কাৰ্য্য হয়। ইয়াকেই স্বভাৱজ কৰ্ম্ম বোলে।

ইয়াত কোৱা হৈছে যে জীৱৰ প্ৰবৃত্তি স্বভাৱৰ অনুবৰ্ত্তন কৰে, স্বভাৱেই বলৱান্। ইন্দ্ৰিয় নিগ্ৰহ বা শাস্ত্ৰাদিৰ শাসনৰ কোনো ফল নহয়। যদি জ্ঞানৱান্ লোকসকলেও প্ৰকৃতিৰ শাসন অতিক্ৰম কৰিব নোৱাৰে, অজ্ঞ জনে কেনেকৈ অতিক্ৰম কৰিব? তেন্তে আত্মোন্নতিৰ উপায় কি? পাছৰ শ্লোকত কৈছে— (৩৩) ( জগদীশ ঘোষৰ গীতা )

ইন্দ্ৰিয়স্যেন্দ্ৰিয়স্যাৰ্থে ৰাগ দ্বেষৌ ব্যৱস্থিতৌ।
তয়োৰ্ন বশম্ আগচ্ছেৎ তৌ হ্যস্য পৰিপন্থিনৌ ॥ ৩৪

**অন্বয়ঃ**—ইন্দ্ৰিয়স্য ইন্দ্ৰিয়স্য অৰ্থে ৰাগ দ্বেষৌ ব্যৱস্থিতৌ। তয়োঃ বশং ন আগচ্ছেৎ। হি তৌ অস্য পৰিপন্থিনৌ। ৩৪ ॥

**টীকাত ঃ**—ইন্দ্ৰিয়স্য ইন্দ্ৰিয়স্য ইতি বীপ্সয়া প্ৰত্যেকম্ সৰ্বেষাম্ ইন্দ্ৰিয়াণাম্ ইতি উক্তম্।

সৰ্বেষাম্ এব ইন্দ্ৰিয়াণাম্ স্ব-স্ব-বিষয়ে অনুকূলে প্ৰীতিঃ ( ৰাগঃ ) প্ৰতিকূলে বিৰাগঃ ( দ্বেষঃ ) অৱশ্যম্ভাবিনৌ। তথাপি তয়োঃ বশং ন আগচ্ছেৎ—ৰাগ দ্বেষয়োঃ বশৱৰ্ত্তী ন ভবেৎ। যতঃ তৌ ৰাগদ্বেষৌ মুমুক্ষোঃ প্ৰতিপক্ষৌ।

( শ্ৰীধৰ )

**অনুবাদ ঃ**—প্ৰত্যেক ইন্দ্ৰিয়ৰেই স্ব-স্ব অনুকূল বিষয়ে প্ৰীতি আৰু প্ৰতিকূল বিষয়ে বিৰাগ অৱশ্যম্ভাৱী; তথাপি সেই ৰাগ দ্বেষৰ বশৱৰ্ত্তী হব নালাগে, কাৰণ ৰাগ দ্বেষ মুক্তিকামীৰ প্ৰতিপক্ষ। ৩৪ ॥

**ব্যাখ্যা ঃ**—ৰাগ = অনুকূল বিষয়ত প্ৰীতি।
দ্বেষ = প্ৰতিকূল বিষয়ত বিৰাগ।

**স্বভাৱেই প্ৰৱল**—ইন্দ্ৰিয় নিগ্ৰহৰ দ্বাৰা ফল নহয়, তেন্তে জীৱৰ স্বাতন্ত্ৰ্য নাই নেকি? তাৰ আত্মোন্নতিৰ উপায় নাই নেকি? আছে। ইন্দ্ৰিয়বিলাকক নিগ্ৰহ বা পীড়ন নকৰি বশীভূত কৰিব লাগে। নিজ নিজ বিষয়ত অনুৰাগ আৰু বিৰাগ ইন্দ্ৰিয়ৰ স্বাভাৱিক; কিন্তু জীৱৰ পক্ষে ৰাগ দ্বেষৰ বশত যাব নালাগে। যিজন ব্যক্তি ইন্দ্ৰিয়ৰ-ৰাগ-দ্বেষৰ পৰা বিমুক্ত, তেওঁ ইন্দ্ৰিয়ৰ অধীন নহয়, ইন্দ্ৰিয়বিলাকেই তেওঁৰ অধীন হয়। এইদৰে ইন্দ্ৰিয়বিলাকক

নিজৰ বশীভূত কৰি স্বকৰ্ম কৰিব লাগিব, স্বধৰ্ম পালন কৰিব লাগিব। ইন্দ্ৰিয়বিলাক বশীভূত নহলে মানুহে স্বধৰ্ম ত্যাগ কৰি আপাত মনোৰম পৰধৰ্ম অনুসৰণ কৰে।

কিন্তু কোনো ক্ষত্ৰিয় যদি স্বধৰ্ম ত্যাগ কৰি, ক্ষত্ৰিয়োচিত যুদ্ধ আদি ক্ৰুৰ কৰ্ম ত্যাগ কৰি কৃষি-বাণিজ্য আদি বা আন কোনো প্ৰকাৰ নিৰ্দোষ বৃত্তি গ্ৰহণ কৰে, সেইটো শ্ৰেয়স্কৰ হ'ব নে নহয়? নহয়—( পাছৰ শ্লোক—) ৩৪ ॥

( জগদীশ ঘোষৰ গীতা )

**শ্ৰেয়ান্ স্বধৰ্মো বিগুণঃ পৰধৰ্মাৎ স্বনুষ্ঠিতাৎ।**
**স্বধৰ্মে নিধনং শ্ৰেয়ঃ পৰধৰ্মো ভয়াবহঃ ॥ ৩৫**

**অন্বয়** ঃ—সু-অনুষ্ঠিতাৎ পৰধৰ্মাৎ বিগুণঃ ( অপি ) স্বধৰ্মঃ শ্ৰেয়ান্ স্বধৰ্মে নিধনং শ্ৰেয়ঃ, পৰধৰ্মঃ ভয়াবহঃ [ ভবতি ]। ৩৫ ॥

বিগুণঃ=কিঞ্চিৎ অঙ্গহীনঃ, বিগত গুণোঽপি অনুষ্ঠীয়মানঃ।

**অনুবাদ** ঃ—পৰধৰ্ম আচৰণ সহজে অনুষ্ঠিত হব পাৰে—সেইটো সম্ভৱ হ'লেও স্বধৰ্মৰ আচৰণ কিঞ্চিৎ অঙ্গহীন বা দোষদুষ্ট হ'লেও নিজ ধৰ্মইহে মঙ্গলদায়ক! নিজৰ ধৰ্ম আচৰণ কৰি মৃত্যুও মঙ্গলজনক; পৰৰ ধৰ্ম ভয়ৰ কাৰণ। ৩৫ ॥

**ব্যাখ্যা** ঃ—প্ৰতি বৰ্ণ আৰু প্ৰতি আশ্ৰমৰ শাস্ত্ৰবিহিত ধৰ্মই স্বধৰ্ম। এক বৰ্ণ আৰু আশ্ৰমৰ ধৰ্ম, অন্য বৰ্ণ আৰু অন্য আশ্ৰমৰ পৰধৰ্ম। ( ৰামদয়াল )।

"ধৰ্ম মানে আমি যাক 'ধৰ্ম' (Religion) বোলোঁ সেইটো নহয়। নিজৰ প্ৰকৃতি বা স্বভাৱ অনুযায়ী যাৰ যি কৰ্ম তাকে তাৰ ধৰ্ম বোলে, যেনে—পশুৰ স্বধৰ্ম ক্ষুধা-তৃষ্ণাৰপৰা পৰিচালিত হৈ চৰি ফুৰা; ক্ষত্ৰিয়ৰ স্বধৰ্ম যুদ্ধ কৰা; ব্ৰাহ্মণৰ বেদাধ্যয়ন আদি। এতিয়া গীতাই কৈছে যে যাৰ যেনে প্ৰকৃতিগত ধৰ্ম, সেই অনুসাৰেহে কৰ্ম কৰা উচিত। ইয়াৰ বিপৰীত কোনো নীতি অনুসৰণ কৰিলে অশুভ ফল হ'ব পাৰে।" ৩৫ ॥ ( বেদান্ত বাচস্পতি )

অৰ্জুন উবাচ।

**অথ কেন প্ৰযুক্তোঽয়ং পাপং চৰতি পূৰুষঃ।**
**অনিচ্ছন্নপি বাৰ্ষ্ণেয় বলাদিব নিয়োজিত ॥ ৩৬**

**অন্বয়** ঃ—অৰ্জুন উবাচ—বাৰ্ষ্ণেয় অথ কেন প্ৰযুক্তঃ অয়ং পূৰুষঃ অনিচ্ছন্ অপি বলাৎ নিয়োজিতঃ ইব পাপং চৰতি? ৩৬

**অনুবাদ ঃ**—অৰ্জুনে প্ৰশ্ন কৰিছে হে কৃষ্ণ! (তুমি কৈছা যে ইন্দ্ৰিয়ৰ বিষয় ভোগত ৰাগ-দ্বেষ অৱস্থান্তৰী, তাৰ অধীন নহ'বা, এই কথা পালন কৰা সম্ভৱ নহয় যেন বুজি অৰ্জুনৰ এই প্ৰশ্ন) এতিয়া কোৱা কোনে মানুহক বলেৰে টানি অনাৰ দৰে অনিচ্ছা স্বত্বেও পাপ কাম কৰায়। ৩৬॥

**ব্যাখ্যা ঃ**—হে কৃষ্ণ! তুমি কৈছা ইন্দ্ৰিয়ৰ বিষয় ভোগ ৰাগ-দ্বেষ অৱস্থান্তৰী, তাৰ অধীন নহ'বা। ভাল কথা, সেইটো বুজিলোঁ। কিন্তু ইচ্ছা নাথাকিলেও কোনোবাই যেন বলেৰে ইন্দ্ৰিয়ৰ বশীভূত কৰায়, পাপত প্ৰবৃত্ত কৰায়। কাৰ প্ৰেৰণাত এনেকুৱা হয়? ৩৬॥

শ্ৰীভগৱান্ উবাচ।

কাম এষ ক্ৰোধ এষ ৰজোগুণ সমুদ্ভবঃ।
মহাশনো মহাপাপ্মা বিদ্ধ্যেনম্ ইহ বৈৰিণম্॥ ৩৭

**অন্বয় ঃ**—শ্ৰীভগৱান উবাচ—ৰজোগুণ সমুদ্ভৱঃ মহাশনঃ মহাপাপ্মা এষঃ কামঃ, এষঃ ক্ৰোধঃ, ইহ এনম্ বৈৰিণম্ বিদ্ধি। ৩৭॥

মহাশনঃ=মহৎ অশনং যস্য দুষ্পুৰ ইত্যৰ্থঃ।

মহাপাপ্মা=ন চ সাম্না সন্ধাতুং শক্যঃ যতঃ, অত্যুগ্ৰঃ।

এষঃ কামঃ ক্ৰোধঃ এষঃ=কামো হি কেনচিৎ প্ৰতিহতঃ ক্ৰোধৰূপেণ পৰিণমতে, অতঃ পূৰ্বং পৃথক্ত্বেন উক্তোঽপি ক্ৰোধঃ কামজ এব ইত্যভিপ্ৰায়েন কামেনৈকীকৃত্য উচ্যতে।

**অনুবাদ ঃ**—শ্ৰীভগৱানে উত্তৰ দিছে—যাৰ দ্বাৰা প্ৰেৰিত হৈ মানুহে ইচ্ছা নাথাকিলেও পাপ কৰে, সি হৈছে কাম: সিয়েই আকৌ ক্ৰোধ (কাৰণ এই কামেই কোনো ৰকমে বাধা পালে ক্ৰোধৰূপে পৰিণত হয়; অতএব কাম আৰু ক্ৰোধ অভিন্ন); ই ৰজোগুণৰপৰা উদ্ভৱ হয়, ই দুষ্পূৰণীয় (বহু ভোজী) আৰু আচল পাপ মূৰ্ত্তি। এই কামেই মানুহৰ শত্ৰু বুলি জানিবা। ৩৭॥

**ব্যাখ্যা ঃ**—"ভগৱন্তে বোলন্তঃ জানা অৰ্জুন! তুমি যি হেতু পুছিলা তাক এই কামকে জানিবা। যদি বোলা ক্ৰোধকো পূৰ্বত কহিছা। তাত শুনা। কামে প্ৰতিহত হৈলে ক্ৰোধৰূপে পৰিণাম হয়। কামক জিনিলে ক্ৰোধক জিনা যায়। এতেকে দুয়োকে এক কৰি কহিলোঁ। সত্ত্ব বুদ্ধিৰ উদয় হুয়া ৰজোগুণ ক্ষয় হৈলে কাম জিনা যায়।" ৩৭॥ (ভট্টদেৱ)

ধূমেনাব্ৰিয়তে বহ্নিৰ্ যথাহদৰ্শো মলেন চ।
যথোল্বেনাবৃতো গৰ্ভস্ তথা তেনেদম্ আবৃতম্ ॥ ৩৮

**অন্বয় :**—যথা ধূমেন বহ্নিঃ মলেন চ আদৰ্শঃ আব্ৰিয়তে, যথা উল্বেন গৰ্ভঃ আবৃতঃ, তথা তেন ইদম্ আবৃতম্ ॥

আব্ৰিয়তে=আচ্ছাদ্যতে

উল্বেন=গৰ্ভবেষ্টন চৰ্ম্মণা

তেন ইদম্=কামেন বিবেকজ্ঞানম্

**অনুবাদ :**—ধোঁৱাৰে যেনেকৈ জুইক, ধূলিৰে দৰ্পণক আৰু অতি সূক্ষ্ম চালেৰে গৰ্ভক ঢাকি ৰাখে, সেইদৰে কামে (বা ক্ৰোধে) মানুহৰ জ্ঞান ঢাকি ৰাখে। ৩৮ ॥

**ব্যাখ্যা :**—বিষয় বাসনা থাকিলে আত্মজ্ঞানৰ উদয় নহয়। যেনেকৈ ধোৱাঁ নাইকিয়া হ'লে জুইৰ প্ৰকাশ হয়। ধূলি মল পৰিষ্কাৰ হ'লে আৰ্চি নিৰ্মল আৰু স্বচ্ছ হয়, প্ৰসৱৰ দ্বাৰা জৰায়ু প্ৰসাৰিত হ'লে, ভ্ৰূণৰ প্ৰকাশ হয়। সেইদৰে বিষয়-বাসনা বিদূৰিত হ'লে তত্ত্বজ্ঞানৰ উদয় হয়। (সংসাৰৰ ক্ষয় হয়)। ৩৮

আবৃতং জ্ঞানম্ এতেন জ্ঞানিনো নিত্য বৈৰিণা।
কামৰূপেণ কৌন্তেয় দুষ্পূৰেণানলেন চ ॥ ৩৯

**অন্বয় :**—কৌন্তেয়, জ্ঞানিনঃ নিত্য বৈৰিণা এতেন কামৰূপেণ দুষ্পূৰণেন চ অনলেন জ্ঞানং আবৃতম্।

দুষ্পূৰণেন = অপূৰ্য্যমাণেন।

**অনুবাদ :**—হে কৌন্তেয়! এই কাম জ্ঞানীৰ চিৰ শত্ৰু (জ্ঞানীৰ নিত্য বৈৰী)। (জ্ঞানহীন ব্যক্তিৰ ওচৰত বিষয় তৃষ্ণাৰ সময়ত মিত্ৰ আৰু তৃষ্ণা ভোগৰ পৰা উৎপন্ন হোৱা দুঃখৰ সময়ত শত্ৰু)। ই অনলৰ নিচিনা দুষ্পূৰণীয় (জুইত ঘৰি জাপি দিলে বেঁচি কৈ হে জ্বলে; সেইদৰে কাম্যবস্তু পালে কামনা বাঢ়ি যায়। কাম্য বিষয় নাপালে কামনাৰ পৰা ক্ৰোধৰ উদ্ভৱ হয়। এই কামেই আমাৰ চিৰশত্ৰু)। এই দুষ্পূৰণীয় চিৰশত্ৰুয়ে জ্ঞানীলোককো অজ্ঞানৰ দ্বাৰা আচ্ছন্ন কৰে। ৩৯ ॥

**ব্যাখ্যা :**—কামৰ বিষয়ে অলপ আলোচনা আৱশ্যক। বিষয়-বাসনাই

কামনা। কামনা পূৰণত বাধা উপস্থিত হ'লে ক্ৰোধ হয়। কাম আৰু ক্ৰোধ একাৰ্থবাচক হোৱা বাবে মূল শ্লোকত এক বচন ব্যৱহাৰ কৰিছে।

শাস্ত্ৰকাৰসকলে আত্মোন্নতিৰ প্ৰধান অন্তৰায়বিলাকৰ নাম দিছে—ষড় ৰিপু। (কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য)।

ইন্দ্ৰিয়বিলাকৰ যি স্বাভাৱিক আকৰ্ষণ তাৰ নাম কাম। ইন্দ্ৰিয়বিলাকৰ ভিতৰত এই টোৱেই দাৰুণ। সাধাৰণতঃ ইন্দ্ৰিয় দোষ বুলিলে এই টোকেই বুজায়। সংকীৰ্ণ অৰ্থত ইয়াক কাম বোলে। প্ৰকৃত অৰ্থত কামৰ অৰ্থ— কামনা, যিকোনোৰূপ ভোগ বাসনা। বাসনাও বাধা পালে কামৰ উৎপত্তি হয়। কোনো লোকে আমাৰ ইচ্ছাৰ বিৰুদ্ধে কাৰ্য্য কৰিলেই আমাৰ ক্ৰোধ হয়।

আকৌ এই বাসনা মিঠা বস্তু বা ধন-সম্পত্তিৰ ফালে অতি মাত্ৰাত আকৃষ্ট হ'লে তাক লোভ বোলে।

এই বিষয় বাসনাই আমাক অনিত্য বস্তুত আসক্ত কৰি ৰাখে, আত্মজ্ঞান আচ্ছন্ন কৰি ৰাখে, অনিত্য বস্তুৰ অতীত যে নিত্যবস্তু তাক দেখিবলৈ নিদিয়ে। ইয়াৰ নাম মোহ, অজ্ঞান বা মায়া।

এই অজ্ঞানতাই যেতিয়া 'মই ধনী' 'মই জ্ঞানী' এনে প্ৰকাৰ অহমিকাৰ আকাৰ লয়, তেতিয়া তাক মদ বোলে।

এই অহমিকাই যেতিয়া পৰৰ উন্নতি দেখি সঙ্কুচিত হয় অৰ্থাৎ অমুকজন মোতকৈ ধনী, মোতকৈ জ্ঞানী এই অপ্ৰীতিকৰ সত্যটোৱে যেতিয়া ধনগৰ্ব্ব আৰু জ্ঞানগৰ্ব্বক খৰ্ব কৰি দিয়ে তেতিয়া চিত্তত যি ক্ষোভ হয় তাৰ নাম মাৎসৰ্য্য বা পৰশ্ৰী কাতৰতা।

এতেকে দেখা যায় যে ৰিপুবিলাকৰ সকলোৰে মূল হৈছে কাম, কামনা বা বাসনা। এই বিলাক এটা বস্তুৰেই বিভিন্ন বিকাশ, এটা ভাৱৰে বিভিন্ন বিভাৱ। সেইবাবে অৰ্জ্জুনৰ প্ৰশ্নৰ উত্তৰত শ্ৰীভগৱানে কৈছে যে কামনাই সকলো অনৰ্থৰ মূল। সিয়েই মানুহৰ একমাত্ৰ শত্ৰু। এই কামনা ত্যাগ কৰিব পাৰিলে ই সকলো অনৰ্থৰ অন্ত পৰে, পৰমাৰ্থ লাভ হয়। ৩৯ ॥ (জগদীশ ঘোষৰ গীতা)

**ইন্দ্ৰিয়াণি মনোবুদ্ধিৰ্‌ অস্যাধিষ্ঠানমুচ্যতে।**
**এতৈৰ্‌ বিমোহয়ত্যেষ জ্ঞানম্‌ আবৃত্য দেহিনম্‌॥ ৪০**

**অন্বয়ঃ**—ইন্দ্ৰিয়াণি মনঃ বুদ্ধিঃ অস্য অধিষ্ঠানম্‌ উচ্যতে। এষঃ এতৈঃ জ্ঞানম্‌ আবৃত্য দেহিনম্‌ বিমোহয়তি॥ ৪০

**অধিষ্ঠানম্‌—আশ্ৰয়ঃ**

**অনুবাদ** ঃ—কামৰ অধিষ্ঠান বা আশ্ৰয় স্থান বা লীলা ক্ষেত্ৰ হৈছে ইন্দ্ৰিয়-বিলাক, মন আৰু বুদ্ধি। কামে এই বিলাকক আশ্ৰয় কৰি জ্ঞানক আচ্ছন্ন কৰি ৰাখি জীৱক মুগ্ধ কৰে।

**ব্যাখ্যা** ঃ—ইন্দ্ৰিয়, মন আৰু বুদ্ধি এই তিনিটা কামৰ আশ্ৰয় বা অৱলম্বন। কামে মনক আশ্ৰয় কৰি বহুবিধ সুখৰ কল্পনা কৰে, বুদ্ধিক আশ্ৰয় কৰি নিশ্চয় কৰে, চক্ষু-কাণ আদি জ্ঞানেন্দ্ৰিয়বিলাকক আশ্ৰয় কৰি বিৰুদ্ধ কৰ্ম কৰে। এইদৰে ইন্দ্ৰিয়, মন আৰু বুদ্ধিৰ সহায়ত পুৰুষক বিষয়ত লিপ্ত কৰি তাক মোহাচ্ছন্ন কৰি ৰাখে। তাৰ আত্মজ্ঞানৰ বিকাশ হবলৈ নিদিয়ে। সেইবাবে কামৰ আশ্ৰয় স্বৰূপ ইন্দ্ৰিয়বিলাকক প্ৰথমতে বশীভূত কৰি ৰখা কৰ্ত্তব্য। ৪০ ॥

পাছৰ শ্লোক— ( জগদীশ ঘোষৰ গীতা )

তস্মাৎ ত্বম্ ইন্দ্ৰিয়াণ্যাদৌ নিয়ম্য ভৰতৰ্ষভ।

পাপ্মানং প্ৰজহি হ্যেনং জ্ঞানবিজ্ঞাননাশনম্ ॥ ৪১

**অন্বয়** ঃ—ভৰত-ঋষভ! তস্মাৎ ত্বম্ আদৌ ইন্দ্ৰিয়ণি নিয়ম্য জ্ঞান-বিজ্ঞান নাশনং এনং পাপ্মানং প্ৰজহি হি।

পাপ্‌মানং—এই কুটিলক ( পাপ্‌মা বা কুটিলা মতিঃ ) পাপ্‌মা বা অভিমাতিঃ ( শত্ৰু )

প্ৰজহি হি—পৰিহাৰ কৰা ( ঘাতয় )।

**অনুবাদ** ঃ—অতএৱ, হে ভৰত শ্ৰেষ্ঠ! প্ৰথমতে ইন্দ্ৰিয়বিলাকক সংযত কৰি তুমি জ্ঞান-বিজ্ঞান নাশকাৰী এই কুটিলক ( এই শত্ৰুক ) বধ কৰা।

**ব্যাখ্যা** ঃ—শাস্ত্ৰ আৰু আচাৰ্য্যৰ উপদেশত আত্মাদি সম্বন্ধে যি বোধ জন্মে তাক জ্ঞান বোলে।

নিদিধ্যাসন বা ধ্যানাদিৰ দ্বাৰা আত্মাৰ যি অনুভৱ তাক বিজ্ঞান বোলে।

কাম প্ৰৱল শত্ৰু। ইন্দ্ৰিয়াদি তাৰ অৱলম্বন বা আশ্ৰয় স্বৰূপ। কামৰ অৱলম্বন স্বৰূপ যি ইন্দ্ৰিয় সেই ইন্দ্ৰিয়বিলাকক প্ৰথমতে তুমি জয় কৰা। তেতিয়াহে কামক জয় কৰিব পাৰিবা।

ইন্দ্ৰিয়াণি পৰাণ্যাহুৰ্ ইন্দ্ৰিয়েভ্যঃ পৰং মনঃ।

মনসস্তু পৰা বুদ্ধিৰ্ যো বুদ্ধেঃ পৰতস্তুসঃ ॥ ৪২

**অন্বয়** ঃ—ইন্দ্ৰিয়াণি পৰাণি আহুঃ। ইন্দ্ৰিয়েভ্যঃ মনঃ পৰম্। মনসঃ তু বুদ্ধিঃ পৰা। তু যঃ সঃ বুদ্ধেঃ পৰতঃ ॥ ৪২

পৰং = শ্ৰেষ্ঠং

যস্তু বুদ্ধেঃ পৰতঃ তৎসাক্ষিত্বেন অৱস্থিতঃ সৰ্বান্তৰঃ সঃ আত্মা।

**অনুবাদ** ঃ—পণ্ডিতসকলে দেহতকৈ ইন্দ্ৰিয়বিলাকক শ্ৰেষ্ঠ বুলি কয়। ইন্দ্ৰিয়বিলাকতকৈ মনক শ্ৰেষ্ঠ বুলি কয়। মনতকৈ বুদ্ধিক শ্ৰেষ্ঠ বুলি কয়। বুদ্ধিতকৈ যি শ্ৰেষ্ঠ তেৱেঁই আত্মা। ৪২ ॥

**ব্যাখ্যা** ঃ—( স্থূল বিষয়ৰপৰা ) ইন্দ্ৰিয়বিলাক পৃথক আৰু সূক্ষ্ম—পণ্ডিত সকলে এইদৰে কয়। ইন্দ্ৰিয়বিলাকৰ পৰা মন আৰু পৃথক্ আৰু সূক্ষ্ম, মনৰপৰা বুদ্ধি আৰু পৃথক্ আৰু সূক্ষ্ম ; যিজনা বুদ্ধিৰ পৰাও পৃথক্ আৰু সূক্ষ্ম তেৱেঁই আত্মা। ৪২ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

এবং বুদ্ধেঃ পৰং বুদ্ধা সংস্তভ্যাত্মনাম্ আত্মনা।
জহি শত্ৰুং মহাবাহো কামৰূপং দুৰাসদম্ ॥ ৪৩ ॥

**অন্বয়** ঃ—মহাবাহো ! আত্মনা আত্মানং সংস্তভ্য বুদ্ধেঃ পৰং এবং বুদ্ধা দুৰাসদং কামৰূপং শত্ৰুং জহি। ৪৩ ॥

সংস্তভ্য = নিশ্চলং কৃত্বা

**অনুবাদ** ঃ—হে মহাবাহো ! এইৰূপে বুদ্ধিতকৈও শ্ৰেষ্ঠ ( বুদ্ধিৰ পৰাও পৃথক আৰু সূক্ষ্ম ) যি জনা তেওঁক জানি লৈ নিজেই নিজক সংযত কৰি কামৰূপ দুৰ্জয় শত্ৰুক তুমি বধ কৰা। ৪৩ ॥

**ব্যাখ্যা** ঃ—পূৰ্বৰ শ্লোকত কোৱা হৈছে যে কাম জয় কৰিবৰ বাবে প্ৰথমতঃ ইন্দ্ৰিয়বিলাক নিয়মিত কৰিব লাগিব ; কিন্তু ইন্দ্ৰিয়বিলাক বিষয় উপভোগৰ পৰা বিৰত থাকিলেও বিষয়-অভিলাষ বিৰত নহয় ; কিন্তু ইন্দ্ৰিয়াদিতকৈ যে শ্ৰেষ্ঠ আৰু স্বতন্ত্ৰ আত্মা, তাতে যদি চিত্ত সমাহিত হয়, তেতিয়া বিষয় বাসনা বিদূৰিত হ'ব পাৰে, এতেকে চিত্তক আত্মসংস্থ কৰা, তেতিয়া কামজয় হ'ব।

পোন কথাৰে কবলৈ হ'লে এই শ্লোকৰ মানে এই যে সদায় আত্মাৰ বিষয়ে চিন্তা কৰিলেই কামনা ধ্বংস হ'ব। আত্মাৰ বিষয়ে চিন্তা কৰাই, ঈশ্বৰৰ চিন্তা কৰা। ( বেদান্ত বাচস্পতি )

এই বিষয়ে শ্ৰীধৰ স্বামীয়ে পূৰ্বৰ শ্লোকৰ ব্যাখ্যাত কৈছে যে মন ইন্দ্ৰিয়তকৈ শ্ৰেষ্ঠ ; কাৰণ কোনো বিষয় অৱলম্বন নকৰা মনৰে কাৰ্য্য ( ইন্দ্ৰিয়েভ্যঃ সঙ্কল্পাত্মকং মনঃ পৰং তৎ প্ৰবৰ্ত্তকত্বাৎ )। মনতকৈ বুদ্ধিয়ে বিষয় বা কাৰ্য্য

বিশেষৰ নিশ্চয়তা সিদ্ধ কৰি দিয়ে, সেই নিশ্চয়তা সিদ্ধ হ'লে মনৰ সংকল্প জন্মে। (মনসস্তু নিশ্চয়াত্মিকা বুদ্ধিঃ পৰা—নিশ্চয় পূৰ্বকত্বাৎ সঙ্কল্পস্য) যি জনা বুদ্ধিত কৈ প্ৰধান, যি জনা বুদ্ধিৰ সাক্ষী আৰু দ্ৰষ্টা স্বৰূপে অৱস্থিত, যাকে আশ্ৰয় কৰি ইন্দ্ৰিয়বিলাকে নিজ নিজ বিষয়ত বিনিযুক্ত হয়, তেৱেঁই আত্মা (যস্তু বুদ্ধেঃ পৰতঃ তৎসাক্ষিত্বেন অৱস্থিতঃ সৰ্বান্তৰঃ স আত্মা)

পিছৰ শ্লোকত সেইবাবে কৈছে যে, হে মহাবাহো! এইদৰে বুদ্ধিতকৈও শ্ৰেষ্ঠ আত্মাক জানি নিশ্চয়াত্মিকা বুদ্ধিৰ দ্বাৰা মনক স্থিৰ কৰি কামৰূপ দুষ্পৰাজেয় শত্ৰুক বধ কৰা।

শ্ৰীঅৰবিন্দই—এই শ্লোকৰ অনুবাদ এইদৰে কৰিছে—হে মহাবাহো! এইৰূপ বুদ্ধিৰ সাহায্যত বুদ্ধিৰো ওপৰত অৱস্থিত পৰমাত্মা সম্বন্ধে সচেতন হৈ আত্মাক আত্মশক্তিৰ প্ৰয়োগত ধীৰ আৰু নিশ্চল কৰা, দুৰ্নিবাৰ শত্ৰু কামক দমন কৰা।

"অথবা নিজেই নিজক সংযত কৰি কামৰূপ দুৰ্জ্জয় শত্ৰুক মাৰি পেলোৱা।"

(তিলক)

ইতি শ্ৰীমদ্‌ভগৎগীতাসূপনিষৎসু ব্ৰহ্ম বিদ্যায়াং
যোগ শাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদে কৰ্মযোগঃ
নাম তৃতীয়োঽধ্যয়েঃ।

## তৃতীয় অধ্যায়ত উল্লেখ কৰা বিষয়ৰ সংক্ষিপ্ত টোকা

দ্বিতীয় অধ্যায়ত জ্ঞান আৰু কৰ্মৰ বিৰোধক উল্লেখ কৰি অৰ্জুনে যে শ্ৰীভগৱানক প্ৰশ্ন কৰিছিল, সেই প্ৰশ্নৰ উত্তৰত শ্ৰীভগৱানে সেই বিৰোধৰ নিৰসন কৰি জ্ঞান আৰু কৰ্মৰ সমন্বয় সাধন কৰিছে এই অধ্যায়ত। ইয়াত কৈছে জ্ঞানী হ'লেও নিষ্কামভাৱে শাস্ত্ৰবিহিত কৰ্ত্তব্য কৰ্ম কৰিব লাগিব। শাস্ত্ৰবিহিত কৰ্ত্তব্য কৰ্ম যদি জ্ঞানীসকলে নকৰে, তাৰ দ্বাৰা সমাজত আদৰ্শ নষ্ট হৈ যাব আৰু অজ্ঞান ব্যক্তিবিলাকে শাস্ত্ৰবিহিত কৰ্ম কৰাৰ পৰা বিচলিত হ'ব। সমাজ ৰক্ষা কৰাই প্ৰধান কৰ্ত্তব্য।

কৰ্ম মাহাত্ম্য আৰু কৰ্ম প্ৰেৰণাই এই অধ্যায়ৰ বৰ্ণিত বিষয়, সেইবাবে এই অধ্যায়ৰ নাম কৰ্মযোগ।

চতুৰ্থোঽধ্যায়ঃ

# শ্ৰীমদ্‌ভগৱদ্ গীতা

## জ্ঞান যোগঃ

শ্ৰীভগৱান্ উবাচ

ইমং বিৱস্বতে যোগং প্ৰোক্তবান্ অহম্ অব্যয়ম্।
বিৱস্বান্ মনবে প্ৰাহ মনুৰ্ ইক্ষ্বাকবেঽব্ৰবীৎ॥ ১

**অন্বয়** :—শ্ৰীভগৱান উবাচ—অহং বিৱস্বতে ইমং অব্যয়ং যোগং প্ৰোক্তৱান্। বিৱস্বান্ মনবে প্ৰাহ। মনুঃ ইক্ষ্বাকবে অব্ৰবীৎ।

অব্যয়ং যোগং=শাশ্বতং কৰ্ম-যোগম্।

**অনুবাদ** :—শ্ৰীভগৱানে ক'লে যে এই সনাতন কৰ্মযোগৰ কথা মই সূৰ্য্যক কৈছিলোঁ। সূৰ্য্যই মনুক ক'লে, মনুৱে ইক্ষ্বাকুক কৈছে।

এবং পৰাম্পৰা প্ৰাপ্তং ইমং ৰাজৰ্ষয়ো বিদুঃ।
সকালে-নেহ মহতা যোগো নষ্টঃ পৰন্তপ॥ ২

**অন্বয়** :—পৰন্তপ, এবং পৰাম্পৰা প্ৰাপ্তং ইমং ৰাজ-ঋষয়ঃ বিদুঃ। ইহ সঃ যোগঃ মহতা কালেন নষ্টঃ॥ ২॥

**অনুবাদ** :—হে শত্ৰু দমনকাৰী বীৰ! এইদৰে (গুৰু শিষ্য) পৰাম্পৰা ক্ৰমে এই নিষ্কাম কৰ্ম যোগৰ কথা ৰাজৰ্ষিসকলে বুজিছিল, এতিয়া দীৰ্ঘকাল অতীত হৈ যোৱাত এই কৰ্মযোগ এই লোকত নষ্ট হৈছে, হেৰাই গৈছে (অৰ্থাৎ মনুষ্য সমাজৰ বহু লোকে এতিয়া এই কথাবোৰ নুবুজা হ'ল)। ইয়াৰ সম্প্ৰদায় বিচ্ছিন্ন হৈ গৈছে ; কাৰণ এই যোগ সৰ্বজ্ঞ গুৰুৰ উপদেশ ব্যতীত লাভ নহয়।

স এবেয়ং ময়া তেঽদ্য যোগঃ প্ৰোক্তঃ পুৰাতনঃ।
ভক্তোঽসি মে সখা চেতি ৰহস্যং হ্যেতদুত্তমম্॥ ৩

**অন্বয়ঃ**—( ত্বং ) মে ভক্তঃ সখা চ অসি ইতি অয়ং সঃ পুৰাতনঃ যোগঃ এব অদ্য ময়া তে প্ৰোক্তঃ ; হি এতৎ উত্তমং ৰহস্যম্॥ ৩॥

**অনুবাদঃ**—সেই পুৰাতন কৰ্ম-যোগকেই আজি পুনঃ তোমাৰ আগত কলোঁ, কাৰণ তুমি মোৰ ভক্ত আৰু সখা আৰু ই ৰহস্যৰো ৰহস্য, অতি উত্তম ৰহস্য। ৩॥

অৰ্জুন উবাচ।

অপৰং ভবতো জন্ম পৰং জন্ম বিবস্বতঃ।
কথমেতদ্ বিজানীয়াং ত্বমাদৌ প্ৰোক্তৱান্ ইতি॥ ৪

**অন্বয়ঃ**—অৰ্জুন উবাচ—ভৱতঃ জন্ম অপৰং, বিবস্বতঃ জন্ম পৰম্। এতৎ কথং বিজানীয়াং ত্বম্ আদৌ প্ৰোক্তৱান্ ইতি।

অপৰং=পৰবৰ্ত্তী, পৰং=পূৰ্ববৰ্ত্তী, আদৌ=প্ৰথমতঃ

**অনুবাদঃ**—সূৰ্য্যৰ জন্ম পূৰ্বে হৈছিল। তোমাৰ জন্ম পাছত হৈছে। তুমি সৃষ্টিৰ আৰম্ভণিতে সূৰ্য্যক এই যোগ কৈছিলা, সেই কথা মই সবিশেষ কেনেকৈ জানিম?

**ব্যাখ্যাঃ**—এই প্ৰশ্নৰ পৰা এইটো বুজা যাব যে বসুদেৱৰ গৃহত শ্ৰীকৃষ্ণৰ জন্মৰ কথা অৰ্জুনে উল্লেখ কৰিছে। শ্ৰীকৃষ্ণ যে ঈশ্বৰ আৰু ঈশ্বৰৰ লীলাৰ বাবে শ্ৰীকৃষ্ণৰ অৱতাৰ হৈছে এই কথা অৰ্জুনে নাজানিছিল—এয়ে অনুমান হয়; কিন্তু ভীষ্ম, বিদুৰ প্ৰভৃতি জ্ঞানী ভক্তসকলে শ্ৰীকৃষ্ণক ঈশ্বৰ বুলি জানিছিল। পাণ্ডৱসকলেও শ্ৰীকৃষ্ণক ঈশ্বৰৰ নিচিনা ভক্তি কৰিছিল। মহাভাৰতত বহু ঠাইত ইয়াৰ প্ৰমাণ পোৱা যায়। কিন্তু তথাপি শ্ৰীকৃষ্ণৰ ঈশ্বৰত্ব পাহৰি পাণ্ডৱসকলে শ্ৰীকৃষ্ণক সখা আৰু সুহৃদৰূপে ব্যৱহাৰ কৰিছিল। শ্ৰীভগৱানেও আত্মগোপন কৰিয়েই কুৰুক্ষেত্ৰৰ যুদ্ধৰ বহু আগৰ পৰাই প্ৰিয় ভক্তসকলক নানাভাৱে সাহায্য কৰিছে। এই আত্মগোপন ভগৱৎ-লীলাৰ কৌশল মাথোন। ঐশ্বৰ্য্য প্ৰকাশ হ'লে ( ঈশ্বৰ বুলি সৰ্বসাধাৰণে বুজি পালে ) লীলাৰ পুষ্টি সাধন নহয়। নন্দ, যশোদা আৰু গোপীসকলেও শ্ৰীকৃষ্ণৰ ঈশ্বৰত্বৰ নানা পৰিচয় পায়ো সেই কথা

পাহৰি গৈছিল। বাস্তৱিক পক্ষে শ্ৰীকৃষ্ণক ঈশ্বৰ বুলি নাভাবি মনুষ্য মাথোন বুলি ভাবিলে গীতা, ভাগৱত, মহাভাৰত আদি শাস্ত্ৰ বুজিবই নোৱাৰি।

**শ্ৰীভগৱান্ উবাচ।**

**বহূনি মে ব্যতীতানি জন্মানি তব চাৰ্জুন।**
**তান্যহং বেদ সৰ্বাণি ন ত্বং বেত্থ পৰন্তপ ॥ ৫**

**অন্বয়ঃ**—শ্ৰীভগৱান্ উবাচ—পৰন্তপ অৰ্জুন! মে তব চ বহূনি জন্মানি ব্যতীতানি। অহং তানি সৰ্বাণি বেদ, ত্বং ন বেত্থ। ৫

**অনুবাদঃ**—হে পৰন্তপ অৰ্জুন। মোৰ আৰু তোমাৰ বহু জন্ম অতীত হৈ গৈছে। মই সেইবোৰ জানোঁ; তুমি তাক নাজানা। ৫ ॥

**ব্যাখ্যাঃ**—মই দেহ ধাৰণ কৰিলেও অবিদ্যা বা অজ্ঞানৰ বশ মই নহয়। সেইবাবে মোৰ সৰ্বজ্ঞতা লুপ্ত হোৱা নাই। তুমি অবিদ্যাৰ দ্বাৰা আবৃত। অজ্ঞানে তোমাৰ জ্ঞানৰ ধাৰা ছিঙি পেলাইছে, সেই কাৰণে তোমাৰ পূৰ্ব জন্মৰ কথা স্মৰণ নহয়। ( জগদীশ ঘোষ )

সূৰ্য্যৰ উদয় আৰু অস্ত আমি আকাশত দেখা মতে অনুমান কৰিলওঁ। সেইদৰে সূৰ্য্যৰ উদয়-অস্তৰ দৰে লৌকিক দৰ্শনত শ্ৰীকৃষ্ণৰ বহুবাৰ আৱিৰ্ভাৱ তিৰোভাৱ হৈছে। লীলা দেখুৱাবৰ বাবে তেওঁ পুনঃ পুনঃ বিভিন্ন দেহ ধাৰণ কৰি ভিন্ন ভিন্নভাৱে জগৎ পৱিত্ৰ কৰে। সকলো প্ৰাণীয়েই প্ৰাৰব্ধ কৰ্মৰ ফলত পুনঃ পুনঃ জন্ম লয়। প্ৰাণী মাত্ৰেই জন্ম মৰণৰ অধীন ; গতিকে প্ৰাণীয়ে পুনঃ পুনঃ জন্ম গ্ৰহণ কৰে আৰু পুনঃ পুনঃ মৃত্যু বৰণ কৰে ; কিন্তু অবিদ্যাৰ দ্বাৰা আচ্ছন্ন হোৱা বাবে পূৰ্ব জন্মৰ কথা মনত পেলাব নোৱাৰে।

শ্ৰীভগৱানে কৈছে—মই অজ আৰু অবিদ্যাৰ অতীত। জীৱৰ দৰে মোৰ জন্ম মৃত্যু নাই, সেই বাবে বিস্মৃতিও মোৰ ক্ষেত্ৰত আহিব নোৱাৰে। ৫

**অজোঽপি সন্নব্যয়াত্মা ভূতানাম্ ঈশ্বৰোঽপি সন্।**
**প্ৰকৃতিং স্বামধিষ্ঠায় সম্ভৱাম্যাত্মমায়য়া ॥ ৬**

**অন্বয়ঃ**—অজঃ অব্যয়াত্মা সন্ অপি ভূতানাম ঈশ্বৰঃ সন্ অপি স্বাম্ প্ৰকৃতিম্ অধিষ্ঠায় আত্মমায়য়া সম্ভৱামি। ৬

**অনুবাদঃ**—মই যদিও জন্মৰহিত, অব্যয়, আৰু সকলো প্ৰাণীৰে ঈশ্বৰ

তথাপি মই নিজৰ প্ৰকৃতিতে অধিষ্ঠান কৰি ( নিজৰ শুদ্ধ সত্ত্বময়ী প্ৰকৃতিক আশ্ৰয় কৰি—মায়াত আশ্ৰয় কৰি ) আৱিৰ্ভূত হওঁ ॥ ৬॥

**ব্যাখ্যা :**—মই অজ, সুতৰাং অপূৰ্ব দেহ মই গ্ৰহণ নকৰোঁ, মই অব্যয়াত্মা —সেইবাবে মোৰ স্বৰূপৰ ব্যয় নাই ; গতিকে মোৰ পূৰ্বদেহৰ বিচ্ছেদো নাই। মই সৰ্বভূতৰেই ঈশ্বৰ—সেইবাবে ধৰ্ম আৰু অধৰ্মৰ বশীভূত মই নহয়।

তেনেহলে প্ৰশ্ন হয়—তেতিয়া হ'লে জীৱৰ দৰে দেহ ধাৰণ তেওঁৰ পক্ষে কেনেকৈ সম্ভৱ হব পাৰে ?

তাৰে উত্তৰত শ্ৰীভগৱানে কৈছে মোৰ কাৰণ হৈছে প্ৰকৃতি—'প্ৰকৃতিম্ স্বাম্ অধিষ্ঠায় সম্ভৱামি'।

"সাধাৰণ মানুহে প্ৰকৃতিৰ বশত ( সংস্কাৰবদ্ধ হৈ ) জন্ম গ্ৰহণ কৰে ; কিন্তু ভগৱানৰ জন্ম তেনে নহয়। অৱশ্যে প্ৰকৃতিত অধিষ্ঠান নহলে তেওঁ ব্যক্ত হব নোৱাৰে—কাৰণ ব্যক্ত অব্যক্তৰ প্ৰভেদেই এই যে অব্যক্তত প্ৰকৃতিৰ ক্ৰিয়া ( গুণ ) নাই ; অব্যক্ত নিৰ্গুণ আৰু প্ৰকৃতিৰ ক্ৰিয়া ( গুণ ) নহলে পদাৰ্থ ব্যক্ত হব নোৱাৰে। সেই গুণে ঈশ্বৰো যেতিয়া ব্যক্ত হয়, তেতিয়া তেওঁ আমাৰ দৰেই ত্ৰিগুণ। প্ৰভেদ এই যে তেওঁ প্ৰকৃতিৰো অৰ্থাৎ গুণৰো নিয়ন্তা। তেওঁ স্বাধীন মুক্ত পুৰুষ ; নিজৰ শক্তি যি প্ৰকৃতি, সেই প্ৰকৃতি তেওঁৰ নিজৰ বশত। আমি প্ৰকৃতিৰ অধীন ; অৰ্থাৎ সংস্কাৰস্থ ভাৱৰ অধীন—যি ভাৱে আমাক ঘূৰাই লৈ ফুৰাইছে।" ( বেদান্ত বাচস্পতি )

যদা যদাহি ধৰ্মস্য গ্লানিৰ্ ভৱতি ভাৰত।
অভ্যুত্থানম্ অধৰ্মস্য তদাঽঽত্মানং সৃজাম্যহম্ ॥ ৭

**অন্বয় :**—ভাৰত ! যদা যদা হি ধৰ্মস্য গ্লানিঃ, অধৰ্মস্য অভ্যুত্থানম্ ভৱতি, তদা অহম্ আত্মানম্ সৃজামি। ৭

**অনুবাদ :**—হে ভাৰত ! যি যি সময়ত ধৰ্মৰ গ্লানি হয় আৰু অধৰ্মৰ প্ৰাৱল্য হয় ( অধৰ্ম মূৰ তুলি উঠে ) সেই সময়ত মই নিজকে ( অব্যক্ত অৱস্থানৰ পৰা ) ব্যক্তৰূপে প্ৰকাশ কৰোঁ। ৭ ॥

**ব্যাখ্যা :**—পূৰ্বৰ শ্লোকটিৰ ব্যাখ্যাতে শ্ৰীভগৱান্ কেনেদৰে ব্যক্ত হয় তাক কোৱা হৈছে। এতিয়া এই শ্লোকত কি কাৰণে ব্যক্ত হয় সেই কথা কৈছে। যেতিয়াই যেতিয়াই পৃথিৱীৰ মানুহৰ ভিতৰত ধৰ্মৰ গ্লানি হয় আৰু অধৰ্মৰ

বৃদ্ধি হয়, তেতিয়াই মই পৃথিবীত অৱতাৰ গ্ৰহণ কৰোঁ। কি কৰিবলৈ? পাছৰ শ্লোকত কৈছে—। ৭

পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥ ৮

**অন্বয়ঃ**—সাধূনাম্ পৰিত্ৰাণায়, দুষ্কৃতাম্ বিনাশায়, ধৰ্ম-সংস্থাপন অৰ্থায চ যুগে যুগে সম্ভৱামি। ৮॥

**অনুবাদঃ**—সাধু লোকবিলাকক ৰক্ষা কৰিবৰ বাবে, দুষ্কৃতকাৰীবিলাকক বিনাশ কৰিবৰ কাৰণে আৰু ধৰ্ম প্ৰতিষ্ঠাৰ কাৰণে যুগে যুগে মই (ব্যক্ত) প্ৰকাশিত হওঁ। ৮ ॥

**ব্যাখ্যাঃ**—যুগে যুগে শব্দৰ দ্বাৰা এইটো বুজিব নালাগিব যে প্ৰত্যেক যুগতে এবাৰ কৈহে আবিৰ্ভাব হোৱা আৱশ্যক। প্ৰয়োজন হ'লে এটা যুগতেই বহুবাৰ আবিৰ্ভাব বা অৱতাৰ হব পাৰে। ঈশ্বৰৰ আবিৰ্ভাৱৰ কোনো নিৰ্ধাৰিত সময় নাই।

এই প্ৰসঙ্গত শ্ৰীকৃষ্ণ-অৱতাৰৰ কথা আলোচনাৰ যোগ্য।

শ্ৰীভগৱানেই নিজেই কৈছে যে মোৰ অৱতাৰৰ উদ্দেশ্য (১) সাধু পুৰুষৰ ৰক্ষা (২) পাপীৰ বিনাশ আৰু (৩) ধৰ্ম সংস্থাপন।

দ্বাপৰযুগৰ শেষ ভাগত ধৰ্মৰ গ্লানি উপস্থিত হৈছিল। সৰ্বত্ৰ অধৰ্মই ৰাজত্ব কৰিছিল। সেই সময়ত ভাৰতৰ ৰাজনৈতিক অৱস্থা স্বয়ং শ্ৰীকৃষ্ণই যেনেকৈ বৰ্ণনা কৰিছিল তাৰপৰা বুজা যায় যে তেতিয়া ধৰ্মদ্ৰোহী দুৰ্বৃত্তবিলাকৰ অত্যাচাৰত দেশত বিষম আতঙ্ক উপস্থিত হৈছিল। ধৰ্মৰাজ যুধিষ্ঠিৰে ৰাজসূয় যজ্ঞৰ কৰ্ত্তব্যতা সম্পৰ্কে উপদেশ খুজিলত শ্ৰীকৃষ্ণই কৈছিল—আপুনি সম্ৰাট হোৱাৰ (ৰাজসূয় যজ্ঞৰ উদ্দেশ্য সম্ৰাট হোৱা) অধিকাৰ আপোনাৰ আছে সঁচা; কিন্তু ৰাজন্যবৰ্গৰ ওপৰত আপোনাৰ আধিপত্য নাই। সেই আধিপত্য আছে জৰাসন্ধৰ। জৰাসন্ধই প্ৰকৃতপক্ষে এতিয়া ভাৰতৰ সম্ৰাট্।

এই জৰাসন্ধই ১০০ জন ৰজাক বলি দি এটা পাশবিক যজ্ঞৰ অনুষ্ঠান কৰিবৰ উদ্দেশ্যে ৮৬ জন ৰজাক ধৰি আনি কাৰাৰুদ্ধ কৰি ৰাখিছিল। সেই ভয়তে দক্ষিণ পাঞ্চাল, পুব কোশল, শূৰসেন প্ৰভৃতি দেশৰ ৰজাসকলে পলাই গৈ দক্ষিণ আৰু পশ্চিম দেশত আশ্ৰয় লৈছিল। সেই সময়ত এই এটা পৰিস্থিতি হৈছিল ভাৰতবৰ্ষত।

আন এটা পৰিস্থিতি (ধৰ্মৰ গ্লানি) হৈছিল যে পশ্চিম ভাৰতত এই জৰাসন্ধৰে জোৰাঁয়েক কংসই পিতৃ উগ্ৰসেনক কাৰাৰুদ্ধ কৰি মথুৰাৰ সিংহাসন অধিকাৰ কৰিছিল আৰু নিজৰ জ্ঞাতিবৰ্গৰ প্ৰতি নিদাৰুণ অত্যাচাৰ আৰম্ভ কৰিছিল।

আকৌ দক্ষিণ ভাৰতত চেদীৰাজ শিশুপাল জৰাসন্ধৰ সোঁহাত স্বৰূপ আছিল। পূৰ্বাঞ্চলত কামৰূপৰ ৰজা নৰক, শোণিত পুৰৰ (বৰ্তমান তেজপুৰৰ) ৰজা বাণ আৰু পুণ্ড্ৰ ৰাজ্যৰ (উত্তৰ বঙ্গৰ) অধিপতি বাসুদেৱ—এওঁলোক সকলোৱে জৰাসন্ধৰ অনুগত আছিল। এই বাসুদেৱে শ্ৰীকৃষ্ণৰ শঙ্খ চক্ৰ আদি চিহ্ন ধাৰণ কৰি নিজকে শ্ৰীকৃষ্ণ বুলি পৰিচয় দিছিল।

শ্ৰীকৃষ্ণই কেনেকৈ এই বিলাক দুৰ্বৃত্তক নিহত কৰি বা নত কৰি কাৰাৰুদ্ধ ৰজাবিলাকক আৰু বসুদেৱ দেৱকী প্ৰভৃতিক উদ্ধাৰ কৰিছিল সেই কথা পুৰাণবিলাকত বৰ্ণোৱা আছে।

সমগ্ৰ ভাৰতত এটা একত্ব স্থাপনৰ চেষ্টা, অসপত্ন সাম্ৰাজ্য স্থাপনৰ চেষ্টা চিৰকালেই ভাৰতৰ শক্তিশালী ৰজাসকলৰ পুণ্যকৰ্মৰ ভিতৰত বুলি পৰিগণিত হৈছিল।

শ্ৰীকৃষ্ণই এই প্ৰাচীন প্ৰথাৰ অনুবৰ্ত্তন কৰিয়েই ধৰ্মৰাজ যুধিষ্ঠিৰক সম্ৰাটৰ আসনত প্ৰতিষ্ঠিত কৰি ধৰ্মৰাজ্য সংস্থাপনৰ চেষ্টা কৰিছিল। যুধিষ্ঠিৰৰ প্ৰতি ঈৰ্ষাৰ বশীভূত হৈ দুৰ্যোধনে তেওঁৰ লগত কপট পাশা খেলি খেলত হৰুৱাই তেওঁক নিৰ্বাসিত কৰিলে। ভীম আৰু অৰ্জুনৰ বাহুবলত যিবিলাক ৰজাই যুধিষ্ঠিৰৰ আনুগত্য স্বীকাৰ কৰিছিল, সেইবিলাক ৰজাই (প্ৰায় সকলো বিলাকে) দুৰ্যোধনৰ পক্ষ ল'লে। প্ৰবল মিত্ৰবৰ্গৰ সহায় পাই দুৰ্যোধন দুৰ্দ্ধৰ্ষ হৈ উঠিল। যুধিষ্ঠিৰৰ লগত মৈত্ৰীস্থাপনৰ সকলো প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। ক্ষত্ৰিয়-তেজ ধৰ্ম সংযুক্ত নহ'লে ভয়াবহ হৈ উঠে। শ্ৰীকৃষ্ণই জানিছিল এই মদদৃপ্ত ক্ষত্ৰিয় কুল নিৰ্মূল নহলে ভাৰতত ধৰ্ম আৰু শান্তি সংস্থাপনৰ সম্ভাৱনা নাই। সেইকাৰণে তেওঁ এই উদ্দাম ক্ষত্ৰিয় তেজ বিধ্বস্ত কৰিবলৈ কৃতসঙ্কল্প হ'ল। তাৰফলতে কুৰুক্ষেত্ৰৰ যুদ্ধ—যুদ্ধৰ ফল নিষ্কণ্টক ধৰ্মৰাজ্য সংস্থাপন।

পুৰাণ আদি শাস্ত্ৰসমূহত ভগৱৎ অৱতাৰৰ বিষয়ে কেৱল অসুৰ আদিৰ বিনাশৰ যি লীলা বৰ্ণনা আছে ধৰ্ম সংস্থাপন বুলিলে তাকে মাথোন নুবুজায়। ধৰ্মৰ দুটা দিক্—এটা বাহ্য বা ব্যৱহাৰিক, আনটো আভ্যন্তৰীণ বা আধ্যাত্মিক। শ্ৰীকৃষ্ণ অৱতাৰৰো দুটা দিক্। এটা হৈছে বাহ্য জগতত মানৱ সমাজৰ বাহ্যিক

বা নৈতিক পৰিবৰ্ত্তন সাধন আৰু আনটো হৈছে অন্তৰ্জগতত মানৱাত্মাৰ উন্নতি সাধন। পুৰাণত ৰাষ্ট্ৰীয় বা নৈতিক পৰিবৰ্ত্তন সাধনকেই পৃথিৱীৰ ভাৰহৰণ, অসুৰ নিধন আদি নাম দিয়া হৈছে। কিন্তু অৱতাৰৰ উদ্দেশ্য সেয়ে কেৱল নহয়। বুদ্ধ, খ্ৰীষ্ট, শ্ৰীচৈতন্য প্ৰভৃতিক অৱতাৰৰ বোলা হয়, কিন্তু এই বিলাক অৱতাৰৰ অসুৰ বিনাশ নাই। এই বিলাক অৱতাৰৰ একমাত্ৰ উদ্দেশ্য হৈছে মানৱ আত্মাকে দিব্য-প্ৰেম, পৱিত্ৰতা, জ্ঞান আৰু শক্তিৰ অনুপ্ৰেৰণা দিয়া। নৃসিংহ আদি অৱতাৰৰো অসুৰ বিনাশেই প্ৰধান প্ৰয়োজন। কিন্তু শ্ৰীকৃষ্ণ অৱতাৰত দুয়োটাই আছে। বাহ্যতঃ পাপীবিলাকৰ বিনাশ সাধন কৰি সাধু পুৰুষসকলৰ সংৰক্ষণ আৰু ধৰ্মৰাজ্য স্থাপন। দ্বিতীয়তঃ মনুষ্য সমাজক দিব্য কৰ্মৰ আদৰ্শ দেখুৱাই দিব্য জীৱনৰ অধিকাৰী কৰা। সাৰ্বভৌম ভাগৱত ধৰ্মৰ প্ৰচাৰৰ দ্বাৰা জীৱক ভগৱানৰ ফালে আকৃষ্ট কৰা। এই সাৰ্বভৌম ধৰ্মতত্ত্বই গীতাৰ বক্তব্য।

এই সময়ত বহু ধৰ্মমত প্ৰচলিত আছিল, বহু উপধৰ্মৰো সৃষ্টি হৈছিল। যি সনাতন যোগধৰ্ম বহুবাৰ প্ৰচাৰিত হৈ বহুবাৰ লোপ পাইছে—তাকেই ভগৱান শ্ৰীকৃষ্ণই পুনৰায় প্ৰচলন কৰিলে—এই কথাই তেওঁৰ শ্ৰীমুখৰ বাণী। এই গীতোক্ত ধৰ্মক কোনোৱে কয় নিষ্কাম কৰ্ম-যোগ, কোনোৱে কয় কৰ্ম-সাপেক্ষ জ্ঞান যোগ, আকৌ কোনোৱে কয় জ্ঞান-মিশ্ৰ-ভক্তিযোগ। বস্তুতঃ গীতাৰ ধৰ্মত জ্ঞান, কৰ্ম আৰু ভক্তিৰ সমন্বয় আছে। ই মুক্তিকামীৰ মুক্তিৰ সোপান, সংশয়ীৰ জ্ঞানাঞ্জন আৰু দুৰ্বলৰ বলসংগ্ৰহৰ মন্ত্ৰ। সৰ্বধৰ্মৰ সাৰোদ্ধাৰ সমাজ-তত্ত্বৰ শেষ কথা। আধুনিক সকলে দেখা পাব যে নিট্‌ছেৰ (Nietzche) যুদ্ধবাদৰপৰা টলষ্টয়ৰ (Tolstoy) বিশ্বপ্ৰেম পৰ্য্যন্ত সকলো তত্ত্বই ইয়াৰ অন্তৰ্ভুক্ত কিন্তু সকলোতে ঈশ্বৰবাদ জাজ্বল্যমান। ৮॥ (জগদীশ ঘোষৰ গীতা)

জন্ম কৰ্ম চ মে দিব্যম্ এবং যে বেত্তি তত্ত্বতঃ।
ত্যক্ত্বা দেহং পুনৰ্জন্ম নৈতি মাম্ এতি সোঽৰ্জুন॥ ৯

**অন্বয়ঃ**—অৰ্জুন, যঃ মে এবং দিব্যম্ জন্ম কৰ্ম চ তত্ত্বতঃ বেত্তি, সঃ মাম্ এতি ; দেহং ত্যক্ত্বা পুনৰ্জন্ম ন এতি।

এতি=প্ৰাপ্নোতি।

**টীকাঃ**—এবং বিধানাম্ ঈশ্বৰ-জন্ম কৰ্মাণাম্ ফলম্ আহ-জন্মেতি। স্বেচ্ছয়া কৃতং মম জন্ম, কৰ্ম চ ধৰ্মপালনৰূপম্ দিব্যম্ অলৌকিকম্ তত্ত্বতঃ পৰানুগ্ৰহাৰ্থম

এব ইতি যো বেত্তি, স দেহাভিমানং ত্যক্তা পুনৰ্জন্ম সংসাৰং ন এতি—ন প্ৰাপ্নোতি কিন্তু মাম্‌ এব প্ৰাপ্নোতি। (শ্ৰীধৰ)

**অনুবাদ** :—হে অৰ্জুন! মোৰ জন্ম (প্ৰকাশ) আৰু কৰ্ম (অলৌকিক-অপ্ৰাকৃত), যিজনে যথাৰ্থভাৱে (৭-৮ শ্লোক) এইৰূপে সেইটো জানে, তেওঁ দেহত্যাগ কৰি পুনঃ জন্মগ্ৰহণ নকৰে। তেওঁ মোতেই আহি অৱস্থিতি কৰে। ৯॥

**ব্যাখ্যা** :—যিজনে ঠিক্ ঠিক্ ভাৱে মোৰ জন্ম আৰু কৰ্মৰ তত্ত্বকথা বুজিপায় অৰ্থাৎ মোৰ জন্ম হয় যেতিয়া ধৰ্মৰ গ্লানি হয় আৰু মোৰ কৰ্ম হয় অধৰ্ম বিনাশ কৰি (অসাধুক বিনাশ কৰি) সাধুক পৰিত্ৰাণ কৰি ধৰ্মক পুনঃ সংস্থাপন কৰা এই কথা বুজি পায়, তেওঁ দেহ ত্যাগ কৰাৰ পাছত পুনৰায় জন্মগ্ৰহণ নকৰে। তেওঁ মোতেই আহি অৱস্থান কৰে।

ভগৱানৰ জন্ম নাই আৰু মৰণো নাই। তেওঁৰ জন্ম হয় মানে তেওঁৰ আৱিৰ্ভাৱ (প্ৰকাশ) হয়। তেওঁ জীৱ শৰীৰ গ্ৰহণ কৰি আৱিৰ্ভাৱ হয় বা প্ৰকাশ হয়। তেওঁৰ মৃত্যুও নহয়—হয় তিৰোভাৱ—অপ্ৰকাশ হয়। কেতিয়াবা লোক চক্ষুত প্ৰকাশিত হয় কেতিয়াবা অন্তৰ্হিত হয়। শ্ৰীকৃষ্ণৰ জন্ম মৃত্যুও এনে ধৰণৰ। সেই কাৰণে তেওঁৰ জন্ম প্ৰাকৃত নহয় আৰু তেওৰ কৰ্ম বিলাকো অলৌকিক—অপ্ৰাকৃত। শ্ৰীভগৱানে কৈছে যে মই যে ইচ্ছা কৰি জন্ম লওঁ আৰু ধৰ্মপালনৰূপ যি অলৌকিক কৰ্ম কৰো সেইটো যে কেৱল লোক-সমাজৰ হিতৰ বাবে এই কথা যিজনে ঠিক্ ঠিক্ বুজি পায়—তেওঁৰ পুনৰ্জন্ম নহয়। ৯॥

(পাছৰ শ্লোকৰ ব্যাখ্যা চাওক)

বীতৰাগাঃ ভয়ক্ৰোধা(ঃ) মন্ময়া(ঃ) মাম্ উপাশ্ৰিতা(ঃ)।
বহবো জ্ঞান তপসা পূতা(ঃ) মদ্ভাৱমাগতাঃ ॥ ১০

**অন্বয়** :—বীতৰাগাভয়-ক্ৰোধাঃ মন্ময়াঃ মাম্ উপাশ্ৰিতাঃ জ্ঞানতপসাপূতাঃ বহবঃ মদ্ভাৱমাগতাঃ। ১০ ॥

**অনুবাদ** :—যিবিলাক লোক প্ৰীতি ভয় আৰু ক্ৰোধৰ অতীত, যিবিলাকৰ চিত্ত মোতেই অৰ্পিত হৈছে আৰু যিবিলাকে মোকেই আশ্ৰয় কৰিছে—এনে বহুলোকে (মোৰ কোৱা মতে মোৰ জন্ম আৰু কৰ্ম বুজি লোৱা ৰূপ যি জ্ঞান

সেই ) জ্ঞানৰ দ্বাৰা আৰু ( পুনঃ পুনঃ আলোচনা ৰূপ ) তপস্যাৰদ্বাৰা পবিত্ৰীকৃত ( বিশুদ্ধান্তঃকৰণ ) হৈ মোৰ ভাৱ বা সত্তা পাইছে ( মোৰ প্ৰতি ভাৱ বা ভক্তি পাইছে )।

**ব্যাখ্যা**ঃ—( আৰু কৈছে যে—নৱম শ্লোকৰ ব্যাখ্যাৰ লগত সম্বন্ধ—) যিজনে বিষয়ৰ প্ৰতি অনুৰাগ, ভয় আৰু ক্ৰোধ বৰ্জন কৰি মোৰ প্ৰতি একাগ্ৰচিত্ত হৈ আৰু মোতেই শৰণাপন্ন হৈ একনিষ্ঠ ভাৱে মোৰ এইৰূপ জন্ম কৰ্মৰ বিষয়ে এনেদৰে পুনঃ পুনঃ আলোচনা কৰিব যেন সেই আলোচনাই তে একমাত্ৰ তপস্যা, সেইজন লোক সেই জ্ঞান পাই ( জন্ম কৰ্ম সম্পৰ্কে তত্ত্বতঃ বুজি ) পৱিত্ৰ হয় আৰু এই পথেদি অনেক মহাত্মা ব্যক্তিয়ে মোৰ ভাৱ প্ৰাপ্ত হৈছে অৰ্থাৎ মোক্ষলাভ কৰিছে।

"কেনেকৈ ভগৱৎ প্ৰাপ্তি হয়? সেই বিষয়ে এইদৰে কৈছে—মই শুদ্ধসত্ত্বৰূপে ( বিশুদ্ধ চিত্তে ) অৱতাৰ গ্ৰহণ কৰি ধৰ্মপালন কৰোঁ। যিজনে বিষয়ত অনুৰাগ, ভয় আৰু ক্ৰোধ হৃদয়ৰ পৰা বিসৰ্জ্জন দিব পাৰে, সৰ্বতোভাৱে মোতেই চিত্ত সমৰ্পণ কৰিব পাৰে তেনে সাধুলোকে মোৰ অনুগ্ৰহত আত্মজ্ঞান সম্পন্ন আৰু তপঃসম্পন্ন হৈ অজ্ঞানতাৰ পৰা হোৱা পাপৰপৰা মুক্ত হৈ মোৰ সাযুজ্য লাভ কৰে। মোৰ প্ৰতি ভক্তিৰে যে সাধুলোকে মোক্ষ পাব পাৰে অৰ্থাৎ ভক্তি মাৰ্গেৰে যে মোক্ষপায় এই কথা আজিৰ কথা নহয়—ই অনাদিকালৰপৰাই প্ৰচলিত হৈ আছে। ইয়াৰ দ্বাৰা ইয়াকেই কোৱা হৈছে যে ঈশ্বৰৰ কোনো প্ৰকাৰ অবিদ্যা বা অজ্ঞানতা নাই, তেওঁ নিত্যশুদ্ধ আৰু জীৱে ঈশ্বৰৰ অনুগ্ৰহ লাভ কৰি জ্ঞান পায়। সেই জ্ঞানৰ প্ৰভাৱত জীৱৰ অজ্ঞানতা দূৰ হ'লে জীৱ শুদ্ধ চিত্ত হয় আৰু জীৱৰ ভিতৰত থকা চিৎ অংশৰ দ্বাৰা ঈশ্বৰৰ লগত ঐক্য স্থাপন কৰি মোক্ষ পায়।" ১০ ॥

( শ্ৰীধৰ স্বামীৰ টীকাৰ অনুবাদ )

যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম্।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্বশঃ ॥ ১১ ॥

**অন্বয়**ঃ—যে যথা মাং প্ৰপদ্যন্তে, অহং তান্ তথা এব ভজামি। পাৰ্থ! মনুষ্যাঃ সৰ্ব্বশঃ মম বৰ্ত্ম অনুবৰ্ত্তন্তে। ১১

**টীকা**ঃ—যথা যেন প্ৰকাৰেণ সকামতয়া বা নিষ্কামতয়া বা যে মাং ভজন্তি, তান্ অহং তথৈব তৎ অপেক্ষিত ফলদানেন ভজামি অনুগৃহ্নামি, নতু যে

সকামা মাং বিহায় ইন্দ্ৰাদীন্ এব ভজন্তে তান্ অহং উপেক্ষ ইতি মন্তব্যম্। যতঃ সৰ্বশঃ সৰ্বপ্ৰকাৰৈঃ ইন্দ্ৰাদি সেবকাঃ অপি মমৈব বৰ্ত্ম ভজনমাৰ্গম্ অনুবৰ্তন্তে ইন্দ্ৰাদিৰূপেণাপি মমৈব সেব্যত্বাৎ ॥ ১১ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—হে পাৰ্থ! যিজনে যি ভাৱে সকামভাৱেই হওক বা নিষ্কাম ভাৱেই ভাৱেই হওক মোক ভজনা কৰে, মই তদনুৰূপ ফলদি সেইলোকক মই সেইদৰেই অনুগ্ৰহ কৰোঁ, কাৰণ মানুহ বিলাকে যিহকে নকৰক, সৰ্বতোভাৱে মোৰেই ভজন পথৰ অনুবৰ্ত্তী ॥ ১১

**ব্যাখ্যা** ঃ—সাক্ষাৎ ভাৱে মানুহে অন্য দেৱ-দেৱীৰ আৰাধনা কৰিলেও সিহঁতৰ সেই আৰাধনা মোৰ আৰাধনাই হয়। ইন্দ্ৰাদি দেৱতাৰ সেৱক সকলে মোৰ ভজন মাৰ্গকে অনুবৰ্ত্তন কৰে।

"নিজ নিজ প্ৰবৃত্তি অনুসাৰে মানুহে মোক ভিন্ন ভিন্ন ভাৱে উপাসনা কৰে, যেই সেই উপাসনাতেই মই সন্তুষ্ট হওঁ, কাৰণ মই যি বাটবোৰ নিৰ্দ্দিষ্ট কৰি দিছোঁ মানুহে সেই বাটেদিহে মোৰ ওচৰলৈ আহিব পাৰে।

( এনে উদাৰ মত পৃথিৱীৰ আৰু কোনো ধৰ্মশাস্ত্ৰত নাই )।" ১১

( বেদান্ত বাচস্পতি )

কাঙ্ক্ষতঃ কৰ্মণাং সিদ্ধিং যজন্ত ইহ দেৱতাঃ।
ক্ষিপ্ৰং হি মানুষে লোকে সিদ্ধিৰ্ ভৱতি কৰ্মজা ॥ ১২

**অন্বয়** ঃ—কৰ্মণাং সিদ্ধিং কাঙ্ক্ষন্তঃ ইহ দেৱতাঃ যজন্তে। হি মানুষে লোকে ক্ষিপ্ৰং কৰ্মজা সিদ্ধিঃ ভৱতি ॥ ১২

**অনুবাদ** ঃ—কৰ্মফল কামনা কৰি মানুহ বিলাকে ভিন্ন ভিন্ন দেৱতাৰ পূজা কৰে। কৰ্ম জনিত সিদ্ধি ( অৰ্থাৎ ফল প্ৰাপ্তি ) মনুষ্যলোকত শীঘ্ৰে পোৱা যায়। ১২ ॥

**ব্যাখ্যা** ঃ—সকাম ব্যক্তিবিলাকে ফল কামনা কৰি ভিন্ ভিন্ দেৱতাক পূজা কৰাৰ কাৰণ হৈছে যে ইন্দ্ৰাদি ভিন্ ভিন্ দেৱতাক পূজা কৰিলে সেই পূজাৰ কাম্য ফল শীঘ্ৰে পায়।

পূৰ্বৰ শ্লোকত ভগৱানে কৈছে যে যিজনে যি প্ৰকাৰে আৰাধনা কৰে, মোক্ষ, জ্ঞান, কাম্যবস্তু অথবা ভয় নিবাৰণ যিহৰ কাৰণে তেওঁৰ আৰাধনা কৰে তাকে তেওঁ দিয়ে। তাৰ পূবৰ শ্লোকত ( ১০ম শ্লোকত ) তেওঁ কৈছে যে

বহু শৰণাগত ব্যক্তিয়ে জ্ঞানৰূপ তপস্যাৰদ্বাৰা (ভগৱানৰ জন্ম আৰু কৰ্মৰ পুনঃ পুনঃ একনিষ্ঠ ভাৱে আলোচনাৰদ্বাৰা) চিত্তশুদ্ধি লাভ কৰি মোক্ষ পায়।

এতিয়া এই শ্লোকত (১২শ শ্লোকত) কৈছে যে ভিন্ ভিন্ দেৱতাক সকাম ভাৱে উপাসনা কৰি মানুহে সেই পূজা উপাসনাৰ ফল শীঘ্ৰে পায়; কিন্তু মুক্তিৰ বাবে সাক্ষাৎ ভাৱে মোৰ শৰণাপন্ন হলেহে অৰ্থাৎ নিষ্কাম উপাসনাৰ দ্বাৰা বা কৰ্মফলৰ আকাঙ্ক্ষা নকৰি বৈদিক আৰু স্মাৰ্ত কৰ্মৰদ্বাৰাহে মুক্তি পাবৰ যোগ্য হয়।

"হেন বুলিবা তেবে মোক্ষৰ অৰ্থে কিয় সকলে লোকে নভজে তাত শুনা। এই মনুষ্য লোকত শীঘ্ৰে কৰ্মফলক আকাঙ্ক্ষা কৰি ইন্দ্ৰাদি দেৱতাক ভজে, সাক্ষাতে মোক নভজে, যাতো কৰ্মফল শীঘ্ৰে হয়। জ্ঞানৰ ফল মোক্ষ শীঘ্ৰে নঘটে।" (ভট্টদেৱ)

চাতুৰ্বৰ্ণ্যং ময়া সৃষ্টং গুণ কৰ্ম বিভাগশঃ।
তস্য কৰ্ত্তাৰম্ অপি মাং বিদ্ধ্যকৰ্ত্তাৰম্ অব্যয়ম্॥ ১৩

**অন্বয়ঃ**—ময়া গুণ কৰ্ম বিভাগশঃ চাতুৰ্বৰ্ণ্যং সৃষ্টম্। তস্য কৰ্ত্তাৰম অপি মাম অব্যয়ম্ অকৰ্ত্তাৰং বিদ্ধি। ১৩॥

**টীকা**ঃ—নন্ন কেচিৎ সকামতয়া প্ৰবৰ্ত্তন্তে কেচিৎ নিষ্কামতয়েতি কৰ্ম বৈচিত্ৰ্যং, তৎ কৰ্ত্তৃনাঞ্চ ব্ৰাহ্মণাদীনাম্ উত্তমমধ্যমাদি বৈচিত্ৰ্যং কুৰ্বতঃ তব কথং বৈষম্যং নাস্তি ইতি আশঙ্ক্য আহ—চাতুৰ্বৰ্ণ্যাম্ ইতি। চত্বাৰো বৰ্ণা এবেতি চাতুৰ্বৰ্ণ্যাম্-স্বাৰ্থে ষঞ্ প্ৰত্যয়ঃ। অয়মৰ্থঃ সত্ত্বপ্ৰধানা ব্ৰাহ্মণাঃ তেষাং শম-দমাদীনি কৰ্মাণি, সত্ত্বৰজঃ প্ৰধানাঃ ক্ষত্ৰিয়াঃ তেষাং শৌৰ্য্যযুদ্ধাদীনি কৰ্মাণি, ৰজস্তমঃ-প্ৰধানাঃ বৈশ্যাঃ তেষাং কৃষিবাণিজ্যাদীনি, তমঃ প্ৰধানাঃ শূদ্ৰাঃ তেষাং ত্ৰৈবৰ্ণিকশুশ্ৰূষণাদীনি কৰ্মাণি ইতি এবং গুণানাং কৰ্মণাঞ্চ বিভাগৈঃ চাতুৰ্বৰ্ণ্যং ময়ৈব সৃষ্টং সত্যং, তথাপি এবং, তস্য কৰ্ত্তাৰম্ অপি ফলতোঽকৰ্ত্তাৰমেব মাং বিদ্ধি, তত্ৰ হেতুৰব্যয়ম্, আসক্তিৰাহিত্যেন শ্ৰমৰহিতং নাশাদিৰহিতম্। ১৩॥

(শ্ৰীধৰ)

**অনুবাদ**ঃ—গুণ আৰু কৰ্মৰ বিভাগ অনুসাৰে চাৰিজাতি সম্বন্ধীয় ভেদ মই সৃজিলোঁ। (সেই গুণে মানুহে ভিন্ন ভিন্ন প্ৰকাৰে মোৰ উপাসনা কৰে বা দেৱতাৰাধনা কৰে)। কিন্তু এইবোৰৰ কৰ্ত্তা হলেও মই অকৰ্ত্তা বুলি বুজিবা কাৰণ মই অব্যয় (অৰ্থাৎ এই কৰ্মত মোৰ আসক্তি নাই কাৰণে মোৰ শ্ৰমো নাই, ক্ষয়ো নাই)।

**ব্যাখ্যা ঃ**—গুণ আৰু কৰ্মৰ বিভাগ অনুসাৰে চাৰি জাতিৰ সৃষ্টি হৈছে। গুণ হৈছে-সত্ত্ব, ৰজঃ আৰু তমঃ। কৰ্ম হৈছে-শম, দম, শৌৰ্য্য, ধৃতি, দাক্ষ্যং, কৃষি, পৰিচৰ্য্যা।

"সত্ত্ব, ৰজঃ আৰু তমঃ এই তিনি গুণৰ আৰু এই তিনি গুণৰ ভেদ জনিত কৰ্মৰ ভেদ যেনেদৰে স্বাভাৱিকতে হৈছে সেই কৰ্মৰ ভেদ অনুসাৰে ময়েই চাৰি-বৰ্ণৰ ব্যৱস্থা কৰিছোঁ। ( এই ভেদ থকা বাবে বিভিন্ন বৰ্ণৰ মানুহে বিভিন্ন ভাৱে বিভিন্ন দেৱতাৰ আৰাধনাৰ মাজেদি ) মোৰ উপাসনা কৰে। প্ৰকৃততে প্ৰকৃতিৰ বৈষম্যত—( প্ৰকৃতিৰ বৈষম্য নাথাকিলে—সত্ত্ব ৰজঃ তমো গুণৰ অসমান বিভাজন বা বিতৰণ নহলে সৃষ্টিয়েই হব নোৱাৰে ) স্বাভাৱিকতে সত্ত্ব গুণ প্ৰধান লোক বিলাক ব্ৰাহ্মণ হ'ল আৰু তেওঁলোকৰ কৰ্ম হ'ল শম দমাদি, সত্ত্ব আৰু ৰজঃ এই উভয়গুণ প্ৰধান ( মিশ্ৰণত ) লোকবিলাক হ'ল ক্ষত্ৰিয় আৰু তেওঁলোকৰ কৰ্ম হ'ল শৌৰ্য্য আৰু যুদ্ধাদি, ৰজঃ আৰু তমঃ এই উভয় গুণ-প্ৰধান লোক বিলাক হ'ল বৈশ্য আৰু তেওঁ বিলাকৰ কৰ্ম হ'ল কৃষিবাণিজ্যাদি আৰু তমোগুণ প্ৰধান লোকবিলাক হ'ল শূদ্ৰ আৰু তেওঁলোকৰ কৰ্ম হ'ল তিনি বৰ্ণৰ পৰিচৰ্য্যা। এই গুণৰ ভেদ অনুসাৰে যি যি কৰ্মৰ উপযুক্ত মই সেই সেই কৰ্মৰ বিভাগ অনুসাৰে চাৰি বৰ্ণৰ সৃষ্টি কৰিছোঁ—ই সত্য, কিন্তু মই প্ৰকৃতিৰ নিয়ন্তা বুলি কৰ্ত্তা কিন্তু প্ৰকৃতিয়ে কৰা সৃষ্টিত মোৰ কোনো আসক্তি নাই কাৰণে কৰ্ত্তাৰ কৰ্ম সম্পাদনত যি শ্ৰম হয় সেই শ্ৰম মোৰ হোৱা নাই আৰু শ্ৰমজনিত মোৰ কোনো শক্তি ক্ষয় হোৱা নাই—কাৰণ মই প্ৰকৃতিৰো কৰ্ত্তা হ'লেও মই অব্যয় আৰু অবিনশ্বৰ ; সেইবাবে মোক অকৰ্ত্তা বুলিও বুজিবা।"

( শ্ৰীধৰী টীকাৰ অনুবাদ )

"গুণ আৰু কৰ্মৰ বিভাগৰ প্ৰতি লক্ষ্য ৰাখিয়েই মই চাৰিটা বৰ্ণৰ সৃষ্টি কৰিছোঁ ; কিন্তু এইবোৰ মৰ্ম কই কৰিলেও ( মোক কোনো দোষে স্পৰ্শ নকৰে ) মোক অকৰ্ত্তা আৰু অব্যয় (পৰিবৰ্তন ৰহিত) বুলি জানিবা।" (সন্তদাস বাবাজী)

"তিনি গুণৰ অল্প বা অধিক পৰিমাণে বিকাশ অনুসাৰে কৰ্মৰ বিভাগ হয়। এই প্ৰাধান্য বা অপ্ৰাধান্য হিচাবে জগতৰ সকলো পদাৰ্থৰে বিভাগ হৈ থাকে। অকল মানুহৰে নহয়, সকলো পদাৰ্থতে এই বিভাগ আছে ; আৰু এই বিভাগ প্ৰকৃতিৰ দ্বাৰা হৈ থাকে—"মই সজাই দিওঁ মাথোন—গুণ কৰ্ম বিভাগশঃ" ; সেই বাবে মই এক হিচাবে কৰ্ত্তা হৈও আন হিচাবে অকৰ্ত্তা।"

( বেদ-বেদান্ত শাস্ত্ৰী )

গীতাৰ অষ্টাদশ অধ্যায়ৰ ৪২শ শ্লোকত ব্ৰাহ্মণৰ কৰ্ম, ৪৩শ শ্লোকত ক্ষত্ৰিয়ৰ কৰ্ম, ৪৪শ শ্লোকত বৈশ্যৰ কৰ্ম আৰু ৪৫শ শ্লোকত শূদ্ৰৰ কৰ্ম—'স্বভাৱজ' অৰ্থাৎ প্ৰকৃতিজাত বুলি কৈছে। ১৩॥

ন মাং কৰ্মাণি লিম্পতি ন মে কৰ্মফলে স্পৃহা।
ইতি মাং যোঽভিজানাতি কৰ্মভিৰ্ন স বধ্যতে॥ ১৪

**অন্বয়ঃ**—কৰ্মাণি মাং ন লিম্পতি, মে কৰ্মফলে ন স্পৃহা ইতি যঃ মাম্ অভিজানাতি সঃ কৰ্মভিঃ ন বধ্যতে॥ ১৪

**অনুবাদঃ**—মই (সৃষ্ট্যাদি) কৰ্ম কৰিলেও সেই কৰ্মই মোক লিপ্ত কৰিব নোৱাৰে, কাৰণ কৰ্মফলত মোৰ স্পৃহা নাই। যি জনে মোক এইদৰে সৰ্বতো ভাৱে জানে অৰ্থাৎ জানি নিজে আচৰণ কৰে তেওঁৰো কৰ্ম বন্ধন নহয়। ১৪

(অভিজানাতি=সৰ্বতোভাৱে জানে)

**ব্যাখ্যাঃ**—যদিও গুণ আৰু কৰ্ম অনুসাৰে মই ব্ৰাহ্মণাদি চাৰিবৰ্ণৰ সৃষ্টি কৰিছোঁ, সেইবাবে মোৰ ওপৰত কৰ্তৃত্বৰ বা কৰ্তৃত্বজনিত ফলৰ আৰোপ কৰিব নোৱাৰা, কাৰণ মোৰ অহংকৰ্তৃত্ববোধো নাই, কৰ্মৰ ফলত আসক্তিও নাই। মই নিৰ্বিকাৰ, নিৰ্লিপ্ত—মই কৰ্তা হৈও অকৰ্তা আৰু কৰ্মৰ মূল হৈও মই সেই কৰ্মত আসক্তিহীন। সেইবাবে চতুৰ্দ্দশ ভুবন আৰু বৈষম্যপূৰ্ণ চাৰিবৰ্ণৰ কৰ্তা হোৱাতো সেই কৰ্মৰ ফলে মোক স্পৰ্শ কৰিব নোৱাৰে। যি নীতিত এইটো সম্ভৱ হ'ব পাৰে সেই নীতিৰে মানুহ কৰ্ম কৰিলে মানুহৰো কৰ্ম বন্ধন নহয়। সেই নীতি কি? বিশ্বসৃষ্টি কৰিও সেই কৰ্মত মোৰ আসক্তি নাই। মই আপ্তকাম কাৰণে মোৰ অহংকৰ্তৃত্ব জ্ঞান নাই। এই কথাৰপৰা কি বুজাইছে? ইয়াকেই বুজাইছে যে কৰ্মফলত যে মোৰ আসক্তি নাই, এই কথা যিজনে সম্যক্ ভাৱে বুজি পায়, তেওঁৰ কৰ্ম বন্ধন নহয়। মোৰ নিৰ্লিপ্ততা, নিৰহঙ্কাৰিত্ব আৰু নিস্পৃহত্বৰূপ যি জ্ঞান সেই জ্ঞান জন্মিলে সেই সেই লোকৰো অহংকাৰ আদি দোষ আপনা আপুনি শিথিল হৈ আহিব। (মই হে কৰ্ত্তা—এই অহংকৰ্তৃত্ব জ্ঞান শিথিল হ'ব—তেতিয়া কৰ্মৰ কৰ্ত্তা হৈও অকৰ্ত্তা মনোভাৱৰ সৃষ্টি হ'ব)।

শ্ৰীভগৱান আদৰ্শ কৰ্মযোগী। শ্ৰীভগৱানৰ নিস্পৃহতা আৰু নিৰ্লিপ্ততা বুজিব পাৰিলে মানুহে নিষ্কাম কৰ্মৰ মহিমা বা মৰ্ম্ম বুজিব পাৰিব। বুজিব পাৰিলে তেওঁৰ কৰ্মও নিষ্কাম হ'ব। তেতিয়া তেওঁ কৰ্ম কৰিও কৰ্মৰ ফলাফলৰ বন্ধনৰ পৰা মুক্ত হ'ব। (শ্ৰীধৰ স্বামীৰ টীকা অনুযায়ী) ১৪

**এবং জ্ঞাত্বা কৃতং কৰ্ম পূৰ্বৈৰ্‌ অপি মুমুক্ষিভিঃ।**
**কুৰু কৰ্মৈব তস্মাৎ ত্বং পূৰ্বৈঃ পূৰ্বতৰং কৃতম্‌॥ ১৫**

**অন্বয় :**—এবং জ্ঞাত্বা পূৰ্বৈঃ মুমুক্ষুভিঃ অপি কৰ্ম কৃতম্‌। তস্মাৎ ত্বং পূৰ্বৈঃ পূৰ্বতৰং কৰ্ম এব কুৰু॥ ১৫

**টীকা :**—অহঙ্কাৰাদি-ৰাহিত্যেন কৃতং কৰ্ম বন্ধকং ন ভৱতি ইতি এবং জ্ঞাত্বা পূৰ্বে জনকাদিভিঃ অপি মুমুক্ষুভিঃ সত্ত্বশুদ্ধ্যৰ্থং পূৰ্বতৰং যুগান্তৰেষু অপি কৃতং, তস্মাৎ ত্বম্‌ অপি প্ৰথমং কৰ্মৈব কুৰু। ১৫ (শ্ৰীধৰ)

**অনুবাদ :**—এইদৰে জানি বুজি পূৰ্বতন মুমুক্ষুসকলেও কৰ্ম কৰিছে। অতএব পূৰ্বতন ব্যক্তিসকলে কৰা পূৰ্বতৰ কৰ্মকেই (ফলাকাঙ্ক্ষা ত্যাগ কৰা কৰ্ম) তুমিও কৰা। ১৫

**ব্যাখ্যা :**—প্ৰসঙ্গক্ৰমে পূৰ্বে উল্লেখ কৰা ঈশ্বৰৰ সৃষ্টিৰ বৈষম্য পৰিহাৰ কৰি কেনেকৈ কৰ্মযোগ অভ্যাস কৰিব লাগে সেই বিষয়ে বিস্তাৰ কৰি কৈছে যে পূৰ্বে মুক্তিকামীসকলে (যেনে জনকাদি ঋষিসকলে—'মই হে কৰ্মৰ কৰ্তা' এই জ্ঞান পৰিহাৰ কৰি কৰা কৰ্ম যে বন্ধনৰ কাৰণ নহয়) মোক এইদৰে জানি (সত্ত্ব শুদ্ধিৰ কাৰণে, চিত্তশুদ্ধিৰ কাৰণে) পূৰ্ব পুৰ্ব যুগতো (যুগ-যুগান্তৰতো) কৰ্ম কৰি গৈছে। অতএব তুমিও পূৰ্ববৰ্ত্তী মহাজনসকলে যেনেদৰে কৰ্ম কৰিছে —তুমিও তেনেদৰে কৰ্ম কৰা।

"হে অৰ্জুন! ঋষিসকলে যেনেকৈ পূৰ্বত অনাসক্ত হৈ নিজক অকৰ্ত্তা বুলি জানি কৰ্ম কৰিব পাৰিছিল, তুমিও সেইদৰে পাৰিবা।" (বেদান্ত বাচস্পতি)

**কিং কৰ্ম কিম্‌ অকৰ্মেতি কৱয়োঽপ্যত্ৰ মোহিতাঃ।**
**তৎ তে কৰ্ম প্ৰবক্ষ্যামি যজ্‌জ্ঞাত্বা মোক্ষ্যসেঽশুভাৎ॥ ১৬**

**অন্বয় :**—কিং কৰ্ম কিং অকৰ্ম ইতি অত্ৰ কৱয়ঃ অপি মোহিতাঃ।
যৎ জ্ঞাত্বা অশুভাৎ মোক্ষ্যসে তৎ কৰ্ম তে প্ৰবক্ষ্যামি। ১৬

কিং কৰ্ম=কীদৃশং কৰ্মকৰণম্‌
কিং অকৰ্ম=কীদৃশং কৰ্ম অকৰণম্‌
কৱয়ঃ=বিবেকিনঃ

**অনুবাদ :**—কৰ্ম কি আৰু কৰ্মৰ অকৰণ (কৰ্মত্যাগ) কি এই বিষয়ে পণ্ডিত-সকলো বিমোৰত পৰে (ভ্ৰমত পৰে)। অতএব তোমাক কৰ্মৰ বিষয়ে

কর্মৰ ৰহস্যৰ বিষয়ে ) মই বিশেষভাৱে ক'ম—যি বিষয়ে জানিলে তুমি কর্মবন্ধনৰূপ ) অশুভৰ পৰা মুক্ত হবা। ১৬ ॥

**ব্যাখ্যা ঃ**—যিবিলাক লোক তত্ত্ববিৎ নহয় তেওঁলোকে চিত্তশুদ্ধিৰ কাৰণে আৰু যিবিলাক লোক তত্ত্ববিৎ তেওঁলোকে হিতৰ কাৰণে কৰ্মৰ অনুষ্ঠান কৰি আহিছে; এইটো সৃষ্টিৰ প্ৰথমৰ পৰাই যুগ যুগান্তৰ অতিক্ৰম কৰি চলি আহিছে; অতএৱ তোমাৰ পক্ষেও প্ৰথমতে কৰ্ম কৰা উচিত আৰু আৱশ্যক। কিন্তু সেই কৰ্মতত্ত্বজ্ঞ লোকসকলৰ লগত আলোচনা কৰি নিৰ্ণয় কৰি লব লাগিব। লোক পৰম্পৰাগতভাৱে কৰ্ম কৰিলে নহয়—অৰ্থাৎ সেই সেই কৰ্ম কৰিলেই নহব—আগেয়ে কৰ্মতত্ত্বৰ বিষয়ে বুজি লব লাগিব—কি কৰ্ম আৰু কি অকৰ্ম সেই বিষয়ে তত্ত্বজ্ঞসকলৰ লগত বিচাৰ কৰি লব লাগিব; কাৰণ কৰ্ম কি অকৰ্ম কি এই বিষয়ে বিবেকীসকলো মোহিত হয়। কৰ্ম কি, কৰ্ম কাক বোলে বা কেনেকৈ কৰ্ম কৰিও মানুহ অকৰ্ত্তা হৈ থাকিব পাৰে এইবোৰ বিষয়ে পণ্ডিতসকলো বিমোহিত হয়। অতএৱ মই তোমাক সেইবোৰ কথা কওঁ—যিবোৰ কথা জানিলে তুমি অশুভৰ পৰা মুক্তি পাবা। যিটো কথা জানিলে তুমি জন্ম-মৃত্যুৰূপ আৰু কৰ্তৃত্ব ভোক্তৃত্ব ৰূপ সংসাৰৰ পৰা মুক্ত হবা। ১৬ ॥

কৰ্মণো হ্যপি বোদ্ধব্যং বোদ্ধব্যং চ বিকৰ্মণঃ।
অকৰ্মণশ্চ বোদ্ধব্যং গহনা কৰ্মণো গতিঃ ॥ ১৭

**অন্বয় ঃ**—কৰ্মণঃ অপি বোদ্ধব্যং বিকৰ্মণঃ চ বোদ্ধব্যং অকৰ্মণঃ চ বোদ্ধব্যম্; হি কৰ্মণঃ গতি গহনা।

গহনা=দুৰ্জ্ঞেয়া

**টীকা ঃ**—কৰ্মণো বিহিতব্যাপাৰস্য অপি তত্ত্বং বোদ্ধব্যং অস্তি নতু লোক-প্ৰসিদ্ধমাত্ৰম্ এৱ অকৰ্মণঃ অবিহিত ব্যাপাৰস্য অপি তত্ত্বং বোদ্ধব্যং অস্তি, বিকৰ্মণোঽপি নিষিদ্ধস্য অপি তত্ত্বং বোদ্ধব্যং অস্তি, যতঃ কৰ্মণঃ গতিঃ গহনা, কৰ্ম ইতি উপলক্ষণাৰ্থম কৰ্ম-অকৰ্ম-বিকৰ্মণাম্ তত্ত্বং বোদ্ধব্যং অস্তি দুৰ্বিজ্ঞেয়ম্ ইতি অৰ্থঃ। ১৭ ॥ ( শ্ৰীধৰ )

**অনুবাদ ঃ**—কৰ্মৰ বিষয়ো বুজিব লাগিব ( বিহিত কৰ্মৰ বিষয়ে বুজিব লাগিব ) বিকৰ্মৰ বিষয়েও বুজিব লাগিব ( বিপৰীত বা নিষিদ্ধ কৰ্মৰ বিষয়েও

বুজিব লাগিব) আৰু কৰ্ম নকৰাৰ তত্ত্বও (অবিহিত কৰ্মৰ তত্ত্বও) বুজিব লাগিব। কাৰণ কৰ্মৰ গতি গভীৰ ৰহস্যেৰে আবৃত—জটিল দুজ্ঞেৰ্য়। ১৭ ॥

কৰ্ম=শাস্ত্ৰবিহিত কৰ্ম, বিকৰ্ম=শাস্ত্ৰবিৰুদ্ধ কৰ্ম,

অকৰ্ম=শাস্ত্ৰত যি কৰ্মৰ কোনো বিধান নাই বা নিষেধ নাই—কৰ্মৰ অভাৱ বা কৰ্মত্যাগ। কৰ্ম নকৰি তুষ্ণী ভাৱ লোৱা।

**ব্যাখ্যা** :—লোক প্ৰসিদ্ধ যি কৰ্ম, দেহ আৰু ইন্দ্ৰিয়াদিৰ চেষ্টাকেই যি কৰ্ম বা অকৰ্ম বুলি কোৱা হয় সেই কৰ্ম বা অকৰ্ম কৰ্ম আৰু অকৰ্ম নহয়। শাস্ত্ৰ বিহিত যি কৰ্ম সেয়েহে কৰ্ম সেই কৰ্মৰ যি তত্ত্ব, শাস্ত্ৰত যিটো বিহিত হোৱা নাই সেয়ে বিকৰ্ম আৰু নিষিদ্ধ হৈছে। সেই বিকৰ্মৰ যি তত্ত্ব আৰু অকৰ্মৰ (ন-কৰ্ম, কৰ্মৰ ত্যাগ, কৰ্মৰ অভাৱ) যি তত্ত্ব তাকো বুজিব লাগিব। এই তত্ত্ব বৰ জটিল, সহজে বুজিব নোৱাৰি।

(কৰ্ম বুলিলে আমি বুজোঁ যে সাধাৰণতঃ হাত, ভৰি, দেহ আদি ইন্দ্ৰিয়ৰ সহায়ত যি চেষ্টা কৰা হয় সেয়ে কৰ্ম। লোক প্ৰসিদ্ধ এই প্ৰকাৰ কৰ্ম বা অকৰ্মৰ কথা ইযাত কোৱা নাই)। ১৭ ॥ (শ্ৰীধৰ স্বামীৰ টীকা অনুযায়ী)

কৰ্মণ্য-কৰ্ম যঃ পশ্যেদ্‌ অকৰ্মণি চ কৰ্ম যঃ।
স বুদ্ধিমান্‌ মনুষ্যেষু স যুক্তঃ কৃৎস্নকৰ্মকৃৎ ॥ ১৮

**অন্বয়** ঃ—যঃ কৰ্মণি অকৰ্ম, চ যঃ অকৰ্মণি কৰ্ম পশ্যেৎ, সঃ মনুষ্যেষু বুদ্ধিমান্‌, সঃ যুক্তঃ কৃৎস্নকৰ্মকৃৎ ॥ ১৮ ॥

**অনুবাদ** ঃ—যিজনে কৰ্মত অকৰ্ম (বন্ধক নহয় এনেভাৱৰ কৰ্ম) দেখে আৰু অকৰ্মত (আপাত প্ৰতীয়মান কৰ্মশূন্যতাত—দেখাত কোনো যেন কৰ্ম নাই তেনে ভাৱত) কৰ্ম (বন্ধকত্ব) দেখিবলৈ পায়—তেৱেঁই মানুহৰ ভিতৰত জ্ঞানী, কৰ্মযোগযুক্ত আৰু সমস্ত কৰ্ম কৰ্ত্তা।

**ব্যাখ্যা** :—এতিয়া কৰ্মতত্ত্ব যে দুজ্ঞেৰ্য় তাৰ কাৰণ দৰ্শাইছে যে কৰ্ম বন্ধকতাৰ কাৰণ; যি কোনো কৰ্মৰ সিদ্ধি বা অসিদ্ধিয়ে সুখ বা দুঃখ আনে। সেই বুলি কৰ্ম নকৰিব নেকি? যি কোনো কৰ্মই যদি সুখ বা দুখ আনে আৰু সেয়ে যদি বন্ধনৰ কাৰণ হয়, তেন্তে শ্ৰীভগৱানে অৰ্জুনক প্ৰথমতে কৰ্মৰ অনুষ্ঠান কৰিবলৈ কিয় কয়? তাৰ কাৰণ দেখুৱাইছে যে সকলো কৰ্মই কৰ্ম নহয়, সকলো অকৰ্মই অকৰ্ম নহয়। উদাহৰণ স্বৰূপে কৈছে যে যিবোৰ কৰ্মৰ দ্বাৰা

পৰমেশ্বৰৰ আৰাধনা কৰা হয় সেইবোৰ কৰ্মই কৰ্মবন্ধন নানে। পৰমেশ্বৰক আৰাধনা কৰিব লাগিব—তাৰদ্বাৰা সত্ত্বশুদ্ধি বা চিত্তশুদ্ধি হে হব। সেই কৰ্মই কৰ্মৰ বন্ধন আনিব নোৱাৰে কাৰণে তাক অকৰ্ম—( কৰ্মবন্ধন নকৰা কৰ্ম ) বুলি বুদ্ধিমান্ আৰু জ্ঞানী লোকসকলে ভাবে বা দেখে। ভগৱদাৰাধনা কৰ্মটো কৰ্মৰ ভিতৰত ধৰা নহয়—কাৰণ এই কৰ্মই জ্ঞান দিয়ে কিন্তু কৰ্মৰ বন্ধন নানে।] আকৌ কিছুমান কৰ্ম আছে যি বিলাক কৰ্ম কৰিবলৈ শাস্ত্ৰই বিধান দিছে, সেইবিলাক কৰ্ম অৱশ্য কৰ্তব্য কৰ্ম; সেই কৰ্ম নকৰিলে প্ৰত্যবায় বা পাপ হয়। সেই কৰ্ম যদি কৰা নাযায় সেই অকৰণটোও এটা কৰ্ম হ'ব আৰু সেই অকৰণ কৰ্মই কৰ্মৰ বন্ধন আনিব—বুদ্ধিমান্ আৰু জ্ঞানী লোকসকলে এই দৰেও ভাবে বা দেখে। এই ধৰণৰ বুদ্ধিমান্ আৰু জ্ঞানীলোক সকলৰেই ব্যৱসায়াত্মিকা বুদ্ধি ( ঈশ্বৰত নিৰ্ভৰ কৰিলেই মই পৰিত্ৰাণ পাম এনে নিশ্চয়াত্মিকা বুদ্ধি ) হয়। গতিকে সেইবিলাক লোকেই শ্ৰেষ্ঠ। তেওঁলোকে কৰ্ম কৰিও কৰ্মৰ সিদ্ধি বা অসিদ্ধিৰ দ্বাৰা আবদ্ধ নহয়। সেইবিলাই লোকেই প্ৰকৃত যোগযুক্ত। তেওঁলোকে তেনে কৰ্মৰ দ্বাৰা জ্ঞান-যোগ প্ৰাপ্ত হয়। তেওঁ বিলাকেই সৰ্বকৰ্ম-কৰ্তা হয়। তেনে জ্ঞানী আৰু বুদ্ধিমান্ ব্যক্তিয়ে সকলো কৰ্ম কৰিলেও, সকলো ইন্দ্ৰিয়-বিষয় আহি তেওঁৰ মনত সোমালেও, তেওঁৰ মন অচল হৈ থাকে—যেন নৈৰ পানী সাগৰত পৰিলহি; তেওঁৰ চিত্ত সকলো অৱস্থাতে শান্তিপূৰ্ণ হৈ থাকে। কোনো কাৰণতে চিত্ত বিক্ষেপ নহয়। (২) ৪৬ ॥

পূৰ্বে কৈছে যে কৰ্মৰ অনুষ্ঠান নকৰিলেও কোনেও নৈষ্কৰ্ম্য লাভ কৰিব নোৱাৰে। কৰ্মত্যাগ কৰিলেও, কোনেও সিদ্ধিলাভ কৰিব নোৱাৰে। ফলাফলত সমবুদ্ধি হ'লে, নিষ্কামভাৱে কৰ্ম কৰি যোৱাৰ বুদ্ধিৰ উদয় হ'লে চিত্তশুদ্ধি হয়, চিত্তশুদ্ধি হ'লে জ্ঞানৰ উৎপত্তি হয়—ইত্যাদি বিলাক পূৰ্বৰ কথা ইয়াত স্পষ্ট হৈ উঠিছে।

আৰু যিজনে আত্মাতেই প্ৰীতি অনুভব কৰে আৰু আত্মাতেই পৰিতৃপ্ত হয়—( বিষয় ভোগত নহয় ), আত্মাতেই সন্তুষ্ট থাকে, তেওঁৰ কৰ্তব্য কৰ্ম একো নাই—তেওঁ প্ৰকৃতপক্ষে নিষ্কামযোগী আৰু মুক্ত পুৰুষ ইত্যাদি বাক্যৰ দ্বাৰা জ্ঞান পোৱা লোকৰ যি কৰ্মহীনতা উপদেশ দিয়া হৈছে আৰু কৰ্ম-যোগৰ ব্যৱস্থাৰে জ্ঞানৰ ভূমিত আৰোহণ কৰিব খোজা ব্যক্তিসকলৰ বাবে যি যোগৰ ব্যৱস্থা কৰা হৈছে তাকো ইয়াত বিশদকৈ কৈ দিলে। (৩।১৭ চাওক)

জ্ঞানৰ ভূমিত আৰোহণ কৰিব খোজা ব্যক্তিৰ পক্ষে কৰ্ম বন্ধক নহয় যেতিয়া, তেতিয়া জ্ঞানৰ ভূমিত যিজন ব্যক্তি আৰোহণ কৰিব পাৰিছে তেনে ব্যক্তিৰ যে কৰ্ম বন্ধক নহয় সেইটো কোৱাই বাহুল্য। অতএৱ পূৰ্বৰ কথাৰ লগতো সামঞ্জস্য ৰক্ষিত হৈছে।

আন ধৰণেও এই শ্লোকৰ ব্যাখ্যা কৰিব পাৰি, যেনে—দেহ আৰু ইন্দ্ৰিয়বোৰ বিষয়-কৰ্মত নিয়মিতভাৱে ব্যস্ত থাকিলেও আত্মা দেহাদিৰপৰা স্বতন্ত্ৰ। এই বিশ্বাসৰ বলত যিজনে স্বভাৱতঃ ক্ৰিয়াহীন আত্মাত অকৰ্ম দেখে অৰ্থাৎ দেহেইহে কৰিছে আত্মাইতো কৰিব নোৱাৰে, আৰু জ্ঞানৰ বলত বুজি পায় যে কৰ্মৰ অকৰণত বা কৰ্মত্যাগত কৰ্ম কৰাৰ দুখ, শ্ৰম আৰু ক্লেশ দেখি যে কৰ্ম ত্যাগ কৰা নাই—( কৰ্ম বন্ধক কাৰণেহে ত্যাগ কৰিছে ) এনে এটি প্ৰচেষ্টা যাতে মিথ্যাচাৰত পৰিণত নহয় ( সেই কৰ্মৰ অকৰণত বা কৰ্মত্যাগত )—সিও যে এটা কৰ্ম এই কথাটো বুজি পায়—তেৱঁইহে পণ্ডিত। ( ৩।৬ চাপক )

তুমি শাস্ত্ৰবিহিত কৰ্ম কৰা। কাৰণ কৰ্ম নকৰাতকৈ কৰ্ম কৰাই শ্ৰেষ্ঠ (৩।৮) ইত্যাদি শ্লোকত অৱশ্য কৰ্তব্য কৰণৰ যি ব্যৱস্থা আছে সেইটো আৰু সেই কৰ্ম অকৰণত যে প্ৰত্যবায় আছে সেইটো বুজি যি জনে কৰ্মক বন্ধনস্বৰূপ বুলি ভাৱে তেওঁহে মনুষ্যসকলৰ ভিতৰত বুদ্ধিমান্; কাৰণ ইচ্ছা মতে সকলো প্ৰকাৰ আহাৰ বিহাৰ কৰিলেও তেওঁৰ আত্মাক যে সেই কৰ্তৃত্বদোষে স্পৰ্শিব নোৱাৰে তেওঁৰ সেই জ্ঞান থকা বাবে তেওঁ সমাধিস্থ যোগীৰ সমতুল্য হয়। ইয়াৰ দ্বাৰা বিকৰ্মৰ তত্ত্বও কোৱা হ'ল, কাৰণ, ধৰক, বিষ প্ৰয়োগ কৰি হত্যা কৰা পক্ষীৰ মাংস যদি স্বয়ং উপস্থিত হয় আৰু জ্ঞানীয়ে সেই মাংস ভক্ষণ কৰি বিকৰ্মও কৰে, সেই বিকৰ্মও জ্ঞানীৰ পক্ষে দোষৰ নহয় কিন্তু আগ্ৰহ কৰি বা লোভ কৰি সেই মাংস ভক্ষণ কৰাটো অজ্ঞ ব্যক্তিৰ পক্ষে দোষৰ হ'ব।

( শ্ৰীধৰ স্বামী টীকানুযায়ী ব্যাখ্যা—কৃষ্ণচন্দ্ৰৰ গীতা )

"কৰ্ম কৰিও যি নিজক নিষ্ক্ৰিয় ( অকৰ্ত্তা ) বুলি বুজে আৰু বাহ্যিক কৰ্ম ত্যাগৰ ভিতৰতো কৰ্ম আছে বুলি যি বুজে, তেওঁহে আচল বিবেকী যোগী। তেওঁ সকলো কৰ্ম কৰিও যোগযুক্ত পুৰুষ।" ( বেদান্ত বাচস্পতি )

**যস্য সৰ্বে সমাৰম্ভাঃ কামসংকল্পবৰ্জিতাঃ।**

**জ্ঞানাগ্নি-দগ্ধ কৰ্মাণং তমাহুঃ পণ্ডিতং বুধাঃ॥ ১৯**

**অন্বয়ঃ**—যস্য সৰ্বে সমাৰম্ভাঃ কাম সংকল্প বৰ্জ্জিতাঃ বুধাঃ জ্ঞান-অগ্নি-দগ্ধ কৰ্মাণং তং পণ্ডিতং আহুঃ। ১৯॥

সমাৰম্ভাঃ = কৰ্মাণি

**অনুবাদ :**—যাৰ সকলো কৰ্ম ফলাফল ৰহিত, জ্ঞানৰূপ অগ্নিৰ দ্বাৰা যাৰ কৰ্ম (কৰ্মৰ বন্ধকত্ব) দগ্ধ হৈ গৈছে, জ্ঞানীলোকে তেওঁকেই পণ্ডিত বোলে। ১৯॥

**ব্যাখ্যা :**—নিষ্কাম কৰ্ম—দিব্য কৰ্ম, ভাগৱত কৰ্ম। আগৰ শ্লোকত আৰু পৰবৰ্তী কেইটিমান শ্লোকত দিব্য কৰ্মীৰ লক্ষণবোৰ উক্ত হৈছে। 'মই কৰিছোঁ' এইৰূপ কৰ্তৃত্বাভিমান যাৰ নাই, তেওঁ কৰ্ম কৰিলেও ফলভাগী নহয়। অহং বুদ্ধি ত্যাগেই প্ৰকৃত জ্ঞান। এই জ্ঞানৰূপ অগ্নিৰ দ্বাৰা তেওঁৰ কৰ্মৰ ফল দগ্ধ হৈছে আৰু তেওঁৰ কৰ্মৰ ফলভাগিত্ব বিনষ্ট হৈছে। এইৰূপ ব্যক্তিয়েই কৰ্মত অকৰ্ম অৰ্থাৎ কৰ্মশূন্যতা দেখে। (২।২০, ৩।২৭, ৪।২৭, ১৮।১৬—১৭ শ্লোক দ্ৰষ্টব্য)। (জগদীশ ঘোষৰ গীতা)

ত্যক্ত্বা কৰ্মফলাসঙ্গং নিত্যতৃপ্তো নিৰাশ্ৰয়ঃ।
কৰ্মণ্যভিপ্ৰবৃত্তোঽপি নৈব কিঞ্চিৎ কৰোতি সঃ॥ ২০

**অন্বয় :**—সঃ কৰ্ম-ফল-আসঙ্গং ত্যক্ত্বা নিত্যতৃপ্তঃ নিৰাশ্ৰয়ঃ কৰ্মণি অভিপ্ৰবৃত্তঃ অপি কিঞ্চিৎ এব ন কৰোতি। ২০॥

কৰ্মফলাসঙ্গং = কৰ্মণি তৎফলে চ আসক্তিং

নিত্যতৃপ্তঃ = নিত্যেন নিত্যানন্দেন তৃপ্তঃ অতএব যোগক্ষেমাৰ্থং আশ্ৰয়ণীয় ৰহিতঃ—নিৰাশ্ৰয়ঃ।

**অনুবাদ :**—যিজনে কৰ্মত আৰু কৰ্মফলত আসক্তি পৰিত্যাগ কৰিছে, যি জনে সদায় নিজতেই পৰিতৃপ্ত, যিজনে কোনো প্ৰয়োজনতে কাৰো আশ্ৰয় গ্ৰহণ নকৰে, তেওঁ কৰ্মত প্ৰবৃত্ত হলেও তেওঁ একোকে নকৰে (অৰ্থাৎ তেওঁৰ কৰ্ম অকৰ্মত পৰিণত হয়)। ২০॥

**ব্যাখ্যা :**—নিত্যতৃপ্ত = নিত্য নিজৰ আনন্দতে পৰিতৃপ্ত। নিৰাশ্ৰয় = যিজনে যোগক্ষেমাৰ্থে অৰ্থাৎ নোপোৱা বস্তু পাবৰ কাৰণে আৰু পোৱা বস্তু ৰক্ষা কৰিবৰ কাৰণে কাৰো আশ্ৰয় গ্ৰহণ নকৰে—কাৰণ তেওঁ নিত্যতৃপ্ত—তেওঁৰ একোতেই প্ৰয়োজন নাই।

**কৰ্মফলাসঙ্গ = কৰ্ম আৰু কৰ্মফলত আসক্তি।**

**মই কৰিছোঁ**—এই যে অভিমান এয়ে কৰ্মত আসক্তি, 'মই কৰ্মত এই ফল পাব খোজোঁ' এই যে কামনা এয়ে ফলাসক্তি।

অথবা—"যিজনে কৰ্মফলৰ প্ৰতি আসক্তি ত্যাগ কৰি সৰ্বদায় সন্তুষ্ট থাকে আৰু যিজনে কৰ্মফলক আশ্ৰয় কৰি নাথাকে ( ইয়াত 'নিৰাশ্ৰয়' শব্দৰ অৰ্থ এয়ে ) এনে ব্যক্তি কৰ্মত সৰ্বতোভাৱে প্ৰবৃত্ত হ'লেও ( কৰ্ম কৰি থাকিলেও ) একোকে নকৰে।

( এনেকুৱা একোকে নকৰাৰ নামেই কৰ্ম-শূন্যতা, কৰ্ম-ত্যাগ কৰাটো কৰ্ম শূন্যতা বা অকৰ্ম নহয়। কৰ্মত্যাগ কৰিবও নোৱাৰি, এই কথা গীতাতেই আছে। ৩।৪, ১৮।১১ )। ( বেদ-বেদান্ত শাস্ত্ৰী )

নিৰাশীৰ্যত চিত্তাত্মা ত্যক্তসৰ্বপৰিগ্ৰহঃ।
শাৰীৰং কেৱলং কৰ্ম কুৰ্বন্নাপ্নোতি কিল্‌বিষম্ ॥ ২১

**অন্বয়**ঃ—নিৰাশীঃ যত-চিত্ত-আত্মা ত্যক্তসৰ্বপৰিগ্ৰহঃ কেৱলং শাৰীৰং কৰ্ম কুৰ্বন্ কিল্বিষং ন আপ্নোতি। ২১ ॥

শ্ৰীধৰী টীকায়াম—নিৰ্গতা আশীষঃ কামনাঃ যস্মাৎ=নিৰাশীঃ, যতং নিয়তং চিত্তং আত্মা শৰীৰঞ্চ যস্য=যত চিত্তাত্মা, ত্যক্তাঃ সৰ্বে পৰিগ্ৰহা যেন সঃ= ত্যক্তসৰ্বপৰিগ্ৰহঃ,—শৰীৰং শাৰীৰ মাত্ৰ নিৰ্বৰ্ত্ত্যং কৰ্তৃত্বাভিনিবেশৰহিতং কৰ্ম কুৰ্বন্ অপি কিল্বিষং বন্ধনং ন প্ৰাপ্নোতি। যোগাৰূঢপক্ষে শৰীৰ নিৰ্বাহ-মাত্ৰোপযোগি স্বাভাবিকং ভিক্ষাটনাদি কৰ্ম কুৰ্বন্ অপি, কিল্বিষং বিহিতাকৰণ নিমিত্ত দোষং ন প্ৰাপ্নোতি।

**অনুবাদ**ঃ—যি জনে কামনা ( কৰ্মফলৰ আশা ) ত্যাগ কৰিছে, যাৰ চিত্ত আৰু ইন্দ্ৰিয় সংযত, যি জনে নিজৰ ভোগৰ কাৰণ দান উপহাৰ আদি গ্ৰহণ বৰ্জন কৰিছে, তেনে ব্যক্তিয়ে কেৱল শৰীৰৰ দ্বাৰা ( কৰ্মেন্দ্ৰিয়ৰ দ্বাৰা ) কৰ্ম কৰি থাকিলেও পাপৰ ভাগী নহয়।

**ব্যাখ্যা**ঃ—কেৱল শৰীৰৰ দ্বাৰা কৰ্ম কৰিছে তাত কৰ্ত্তৃত্বাভিমান নাই তেনে নিষ্ক্ৰিয় বা উদাসীন ব্যক্তিয়ে শৰীৰ যাত্ৰাৰ কাৰণে ( জীৱন ধাৰণ কৰি থাকিবৰ কাৰণে ) স্বাভাৱিক যি কৰ্ম ( যেনেঃ—সন্ন্যাসীৰ ভিক্ষা, খেতিয়কৰ খেতি ) সেই কৰ্ম কৰিলেও পাপ ভাগী নহয়; কাৰণ শাস্ত্ৰ নিৰ্দ্দিষ্ট কৰ্ম কৰিলে পাপ : ব নোৱাৰে।

"যি নিষ্কাম হৈয়া দেহমন নিয়ম ( সংযত ) কৰিল, সকল পৰিগ্ৰহ ( নিজৰ ভোগৰ বাবে দান উপহাৰ আদি গ্ৰহণ ) এড়িল, সি অভিমান এড়ি কৰ্ম কৰিও বন্ধ নহে।" ( ভট্টদেৱ )

যদৃচ্ছা লাভ সন্তুষ্টো দ্বন্দ্বাতীতো বিমৎসৰঃ।
সমঃ সিদ্ধাবসিদ্ধৌ চ কৃত্বাপি ন নিবধ্যতে॥ ২২

**অন্বয়ঃ**—যদৃচ্ছা লাভ সন্তুষ্টঃ দ্বন্দ্ব-অতীতঃ বিমৎসৰঃ সিদ্ধৌ অসিদ্ধৌ চ সমঃ কৃত্বা অপি ন নিবধ্যতে। ২২॥

শ্ৰীধৰী টীকায়াম্—অপ্ৰাৰ্থিতোপস্থিতো লাভো যদৃচ্ছা লাভঃ তেন সন্তুষ্টঃ, দ্বন্দ্বানি শীত-উষ্ণ-আদীনি-অতীতঃ অতিক্ৰান্তঃ তৎ সহনশীলঃ ইতি অৰ্থঃ, বিমৎসৰঃ নিৰ্বৈধঃ যদৃচ্ছা লাভস্য অপি সিদ্ধৌ অসিদ্ধৌ চ সমঃ হৰ্ষবিষাদৰহিতঃ, য এবম্ভূতঃ সঃ পূৰ্বোক্তৰ ভূমিকয়োঃ যথাযথবিহিতং স্বাভাবিকং বা কৰ্ম কৃত্বা অপি বন্ধং ন প্ৰাপ্নোতি। ২২॥

**অনুবাদঃ**—যি জনে কাকো নোখোজাকৈ আৰু বিশেষ চেষ্টা নকৰি যি পায় তাতেই সন্তুষ্ট থাকে, যাৰ পক্ষে সুখ-দুখ, শীত-উষ্ণ আদি সকলো সমান, যাৰ পৰশ্ৰীকাতৰতা নাই (গতিকে বৈৰীহীন), যিজনে সিদ্ধি আৰু অসিদ্ধিক সমান জ্ঞান কৰে, তেওঁ কৰ্ম কৰিও কৰ্ম ফলত আবদ্ধ নহয়। (তেওঁ শৰীৰ যাত্ৰা নিৰ্বাহৰ কাৰণে যদি কিবা কৰ্ম কৰিব লগা হয়, সেই কৰ্মৰ বন্ধকতা নাই, কাৰণ কৰ্ম জ্ঞানাগ্নিদগ্ধ)। ২২॥

"যি অপ্ৰাৰ্থিত লাভত তুষ্ট হয়, শীতোষ্ণাদি দ্বন্দ্ব সহে, কাৰো লগত বৈৰ-মৎসৰাদি নকৰে, লাভ অলাভতো হৰ্ষ-বিষাদ নাই, সি স্বাভাবিক কৰ্ম কৰিলেও বন্ধ নহে।" ২২॥ (ভট্টদেৱ)

গত সঙ্গস্য মুক্তস্য জ্ঞানাৱস্থিতচেতসঃ।
যজ্ঞায়াচাৰতঃ কৰ্ম সমগ্ৰং প্ৰবিলীয়তে॥ ২৩

**অন্বয়ঃ**—গত সঙ্গস্য মুক্তস্য জ্ঞান-অৱস্থিত-চেতসঃ যজ্ঞায় আচৰতঃ সমগ্ৰং কৰ্ম প্ৰবিলীয়তে। ২৩॥

শ্ৰীধৰী টীকায়াম্—গতসঙ্গস্য নিষ্কামস্য ৰাগদ্বেষাদিভিঃ মুক্তস্য জ্ঞানে অৱস্থিতং চেতঃ যস্য, যজ্ঞায় পৰমেশ্বৰ আৰাধনাৰ্থং কৰ্ম আচৰতঃ সতঃ সমগ্ৰ সবাসনং কৰ্ম প্ৰবিলীয়তে অকৰ্মভাৱং আপদ্যতে, আৰূঢ়যোগপক্ষে যজ্ঞায় যজ্ঞ ৰক্ষণাৰ্থং কৰ্ম কুৰ্বতঃ ইত্যৰ্থঃ। ২৩॥

**অনুবাদঃ**—আসক্তিহীন পুৰুষৰ, ৰাগদ্বেষাদিমুক্ত পুৰুষৰ, জ্ঞানত প্ৰতিষ্ঠিত পুৰুষৰ, যজ্ঞৰ কাৰণে কৰ্ম কৰা পুৰুষৰ সকলো কৰ্ম লয় পায়। ২৩॥

"যি সকল সঙ্গ ( আসক্তি ) এড়ি ৰাগ-দেষাদিৰহিত হৈ জ্ঞান চিত্তক স্থিৰ কৰি ঈশ্বৰৰ অৰ্থে কৰ্ম কৰে, তাৰ সকল কৰ্ম লয় যায়। এমনে কহিলা ঈশ্বৰ আৰাধনাৰ্থক কৰ্মজ্ঞান সাধন পদে বন্ধক নহে। ( ঈশ্বৰ আৰাধনাৰ্থ কৰ্মজ্ঞান সাধন হেতু বন্ধন নহে পদে অকৰ্ম )। এতেকে আৰূঢ় অৱস্থাত অকৰ্ত্তাত্মা জ্ঞান বাধিত পদে স্বাভাৱিক কৰ্মও অকৰ্ম হয়।" ( ভট্টদেৱ )

**ব্যাখ্যা ঃ**—সজ্ঞায়—যজ্ঞাৰ্থ। ঈশ্বৰ-প্ৰীতাৰ্থ বা ঈশ্বৰ-আৰাধনাৰ্থ কৰ্মমাত্ৰই যজ্ঞ। বস্তুতঃ কৰ্ম যোগীৰ কৰ্মমাত্ৰই যজ্ঞস্বৰূপ। এই ৰূপ কৰ্ম অকৰ্মস্বৰূপ—সি বন্ধনৰ কাৰণ নহয়।

"বেদোক্ত কৰ্ম কৰিও মানুহ মুক্ত নহয়। এনে যজ্ঞৰ স্বৰ্গপ্ৰাপ্তি হয় আৰু ভোগৰ অন্তত পুনৰ্জন্ম। এতিয়া এই শ্লোকত গীতাই কৈছে যে এই চাৰি শ্ৰেণী মানুহৰ আসক্তিশূন্য পুৰুষৰ, মুক্ত পুৰুষৰ, আত্মজ্ঞানী পুৰুষৰ আৰু যি বুজে যে তেওঁ জগতৰ মঙ্গলৰ অৰ্থে ( অৰ্থাৎ যজ্ঞৰ অৰ্থেহে ) কৰ্ম কৰিছে এনে পুৰুষৰ সকলো কৰ্ম লয় হয়, কৰ্মৰপৰা তেওঁলোকৰ বন্ধন নাই ; তেওঁবিলাকৰ পুনৰ্জন্ম নাই ( ৩/৯ শ্লোক চাওক )"। ২৩॥ ( বেদান্ত বাচস্পতি )

ব্ৰহ্মাৰ্পণং ব্ৰহ্মহবিৰ্ ব্ৰহ্মাগ্নৌ ব্ৰহ্মণা-হুতম্।
ব্ৰহ্মৈব তেন গন্তব্যম্ ব্ৰহ্মকৰ্মসমাধিনা॥ ২৪

**অন্বয় ঃ**—অৰ্পণং ব্ৰহ্ম, হবিঃ ব্ৰহ্ম, ব্ৰহ্মাগ্নৌ ব্ৰহ্মণা হুতং ব্ৰহ্ম, ব্ৰহ্ম কৰ্ম সমাধিনা ব্ৰহ্মৈব গন্তব্যম্। ২৪

শ্ৰীধৰী টীকায়াম্—অৰ্প্যতে অনেন ইতি অৰ্পণং স্ৰুবাদি তৎ অপি ব্ৰহ্মৈব, অৰ্প্যমানং হবিঃ অপি ঘৃতাদিকং ব্ৰহ্মৈব, ব্ৰহ্মৈব অগ্নিঃ তস্মিন্ ব্ৰহ্মণা কৰ্ত্ৰা হুতং হোমঃ অগ্নিঃ চ কৰ্ত্তা চ ক্ৰিয়া ব্ৰহ্মৈব ইত্যৰ্থঃ। এবং ব্ৰহ্মণ্যেব কৰ্মাত্মকে সমাধিঃ চিত্ত একাগ্ৰং যস্য তে ব্ৰহ্মৈব গন্তব্যং প্ৰাপ্যং, নতু ফলান্তৰম্ ইত্যৰ্থঃ।

**অনুবাদ ঃ**—অৰ্পণ ( স্ৰুবাদি, হোমবাৰি ) ব্ৰহ্ম, আহুতি দিয়া ঘৃতও ব্ৰহ্ম, অগ্নিও ব্ৰহ্ম, হোমকৰ্ত্তা ব্ৰহ্ম, হোম ব্ৰহ্ম—এই প্ৰকাৰ যি কৰ্ম, সিও যে ব্ৰহ্মই এনেদৰে যাৰ চিত্ত সমাহিত হয় তেওঁ ব্ৰহ্মকেই পায়। ২৪॥

**ব্যাখ্যা ঃ**—যি জনে কৰ্ম আৰু কৰ্মৰ অঙ্গবোৰত ব্ৰহ্মকেই দেখে, তেওঁ ব্ৰহ্মত্ব পায়।

"ব্ৰহ্মতেই সমস্ত কৰ্ম সমৰ্পণ কৰিছে এই বুদ্ধিত যাৰ চিত্ত স্থিৰ আছে—তেওঁ ব্ৰহ্মকেই পায়।

যি পুৰুষে বুজে যে যজ্ঞৰ সকলো দ্ৰব্যই ব্ৰহ্ম—তেনে সৰ্বত্ৰ ব্ৰহ্মদৰ্শী পুৰুষৰ মোক্ষ হয়। (এয়ে প্ৰকৃত জ্ঞান যজ্ঞ)।

কিন্তু সকলো যোগীয়ে এইদৰে নুবুজে। তেওঁলোকে নিজ নিজ অধিকাৰ অনুসৰি ভিন্ন ভিন্ন যজ্ঞ কৰে। ইয়াৰ পাছৰ শ্লোকবোৰত ইয়াকেই বুজাইছে। ভট্টদেৱে কৈছে—'এতেকে জ্ঞান যজ্ঞ সকল যজ্ঞৰ উপৰি শ্ৰেষ্ঠ দেখাইবে লাগি, অধিকাৰী ভেদে জ্ঞানৰ সাধন দ্বাদশ যজ্ঞক কহিলা।" (বেদান্ত বাচস্পতি)

দৈবম্ এবাপৰে যজ্ঞং যোগিনঃ পৰ্যুপাসতে।
ব্ৰহ্মাগ্নাবপৰে যজ্ঞং যজ্ঞেনৈবোপজুহ্বতি ॥ ২৫

**অন্বয়ঃ**—অপৰে যোগিনঃ দৈৱম্ যজ্ঞম্ এব পৰ্যুপাসতে। অপৰে ব্ৰহ্ম অগ্নৌ যজ্ঞেন এব যজ্ঞং উপজুহ্বতি। ২৫ ॥

**টীকাঃ**—তদেব যজ্ঞত্বেন সম্পাদিতং সৰ্বত্ৰ ব্ৰহ্মদৰ্শনলক্ষণং জ্ঞানং সৰ্বযজ্ঞোপায় প্ৰাপ্যত্বাৎ সৰ্বযজ্ঞেভ্যঃ শ্ৰেষ্ঠম ইতি এবং স্তোতুং অধিকাৰী ভেদেন জ্ঞানোপায়ভূতান্ বহূন্ যজ্ঞান্ আহ—দৈবমইত্যাদিভিঃ অষ্টভিঃ।

দেবা ইন্দ্ৰবৰুণাদয় ইজ্যন্তে যস্মিন্। এবকাৰেণ ইন্দ্ৰাদিষু ব্ৰহ্মবুদ্ধিৰাহিত্যং দৰ্শিতম্। তং দৈবং যজ্ঞং অপৰে কৰ্ম যোগিনঃ পৰ্যুপাসতে শ্ৰদ্ধয়া অনুতিষ্ঠন্তি। অপৰেতু জ্ঞানযোগিনো ব্ৰহ্মৰূপে অগ্নৌ যজ্ঞেন এব উপায়েন ব্ৰহ্মাৰ্পণং ইত্যাদি উক্ত প্ৰকাৰেণ যজ্ঞং উপজুহ্বতি—যজ্ঞাদি সৰ্বকৰ্মাণি প্ৰবিলাপয়ন্তি ইত্যৰ্থঃ। সোঽয়ং জ্ঞানযজ্ঞঃ। (শ্ৰীধৰ)

**অনুবাদঃ**—'ব্ৰহ্মজ্ঞানক যজ্ঞৰূপে বৰ্ণনা কৰা হ'ল। এতিয়া তাৰেই প্ৰশংসা কৰি পুনৰায় বহুবিধ যজ্ঞৰ উল্লেখ কৰিছে)। কোনো কোনো যোগীয়ে (কৰ্মযোগীসকলে) শ্ৰদ্ধাসহকাৰে দৈবযজ্ঞৰ অনুষ্ঠান কৰে, জ্ঞানযোগীসকলে ব্ৰহ্মৰূপ অগ্নিত যজ্ঞৰ দ্বাৰাই যজ্ঞৰ যজন কৰে অৰ্থাৎ পূৰ্বোক্ত প্ৰকাৰে যজ্ঞ আদি সমুদয় কৰ্মৰেই লয় সাধন কৰে। (এয়ে জ্ঞানযজ্ঞ—ইন্দ্ৰাদি দেৱতাসকলৰ উদ্দেশ্যে যি সকল যজ্ঞ অনুষ্ঠিত হয়—তাক দৈব-যজ্ঞ বোলে। ২৫

শ্ৰোত্ৰাদীনীন্দ্ৰিয়াণ্যন্যে সংযমাগ্নিষু জুহ্বতি।
শব্দাদীন্ বিষয়ান্ অন্য ইন্দ্ৰিয়াগ্নিষু জুহ্বতি ॥ ২৬

**অন্বয়ঃ**—অন্যে সংযম-অগ্নিষু শ্ৰোত্ৰাদীনি ইন্দ্ৰিয়াণি জুহ্বতি; অন্যে ইন্দ্ৰিয়-অগ্নিষু শব্দাদীন্ বিষয়ান্ জুহ্বতি।

**শ্ৰীধৰী টীকায়াম্‌**—অন্যে নৈষ্ঠিকব্ৰহ্মচাৰিণঃ তৎ তৎ ইন্দ্ৰিয়সংযমৰূপেষু অগ্নিষু শ্ৰোত্ৰাদীনি জুহ্বতি প্ৰবিলাপয়ন্তি, ইন্দ্ৰিয়াণি নিৰুধ্য সংযমপ্ৰধানাঃ তিষ্ঠন্তি ইতি অৰ্থঃ ; ইন্দ্ৰিয়াণি এব অগ্নয়ঃ তেষু শব্দাদীন্‌ অন্যে গৃহস্থাঃ জুহ্বতি বিষয়ান্‌, বিষয়ভোগসময়ে অপি অনাসক্তাঃ সন্তঃ অগ্নিত্বেন ভাবিতেষু ইন্দ্ৰিয়েষু হবিঃ তু এন ভাবিতান্‌ শব্দাদীন্‌ প্ৰক্ষিপন্তি ইত্যৰ্থঃ। ২৬ ॥

**অনুবাদ** ঃ--কোনো কোনোৱে (নৈষ্ঠিক ব্ৰহ্মচাৰীসৱে) সংযম অগ্নিত ইন্দ্ৰিয়ক লয় কৰে। আনসকলে (গৃহস্থসৱে) ভোগত অনাসক্ত হৈ ইন্দ্ৰিয় অগ্নিত বিষয়ক হোম কৰে। ২৬॥

**ব্যাখ্যা** ঃ—সংযম অগ্নিত ইন্দ্ৰিয়ক লয় কৰে অৰ্থাৎ তেওঁলোকে (নৈষ্ঠিক ব্ৰহ্মচাৰীসকলে) ইন্দ্ৰিয়বিলাকক নিৰোধ কৰি সংযত হৈ অৱস্থান কৰে আৰু আন গৃহস্থসকলে সংযমৰূপ অগ্নিত শ্ৰোত্ৰাদি ইন্দ্ৰিয়ৰূপ অগ্নিত বিষয়ক হোম কৰে (লয় সাধন কৰে) অৰ্থাৎ ভোগত অনাসক্ত হৈ অৱস্থান কৰে। এয়ে সংযম যজ্ঞ বা ব্ৰহ্মচৰ্য্য আৰু এয়ে ইন্দ্ৰিয় যজ্ঞও।

"নৈষ্ঠিক ব্ৰহ্মচাৰী সৱে সংযম অগ্নিত ইন্দ্ৰিয়ক লয় কৰে। গৃহস্থসৱে ভোগত অনাসক্ত হুয়া ইন্দ্ৰিয় অগ্নিত বিষয়ক হোম কৰে।" (ভট্টদেৱ)

"কোনো কোনো সাধকে (যেনে গৃহস্থই) বিষয় গ্ৰহণ কৰে, কিন্তু এই ইন্দ্ৰিয় কৰ্ম (বিষয় গ্ৰহণ) দ্বাৰা তেওঁবিলাকৰ মনৰ চাঞ্চল্য নহয়—বিষয়ত আসক্ত নহয়। এনে সাধকৰ পক্ষে ইন্দ্ৰিয়বোৰ যেন অগ্নি, য'ত বিষয়বোৰ লয় হয়। কোনো কোনো সাধকে (নৈষ্ঠিক সন্ন্যাসীয়ে) ইন্দ্ৰিয়ৰ দ্বাৰা বিষয়ক গ্ৰহণ নকৰে—আত্মসংযম কৰে। এওঁবিলাকৰ পক্ষে যেন আত্মসংযম হোমাগ্নি, য'ত ইন্দ্ৰিয়বোৰক হোম কৰা হয়।" (বেদান্ত বাচস্পতি)

"ইন্দ্ৰিয়বিলাকে সংযত হৈ কৰ্ম কৰে ; বিষয়বিলাকৰ বোধ একেবাৰে নষ্ট হৈ যায়। (বেদ বেদান্ত শাস্ত্ৰী)

এইদৰে আমি ২৫ আৰু ২৬ শ্লোকত চাৰি প্ৰকাৰ যজ্ঞৰ কথা পালোঁ। (১) জ্ঞানযজ্ঞ (২) দৈৱযজ্ঞ (৩) সংযমযজ্ঞ বা ব্ৰহ্মচৰ্য্য আৰু (৪) ইন্দ্ৰিয়যজ্ঞ। এইদৰে ৩১ শ্লোকলৈকে আমি নানাবিধ যজ্ঞৰ কথা পাম। ২৬ ॥

সৰ্বাণীন্দ্ৰিয়কৰ্মাণি প্ৰাণকৰ্মাণি চাপৰে।
আত্মসংযম যোগাগ্নৌ জুহ্বতি জ্ঞান দীপিতে॥ ২৭

**অন্বয়** ঃ—অপৰে জ্ঞান দীপিতে আত্মসংযম যোগ-অগ্নৌ সৰ্বাণি ইন্দ্ৰিয় কৰ্মাণি প্ৰাণকৰ্মাণিচ জুহ্বতি। ২৭

**টীকা**ঃ—কিঞ্চ সৰ্বাণি ইতি। অপৰে ধ্যান নিষ্ঠা বুদ্ধীন্দ্ৰিয়াণাং শ্ৰোত্ৰাদীনাং কৰ্মাণি শ্ৰৱণদৰ্শনাদীনি, কৰ্মেন্দ্ৰিয়াণাং বাক্-পাণি-আদীনাং কৰ্মাণি বচন-উপাদানাদীনি, প্ৰাণানাঞ্চ দশানাং কৰ্মাণি—প্ৰাণস্য বহিৰ্গমনম্ অপানস্য অধোনয়নং ব্যানস্য ব্যানয়ন-আকুঞ্চন প্ৰসাৰণাদীনি সমানস্য অশিত পীতাদীনাং সমুন্নয়নম্ উদানস্য উৰ্দ্ধনয়নম্ "উদ্গাৰে নাগ আখ্যাতঃ কূৰ্ম উন্মীলনে স্মৃতঃ। কৃকৰঃ ক্ষুৎকৰো জ্ঞেয়ো দেবদত্তো বিজৃম্ভনে॥ ন জহাতি মৃতঞ্চাপি সৰ্বব্যাপী ধনঞ্জয়ঃ" ইত্যেৱ ৰূপাণি জুহ্বতি। আত্মনি সংযমো ধ্যানৈকাগ্ৰ্যং স এব যোগঃ স এবাগ্নিঃ তস্মিন্ জ্ঞানেন ধ্যেয়বিষয়েণ দীপিতে প্ৰজ্বলিতে ধ্যেয়ং সম্যগ্ জ্ঞাত্বা তস্মিন্ মনঃ সংযম্য তানি সৰ্বাণি কৰ্মাণি উপৰমযন্তি—ইতি অৰ্থঃ। ২৭॥ (শ্ৰীধৰ)

**অনুবাদ**ঃ—কোনো কোনো সাধকে (ধ্যাননিষ্ঠসকলে) জ্ঞানৰ দ্বাৰা (ধ্যেয় বিষয়ৰ দ্বাৰা) আত্মসংযম ৰূপ যি যোগাগ্নি তাক প্ৰজ্বলিত কৰি সমস্ত ইন্দ্ৰিয়ৰ ক্ৰিয়া আৰু প্ৰাণৰ ক্ৰিয়াক হোম কৰে। ২৭

**ব্যাখ্যা**ঃ—ধ্যাননিষ্ঠ যোগিসকলে পঞ্চ জ্ঞানেন্দ্ৰিয়, পঞ্চ কৰ্মেন্দ্ৰিয় আৰু পঞ্চপ্ৰাণ এইবিলাকৰ সমস্ত কৰ্ম নিৰোধ কৰি আত্মানন্দ সুখত মগ্ন থাকে। ইয়াকেই আত্মসংযম বা সমাধি যজ্ঞ বোলে—এইদৰে এতিয়ালৈকে আমি পাঁচ প্ৰকাৰ যজ্ঞ পালোঁ। সমাধি যজ্ঞ।

ইন্দ্ৰিয়বোৰ কি কি ?

জ্ঞানেন্দ্ৰিয়—চক্ষু, কাণ, নাক, ত্বক্ (ছাল) আৰু জিভা।

কৰ্মেন্দ্ৰিয়—বাক্, পাণি, পাদ, পায়ু (মলদ্বাৰ) আৰু উপস্থ (শিশ্ন বা যোনি)

কাৰ কি কাৰ্য্য ?

জ্ঞানেন্দ্ৰিয়ৰ কাৰ্য্য—শব্দ (কাণৰ), স্পৰ্শ (ত্বক্ বা ছালৰ) ৰূপ (চক্ষুৰ), ৰস (জিভাৰ) আৰু গন্ধ (নাকৰ)।

কৰ্মেন্দ্ৰিয়ৰ কাৰ্য্য—বচন (বাক্), আদান (পাণি), বিহৰণ (পাদ) আনন্দ (পায়ু) উৎসৰ্গ (উপস্থ)

এইদৰে পঞ্চ প্ৰাণ আছে—প্ৰাণ, অপান, সমান, ব্যান আৰু উদান, এই পঞ্চপ্ৰাণক পঞ্চবায়ুও বোলা হয় আৰু পঞ্চবায়ুৰ কাৰ্য্য অনুসাৰে ইয়াৰ আৰু পাঁচ প্ৰকাৰ নাম আছে—যেনে নাগ, কূৰ্ম, কৃকৰ, দেৱদত্ত আৰু ধনঞ্জয়।

কাৰ্য্য কি কি ?

প্ৰাণৰ কাৰ্য্য হৈছে বহিৰ্গমন, অপানৰ—অধোগমন, ব্যানৰ—ব্যানয়ন, আকুঞ্চন, প্ৰসাৰণ ; সমানৰ—অশিত পীতাদি ( ভক্ষণ আৰু পান ) সমীকৰণ, উদানৰ—উৰ্দ্ধনয়ন।

সেইদৰে—নাগ-উদ্গাৰ, কূৰ্ম-উন্মীলন, কৃকৰ-ক্ষুৎকাৰ ( হাঁচী ), দেৱদত্ত বিজৃম্ভণ, ধনঞ্জয়-সৰ্বব্যাপী ( মৰিলেও নেৰে )। এই ইন্দ্ৰিয়বোৰ সংযত কৰি ধ্যাননিষ্ঠ হোৱাকেই সমাধিস্থ হোৱা বোলে আৰু ইয়াকেই সমাধি-যজ্ঞ বোলে। ২৭ ॥

দ্ৰব্যযজ্ঞাস্তপোযজ্ঞা (ঃ) যোগযজ্ঞাস্তথাপৰে।
স্বাধ্যায়জ্ঞানযজ্ঞাশ্চ যতয়ঃ সংশিতব্ৰতাঃ॥ ২৮

**অন্বয় ঃ**—অপৰে দ্ৰব্যযজ্ঞাঃ তপোযজ্ঞাঃ যোগযজ্ঞাঃ তথা সংশিতব্ৰতাঃ যতয়ঃ স্বাধ্যায় জ্ঞানযজ্ঞাঃ চ। ২৮ ॥

**টীকা ঃ**—কিঞ্চ দ্ৰব্য যজ্ঞা ইত্যাদি। দ্ৰব্যদানমেৱ যজ্ঞো যেষাং তে দ্ৰব্য যজ্ঞাঃ, কৃচ্ছ্ৰচান্দ্ৰায়ণ আদি তপ এব যজ্ঞঃ যেষাং তে তপোযজ্ঞাঃ। যোগশ্চিত্তবৃত্তি নিৰোধলক্ষণং সমাধিঃ স এব যজ্ঞঃ যেষাম তে যোগযজ্ঞাঃ, স্বাধ্যায়েন বেদেন শ্ৰৱণ-মননাদিনা যৎ তদৰ্থজ্ঞানং তদেব যজ্ঞো যেষাম্ তে। যদ্বা বেদপাঠ-যজ্ঞাঃ তদৰ্থজ্ঞানযজ্ঞাঃ চ ইতি দ্বিবিধা যতয়ঃ প্ৰযত্নশীলাঃ সম্যক্ শিতং নিশিতং তীক্ষ্মীকৃতং ব্ৰতং যেষাং তে। ( শ্ৰীধৰ )

**অনুবাদ ঃ**—কোনোৱে কোনোৱে দ্ৰব্য দান যজ্ঞ কৰে, কোনো কোনোৱে বা কৃচ্ছ্ৰ-চান্দ্ৰায়ণ আদি তপোযজ্ঞ কৰে, কোনো কোনোৱে বা সমাধিৰূপ যজ্ঞৰ অনুষ্ঠান কৰে আৰু কোনো কোনো দৃঢ়ব্ৰত যতিসকলে বেদপাঠৰূপ আৰু বেদজ্ঞান অৰ্জনৰূপ যজ্ঞত ব্যাপৃত থাকে। ২৮ ॥

**ব্যাখ্যা ঃ**—"কতোসৰে স্বৰ্ণ আদি দানকে যজ্ঞ বুলি আচৰে। কোনো সৰে চান্দ্ৰায়ণাদি তপোকে যজ্ঞ বুলি কৰে। চিত্তবৃত্তি নিৰোধকে কতোসৰে যজ্ঞ বুলি কৰে। কতোসৰে বেদপাঠ বেদাৰ্থ-জ্ঞানকে যজ্ঞ বোলে।" ( ভট্টদেৱ )

সকলো প্ৰকাৰ শাস্ত্ৰবিহিত কৰ্মই যজ্ঞ। ইয়াত পাঁচ প্ৰকাৰ যজ্ঞৰ কথা কৈছে।

চিত্তবৃত্তি নিৰোধ যোগক অষ্টাঙ্গ যোগ বা ৰাজযোগ বোলে। ইয়াৰ অঙ্গ

আঠোটা—যেনে, যম, নিয়ম, আসন. প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি।

ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি শ্ৰদ্ধা সহকাৰে যথাবিধি শ্ৰৱণ মননাদিৰে বেদ অভ্যাস কৰাকেই স্বাধ্যায় যজ্ঞ বোলে।

বেদপাঠযজ্ঞ=নিজ নিজ শাখোক্ত বেদ-অধ্যয়ন।

বেদজ্ঞানযজ্ঞ=যুক্তিৰে বেদৰ অৰ্থ নিশ্চয় কৰা। ২৮ ॥

অপানে জুহ্বতি প্ৰাণং প্ৰাণেঽপানং তথাপৰে।
প্ৰাণাপানগতী ৰুদ্ধা প্ৰাণায়ামপৰায়ণাঃ ॥ ২৯

**অন্বয়ঃ**—তথা অপৰে অপানে প্ৰাণং জুহ্বতি। প্ৰাণ-অপান গতী ৰুদ্ধা প্ৰাণায়ামপৰায়ণাঃ। ২৯ ॥

**শ্ৰীধৰী টীকায়াম্ঃ**—'অপানে জুহ্বতি প্ৰাণং প্ৰাণেঽপানে তথাপৰে' ইতি অনেন পূৰক ৰেচকয়ো বৰ্ত্তমানয়োঃহংসঃ সোহম্ ইতি অনুলোমতঃ প্ৰতিলোমতশ্চ অভিব্যাঞ্জমানেন অজপা মন্ত্ৰেণ তত্ত্ব-পদাৰ্থৈক্যং বাৰ্তাহাৰেণ ভাবয়ন্তি ইতি অৰ্থঃ। তদুক্তং যোগ শাস্ত্ৰে "সকাৰেণ বহিৰ্যাতি হকাৰেণ বিশেৎ পুনঃ, প্ৰাণস্তত্ৰ স এবাহং হংস ইত্যনুচিন্তয়েৎ ॥" প্ৰাণাপানগতীৰুদ্ধা ইতি অনেন শ্লোকেন প্ৰাণায়াম যজ্ঞা অপৰে কথ্যন্তে। ২৯ ॥

**অনুবাদঃ**—প্ৰাণায়াম পৰায়ণ কোনোৱে কোনোৱে প্ৰাণ ( উচ্ছ্বাস ) আৰু অপানৰ ( শ্বাস ) গতি বন্ধ কৰি অপানত ( শ্বাসত ) প্ৰাণক ( উচ্ছ্বাসক ) হোম কৰে ( পূৰক কৰে ) আৰু প্ৰাণত অপানক ( শ্বাসক ) হোম কৰে ( ৰেচক কৰে )। প্ৰাণ আৰু অপান উভয় বায়ুৰ গতি ৰোধ কৰি প্ৰাণায়াম-পৰায়ণ হৈ নিশ্চল-চিত্ত হয়—( কুম্ভক কৰে )। ২৯ ॥

**ব্যাখ্যাঃ**—প্ৰাণায়াম যজ্ঞ ইয়াকেই বোলে। প্ৰাণায়ামত পূৰকৰ দ্বাৰা অপান বায়ুৰ আৰু ৰেচকৰ দ্বাৰা প্ৰাণ বায়ুৰ ৰোধ হয়। এতিয়া এই শ্লোকত কৈছে যে এইদৰে প্ৰাণায়াম অভ্যাস কৰি কোনো কোনো সাধকে প্ৰাণায়াম যজ্ঞ কৰে।

প্ৰাণায়াম শব্দৰ অৰ্থ—প্ৰাণবায়ুৰ নিৰোধ।

প্ৰাণ—প্ৰাণ বায়ু, আয়াম—নিৰোধ। ই তিনি প্ৰকাৰ। পূৰক, ৰেচক, কুম্ভক। এই শ্লোকত এই তিনি প্ৰকাৰ প্ৰাণায়ামৰ কথাকেই লক্ষ্য কৰিছে।

(১) কোনো কোনোৱে অপান বায়ুত প্ৰাণবায়ুক আহুতি দিয়ে। প্ৰাণ বায়ু হৃদয়ৰ পৰা বাহিৰলৈ আহি আছে আৰু অপান বায়ু বাহিৰৰ পৰা হৃদয়লৈ গৈ আছে। প্ৰশ্বাসৰ ( উচ্ছ্বাসৰ ) দ্বাৰা বাহিৰৰ বায়ুক অৰ্থাৎ অপান বায়ুক শৰীৰৰ ভিতৰত সুমাই ল'লে প্ৰাণ বায়ুৰ গতি ৰোধ হয়—ইয়াকেই অপান বায়ুত প্ৰাণ বায়ুৰ আহুতি বুলি কৈছে। ইয়াৰ দ্বাৰা বায়ুৰে অন্তৰ পূৰ্ণ হয় বুলি ইয়াৰ নাম পূৰক প্ৰাণায়াম।

(২) কোনো কোনোৱে প্ৰাণ বায়ুত অপান বায়ুৰ আহুতি দিয়ে, প্ৰাণ বায়ুক হৃদয়ৰ পৰা নিঃসৰণ কৰিলে ( উলিয়াই দিলে ) অপান বায়ুৰ ভিতৰলৈ যোৱা গতিৰ ৰোধ হয় অৰ্থাৎ বাহিৰৰ বায়ু ভিতৰলৈ প্ৰৱেশ কৰিব নোৱাৰে। ইয়াৰ দ্বাৰা অন্তৰ বায়ুশূন্য হয়—ইয়াৰ নাম ৰেচক প্ৰাণায়াম।

(৩) কোনোৱে কোনোৱে প্ৰাণ আৰু অপান উভয় বায়ুৰ গতি ৰোধ কৰি অৰ্থাৎ ৰেচন পূৰণ পৰিত্যাগ কৰি বায়ুক শৰীৰৰ ভিতৰত নিৰুদ্ধ কৰি ৰাখি অৱস্থান কৰে। ইয়াৰ নাম কুম্ভক। এই ৰূপ কুম্ভকত শৰীৰ স্থিৰ হ'লে নিশ্চল চিত্ত হোৱা যায়। ২৯॥

( এইবিলাক ক্ৰিয়া সদ্‌গুৰুৰপৰা শিকি লব লাগে, নহলে কিতাপ পঢ়ি অভ্যাস কৰিলে ভুলক্ৰমে নানা প্ৰকাৰ ৰোগ হ'ব পাৰে )। ২৯ ॥

অপৰে নিয়তাহাৰাঃ প্ৰাণান্ প্ৰাণেষু জুহ্বতি।
সৰ্বেঽপ্যেতে যজ্ঞবিদো যজ্ঞক্ষপিত কল্মষা॥ ৩০

( পাঠান্তৰম্—যজ্ঞক্ষয়িত্ত কল্মষাঃ )

যজ্ঞশিষ্টামৃত ভুজো যান্তি ব্ৰহ্ম সনাতনম্।
নায়ং লোকোঽস্ত্য যজ্ঞস্য কুতোঽন্যঃ কুৰুসত্তম॥ ৩১

**অন্বয়ঃ**—অপৰে নিয়তাহাৰাঃ প্ৰাণান্ প্ৰাণেষু জুহ্বতি। এতে সৰ্বে যজ্ঞবিদঃ অপি যজ্ঞক্ষপিত কল্মষাঃ ( ভৱন্তি )। ৩০ ॥

**অন্বয়ঃ**—যজ্ঞ-শিষ্ট-অমৃতভুজঃ সনাতনম্ ব্ৰহ্ম যান্তি। কুৰুসত্তম, অয়ং লোকঃ অযজ্ঞস্য ন অস্তি, অন্য কুতঃ। ৩১ ॥

শ্ৰীধৰী টীকায়াম্—( ৩০।৩১ ) নিয়তাহাৰঃ=দ্বৌ-ভাগৌ পূৰয়েদ্ অন্নৈৰ্জলেনৈক প্ৰপূৰয়েৎ। মাৰুতস্য প্ৰচাৰাৰ্থং চতুৰ্থমৱশেষয়েৎ।

দুই ভাগ অন্নেৰে, একভাগ পানীৰে আৰু বাকী চতুৰ্থ ভাগ বায়ু চলাচলৰ

বাবে খালি ৰাখিব লাগে, এইদৰে ভোজন কৰা ব্যক্তিকেই নিয়তাহাৰ বুলি কয়।

যজ্ঞ ক্ষপিত কল্মষাঃ ( যজ্ঞ ক্ষয়িত কল্মষাঃ যা )—যজ্ঞৈঃ ক্ষপিতং ক্ষয়িতং বা নাশিতং কল্মষং যৈঃ।

যজ্ঞৈঃ ক্ষয়িতং নাশিতং কল্মষং যৈঃ তে যজ্ঞশিষ্টামৃত ভুজ ইতি যজ্ঞান্ কৃত্বা অৱশিষ্টকালে অনিষিদ্ধং অন্নং অমৃতৰূপং ভুঞ্জত ইতি তথা; তে সনাতনং নিত্যং ব্ৰহ্মজ্ঞানদ্বাৰেণ প্ৰাপ্নুৱন্তি। তদকৰণে দোষমাহ—অয়ং অল্প সুখঃ অপি মনুষ্যলোকঃ অযজ্ঞস্য যজ্ঞানুষ্ঠানৰহিতস্য নাস্তি, কুতঃ অন্যঃ বহুসুখঃ পৰলোকঃ। অতো যজ্ঞাঃ সৰ্বথা কৰ্ত্তব্যা ইত্যৰ্থঃ।

**অনুবাদ** ঃ—( ৩০।৩১ )—অন্যে আহাৰক সংযম কৰি, প্ৰাণক প্ৰাণাগ্নিত হোম কৰে। এওঁলোকে সকলোৱে যজ্ঞৰ তত্ত্ব জানে আৰু যজ্ঞৰ দ্বাৰা এওঁলোকৰ পাপক্ষয় হয়। ৩০ ॥

যথোক্ত যজ্ঞসমূহ সম্পাদন কৰি যজ্ঞৰ শেষত অনিষিদ্ধ যজ্ঞৰ অৱশিষ্ট অন্ন অমৃতৰূপে ভোজনকাৰীসকলে সনাতন ব্ৰহ্মক লাভ কৰে। ( যজ্ঞৰ শেষত যি বাকী থাকে —সি 'অমৃত' )। যি যজ্ঞ নকৰে সেই ব্যক্তিৰ অল্প সুখপ্ৰদ ইহলোকেই নাই—বহু সুখপ্ৰদ পৰলোক তো দূৰৈৰ কথা। ৩১ ॥

এবং বহু বিধা(ঃ) যজ্ঞা(ঃ) বিততা(ঃ) ব্ৰহ্মণো মুখে।
কৰ্মজান্ বিদ্ধি তান্ সৰ্বান্ এবং জ্ঞাত্বা বিমোক্ষ্যসে ॥ ৩২

**অন্বয়** ঃ—ব্ৰহ্মণঃ মুখে এবং বহুবিধাঃ যজ্ঞঃ বিততাঃ তান্ সৰ্বান্ কৰ্মজান্ বিদ্ধি, এবং জ্ঞাত্বা বিমোক্ষ্যসে। ৩২ ॥

বিততাঃ=সাক্ষাৎ বিহিতাঃ

কৰ্মজান্=বাঙ্মনঃ-কায়-কৰ্ম-জনিতান্ আত্মস্বৰূপ সংস্পৰ্শ ৰহিতান্

ব্ৰহ্মণঃ মুখে=বেদস্য মুখে

**অনুবাদ** ঃ—এনে বহুবিধ যজ্ঞৰ কথা বেদত সাক্ষাৎভাৱে বিহিত হৈ আছে; সেই যজ্ঞবোৰ কায়মনোবাক্যেৰে কৰিবলগীয়া কৰ্ম। এই কথা তুমি সম্যক্‌ভাৱে জানিলে তুমি মুক্ত হবা।

**ব্যাখ্যা** ঃ সকলো প্ৰকাৰ যজ্ঞই কৰ্মজাত। কৰ্মত্যাগ কৰিলেই যজ্ঞত্যাগ কৰা হয়। যজ্ঞ নিষ্কামভাৱে অনুষ্ঠিত হ'লে মোক্ষৰ কাৰণ হয়; সেই ( মোক্ষপ্ৰদ )

যজ্ঞও কৰ্মজাত। অতএব কৰ্ম ত্যাগ কৰিব নোৱাৰি—কৰ্মফলত আসক্তি ত্যাগ কৰি কৰ্ম কৰিব লাগে। (বেদ-বেদান্ত শাস্ত্ৰী)

"এমনে বেদমুখে বহুবিধ যজ্ঞ কহিছোঁ তথাপি তাক কায়বাক্যমনোজন্য জানিবা। আত্মাক কৰ্ম অগোচৰ পদে। তান স্বৰূপক ন পাৰে। আক জানি জ্ঞান নিষ্ঠ হুৱা সংসাৰত মুক্ত হৈবা"। (ভট্টদেৱ)

"বেদত এনে বহুত যজ্ঞৰ কথা আছে। সেইসকলোবোৰ যজ্ঞ কায়মন-বাক্যদ্বাৰা কৃতকৰ্ম। সেইবাবে এনে কৰ্মজ যজ্ঞৰপৰা পোনে পোনেই আত্মজ্ঞান লাভ নহয়। কাৰণ আত্মা কৰ্মৰপৰা পৃথক্। এইবোৰ যজ্ঞ কৰি কৰি লাহে লাহে চিত্তশুদ্ধি হৈ আত্মাৰ স্বৰূপ বুজিলেহে মোক্ষ লাভ হ'ব।" ৩২ ॥

(বেদান্ত বাচস্পতি)

**শ্ৰেয়ান্ দ্ৰব্যময়াদ্ যজ্ঞাজ্ জ্ঞানযজ্ঞঃ পৰন্তপ।**
**সৰ্বং কৰ্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে॥ ৩৩**

**অন্বয়ঃ**—পৰন্তপ, দ্ৰব্যময়াৎ যজ্ঞাৎ জ্ঞানযজ্ঞঃ শ্ৰেয়ান্। পাৰ্থ, সৰ্বান্ অখিলং কৰ্ম জ্ঞানে পৰিসমাপ্যতে। ৩৩॥

**টীকাঃ**—কৰ্মযজ্ঞাৎ জ্ঞানযজ্ঞস্ত শ্ৰেষ্ঠ ইত্যাহ—শ্ৰেয়ানিতি। দ্ৰব্যময়াৎ অনাত্ম-ব্যাপাৰজন্যাৎ দৈবাদি যজ্ঞাৎ জ্ঞানযজ্ঞঃ শ্ৰেয়ান্ শ্ৰেষ্ঠঃ, যদ্যপি জ্ঞানযজ্ঞস্য অপি মনোব্যাপাৰঅধীনত্বম্ অস্তি এব তথাপি আত্মস্বৰূপস্য জ্ঞানস্য মনঃ পৰিণামে অভিব্যক্তি মাত্ৰং ন তজ্জন্যত্বম্ ইতি দ্ৰব্যময়াদ্ বিশেষঃ, শ্ৰেষ্ঠত্বে হেতুঃ —সৰ্বংকৰ্মাখিলং ফলসহিতং জ্ঞানে পৰিসমাপ্যতে অন্তৰ্ভবতি ইত্যৰ্থঃ। "সৰ্বং তদভি সমেতি যৎ কিঞ্চিৎ প্ৰজাঃ সাধু কুৰ্বন্তি" ইতি শ্ৰুতেঃ। ৩৩॥ (শ্ৰীধৰ)

**অনুবাদঃ**—হে শত্ৰুতাপন্! দ্ৰব্যময় যজ্ঞতকৈ জ্ঞানময় যজ্ঞ শ্ৰেষ্ঠ। জ্ঞানতেই সমস্ত কৰ্মৰ পৰিসমাপ্তি হয়। ৩৩॥

**ব্যাখ্যাঃ**—হে অৰ্জুন! দ্ৰব্যদ্বাৰা কৃত যজ্ঞতকৈ জ্ঞানযজ্ঞ শ্ৰেষ্ঠ। কাৰণ—সকলো কৰ্মই (যজ্ঞই) জ্ঞান উৎপাদন কৰি অৱশেষত জ্ঞানতেই শেষ হয়।

ইয়াত দ্ৰব্যময় যজ্ঞ কৰিবলৈ নিষেধ কৰা নাই; কাৰণ সকলো প্ৰকাৰ শ্ৰৌত আৰু স্মাৰ্ত্ত কৰ্ম, যজ্ঞ উপাসনা আদি ব্ৰহ্মজ্ঞান লাভৰ অন্তৰ্ভুক্ত। নিষ্কাম-ভাৱে যজ্ঞ কৰি কৰি চিত্ত শুদ্ধিৰ দ্বাৰা আত্মজ্ঞান বা ব্ৰহ্মজ্ঞান লাভ হ'লে—মোক্ষ পায়।

**তাৎপর্য্য ঃ**—দ্রব্যময় যজ্ঞ অৰ্থাৎ দ্ৰব্য সাধ্য যজ্ঞ, যেনে—দৈৱ যজ্ঞ, নৃ-যজ্ঞ, দান যজ্ঞাদি। এইবোৰ যজ্ঞৰদ্বাৰা স্বৰ্গ আদি লাভ হ'ব পাৰে; কিন্তু জ্ঞান লাভ নহলে মোক্ষলাভ নহয়। সুতৰাং দ্ৰব্যযজ্ঞত কৈ জ্ঞানযজ্ঞ শ্ৰেষ্ঠ। বস্তুতঃ মোক্ষমাৰ্গত কৰ্মযোগৰ যোগ্যতা যে স্বীকাৰ কৰা হয়, তাৰ কাৰণ এই যে যজ্ঞস্বৰূপ কৃত নিষ্কাম কৰ্মৰ দ্বাৰা বাসনা বা অহংবুদ্ধি ক্ৰমশঃ লোপ পাই আহে আৰু সাম্য বুদ্ধি ক্ৰমশঃ বাঢ়ি থাকে আৰু পৰিশেষত আত্মা সম্পূৰ্ণ সমতাত প্ৰতিষ্ঠিত হয়। আত্মাৰ এই উচ্চতম অৱস্থাৰ নামেই জ্ঞান—তেতিয়া 'মই' জ্ঞান নাথাকে, সৰ্বভূততে এক আত্মাৰেই দৰ্শন হয়। কৰ্মযোগৰ সিদ্ধ অৱস্থাত এই আত্মজ্ঞান লাভ হয়। সেই কাৰণে কোৱা হৈছে যে সমস্ত কৰ্মৰ পৰিসমাপ্তি জ্ঞানত। এইদৰে আত্মজ্ঞানত প্ৰতিষ্ঠিত মুক্ত ব্যক্তিৰ যি কৰ্ম তাৰ কোনো দাগ নাথাকে—সংস্কাৰ নাথাকে—( সমগ্ৰং প্ৰবিলীয়তে ৪।২৩ ); সুতৰাং সি বন্ধনৰো কাৰণ নহয়। জ্ঞানাগ্নিত কৰ্মফল ভস্মীভূত হৈ যায় (৪'৩৭)। ৩৩॥ ( জগদীশ ঘোষৰ গীতা )

তদ্ বিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱয়া।
উপদেক্ষ্যন্তি তে জ্ঞানং জ্ঞানিনঃ তত্ত্বদৰ্শিনঃ ॥ ৩৪

**অন্বয়** ঃ—প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱয়া বিদ্ধি। জ্ঞানিনং তত্ত্বদৰ্শিনঃ তে জ্ঞানং উপদেক্ষ্যন্তি। ৩৪ ॥

**টীকা** ঃ—এবম্ভূত—আত্মজ্ঞানে সাধনমাহ—তদিতি। তজ্জ্ঞানং বিদ্ধি জানি হি প্ৰাপ্নু হি—ইত্যৰ্থঃ, জ্ঞানিনাম্ প্ৰণিপাতেন দণ্ডৱৎ নমস্কাৰেণ, ততঃ পৰিপ্ৰশ্নেন—কুতোঽহয়ং মম সংসাৰঃ কথং বা নিবৰ্ত্ততে ইতি পৰিপ্ৰশ্নেন সেৱয়া গুৰুশুশ্ৰূষয়া চ জ্ঞানিনঃ শাস্ত্ৰজ্ঞাঃ তত্ত্বদৰ্শিনঃঅপৰোক্ষজ্ঞানসম্পন্নাশ্চ, তে তুভ্যং জ্ঞানং উপদেশেন সম্পাদয়িষ্যন্তি। ৩৪ ॥ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—( এইৰূপ আত্মজ্ঞান লাভৰ সাধন উপায় কৈছে—) সেই জ্ঞান তুমি তত্ত্বজ্ঞানীসকলক প্ৰণিপাতৰদ্বাৰা, যথাযথ প্ৰশ্নৰদ্বাৰা আৰু গুৰুসেৱাৰদ্বাৰা লাভ কৰা। তত্ত্বজ্ঞানীসকলে ( যি সকলে ব্ৰহ্মক সাক্ষাৎ কৰিছে—তেওঁলোকে ) তোমাক জ্ঞানৰ উপদেশ দিব। ৩৪ ॥

**ব্যাখ্যা** ঃ—জ্ঞান লাভ কৰিবৰ বাবে তত্ত্বদৰ্শী ওচৰলৈ যাব লাগে। তেওঁক যথাবিধি দণ্ডৱৎ প্ৰণাম কৰি, সেৱাশুশ্ৰূষা কৰি প্ৰশ্ন সুধিব লাগে। 'মই কোন্',

'মোৰ সংসাৰ বন্ধন কিয় হৈছে', 'মই কেনেকৈ মুক্ত হম' ইত্যাদি ধৰণৰ প্ৰশ্ন সুধিব লাগে। তত্ত্বদৰ্শী গুৰুৱে তোমাৰ বিনয় পৰিচৰ্যাৰ দ্বাৰা সন্তুষ্ট হৈ যথাযোগ্য উপদেশ দিব। ৩৪ ॥

যজ্জ্ঞাত্বা ন পুনৰ্ মোহম্ এবং যাস্যসি পাণ্ডৱ।
যেন ভূতান্যশেষেণ দ্ৰক্ষ্যস্যাত্মন্যথো ময়ি॥ ৩৫

**অন্বয়ঃ**—পাণ্ডৱ! যৎ জ্ঞাত্বা পুনঃ এবং মোহং ন যাস্যসি; যেন অশেষেণ ভূতানি আত্মনি অথো ময়ি দ্ৰক্ষ্যসি।

**টীকাঃ**—জ্ঞানফলমাহ—যজ্ জ্ঞাত্বেতি সাৰ্দ্ধৈ স্ত্ৰিভিঃ। যজ্ জ্ঞানং জ্ঞাত্বা প্ৰাপ্য পুনঃ বন্ধুবধাদিনিমিত্তং মোহং ন প্ৰাপ্স্যসি। তত্ৰ হেতুঃ যেন জ্ঞানেন ভূতানি অশেষাণি পিতৃপুত্ৰাদীনি স্বৱিদ্যাবিজৃম্ভিতানি আত্মনি এব অভেদেন দ্ৰক্ষ্যসি। অথো অনন্তৰম্ আত্মানং ময়ি পৰমাত্মনি অভেদেন দ্ৰক্ষ্যসি ইত্যৰ্থঃ। (শ্ৰীধৰ)

**অনুবাদঃ**—হে পাণ্ডুনন্দন। সেই জ্ঞান লাভ কৰিলে তুমি আজি যে স্বজন আৰু বন্ধুজন বধৰ মোহত পৰিছা, সেই মোহ তোমাৰ নহয়; সেই জ্ঞানৰ দ্বাৰা তুমি প্ৰথমতে বুজিবা যে তোমাৰ নিজৰ আত্মাতে সমস্ত প্ৰাণী আছে আৰু পাছত বুজিবা যে মোতে (ব্ৰহ্মাদিস্তম্ব পৰ্য্যন্ত) সমস্ত জগৎ আছে। ৩৫ ॥

**ব্যাখ্যাঃ**—ইয়াত বুজাইছে যে প্ৰথমতে আত্মজ্ঞান হ'লে সাধকে বুজে যে সকলো প্ৰাণী তেওঁৰ আত্মাৰপৰা অভেদ। [ সকলো প্ৰাণীক আত্মাত অভেদে দেখিব—ভট্টদেৱ ] তাৰ পাছত বুজিব যে নিজৰ আত্মাও আকৌ পৰমাত্মাহে [ আত্মাক মঞ্জিত পৰমাত্মাত দেখিব—ভট্টদেৱ ] এইদৰে বুজিলে সাধকে বুজিব যে একে ঈশ্বৰে বহু হৈ বহুৰকমে নিজে নিজক ভোগ কৰিছে।

(বেদান্ত বাচস্পতি) ৩৫ ॥

অপি চেদসি পাপেভ্যঃ সৰ্বেভ্যঃ পাপকৃত্তমঃ।
সৰ্বং জ্ঞানপ্লৱেনৈৱ বৃজিনং সন্তৰিষ্যসি॥ ৩৬

**অন্বয়ঃ**—সৰ্বেভ্যঃ পাপেভ্যঃ অপি চেৎ পাপকৃত্তমঃ অসি, সৰ্বং বৃজিনং জ্ঞান প্লৱেন এৱ সন্তৰিষ্যসি। ৩৬ ॥

পাপেভ্যঃ=পাপকাৰিভ্যঃ, পাপকৃত্তম=অতিশয়েন পাপকাৰী,
জ্ঞানপ্লৱেন=জ্ঞানপোতেন, বৃজিনং=পাপসমুদ্ৰং,
সন্তৰিষ্যসি=সম্যক অনায়াসেন তৰিষ্যসি।

**অনুবাদ** :—যদি তুমি সকলো পাপীতকৈও অধিকতম পাপী হোৱা, তথাপি জ্ঞানৰূপ ভেলাৰ সহায়ত তুমি সমগ্র পাপ-সমুদ্র উত্তীর্ণ হ'ব পাৰিবা। ৩৬ ॥

যথৈধাংসি সমিদ্ধোঽগ্নিৰ্ ভস্মসাৎ কুৰুতেঽৰ্জুন।
জ্ঞানাগ্নিঃ সৰ্ব কৰ্মাণি ভস্মাসাৎ কুৰুতে তথা। ৩৭

**অন্বয়** :—হে অৰ্জুন ! যথা সমিদ্ধঃ অগ্নিঃ এধাংসি ভস্মসাৎ কুৰুতে ; তথা জ্ঞানাগ্নিঃ সৰ্বকৰ্মাণি ভস্মসাৎ কুৰুতে। ৩৭ ॥

সমিদ্ধঃ = প্রদীপ্তঃ, এধাংসি = কাষ্ঠানি,

সৰ্বকৰ্মাণি = প্রাৰব্ধ কৰ্মফল ব্যতিৰিক্তানি।

**অনুবাদ** :—যেনেকৈ প্ৰজ্বলিত অগ্নিয়ে সমস্ত কাঠ ভস্মসাৎ কৰি পেলায়, তেনেকৈ জ্ঞান ৰূপ অগ্নিয়ে সমস্ত কৰ্ম ( প্রাৰব্ধ কৰ্ম-ফল ব্যতীত কৰ্মৰ বন্ধকত্ব ), ভস্মীভূত কৰে। ৩৭ ॥

**ব্যাখ্যা** :—কিন্তু মনত ৰাখিব লাগিব যে প্রাৰব্ধ কৰ্ম নষ্ট নহয়। যিবিলাক কৰ্মৰ ফলৰ দ্বাৰা এই জীৱন আৰম্ভ হৈছে—সেয়ে প্রাৰব্ধ। কৰ্ত্তাই জ্ঞান লাভৰ পাছত সুখ-দুঃখৰ অতীত হৈ থাকিব পাৰিব কিন্তু প্রাৰব্ধই ফল দিয়ে থাকিব ; কিন্তু অতীত অনেক জন্মৰ সঞ্চিত আৰু এই জন্মত জ্ঞান-উৎপত্তিৰ পূৰ্বে কৰা পাপ বিনষ্ট হ'ব। ভৱিষ্যতেও পাপে স্পৰ্শ কৰিব নোৱাৰিব। ৩৭ ॥

নহি জ্ঞানেন সদৃশং পৱিত্ৰং ইহ বিদ্যতে।
তৎ স্বয়ং যোগসংসিদ্ধঃ কালেনাত্মনি বিন্দতি ॥৩৮

**অন্বয়** :—ইহ জ্ঞানেন সদৃশং পৱিত্ৰং নহি বিদ্যতে। কালেন যোগ সংসিদ্ধঃ স্বয়ং বিন্দতি। ৩৮ ॥

**টীকা** :—তত্ৰ হেতুমাহ—ন হীতি। পৱিত্ৰং শুদ্ধিকৰং ইহ তপযোগাদিষু মধ্যে জ্ঞানতুল্যং নাস্তি এব, তৰ্হি সৰ্বে অপি কিম্ ইতি আত্মজ্ঞানম্ এব ন অভ্যস্যন্তি ইত্যত আহ—তৎ স্বয়মিতি সাৰ্দ্ধেন-তদাত্মবিষয়ে জ্ঞানং কালেন মহতা কৰ্মযোগেন সংসিদ্ধো যোগ্যতাং প্রাপ্তঃ সন্ স্বয়ম্ এব অনায়াসেন লভতে ন তু কৰ্ম-যোগং বিনা ইত্যৰ্থঃ। ৩৮ ॥ ( শ্ৰীধৰ )

**অনুবাদ** :—এই লোকত জ্ঞানৰ তুল্য পৱিত্ৰ একো নাই। কৰ্মযোগসিদ্ধ ব্যক্তিয়ে যথাসময়ত স্বয়ং এই জ্ঞান লাভ কৰে।

**ব্যাখ্যা ঃ**—আত্মজ্ঞান ( ব্ৰহ্মজ্ঞান ) অজ্ঞান নাশক আৰু অত্যন্ত শুদ্ধিকৰ। ইয়াতকৈ পৱিত্ৰ বস্তু ইহলোকত একো নাই। দীৰ্ঘকাল প্ৰযত্ন কৰি কৰ্মযোগত চিত্ত শুদ্ধি হ'লে মোক্ষকামী লোকে নিজৰ আত্মাতে সেই জ্ঞান লাভ কৰে।

"আত্মজ্ঞান অপৰোক্ষজ্ঞান। জাগতিক ভাব আমি কথাৰে প্ৰকাশ কৰি লোকক বুজাব পাৰোঁ; কিন্তু আত্মজ্ঞান তেনে নহয়। ইয়াক মানুহে নিজে বুজিলেও লোকক বুজাব নোৱাৰে। গীতাই ওপৰত ক'লে যে তত্ত্বদৰ্শী জনেহে আত্মজ্ঞানৰ উপদেশ দিব পাৰে; কিন্তু উপদেশ পালেই আত্মজ্ঞান নহয়। গুৰুৰ পৰা শুনা কথাবোৰ বিশ্বাস কৰি, সেইবোৰ সদায় চিন্তা কৰি থাকিলে লাহে লাহে বিশ্বাস দৃঢ়ীভূত হয় আৰু আত্মজ্ঞান ভিতৰৰপৰা ওলায়। সেই গুণে এই শ্লোকত কৈছে—জ্ঞানৰ ( আত্মজ্ঞানৰ ) সমান পৱিত্ৰ এই সংসাৰত একো নাই। এই জ্ঞান যোগসিদ্ধ পুৰুষে কালক্ৰমে নিজৰ আত্মাতে নিজে লাভ কৰে।" ( বেদান্ত বাচস্পতি )

যোগ সিদ্ধ পুৰুষে অৰ্থাৎ কৰ্মযোগত সিদ্ধ পুৰুষে—এই অৰ্থত বুজিব লাগিব।

"এতেকে জ্ঞান সম শুদ্ধিকৰ কোনো ঠাই নাই। হেন জ্ঞানক অনেক কাল কৰ্মযোগে আচৰিতে শুদ্ধচিত্ত হৈলে আপুনি লভে, কৰ্মযোগ বিনে নপাৱে।"

( ভট্টদেৱ ) ৩৮ ॥

শ্ৰদ্ধাৱান্‌ লভতে জ্ঞানং তৎপৰঃ সংযতেন্দ্ৰিয়ঃ।
জ্ঞানং লব্ধ্বা পৰাং শান্তিং অচিৰেণাধিগচ্ছতি ॥ ৩৯

**অন্বয় ঃ**—শ্ৰদ্ধাৱান্‌ তৎপৰঃ সংযতেন্দ্ৰিয়ঃ জ্ঞানং লভতে। জ্ঞানং লব্ধ্বা অচিৰেণ পৰাং শান্তিং অধিগচ্ছতি। ৩৯ ॥

শ্ৰদ্ধাৱান্‌=গুৰূপদিষ্টে অৰ্থে আস্তিক্য বুদ্ধিমান্‌,

তৎপৰঃ=তৎ একনিষ্ঠঃ,

সংযতেন্দ্ৰিয়ঃ=জিতেন্দ্ৰিয়ঃ,

**অনুবাদ ঃ**—জ্ঞান লাভত একান্ত ইচ্ছুক, গুৰুৰ উপদেশত আস্তিক্য-বুদ্ধি-সম্পন্ন আৰু সংযতেন্দ্ৰিয় ব্যক্তিয়ে জ্ঞান লাভ কৰে; জ্ঞান লাভ কৰিলেই তেওঁ পৰম শান্তি পায়। ৩৯ ॥

**ব্যাখ্যা ঃ**—"ইয়াৰ এটা বিশেষ কথা এই যে প্ৰথমতে গুৰুবাক্যত বিশ্বাস কৰিব লাগিব। বিশ্বাস এনে বস্তু যে আগধৰি বিশ্বাস নকৰিলে বিশ্বাস

নহয়। বিশ্বাসেহে বিশ্বাস জন্মাব পাৰে। বিশ্বাস কৰি ভাবি নিলে যুক্তি আপোনা আপুনি ওলাব—শেহত বিশ্বাসেই জ্ঞান হ'ব।" ৩৯ ॥

( বেদান্ত বাচস্পতি )

"তত্ত্বজ্ঞান লাভৰ অধিকাৰী কোন্? যাৰ ভক্তি-বিশ্বাস আছে, যিজনে পৰমাত্ম বিষয়ে (পৰম তত্ত্ব বিষয়ে), গুৰু আৰু বেদান্ত বাক্যত শ্ৰদ্ধাৱান্; কিন্তু কেৱল শ্ৰদ্ধাৱান হ'লেই নহ'ব; তন্ময়তা লাগে, একনিষ্ঠ সাধনা লাগে। সেই কাৰণে কৈছে 'তৎপৰ'; কিন্তু শ্ৰদ্ধা আৰু একনিষ্ঠ থাকিলেও আত্ম-সংযম ব্যতীত জ্ঞানলাভত অধিকাৰ নহয়—সেই কাৰণে কৈছে 'সংযতেন্দ্ৰিয়'। ইয়াৰ আগতে ৪।৩৪ শ্লোকত জ্ঞানলাভৰ উপায় কোৱা হৈছে—প্ৰণাম, প্ৰশ্ন আৰু সেৱা—এই বিলাক বহিৰঙ্গ সাধনা। এই শ্লোকত কোৱা হ'ল জ্ঞানলাভৰ উপায়—শ্ৰদ্ধা, একনিষ্ঠা আৰু সংযম—এই বিলাক অন্তৰঙ্গ সাধনা।"

( জগদীশ ঘোষৰ গীতা )

অজ্ঞশ্চাশ্ৰদ্দধানশ্চ সংশয়াত্মা বিনশ্যতি।
নায়ং লোকোঽস্তি ন পৰো ন সুখং সংশয়াত্মা ॥ ৪০

**অন্বয়ঃ**—অজ্ঞঃ অশ্ৰদ্দধানঃ চ সংশয়াত্মা বিনশ্যতি। সংশয়াত্মনঃ অয়ং লোকঃ ন অস্তি। ন পৰঃ চ, ন সুখম্। ৪০ ॥

**টীকাঃ**—জ্ঞানাধিকাৰিণম্ উক্ত্বা তদ্বিপৰীতমনাধিকাৰিণম্ আহ—অজ্ঞশ্চেতি। অজ্ঞো গুৰূপদিষ্টাৰ্থান্ অভিজ্ঞঃ কথঞ্চিজ্ জ্ঞানে জাতেঽপি তত্ৰ অশ্ৰদ্দধানশ্চ, জাতায়াম্ অপি শ্ৰদ্ধায়াং মমেদং সিধ্যেৎ ন বা ইতি সংশয়াক্ৰান্তশ্চিত্তঃ চ বিনশ্যতি, স্বাৰ্থাদ্ ভ্ৰশ্যতি। এতেষু ত্ৰিষু অপি সংশয়াত্মা সৰ্বথা নশ্যতি, যতঃ তস্য অয়ং লোকো নাস্তি ধনাৰ্জন বিবাহাদি অসিদ্ধেঃ, ন চ পৰলোকো ধৰ্মস্য অনিষ্পত্তেঃ, ন চ সুখং সংশয়েন এব ভোগস্য অপি অসম্ভবাৎ। ৪০ ॥

**অনুবাদঃ**—জ্ঞানহীন, শ্ৰদ্ধাহীন সন্দেহপ্ৰভাৱিত ব্যক্তি নাশ পায়; সংশয়াত্মা ব্যক্তিৰ ইহলোকো নাই, পৰলোকো নাই—সুখো নাই। ৪০ ॥

**ব্যাখ্যাঃ**—"যি গুৰুৰ উপদেশ নুবুজে, বুজিয়ো শ্ৰদ্ধা নকৰে, বুজিও মোৰ হয় নহয় বুলি যি শঙ্কা কৰে সি স্বাৰ্থভ্ৰংশ হয়। সবাতে কৰি সংশয়-আত্মা সৰ্বথা নষ্ট হয়, যাতো তাৰ ইহলোকো নাই, পৰলোকো নাই।" ( ভট্টদেৱ )

স্বামীজীৰ টীকাত কৈছে যে যিজন লোকে গুৰুৰ উপদেশ পাইছে, কিন্তু হয়তো বুজিছেও কিন্তু তেওঁৰ সেই উপদেশত শ্ৰদ্ধা নাই, সেই জন ব্যক্তি অজ্ঞ। যিজন ব্যক্তিৰ শ্ৰদ্ধা হয়তো ওপজিছে, কিন্তু সিদ্ধি হ'ব নে নহয় ( সেই উপদেশ মতে ) সেই বিষয়ে শঙ্কা আছে—সেই জন ব্যক্তি শ্ৰদ্ধাহীন ( অশ্ৰদ্দধান )। সংশয় হ'লে সিদ্ধি নাহে। সংশয়ী ব্যক্তিৰ পতন হয়; কাৰণ সংশয়ী ব্যক্তিয়ে সাংসাৰিক কাৰ্য্যতো অসিদ্ধ হয়; সেইবাবে ইহলোকতো সুখ ভোগৰ আশা তেওঁৰ নাথাকে। পৰলোকো তেওঁৰ নাই, কাৰণ ধৰ্মতত্বৰ সংশয় নিষ্পত্তি নোহোৱাত তেওঁৰ জ্ঞান লাভ হোৱা নাই। ৪০ ॥

যোগ সংন্যস্ত কৰ্ম্মাণং জ্ঞান সংছিন্ন সংশয়ম্।
আত্মবন্তং ন কৰ্ম্মাণি নিবধ্নতি ধনঞ্জয় ॥ ৪১

**অন্বয়ঃ**—ধনঞ্জয়! যোগসংন্যস্ত কৰ্ম্মাণং জ্ঞানসংছিন্ন সংশয়ম্ আত্মবন্তং কৰ্ম্মাণি ন নিবধ্নতি। ৪১

**টীকাঃ**—অধ্যায়দ্বয়োক্তাং পূৰ্বাপৰ ভূমিকা ভেদেন কৰ্মজ্ঞানময়ীং দ্বিবিধাং ব্ৰহ্মনিষ্ঠাম্ উপসংহৰতি—যোগেতি দ্বাভ্যাম্।

যোগেন পৰমেশ্বৰাৰাধনৰূপেণ তস্মিন সংন্যস্তানি সমৰ্পিতানি কৰ্ম্মাণি যেন তং পুৰুষং কৰ্ম্মাণি স্বফলৈঃ ন নিবধ্নন্তি অতশ্চ জ্ঞানেন অকৰ্ত্তৃআত্মবোধেন সংছিন্নঃ সংশয়ঃ দেহাদি—অভিমান লক্ষণো যস্য তমাত্মবন্তম্ অপ্ৰমাদিনং কৰ্ম্মাণি লোক সংগ্ৰহাৰ্থানি স্বাভাৱিকানি বা ন নিবধ্নন্তি। ৪১ ॥ ( শ্ৰীধৰ )

**অনুবাদঃ**—হে ধনঞ্জয়! কৰ্মযোগৰদ্বাৰা অনুষ্ঠিত সকলো কৰ্মৰ ফলত্যাগীক, যোগৰদ্বাৰা পৰমেশ্বৰত সৰ্বকৰ্ম সমৰ্পণকাৰীক, জ্ঞানৰদ্বাৰা সম্যক্ ছিন্ন-সংশয় হোৱা ব্যক্তিক আৰু আত্মজ্ঞানৰ অধিকাৰী ব্যক্তিক কৰ্মফলে বন্ধন কৰিব নোৱাৰে।

**ব্যাখ্যাঃ**—"দুই অধ্যায়ৰ অৰ্থ উপসংহৰি কহন্ত: প্ৰথমতে ঈশ্বৰত সমৰ্পি সকলো কৰ্ম কৰিব। পাছে আত্মজ্ঞানে দেহত অহংকাৰ এড়িব, সদায়ে অপ্ৰমাদে ৰহিব, তাক কৰ্মে বন্ধ নকৰয়।" ( ভট্টদেৱ )

**স্বামী টীকানুযায়ী ব্যাখ্যা**—( নিষ্কাম কৰ্মযোগৰ দ্বাৰা ) পৰমেশ্বৰক আৰাধনা কৰা কৰ্মৰদ্বাৰা যাৰ কৰ্ম ঈশ্বৰত সমৰ্পিত হৈছে, 'কোনো কৰ্মৰ কৰ্ত্তা মই নহওঁ' এনে আত্মবোধৰ দ্বাৰা যাৰ সংশয় ছিন্ন হৈছে, তেনে আত্মবন্ত অপ্ৰমাদী পুৰুষক কোনো লৌকিক কৰ্মই বন্ধন কৰিব নোৱাৰে।

ইয়াত কোৱা হৈছে যে জ্ঞানীয়ে কৰ্ম কৰিও কৰ্মত আৱদ্ধ নহয়—তেওঁৰ সেই কৰ্ম অকৰ্মস্বৰূপ। নিষ্কাম কৰ্মযোগৰদ্বাৰা ক্ৰমে যোগী ছিন্নসংশয় আৰু মুক্ত হয়। ৪১ ॥

তস্মাৎ অজ্ঞানসম্ভূতং হৃৎস্থং জ্ঞানাসিনাত্মনঃ।
ছিত্ত্বৈনং সংশয়ং যোগং আতিষ্ঠোত্তিষ্ঠ ভাৰত ॥ ৪২ ॥

**অন্বয়** :—ভাৰত! তস্মাৎ অজ্ঞান সম্ভূতং হৃৎস্থং আত্মনঃ এনং সংশয়ং জ্ঞান অসিনা ছিত্ত্বা যোগং আতিষ্ঠ, উত্তিষ্ঠ। ৪২ ॥

**টীকা** :—তস্মাদিতি যস্মাৎ এবং তস্মাৎ আত্মনোঽজ্ঞানে সম্ভূতং হৃদি স্থিতম্ এনং সংশয়ং শোকাদি নিমিত্তং দেহাত্ম বিবেকজ্ঞান খড়্গেন ছিত্ত্বা পৰমাত্ম জ্ঞানোপায়ভূতং কৰ্মযোগম্ আতিষ্ঠ আশ্ৰয়। তত্ৰ চ প্ৰথমং প্ৰস্তুতায় যুদ্ধায় উত্তিষ্ঠ। হে ভাৰত! ইতি ক্ষত্ৰিয়ত্বেন যুদ্ধস্য ধৰ্মত্বং দৰ্শিতম্। ৪২ ॥

**অনুবাদ** :—অতএব, হে ভাৰত! তোমাৰ হৃদয়স্থ অজ্ঞানৰপৰা ওপজা এই সংশয়ক (যি সংশয় ভৱিষ্যৎ শোকাদি প্ৰাপ্তিৰ ভয়ত উৎপন্ন হৈছে) দেহ আৰু আত্মাৰ স্বৰূপ জ্ঞানৰ (বিবেক জ্ঞানৰ) খড়্গৰদ্বাৰা ছেদন কৰি নিষ্কাম কৰ্মযোগ অৱলম্বন কৰা আৰু উঠি যুদ্ধ কৰা। (ক্ষত্ৰিয়ৰ এয়ে ধৰ্ম জানিবা।) ৪২ ॥

শ্ৰীমদ্‌ভগবদ্‌গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে
শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে জ্ঞানযোগো নাম চতুৰ্থোঽধ্যায়ঃ ॥

## চতুৰ্থ অধ্যায়ত উল্লেখ কৰা বিষয়ৰ সংক্ষিপ্ত টোকা

এই অধ্যায়ত শ্ৰীভগৱানে নিজৰ অৱতাৰ তত্ত্বৰ বিষয়ে ব্যাখ্যা কৰিছে। ধৰ্মৰ গ্লানি আৰু অধৰ্মৰ অভ্যুত্থান হ'লে সাধুবিলাকৰ দুঃখ হয়। অসাধুবিলাকক বিনাশ কৰি সাধুবিলাকক পৰিত্ৰাণ কৰি ধৰ্ম সংস্থাপন কৰাই অৱতাৰ গ্ৰহণৰ উদ্দেশ্য।

(২) গুণ আৰু কৰ্মৰ বিভাগ অনুসাৰে চাৰি বৰ্ণৰ সৃষ্টি হৈছে। এই ভেদ শ্ৰীভগৱানেই সৃষ্টি কৰিছে—সেই গুণে ভিন্ন ভিন্ন প্ৰকাৰে ভিন্ন ভিন্ন লোকে শ্ৰীভগৱানৰ আৰাধনা কৰে। যেয়ে যেনে ভাৱে তেওঁক আৰাধনা কৰে তাতেই তেওঁ সন্তুষ্ট হৈ যেয়ে যিদৰে প্ৰাৰ্থনা কৰে তাক সেইদৰে তেওঁ অনুগ্ৰহ কৰে। গুণ কৰ্মৰ বিভাগ অনুসাৰে চাৰিবৰ্ণ সৃষ্টিৰ তেওঁ কৰ্ত্তা হ'লেও তেওঁ অকৰ্ত্তা,

কাৰণ তেওঁ আপ্তকাম আৰু প্ৰকৃতিৰ নিয়মতহে তিনি গুণৰ ভেদজনিত বৰ্ণসমূহৰ সৃষ্টি হৈছে।

(৩) কৰ্মতত্ত্ব বৰ দুৰূহ—পণ্ডিতসকলো তাত মোহপ্ৰাপ্ত হয়। যিজনে কৰ্ম কৰিও মনে মনে ভাবে যে মই 'কৰ্ত্তা' নহয় তেৱেঁই বুদ্ধিমান। আকৌ অনেকে আলস্য বুদ্ধিত বাহ্য কৰ্ম ত্যাগ কৰে, কিন্তু কামনা ত্যাগ কৰিব নোৱাৰে বাবে মনৰপৰা অহং বুদ্ধি ( অৰ্থাৎ মই কৰ্ত্তা এই বুদ্ধি ) ত্যাগ কৰিব নোৱাৰে—এই যে কৰ্মত্যাগ বা অকৰ্ম ই প্ৰকৃত পক্ষে কৰ্ম, কাৰণ এয়ে বন্ধক।

(৪) ত্যাগমূলক শাস্ত্ৰবিহিত কৰ্মকেই যজ্ঞ বোলে। যজ্ঞ বাৰ প্ৰকাৰ।

(৫) জ্ঞান যজ্ঞই সৰ্বাপেক্ষা শ্ৰেষ্ঠ যজ্ঞ। সৰ্বত্ৰ ব্ৰহ্মদৰ্শনেই ব্ৰহ্মজ্ঞান। এই ব্ৰহ্মজ্ঞানেই জ্ঞানযজ্ঞ। ইয়াৰ সাধনা দুই প্ৰকাৰ—বহিৰঙ্গ সাধনা আৰু অন্তৰঙ্গ সাধনা। তত্ত্বজিজ্ঞাসু হৈ গুৰুপদে প্ৰণাম, আত্মবিষয়ক প্ৰশ্ন আৰু গুৰু সেৱা আদি জ্ঞান লাভৰ বহিৰঙ্গ সাধন। শ্ৰদ্ধা, একনিষ্ঠা আৰু আত্মসংযম জ্ঞানলাভৰ অন্তৰঙ্গ সাধন।

(৬) চিত্তৰ সংশয়েই অনৰ্থৰ মূল। গুৰু আৰু বেদান্তবাক্যাদিত ঐকান্তিক শ্ৰদ্ধা নজন্মিলে জ্ঞান লাভ নহয়—সংশয়ো নাযায়।

(৭) নিষ্কাম কৰ্মযোগৰ দ্বাৰা যাৰ কৰ্ম ঈশ্বৰত অৰ্পিত হৈছে, আত্মজ্ঞানৰ দ্বাৰা যাৰ সংশয় বিদূৰিত হৈছে সেই জীৱন্মুক্ত পুৰুষে কৰ্ম কৰিলেও কৰ্মফলত আবদ্ধ নহয়।

(৮) সেই কাৰণে অৰ্জুনে যেন অজ্ঞানসম্ভূত হৃদয়স্থ সংশয়ৰাশি জ্ঞানৰূপ খড়্গৰ দ্বাৰা ছেদন কৰি নিষ্কাম কৰ্মৰ অনুষ্ঠান কৰে, স্বধৰ্ম পালন কৰে আৰু যুদ্ধ কৰে। ইয়াত পাপ নাই।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## পঞ্চমোঽধ্যায়ঃ

## কৰ্ম্মসংন্যাস যোগঃ

অৰ্জুন উবাচ।

সংন্যাসং কৰ্ম্মণাং কৃষ্ণ পুনৰ্যোগং চ শংসসি।
যচ্ছ্ৰেয় এতয়োৰেকং তন্মে ব্ৰূহি সুনিশ্চিতম্‌॥ ১

**অন্বয়ঃ**—অৰ্জুনঃ উবাচ—কৃষ্ণ, কৰ্ম্মণাং সংন্যাসং পুনঃ যোগং চ শংসসি। এতয়োঃ যত শ্ৰেয়ঃ তৎ একং মে সুনিশ্চিতং ব্ৰূহি।

শ্ৰীধৰী টীকায়াম্‌—ন চ কৰ্ম সংন্যাসঃ কৰ্মযোগশ্চ একদা এব সম্ভৱতঃ বিৰুদ্ধস্বৰূপত্বাৎ তস্মাৎ এতয়োঃ মধ্যে একস্মিন্‌ ন অনুষ্ঠাতব্যে সতি মম যৎ শ্ৰেয়ঃ সুনিশ্চিতং তৎ একং ব্ৰূহি। ১ ॥

**অনুবাদঃ**—অৰ্জুনে সুধিলে—হে কৃষ্ণ! তুমি কৰ্ম্মৰ ত্যাগৰ বিষয়ে উপদেশ দি পুনঃ কৰ্ম্মৰ যোগৰ প্ৰশংসা কৰিছা—তুমি কৰ্মসংন্যাস আৰু কৰ্মযোগ দুয়োটাৰে প্ৰশংসা কৰিছা। ইয়াৰ ভিতৰত কোন্‌টো ভাল মোক নিশ্চয়কৈ কোৱা। ১ ॥

**ব্যাখ্যাঃ**—অৰ্জুনৰ সংশয় উপস্থিত হৈছে; কাৰণ কৰ্মৰ ত্যাগ আৰু কৰ্মৰ অনুষ্ঠান দুয়োটাই পৰস্পৰ বিৰোধী কথা। সেয়েহে সংশয় উপস্থিত হৈছে। সেইবাবে অৰ্জুনে প্ৰশ্ন কৰিছে—এই দুটাৰ ভিতৰত কোন্‌টো শ্ৰেয় তাক তুমি নিশ্চয় কৰি কোৱা; কাৰণ তৃতীয় অধ্যায়ত অৰ্জুনে কৰ্ম আৰু জ্ঞানৰ ভিতৰত কোন্‌টো শ্ৰেষ্ঠ বুলি যি প্ৰশ্ন কৰিছিল তাৰ উত্তৰত শ্ৰীভগৱানে কৈছিল যে দুয়োটাই অধিকাৰ ভেদে শ্ৰেষ্ঠ—জ্ঞান যোগৰ দ্বাৰা জ্ঞানৰ অধিকাৰীসকলে মোক্ষ লাভ কৰিব পাৰে আৰু নিষ্কাম কৰ্মৰ দ্বাৰা কৰ্মীসকলে মোক্ষ লাভ কৰিব পাৰে। মানুহৰ প্ৰবৃত্তি আৰু অধিকাৰ মতেহে সেইটো নিৰ্ণয় হ'ব।

এই উত্তৰে অৰ্জুনক সংশয়হীন কৰিব পাৰা নাই ; কাৰণ অৰ্জুনে নিজৰ কাৰণে কোন্‌টো পথ মঙ্গলজনক হব পাৰে সেইটো বুজিব পৰা নাই। সেইবাবে প্ৰশ্ন কৰিছে—এই উভয় মাৰ্গৰ ভিতৰত মোৰ কাৰণে কোন্‌টো শ্ৰেয় সেইটো নিশ্চয় কৈ কোৱা।

[ "মম যৎ শ্ৰেয়ঃ সুনিশ্চিতং তৎ একং ব্ৰূহি"— ]

অৰ্জুনে দুয়োটা পথ লব নোৱাৰে, এটা পথহে লব পাৰিব—সেইবাবে এই প্ৰশ্ন।

"পূৰ্ব অধ্যায়ৰ অন্তত অজ্ঞানসম্ভূত শোক-মোহাদি সংশয়ক জ্ঞান খড়্গে ছেদি কৰ্ম কৰিবে বুলিলা। তাত পূৰ্বাপৰ বিৰোধ দেখি অৰ্জুনে পুছন্ত : হেকৃষ্ণ, তুমি জ্ঞানীৰ কৰ্মসংন্যাস কহিছা, এখন বোলা জ্ঞান খড়্গে সংশয় ছেদি কৰ্ম কৰা। কৰ্মসংন্যাস আৰু কৰ্মযোগ একে পুৰুষৰ একে কালতে নঘটে। এতেকে দুইৰ মাজত একক নিশ্চয় কৰি কহা।" ( ভট্টদেৱ )

শ্ৰীভগৱান্ উবাচ।

সংন্যাসঃ কৰ্মযোগশ্চ নিঃশ্ৰেয়সকৰাবুভৌ।
তয়োস্তু কৰ্মসংন্যাসাৎ কৰ্মযোগো বিশিষ্যতে ॥ ২

**অন্বয় :**—সংন্যাসঃ চ কৰ্মযোগঃ উভৌ নিঃশ্ৰেয়সকৰৌ। তু তয়োঃ কৰ্ম-সংন্যাসাৎ কৰ্মযোগঃ বিশিষ্যতে।

**টীকা :**—অত্ৰোত্তৰং শ্ৰীভগবানুবাচ—সংন্যাসঃ ইতি। অয়মৰ্থঃ ; নহি বেদান্তবেদ্যআত্মতত্ত্বজ্ঞং প্ৰতি কৰ্মযোগং অহং ব্ৰবীমি, যতঃ পূৰ্বোক্তেন সংন্যাসেন বিৰোধঃ স্যাৎ, অপিতু দেহাত্মাভিমানিনং ত্বাং বন্ধুবধাদিনিমিত্ত শোক-মোহাদি কৃতম্ এনং সংশয়ং দেহাত্ম বিবেকজ্ঞান অসিনা ছিত্ত্বা পৰমাত্মজ্ঞানউপায়ভূতং কৰ্মযোগম্ আতিষ্ঠ ইতি ব্ৰবীমি। কৰ্মযোগেন শুদ্ধচিত্তস্য আত্মতত্ত্বজ্ঞানে জাতে সতি তৎপৰিপাকাৰ্থং জ্ঞান নিষ্ঠাঙ্গত্বেন সংন্যাসঃ পূৰ্বম্ উক্তঃ, এবঞ্চ সতি অঙ্গ প্ৰধানয়োঃ বিকল্প যোগাৎ সংন্যাসঃ কৰ্ম-যোগশ্চ এতৌ উভৌ অপি ভূমিকাভেদেন সমুচ্চিতৌ এব নিঃশ্ৰেয়সং সাধয়তঃ ; তথাপি তয়োৰ্মধ্যে কৰ্মসংন্যাসাৎ সকাশাৎ কৰ্মযোগো বিশিষ্টো ভবতি ইতি ( শ্ৰীধৰ )। ২ ॥

**অনুবাদ :**—তাৰ উত্তৰত ভগৱানে ক'লে যে কৰ্মৰ ত্যাগ আৰু কৰ্মৰ

অনুষ্ঠান উভয়েই মুক্তি পথ; কিন্তু তাৰ ভিতৰত কৰ্ম-ত্যাগ কৰাতকৈ কৰ্ম-যোগৰ বিশিষ্টতা আছে। ২ ॥

( ভূমিকা ভেদে উভয়েই মুক্তিসাধক কিন্তু কৰ্মযোগ বেছে প্ৰশংসনীয় )। ২ ॥

ব্যাখ্যা :—শ্ৰীভগৱানে উত্তৰ দিছে যে মই বেদান্তবিৎ পৰমাত্মজ্ঞানীৰ প্ৰতি কৰ্মযোগৰ কথা কোৱা নাই, কাৰণ পূৰ্বে যি কৰ্ম সংন্যাসৰ কথা কৈছোঁ তাৰ লগত বিৰোধ হয়। মই কৈছোঁ যে তোমাৰ দেহ আৰু আত্মাৰ অভিমান থকাত বন্ধু-বধ আদিৰ নিমিত্তে শোক-মোহৰ পৰা যি সংশয় উপস্থিত হৈছে দেহ আৰু আত্মাৰ প্ৰকৃত স্বৰূপ জ্ঞানৰ দ্বাৰা ( সেই জ্ঞানৰূপ অসিৰ দ্বাৰা ) সেই সংশয়ক ছেদন কৰি কৰ্মযোগ অৱলম্বন কৰা—যি কৰ্মযোগেই তোমাক পৰমাত্মজ্ঞানৰ উপায় হব। কৰ্মযোগৰ দ্বাৰা শুদ্ধ চিত্ত হ'লে আত্মজ্ঞান উপস্থিত হ'ব অৰ্থাৎ সেই পৰমাত্ম জ্ঞান মিলিব। জ্ঞান নিষ্ঠা হ'লে কৰ্মত্যাগ হব বুলি পূৰ্বে কৈছোঁ। এই ভূমিকা ভেদত জ্ঞাননিষ্ঠা আৰু কৰ্মনিষ্ঠা ( জ্ঞান-যোগ আৰু কৰ্মযোগ ) উভয়ে বিকল্পাত্মক হিচাবে মুক্তিৰ পথ ; তথাপি উভয়ৰ ভিতৰত কৰ্ম-যোগেই শ্ৰেষ্ঠ।

"ভগৱন্ত বোলন্ত : 'মঞি বেদান্তৰ বেদ্য পৰমাত্ম জ্ঞানক ( বেদান্তবিদ্ পৰমাত্ম জ্ঞানীক ) কৰ্মযোগ নকহোঁ, যাতো পূৰ্বোক্ত সন্ন্যাস সমে বিৰোধ হয়, কিন্তু দেহাভিমান নিমিত্তে শোক-মোহ সংশয়ক জ্ঞান খড়েগ ছেদি পৰমাত্ম জ্ঞান সাধন কৰ্মযোগ কৰিবে বুলিছোঁ। কৰ্মযোগে চিত্ত শুদ্ধ হৈলে, পৰমাত্ম জ্ঞান মিলিলে কৰ্মত্যাগ কৰিব। এতেকে সাধন কৰ্মযোগ, সাধ্য জ্ঞান যোগৰ ভেদ নঘটে। দুয়ো যদি অধিকাৰী ভেদে মোক্ষসাধে তথাপি কৰ্মসন্ন্যাসতকৈ কৰ্মযোগ বিশেষ হয়।" ২ ( ভট্টদেৱ )

জ্ঞেয়ঃ স নিত্যসংন্যাসী যো ন দ্বেষ্টি ন কাঙ্ক্ষতি ।
নিৰ্দ্বন্দ্বো হি মহাবাহো সুখং বন্ধাৎ প্ৰমুচ্যতে ॥ ৩

অন্বয়ঃ—যঃ ন দ্বেষ্টি ন কাঙ্ক্ষতি সঃ নিত্যসংন্যাসী জ্ঞেয়ঃ ; হি নিৰ্দ্বন্দ্ব বন্ধাৎ সুখং প্ৰমুচ্যতে। ৩

টীকা :—কুতঃ ইতি অপেক্ষায়াং সংন্যাসিত্বেন কৰ্মযোগম্ স্তুৱন্ তস্য শ্ৰেষ্ঠত্বং দৰ্শয়তি—জ্ঞেয় ইতি।

ৰাগদ্বেষাদিৰাহিত্যেন পৰমেশ্বৰাৰ্থং কৰ্মাণি যোঽনুতিষ্ঠতি স নিত্যং কৰ্মানুষ্ঠান

কালেঽপি সংন্যাসী ইতি এব জ্ঞেয়ঃ। তত্র হেতুঃ—নিৰ্দ্বন্দ্বো ৰাগদ্বেষাদি দোষ শূন্যো হি শুদ্ধচিত্তো জ্ঞানদ্বাৰা সুখং অনায়াসেন এব সংসাৰাৎ প্ৰমুচ্যতে। ৩॥

( শ্ৰীধৰ )

**অনুবাদ** ঃ—( কৰ্মযোগ কিয় শ্ৰেষ্ঠ তাকে বুজাইছে )। যিজনে একোকে দ্বেষ নকৰে নাইবা একো আকাঙ্ক্ষাও নকৰে ( কোনো বস্তু নাপালেও দুখ নাই, কোনো বস্তু পাবলৈও হেপাহ নাই ) তেওঁকে নিত্য সংন্যাসী বুলি জানিবা। ৰাগ ( পাবলৈ আগ্ৰহ ) আৰু দ্বেষ ( নাপালে অসন্তুষ্ট ) যিজনে ত্যাগ কৰিছে, তেওঁ শুদ্ধচিত্ত হৈ সংসাৰ বন্ধনৰ পৰা মুক্তি লাভ কৰে। ৩॥

**ব্যাখ্যা** ঃ—নিত্য সংন্যাসী=যিজনে সদায় কৰ্মত ব্যস্ত থাকিও নিষ্কাম আৰু অনাসক্ত। সংসাৰত থাকি কৰ্মৰ অনুষ্ঠান কৰিবৰ সময়তো সন্ন্যাসী।

সংসাৰ আশ্ৰম এৰি সকলো কৰ্ম ত্যাগ কৰিলেই সন্ন্যাসী নহয়। সংসাৰত থাকি ৰাগ দ্বেষ ত্যাগ কৰি নিষ্কামভাৱে যিজনে কৰ্মত্যাগ কৰিব পাৰে, তেৱেঁই প্ৰকৃত সন্ন্যাসী।

সাংখ্য যোগৌ পৃথগ্ বালাঃ প্ৰবদন্তি ন পণ্ডিতাঃ।
একমপ্যাস্থিতঃ সম্যগ্ উভয়োৰ্ বিন্দতে ফলম্॥ ৪॥

**অন্বয়** ঃ—বালাঃ সাংখ্য যোগৌ ( সংন্যাস কৰ্মযোগৌ ) পৃথক্ বদন্তি পণ্ডিতাঃ ন ( বদন্তি )। একমপি সম্যক্ আস্থিতঃ উভয়োঃ ফলং বিন্দতে। ৪॥

**শ্ৰীধৰী টীকায়াম্**—সাংখ্য শব্দেন জ্ঞাননিষ্ঠা বাচিনা তদঙ্গং সংন্যাসং লক্ষয়তি। সংন্যাস কৰ্মযোগৌ এক ফলৌ সন্তৌ পৃথক্ স্বতন্ত্ৰৌ এব ইতি বালা অজ্ঞা এব প্ৰবদন্তি ন তু পণ্ডিতাঃ। তত্র হেতুঃ—অনয়োঃ একম্ অপি সম্যক্ আস্থিতঃ আশ্ৰিতৌ অনুভয়োঃ ফলম্ আপ্নোতি। তথা হি কৰ্মযোগং সম্যক্ অনুষ্ঠিতন্ শুদ্ধচিত্তঃ সন্ জ্ঞান দ্বাৰা যৎ উভয়োঃ ফলং কৈৱল্যং তৎ বিন্দতি ইতি; সংন্যাসং সম্যক্ আস্থিতঃ অপি পূৰ্বম্ অনুষ্ঠিতস্য কৰ্মযোগস্য অপি পৰম্পৰয়া জ্ঞান দ্বাৰা যৎ উভয়োঃ ফলং কৈৱল্যং তৎ বিন্দতি ইতি ন পৃথক্ ফলত্বম্ অনয়োঃ ইতি অৰ্থঃ। ৪

**অনুবাদ** ঃ—( বালকৰ নিচিনা ) যিবিলাক লোক অজ্ঞ, সেইবিলাকেহে জ্ঞান যোগ আৰু কৰ্মযোগ পৃথক বুলি ভাবে আৰু কয়। কিন্তু ( আত্মজ্ঞানী ) পণ্ডিতসকলে পৃথক বুলি নকয়। উভয়ৰে ফল মোক্ষ। যি কোনো এটা পথত সম্যক্‌ভাৱে থাকিলে উভয় পথেৰেই মোক্ষ লাভ হয়। ৪॥

**ব্যাখ্যা :**—আত্মজ্ঞান সংযুক্ত কৰ্মসন্ন্যাসকেই জ্ঞানযোগ বোলে। নিষ্কাম কৰ্মকাৰী লোকেই কৰ্মযোগী।

পূৰ্বৰ শ্লোকত কোৱা হৈছে যে ৰাগ দ্বেষাদিবিমুক্ত মহাত্মা সকলে কৰ্মৰ অনুষ্ঠানৰ সময়তো সংন্যাসী। সেই বিষয়ে আশঙ্কা হব পাৰে যে কৰ্ম আৰু কৰ্মসংন্যাস বিৰুদ্ধ বস্তু, সেই বাবে এই দুয়োটা একজনৰ পক্ষে অনুষ্ঠান কৰা সম্ভৱ নহয়। যদি কোৱা হয় (নিষ্কাম) কৰ্ম আৰু সেই কৰ্মত্যাগৰ ফল একে—জ্ঞানপ্ৰাপ্তি, সেইটোও উচিত নহয়—কাৰণ বিৰুদ্ধ বস্তু দুটাৰ ফলতো বিৰোধ থকা উচিত। তেতিয়া হ'লে উভয়েই 'মোক্ষপ্ৰদ' এই কথাও বিৰুদ্ধ। তাৰ উত্তৰত কৈছে—সাংখ্য পদে কৰ্মসংন্যাস, যোগ শব্দে কৰ্মযোগ। কৰ্ম সংন্যাস আৰু কৰ্মযোগৰ মাজত বিৰোধ থকা বুলি অজ্ঞ জনেহে কয়, পণ্ডিতে নকয়। পণ্ডিতসকলে কয় যে কৰ্ম আৰু কৰ্মসংন্যাসৰ যি কোনো এটাক আশ্ৰয় কৰিলেই উভয়ৰ ফল অৰ্থাৎ মোক্ষ পোৱা যায়। ৪ ॥ (কৃষ্ণচন্দ্ৰৰ গীতা)

যৎ সাংখ্যৈঃ প্ৰাপ্যতে স্থানং তদ্ যোগৈৰপি গম্যতে।
একং সাংখ্যং চ যোগং চ যঃ পশ্যতি স পশ্যতি ॥ ৫

**অন্বয় ঃ**—সাংখ্যৈ যৎ স্থানং প্ৰাপ্যতে, যোগৈঃ অপি তৎ গম্যতে, সাংখ্যঞ্চ যোগঞ্চ যঃ একং পশ্যতি সঃ পশ্যতি। ৫ ॥

**টীকা :**—এতদেব স্ফুটয়তি—যৎ সাংখ্যৈঃ ইতি।

সাংখ্যৈঃ =জ্ঞান-নিষ্ঠৈঃ সংন্যাসিভিঃ যৎ স্থানং মোক্ষাখ্যং প্ৰকৰ্ষেণ সাক্ষাৎ বাপ্যতে। যোগৈৰিতি অত্ৰ অৰ্শ আদিত্বাৎ মতু অৰ্থয়োঃ অচ্ প্ৰত্যয়ো দ্ৰষ্টব্যঃ। তেন কৰ্মযোগিভিঃ অপি তদেব জ্ঞান দ্বাৰেণ গম্যতে অবাপ্যতে ইত্যৰ্থঃ। অতঃ সাংখ্যঞ্চ যোগঞ্চ একফলত্বেন একং যঃ পশ্যতি স এব সম্যক্ পশ্যতি। ৫ ॥ (শ্ৰীধৰ)

(যোগৈঃ=কৰ্ম যোগিভিঃ)

**অনুবাদ ঃ**—সাংখ্যসকলে (জ্ঞাননিষ্ঠ সংন্যাসীসকলে) যি স্থান লাভ কৰে (যি মোক্ষপদ পায়) কৰ্মযোগীসকলেও সেই স্থান পায়। যি জনে সংন্যাস আৰু কৰ্মযোগক একে ৰূপে দেখে তেওঁই যথাৰ্থ দৰ্শী। ৫ ॥

"আৰু' স্পষ্টমতে শুনা—সন্ন্যাসী সবে যি ফল পাৱে তাক কৰ্মযোগী সবে কৰ্মৰ দ্বাৰায়ে লভে। এতেকে সন্ন্যাসক কৰ্মযোগক এক কৰি যি দেখে সেই সে সম্যক্ দেখে।" (ভট্টদেৱ)

অজ্ঞ ব্যক্তিয়ে মোক্ষৰ অভিলাষ কৰি অন্তঃকৰণ শুদ্ধিৰ কাৰণে প্ৰথমতঃ কৰ্মযোগৰ অনুষ্ঠান কৰিব, পাছত বৈৰাগ্যৰ তীব্ৰতা জন্মিলে সংন্যাস স্বতঃ উপস্থিত হ'ব।

সন্ন্যাসস্তু মহাবাহো দুঃখম্ আপ্তুম্ অযোগতঃ।
যোগযুক্তো মুনিৰ্ ব্ৰহ্ম ন চিৰেণাধিগচ্ছতি ॥ ৬

**অন্বয় ঃ**—হে মহাবাহো! অযোগতঃ সংন্যাসঃ তু দুঃখং আপ্তুং; যোগ যুক্তঃ মুনিঃ ন চিৰেণ ব্ৰহ্ম অধিগচ্ছতি। ৬ ॥

**টীকা ঃ**—যদি কৰ্মযোগিনোঽপি অন্ততঃ সংন্যাসেন এব জ্ঞাননিষ্ঠা তৰ্হি আদিতঃ এব সংন্যাসঃ কৰ্ত্তুং যুক্তঃ ইতি মন্যমানং প্ৰতি আহ—সন্ন্যাসস্তু ইতি।

অযোগতঃ কৰ্মযোগং বিনা সংন্যাসং প্ৰাপ্তুং দুঃখং দুঃখহেতুঃ অশক্য ইত্যৰ্থঃ। চিত্তশুদ্ধি অভাবেন জ্ঞান নিষ্ঠায়াঃ অসম্ভৱাৎ। যোগ যুক্তস্তু শুদ্ধচিত্ততয়া মুনিঃ সংন্যাসী ভূত্বা অচিৰেণ ব্ৰহ্ম অধিগচ্ছতি অপৰোক্ষং জানাতি। অতঃ চিত্তশুদ্ধেঃ প্ৰাক্ কৰ্মযোগ এব সংন্যাসাৎ বিশিষ্যতে ইতি পূৰ্বোক্তং সিদ্ধম্।

তদুক্তংবাৰ্ত্তিককৃদ্ভিঃ—

প্ৰমাদিনো বহিশ্চিত্তাঃ পিশুনাঃ কলহোৎসুকাঃ।
সংন্যাসিনোঽপি দৃশ্যন্তে দৈৱসংদূষিতাশয়াঃ ॥ ইতি—৬

(শ্ৰীধৰ)

**অনুবাদ ঃ**—হে মহাবাহো! কৰ্মযোগ ব্যতীত সংন্যাস কেৱল দুঃখজনক কিন্তু মননশীল কৰ্মযোগীয়ে (যোগযুক্ত মুনিয়ে) শীঘ্ৰেই ব্ৰহ্মলাভ কৰে।

(বেদ-বেদান্তশাস্ত্ৰী)

"হে অৰ্জুন! কৰ্মযোগ নহ'লে (অৰ্থাৎ ফলাকাঙ্ক্ষা আৰু নিজৰ কৰ্তৃত্ব বুদ্ধি লুপ্ত নহ'লে) কৰ্মসন্ন্যাস কষ্টকৰ। যি কৰ্মযোগ অৱলম্বন কৰে তেওঁ অচিৰে ব্ৰহ্মক লাভ কৰে।" (বেদান্ত-বাচস্পতি)

"যদি কৰ্মযোগীৰো অন্তত সন্ন্যাসেহে জ্ঞাননিষ্ঠা তেবে সন্তে সন্ন্যাস কৰোক, হেন মুবুলিবা। কৰ্মযোগ বিনে সন্ন্যাস প্ৰাপ্তি অশক্য। কৰ্মযোগে যুক্ত হয়া চিত্তশুদ্ধি লভি সন্ন্যাসী হয়া অচিৰ কালতে ব্ৰহ্মক পাৱে। এতেকে যি সবে কৰ্মযোগ এড়ি সন্ন্যাসী হয় আবাৰ বুদ্ধিক দৈৱে দূষিত কৰে। তেৱে প্ৰমাদী চিত্ত বিষয় কলহত উৎসুক হয়।" ৬ ॥ (ভট্টদেৱ)

**ব্যাখ্যা ঃ**—চিত্তশুদ্ধি নহ'লে জ্ঞাননিষ্ঠা নাহে। শাস্ত্ৰবিহিত (বৈদিক)

কৰ্ম কৰিলেহে চিত্তশুদ্ধি হয়। কৰ্মফলত আসক্তি বৰ্জন নকৰাকৈ কৰ্মত্যাগ কৰি সন্ন্যাস গ্ৰহণ কৰিলে সেই সন্ন্যাসে দুঃখহে দিয়ে। সেই কাৰণে পূৰ্বে চিত্তশুদ্ধি আৱশ্যক। তেতিয়াহে সুখ-দুঃখত সমবুদ্ধি হব পাৰিব। সুখ-দুঃখত সমবুদ্ধি হ'লে কৰ্মৰ ফলত আসক্তি নাথাকিব। জ্ঞাননিষ্ঠা প্ৰতিষ্ঠিত হব। অজ্ঞ ব্যক্তিয়ে সেইবাবে মোক্ষলাভৰ কাৰণে প্ৰথমতঃ চিত্তশুদ্ধিৰ বাবে কৰ্মযোগৰ অনুষ্ঠান কৰিব, পাছত বৈৰাগ্যৰ তীব্ৰতা উপস্থিত হ'লে সন্ন্যাস আপোনা আপুনি উৎপন্ন হ'ব। ৬ ॥

যোগযুক্তো বিশুদ্ধাত্মা বিজিতাত্মা জিতেন্দ্ৰিয়ঃ।
সৰ্বভূতাত্মভূতাত্মা কুৰ্বন্নপি ন লিপ্যতে ॥ ৭

**অন্বয়** ঃ—যোগযুক্তঃ বিশুদ্ধাত্মা বিজিতাত্মা জিতেন্দ্ৰিয়ঃ সৰ্বভূতাত্মভূতাত্মা কুৰ্বন্ অপি ন লিপ্যতে ॥

**টীকা** ঃ—কৰ্মযোগাদি ক্ৰমেণ ব্ৰহ্মাধিগমে সতি অপি তদুপৰিতনেন বন্ধঃ স্যাদেবত্যাশঙ্ক্যাহ যোগযুক্ত ইতি। যোগেন যুক্তঃ, অতএব বিশুদ্ধ আত্মা যস্য, অতএব বিজিত আত্মা শৰীৰং যেন, অতএব বিজিতানীন্দ্ৰিয়ানি যেন, ততশ্চ সৰ্বেষাং ভূতানাম্ আত্মভূত আত্মা যস্য সঃ লোক সংগ্ৰহাৰ্থং স্বাভাৱিকং বা কৰ্ম কুৰ্বন্ অপি ন লিপ্যতে তৈঃ ন বধ্যতে। ৭ ॥ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—যি জন যোগ যুক্ত, বিশুদ্ধচিত্ত, সংযত দেহ, জিতেন্দ্ৰিয় আৰু সমুদয় ভূতবৰ্গৰ আত্মাই আত্মস্বৰূপ, এনেকুৱা ব্যক্তিয়ে লোক সংগ্ৰহাৰ্থে বা স্বাভাৱিক কৰ্ম কৰিও কৰ্মত আবদ্ধ নহয়। ৭ ॥

"যি কৰ্মযোগী ৰাগ-দ্বেষহীন হৈ বিশুদ্ধ চিত্ত হৈছে, যি আত্মজয়ী, জিতেন্দ্ৰিয় আৰু যি সমস্ত প্ৰাণীক নিজৰ আত্মাৰ পৰা অভিন্ন বুলি বুজে, তেওঁ কৰ্ম কৰিও লিপ্ত নহয়"। ৭ ॥ ( বেদান্ত বাচস্পতি )

**ব্যাখ্যা** ঃ—কৰ্ম বন্ধনৰ কাৰণ হ'লেও যি লোকৰ ফলাভিসন্ধি নাই অৰ্থাৎ যি লোকৰ কৰ্মৰ ফল যদি সুখৰ হয় তাতো আগ্ৰহ নাই, যদি দুঃখৰ হয় তাতো দুঃখৰ অনুভৱ নহয়, তেনে লোক সুখ-দুঃখ উভয়তে নিৰ্লিপ্ত হোৱা বাবে প্ৰথমে বিশুদ্ধাত্মা, তাৰ পাছত জিতেন্দ্ৰিয় হয়। তাৰ পাছত সৰ্বভূতত তেনে লোকৰ আত্মজ্ঞান উপস্থিত হয়; আৰু সেইবাবে কৰ্মৰ দ্বাৰা আবদ্ধ নহয়। ৭ ॥

নৈব কিঞ্চিৎ কৰোমীতি যুক্তো মন্যেত তত্ত্ববিৎ ।
পশ্যঞ্ শৃণ্বন্ স্পৃশঞ্ জিঘ্ৰ-ন্নশ্নন্ গচ্ছন্ স্বপঞ্ শ্বসন্ ॥ ৮

প্ৰলপন্ বিসৃজন্ গৃহ্নন্নুন্মিষন্নিমিষন্নপি ।
ইন্দ্ৰিয়াণীন্দ্ৰিয়াৰ্থেষু বৰ্ত্তন্ত ইতি ধাৰয়ন্ ॥ ৯

**অন্বয়** (৮, ৯) ঃ—যুক্তঃ (ক্ৰমেন') তত্ত্ববিৎ (ভূত্বা) পশ্যন্ শৃণ্বন্ স্পৃশন্ জিঘ্ৰন্ অশ্নন্ গচ্ছন্ স্বপন্ শ্বসন্ প্ৰলপন্ বিসৃজন্ গৃহ্নন্ উন্মিষন্ নিমিষন্ অপি ইন্দ্ৰিয়ানি ইন্দ্ৰিয়াৰ্থেষু বৰ্ত্তন্তে ইতি ধাৰয়ন্ কিঞ্চিৎ এব ন কৰোমি ইতি মন্যেত। ৮।৯

[ এতানি কৰ্মাণি কুৰ্বন্ অপি অভিমানাৎ ব্ৰহ্মবৎ ন লিপ্যতে ]

**অনুবাদ** ঃ—কৰ্মযোগত সমাহিত যোগীয়ে ক্ৰমশঃ তত্ত্বজ্ঞানী হৈ দৰ্শন, শ্ৰৱন্, স্পৰ্শন, ঘ্ৰাণ, ভোজন, গমন, শয়ন, শ্বাস, প্ৰশ্বাস, কথন, গ্ৰহণ, চক্ষু উন্মীলন বা নিমীলন সকলো কৰ্ম কৰি থাকিলেও ইন্দ্ৰিয়বিলাকেহে নিজ নিজ বিষয়ত প্ৰবৃত্ত হৈছে—এইদৰে তেওঁ বুজে। তেওঁ ভাৱে যে মই একো কৰা নাই। ৮।৯

ব্ৰহ্মণ্যাধায় কৰ্মণি সঙ্গং ত্যক্ত্বা কৰোতি যঃ ।
লিপ্যতে ন স পাপেন পদ্মপত্ৰমিবাম্ভসা ॥ ১০

**অন্বয়** ঃ—যঃ ব্ৰহ্মণি আধায় সঙ্গং ত্যক্ত্বা কৰ্মাণি কৰোতি, সঃ অম্ভসা পদ্মপত্ৰম্ ইব পাপেন ন লিপ্যতে।

**অনুবাদ** ঃ—যিজনে ব্ৰহ্মতে সকলো কৰ্ম অৰ্পণ কৰি, কৰ্মফলত আসক্তি ত্যাগ কৰি সকলো কৰ্ম কৰে, তেওঁৰ কোনো পাপ নহয়। পদুম পাতত পানী থাকিলেও পানী যেনেকৈ পাতত লাগি নধৰে, সেইদৰে তেনে লোকৰ কৰ্মৰ কোনো শুভ বা অশুভ ফলে তেওঁক লিপ্ত নকৰে। ১০ ॥

কায়েন মনসা বুদ্ধ্যা কেবলৈৰ্ ইন্দ্ৰিয়ৈৰ্ অপি ।
যোগিনঃ কৰ্ম কুৰ্বন্তি সঙ্গং ত্যক্ত্বাঽঽত্মশুদ্ধয়ে ॥ ১১

**অন্বয়** ঃ—যোগিনঃ সঙ্গং ত্যক্ত্বা আত্মশুদ্ধয়ে কেবলৈঃ কায়েন মনসা বুদ্ধ্যা কৰ্ম কুৰ্বন্তি। ১১

**অনুবাদ** :—নিষ্কাম কৰ্মযোগীসকলে ফলবিষয়ক আসক্তি ত্যাগ কৰি কেৱল শৰীৰ, মন, বুদ্ধি আৰু ইন্দ্ৰিয়বিলাকৰ দ্বাৰাই চিত্তশুদ্ধিৰ বাবে কৰ্ম কৰে। ( এই কৰ্মত 'মমত্ব বোধ' বা 'মই কৰ্ত্তা এনে' বোধ নাথাকে )। ১১

যুক্তঃ কৰ্ম ফলং ত্যক্ত্বা শান্তিম্ আপ্নোতি নৈষ্ঠিকীম্।
অযুক্তঃ কামকাৰেণ ফলে সক্তো নিবধ্যতে ॥ ১২

**অন্বয়** :—যুক্তঃ কৰ্মফলং ত্যক্ত্বা নৈষ্ঠিকীম্ শান্তিম্ আপ্নোতি, অযুক্তঃ কামকাৰেণ ফলে সক্তঃ নিবধ্যতে।

যুক্তঃ=পৰমেশ্বৰে এক নিষ্ঠঃ

নৈষ্ঠিকীম্=আত্যন্তিকীম্

কাম কাৰেণ=কামতঃ প্ৰবৃত্ত্যা

**অনুবাদ** :—এক নিষ্ঠ কৰ্মযোগীয়ে কৰ্মফল ত্যাগ কৰি নিশ্চলা শান্তি পায়। যি ব্যক্তি কৰ্মযোগী নহয়, সেই ব্যক্তিয়ে কামনাৰ ফলত আসক্ত হৈ বন্ধন প্ৰাপ্ত হয়। ১২ ॥

**ব্যাখ্যা** :—ঈশ্বৰৰ বাবেহে কৰ্ম কৰিছে—ফললাভ কৰাৰ আশাত কৰ্ম কৰা নাই—এইদৰে কৰ্মফল ত্যাগ কৰি কৰ্ম কৰিলে নৈষ্ঠিকী শান্তি পায়।

নৈষ্ঠিকী :—নিশ্চলা, আত্যন্তিকীম্

পৰমেশ্বৰত একনিষ্ঠ হৈ কৰ্ম কৰিলে পৰম শান্তি মোক্ষ লাভ হয়। ব্ৰহ্মনিষ্ঠাৰ পৰা উৎপন্ন হোৱা স্থিৰা শান্তি লাভ হয়।

সৰ্বকৰ্মাণি মনসা সংন্যস্যাস্তে সুখং বশী।
নবদ্বাৰে পুৰে দেহী নৈব কুৰ্বন্ ন কাৰয়ন্ ॥ ১৩

**অন্বয়** :—বশী দেহী মনসা সৰ্ব কৰ্মাণি সংন্যস্য সুখং নবদ্বাৰে পুৰে ন কুৰ্বন্ ন কাৰয়ন্ এব আস্তে। ১৩

**টীকা** :—এবং তাবৎ চিত্তশুদ্ধিশূন্যস্য সংন্যাসাৎ কৰ্মযোগঃ বিশিষ্যতে ইতি এতৎ প্ৰপঞ্চিতম্ ; ইদানীং শুদ্ধ চিত্তস্য সংন্যাসঃ শ্ৰেষ্ঠঃ—ইতি আহ সৰ্বকৰ্মাণি ইতি।

বশী যতচিত্তঃ সৰ্বকৰ্মাণি বিক্ষেপকানি মনসা বিবেকযুক্তেন সংন্যস্য সুখং যথা ভৱতি এবং জ্ঞাননিষ্ঠঃ সন্ আস্তে। ক আস্তে ইতি অত্ৰঃ আহ নবদ্বাৰে,

নেত্ৰে, নাসিকে কৰ্ণৌ মুখঃ চ ইতি সপ্ত শিৰো গতানি ; অধোগতে দ্বে পায়ূ উপস্থৰূপে ইতি এবং নৱদ্বাৰাণি যস্মিন্ তস্মিন্ পুৰে পুৰবৎ অহঙ্কাৰ শূন্যে দেহে দেহী অৱতিষ্ঠতে। অহঙ্কাৰ অভাৱাৎ এবং স্বয়ং তেন দেহেন ন এব কুৰ্বন্ মমকাৰ অভাৱাৎ চ ন কাৰয়ন্ ইতি অশুদ্ধ চিত্তাৎ ব্যাবৃত্তিঃ উক্তা, অশুদ্ধ চিত্তঃ হি সংন্যস্য পুনঃ কৰোতি কাৰয়তি চ ন তু অয়ং তথা অতঃ সুখং আস্তে ইতি অৰ্থঃ। ( শ্ৰীধৰ )

**অনুবাদ ঃ**—জিতেন্দ্ৰিয় ব্যক্তি মনৰ দ্বাৰা সকলো কৰ্মৰ সংন্যাস কৰি নওখন দুৱাৰ থকা নগৰত ( দেহত ) সুখত থাকে, নিজে তেওঁ একোকে নকৰে, দেহ বা ইন্দ্ৰিয় কাৰো দ্বাৰা একো নকৰায় ॥ ১৩ ॥

**ব্যাখ্যা ঃ**—নওখন দুৱাৰ থকা নগৰ ( নৱদ্বাৰ পুৰ ) হৈছে দেহ, দুই চক্ষু, দুই কাণ, দুই নাক আৰু মুখ—এই সাতখন দুৱাৰ আৰু পায়ূ আৰু উপস্থ ( মলদ্বাৰ আৰু মূত্ৰদ্বাৰ বা লিঙ্গ বা যোনি ) দেহৰ এই নওখন দুৱাৰ। এই নগৰত অৰ্থাৎ দেহত যি জনে বাস কৰে তেওঁ দেহী ( আত্মা )। কৰ্মযোগীৰ দেহ আৰু ইন্দ্ৰিয়বিলাক তেওঁৰ বশীভূত। ইন্দ্ৰিয়াদিৰ দ্বাৰা বাহিৰত কৰ্ম চলি আছে—কিন্তু দেহী বা আত্মা নিৰ্লিপ্ত।

কৰ্মযোগীৰ কাৰ্য্য কেনেকৈ চলে—তাকেই ইয়াত কোৱা হৈছে। আত্মা নিৰ্লিপ্ত, তেওঁ একোকে নকৰে, কৰ্মজনিত তেওঁৰ কোনো বিক্ষেপ নাই। তেওঁ সুখেৰে দেহত অৱস্থান কৰি থাকে।

যাৰ চিত্ত শুদ্ধি হোৱা নাই তেনে ব্যক্তিৰ কৰ্মত্যাগ কৰাতকৈ কৰ্মযোগ শ্ৰেষ্ঠ, এই কথা পূৰ্বে কৈছে। এতিয়া কৈছে যে শুদ্ধচিত্ত ব্যক্তিৰ কৰ্মত্যাগ শ্ৰেষ্ঠ ; কাৰণ তেওঁৰ ইন্দ্ৰিয়বিলাক বশীভূত, কৰ্মফলত তেওঁৰ আকাঙ্ক্ষা নাই আৰু সেইবাবে তেওঁৰ চিত্ত বিক্ষেপ নহয়। অহং কৰ্তৃত্ববোধ নথকাত তেওঁ আনন্দত থাকে। ১৩

ন কৰ্তৃত্বং ন কৰ্মাণি লোকস্য সৃজতি প্ৰভুঃ।
ন কৰ্মফল সংযোগং স্বভাৱস্তু প্ৰৱৰ্ত্ততে ॥ ১৪

**অন্বয় ঃ**—প্ৰভুঃ লোকস্য ন কৰ্তৃত্বং ন কৰ্মাণি ন কৰ্মফল সংযোগং সৃজতি। তু স্বভাৱঃ প্ৰৱৰ্ত্ততে।

**শ্ৰীধৰী টীকায়াম্ ঃ**—প্ৰভুঃ ঈশ্বৰো জীৱলোকস্য কৰ্তৃত্বাদিকং ন সৃজতি, কিন্তু জীৱস্য স্বভাৱঃ অবিদ্যা এব কৰ্তৃত্বাদিৰূপেণ প্ৰৱৰ্ত্ততে, অনাদি অবিদ্যা কাৰ

বশাৎ প্ৰবৃত্তি স্বভাৱম্ এৱ লোকম্ ঈশ্বৰঃ কৰ্ম্মসু নিযুঙ্ক্তে, ন স্বয়মেৱ কৰ্তৃত্বাদিকম্ উৎপাদয়তি—ইতি অৰ্থঃ

**অনুবাদ** :—প্ৰভু পৰমেশ্বৰে বা আত্মাই মানুহৰ কৰ্তৃত্ব সৃষ্টি নকৰে, সুখ দুঃখ আদি কৰ্মফলৰ সম্বন্ধও ( নতুনকৈ ) সৃষ্টি নকৰে। স্বভাৱে ( প্ৰকৃতিয়েই ) সকলো কৰে।

**ব্যাখ্যা** :—স্বভাৱ—জন্ম জন্মান্তৰৰ কৰ্মৰ সংস্কাৰজনিত প্ৰকৃতি। ( প্ৰভু—জীৱৰ আত্মা, বিভু—বিশ্বাত্মা )

প্ৰকৃতিৰ প্ৰৱৰ্ত্তনাতে সকলো কৰ্ম হয়। পুৰুষ বা জীৱাত্মা অকৰ্ত্তা। আত্মাই কাকো কৰা বুলি নিয়োগ নকৰে, গতিকে তেওঁ কাৰয়িতা নহয়। আকৌ তেওঁ জীৱবিলাকৰ কাৰণে ঘৰ বাৰী, গাড়ী-ঘোৰা বা ঘট-পটো নিৰ্মাণ নকৰে—সেই বাবে তেওঁ কৰ্ত্তাও নহয়। তেওঁ যে প্ৰাণীবিলাকৰ কৃতকৰ্মৰ ফলদান কৰে, সেইটোও নহয়—তেওঁ কৰ্মফলদাতাও নহয়।

পূৰ্ব জন্মৰ ধৰ্ম আৰু অধৰ্মৰ কৰ্ম সংস্কাৰ বৰ্ত্তমান জন্মত নিজৰ নিজৰ কাৰ্য্যৰ অভিমুখে অভিব্যক্ত হয়। পূৰ্ব জন্মৰ কৰ্ম সংস্কাৰেই কৰ্মৰ বীজ। সেয়ে স্বভাৱ। প্ৰকৃতি স্বভাৱৰূপে প্ৰৱৰ্ত্তিত হয়।

এই শ্লোকত প্ৰভু শব্দৰ অৰ্থ দেহ আৰু ইন্দ্ৰিয়াদিৰ অধিপতি আত্মা। তেওঁ নিষ্ক্ৰিয়, সুতৰাং জীৱৰ কৰ্তৃত্বাদি তেওঁ সৃষ্টি নকৰে, প্ৰকৃতিৰ সংযোগ বশতঃ তেওঁত কৰ্তৃত্বাদি আৰোপিত হয়। তেতিয়া জীৱক মায়াধীন বোলে। প্ৰকৃতিৰ নামান্তৰ মায়া।

অনাদিকালৰ পৰা এই কৰ্ম প্ৰৱাহ চলি আহিছে। ই প্ৰকৃতিৰ লীলা। প্ৰলয় কালতো এই কৰ্মবীজ সংস্কাৰৰূপে লুপ্ত হৈ থাকে। সৃষ্টিৰ কালত সেয়ে স্বভাৱৰূপে প্ৰৱৰ্ত্তিত হয়। গতিকে ই একো নতুন সৃষ্টি নহয়।

( জগদীশ ঘোষৰ গীতা )

"আচলতে কিন্তু ঈশ্বৰহে সকলোৰে মূল। জীৱ স্বভাৱৰ অধীন; কিন্তু সেই স্বভাৱৰ নিয়ন্তা ঈশ্বৰ। এই কথাটো বুজাবলৈ ইয়াত 'প্ৰভু' শব্দ ব্যৱহাৰ কৰিছে"—( বেদান্ত বাচস্পতি )।

[ ই কিন্তু মতভেদ নহয়। অৰ্থ একেটাই। বেদান্ত বাচস্পতি মহোদয়ে জীৱ স্বভাৱৰ অধীন বুলি কৈ পূৰ্বোক্ত ব্যাখ্যাৰ স্বীকৃতি দান কৰিছে। আচলতে ঈশ্বৰহে সকলোৰে মূল এই কথা গীতায়ো স্বীকাৰ কৰিছে—শ্ৰীভগৱানৰে উক্তিৰ মাধ্যমত। পাছত পোৱা যাব। ]

নাদত্তে কস্যচিৎ পাপং ন চৈৱ সুকৃতং বিভুঃ।
অজ্ঞানেনাবৃতং জ্ঞানং তেন মুহ্যন্তি জন্তৱঃ॥ ১৫

**অন্বয়** ঃ—বিভুঃ কস্যচিৎ পাপং সুকৃতং চ ন আদত্তে। অজ্ঞানেন জ্ঞানং আবৃতম্। তেন জন্তৱঃ মুহ্যন্তি। ১৫

**টীকা** ঃ--যস্মাৎ এবং তস্মাৎ ন আদত্তে ইতি। প্রয়োজকঃ অপি সন্ প্রভুঃ কস্যচিৎ পাপং সুকৃতঞ্চ ন এব আদত্তে ন ভজতে, তত্র হেতুঃ—বিভুঃ পৰিপূৰ্ণঃ আপ্তকামঃ ইত্যৰ্থঃ। যদি হি স্বাৰ্থ-কামনয়া কাৰয়েৎ তৰ্হি তথাস্যাৎ নতু এতৎ অস্তি আপ্তকামস্য এব অচিন্ত্য নিজমায়য়া তৎ তৎ পূৰ্বকৰ্ম অনুসাৰেণ প্ৰৱৰ্ত্তকত্বাৎ। নমু ভক্তান্ অনুগৃহ্নতঃ অভক্তান্ নিগৃহ্নতঃ চ বৈষম্য-উপলম্ভাৎ কথং আপ্তকামত্বম্ ইতি অত আহ—অজ্ঞানেন ইতি। নিগ্ৰহঃ অপি দণ্ডৰূপঃ অনুগ্ৰহঃ এব ইতি এবং অজ্ঞানেন সৰ্বত্ৰ সমঃ পৰমেশ্বৰঃ ইতি এবম্ভূতম্ জ্ঞানং আবৃতং তেন হেতুনা জন্তৱো জীৱাঃ মুহ্যন্তি ভগৱতি বৈষম্যং মন্যন্তে ইতি অৰ্থঃ।

( শ্ৰীধৰ )

**অনুবাদ** ঃ—পৰমেশ্বৰে ( আত্মাই ) কাৰো পাপ বা পুণ্য গ্ৰহণ নকৰে। জীৱৰ অজ্ঞানে জীৱৰ জ্ঞান ঢাকি ৰাখে। ইয়াৰ পৰাই জীৱৰ মোহ উপস্থিত হয়। ১৫ ॥

**ব্যাখ্যা** ঃ—আত্মাই কাৰো পাপ বা পুণ্য গ্ৰহণ নকৰে এই কথাৰ তাৎপৰ্য্য এই যে তেওঁৰ ওচৰত পাপ পুণ্য বা শুভ অশুভ একো নাই। তেওঁ দ্বন্দ্বাতীত, সম, শান্ত, নিবিকাৰ। তেওঁৰ সকলো শুভ। তেওঁ শিৱ আৰু তেৱেঁই জীৱ ; কিন্তু মায়াধীন জীৱে সেইটো বুজিব নোৱাৰে যে জীৱ হ'লেও তেৱেঁই-শিৱ। মায়াই অজ্ঞান, মায়াই অহংকাৰ। আত্মা অকৰ্ত্তা ; কিন্তু জীৱে ভাৱে যে ময়ে কৰ্ত্তা, ময়ে পাপ কৰোঁ, ময়ে পুণ্য কৰোঁ ইত্যাদি। এই অহংবুদ্ধি জীৱৰ বন্ধনৰ হেতু—পাপ পুণ্যৰ জনক। জীৱে যদি ভাৱে যে মই একোকে নকৰোঁ দেহ আৰু ইন্দ্ৰিয়বোৰেহে কৰ্ম কৰে, মই দেহ নহয়—মই নিৰ্লিপ্ত, এইৰূপ অহংকাৰ শূন্য যি ব্যক্তি আৰু যাৰ বুদ্ধি কোনো পদাৰ্থত বা কামনাত লিপ্ত নহয়, সেই লোকে ত্ৰিলোক হত্যা কৰিলেও পাপ ভাগী নহয়।

'এইটো মোৰ', 'এই কৰ্মৰ কৰ্ত্তা মই' এই ৰকম জ্ঞানেই হৈছে অজ্ঞান। জীৱ এই অজ্ঞানতে আচ্ছন্ন হৈ থাকে, সেইবাবে আত্ম-স্বৰূপ বুজিব নোৱাৰে। এই অজ্ঞান বিদূৰিত হ'লেহে আত্ম-স্বৰূপ বুজিব পাৰে। (জগদীশ ঘোষৰ গীতা)

জ্ঞানেন তু তদজ্ঞানং যেষাম্ নাশিতম্ আত্মনঃ।
তেষাম্ আদিত্যবজ্ জ্ঞানম্ প্ৰকাশয়তি তৎপৰম্॥ ১৬

**অন্বয়ঃ**—তু আত্মনঃ জ্ঞানেন যেষাম্ তৎ অজ্ঞানং নাশিতম্, তৎ জ্ঞানং তেষাম্ পৰং আদিত্যবৎ প্ৰকাশয়তি। ১৬

**টীকা**:—জ্ঞানিনঃ তু ন মুহ্যন্তি ইতি আহ—জ্ঞানেন ইতি। আত্মনো ভগৱতো জ্ঞানেন যেষাং তৎ বৈষম্য-উপলম্ভকং অজ্ঞানং নাশিতং তজ্-জ্ঞানং তেষাং অজ্ঞানং নাশয়িত্বা তৎপৰং পৰিপূৰ্ণম্ ঈশ্বৰৰূপং প্ৰকাশয়তি। যথা আদিত্যঃ তমো নিৰস্য সমস্তং বস্তুজাতং প্ৰকাশয়তি তদ্বৎ। ১৬ ॥ (শ্ৰীধৰ)

**অনুবাদ**ঃ—যাৰ আত্মবিষয়ক জ্ঞানে সেই অজ্ঞান বিনাশ কৰে, সেই ব্যক্তিৰ সেই জ্ঞানে সূৰ্য্যৰ নিচিনাকৈ পৰমতত্ত্বক প্ৰকাশ কৰি দিয়ে অৰ্থাৎ সূৰ্য্যাই যেনেকৈ অন্ধকাৰ নাশ কৰি সকলো বস্তুকে প্ৰকাশ কৰি দিয়ে, সেইদৰে আত্মজ্ঞানে জীৱৰ মোহ (অজ্ঞান) দূৰ কৰি পৰম পুৰুষক প্ৰকাশ কৰি দিয়ে। ১৬ ॥

তদ্ বুদ্ধয়স্ তদাত্মনস্ তন্নিষ্ঠাস্ তৎপৰায়ণাঃ
গচ্ছন্ত্য পুনৰাবৃত্তিং জ্ঞাননিৰ্ধূতকল্মষাঃ॥ ১৭

**অন্বয়**ঃ—তৎবুদ্ধয়ঃ তৎআত্মনঃ তৎ নিষ্ঠাঃ তৎপৰায়ণাঃ জ্ঞান-নিৰ্ধূত কল্মষাঃ অপুনঃ আবৃত্তিং গচ্ছন্তি। ১৭

**টীকা**ঃ—এবম্ভূত-ঈশ্বৰ-উপাসকানাং ফলমাহ—তদিতি। তস্মিন্ এব বুদ্ধিঃ নিশ্চয়াত্মিকা যেষাং, তস্মিন্ এব আত্মা (মনঃ) প্ৰযত্নো যেষাম্, তস্মিন্ এব নিষ্ঠা তাৎপৰ্য্যং যেষাং তৎ এব পৰময়ন মাশ্ৰয়ো যেষাং। ততশ্চ তৎপ্ৰসাদ-লব্ধেন-আত্মজ্ঞানেন নিৰ্ধূতং নিৰস্তং কল্মষং যেষাং। তে অপুনৰাবৃত্তিং মুক্তিং যান্তি। ১৭ ॥ (শ্ৰীধৰ)

**অনুবাদ**ঃ—তেওঁতেই যিবিলাকৰ নিশ্চয়াত্মিকাবুদ্ধি নিবিষ্ট হৈছে, তেওঁতেই যিবিলাকৰ আত্মভাব, তেওঁতেই যিবিলাকৰ নিষ্ঠা, তেৱেঁই যিবিলাকৰ পৰম গতি আৰু অনুৰক্তিৰ বিষয়, তেওঁলোকৰ পুনৰ্জন্ম নহয়, কাৰণ জ্ঞানৰ দ্বাৰা তেওঁলোকৰ সমস্ত পাপ দূৰীভূত হৈছে। ১৭ ॥

**বিদ্যা-বিনয়সম্পন্নে ব্ৰাহ্মণে গবি হস্তিনি।**
**শুনি চৈব শ্বপাকে চ পণ্ডিতাঃ সমদৰ্শিনঃ॥ ১৮**

**অন্বয়ঃ**—পণ্ডিতাঃ এব বিদ্যা-বিনয় সম্পন্নে ব্ৰাহ্মণে গবি হস্তিনি শুনি চ শ্বপাকে চ সমদৰ্শিনঃ। ১৮

**টীকাঃ**—কীদৃশা তে জ্ঞানিনঃ যে অপুনৰাবৃত্তিং মুক্তিং গচ্ছন্তি ইতি অপেক্ষায়াম্ আহ—বিদ্যেতি।

বিষমেষু অপি সমং ব্ৰহ্ম এব দ্ৰষ্টুং শীলং যেষাং তে পণ্ডিতাঃ জ্ঞানিনঃ ইত্যৰ্থঃ। তত্ৰ বিদ্যা-বিনয়াভ্যাং যুক্তে ব্ৰাহ্মণে চ শুনোঃ যঃ পচতি তস্মিন্ চ ইতি কৰ্মণো বৈষম্যং 'গবি হস্তিনি শুনি চ' ইতি জাতিতঃ বৈষম্যং দৰ্শিতম্। ১৮ (শ্ৰীধৰ)

**অনুবাদঃ**—বিদ্যা-বিনয়সম্পন্ন ব্ৰাহ্মণত, চণ্ডালত, গৰুত, হাতীত বা কুকুৰত আত্মজ্ঞ পণ্ডিতসকল সমদৰ্শী।

**ব্যাখ্যাঃ**—সেই জ্ঞানীসকল কেনেকুৱা, যাৰ পুনৰ্জন্ম নহয়, যাৰ মুক্তি হয়? বিষয় বস্তুত যাৰ সমদৰ্শন হয়, সকলো বস্তুকে যিবিলাকে ব্ৰহ্মময় দেখে, সকলোৱে ব্ৰহ্ম এইৰূপ দৃষ্টি দিয়া যাৰ স্বভাৱ সেইবিলাক ব্যক্তিয়েহে পণ্ডিত বা জ্ঞানী। সমদৰ্শন কেতিয়া হয়? যেতিয়া সকলো জীৱ বা পদাৰ্থ আত্মস্বৰূপ বা ব্ৰহ্মস্বৰূপ দৰ্শন হয়। আত্মজ্ঞানৰ ফলেই সমত্ব। এনে আত্মজ্ঞানী মানুহে বিদ্বান্ বিনয়ী ব্ৰাহ্মণ আৰু চণ্ডালৰ ভিতৰত ভেদ দৰ্শন নকৰে, হাতী গৰু বা কুকুৰতো তেওঁৰ ভেদ দৰ্শন নাই। তেওঁৰ মনুষ্য জাতিৰ ভিতৰত বিভিন্ন বৰ্ণৰ মানুহৰ ভিতৰতো সমদৰ্শন হয় আৰু মনুষ্য জাতি আৰু পশুজাতিৰ জীৱৰ ভিতৰতো তেওঁৰ সমদৰ্শন হয়।

দৃশ্যতঃ নানাৰ ভিতৰতো 'এক' আছে—নানা হৈছে একৰেই বিকাশ মাত্ৰ —এইবোধ যাৰ আছে তেওঁ জ্ঞানী।

"বুলিবা যি সবে মুক্তি লভে সেই জ্ঞানীসকল কেমন তাক শুনা। বিদ্যা বিনয়যুক্ত ব্ৰাহ্মণত শ্বপচ চণ্ডালতো, গো হস্তী কুকুৰতো সমান ব্ৰহ্ম দেখে তাকে জ্ঞানী বুলি।" (ভট্টদেৱ)

**ইহৈব তৈৰ্জিতঃ সৰ্গো যেষাং সাম্যে স্থিতং মনঃ।**
**নিৰ্দোষং হি সমং ব্ৰহ্ম তস্মাদ্ ব্ৰহ্মণি তে স্থিতাঃ॥ ১৯**

**অন্বয় ঃ**—যেষাং মনঃ সাম্যে স্থিতং, ইহ এব তৈঃ সর্গঃজিতঃ। হি ব্রহ্মসমং নির্দোষং ; তস্মাৎ তে ব্রহ্মণি স্থিতাঃ ॥

ইহ এব = ইহ সংসাৰে এব।

স্বর্গঃ জিতঃ = সংসাৰঃ নিৰস্তঃ।

ব্রহ্মণি স্থিতাঃ = ব্ৰহ্মভাৱং প্রাপ্তাঃ।

**অনুবাদ ঃ**—যিবিলাকৰ মন সৰ্বত্র সমত্বত অৱস্থিত—বিষম বস্তুতো সাম্যত অৱস্থিত হৈছে, তেওঁলোকে ইহ জন্মতেই সর্গ অর্থাৎ পুনর্জন্ম জয় কৰিছে। তেওঁলোক জীৱন্মুক্ত হৈ গৈছে ; কিয়নো ব্রহ্ম সৰ্বদোষশূন্য আৰু সৰ্বত্র সম (এক) ; গতিকে তেওঁলোক ব্রহ্মতেই অৱস্থিতি কৰে অর্থাৎ ব্রহ্মভাৱ পায়। ১৯ ॥

**ব্যাখ্যা ঃ**—প্রশ্ন হৈছে বিষম বস্তুত সমদর্শন শাস্ত্রত নিষেধ আছে ; কিন্তু ব্রহ্মভাৱ পালে সেই নিষেধত কোনো দোষ নাথাকে ; কাৰণ স্মৃতিশাস্ত্রবোৰৰ সেই সেই নিষেধ বাক্যবোৰ অজ্ঞান গৃহীবিলাকৰ উদ্দেশ্যেহে বিধান কৰা হৈছে।

"যদি বোলা বিষমতো সমদৃষ্টি নিষেধ তাক কৰিতে কেমনে জ্ঞানী হয় ? গৌতমে কহিছা—সমক যি বিষমে পূজা কৰে বিষমক বা সমভাৱে পূজে সি ইহলোকত আৰু পৰলোকত ভ্রষ্ট হয় তাক শুনা। যাৰ মন সাম্যত ৰহিল, সি এই দেহতে সংসাৰক জিনিল। যাতো নির্দোষ, সম, ব্রহ্মক দেখে এতেকে সি ব্রহ্মত থাকে। গৌতমোক্ত দোষ পুনু অহং ব্রহ্মভাৱ প্রাপ্তিৰ পূৰ্বত বুজিবা।"

( ভট্টদেৱ )

[ যথাহ গৌতম ঃ—'সমাসমাভ্যাং বিষমসমে পূজাতঃ' ইতি। অস্যার্থ ঃ—সমায় পূজায়াং বিষমে প্রকাৰে কৃতে সতি বিষমায় চ সমে প্রকাৰে কৃতে সতি স পূজক ইহ লোকাৎ পৰলোকাচ্চ হীয়ত ইতি।] শ্রীধৰী টীকাত উদ্ধৃত এই গৌতম স্মৃতিৰ বাক্যৰ অর্থ ভট্টদেৱে ওপৰত ব্যাখ্যা কৰিছে।

ন প্রহৃষ্যেৎ প্রিয়ং প্রাপ্য নোদ্বিজেৎ প্রাপ্য চ অপ্রিয়ম্।
স্থিৰ বুদ্ধিৰ্ অসম্মূঢ়ো ব্রহ্মবিদ্ ব্রহ্মনি স্থিতঃ ॥ ২০

**অন্বয় ঃ**—ব্রহ্মণি স্থিতঃ স্থিৰবুদ্ধিঃ অসম্মূঢ়ঃ ব্রহ্মবিৎ প্রিয়ং প্রাপ্য ন প্রহৃষ্যেৎ, অপ্রিয়ং চ প্রাপ্য ন উদ্বিজেৎ। ২০

ব্রহ্মপ্রাপ্তস্য লক্ষণম্ = ব্রহ্মবিদ্ ভূত্বা ব্রহ্মণ্যেব যঃ স্থিতঃ সঃ নিশ্চলবুদ্ধিসম্পন্নঃ নিবৃত্তঃ মোহপ্রিয়ং প্রাপ্য ন হৃষ্যতি। অপ্রিয়ং চ প্রাপ্য ন বিষীদতি। ( শ্রীধৰী টীকাতঃ ভাবাৰ্থঃ )

**অনুবাদ** :—ব্ৰহ্মত অৱস্থিত, স্থিতপ্ৰজ্ঞ, মোহশূন্য ব্ৰহ্মবেত্তা পুৰুষে প্ৰিয় বস্তু পালেও হৃষ্ট নহয়, অপ্ৰিয় বস্তু পালেও উদ্বিগ্ন নহয়। ২০

"যি ব্ৰহ্মক পায়াছে সি প্ৰিয় পায়ো হৰ্ষ নকৰে, অপ্ৰিয় পায়ো দুঃখ নকৰে।"

(ভট্টদেৱ) ২০

**বাহ্যস্পৰ্শেষ্বসক্তাত্মা বিন্দত্যাত্মনি যৎসুখম্।**
**স ব্ৰহ্মযোগযুক্তাত্মা সুখং অক্ষয্যম্ অশ্নুতে ॥ ২১**

**অন্বয়** :—বাহ্যস্পৰ্শেষু অসক্ত আত্মা আত্মনি যৎ সুখম্ [ তৎ ] বিন্দতি; সঃ ব্ৰহ্মযোগ যুক্তাত্মা অক্ষয্যং সুখং অশ্নুতে।

**টীকা** :—মোহ নিবৃত্ত্যা বুদ্ধিস্থৈৰ্য্যে হেতুমাহ—বাহ্যেতি। ইন্দ্ৰিয়ৈঃ স্পৃশন্ত ইতি স্পৰ্শাবিষয়া বাহ্যেন্দ্ৰিয় বিষয়েষু অসক্ত-আত্মা অনাসক্ত-চিত্তঃ আত্মনি অন্তঃকৰণে যৎ উপশমাত্মকং সাত্ত্বিকং সুখং তৎ বিন্দতি লভতে। স চোপশম সুখং লব্ধ্বা ব্ৰহ্মণি যোগেন সমাধিনা যুক্তঃ তদৈক্যং প্ৰাপ্ত-আত্মা যস্য সঃ অক্ষয়ং সুখং অশ্নুতে প্ৰাপ্নোতি। ২১ (শ্ৰীধৰ)

**অনুবাদ** :—বাহ্য বিষয়ত যাৰ মন আসক্ত নহয়, তেওঁ আত্মসুখ লাভ কৰে। তেওঁৰ আত্মা ব্ৰহ্মৰ লগত যোগযুক্ত (সমাধিৰ দ্বাৰা ব্ৰহ্মৰ সহিত একতা প্ৰাপ্ত)। তেওঁ যি সুখ পায়, তাক ক্ষয় কৰিব নোৱাৰি। ২১

এনে পুৰুষে "বাহ্য বিষয়ত আসক্তি এড়ি, মনত সাত্ত্বিক সুখ পায়া থাকে। এমতে ব্ৰহ্মত সমাধি কৰি অক্ষয় সুখ লভে।" (ভট্টদেৱ)

**যে হি সংস্পৰ্শজা (ঃ) ভোগা (ঃ) দুঃখযোনয় এৱ তে।**
**আদ্যন্তৱন্তঃ কৌন্তেয় ন তেষু ৰমতে বুধঃ ॥ ২২**

**অন্বয়** :—কৌন্তেয়! যেহি সংস্পৰ্শজাঃ ভোগাঃ তে দুঃখযোনয়ঃ এৱ আদি-অন্ত-ৱন্তঃ। বুধঃ তেষু ন ৰমতে। ২২

(অৰ্থঃ)—যে ভোগাঃ (সুখানি) বিষয় জাতাঃ, তে দুঃখস্য এৱ কাৰণ ভূতাঃ, তথা উৎপত্তি বিনাশশীলাঃ। অতঃ বিবেকী তেষু ন প্ৰীতিম্ অনুভৱতি। ২২

**অনুবাদ** :—হে কুন্তিনন্দন! যিবিলাক সুখ বিষয়ৰ পৰা হয়, সেই সুখ দুঃখৰ কাৰণ; সেই সুখভোগৰ আৰম্ভণি আৰু শেষ আছে। জ্ঞানী ব্যক্তি তাত ৰত নহয়—তাত আনন্দ নাপায়। ২২

**শক্নোতীহৈৱ যঃ সোঢ়ুং প্ৰাক্ শৰীৰ বিমোক্ষণাৎ।**
**কামক্ৰোধোদ্ভৱং বেগং স যুক্তঃ স সুখী নৰঃ॥ ২৩**

**অন্বয়ঃ**—যঃ শৰীৰ বিমোক্ষণাৎ প্ৰাক্ কাম ক্ৰোধ উদ্ভৱং বেগং ইহৈৱ সোঢ়ুং শক্নোতি, সঃ এব যুক্তঃ সঃ (এব) নৰঃ সুখী। ২৩

'তদুক্তং বশিষ্ঠ বাক্যে—প্ৰাণে গতে যথা দেহং সুখ-দুঃখং ন বিন্দতি। তথা চেৎ প্ৰাণ যুক্তোঽপি স কৈৱল্যাশ্ৰমে বসেৎ (কৈৱল্যাশ্ৰয়ো ভৱেৎ)॥

**অনুবাদঃ**—যিজনে শৰীৰ ত্যাগৰ পূৰ্ব পৰ্য্যন্ত এই দেহত থাকিও কাম ক্ৰোধৰ পৰা উদ্ভৱ হোৱা বেগ উদ্ভৱ হোৱা মাত্ৰকে সহ্য কৰিব পাৰে (প্ৰতিৰোধ কৰিব পাৰে) সেই ব্যক্তিয়ে সমাহিত যোগী আৰু সেই ব্যক্তিয়েই সুখী।

**ব্যাখ্যাঃ**—ওপৰত উল্লেখ কৰা বশিষ্ঠ বাক্যৰ অৰ্থ হৈছে যে দেহৰপৰা প্ৰাণ যেতিয়া বহিৰ্গত হয়, সেই দেহে সুখ-দুঃখ একো অনুভৱ কৰিব নোৱাৰে। সেইদৰে যি জন ব্যক্তিয়ে দেহত প্ৰাণ থাকোঁতেও সুখ-দুখ অনুভৱ নকৰে, তেৱেঁই সমাহিত যোগী—তেৱেঁই ব্ৰহ্মত আশ্ৰয় গ্ৰহণ কৰি থাকে। সেই ব্যক্তিয়েই সুখী। ২৩

যোঽন্তঃসুখোঽন্তৰাৰামস্ তথান্তৰ্জ্যোতিৰেব যঃ।
স যোগী ব্ৰহ্ম নিৰ্বাণং ব্ৰহ্মভূতোঽধিগচ্ছতি॥ ২৪

**অন্বয়ঃ**—যঃ অন্তঃ-সুখঃ, অন্ত-আৰামঃ, তথা যঃ অন্তঃ-জ্যোতিঃ, স এব যোগী ব্ৰহ্মভূতঃ ব্ৰহ্ম নিৰ্বাণম্ অধিগচ্ছতি। ২৪

**টীকাঃ**—ন কেৱলং কামক্ৰোধবেগসংহৰণমাত্ৰেণ মোক্ষং প্ৰপ্নোতি, অপি তু যো **অন্তঃ ইতি**—।

আত্মনি এবং সুখং যস্য ন তু বিষয়েষু অন্তৰে এব আৰামঃ ক্ৰীড়া যস্য ন বহিঃ, অন্তৰে এব জ্যোতিঃ দৃষ্টিঃ যস্য ন গীতনৃত্যাদিষু, স এব ব্ৰহ্মণি ভূতঃ স্থিতঃ সন্ ব্ৰহ্মণি নিৰ্বাণং লয়ং অধিগচ্ছতি প্ৰাপ্নোতি। (শ্ৰীধৰ)

**অনুবাদঃ**—যিবিলাকৰ আত্মাতেই সুখ (বিষয়ত নহয়) যাৰ অন্তৰেতে (আত্মাতে) আৰাম আৰু শান্তি (ক্ৰীড়া বুলিও কব পাৰি), যাৰ অন্তৰতে জ্যোতি (দৃষ্টি—গীত নৃত্যাদিত নহয়) সেই যোগী পুৰুষে ব্ৰহ্মভাৱ পাই ব্ৰহ্মতেই নিৰ্বাণ লাভ কৰে; মোক্ষ পায়। ২৪

লভন্তে ব্ৰহ্ম নিৰ্বাণম্ ঋষয়ঃ ক্ষীণকল্মষাঃ।
ছিন্নদ্বৈধা (ঃ) যতাত্মানঃ সৰ্বভূত-হিতে ৰতাঃ ॥ ২৫

**অন্বয়** :—ক্ষীণ-কল্মষাঃ ছিন্নদ্বৈধাঃ যতাত্মানঃ সৰ্বভূত হিতে ৰতাঃ ঋষয়ঃ ব্ৰহ্ম নিৰ্বাণং লভন্তে ॥ ২৫

**টীকা** :—কিঞ্চ লভন্তে ইতি। ঋষয়ঃ সম্যগ্ দৰ্শিনঃ ক্ষীণ কল্মষং যেষাং, ছিন্নং দ্বৈধং সশয়ঃ যেষাম্, যতঃ সংযত-আত্মা চিত্তং যেষাং, সৰ্বেষাং ভূতানাম্ হিতেৰতাঃ যে কৃপালবঃ তে ব্ৰহ্ম নিৰ্বাণং মোক্ষং লভন্তে। (শ্ৰীধৰ)

**অনুবাদ** :—যিসকলৰ পাপ ক্ষয় হৈছে, যিবিলাকৰ সৰ্ববিধ সংশয় ছিন্ন হৈছে, যিসকলে চিত্তক সংযত কৰিছে আৰু যিসকলে সৰ্বজীৱৰ হিত সাধনত নিৰত আছে, তেনে তত্ত্বদৰ্শী ঋষিসকলে ব্ৰহ্মনিৰ্বাণ (মোক্ষ) লাভ কৰে। ২৫

কাম ক্ৰোধ বিযুক্তানাং যতীনাং যত চেতসাম্।
অভিতো ব্ৰহ্মনিৰ্বাণং বৰ্ততে বিদিতাত্মনাম্ ॥ ২৬

**অন্বয়** :—কাম ক্ৰোধ বিযুক্তানাং যত চেতসাম্ বিদিতআত্মনাম্ যতীনাম্ অভিতঃ ব্ৰহ্ম নিৰ্বাণং বৰ্ততে। ২৬ ॥

**টীকা** :—কিঞ্চ কামেত্যাদি। কাম ক্ৰোধাভ্যাং বিযুক্তানাং যতীনাং সংন্যাসিনাং সংযত চিত্তানাং জ্ঞাত-আত্মতত্ত্বানাং অভিতঃ উভয়তঃ জীৱতাং মৃতানাং চ ন দেহান্তৰ এব তেষাং ব্ৰহ্মণি লয়ঃ অপি তু জীৱতাম্ অপি বৰ্ততে ইতি অৰ্থঃ। ২৬ ॥ (শ্ৰীধৰ)

**অনুবাদ** :—কাম ক্ৰোধ নথকা, সংযত চিত্ত, আত্মজ্ঞানী যতি (প্ৰযত্নকাৰী) সকলৰ উভয়তঃ (ইহলোকত আৰু পৰলোকত) ব্ৰহ্মানন্দ (মোক্ষ) লাভ হয়। ২৬ ॥

**ব্যাখ্যা** :—আত্মজ্ঞান হ'লেই মৃত্যু নহয়। আত্মজ্ঞ পুৰুষে প্ৰাৰব্ধ কৰ্ম ধ্বংস নহয় মানে দেহ ধাৰণ কৰি থাকে। ২৬ ॥ (বেদান্ত বাচস্পতি)

স্পৰ্শান্ কৃত্বা বহিৰ্ বাহ্যাংশ্ চক্ষুশ্ চৈবান্তৰে ভ্ৰুবোঃ।
প্ৰাণাপানৌ সমৌ কৃত্বা নাসাভ্যন্তৰচাৰিণৌ ॥ ২৭

যতেন্দ্ৰিয়-মনোবুদ্ধিৰ্ মুনিৰ্ মোক্ষপৰায়ণঃ।
বিগতেচ্ছা ভয় ক্ৰোধো যঃ সদা মুক্ত এব সঃ ॥ ২৮

**অন্বয়** (২৭, ২৮) :—বাহ্যান্ স্পৰ্শান্ বহিঃকৃত্বা চক্ষুঃ চ অন্তৰে ( স্থাপয়িত্বা ) নাসা-অভ্যন্তৰচাৰিণৌ প্ৰাণঅপানৌ সমৌ কৃত্বা যত-ইন্দ্ৰিয়-মনঃ-বুদ্ধিঃ মোক্ষ-পৰায়ণঃ ( এবং ) বিগত ইচ্ছা-ভয়-ক্ৰোধঃ যঃ মুনিঃ সদা সঃ মুক্তঃ।

বাহ্যান্ স্পৰ্শান্=ইন্দ্ৰিয় বিষয়ান্

চক্ষুঃ চ অন্তৰে=ভ্ৰূমধ্যে দৃষ্টিং নিধায়

**শ্ৰীধৰী টীকায়াম্**—

নাসাভ্যন্তৰ চাৰিণৌ প্ৰাণ অপানৌ সমৌ কৃত্বা=উচ্ছ্বাস-নিশ্বাস ৰূপেণ নাসিকয়োঃ অভ্যন্তৰ চৰন্তৌ প্ৰাণ অপানৌ উৰ্দ্ধ অধোগতি ৰূপেণ সমৌ কৃত্বা কুম্ভকং কৃত্বা ইত্যৰ্থঃ। যদ্বা প্ৰাণঃ অয়ং যথা ন বহিঃ নিৰ্যাতি, যথাচ অপানৌ অন্তঃ ন প্ৰবিশতি, কিন্তু নাসামধ্যে এব দ্বৌ অপি যথা চৰতঃ তথা মন্দাভ্যাম্ উচ্ছ্বাস-নিশ্বাসাভ্যাম্ সমৌ কৃত্বা ইতি। যত ইতি। অনেন উপায়েন যতাঃ সংযতাঃ ইন্দ্ৰিয় মনোবুদ্ধয়ঃ যস্য, মোক্ষম্ এব পৰম্ অয়নং প্ৰাপ্যংযস্য, অতএব বিগতা ইচ্ছাভয়ক্ৰোধাঃ যস্য। এবম্ভূতো যো মুনিঃ স সদা জীৱন্ অপি মুক্ত এব ইত্যৰ্থঃ।

**অনুবাদ** :—বহিঃস্থিত ( ৰূপ ৰস আদি ) বিষয়বিলাকক বাহিৰতে ৰাখি ( সেই সেই বিষয়ে চিন্তা ত্যাগ কৰি ) চকু দুটা ভ্ৰূযুগলৰ মাজত সংস্থাপিত কৰি নাকৰ উচ্ছ্বাস আৰু শ্বাসৰ গতি সমান কৰি ( কুম্ভক কৰি ) যিজনে ইন্দ্ৰিয় মন আৰু বুদ্ধিক সংযত কৰিছে, তেওঁ ইচ্ছা ভয় আৰু ক্ৰোধ বিদূৰিত কৰিছে; এনেকুৱা মোক্ষ লাভেচ্ছু যি মুনি তেওঁ নিত্যই মুক্ত—জীৱদশাতেই মুক্ত। ২৭।২৮

( ২৭ আৰু ২৮ নং শ্লোক দুটা সম্যগ্ দৰ্শনৰ অন্তৰঙ্গ সাধনৰূপ ধ্যান যোগৰ সূত্ৰ স্থানীয়। )

ভোক্তাৰং যজ্ঞতপসাং সৰ্বলোকমহেশ্বৰম্।
সুহৃদং সৰ্বভূতানাং জ্ঞাত্বা মাং শান্তিম্ ঋচ্ছতি ॥ ২৯

**অন্বয়** :—মাং যজ্ঞ তপসাং ভোক্তাৰং সৰ্বলোক মহেশ্বৰম্ সৰ্বভূতানাং সুহৃদং জ্ঞাত্বা ( যোগী ) শান্তিং ঋচ্ছতি। ২৯ ॥

**শাঙ্কৰ ভাষ্য** :—এবং সমাহিত চিত্তেন কিং বিজ্ঞেয়ং ইতি উচ্যতে— ভোক্তাৰং যজ্ঞানাং তপসাং চ কৰ্ত্তৃৰূপেণ দেৱতাৰূপেণ চ সৰ্বলোক মহেশ্বৰং সৰ্বেষাং লোকানাং মহান্তং ঈশ্বৰং সৰ্বলোক মহেশ্বৰং সুহৃদং সৰ্বভূতানাম্ সৰ্ব-প্ৰাণিনাম্ প্ৰত্যুপকাৰ নিৰেপক্ষতয়া উপকাৰিণং সৰ্বভূতানাং হৃদয়েশয়ং সৰ্ব কৰ্ম

ফলাধ্যক্ষং সৰ্ব প্ৰত্যয় সাক্ষিণং মাং নাৰায়ণং জ্ঞাত্বা শান্তিং সৰ্ব-সংসাৰ উপৰতিং ঋচ্ছতি প্ৰাপ্নোতি।

**অনুবাদ**ঃ—মই যজ্ঞ আৰু তপস্যাসমূহৰ ভোক্তা, সকলো ভূতৰে সুহৃদ্ আৰু সৰ্বলোকৰ মহান্ ঈশ্বৰ বুলি জানি মানুহে (যোগীয়ে, সন্যাসীয়ে) শান্তি লাভ কৰে। (সুহৃৎ=নিৰপেক্ষ উপকাৰী) ২৯॥

"কেৱল ইন্দ্ৰিয়াদি নিয়ম মাত্ৰেও মুক্তি নহে, কিন্তু মোকো জানিব লাগে। ভক্তৰ অৰ্পিত যজ্ঞৰ মই পৰম ভোক্তা, ধৰ্মৰ পালক, সকলো লোকৰ মহান্ ঈশ্বৰ, সৰ্বসুহৃদ্, সবাৰে অন্তৰ্যামী মোক জানি মোৰ প্ৰসাদে মোক পাৱে।" ২৯॥

(ভট্টদেৱ)

ইতি শ্ৰীমদ্ভগবদ্ গীতাসুপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদে কৰ্মসংন্যাসো যোগো নাম পঞ্চমোধ্যায়ঃ॥

## পঞ্চম অধ্যায়ত উল্লেখ কৰা বিষয়ক সংক্ষিপ্ত টোকা

অৰ্জুনৰ জিজ্ঞাস্য বিষয় হৈছে—হে কৃষ্ণ! তুমি জ্ঞানীৰ কৰ্ম-সংন্যাসৰ বিষয়ে কৈছা, আকৌ কৈছা যে জ্ঞানখড়্গেৰে সংশয় ছেদ কৰি কৰ্ম কৰা; কিন্তু কৰ্ম সংন্যাস আৰু কৰ্মযোগ একে সময়তে কোনেও অৱলম্বন কৰিব নোৱাৰে—এই দুটাৰ মাজত মোৰ কাৰণে কোন্‌টো শ্ৰেয় সেইটো নিশ্চয়কৈ কোৱা।

শ্ৰীভগৱানে উত্তৰ দিছে যে মই বেদান্তবিদ পৰমাত্মজ্ঞানীৰ কাৰণে কৰ্মযোগ কোৱা নাই; কাৰণ তেওঁলোকৰ চিত্তশুদ্ধিৰ আৱশ্যক নাই। যিবিলাকৰ দেহাভিমান আছে, শোক মোহৰ দ্বাৰা যিবিলাকৰ চিত্ত আক্ৰান্ত হয়, তেনে লোকৰ বাবে হে কৰ্মযোগ উপদেশ দিছোঁ—যাতে তেওঁলোকে শাস্ত্ৰবিহিত কৰ্ম কৰি কৰি নিজৰ নিজৰ চিত্ত শুদ্ধ কৰি ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰিব। ব্ৰহ্মজ্ঞান লাভ কৰিলেই মুক্ত হ'ব পাৰিব। চিত্তশুদ্ধ হ'লে কৰ্মত্যাগ কৰিব পাৰিব। চিত্তশুদ্ধ হলে কৰ্মত্যাগ কৰিব পাৰিব। "যি শুদ্ধচিত্ত হৈল সিসকল কৰ্মক মনে এড়িল।"

(২) কৰ্ম কৰিব কিন্তু কৰ্মৰ ফলত আসক্তি ত্যাগ কৰিব। আসক্তি থাকিলেই কৰ্ম-বন্ধন হয়। কৰ্মৰ ফল ত্যাগেই কৰ্ম-সংন্যাস যোগ।

(৩) প্ৰকৃতি বা পূৰ্বজন্মৰ সংস্কাৰে কৰ্ম কৰায়। সেইবাবে 'মই কৰ্ত্তা'

'মোৰ কৰ্ম' এনে বোধ এৰিব। অহং বুদ্ধিয়েই অজ্ঞান, সেই অহংজ্ঞান বিদূৰিত হ'লে আত্ম-স্বৰূপ প্ৰতিভাত হয়—আত্মজ্ঞান হয়।

(৪) আত্মজ্ঞান উপস্থিত হ'লে সকলো পাপ পুণ্য ধ্বংস হয়—মুক্তিৰ পথ পৰিষ্কাৰ হয়।

(৫) কিন্তু আত্মজ্ঞানী হ'লেও প্ৰাৰব্ধ কৰ্মৰ ক্ষয়ৰ বাবে আসক্তি হীন হৈ (নিৰ্লিপ্ত হৈ) কৰ্ম কৰিব লাগিব।

(৬) পাপপুণ্য ক্ষয় হ'লে জীৱৎ কালতে মুক্তি পায় কিন্তু প্ৰাৰব্ধ ভোগ খণ্ডন নাযায়। "কাম ক্ৰোধ ভয় তেজি যি মুক্ত হয় তাক জীৱন্তে মুক্ত বুলি" কিন্তু "কেৱল ইন্দ্ৰিয়াদি নিয়ম মাত্ৰেয়ো মুক্তি নহে কিন্তু মোক জানিবে লাগে।" অৰ্থাৎ

(৭) চিত্ত শুদ্ধ হ'লেও ধ্যান ব্যতিৰেকে কেৱল মাত্ৰ কৰ্মসংন্যাসৰ পৰা মুক্তি নহয়। "চিত্ত শুদ্ধ হৈলেয়ো সন্ন্যাস মাত্ৰ মুক্তি ন হৈব।"

# শ্ৰীমদ্ভগৱদ্ গীতা

## ষষ্ঠোঽধ্যায়ঃ

## *ধ্যানযোগঃ*

শ্ৰীভগবান্ উবাচ।

অনাশ্ৰিতঃ কৰ্মফলং কাৰ্য্যং কৰ্ম কৰোতি যঃ।
স সংন্যাসী চ যোগী চ ন নিৰগ্নিৰ্ ন চাক্ৰিয়॥ ১

**অন্বয় ঃ**—শ্ৰীভৱান উবাচ—কৰ্মফলং অনাশ্ৰিতঃ কাৰ্য্যং কৰ্ম যঃ কৰোতি, সঃ সংন্যাসী চ যোগী চ; ন নিৰগ্নিঃ ন চ অক্ৰিয়ঃ।

**টীকা ঃ**—চিত্ত শুদ্ধে অপি ন ধ্যানং বিনা সংন্যাস মাত্ৰতঃ। মুক্তিঃ স্যাৎ ইতি ষষ্ঠেঽস্মিন্ ধ্যানযোগো বিতন্যতে। পূৰ্বাধ্যায়ান্তে সংক্ষেপেণ উক্তং যোগং প্ৰপঞ্চয়িতুং ষষ্ঠাধ্যায়ঃ আৰব্ধঃ। তত্ৰ তাবৎ "সৰ্বকৰ্মাণি মনসা সংন্যস্যাস্তে" ইতি আৰভ্য সংন্যাসপূৰ্বিকায়াঃ জ্ঞান-নিষ্ঠায়াঃ তাৎপৰ্য্যেণ অভিধানাৎ দুঃখ স্বৰূপত্বাৎ চ কৰ্মণঃ সহসা সংন্যাসাদি প্ৰসঙ্গং বাৰয়িতুং সংন্যাসাৎ অপি শ্ৰেষ্ঠত্বেন কৰ্মযোগং স্তৌতি—অনাশ্ৰিতঃ ইতি দ্বাভ্যাম্। কৰ্মফলং অনাশ্ৰিতঃ অনপেক্ষমাণঃ সন্ অৱশ্য কাৰ্য্যতয়া বিহিতং কৰ্ম যঃ কৰোতি স এব সংন্যাসী যোগী চ, ন তু নিৰগ্নিঃ অগ্নি-সাধ্য-ইষ্ট-আখ্য-কৰ্মত্যাগী, ন চ সক্ৰিয়ঃ ন অগ্নিসাধ্যপূৰ্ত্তকৰ্মত্যাগী চ। ১ ॥

**অনুবাদ ঃ**—শ্ৰীভগৱানে ক'বলৈ ধৰিলে—কৰ্মফলক (কৰ্মফলৰ আকাঙ্ক্ষাক) আশ্ৰয় নকৰি যিজনে অৱশ্যকৰণীয় কৰ্ম কৰে, তেৱেঁই সন্ন্যাসী আৰু তেৱেঁই কৰ্মযোগী। কেৱল বেদোক্ত হোম যজ্ঞ বা আন কৰ্ম ত্যাগ কৰিলেই সংন্যাসী নহয়। ১ ॥

**ব্যাখ্যা ঃ**—পঞ্চম অধ্যায়ৰ শেষৰ তিনিটা শ্লোকত ধ্যানযোগৰ বিষয়ে

কৈছে—তাৰে বিস্তৃত ব্যাখ্যা কৰিবলৈ ষষ্ঠ অধ্যায় আৰম্ভ হৈছে চিত্তশুদ্ধি হ'লেও ধ্যান নহ'লে কেৱল মাত্ৰ সংন্যাসত মুক্তি হ'ব নোৱাৰে—এই কথা পঞ্চম অধ্যায়ৰ সাৰ কথা। কিন্তু ধ্যানযোগত প্ৰবৃত্ত হ'বলৈকো কৰ্মযোগ আৱশ্যক। বিহিত কৰ্ম কৰিবই লাগিব। সেইবাবে শ্ৰীভগৱানে এতিয়া কৰ্মৰ প্ৰশংসা কৰিছে।

"ভিতৰৰ সন্ন্যাস হে আচল সন্ন্যাস, বাহিৰৰ ত্যাগ একো নহয়। এই অৰ্থত সন্ন্যাস আৰু কৰ্মযোগৰ একো প্ৰভেদ নাই।

নিজৰ অকৰ্তৃত্ব আৰু জগতৰ একত্ব সামান্যভাৱে বুজি, তাকে বিশ্বাস কৰি, শাস্ত্ৰবিহিত কৰ্ম কৰি কৰি মানুহৰ চিত্ত লাহে লাহে শুদ্ধ হৈ আহিব আৰু তেতিয়া তেওঁ যোগাৰূঢ় হ'ব। এই অধ্যায়ত এতিয়া গীতাই ক'ব যে 'যোগাৰূঢ়' ক্ৰমোন্নতিৰ শেষ স্তৰ নহয়। চিত্তশুদ্ধি হ'লেও ধ্যান বা সমাধি নহ'লে মুক্তি নহয়। "চিত্তশুদ্ধি হৈলেয়ো ধ্যান বিনা সন্ন্যাসত মাত্ৰ মুক্তি ন হৈব--ভট্টদেৱ"।

মানুহে যিটি সত্য ( জগতৰ একত্ব আৰু আত্মাৰ অকৰ্তৃত্ব ) বিশ্বাস কৰি নিষ্কাম কৰ্মযোগত অগ্ৰসৰ হৈছিল, সেই সত্যটি উপলব্ধি কৰিব লাগিব। ধ্যান নহ'লে সেই উপলব্ধি নহয়। সেই ধ্যান কেনেকৈ কৰিব লাগে তাকে উপদেশ দি গীতাই এই অধ্যায় শেষ কৰিছে আৰু তাৰে মাজতে এইটোও কৈছে যে উচ্ছৃঙ্খল ভোগৰদ্বাৰা শৰীৰ অৱসন্ন কৰা যেনে, কঠোৰ নিগ্ৰহৰদ্বাৰা আত্মাক অৱসন্ন কৰাও তেনে। আত্ম সংযম লাগে, ইন্দ্ৰিয়নিগ্ৰহো লাগে; কিন্তু সৰ্বদা ঈশ্বৰ চিন্তা হে আত্ম সংযমৰ স্বাভাৱিক সহজ নিয়ম, কঠোৰ নিগ্ৰহ নিয়ম নহয়।" ( বেদান্ত-বাচস্পতি )

"কৰ্মযোগৰ সিদ্ধিৰ কাৰণে চিত্তজয়ৰ আৱশ্যকতা আছে। এই চিত্তজয় ধ্যানযোগৰদ্বাৰাও হয়; অতএব নিজৰ সাধনাত সিদ্ধি লাভৰ কাৰণে কৰ্ম-যোগীৰ কিছু ধ্যানযোগৰ অভ্যাস কৰি লোৱা ভাল।

ষষ্ঠ অধ্যায়ৰ কেইটিমান শ্লোকত ধ্যানযোগৰ উপদেশ দিছে।

কোনো কোনোৱে ভাবে যে কৰ্মযোগ আৰু কৰ্মসংন্যাস পৃথক। কৰ্ম-ত্যাগৰ ৰহস্যও প্ৰসঙ্গতঃ কোৱা হৈছে। সংন্যাসীৰ প্ৰধান বাহ্য লক্ষণ হৈছে যে তেওঁ অগ্নিহোত্ৰ হোম নকৰে। শ্ৰীকৃষ্ণই এই অধ্যায়ৰ প্ৰথম শ্লোকতে ক'লে যে, নহয়, সেয়ে মাথোন সন্ন্যাসীৰ লক্ষণ নহয়।

কৰ্মফলৰ আকাঙ্ক্ষাই যেন বদ্ধজীৱৰ ঘৰ; সেই ঘৰ ত্যাগ কৰিলেই

সন্ন্যাসী বুলিব পাৰি। তাকে কৰ্মযোগীও বোলে—এই কথাকেই দ্বিতীয় শ্লোকত কৈছে—। ১ ॥ (বেদ-বেদান্তশাস্ত্ৰী)

**যং সংন্যাসমিতি প্ৰাহুৰ্ যোগং তং বিদ্ধি পাণ্ডৱ।**
**নহ্যসংনস্ত সংকল্পো যোগী ভবতি কশ্চন ॥ ২ ॥**

**অন্বয়** ঃ—পাণ্ডৱ! যং সংন্যাসম্ ইতি প্ৰাহুঃ, যোগং তং বিদ্ধি। হি অসংন্যস্ত-সংকল্পঃ কঃ চ ন যোগী ভৱতি। ২

যং সংন্যাসং ইতি প্ৰাহুঃ=কেৱলাৎ ফলসংন্যাসাৎ

অসংন্যস্তসংকল্পঃ=কৰ্মনিষ্ঠঃ জ্ঞান নিষ্ঠঃ বা।

**শ্ৰীধৰী টীকায়াম্**—ন সংন্যস্ত ফলসংকল্পো যেন স কৰ্মনিষ্ঠো বা কশ্চিদপি যোগী নহি ভৱতি, অতঃ ফলসংকল্প ত্যাগ সাম্যাৎ সংন্যাসী চ, ফলসংকল্প ত্যাগাদেব চিত্তবিক্ষেপাভাবাদ্ যোগী চ ভবত্যেব সঃ—ইত্যৰ্থঃ।

**অনুবাদ** ঃ—হে পাণ্ডৱ! পণ্ডিতসকলে যাক সংন্যাস বুলি কৈছে, তুমি তাকেই কৰ্মযোগ বুলি জানিবা। সংকল্পসংন্যাস নকৰিলে (কৰ্মফলৰ আশা ত্যাগ নকৰিলে) কোনো কৰ্মযোগী নহয়। ২ ॥

মনৰ পৰা কৰ্মফল কামনা দূৰ কৰিলে চিত্ত-বিক্ষেপ নহয়—সেইবাবে তেওঁ যোগী হয়। কৰ্মফল কামনা ত্যাগ কৰিলে তেওঁ সংন্যাসীও হয়। গতিকে কৰ্মফল কামনা ত্যাগ কৰাই হৈছে উভয়ৰে মূল কথা। ২ ॥

**আৰুৰুক্ষোৰ্ মুনেৰ্ যোগং কৰ্মকাৰণম্ উচ্যতে।**
**যোগৰূঢ়স্য তস্যৈব শমঃ কাৰণম্ উচ্যতে ॥ ৩**

**অন্বয়** ঃ—যোগম্ আৰুৰুক্ষোঃ মুনেঃ কৰ্ম কাৰণম্ উচ্যতে। যোগ আৰূঢ়স্য তস্য এব শমঃ কাৰণম্ উচ্যতে। শমঃ=সমাধিঃ

**টীকা** ঃ—তৰ্হি যাবজ্জীৱং কৰ্মযোগঃ এব প্ৰাপ্তঃ ইতি আশঙ্ক্য তস্য অবধিম্ আহ—আৰুৰুক্ষোৰিতি।

জ্ঞানযোগম্ আৰোঢ়ুং প্ৰাপ্তুং ইচ্ছোঃ পুংসঃ তৎ আৰোহে কাৰণং কৰ্ম উচ্যতে চিত্তশুদ্ধি কাৰত্বাৎ।

জ্ঞানযোগম্ আৰূঢ়স্য তু তস্যৈব জ্ঞাননিষ্ঠস্য সমাধিঃ চিত্তবিক্ষেপক-কৰ্ম-উপৰমঃ জ্ঞান পৰিপাকে কাৰণম্ উচ্যতে ॥ ৩ ॥ (শ্ৰীধৰ)

[ জ্ঞান যোগৰ অঙ্গীভূত—কৰ্মযোগ আৰু ধ্যানযোগ। সেইবাবে স্বামীয়ে যোগ শব্দৰ অৰ্থ ইয়াত জ্ঞানযোগ কৰিছে। মূল অৰ্থৰ কোনো প্ৰভেদ নহয় ]

**অনুবাদ** :—ধ্যানযোগ বা জ্ঞানযোগত আৰোহণ কৰিবলৈ ইচ্ছা কৰা মননশীল ব্যক্তিৰ ( মুনিৰ ) ( নিষ্কাম ) কৰ্মই কাৰণ হয়; কাৰণ নিষ্কাম কৰ্মই চিত্তশুদ্ধি কৰে; আৰু ধ্যানযোগ বা জ্ঞানযোগত আৰোহণ কৰিবলৈ সক্ষম হোৱা ব্যক্তিৰ পক্ষে জ্ঞানক পৰিপক্ক কৰিবৰ কাৰণে সমাধিয়েই কাৰণ হয়—কাৰণ সমাধিয়ে চিত্ত বিক্ষেপক সকলো প্ৰকাৰ কৰ্মৰ নিবৃত্তি কৰায়। ৩ ॥

**ব্যাখ্যা** :—নিষ্কাম কৰ্মত কামনা আৰু কৰ্তৃত্বৰ অহংকাৰ ত্যাগ কৰিব লাগে। এই 'অহং' ত্যাগেই আত্মশুদ্ধি, তাতেই যোগসিদ্ধি—ব্ৰাহ্মীস্থিতি। আৰু এই ব্ৰাহ্মীস্থিতিত স্থিৰ থাকিবৰ কাৰণে নিষ্কাম কৰ্মীৰ আত্মসংযম-জনিত চিত্তপ্ৰসাদ ( শান্তি) কাৰণ-স্বৰূপ হয়।

ফল নিৰপেক্ষ কৰ্মযোগ ধ্যানযোগৰ বহিৰঙ্গ সাধন; কাৰণ ধ্যানযোগৰ ধ্যেয় বস্তু কৰ্মযোগৰ বিষয় নহয়, কিন্তু কৰ্মযোগে চিত্তশুদ্ধি কৰে কাৰণে কৰ্ম-যোগেই ধ্যানযোগৰ কাৰণ হয়।

চিত্তশুদ্ধিৰ দ্বাৰা ধ্যানযোগ প্ৰাপ্তিৰ সাধন হয় কাৰণে কৰ্মযোগ বহিৰঙ্গ সাধন আৰু ধ্যানযোগৰ দ্বাৰা ব্ৰাহ্মীস্থিতি হয় কাৰণে—ধ্যানযোগ অন্তৰঙ্গ সাধন। ধ্যান-যোগৰ দ্বাৰা সমাধি প্ৰাপ্ত হ'লে চিত্ত বিক্ষেপক কৰ্মসমূহৰ আপোনা-আপুনি ওৰ পৰে।

"কৰ্মই হৈছে যোগাৰূঢ় অৱস্থা লাভৰ কাৰণ—সেইবাবে নিষ্কাম কৰ্ম কৰিব লাগে। অতএৱ এই অৱস্থা লাভৰ কাৰণ কৰ্ম; কিন্তু যি এনে কৰ্ম কৰি যোগাৰূঢ় অৱস্থা প্ৰাপ্ত হৈছে, তেওঁ সেই অৱস্থাত অৱস্থিতি কৰিবলৈ হ'লে শম অৰ্থাৎ চিত্তবিক্ষেপশূন্য সমাধি অৱলম্বন কৰা আৱশ্যক। অতএৱ যোগপ্ৰতিষ্ঠ বা যোগাৰূঢ় অৱস্থাত অৱস্থিতিৰ কাৰণ—শম।" ৩ ॥

( বেদান্ত বাচস্পতি )

যদা হি নেন্দ্ৰিয়াৰ্থেষু ন কৰ্মস্বনুষজ্জতে।
সৰ্বসংকল্প সংন্যাসী যোগাৰূঢ় স্তদোচ্যতে ॥ ৪

**অন্বয়** :—যদা হি সৰ্বসংকল্প সংন্যাসী ইন্দ্ৰিয়াৰ্থেষু ন অনুষজ্জতে, কৰ্মসু চ ন, তদা যোগাৰূঢ়ঃ উচ্যতে। ৪ ॥

**টীকা** :—কীদৃশোঽসৌ যোগারূঢো যস্য শমঃ কাৰণমুচ্যতে ইতি অত্ৰ আহ—যদেতি।

ইন্দ্ৰিয়াৰ্থেষু ইন্দ্ৰিয় ভোগ্যেষু শব্দাদিষু তৎ সাধনেষু চ কৰ্মসু যদা ন অনুষজ্জতে আসক্তিং ন কৰোতি, তত্ৰ হেতুঃ আসক্তিমূল ভূতান্ সৰ্বান্ বিষয়ান্ চ সংকল্পান্ সংন্যাসিতুং ত্যক্তুং শীলং যস্য সঃ, তদা যোগারূঢ়ঃ উচ্যতে। ৪॥ ( শ্ৰীধৰ )

**অনুবাদ** :—যেতিয়া ইন্দ্ৰিয়ভোগ্য ( শব্দ স্পৰ্শাদি ) বিষয়ত কামনা পৰিত্যাগ কৰি বিষয় আৰু কৰ্মত আসক্তি নোহোৱা হয়, তেতিয়াহে তেওঁ যোগারূঢ় হয়। ( সকলো প্ৰকাৰ সংকল্প পৰিত্যাগ কৰিব পৰা ব্যক্তি যোগারূঢ় হয় )।

যোগারূঢ়ৰ লক্ষণ হৈছে—(১) সৰ্বসংকল্প ত্যাগ (২) বিষয় আৰু কৰ্মত অনাসক্তি কিন্তু ইয়াৰ দ্বাৰা কৰ্মত্যাগ নুবুজায়।

**ব্যাখ্যা** :—মহাভাৰতৰ শান্তিপৰ্বত আছে—

কাম জানামি তে মূলং সংকল্পাৎ কিল জায়সে
ন ত্বাং সংকল্পয়িষ্যামি সমূলো ন ভৱিষ্যসি। ১৭৭।২৫

হে কাম! তোমাৰ মূল কি মই জানো। সংকল্পৰপৰাই তোমাৰ উৎপত্তি। তোমাক আৰু মই সংকল্প নকৰোঁ। তেতিয়া হ'লে তুমি সমূলে বিনষ্ট হ'বা।

ন কৰ্মসু অনুষজ্জতে 'কৰ্মত যেতিয়া আসক্তি নোহোৱা হয়'—এই কথাৰপৰা বুজা যায় যে তেওঁ কৰ্ম ত্যাগ কৰা নাই—কৰ্ম কৰিয়েই আছে। কৰ্ম নাথাকিলে কৰ্মত আসক্তি-অনাসক্তিৰ প্ৰসঙ্গই নুঠে। তেন্তে তেওঁ কি ত্যাগ কৰিলে? সৰ্বসংকল্প ত্যাগ কৰিলে—এই যে সৰ্বসংকল্পৰ নিবৃত্তি—ইয়াকেই তৃতীয় শ্লোকত 'শম' বুলিছে"। ( বেদ-বেদান্ত শাস্ত্ৰী )

সেই সৰ্বসংকল্প পৰিত্যাগ কৰা ব্যক্তিয়েই যোগারূঢ় বুলি অভিহিত হয়।

"যেথন শব্দাদি বিষয়ত, তাৰ সাধন কৰ্মতো আসক্তি নকৰে, আসক্তিৰ কাৰণ ভোগতো বাঞ্ছা এৰে, তেবে তেথন যোগারূঢ় বুলি।" ৪॥ ( ভট্টদেৱ )

**উদ্ধৰেদাত্মনাঽঽত্মানং নাত্মানম্ অৱসাদয়েৎ।**
**আত্মৈব হ্যাত্মানো বন্ধুৰ্ আত্মৈব ৰিপুৰ্ আত্মনঃ॥ ৫**

**অন্বয়** :—আত্মনা আত্মানম্ উদ্ধৰেৎ, আত্মানং ন অৱসাদয়েৎ; হি আত্মা এব আত্মনঃ বন্ধুঃ, আত্মা এব আত্মনঃ ৰিপুঃ।

উদ্ধৰেৎ=উৎ সংসাৰাৎ ঊৰ্দ্ধং হৰেৎ, যোগারূঢ়তাম্ আপাদয়েৎ ( শঙ্কৰ )

ন অৱসাদয়েৎ=ন অধঃ নয়েৎ।

**অনুবাদ** :—আত্মাৰ দ্বাৰা আত্মাক উদ্ধাৰ কৰিবা। নিজৰ আত্মাক কেতিয়াও অধঃপাতিত নকৰিবা; কাৰণ আসক্তি নোহোৱা মনেই ( সংকল্প বিবৰ্জিত মনেই ) আত্মাৰ উপকাৰী বন্ধু আৰু বিষয়ত আসক্ত মনেই আত্মাৰ শত্ৰু। ৫ ॥

**ব্যাখ্যা** :—ইয়াত 'আত্মনা উদ্ধৰেৎ' কথাখিনিত 'আত্মনা' শব্দৰ অৰ্থ বিবেকযুক্ত মন বুলি কোনো কোনো ব্যাখ্যাকাৰকে গ্ৰহণ কৰিছে; কিন্তু অনেকে আকৌ 'আত্মনা' শব্দৰ অৰ্থ 'নিজৰ দ্বাৰা' বুলি গ্ৰহণ কৰিছে। এই শ্লোকৰ অন্য প্ৰকাৰ অনুবাদ—

"মানুহে নিজেই নিজক উদ্ধাৰ কৰিব—নিজক অৱসন্ন হ'ব'লৈ নি'দিব; কিয়নো মানুহ নিজেই নিজৰ বন্ধু, নিজেই নিজৰ শত্ৰু।" ( বেদ-বেদান্ত শাস্ত্ৰী )

"নিজৰ চেষ্টাৰ দ্বাৰাই নিজক উদ্ধাৰ কৰিবা, নিজ আত্মাক অৱসাদগ্ৰস্ত কৰা উচিত নহয়; কাৰণ আত্মাই আত্মাৰ বন্ধু, আত্মাই আত্মাৰ ৰিপু।"

( সন্তদাস বাবাজী )

"নিজৰ চেষ্টাৰে নিজক উদ্ধাৰ কৰিবা। নিজ আত্মাকে অৱসন্ন নকৰিবা; কাৰণ আত্মাই আত্মাৰ বন্ধু, আত্মাই আত্মাৰ শত্ৰু। উচ্ছৃংখল ভোগৰ দ্বাৰা বা অতি কঠোৰ নিগ্ৰহৰ দ্বাৰা নিজক একেবাৰে অৱসন্ন কৰিলে, নিজে নিজৰ শত্ৰুতা কৰা হয়। অন্তৰস্থ আত্মশক্তিৰ দ্বাৰা অৰ্থাৎ ঈশ্বৰ চিন্তাৰ দ্বাৰা, কামনা ক্ষয় কৰি বা ইন্দ্ৰিয় সংযম কৰি ( দুয়োটা একে কথা ) যোগৰ পথত অগ্ৰসৰ হ'লে, নিজেই নিজৰ বন্ধু হয়।" ৫ ॥ ( বেদান্ত বাচস্পতি )

বন্ধুৰ্ আত্মাঽঽত্মনস্তস্য যেনাত্মৈবাত্মনা জিতঃ।
অনাত্মনস্ তু শত্ৰুত্বে বৰ্তেতাত্মৈৱ শত্ৰুৱৎ ॥ ৬

**অন্বয়** :—যেন আত্মনা আত্মা এৱ জিতঃ, [ সঃ ] আত্মা তস্য আত্মনঃ বন্ধুঃ। তু অনাত্মনঃ আত্মা এৱ শত্ৰুৱৎ শত্ৰুত্বে বৰ্তেত।

অনাত্মনঃ=অজিতাত্মনঃ

**অনুবাদ** :—যি আত্মা আত্মাৰদ্বাৰা বশীভূত হৈছে সেই আত্মাই আত্মাৰ বন্ধু। অজিতাত্মাৰ আত্মা শত্ৰুৰ দৰে অপকাৰত প্ৰবৃত্ত হয়।

"যি নিজকে নিজে সংযত কৰিছে, তেওঁ নিজৰ বন্ধু; যি নিজক সংযত কৰা নাই, তেওঁ নিজেই নিজৰ শত্ৰুৰ দৰে আচৰণ কৰে।" ( বেদ-বেদান্ত শাস্ত্ৰী )

**জিতাত্মনঃ প্ৰশান্তস্য পৰমাত্মা সমাহিতঃ।**
**শীতোষ্ণসুখদুঃখেষু তথা মানাপমানয়োঃ॥ ৭**

**অন্বয়** ঃ—জিতাত্মনঃ প্ৰশান্তস্য পৰং আত্মা শীত-উষ্ণ-সুখ-দুঃখেষু তথা মান-অপমানয়োঃ সমাহিতঃ [ ভৱতি ]। ৭ ॥

**টীকা** ঃ—জিতাত্মনঃ স্বস্মিন্ বন্ধুত্বং স্ফুটয়তি—জিতাত্মন ইতি। জিত আত্মা যেন তস্য প্ৰশান্তস্য ৰাগাদি ৰহিতস্যৈব পৰং কেৱলমাত্মা শীতোষ্ণাদিষু সৎস্বপি সমাহিত আত্মনিষ্ঠো ভৱতি নান্যস্য, যদ্বা তস্য হৃদি পৰমাত্মা সমাহিতঃ স্থিতো ভৱতি। ৭ ॥ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—যি নিজক সংযত কৰিব পাৰিছে, ( সৰ্বসংকল্প পৰিত্যাগ কৰি ) প্ৰশান্ত হৈছে, তেওঁৰ পৰমাত্মা শীত-উষ্ণ, সুখ-দুঃখ, মান-অপমানত স্থিৰ থাকে ( তেওঁৰ হৃদয়ত পৰমাত্মা প্ৰতিষ্ঠিত হৈ থাকে )।

**ব্যাখ্যা** ঃ—এই শ্লোকত পৰমাত্মাৰ দ্বাৰা নিজ আত্মাকেই বুজাইছে। আত্মা পৰমাত্মাৰেই অংশ। তত্ত্বতঃ উভয়েই একে। দেহ যেতিয়া প্ৰকৃতিৰ গুণত্ৰয়ৰ বশীভূত হৈ থাকে, তেতিয়া জীৱাত্মা বুলি কোৱা হয়; কিন্তু জিতেন্দ্ৰিয়, প্ৰশান্ত চিত্ত ব্যক্তি প্ৰকৃতিৰ গুণৰ দ্বাৰা নিৰ্মুক্ত, গতিকে তেওঁ **পৰমাত্মস্বৰূপ** প্ৰতিভাত হয়।

যিজনে ইন্দ্ৰিয় জয় কৰি জিতাত্মা হ'ব পাৰিছে, সেই ব্যক্তিৰ আত্মাই বন্ধু—সেই কথাটোকে ইয়াত আৰু স্পষ্টকৈ কৈছে। ( **জগদীশ ঘোষৰ** গীতা )

**জ্ঞান বিজ্ঞান তৃপ্তাত্মা কূটস্থো বিজিতেন্দ্ৰিয়ঃ।**
**যুক্ত ইত্যুচ্যতে যোগী সমলোষ্টাশ্ম কাঞ্চনঃ॥ ৮**

**অন্বয়** ঃ—জ্ঞান বিজ্ঞান তৃপ্তাত্মা কূটস্থঃ বিজিত-ইন্দ্ৰিয়ঃ সম-লোষ্ট-অশ্ম-কাঞ্চনঃ যোগী যুক্তঃ ইতি উচ্যতে। ৮ ॥

**টীকা** ঃ—যোগাৰূঢ়স্য লক্ষণং শ্ৰৈষ্ঠ্যং চ উক্তং উপপাদ্য-উপসংহৰতি—জ্ঞানেতি।

জ্ঞানম্ ঔপদেশিকং বিজ্ঞানং অপৰোক্ষানুভৱঃ, তাভ্যাং তৃপ্তঃ নিৰাকাঙ্ক্ষঃ আত্মাচিত্তং যস্য, অতঃ কূটস্থঃ নিৰ্বিকাৰঃ অতএব বিজিতানি ইন্দ্ৰিয়ানি যেন, অতএব লোষ্ট্ৰাদীনি যস্য মৃৎখণ্ডপাষাণসুৱৰ্ণে হেয়-উপাদেয় বুদ্ধিশূন্যঃ সঃ যুক্তঃ যোগাৰূঢ়ঃ ইতি উচ্যতে। ৮ ॥ ( শ্ৰীধৰ )

**অনুবাদ**ঃ—যাৰ আত্মা শাস্ত্ৰজ্ঞান আৰু তত্ত্ব-অনুভূতিত পৰিতৃপ্ত, যিজন শীত-উষ্ণ আদিত নিৰ্বিকাৰ আৰু জিতেন্দ্ৰিয় আৰু যিজন মৃত্তিকাখণ্ড, শিলাখণ্ড আৰু সুবৰ্ণত সমদৰ্শী ( হেয়-উপাদেয় বুদ্ধিশূন্য ) তেওঁকেই যোগাৰূঢ় বুলি কোৱা হয়। ৮ ॥

**ব্যাখ্যা**ঃ—"আত্মাৰ অনুভৱজ যি জ্ঞান তাকে বিজ্ঞান বোলে। ই ভিতৰৰপৰা ওলোৱা জ্ঞান। এতিয়া এই শ্লোকত কৈছে—বহিৰ্জগতৰ পৰা অহা জ্ঞান আৰু ভিতৰৰ পৰা ওলোৱা আত্মানুভৱজ বিজ্ঞান—এই দুটি পাই যি তৃপ্ত হৈছে, যি নিৰ্বিকাৰ আৰু জিতেন্দ্ৰিয়, যি মাটি, শিল আৰু সোণ, সকলোকে সমান দেখে—এনে যোগীক যুক্ত ( যোগসিদ্ধ ) বোলে।" ( বেদান্ত বাচস্পতি )

"গুৰুৰ উপদেশৰ পৰা মাৰ্জিত হোৱা নিৰ্মলা বুদ্ধিৰ নাম জ্ঞান, তত্ত্ব পদাৰ্থৰ প্ৰত্যক্ষ অনুভূতিৰ নাম বিজ্ঞান ; এই উভয়ৰ দ্বাৰা পৰিতৃপ্ত চিত্তই—জ্ঞান-বিজ্ঞানতৃপ্তাত্মা।" ৮ ॥ ( জগদীশ ঘোষৰ গীতা )

সুহৃন্মিত্ৰ্যুদাসীন মধ্যস্থ দ্বেষ্য বন্ধুষু।
সাধুষ্বপি চ পাপেষু সমবুদ্ধিৰ্বিশিষ্যতে ॥ ৯

**অন্বয়**ঃ—সুহৃৎ-মিত্ৰ-অৰি-উদাসীন-মধ্যস্থ-দ্বেষ্য-বন্ধুষু-সাধুষু-পাপেষু অপি চ সমবুদ্ধিঃ বিশিষ্যতে। ৯ ॥

**টীকা**ঃ—সুহৃৎ-মিত্ৰাদিষু সমবুদ্ধিযুক্তঃ তু ততোঽপি শ্ৰেষ্ঠঃ ইতি আহ—সুহৃদিতি।

সুহৃৎ স্বভাৱেন এব হিতশংসী, মিত্ৰং স্নেহবলেন উপকাৰকঃ, অৰিঃ ঘাতুকঃ, উদাসীনঃ বিবদমানয়োঃ উভয়োঃ অপি উপেক্ষকঃ, মধ্যস্থঃ বিবদমানয়োঃ অপি হিতশংসী, দ্বেষ্যঃ দ্বেষ-বিষয়ঃ, বন্ধুঃ-সম্বন্ধী, সাধবঃ সদাচাৰাঃ, পাপাঃ দুৰাচাৰাঃ, এতেষু সমাঃ ৰাগদ্বেষাদিশূন্যাঃ বুদ্ধিঃ যস্য সতু বিশিষ্টঃ। ( শ্ৰীধৰ )

**অনুবাদ**ঃ—সুহৃৎ, মিত্ৰ, শত্ৰু, উদাসীন, মধ্যস্থ, দ্বেষ্য, বন্ধু, সজ্জন আৰু দুষ্ট লোকৰ প্ৰতি সমবুদ্ধি থকা ব্যক্তিৰ বৈশিষ্ট্য আছে।

সুহৃৎ=যি মানুহ স্বভাৱতঃ হিতাকাঙ্ক্ষী—প্ৰত্যুপকাৰ নিবিচাৰে।

মিত্ৰ=স্নেহবশতঃ উপকাৰী।

অৰি=ঘাতুক। উদাসীন=দুই পক্ষৰ বিবাদ হ'লে যিজনে কোনো পক্ষকে অৱলম্বন নকৰে।

মধ্যস্থ=বিবাদ কৰা দুয়োপক্ষৰে হিতাকাঙ্ক্ষী।

দ্বেষ্য=দ্বেষ কৰিবৰ পাত্ৰ।

বন্ধু=সম্বন্ধীয় লোক। সাধু=সদাচাৰ। পাপিষ্ঠ=দুৰাচাৰ।

সকলো প্ৰকাৰ ব্যক্তিৰ প্ৰতি সকলো বিষয়তে সম-চিত্ততা লাভ কৰাই যোগৰ শ্ৰেষ্ঠ ফল।

যোগী যুঞ্জীত সততম্ আত্মানং ৰহসি স্থিতঃ।
একাকী যত চিত্তাত্মা নিৰাশীৰ্ অপৰিগ্ৰহঃ॥ ১০

**অন্বয়ঃ**—যোগী সততং ৰহসি স্থিতঃ একাকী যতচিত্ত-আত্মা নিৰাশীঃ অপৰিগ্ৰহঃ আত্মানং যুঞ্জীত। ১০ ॥

**টীকাঃ**—এবং যোগাৰূঢ় লক্ষণং উক্ত্বা ইদানীং তস্য সাঙ্গং যোগং বিধত্তে যোগী ইত্যাদিনা—স যোগী পৰমো মতঃ ইতি অন্তেন গ্ৰন্থেন যোগী ইতি।

যোগী যোগাৰূঢ় আত্মানং মনো যুঞ্জীত সমাহিতং কুৰ্য্যাৎ, সততং নিৰন্তৰং ৰহসি একান্তে স্থিতঃ সন্ একাকী সঙ্গশূন্যঃ, যতঃ সংযত চিত্তমাত্মা দেহশ্চ যস্য, নিৰাশীঃ নিৰাকাঙ্ক্ষঃ নিৰাহাৰঃ অপৰিগ্ৰহঃ পৰিগ্ৰহশূন্যঃ চ। ১০ ॥ (শ্ৰীধৰ)

**অনুবাদঃ**—যোগীয়ে অকলে নিৰ্জন ঠাইত থাকি সংযত দেহ, সংযত চিত্ত, আকাঙ্ক্ষাশূন্য আৰু পৰিগ্ৰহ শূন্য হৈ (সকলো আশা আৰু পৰিগ্ৰহ ত্যাগ কৰি) নিজৰ আত্মাক পৰমাত্মাৰ লগত অভিন্ন বুলি চিন্তা কৰিব। ১০ ॥

**ব্যাখ্যাঃ**—অতীত শ্লোকবিলাকত যোগাৰূঢ় ব্যক্তিৰ লক্ষণ আৰু ফল কৈ এতিয়া এই অধ্যায়ৰ ১০ম শ্লোকৰপৰা ৩২শ শ্লোকলৈ যোগাৰূঢ় অৱস্থা প্ৰাপ্তিৰ উপায় বৰ্ণনা কৰিছে—যোগৰ উত্তম ফল পাবলৈ যোগাৰূঢ় ব্যক্তিয়ে প্ৰথমতঃ উত্তম নিৰ্জন ঠাই বাছি ল'ব লাগিব। তাত তেওঁ অকলশৰে যোগসাধনা কৰিবলৈ সাজু হ'ব লাগিব। তেওঁৰ মনত কোনো প্ৰকাৰ আকাঙ্ক্ষা থাকিব নালাগিব। সকলো প্ৰকাৰ আশা আৰু পৰিগ্ৰহশূন্য হৈ নিজৰ আত্মাক পৰমাত্মাৰ লগত যুক্ত কৰাবলৈ ধ্যানযোগৰ অভ্যাস কৰিব। ১০ ॥

শুচৌ দেশে প্ৰতিষ্ঠাপ্য স্থিৰম্ আসনম্ আত্মনঃ।
নাত্যুচ্ছ্ৰিতং নাতিনীচং চৈলাজিনকুশোত্তৰম্॥ ১১

**অন্বয়ঃ**—শুচৌ দেশে আত্মনঃ স্থিৰং ন অতি-উচ্ছ্ৰিতং ন অতি-নীচং চৈল-অজিন-কুশ-উত্তৰম্ আসনং প্ৰতিষ্ঠাপ্য। ১১ ॥

**তত্ৰৈকাগ্ৰং মনঃকৃত্বা যত চিত্তেন্দ্ৰিয়ক্ৰিয়ঃ।**
**উপবিশ্যাসনে যুঞ্জ্যাদ্ যোগম্ আত্মবিশুদ্ধয়ে॥ ১২**

**অন্বয়ঃ**—তত আসনে উপৱিশ্য যত-চিত্ত-ইন্দ্ৰিয়-ক্ৰিয়ঃ মনঃ একাগ্ৰং কৃত্বা আত্মবিশুদ্ধয়ে যোগং যুঞ্জ্যাৎ। ১২॥

যুঞ্জ্যাৎ=অভ্যসেৎ।

**অনুবাদ** (১১-১২):—এই শ্লোক দুটাত আসন পতাৰ নিয়ম দেখুৱাইছে। পবিত্ৰ ঠাইত প্ৰথমে কুশ, তাৰ পাছত পশুৰ ছাল, তাৰ পাছত কাপোৰ পাৰি বৰ ওখ নহয়, বৰ চাপৰো নহয় এনে এখন আসন নিজৰ নিমিত্তে পাতি আৰু সেই আসনত বহি একাগ্ৰমনেৰে সকলো বহিৰ্মুখী বৃত্তি নিৰোধ কৰি, আত্মশুদ্ধিৰ বাবে যোগ অভ্যাস কৰিব। ১১।১২

**ব্যাখ্যা**:—ভগৱান্ বুদ্ধ যোগাসনত বহিবৰ আগতে এইদৰে দৃঢ়সংকল্প হৈ লৈছিল—

ইহাসনে শুষ্যতু মে শৰীৰং ত্বগস্থিমাংসং প্ৰলয়ঞ্চ যাতু।
অপ্ৰাপ্য বোধিং বহুকল্প দুৰ্লভাং নৈৱাসনাৎ কায়মতশ্চলিষ্যতে॥

এই আসনত মোৰ শৰীৰ শুকাই যাওক; ত্বক্ অস্থি মাংস ধ্বংস হওক। বহুদুৰ্লভ বোধি (জ্ঞান) লাভ নকৰি এই আসন ত্যাগ নকৰোঁ।

(এইদৰে দৃঢ়সংকল্প কৰি প্ৰত্যহ ধ্যানত বহিব লাগে।)

(জগদীশ্বৰানন্দৰ ব্যাখ্যাৰপৰা)

**সমং কায় শিৰোগ্ৰীৱং ধাৰয়ন্নচলং স্থিৰঃ।**
**সংপ্ৰেক্ষ্য নাসিকাগ্ৰং স্বং দিশশ্চানবলোকয়ন্॥ ১৩**
**প্ৰশান্তাত্মা বিগতভীৰ্ ব্ৰহ্মচাৰিব্ৰতে স্থিতঃ।**
**মনঃ সংযম্য মচ্চিত্তো যুক্ত আসীত মৎপৰঃ॥ ১৪**

**অন্বয়ঃ**—কায়ঃ-শিৰঃ-গ্ৰীৱং সমং অচলং ধাৰয়ন্ স্থিৰঃ স্বং নাসিক-অগ্ৰং সংপ্ৰেক্ষ্য দিশঃ চ ন অবলোকয়ন—

প্ৰশান্তাত্মা বিগত ভীঃ ব্ৰহ্মচাৰি ব্ৰতে স্থিতঃ মৎচিত্তঃ মৎপৰঃ মনঃ সংযম্য যুক্তঃ আসীত। (১৩।১৪)

**স্বং নাসিকাগ্ৰং সম্প্ৰেক্ষ্য চ—অৰ্দ্ধনিমীলিতঃ নেত্ৰঃ ইত্যৰ্থঃ।**

**অনুবাদ** :—( চিত্তক একাগ্ৰ কৰিবৰ কাৰণে দেহ আদি ধাৰণ কৰা নিয়ম দেখুৱাইছে )

প্ৰশান্তচিত্ত হৈ, নিৰ্ভয় হৈ, ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰি শৰীৰ, মস্তক, গ্ৰীৱা সৰলভাৱে ৰাখি,স্থিৰ হৈ, আসনত বহি, ইফালে-সিফালে নাচাই মন সংযত কৰি মদ্গত চিত্ত আৰু মৎপৰায়ণ হৈ যোগযুক্ত হ'ব। ( ১৩।১৪ )

**যুঞ্জন্নেবং সদাত্মানং যোগী নিয়তমানসঃ।**
**শান্তিং নিৰ্বাণ পৰমাং মৎসংস্থাং অধিগচ্ছতি ॥ ১৫**

**অন্বয়** :—যোগীং এবং সদা নিয়ত মানসঃ আত্মানং যুঞ্জন্ মৎসংস্থাং নিৰ্বাণ পৰমাং শান্তিং অধিগচ্ছতি। ১৫ ॥

শান্তিং=সংসাৰোপৰতিম্।
নিৰ্বাণ পৰমাং=মোক্ষনিষ্ঠাম্।
মৎসংস্থাং=মৎৰূপেণ অৱস্থিতাম্।

**অনুবাদ** :—( যোগাভ্যসৰ ফলৰ কথা কৈছে ) যোগীয়ে এইদৰে সংযত চিত্ত হৈ যোগাভ্যাস কৰি থাকিলে মোতেই অৱস্থানৰূপ মোক্ষ শান্তি লাভ কৰিব। ১৫ ॥

**ব্যাখ্যা**ঃ—পূৰ্বোক্ত প্ৰকাৰে নিৰন্তৰ মন সমাহিত কৰি থাকিলে মন একাগ্ৰ হৈ যায়। নিশ্চল হয়—মনৰ চাঞ্চল্য নোহোৱা হয়। তেতিয়া মনে ঈশ্বৰ-চিন্তাতেই স্থিতি লাভ কৰে—তেতিয়া ব্ৰহ্মানন্দ লাভ হয়—পৰম শান্তি পায়। ১৫

**নত্যোশ্নতস্তু যোগোঽস্তি ন চৈকান্তম্ অনশ্নতঃ।**
**ন চাতি স্বপ্নশীলস্য জাগ্ৰতো নৈব চাৰ্জুন ॥ ১৬**

**অন্বয়** :—অৰ্জুন ! অতি অশ্নতঃ তু যোগঃ ন অস্তি, চ একান্তম্ ন অশ্নতঃ ন, অতি স্বপ্নশীলস্য চ ন, জাগ্ৰতঃ এব চ ন ॥ ১৬।

**অনুবাদ** :—( যোগাভ্যাস কৰা লোকৰ আহাৰ আদি নিয়মৰ কথা কৈছে ) হে অৰ্জুন ! অতি-ভোজীৰ, অনাহাৰীৰ, অত্যন্ত নিদ্ৰালু ব্যক্তিৰ আৰু অতি অনিদ্ৰা-অভ্যাসীৰ ধ্যান ( যোগ ) নহয়। ১৬

**যুক্তাহাৰ বিহাৰস্য যুক্তচেষ্টস্য চ কৰ্মসু।**
**যুক্ত স্বপ্নাৱবোধস্য যোগোভৱতি দুঃখহা ॥ ১৭**

**অন্বয় :**—যুক্ত-আহাৰ বিহাৰস্য, কৰ্মসু যুক্তচেষ্টস্য, যুক্ত-স্বপ্ন-অৱবোধস্য যোগঃ দুঃখহা ভৱতি। ১৭

**অনুবাদ :**—( কেনে ধৰণৰ লোকৰ যোগ হয়—তাকে কৈছে ) যাৰ আহাৰ-বিহাৰ পৰিমিত, কৰ্মত যাৰ আচৰণ বিধি-বিহিত, নিদ্ৰা আৰু জাগৰণ যাৰ পৰিমিত, এনে ব্যক্তিৰ যোগ ( ধ্যান ) দুঃখনিৱৰ্ত্তক হয়।

পৰিমিত আহাৰ—অন্নব্যঞ্জনাদি খাদ্যবস্তুৰে উদৰৰ আধা ভাগ, পানীৰে এক-চতুৰ্থাংশ পূৰ্ণ কৰিব লাগে আৰু বাকী চতুৰ্থাংশ বায়ু চলাচলৰ বাবে শূন্য ৰাখিব লাগে।

অৰ্দ্ধং সব্যঞ্জনান্নস্য তৃতীয়ং উদকস্য তু।
বায়োঃ সঞ্চৰণাৰ্থং তু চতুৰ্থমৱশেষয়েৎ ॥

নিদ্ৰা আৰু জাগৰণ পৰিমিত—ৰাত্ৰিৰ আদি আৰু শেষভাগত জাগৰণ আৰু মধ্যভাগত নিদ্ৰা। ১৭ ॥

যদা বিনিয়তং চিত্তং আত্মন্যেবাৱতিষ্ঠতে।
নিস্পৃহঃ সৰ্বকামেভ্যো যুক্ত ইত্যুচ্যতে তদা ॥ ১৮

**অন্বয় :**—যদা বিনিয়তং চিত্তং আত্মনি এব অৱতিষ্ঠতে, তদা সৰ্বকামেভ্যঃ নিস্পৃহঃ যুক্তঃ ইতি উচ্যতে ॥ ১৮

**অনুবাদ :**—( কেনে সময়ত বা কেনে অৱস্থাত যোগ-সিদ্ধ বুলি কোৱা হয় তাকে কৈছে ) যেতিয়া সম্পূৰ্ণৰূপে নিৰুদ্ধ ( সংযত ) হৈ আত্মাতেই অৱস্থান কৰে ( নিশ্চল হৈ থাকে ) আৰু সাধক যেতিয়া সকলো কামনাত নিস্পৃহ হয়, তেতিয়া তেওঁক যুক্ত বুলি কোৱা হয় (—এনেকুৱা যোগী পুৰুষকে যোগসিদ্ধ বুলি কোৱা হয় )। ১৮ ॥

যথা দীপো নিবাতস্থো নেঙ্গতে সোপমা স্মৃতা।
যোগিনো যতচিত্তস্য যুঞ্জতো যোগম্ আত্মনঃ ॥ ১৯

**অন্বয় :**—যথা দীপঃ নিবাতস্থঃ ন ইঙ্গতে, আত্মনঃ যোগং যুঞ্জতঃ যোগিনঃ যতচিত্তস্য সা উপমা।

**নিবাতস্থঃ**=বাতশূন্যদেশে স্থিতঃ

**ন ইঙ্গতে**=ন চলতি

**সা উপমা**=সঃ দৃষ্টান্তঃ

**অনুবাদ ঃ**—( আত্মাৰ লগত এক হৈ থকা চিত্তৰ দৃষ্টান্ত কেনে তাকে কৈছে ) যেনেকৈ বতাহ নবলিলে ( নাইবা বতাহ চলাচল নোহোৱা স্থানত ) প্ৰদীপৰ শিখা নলৰে, সেইদৰে সংযত চিত্ত যোগাভ্যাসকাৰী যোগীৰ চিত্তও নিশ্চল থাকে। সেয়ে উপমা বা দৃষ্টান্ত। ১৯॥

যত্ৰোপৰমতে চিত্তং নিৰুদ্ধং যোগসেৱয়া।
যত্ৰ চৈবাত্মনাঽঽত্মানং পশ্যন্নাত্মনি তুষ্যতি॥ ২০

**অন্বয় ঃ**—যত্ৰ যোগসেৱয়া নিৰুদ্ধং চিত্তং উপৰমতে, যত্ৰচ আত্মনা আত্মানম্ এব পশ্যন্ আত্মনি এব তুষ্যতি॥ ২০

**শ্ৰীধৰী টীকায়াম্ ঃ**—'যত্ৰ যস্মিন্ অৱস্থা বিশেষে আত্মনা শুদ্ধেন মনসা আত্মনম্ এব পশ্যতি, নতু দেহাদি, পশ্যন্ চ আত্মনি এব তুষ্যতি নতু বিষয়েষু"।

**অনুবাদ ঃ**—যোগাভ্যাসৰ দ্বাৰা যি অৱস্থাত চিত্ত নিৰুদ্ধ হৈ স্থিৰ আৰু শান্ত হৈ যায় আৰু যি অৱস্থাত, নিজেই আত্মাক দেখি, আত্মাতেই তৃপ্ত হৈ যায়— (২০)

সুখং আত্যন্তিকং যৎ তদ্ বুদ্ধিগ্ৰাহ্যং অতীন্দ্ৰিয়ম্।
বেত্তি যত্ৰ ন চৈবায়ং স্থিতশ্চলতি তত্ত্বতঃ॥ ২১

**অন্বয় ঃ**—যত্ৰ অয়ং বুদ্ধি-গ্ৰাহ্যম্ অতীন্দ্ৰিয়ম আত্যন্তিকং যৎসুখম্ তৎ বেত্তি, চ স্থিতঃ তত্ত্বতঃ ন এব চলতি।

"অতীন্দ্ৰিয়ম্ বিষয়-ইন্দ্ৰিয় সম্বন্ধ অতীতং কেৱলং বুদ্ধ্যা এব আত্মা আকাৰতয়া গ্ৰাহ্যম্, অতএৱ চ যত্ৰ স্থিতঃ সন্ তত্ত্বতঃ আত্মস্বৰূপাৎ ন চলতি"।

( শ্ৰীধৰী টীকায়াম্ )

**অনুবাদ ঃ**—যি অৱস্থাত ইন্দ্ৰিয়াতীত অথচ বুদ্ধিগম্য সুখ অনুভূত হয় আৰু যি অৱস্থাত স্থিত হ'ব পাৰিলে তত্ত্বজ্ঞানৰপৰা বিচলিত নহয়—২১॥

যংলব্ধা চাপৰং লাভং মন্যতে নাধিকং ততঃ।
যস্মিন্ স্থিতো ন দুঃখেন গুৰুণাপি বিচাল্যতে॥ ২২

**অন্বয় ঃ**—যং চ লব্ধা অপৰং লাভং ততঃ অধিকং ন মন্যতে, যস্মিন্ স্থিতঃ গুৰুণা দুঃখেন অপি ন বিচাল্যতে—

**অনুবাদ ঃ**—যি লাভ কৰি যোগীয়ে আন কোনো লাভকেই তাতকৈ

অধিক বুলি বিবেচনা নকৰে, আৰু যি ঠাইত স্থিৰ হ'ব পাৰিলে ( যি অৱস্থা লাভ কৰিলে ) অতি ভীষণ দুখতো বিচলিত নহয়। ২২

তং বিদ্যাদ্ দুঃখ-সংযোগ বিয়োগং যোগসংজ্ঞিতম্।
স নিশ্চয়েন যোক্তব্যো যোগোঽনির্বিণ্ণ চেতসা ॥ ২৩

**অন্বয় ঃ**—তং দুঃখ-সংযোগ-বিয়োগং যোগ-সজ্ঞিতম্ বিদ্যাৎ। অনির্বিণ্ণ চেতসা স যোগঃ নিশ্চয়েন যোক্তব্যঃ। ২৩॥

দুঃখ-সংযোগ-বিয়োগম্=দুঃখৰ সংস্পৰ্শৰ পৰা বিয়োগ ( সেয়ে যোগ ), অনির্বিণ্ণ চেতসা=অৱসাদশূন্য চিত্তেৰে।

**অনুবাদ ঃ**—তাকেই ( সেই অৱস্থাকেই ) দুঃখৰ সংস্কাৰৰ পৰা বিয়োগৰূপ 'যোগ' নামত অভিহিত হয় জানিবা; অনুদ্বিগ্ন মনে এই "যোগৰ" অনুষ্ঠান নিশ্চয় কৰ্তব্য।

[ সেই অৱস্থাবিশেষকে যোগ বুলি জানিবা। তাত বৈষয়িক সুখ-দুঃখৰ সংযোগ হোৱা মাত্ৰকে বিয়োগ হৈ যায় অৰ্থাৎ সেই অৱস্থাত সুখ বা দুঃখৰ লেশমাত্ৰও থাকিব নোৱাৰে। অৱসাদশূন্য চিত্তেৰে এই যোগ অভ্যাস কৰা নিশ্চয় উচিত। ] ২৩॥

**ব্যাখ্যা ঃ**—(২০-২-) যি অৱস্থাত যোগীয়ে যোগ-অভ্যাস কৰি, চিত্ত-নিৰোধ কৰি, নিজৰ নিজৰ স্বৰূপ দেখি আনন্দ উপভোগ কৰে; যি অৱস্থাত ইন্দ্ৰিয়াতীত কেৱল বুদ্ধিগ্ৰাহ্য আত্যন্তিক সুখ অনুভৱ কৰে আৰু তত্ত্বজ্ঞানৰ বিলুপ্তি নহয়; যি অৱস্থা লাভ কৰিলে অপৰ কোনো লাভকে অধিক বুলি নাভাবে; যি অৱস্থা লাভ কৰিলে অতি ভীষণ দুঃখতো বিচলিত নহয়—সেই দুঃখনাশক অৱস্থাক যোগ বুলি জানিবা। নিশ্চয়াত্মিকা বুদ্ধিৰে অৱসাদ-শূন্য চিত্তেৰে এই যোগ অভ্যাস কৰা উচিত। ( বেদান্ত বাচস্পতি )

[ শাস্ত্ৰ আৰু গুৰুৰ উপদেশ মানিলে এই প্ৰকাৰ যোগাভ্যাসৰ দৃঢ়তা আহিব। ]

সংকল্প প্ৰভাৱান কামাংস্ ত্যক্ত্বা সৰ্বান্ অশেষতঃ।
মনসৈবেন্দ্ৰিয় গ্ৰামং বিনিয়ম্য সমন্ততঃ ॥ ২৪

**অন্বয় ঃ**—সংকল্প-প্ৰভাৱান্ সৰ্বান্ কামান্ অশেষতঃ ত্যক্ত্বা মনসা এব ইন্দ্ৰিয়গ্ৰামং সমন্ততঃ বিনিয়ম্য—

**শনৈঃ শনৈৰ্‌ উপৰমেদ্‌ বুদ্ধ্যা ধৃতিগৃহীতয়া।**
**আত্মসংস্থং মনঃ কৃত্বা ন কিঞ্চিদপি চিন্তয়েৎ ॥ ২৫**

**অন্বয়ঃ**—ধৃতিগৃহীতয়া বুদ্ধ্যা শনৈঃ শনৈঃ উপৰমেৎ। মনঃ আত্মসংস্থং কৃত্বা কিঞ্চিৎ অপি ন চিন্তয়েৎ। ২৫ ॥

**শ্ৰীধৰী টীকায়াম্ঃ**—সংকল্পাৎ প্ৰভবো যেষাং তান্ যোগপ্ৰতিকূলান্ সৰ্বান্ কামান্ অশেষতঃ সবাসনান্ ত্যক্ত্বা মনসা এব বিষয়দোষ দৰ্শিনা সৰ্বত্ৰ প্ৰসৰন্তং ইন্দ্ৰিয়সমূহং বিশেষেণ নিয়ম্য—২৪

যদি তু প্ৰাক্তনকৰ্মঃসংস্কাৰেণ মনঃ বিচলেৎ তৰ্হি ধাৰণয়া স্থিৰী কুৰ্য্যাৎ ইতি আহ-শনৈৰিতি। ধৃতিঃ ধাৰণা তয়া গৃহীতয়া বশীকৃতয়া বুদ্ধ্যা আত্ম-সংসস্থং আত্মনি এব সম্যক্ স্থিতং নিশ্চলং মনঃ কৃত্বা উপৰমেৎ; তচ্চ শনৈঃ শনৈঃ অভ্যাসক্ৰমেণ, নতু সহসা। উপৰমস্বৰূপং আহ—"ন কিঞ্চিৎ অপি চিন্তয়েৎ" নিশ্চলে মনসি স্বয়মেব প্ৰকাশমান পৰমানন্দ-স্বৰূপঃ ভূত্বা আত্মধ্যানাৎ অপি ন নিবৰ্ত্ততে—ইত্যৰ্থঃ)। ২৫ ॥

**অনুবাদঃ**—সংকল্পৰ পৰা উৎপন্ন হোৱা সমস্ত কামনাক নিঃশেষে বৰ্জন কৰি, সমস্ত ইন্দ্ৰিয়ক চাৰিওফালৰ পৰা মনৰ দ্বাৰা সংযত কৰি—

ধৃতি বা ধাৰণা বৃত্তিৰ দ্বাৰা নিয়ন্ত্ৰিত বুদ্ধিৰ সহায়ত ক্ৰমে ক্ৰমে শান্ত হ'ব লাগিব আৰু মনক আত্মাত সম্যক্‌ৰূপে নিবিষ্ট কৰি দি আন কোনো বিষয়ৰ চিন্তা নকৰিব। ২৪।২৫

**ব্যাখ্যাঃ**—(হঠাতে এই অভ্যাস কৰিব নালাগে। ক্ৰমে ক্ৰমেহে অভ্যাস কৰিব লাগে। মনটো সম্পূৰ্ণ চিন্তাশূন্য হ'ব লাগে।)

ভোগ্য বিষয় চিন্তাৰ পৰা উৎপন্ন হোৱা সকলো কামনা পৰিত্যাগ কৰি, মনৰ দ্বাৰা ইন্দ্ৰিয়বোৰ বশীভূত কৰি, ধাৰণাৰ দ্বাৰা বুদ্ধিক স্থিৰ কৰি, ধীৰে ধীৰে নিশ্চেষ্ট ভাৱত স্থিতি হ'ব। মনক আত্মাত নিৱদ্ধ ৰাখি কোনো বিষয়ৰে চিন্তা নকৰিব।

আত্মজ্ঞান লাভ কৰিবলৈ হ'লে বুজিব লাগিব যে ভাৱবোৰ আত্মা নহয়। ভাৱবোৰক আত্মাৰ পৰা পৃথক্ কৰাই সমাধি। আমি অৱশ্যে ধাৰণা কৰিব নোৱাৰোঁ; কিন্তু যোগী পুৰুষে বুজিব পাৰে যে ভাৱবোৰ বাহিৰৰ পৰা অহা বস্তু (অৰ্থাৎ আত্মাৰ বাহিৰৰ পৰা অহা বস্তু) আৰু ইচ্ছা কৰিলেই যোগীয়ে মনৰপৰা আঁতৰাব পাৰে বা মনলৈ আহিবলৈ নিদিব পাৰে। (বেদান্ত বাচস্পতি)

[ ধৃতি বুলিলে এনে এটি মানসিক বৃত্তিক বুজায় যিয়ে সকলো কথা ধৰি ৰাখিব খোজে, এৰি দিব নোখোজে, এৰি দিব নোৱাৰেও। বুদ্ধিয়ে যাক নিশ্চয় কৰি দিলে, তাতেই ধৰি থকা বা তাতেই লাগি থকা বৃত্তিকে ধৃতি বোলে।

ইয়াত কৈছে যে মন চিন্তা শূন্য কৰিব লাগিব ; কিন্তু পূৰ্ব কৰ্মৰ সংস্কাৰ অনুসাৰে মন বিচলিত হব পাৰে। এই চঞ্চলতা দূৰ কৰিবৰ কাৰণে ধৃতি শক্তিৰ আৱশ্যক। ] ২৪।২৫

যতো যতো নিশ্চলতি মনশ্চঞ্চলম্ অস্থিৰম্ ।
ততস্ততো নিয়ম্যৈতদ্ আত্মন্যেব বশং নয়েৎ ॥ ২৬

**অন্বয় ঃ**—চঞ্চলং অস্থিৰঃ মনঃ যতঃ যতঃ নিশ্চলতি ততঃ ততঃ নিয়ম্য এতং আত্মনি এব বশং নয়েৎ। ২৬ ॥

**টীকা ঃ**—এবম্ অপি ৰজোগুণবশাৎ যদি মনঃ প্ৰচলেৎ তৰ্হি পুনঃ প্ৰত্যাহাৰেণ বশীকুৰ্য্যাৎ—ইতি আহ-যত ইত্যাদি। স্বভাৱতঃ চঞ্চলঃ ধাৰ্য্যমানং অপি অস্থিৰং মনঃ যং যং বিষয়ং প্ৰতি নিৰ্গচ্ছতি ততঃ ততঃ প্ৰত্যাহৃত্য আত্মনি এব স্থিৰং কুৰ্য্যাৎ। ( শ্ৰীধৰ )

**অনুবাদ ঃ**—এইদৰে অভ্যাস কৰিবৰ সময়ত স্বভাৱতঃ চঞ্চল আৰু অস্থিৰ মন য'লৈকে য'লৈকে গুচি যাব, সেই সেই ঠাইৰ পৰা তাক টানি আনি আত্মাৰ বশত ৰাখিব লাগিব। ২৬ ॥

**ব্যাখ্যা ঃ**—যদিও মনক ধৃতিৰ দ্বাৰা স্থিৰ কৰিব পাৰি, তথাপি ৰজোগুণৰ প্ৰভাৱত ই স্বাভাৱিকতে চঞ্চল হয়—সেইবাবে মন যি যি বিষয়ৰ প্ৰতি ধাৱমান হ'ব খোজে তাৰ পৰা মনক বলেৰে টানি আনি আত্মাত স্থিৰ কৰিব লাগিব। ২৬

প্ৰশান্ত মনসং হ্যেনং যোগিনম্ সুখম্ উত্তমম্।
উপৈতি শান্তৰজসং ব্ৰহ্মভূতম্ অকল্মষম্ ॥ ২৭

**অন্বয় ঃ**—প্ৰশান্ত মনসম্ শান্তৰজসম্ অকল্মষম্ ব্ৰহ্মভূতম্ এনং যোগিনং হি উত্তমং সুখং উপৈতি। ২৭

**টীকা ঃ**—এবং প্ৰত্যাহাৰাদিভিঃ পুনঃ পুনঃ মনঃ বশীকুৰ্বন্ ৰজোগুণক্ষয়ে সতি যোগসুখং প্ৰাপ্নোতি ইতি আহ—প্ৰশান্তেতি। এবমুক্তপ্ৰকাৰেণ শান্তং ৰজঃ যস্য তম্। অতএৱ প্ৰশান্তং মনো যস্য তং এনং নিষ্কল্মষং ব্ৰহ্মত্বং প্ৰাপ্তং যোগিনং উত্তমং সুখং সমাধি—সুখং স্বয়ং এব উপৈতি প্ৰাপ্নোতি। ( শ্ৰীধৰ ) ২৭

**অনুবাদ** :—( ৰজোগুণ ক্ৰিয়াশীল, সকলো চিত্ত বিক্ষেপৰ মূল—সেইগুণে কৈছে যে ) যি যোগীৰ মন ৰজোগুণে বিক্ষেপ কৰিব পৰা নাই, সেই যোগীৰ চিত্ত শান্ত হয়, সেই যোগী নিষ্পাপ হয় আৰু সেই যোগী ব্ৰহ্মভাবাপন্ন হৈ উঠে। তেতিয়া যোগীৰ মনলৈ পৰম সুখ আপোনা-আপুনি আহে। ২৭।

**ব্যাখ্যা** :—বিষয় চিন্তা বা পূৰ্ব সংস্কাৰবশতঃ চঞ্চল হোৱা মনক পুনঃ পুনঃ প্ৰত্যাহাৰ কৰি ( টানি আনি ) বশ কৰিব পাৰিলে ৰজোগুণৰ ক্ষয় হয়। তেতিয়া যোগৰ সুখ অনুভৱ কৰিব পৰা যায়। ২৭ ॥

**যুঞ্জন্নেবং সদাঽঽত্মানং যোগী বিগতকল্মষঃ।**
**সুখেন ব্ৰহ্ম সংস্পৰ্শম্ অত্যন্তং সুখম্ অশ্নুতে ॥ ২৮**

**অন্বয় :**—এবং আত্মানং সদা যুঞ্জন্ বিগত কল্মষঃ যোগী সুখেন ব্ৰহ্ম সংস্পৰ্শং অত্যন্তং সুখং অশ্নুতে।

**টীকা** :—ততশ্চ কৃতাৰ্থ ভৱতি ইতি আহে—যুঞ্জন্ এব। এবং অনেন প্ৰকাৰেণ সৰ্বদা আত্মানং মনো যুঞ্জন্ বশীকুৰ্বন্ বিশেষেণ সৰ্বাত্মনা বিগতং কল্মষং যস্য স যোগী সুখেন অনায়াসেন ব্ৰহ্মণঃ সংস্পৰ্শঃ অবিদ্যা নিবৰ্ত্তকঃ সাক্ষাৎকাৰঃ তদেব অত্যন্তং সৰ্বোত্তমং সুখমশ্নুতে—জীৱন্মুক্তঃ ভৱতি—ইত্যৰ্থঃ।
( শ্ৰীধৰ )

**অনুবাদ** :—( তেতিয়া যোগী কৃতাৰ্থ হৈ যায়—সেই কথা কৈছে ) মনক সদায় বশীভূত কৰোঁতে কৰোঁতে নিষ্পাপ হৈ যোগীয়ে অনায়াসে ব্ৰহ্মসংস্পৰ্শ-জনিত এনে সুখ পায় যে সুখৰ শেষ নহয়। ২৮ ॥

**ব্যাখ্যা** :—অত্যন্ত সুখ—যি সুখৰ অন্ত নাই, যি সুখ শেষ নহয়। ব্ৰহ্ম সংস্পৰ্শ—ব্ৰহ্মই যে সুস্পষ্টভাৱে যোগীক স্পৰ্শ কৰি আঁকোৱালি ধৰি থাকে, এইৰূপ সাক্ষাৎ অনুভৱ হয়।

"এনে যোগীয়ে কেনে সুখ লাভ কৰে ? এই সুখ বাহ্যিক বিষয়সুখ নহয়। এনে যোগীৰ চিত্তত পাৰ্থিব সুখ প্ৰতিফলিত হ'ব নোৱাৰে ; কাৰণ জাগতিক সংস্কাৰেই নিৰোধ হ'ল। তেওঁৰ সুখৰ স্বৰূপ কেনে আমি উপলব্ধি কৰিব নোৱাৰোঁ। গীতাই এতিয়া কৈছে যে এই সুখ ব্ৰহ্ম সংস্পৰ্শজ বা আত্যন্তিক সুখ আৰু ইয়াৰ লগত বাহ্য বিষয়ৰ একো সম্বন্ধ নাই ; ই ভিতৰৰ পৰা ওলোৱা সুখ।" ( বেদান্ত বাচস্পতি )

**সৰ্বভূতস্থং আত্মানং সৰ্বভূতানি চাত্মনি।**
**ঈক্ষতে যোগ যুক্তাত্মা সৰ্বত্ৰ সমদৰ্শনঃ॥ ২৯**

**অন্বয়ঃ**—সৰ্বত্ৰ সমদৰ্শনঃ যোগযুক্তাত্মা আত্মানং সৰ্বভূতস্থং সৰ্বভূতানি চ আত্মনি ঈক্ষতে। ২৯

যোগেন সমাহিতচিত্তঃ সৰ্বত্ৰ সমদৰ্শনঃ যোগী আত্মানং ব্ৰহ্মাদি স্থাৱৰান্তেষু সৰ্বেষু ভূতেষু অৱস্থিতং পশ্যতি। সৰ্বভূতানি চ আত্মনি অভেদেন পশ্যতি। ২৯

**অনুবাদঃ**—যাৰ আত্মা যোগযুক্ত তেওঁৰ সৰ্বত্ৰ সমদৃষ্টি হয় আৰু তেওঁ দেখে যে নিজৰ আত্মা সৰ্বভূততে আছে আৰু নিজৰ আত্মাতে সৰ্বভূত আছে—তেওঁ সৰ্বত্ৰ সমদৰ্শী। ২৯॥

ব্ৰহ্ম সাক্ষাৎকাৰ হ'লে কি দেখে তাকে ইয়াত দেখুৱাইছে।

**যো মাং পশ্যতি সৰ্বত্ৰ সৰ্বং চ ময়ি পশ্যতি।**
**তস্যাহং ন প্ৰণশ্যামি স চ মে ন প্ৰণশ্যতি॥ ৩০**

**অন্বয়ঃ**—যঃ মাং সৰ্বত্ৰ পশ্যতি সৰ্বংচ ময়ি পশ্যতি অহং তস্য ন প্ৰণশ্যামি, সচ মে ন প্ৰণশ্যতি। ৩০

**শ্ৰীধৰী টীকায়াম্ঃ**—যঃ মাং (পৰমেশ্বৰং) ভূতমাত্ৰে পশ্যতি, প্ৰাণিমাত্ৰং চ ময়ি পশ্যতি অহং তস্য (ব্ৰহ্মদৰ্শিণঃ) অদৃশ্যো ন ভবামি, সচ মম অদৃশ্যো ন ভবতি। ৩০

**অনুবাদঃ**—যিজনে মোক সৰ্বত্ৰ দেখে আৰু মোতে সকলো দেখে মই তেওঁৰ অদৃশ্য নহওঁ (তেওঁৰ পৰা মই লুকাই নাথাকোঁ) আৰু তেৰোঁ মোৰ দৃষ্টিৰ পৰা কেতিয়াও বহিৰ্ভূত নহয় (তেৰোঁ মোৰ পৰা লুকাই নাথাকে)। (মই সদায় তেওঁক কৃপা দৃষ্টিৰে চাওঁ)। ৩০

**সৰ্বভূতস্থিতং যো মাং ভজত্যেকত্বমাস্থিতঃ।**
**সৰ্বথা বৰ্ত্তমানোঽপি স যোগী ময়ি বৰ্ত্ততে॥ ৩১**

**অন্বয়ঃ**—যঃ সৰ্বভূতস্থিতং মাং একত্বং আস্থিতঃ ভজতি, সঃ সৰ্বথা বৰ্ত্তমানঃ অপি ময়ি বৰ্ত্ততে। ৩১

**টীকাঃ**—ন চ এবম্ভূতো বিধি কিঙ্কৰঃ স্যাৎ ইতি আহ—সৰ্বভূত স্থিতং ইতি। সৰ্বভূতেষু স্থিতং মাং অভেদেন আস্থিতঃ আশ্ৰিতঃ য ভজতি, সঃ

যোগী জ্ঞানী সন্ সৰ্বথা সৰ্বকৰ্ম পৰিত্যাগেন অপি বৰ্ত্তমানো ময়ি এব বৰ্ততে মুচ্যতে নতু ভ্ৰশ্যতি ইতি অৰ্থঃ। ৩১ (শ্ৰীধৰ)

**অনুবাদ ঃ**—যিজনে সৰ্বভূততে একত্ব বুদ্ধি অৱলম্বন কৰি সৰ্বভূততে অৱস্থিত হৈ থকা মোক ভজনা কৰে, সেই কৰ্মযোগীয়ে সকলো প্ৰকাৰে মোতেই অৱস্থান কৰি থাকে। (তেওঁ সকলো কৰ্ম পৰিত্যাগ কৰিলেও মোতেই অৱস্থান কৰে অৰ্থাৎ জীৱন্মুক্ত হয়।) ৩১ ॥

**ব্যাখ্যা ঃ**—যি মোৰ একত্বৰ ধাৰণাত স্থিত হৈ (অৰ্থাৎ এই জগতত যে মোৰ বাহিৰে একো নাই এই কথা বুজি) আৰু মই যে সকলো প্ৰাণীতে অৱস্থিত এই কথা বুজি, মোক ভজে, সেই যোগী যি অৱস্থাতেই থাওক, তেওঁ মোতেই সৰ্বদায় বৰ্ত্তমান।

এই শ্লোকত গীতাই দুটা কথা বুজাইছে ; ঈশ্বৰৰ একত্বৰ জ্ঞান এবাৰ হ'লে সেই জ্ঞান আৰু নষ্ট নহয়। সকলো জন্মতে আৰু সকলো অৱস্থাতে সেই জ্ঞান থাকে।

কিন্তু অকল এই জ্ঞান হ'লেই মুক্তি নহয়। ইয়াৰ দ্বাৰা ঈশ্বৰৰ মহিমাৰ ধাৰণা হয়। হ'লেই মানুহৰ মনৰ পৰা ভক্তিৰ উদয় হয়। ইয়াৰ পাছতো সাধনা লাগে। সমাধিৰ দ্বাৰা এই জ্ঞান দৃঢ়ীভূত হ'লেহে মুক্তি হ'ব। সেই গুণে এই শ্লোকত কৈছে যে একত্বৰ জ্ঞান হৈ ঈশ্বৰক ভজিলেহে যোগীয়ে ঈশ্বৰক লাভ কৰিব পাৰে। ৩১ (বেদান্ত বাচস্পতি)

আত্মৌপম্যেন সৰ্বত্ৰ সমং পশ্যতি যোঽৰ্জুন।
সুখং বা যদি বা দুঃখং স যোগী পৰমো মতঃ ॥ ৩২

**অন্বয় ঃ**—অৰ্জুন ! যঃ সৰ্বত্ৰ আত্মৌপম্যেন যদি বা সুখং বা দুঃখং সমং পশ্যতি সঃ যোগী পৰমঃ মতঃ। ৩২

**টীকা ঃ**—এবঞ্চ মাং ভজতাং যোগিনাং মধ্যে সৰ্বভূতানুকম্পী শ্ৰেষ্ঠ ইত্যাহ—আত্মৌপম্যেন ইতি। আত্মৌপম্যেন স্ব-সাদৃশ্যেন যথা মম সুখং প্ৰিয়ং দুঃখং চ অপ্ৰিয়ং তথা অন্যেষাং অপ্ৰিয়ং সৰ্বত্ৰ সমং পশ্যন সুখং এব সৰ্বেষাং যো বাঞ্ছতি, নতু কস্যাপি দুঃখং স যোগী শ্ৰেষ্ঠো মম অভিমত ইত্যৰ্থঃ। ৩২ ॥

**অনুবাদ ঃ**—হে অৰ্জুন ! নিজৰ লগত তুলনা কৰি, সুখেই হওক বা

দুঃখেই হওক নিজৰ যেনে হয়, অপৰৰো তেনে হয়—এনে অনুভূতি যাৰ সকলোতে সমান, সেই কৰ্মযোগীয়েই পৰম অৰ্থাৎ উত্তম বুলি মই কওঁ। ৩২

অৰ্জুন উবাচ।

যোঽয়ং যোগস্ত্বয়া প্ৰোক্তঃ সাম্যেন মধুসূদন।
এতস্যাহং ন পশ্যামি চঞ্চলত্বাৎ স্থিতিং স্থিৰাম্॥ ৩৩

**অন্বয়ঃ**—অৰ্জুনঃ উবাচ—মধুসূদন! ত্বয়া সাম্যেন অয়ং য যোগঃ প্ৰোক্তঃ, চঞ্চলত্বাৎ এতস্য স্থিৰাং স্থিতিং অহং ন পশ্যামি। ৩৩

**টীকাঃ**—উক্ত লক্ষণস্য যোগস্য অসম্ভৱং মন্বানঃ অৰ্জুন উবাচ—যোঽয়মিতি। —সাম্যেন মনসো লয়বিক্ষেপশূন্যতয়া কেৱল-আত্মা-আকাৰ—অৱস্থানে যঃ অয়ং যোগঃ ত্বয়া প্ৰোক্তঃ, এতস্য যোগস্য স্থিৰাং দীৰ্ঘকালীনাং স্থিতিং ন পশ্যামি —মনসঃ চঞ্চলত্বাৎ। (শ্ৰীধৰ)

**অনুবাদঃ**—অৰ্জুনে তেতিয়া (এনে যোগ অসম্ভৱ ভাবি) ক'লে—হে মধুসূদন! এই সমত্ব-বুদ্ধি অৱলম্বন বা আশ্ৰয় কৰা যি যোগৰ কথা তুমি কৈছা, মনৰ চঞ্চলতা স্বভাৱ থকা কাৰণে এই যোগ দীৰ্ঘকাল স্থায়ী হ'ব নোৱাৰে। ৩৩

**ব্যাখ্যাঃ**—অৰ্জুনে ক'লে যে হে মধুসূদন! তুমি যি যোগৰ কথা কৈছা তেনে যোগ সৰ্বসাধাৰণ মানুহৰ পক্ষে সম্ভৱ নহয়; কাৰণ সেই যোগত মানুহৰ মনত চাঞ্চল্য থাকিব নালাগিব। চাঞ্চল্যহীন মানুহৰ মনহে প্ৰশান্ত হ'ব পাৰে কিন্তু মানুহৰ মন সদায় চঞ্চল। ৩৩

চঞ্চলং হি মনঃ কৃষ্ণ প্ৰমাথি বলবদ্ দৃঢ়ম্।
তস্যাহং নিগ্ৰহং মন্যে বায়োৰিব সুদুষ্কৰম্॥ ৩৪

**অন্বয়ঃ**—হে কৃষ্ণ! হি মনঃ চঞ্চলং, প্ৰমাথি, বলৱৎ, দৃঢম্, অহং তস্য নিগ্ৰহং বায়োঃ ইব সুদুষ্কৰম্ মন্যে।

**টীকাঃ**—এতৎ স্ফুটয়তি—চঞ্চলমিতি। চঞ্চলং স্বভাৱেন এব চপলং কিঞ্চ প্ৰমাথি প্ৰমথনশীলং দেহ-ইন্দ্ৰিয় বিক্ষোভকৰং ইতি অৰ্থঃ, কিংচ বলৱৎ বিচাৰেণ অপি জেতুং অশক্যং, কিংচ দৃঢ়ং বিষয়-বাসনা-অনুবন্ধিতয়া দুৰ্ভেদ্যং, অতো যথা আকাশে দোধূয়মানস্য বায়োঃ কুম্ভাদিষু নিৰোধনং অশক্যং তথা

অহং তস্য মনসঃ অপি নিগ্ৰহং নিৰোধং সুদুষ্কৰং সৰ্বথা কৰ্ত্তুম্ অশক্যং মন্যে। ৩৪ ॥

**অনুবাদ** ঃ—মন কেনে চঞ্চল সেই বিষয়ে স্পষ্টকৈ অৰ্জুনে কৈছে—হে কৃষ্ণ! মন স্বভাৱতঃ চঞ্চল, ই দেহ আৰু ইন্দ্ৰিয়বিলাকৰ ক্ষোভ উৎপাদন কৰে। ই অত্যন্ত বলবান্। বায়ুৰ নিগ্ৰহ (বশীভূত) কৰা যেনে অতি দুঃসাধ্য, মনকো নিগ্ৰহ কৰা তেনে দুঃসাধ্য বুলি মই ভাবোঁ। ৩৪ ॥

**ব্যাখ্যা** ঃ—মানুহে সংসাৰৰ বিষয়ৰ দ্বাৰা এনেদৰে বান্ধ্ খাই থাকে যে বিবেক-বিবেচনাৰ দ্বাৰা বুজি পায়ো সেই বন্ধন সহজে ছিঙিব নোৱাৰে। যেনেকৈ আকাশত বলি থকা বায়ুক নিশ্চল কৰা সম্ভৱ নহয়, তেনেকৈ মনক সুখ-দুঃখ আদি সমানে চিন্তা কৰা বৃত্তিশূন্য অৱস্থাত স্থিত কৰাটো অত্যন্ত দুষ্কৰ কাৰ্য্য। ৩৪ ॥

শ্ৰীভগৱান্ উবাচ।

অসংশয়ং মহাবাহো মনো দুৰ্নিগ্ৰহং চলম্।
অভ্যাসেন তু কৌন্তেয় বৈৰাগ্যেণ চ গৃহ্যতে ॥ ৩৫

শ্ৰীভগৱান উবাচ—মহাবাহো! মনঃ দুনিগ্ৰহং, চলং অসংশয়ম্। তু কৌন্তেয়! অভ্যাসেন বৈৰাগ্যেণ চ গৃহ্যতে।

দুৰ্নিগ্ৰহং=নিগ্ৰহীতুং অশক্যং

বৈৰাগ্যেণ=বিষয় বৈতৃষ্ণ্যেণ

(শ্ৰীভগৱানে অৰ্জুনৰ এই কথা স্বীকাৰ কৰিছে; সেইবাবে মনক কেনেকৈ নিগ্ৰহ কৰিব পাৰি সেই উপায় নিৰ্দ্ধাৰণ কৰিছে।) শ্ৰীভগৱানে ক'লে—হে মহাবাহো! মন যে চঞ্চল আৰু ইয়াক যে নিগ্ৰহ কৰা সু-কঠিন তাত কোনো সন্দেহ নাই। কিন্তু হে কৌন্তেয়! অভ্যাস আৰু বৈৰাগ্য-বিচাৰ পদ্ধতিৰে (একে সময়তে-যুগপৎ) এই মনক ধৰি ৰাখিব পাৰি (নিগ্ৰহ কৰিব পাৰি)। ৩৫ ॥

**ব্যাখ্যা ঃ—অভ্যাসৰ দ্বাৰা দুঃসাধ্য কাৰ্য্যও সুসাধ্য হয়। স্বভাৱ অভ্যাসৰে ফল। আমাৰ বৰ্ত্তমান স্বভাৱ আগৰ অভ্যাসৰে ফল। আমাৰ বৰ্ত্তমান অভ্যাসৰ ফল পৰবৰ্ত্তী স্বভাৱৰ ফল হৈ উঠে।** গতিকে সৎ স্বভাৱ গঠিত কৰিব **লাগিলে, সদায় সৎ চিন্তা আৰু সৎ কৰ্ম অভ্যাস কৰা কৰ্ত্তব্য। অসৎ চিন্তা,**

অসৎ অভ্যাস নিবাৰণৰ একমাত্ৰ প্ৰতিকাৰ তাৰ বিপৰীত ভাৱনা, বিপৰীত অভ্যাস। যোগ কিছুমান সৎ অভ্যাসৰ অনুশীলন মাথোন—এই কাৰণে ইয়াক অভ্যাস যোগ বোলে। কিহৰ অভ্যাস? বহিৰ্মুখী চঞ্চল মনক অন্তৰ্মুখী কৰি আত্মসংস্থ কৰিবৰ অভ্যাস।

চিত্তচাঞ্চল্য নিবাৰণৰ পক্ষে বৈৰাগ্য বিশেষ সহায়ক। বৈৰাগ্যৰ অৰ্থ তৃষ্ণা নিবাৰণ, বিষয়ত অনাসক্তি। এফালে চিত্তমনোহৰ যি কিছু দেখা যায় বা শুনা যায়, সেই সকলো বিষয়কে চিত্তৰপৰা আঁতৰত ৰাখিব লাগে। তাৰ আকাঙ্ক্ষা বৰ্জন কৰিব লাগে। আনফালে মনটো সদায় নিজৰ আত্মাক দেৱতা জ্ঞান কৰি নিযুক্ত কৰি ৰাখিব লাগে। তেওঁৰেই (আত্ম দেৱতাৰেই) জপ, তেওঁৰে ধাৰণা আৰু তেওঁৰে ধ্যান কৰিব লাগে।

এই দুয়োটা একে সময়তে কৰিব লাগে। এয়ে অভ্যাস আৰু বৈৰাগ্য।

(জগদীশ ঘোষৰ গীতা)

অসংযতাত্মনা যোগো দুষ্প্ৰাপ ইতি মে মতিঃ।
বশ্যাত্মনা তু যততা শক্যোঽবাপ্তুম্ উপায়তঃ ॥ ৩৬

**অন্বয়ঃ**—অসংযতাত্মনা যোগঃ দুষ্প্ৰাপঃ ইতি মে মতিঃ। তু যততা বশ্যাত্মনা উপায়তঃ অবাপ্তুম্ শক্যঃ। ৩৬ ॥

**শ্ৰীধৰী টীকায়াম্ঃ**—অসংযতাত্মনা উক্ত প্ৰকাৰেণ অভ্যাস বৈৰাগ্যাভ্যাম্ অসংযতঃ আত্মা চিত্তং যস্য তেন স্বৰূপেণ অয়ং যোগঃ দুষ্প্ৰাপঃ প্ৰাপ্তুমশক্যঃ, অভ্যাস বৈৰাগাভ্যাম্ বশ্যো বশবৰ্ত্তী আত্মা চিত্তং যস্য তেন পুৰুষেণ পুনশ্চ অনেন উপায়েন প্ৰযত্নং কুৰ্বতা যোগঃ প্ৰাপ্তুম্ শক্যঃ। ৩৬ ॥

**অনুবাদঃ**—অসংযত-চিত্ত মানুহৰ পক্ষে যোগ দুৰ্লভ। এয়ে মোৰ মত। কিন্তু যিজনে যত্ন কৰি নিজৰ অন্তঃকৰণ সংযত কৰিছে, তেওঁ চেষ্টা কৰিলে তেওঁ যথাবিহিত এই যোগ লাভ কৰিব পাৰে। ৩৬ ॥

অৰ্জুন উবাচ।

অযতিঃ শ্ৰদ্ধয়াপেতো যোগাচ্চলিতঃ মানসঃ।
অপ্ৰাপ্য যোগসংসিদ্ধিং কাংগতি কৃষ্ণ গচ্ছতি ॥ ৩৭

**অন্বয়ঃ**—অৰ্জুনঃ উবাচ—কৃষ্ণ! শ্ৰদ্ধয়া উপেতঃ অযতিঃ যোগাৎ চলিত মানসঃ যোগ-সংসিদ্ধিং অপ্ৰাপ্য কাং গতিং গচ্ছতি? ৩৭ ॥

**টীকা** :—অভ্যাস-বৈৰাগ্য-অভাৱেন কথঞ্চিৎ অপ্ৰাপ্তসম্যগ্‌জ্ঞানঃ কিং ফলং প্ৰাপ্নোতি ইতি অৰ্জুনঃ উবাচ—অযতিঃ ইতি। প্ৰথমং শ্ৰদ্ধয়া উপেতঃ এব যোগে প্ৰবৃত্তঃ নতু মিথ্যাচাৰতয়া, ততঃ পৰন্তু অযতিঃ সম্যক্ ন যততে শিথিলাভ্যাসঃ ইত্যৰ্থঃ, তথা যোগাৎ চলিতং মানসং বিষয়-প্ৰৱণং চিত্তং যস্য মন্দবৈৰাগ্যঃ ইত্যৰ্থঃ, এবং অভ্যাসবৈৰাগ্যশৈথিল্যাৎ যোগস্য সংসিদ্ধিং ফলং জ্ঞানং অপ্ৰাপ্য কাং গতিং প্ৰাপ্নোতি ? ( শ্ৰীধৰ )

**অনুবাদ** :—অভ্যাস আৰু বৈৰাগ্য যাৰ নাই অৰ্থাৎ যিজনে যম নিয়ম অভ্যাস কৰাত সম্পূৰ্ণ যত্ন কৰিব পৰা নাই অথচ যিজনে শ্ৰদ্ধাযুক্ত হৈ যোগত প্ৰবৃত্ত হয় কিন্তু অৱশেষত প্ৰযত্নহীন হৈ যোগভ্ৰষ্ট হয়, হে কৃষ্ণ ! সেইজনে যেতিয়া যোগৰ সাফল্য নাপায়, তেওঁ কি গতি পায় ?

[ হে কৃষ্ণ ! শ্ৰদ্ধা কৰি প্ৰথমে যোগত প্ৰবৃত্ত হৈ কোনোজনে শেহলৈকে যদি তাদৃশ যত্ন কৰিব নোৱাৰে, যোগৰপৰা স্খলিত হয়, তেন্তে তাৰ গতি কি হ'ব ? ] ৩৭ ॥

কচ্চিন্নোভয়বিভ্ৰষ্টশ্‌ ছিন্নাভ্ৰমিব নশ্যতি ।
অপ্ৰতিষ্ঠো মহাবাহো ! বিমূঢ়ো ব্ৰহ্মণঃ পথি ॥ ৩৮

**অন্বয়** :—মহাবাহো ! ব্ৰহ্মণঃ পথি বিমূঢ়ঃ অপ্ৰতিষ্ঠঃ উভয়বিভ্ৰষ্টঃ, ( সঃ ) ছিন্ন অভ্ৰম্ ইব কচ্চিৎ ন নশ্যতি ?

**টীকা** :—প্ৰশ্নাভিপ্ৰায়ং বিবৃণোতি—কচ্চিদিতি। কৰ্মণাম্ ঈশ্বৰে অৰ্পিতত্বাৎ অননুষ্ঠানাৎ চ তাৱৎ ন কৰ্মফলং স্বৰ্গাদিকং প্ৰাপ্নোতি যোগ-নিষ্পত্তেঃ চ মোক্ষং ন প্ৰাপ্নোতি এবং উভয়স্মাৎ ভ্ৰষ্টঃ অপ্ৰতিষ্ঠঃ নিৰাশ্ৰয়ঃ অতএৱ ব্ৰহ্মণঃ প্ৰাপ্তি উপায়ে পথি মাৰ্গে বিমূঢ়ঃ সন্ কচিৎ কিংন নশ্যতি কিংবা নশ্যতি ইত্যৰ্থঃ। নাশে দৃষ্টান্তঃ যথা ছিন্নং অভ্ৰং পূৰ্বস্মাৎ অভ্ৰাৎ বিশ্লিষ্টং অভ্ৰান্তৰং অপ্ৰাপ্তং সৎ মধ্যে এব বিলীয়তে তদ্বৎ ইত্যৰ্থঃ। ( শ্ৰীধৰ )

**অনুবাদ** :—( অৰ্জুনে এই প্ৰশ্নৰ অভিপ্ৰায় পুনৰায় বিস্তাৰ কৰি সুধিছে ) যত্নৰ অভাৱত বা সময়ৰ অভাৱত এই ব্যক্তি যে মোহপ্ৰাপ্ত হৈ ব্ৰহ্মৰ পথত স্থিৰ থাকিব নোৱাৰিলে, তেওঁ কি ছিন্ন ভিন্ন মেঘৰ দৰে উভয় ফালৰপৰা নষ্ট হৈ যাব ? ( এই কথা জানিবৰ মোৰ বৰ ইচ্ছা হৈছে )। ৩৮ ॥

**ব্যাখ্যা** :—তেওঁ সকলো কৰ্মৰ ফল ঈশ্বৰত অৰ্পণ কৰা কাৰণে আৰু কাম্য কৰ্ম ত্যাগ কৰা কাৰণে স্বৰ্গাদি কৰ্মফলো নাপালে আৰু যোগ সিদ্ধি নোহোৱাত

মোক্ষৰ অধিকাৰীও হ'ব নোৱাৰিলে। এই উভয় কালৰপৰা ভ্ৰষ্ট হৈ নিৰাশ্ৰয় অৱস্থা পালে। এইজন ব্যক্তি সমূলে নষ্ট হ'ব নে নহয়—এইটোৱে মোৰ সংশয়। ৩৮ ॥

এতন্মে সংশয়ং কৃষ্ণ ছেত্তুমৰ্হস্যশেষতঃ।
ত্বদন্যঃ সংশয়স্যাস্য ছেত্তা নহ্যুপপদ্যতে॥ ৩৯

**অন্বয় :**—কৃষ্ণ! এতৎ মে সংশয়ম্ অশেষতঃ ছেত্তুম্ অৰ্হসি। হি ত্বৎ অন্যঃ অস্য সংশয়স্য ছেত্তা ন উপপদ্যতে। ৩৯ ॥

[ হে কৃষ্ণ। মম এনং সন্দেহম্ সাকল্যেন নিৰসিতুং অৰ্হসি ; ত্বৎ অন্যঃ অস্য সংশয়স্য নিৱৰ্তকঃ নহি প্ৰাপ্যতে। ]

**অনুবাদ :**—হে কৃষ্ণ! তুমিয়েই হে মাথোন মোৰ এই সংশয় নিঃশেষ কৰি দূৰ কৰিবলৈ সমৰ্থ; তোমাত বাজে যে আৰু কোনোবাই এই সংশয় দূৰ কৰিব পাৰিব, তেনে লোক মই আন কাকো দেখা নাই। ৩৯ ॥

শ্ৰীভগৱান্ উবাচ।
পাৰ্থ নৈবেহ নামুত্ৰ বিনাশস্তস্য বিদ্যতে।
নহি কল্যাণকৃৎ কশ্চিদ্ দুৰ্গতিং তাত গচ্ছতি॥ ৪০

**অন্বয় :**—শ্ৰীভগৱান্ উবাচ—পাৰ্থ, তস্য ইহ বিনাশঃ ন বিদ্যতে, অমুত্ৰ এব ন। তাত! হি কল্যাণকৃৎ কশ্চিৎ দুৰ্গতিং ন গচ্ছতি।

[ হে পাৰ্থ! অস্মিন্ লোকে পৰলোকে চ তস্য যোগভ্ৰষ্টস্য পাতিত্যং নৰক প্ৰাপ্তিশ্চ নাস্তি ; যতঃ হে তাত শুভকাৰী কশ্চিৎ দুৰ্গতিং ন গচ্ছতি। ]

**অনুবাদ :**—শ্ৰীভগৱানে ক'লে—হে পাৰ্থ! এনে লোকৰ ইহলোকতো বিনাশ নহয়, পৰলোকতো বিনাশ নহয়, কিয়নো হে মোৰ প্ৰিয় শিষ্য অৰ্জুন! শুভ কৰ্ম কৰা কোনো পুৰুষৰ কেতিয়াও দুৰ্গতি নহয়।

ইহলোকত বিনাশ নহয়—যোগভ্ৰষ্ট হোৱা বাবে ইহলোকত পাতিত্য দোষত দুষ্ট নহয়। পৰকালতো বিনাশ নহয়—পৰকালতো নৰকপ্ৰাপ্তি নহয়। ৪০ ॥

**ব্যাখ্যা :**—যোগভ্ৰষ্ট হোৱা কাৰণে ইহলোকত পাতিত্য দোষে তেনে পুৰুষক নাপায় আৰু পৰকালতো নৰকাদি লোক নাপায়। যোগাভ্যাসৰ বাবে কৰা যি কোনো চেষ্টাই শুভকৰ্ম। সম্পূৰ্ণ সিদ্ধিলাভ নোহোৱাত তাৰ পুনৰ্জন্ম নিবাৰণ

নহ'ল সচাঁ, কিন্তু শুভ কৰ্ম কৰা বাবে আন প্ৰকাৰ শুভ ফল তেওঁ পায়, তেওঁৰ সদ্গতিয়েই লাভ হয়। সেই গতি কি? তাৰ পিছৰ শ্লোকত কৈছে—

( জগদীশ ঘোষৰ গীতা )

প্ৰাপ্য পুণ্যকৃতাং লোকান্ উষিত্বা শাশ্বতীঃ সমাঃ।
শুচীনাং শ্ৰীমতাং গেহে যোগভ্ৰষ্টোঽভিজায়তে ॥ ৪১

**অন্বয়ঃ**—যোগভ্ৰষ্টঃ পুণ্যকৃতাং লোকান্ প্ৰাপ্য শাশ্বতীঃ সমাঃ উষিত্বা শুচীনাং শ্ৰীমতাং গেহে অভিজায়তে। ৪১ ॥

**শ্ৰীধৰী টীকায়াম্ঃ**—পুণ্যকাৰিণাং অশ্বমেধাদি যাজিনাং লোকান্ প্ৰাপ্য তত্ৰ শাশ্বতীঃ সমাঃ বহূন্ সংবৎসৰান্ উষিত্বা বাসসুখং অনুভূয় শুচীনাং সদাচাৰণাং শ্ৰীমতাং ধনিনাং গেহে স যোগভ্ৰষ্টো জন্ম প্ৰাপ্নোতি।

**অনুবাদ ঃ**—( তেওঁলোকে কি পায়? ) পুণ্যকৰ্ম কৰা লোকসকলে স্বৰ্গলোক পিতৃলোক আদি যিবিলাক লোকলৈ যায়, যোগভ্ৰষ্ট ব্যক্তিও তেনে লোক পায়। সেই লোকত বহুবছৰ বাস কৰি থকাৰ পাছত পৱিত্ৰ বংশত ধনীলোকৰ ঘৰত জন্ম গ্ৰহণ কৰে। ৪১ ॥

**ব্যাখ্যা ঃ**—স্বৰ্গলোক পিতৃলোক আদিৰপৰা পুনৰায় মৰ্ত্যলোকলৈ আহিব লাগে, তেতিয়া পৱিত্ৰ কুলত ধনীৰ ঘৰত জন্ম হয়।

অথবা যোগিনামেব কুলে ভৱতি ধীমতাম্।
এতদ্ধি দুৰ্লভতৰং লোকে জন্ম যদীদৃশাম্ ॥ ৪২

**অন্বয়ঃ**—অথবা ধীমতাং যোগিনাম্ কুলে এব ভৱতি। ঈদৃশং যৎ জন্ম এতৎ হি লোকে দুৰ্লভতৰম্। ৪২ ॥

**টীকা ঃ**—অল্পকাল-অভ্যস্ত-যোগভ্ৰংশে গতিবিশেষম্ উক্ত্বা চিৰ-অভ্যস্ত যোগভ্ৰংশে পক্ষান্তৰং আহ—অথবা ইতি। যোগনিষ্ঠানাং ধীমতাং জ্ঞানিনাং এব কুলে জায়তে, নতু পূৰ্বোক্তানাং আৰূঢ়যোগানাং কুলে, এতৎ জন্ম স্তৌতি— ঈদৃশং যৎ জন্ম। এতৎ হি লোকে দুৰ্লভতৰং মোক্ষহেতুত্বাৎ। ৪২ ॥

**অনুবাদ ঃ**—নাইবা যোগভ্ৰষ্ট পুৰুষে বুদ্ধিমান্ যোগীৰ কুলত জন্ম গ্ৰহণ কৰে। এনে জন্ম সুদুৰ্লভ। ( কাৰণ যোগীৰ কুলত যোগ অভ্যাসৰ বাবে পাৰিপাৰ্শ্বিক অৱস্থাই সহায় কৰে )। ৪২ ॥

তত্র তং বুদ্ধিসংযোগং লভতে পৌৰ্ব্বদেহিকম্।
যততে চ ততো ভূয়ঃ সংসিদ্ধৌ কুৰুনন্দন॥ ৪৩

**অন্বয়ঃ**—কুৰুনন্দন! তত্র পৌৰ্ব্বদেহিকম্ তং বুদ্ধি-সংযোগং লভতে। ততঃ সংসিদ্ধৌ চ ভূয়ঃ যততে। ৪৩॥

**টীকাঃ**—ততঃ কিম্ অতঃ আহ—তত্রেতি সাৰ্দ্ধেন। স তত্র দ্বিপ্রকাৰে অপি জন্মনি পূৰ্ব্বদেহে ভবং পৌৰ্ব্বদেহিকং তমেৱ ব্রহ্ম বিষয়য়া বুদ্ধ্যা সংযোগং লভতে; ততশ্চ ভূয়োঽধিকং সংসিদ্ধৌ মোক্ষে প্রযত্নং কৰোতি। (শ্ৰীধৰ)

**অনুবাদঃ**—হে কুৰুনন্দন! যোগভ্রষ্ট পুৰুষে সেই জন্মত পূৰ্বজন্মত অভ্যাস কৰা মোক্ষবিষয়ক বুদ্ধি লাভ কৰে আৰু মুক্তিলাভৰ কাৰণে পুনৰায় যত্ন কৰে।

(পূৰ্বদেহত অৱস্থানৰ সময়ত যি পৰিমাণ পৰিণতি বা পৰিপক্কতা লাভ হৈছিল, এই দেহত তাক লাভ কৰা যায়)। ৪৩॥

পূৰ্বাভ্যাসেন তেনৈব হ্রিয়তে অবশোঽপি সঃ।
জিজ্ঞাসুৰপি যোগস্য শব্দব্রহ্মাতিবৰ্ততে॥ ৪৪

**অন্বয়ঃ**—সঃ অবশঃঅপি তেন পূৰ্ব অভ্যাসেন এব হ্রিয়তে। যোগস্য জিজ্ঞাসুঃ অপি শব্দ-ব্রহ্ম অতিবৰ্ততে। ৪৪॥

**টীকাঃ**—তত্র হেতুঃ—পূৰ্ব্বেতি। তেনৈব পূৰ্ব্বদেহকৃত—অভ্যাসেন অৱশঃ অপি কুতশ্চিৎ অন্তৰায়াৎ অনিচ্ছন্ অপি সঃ হ্রিয়তে বিষয়েভ্যঃ পৰাবৃত্য ব্রহ্ম-নিষ্ঠঃ ক্রিয়তে। তদেবং পূৰ্ব্বাভ্যাসবলেন প্রযত্নং কুৰ্ব্বন্ শনৈ ৰ্মুচ্যতে। ইতি ইমং অৰ্থং কৈমুত্যন্যায়েন স্পষ্টয়তি—জিজ্ঞাসুঃ ইতি সাৰ্দ্ধেন। যোগস্য স্বৰূপং জিজ্ঞাসুঃ এব কেৱলম্; নতু প্রাপ্তযোগঃ, এবম্ভূত যোগে প্রবিষ্ট মাত্রোঽপি পাপবশাদ্ যোগভ্রষ্টঃ অপি শব্দব্রহ্ম বেদম্ অতিবৰ্ত্ততে বেদোক্ত কৰ্ম ফলানি অতিক্রামতি তেভ্যঃ অধিকফলং প্রাপ্য মুচ্যতে ইত্যৰ্থঃ। ৪৪ (শ্ৰীধৰ)

**অনুবাদঃ**—পূৰ্বজন্মৰ অভ্যাসৰ বলত তেওঁ আকৌ (এই জন্মত) যোগ মাৰ্গ অৱলম্বন কৰে। (পূৰ্বজন্মৰ অভ্যাসৰ বলত বাধ্য হৈ) যোগ কি জানিব খোজা মানুহৰো (যোগীৰ কথা কোৱাৰ আৱশ্যকেই নাই) এনে বুদ্ধি হয় যে তেওঁ সকাম প্রতিপাদক বেদকো অতিক্রম কৰে। ৪৪॥

**ব্যাখ্যাঃ**—বেদোক্ত কৰ্মবিলাকে স্বৰ্গাদি লাভ কৰায়; কিন্তু যোগৰ স্বৰূপ জানিব খোজা ব্যক্তিয়ে যেতিয়া সেই স্বৰূপ জানি যোগ-পৰায়ণ হয়, সেই

ব্যক্তিয়ে বেদক অতিক্ৰম কৰি যায়। বেদোক্ত কৰ্মৰ যি ফল পোৱা যায়, সেই ফলতকৈ অধিক ফল পাই ক্ৰমে মুক্তি লাভ কৰে। এই ব্যক্তিক ফলাশাযুক্ত বেদৰ কৰ্মৰ সংকল্পই ধৰি ৰাখিব নোৱাৰে। ৪৪ ॥

প্ৰযত্নাদ্ যতমানস্ তু যোগী সংশুদ্ধ কিল্ বিষঃ।
অনেক জন্ম সংসিদ্ধস্ ততো যাতি পৰাং গতিম্॥ ৪৫

**অন্বয়** ঃ—প্ৰযত্নাৎ তু যতমানঃ সংশুদ্ধ কিল্‌বিষঃ যোগী অনেক-জন্ম সংসিদ্ধঃ ততঃ পৰাং গতিম্ যাতি। ৪৫ ॥

**টীকা** ঃ—যদেবং মন্দ প্ৰযত্নোঽপি যোগী পৰাং গতিং যাতি তদা যস্তু যোগী প্ৰযত্নাৎ উত্তৰোত্তৰং অধিকং যোগে যতমানঃ যত্নং কুৰ্বন্ যোগেন এব সংশুদ্ধ-কিল্বিষঃ বিধুতপাপঃ সঃ অনেকেষু জন্মসু উপচিতেন যোগেন সংসিদ্ধঃ সম্যক্ জ্ঞানী ভূত্বা ততঃ শ্ৰেষ্ঠাং গতিং যাতি ইতি কিং বক্তব্যং ইত্যৰ্থঃ।

**অনুবাদ** ঃ—সেই যোগীয়ে যত্ন সহকাৰে চেষ্টা কৰোঁতে কৰোঁতে পাপশূন্য হৈ বহুজন্মৰ পাছত সিদ্ধিলাভ কৰি শ্ৰেষ্ঠ গতি লাভ কৰে। ৪৫ ॥

তপস্বিভ্যোঽধিকো যোগী জ্ঞানিভ্যোঽপি মতোঽধিকঃ।
কৰ্মিভ্যশ্চাধিকো যোগী তস্মাদ্ যোগী ভবাৰ্জুন॥ ৪৬

**অন্বয়** ঃ—যোগী তপস্বিভ্যঃ অধিকঃ জ্ঞানিভ্যঃ অপি অধিকঃ, কৰ্মিভ্যঃ চ অধিকঃ ; ( মম ) মতঃ, তস্মাৎ অৰ্জ্জুন ! যোগী ভব। ৪৬ ॥

**টীকা** ঃ—যস্মাদেবং, তস্মাৎ তপস্বিভ্য ইতি ; তপস্বিভ্যঃ কৃচ্ছ্ৰচান্দ্ৰায়ণাদি তপোনিষ্ঠেভ্যঃ অপি, জ্ঞানিভ্যঃ শাস্ত্ৰবিজ্ঞানবিদ্ভ্যঃ অপি ; কৰ্মিভ্যঃ ইষ্টপূৰ্তাদি-কাৰিভ্যোঽপি যোগী শ্ৰেষ্ঠঃ মম অভিমতঃ ; তস্মাৎ ত্বং যোগী ভব। ( শ্ৰীধৰ )

**অনুবাদ** ঃ—তপস্বীসকলৰ ( ক্লেশকৰ অনুষ্ঠান আদি 'যোগ' অভ্যাস কৰা সকলৰ ) অপেক্ষা কৰ্মযোগী মহত্তৰ, শাস্ত্ৰজ্ঞানীসকলৰ ( কৰ্ম সংন্যাস মাৰ্গী-সকলৰ ) অপেক্ষাও কৰ্মযোগী মহত্তৰ, সাধাৰণ ইষ্টপূৰ্তাদি কৰ্মীসকলতকৈও কৰ্মযোগী মহত্তৰ—এয়ে মোৰ মত ; গতিকে তুমি কৰ্মযোগী হোৱা। ৪৬ ॥

যোগিনাম্ অপিসৰ্বেষাং মদ্গতেনান্তৰাত্মনা।
শ্ৰদ্ধাবান্ ভজতে যো মাং স মে যুক্ততমো মতঃ॥ ৪৭

**অন্বয়** ঃ—যঃ শ্ৰদ্ধাবান্ মদ্গতেন অন্তৰাত্মনা মাং ভজতে, সঃ সৰ্বেষাং যোগিনাম অপি যুক্ততমঃ মে মতঃ। ৪৭ ॥

**টীকা**ঃ—যোগিনাম্ অপি যম-নিয়মাদি পৰায়ণানাং মধ্যে মদ্ভক্তঃ শ্ৰেষ্ঠঃ ইতি আহ—যোগিনাম্ ইতি। মদ্গতেন ময়ি আসক্তেন অন্তৰাত্মনা মনসা যঃ মাং পৰমেশ্বৰং বাসুদেৱং শ্ৰদ্ধাযুক্তঃ সন্ ভজতে, সঃ যোগ যুক্তেভ্যঃ শ্ৰেষ্ঠঃ মম সম্মতঃ, অতো মদ্ভক্তঃ ভব ইতি ভাৱঃ। ৪৭ ॥ (শ্ৰীধৰ)

**অনুবাদ**ঃ—(কৰ্মযোগীৰ ভিতৰতো আকৌ ভক্তযোগী শ্ৰেষ্ঠ।) মদ্গত চিত্ত হৈ যিজনে শ্ৰদ্ধাৱান্ হৈ মোক ভজনা কৰে, তেওঁ সমুদয় কৰ্মযোগীসকলৰ ভিতৰত সকলোতকৈ শ্ৰেষ্ঠ। এয়ে মোৰ অভিমত। ৪৭ ॥

ইতি শ্ৰীমদ্‌ভগবদ্ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদে ধ্যানযোগো নাম ষষ্ঠোঽধ্যায়ঃ ॥

## ষষ্ঠ অধ্যায়ত উল্লিখিত বিষয়ৰ সংক্ষিপ্ত টোকা

(১) কৰ্মফলত্যাগী কৰ্মযোগীয়েই প্ৰকৃত সন্ন্যাসী—কৰ্মত্যাগ কৰিলেই সন্ন্যাসী নহয় বা যোগী নহয়—কামনা ত্যাগ কৰাই মূল কথা।

(২) ধ্যান যোগত আৰোহণ কৰিব খোজা সাধকৰ পক্ষে নিষ্কাম কৰ্মই যোগ সিদ্ধিৰ কাৰণ।

(৩) যোগাভ্যাসৰ কাৰণে পৱিত্ৰস্থান নিৰ্বাচন, আসন স্থাপন আৰু ইন্দ্ৰিয়ৰ সংযমৰদ্বাৰা মনক একাগ্ৰ কৰি আত্মশুদ্ধিৰ বাবে যোগাভ্যাস কৰিবৰ উপদেশ।

(৪) সৰ্বভূততে নিজৰ আত্মাক দৰ্শন আৰু নিজৰ আত্মাতে সৰ্বভূত দৰ্শন—সৰ্বত্ৰ সমদৰ্শন অৱস্থা লাভ কৰিব পাৰিলে ব্ৰহ্মানন্দস্বৰূপ পৰম শান্তি লাভ হয়।

(৫) যোগবলৰদ্বাৰা অহং বুদ্ধি বিলুপ্ত হ'লে চিত্ত নিৰ্মল হয়, তেতিয়া যোগীয়ে বিশ্বময় ভগবদ্ দৰ্শন কৰে।

(৬) যোগীবিলাকৰ ভিতৰত ভগৱদ্ভক্ত যোগীয়েই শ্ৰেষ্ঠতম।

(৭) এই অধ্যায়ত প্ৰধানতঃ ধ্যান যোগ বা সমাধিযোগৰ প্ৰক্ৰিয়া আৰু ধ্যানযোগীৰ লক্ষণ বৰ্ণনা কৰা হৈছে। সেইবাবে ইয়াক ধ্যানযোগ বা অভ্যাস-যোগ বোলে।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## সপ্তমোঽধ্যায়ঃ

## জ্ঞানবিজ্ঞানযোগঃ

শ্ৰীভগৱান্ উবাচ।

মষ্যাসক্তা-মনাঃ পাৰ্থ যোগম্ যুঞ্জন্ মদাশ্ৰয়ঃ।
অসংশয়ং সমগ্ৰং মাং যথা জ্ঞাস্যসি তচ্ছৃণু ॥ ১

**অন্বয়** ঃ—শ্ৰীভগৱান উবাচ—পাৰ্থ, ময়ি আসক্ত-মনাঃ মৎ-আশ্ৰয়ঃ যোগং যুঞ্জন্ সমগ্ৰং অসংশয়ং যথা জ্ঞাস্যসি, তৎ শৃণু॥ ১ ॥

**শ্ৰীধৰী টীকায়াম্** ঃ—ময়ি পৰমেশ্বৰে আসক্তং অভিনিবিষ্টং মনো যস্য সঃ মদাশ্ৰয়ঃ অহম্ এব আশ্ৰয়ঃ যস্য অনন্যশৰণঃ সন্ যোগং যুঞ্জন্ অভ্যসন্ অসংশয়ং যথা ভবত্যেবং মাং সমগ্ৰং বিভূতি-বল-ঐশ্বৰ্য্যাদি সহিতং যথা জ্ঞাস্যসি তদিদং ময়া বক্ষ্যমাণং শৃণু। ১ ॥

**অনুবাদ** ঃ—শ্ৰীভগৱানে ক'বলৈ ধৰিলে—হে পাৰ্থ! তুমি মোতেই তোমাৰ মনটো আসক্ত কৰি লৈ একমাত্ৰ মোতেই আশ্ৰয় লৈ (শৰণাপন্ন হৈ) যদি যোগযুক্ত হোৱা তেন্তে মোক নিশ্চয়কৈ বিনা সংশয়ে কেনেকৈ সম্পূৰ্ণভাৱে জানিব পাৰিবা সেই কথা মই কওঁ শুনা। একশৰণ ভক্তই (মোৰ সকলো বিভূতি, বল আৰু ঐশ্বৰ্য্য আদিৰ সহিত) মোক সমগ্ৰভাৱে জানিব পাৰিব, মোৰ পূৰ্ণ স্বৰূপ কি বুজিব পাৰিব।

**ব্যাখ্যাঃ**—পূৰ্ব অধ্যায়ত শেষ শ্লোকত শ্ৰীভগৱানে কৈছে যে মদগত চিত্ত হৈ যিজনে শ্ৰদ্ধা সহকাৰে মোক ভজনা কৰে তেৱেঁই সকলো যোগীতকৈ শ্ৰেষ্ঠ। কিন্তু 'মই কোন', 'মোৰ সমগ্ৰ স্বৰূপ কি'—তেওঁক কেনেকৈ ভজনা কৰিব লাগিব সেই বিষয়ে এই পৰ্যন্ত একো কোৱা নাই। সেই গঢ় ৰহস্যৰ বিষয়ে এতিয়া

শ্রীভগৱানে বিতংকৈ ক'ব অৰ্থাৎ ভগৱং তত্ত্ব কি আৰু কেনেকৈ ভগৱত চিত্ত হোৱা যায় শ্ৰীভগৱানে স্বয়ং এই অধ্যায়ত সেই কথা কৈছে।

**জ্ঞানং তেঽহং সবিজ্ঞানম্ ইদং বক্ষ্যাম্যশেষতঃ।**
**যজ্ জ্ঞাত্বা নেহ ভূয়োঽন্যজ্‌জ্ঞাতব্যং অৱশিষ্যতে॥ ২**

**অন্বয়ঃ**—অহং তে ইদং সবিজ্ঞানম্ জ্ঞানং অশেষতঃ বক্ষ্যামি, যৎ জ্ঞাত্বা ইহ ভূয়ঃ অন্যৎ জ্ঞাতব্যং ন অৱশিষ্যতে॥ ২॥

**টীকা**ঃ—বক্ষ্যমাণং স্তৌতি—জ্ঞানমিতি। জ্ঞানং শাস্ত্রীয়ং বিজ্ঞানম্ অনুভবঃ তৎসহিতম্ ইদং মদ্‌বিষয়মশেষতঃ সাকল্যেন বক্ষ্যামি, যজ্‌জ্ঞাত্বা ইহ শ্রেয়ো মাৰ্গে বৰ্তমানস্য পুনৰ্ অন্যজ্ জ্ঞাতব্যম্ অৱশিষ্টং ন ভৱতি তেনৈব কৃতাৰ্থো ভৱতি ইত্যৰ্থঃ। (শ্ৰীধৰ)

**অনুবাদ**ঃ—হে অৰ্জুন! জ্ঞান আৰু বিজ্ঞানৰ বিষয়ে সকলো কথা মই সম্পূৰ্ণ কৈ তোমাক বুজাই দিম, যিটো জানিলে এই সংসাৰত তোমাৰ জানিব লগা একো বাকী নাথাকিব। ২

**ব্যাখ্যা**ঃ—জ্ঞান বুলিলে গুৰু আৰু শাস্ত্ৰৰ উপদেশৰপৰা পোৱা জ্ঞানক বুজায়। সেই জ্ঞানৰ যেতিয়া অনুভৱ হয় তেতিয়া তাক বিজ্ঞান-সংযুক্ত জ্ঞান বুলি কোৱা হয়। ইয়াত জ্ঞান শব্দই বুজাইছে—ভগবদ্ বিষয়ক তত্ত্বজ্ঞান আৰু বিজ্ঞান শব্দই বুজাইছে—বিশেষ বা বিবিধ জ্ঞান যাৰদ্বাৰা ভগৱানৰ পূৰ্ণ স্বৰূপ কি বুজা যাব। সেই অৰ্থত শ্ৰীভগৱানে কৈছে যে মই তোমাক মোৰ স্বৰূপৰ বিষয়ে সমগ্ৰ তত্ত্বজ্ঞানৰ উপদেশ দিম আৰু তাৰ লগতে মোৰ প্ৰকৃত স্বৰূপ অনুভৱৰ যি উপায় তাকো বুজাই দিম। ২

**মনুষ্যাণাং সহস্ৰেষু কশ্চিদ্ যততি সিদ্ধয়ে।**
**যততাম্ অপি সিদ্ধানাং কশ্চিন্মাং বেত্তি তত্ত্বতঃ॥ ৩**

**অন্বয়ঃ**—সহস্ৰেষু মনুষ্যাণাং কশ্চিৎ সিদ্ধয়ে যততি। যততাম্ সিদ্ধানাম্ অপি কশ্চিৎ মাং বেত্তি তত্ত্বতঃ॥ ৩॥

**টীকা**ঃ—মদ্ভক্তিং বিনা তু মজ্‌জ্ঞানং দুৰ্লভম্ ইত্যাহ—মনুষ্যাণাং ইতি। অসংখ্যাতানাং জীৱানাং মধ্যে মনুষ্য ব্যতিৰিক্তানাং শ্ৰেয়সি প্ৰবৃত্তিৰেবেহ নাস্তি; মনুষ্যাণান্তু সহস্ৰেষু মধ্যে কশ্চিদেব প্ৰকৃষ্ট পুণ্যবশাৎ সিদ্ধয়ে আত্মজ্ঞানায় প্ৰযততে, প্ৰযত্নং কুৰ্বতামপি সহস্ৰেষু কশ্চিদেব প্ৰাক্তনপুণ্যবশাদাত্মানং বেত্তি,

তাদৃশানাঞ্চ আত্মজ্ঞানসিদ্ধানাং সহস্ৰেষু কশ্চিদেব পৰমাত্মানং মৎ প্ৰসাদেন তত্ত্বতো বেত্তি, তদেবম্ অতি দুৰ্লভম্ অপি আত্মতত্ত্বম্ অপি মজ্‌জ্ঞানং তুভ্যং বক্ষ্যামি ইত্যৰ্থঃ। (শ্ৰীধৰ)

**অনুবাদ** :—হাজাৰ হাজাৰ মানুহৰ ভিতৰত হয়তো কোনো এজনেহে মোৰ বিষয়ে জ্ঞান লাভৰ যত্ন কৰে। আকৌ যিবিলাক লোকে যত্ন কৰি সিদ্ধিলাভ কৰিছে তাৰ ভিতৰতো বহুজনৰ মাজত হয়তো কোনোবা এজনেহে মোৰ প্ৰকৃত স্বৰূপ জানিব পাৰে। তাৰ কাৰণ হৈছে এই বিষয়টো বৰ গূঢ় আৰু মোৰ প্ৰতি ভক্তি নহলে মোৰ বিষয়ে সত্য জ্ঞান পোৱা দুৰ্লভ ; কিয়নো ভক্তিমান্ নহ'লে মোৰ কৃপা লাভ কৰিব নোৱাৰে। মোৰ অনুগ্ৰহ বা কৃপা নাপালে জ্ঞানো পাব নোৱাৰে। ৩॥

ভূমিৰ্ আপোহনলো বায়ুঃ খং মনো বুদ্ধিৰ্ এব চ।
অহংকাৰো ইতীয়ং মে ভিন্না প্ৰকৃতিৰ্ অষ্টধা। ৪॥

**অন্বয়** :—ভূমিঃ আপঃ অনলঃ বায়ুঃ খং মনঃ বুদ্ধিঃ অহঙ্কাৰঃ এব চ ইতি মে অষ্টধা ভিন্না ইয়ং প্ৰকৃতিঃ। ৪॥

**টীকা** :—এবং শ্ৰোতাৰমভিমুখী কৃত্য ইদানীং প্ৰকৃতিদ্বাৰা সৃষ্ট্যাদি কৰ্ত্তৃত্বেন ঈশ্বৰত্বং প্ৰতিজ্ঞাতং নিৰূপয়িষ্যন্ পৰাপৰভেদেন প্ৰকৃতিদ্বয়ম্ আহ— ভূমিৰিতি দ্বাভ্যাম্। ভূম্যাদীনি পঞ্চভূত সূক্ষ্মাণি [ ভূম্যাদি শব্দৈঃ পঞ্চগন্ধাদি তন্মাত্ৰম্ উচ্যতে ] মনঃ শব্দেন তৎকাৰণোভূতোহহঙ্কাৰঃ ; বুদ্ধিশব্দেন তৎকাৰণং মহত্তত্ত্বম্, অহঙ্কাৰ শব্দেন তৎকাৰণম অবিদ্যা ইত্যেবম্ অষ্টধা ভিন্না, যদ্বা ভূম্যাদি শব্দৈঃ পঞ্চমহাভূতানি সূক্ষ্মৈঃ সহৈকীকৃত্য গৃহ্যন্তে অহঙ্কাৰ শব্দেন এব অহঙ্কাৰঃ তেনৈব তৎকাৰ্য্যাণি ইন্দ্ৰিয়াণি অপি গৃহ্যন্তে, বুদ্ধিঃ ইতি মহত্তত্ত্বং মনঃ শব্দেন তু মনসৈবে উন্নেয়ং অব্যক্তস্বৰূপং প্ৰধানম্ ইতি অনেন প্ৰকাৰেণ মে প্ৰকৃতিঃ মায়াখ্যা শক্তিঃ অষ্টধা ভিন্না বিভাগং প্ৰাপ্তা চতুৰ্বিংশতি ভেদভিন্না অপি অষ্টসু এব অন্তৰ্ভাব বিবক্ষয়াষ্টধা ভিন্না ইতি উক্তম্। তথাচ বক্ষ্যমাণ ক্ষেত্ৰাধ্যায়ে ইমাং এব প্ৰকৃতিং চতুৰ্বিংশতিতত্ত্বাত্মনা প্ৰপঞ্চয়িষ্যতি, মহাভূতান্য-হঙ্কাৰো বুদ্ধিৰব্যক্তমেব চ। ইন্দ্ৰিয়াণি দশৈকঞ্চ পঞ্চ চেন্দ্ৰিয় গোচৰাঃ" ইতি। ৪॥
(শ্ৰীধৰ)

**অনুবাদ** :—( শ্ৰোতাক এইদৰে অভিমুখী কৰি লৈ প্ৰকৃতিৰ দ্বাৰা সৃষ্টি

আদিৰ কৰ্তৃত্বদ্বাৰা ঈশ্বৰত্ব নিৰূপণ কৰি পৰা আৰু অপৰা এই দুই প্ৰকৃতিৰ কথা কব )।

শ্ৰীভগৱানে কৈছে যে ক্ষিতি, অপ্ ( পানী ) তেজ, মৰুৎ ( বায়ু ), ব্যোম ( আকাশ ), মন, বুদ্ধি, অহঙ্কাৰ এইদৰে মোৰ প্ৰকৃতি আঠ ভাগত বিভক্ত হৈছে। ৪ ॥

**ব্যাখ্যা**ঃ—গীতাৰ এই প্ৰকৃতিৰ প্ৰকৃত অৰ্থ বুজাত অলপ খেলিমেলি লাগে। তাঁৰ কাৰণ সাংখ্যদৰ্শনৰ প্ৰকৃতিৰ সংজ্ঞা আৰু ক্ৰিয়াৰ লগত এই শ্লোকটিৰ সামঞ্জস্য আছে। সামঞ্জস্য থাকিলেও সাংখ্যৰ প্ৰকৃতিৰ যি অৰ্থ সেই অৰ্থক লৈ মতভেদ থকা বুজা যায়।

ভগৱান্ শঙ্কৰাচাৰ্য্যই এই শক্তিক মায়া বুলি, ঈশ্বৰী শক্তি বুলি কৈছে। কাৰণ দেখুৱাইছে যে এই শ্লোকত ভূমি শব্দই স্থূল পৃথিৱীক বুজোৱা নাই। পৃথিৱীৰ উপাদান গন্ধময় তন্মাত্ৰক লক্ষ্য কৰিছে বুলি কৈছে। এই অৰ্থ শ্ৰীধৰ স্বামীয়েও গ্ৰহণ কৰিছে।

বেদ-বেদান্তশাস্ত্ৰী অধ্যক্ষ ৺লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় দেৱে কৈছে যে গীতাত উক্ত প্ৰকৃতি আৰু সাংখ্য দৰ্শনত উক্ত প্ৰকৃতি একে নহয়। তেখেতে এই আঠ প্ৰকাৰ প্ৰকৃতিক তলত দিয়া মতে ব্যাখ্যা কৰিছে।

১। ভূমি=ঘন পদাৰ্থ—দৃষ্টান্ত পৃথিৱী

২। আপঃ=তৰল পদাৰ্থ—দৃষ্টান্ত জল

৩। অনলঃ=তেজপদাৰ্থ—দৃষ্টান্ত অগ্নি

৪। বায়ুঃ=বায়ৱীয় পদাৰ্থ—দৃষ্টান্ত বতাহ

৫। খং=অতি সূক্ষ্ম পদাৰ্থ ( এক ইন্দ্ৰিয়ৰ গ্ৰাহ্য )—দৃষ্টান্ত আকাশ

৬। মনঃ=( ভিতৰৰ ) সংকল্পকাৰী ইন্দ্ৰিয়

৭। বুদ্ধিঃ=( ভিতৰৰ ) সিদ্ধান্তকাৰী শক্তি

৮। অহঙ্কাৰঃ=( ভিতৰৰ ) 'মই'—এই বোধ

অষ্টধা=অষ্টন্ শব্দ+প্ৰকাৰাৰ্থে ধাচ্; ( তুলনা—একং সৎ বিপ্ৰা বহুধা বদন্তি )।

প্ৰকৃতি=স্বভাৱ

বেদ-বেদান্তশাস্ত্ৰী দেৱে—ইমান খিনিয়েই কৈছে আৰু মূল শ্লোকটিৰ অনুবাদ তলত দিয়া ধৰণে কৰিছে—

"ঘন পদাৰ্থ, তলৰ পদাৰ্থ, তেজঃ পদাৰ্থ- বায়বীয় পদাৰ্থ, অতিসূক্ষ্ম পদাৰ্থ ( এই পাঁচটিৰ যথাক্ৰমে দৃষ্টান্ত—পৃথিবী, জল, অগ্নি, বায়ু আৰু আকাশ )—মন, বুদ্ধি আৰু অহঙ্কাৰ—এই আঠ প্ৰকাৰে মোৰ প্ৰকৃতি বিভক্ত।"

সাংখ্যমতে জগতৰ যি মূল উপাদান তাৰ নাম প্ৰকৃতি। এই প্ৰকৃতিৰ তিনি গুণ—সত্ত্ব, ৰজঃ, তমঃ। এই তিনি গুণৰ সাম্য অৱস্থা অব্যক্ত অৱস্থা। সাম্যভঙ্গ হ'লে ব্যক্ত অৱস্থা হয়—তেতিয়া সৃষ্টি হয়—এই তিনি গুণৰপৰা। ইয়াত জগৎ সৃষ্টিৰ মূল উপাদান যি প্ৰকৃতি সেই প্ৰকৃতিক লক্ষ্য কৰা বুলি বুজিবলৈ টান লাগে।

ভগৱানে ইয়াৰ পাছৰ শ্লোকত কৈছে যে মোৰ দুই প্ৰকৃতি—দুই স্বভাৱ। প্ৰকৃতি স্বভাৱ অৰ্থত ব্যৱহৃত হৈছে। চেতন স্বভাৱ আৰু অচেতন স্বভাৱ। এই শ্লোকত যি আঠ প্ৰকাৰ পদাৰ্থৰ নাম কৰিছে—সেই পদাৰ্থবোৰ অচেতন স্বভাৱৰ অন্তৰ্ভুক্ত। এই অচেতন পদাৰ্থবোৰৰ উৎপত্তি স্থান—তেওঁৰ সেই স্বভাৱ।

ঈশ্বৰী শক্তিৰ উন্মেষেই সৃষ্টি। ঈশ্বৰী শক্তিৰ প্ৰকাশ—দুই ভাগত হৈছে। এটা ভাগত অচেতন পদাৰ্থবোৰ প্ৰকাশ হৈছে। প্ৰকাশ হোৱা মানেই সৃষ্ট হৈছে। আনটো ভাগত জীৱবৰ্গৰ সৃষ্টি হৈছে বা প্ৰকাশ হৈছে।

( আত্মা—এটাই ; সেইবাবে আত্মাৰ সৃষ্টি নাই কিন্তু আত্মা সংযুক্ত প্ৰাণীৰ সৃষ্টি দেহৰ সহিত সৃষ্টি হোৱা বুলি কোৱা হৈছে। )

সাংখ্য মতে প্ৰকৃতি পুৰুষেই মূল তত্ত্ব। এই মতে প্ৰকৃতিৰ স্বাভাৱিক পৰিণামতেই সৃষ্টি। গতিকে প্ৰকৃতিয়ে জগৎ সৃষ্টি কৰে। সৃষ্টি কালত প্ৰকৃতি আৰু পুৰুষ সংযুক্ত হৈ থাকে। সাংখ্যৰ পুৰুষ চেতন, প্ৰকৃতি জড়া। পুৰুষৰ গুণ ( চেতনগুণ ) প্ৰকৃতিত সঞ্চৰণ হয়। সেই কাৰণে অচেতন হলেও প্ৰকৃতিক চেতন বুলি ধাৰণা হয়।

পুৰুষ আৰু প্ৰকৃতিক সৃষ্টিৰ মূলতত্ত্ব বুলি গীতাই স্বীকাৰ কৰা নাই। সৃষ্টিৰ মূলতত্ত্ব পৰমপুৰুষ। তেওঁৰে ইচ্ছাত প্ৰকৃতিয়ে সৃষ্টি কৰে। সাংখ্যৰ জড়া প্ৰকৃতিক শ্ৰীভগৱানে নিজৰ অপৰা প্ৰকৃতি বুলি কৈছে আৰু চেতন পুৰুষক পৰা প্ৰকৃতি বুলি কৈছে। তলৰ শ্লোকত সেইটো পৰিষ্কাৰ কৰি কৈছে।

"প্ৰকৃতিৰ দ্বাৰায় সৃষ্ট্যাদিৰ কৰ্ত্তা ঈশ্বৰক কহিবাক লাগি পৰাপৰ ভেদে দুই প্ৰকৃতি কহন্ত। গন্ধ, ৰস, ৰূপ, স্পৰ্শ, শব্দ, অহংকাৰ, মহত্তত্ত্ব, অবিদ্যা—এই

অষ্ট প্ৰকাৰে অপৰা নিকৃষ্টা জানিবা। আত অন্যা পৰা শ্ৰেষ্ঠা জীৱৰূপকে জানিবা, যি চৈতন্যৰূপে স্বকৰ্ম দ্বাৰায় জগতক ধৰিছা”—৪-৫ ( ভট্টদেৱ )

অপৰেয়ং ইতস্ত্বন্যাং প্ৰকৃতিং বিদ্ধি মে পৰাম্।
জীৱভূতাং মহাবাহো যয়েদং ধাৰ্য্যতে জগৎ। ৫ ॥

**অন্বয়ঃ**—মহাবাহো! ইয়ম্ অপৰা তু; ইতঃ অন্যাং জীৱভূতাং মে পৰাং প্ৰকৃতিং বিদ্ধি; যয়া ইদং জগৎ ধাৰ্যতে। ৫ ॥

**টীকাঃ**—অপৰাম্ ইমাং প্ৰকৃতিমুপসংহৰন্ পৰাং প্ৰকৃতিমাহ—অপৰেয়মিতি। অষ্টধা যা প্ৰকৃতিৰুক্তা ইয়মপৰা নিকৃষ্টা জড়ত্বাৎ পৰমাৰ্থত্বাচ্চ, ইতঃ সকাশাৎ পৰাং প্ৰকৃষ্টাং অন্যাং জীৱভূতাং জীৱস্বৰূপাং মে প্ৰকৃতিং বিদ্ধিহি জানীহি, পৰত্বে হেতুঃ—ময়া চেতনয়া ক্ষেত্ৰজ্ঞ স্বৰূপয়া স্বকৰ্ম দ্বাৰেণেদং জগদ্ধাৰ্য্যতে। ৫

( শ্ৰীধৰ )

**অনুবাদঃ**—হে মহাবাহো! এইটো মোৰ অপৰা প্ৰকৃতি—ইয়াতকৈ আৰু এটা বেলেগ প্ৰকৃতি মোৰ আছে সেইটো জানিবা। এই পৰা প্ৰকৃতি হৈছে জীৱ স্বৰূপা—এই পৰা-প্ৰকৃতিয়ে জগৎখনক ধৰি আছে। ৫ ॥

**ব্যাখ্যাঃ**—অপৰা প্ৰকৃতি পৃথিবী জল আদিত পৰিণত হৈছে আৰু পৰা প্ৰকৃতি জীৱ হৈ গৈছে। অপৰা প্ৰকৃতিক নিকৃষ্টা বুলি কোৱা হয় আৰু পৰা প্ৰকৃতিক উৎকৃষ্টা বুলি কোৱা হয়। সাংখ্য মতে সৃষ্টিৰ যি ক্ৰম সেই ক্ৰমৰ লগত বিৰোধ নাই। কিন্তু সৃষ্টিৰ মূলতত্ত্ব—সত্ত্ব ৰজঃ তমোগুণৰ উদ্ভৱ—পৰম পুৰুষৰ ঐশ্বৰিক শক্তিৰ পৰা, এই কথা পাহৰিলে বুজাত অসুবিধা হয়। সত্ত্ব ৰজঃ তমোগুণৰ অতিৰিক্ত ঐশ্বৰিক শক্তি স্বীকাৰ কৰিব লাগিব। তেতিয়া হে নিস্ত্ৰৈগুণ্য হোৱাৰ কথাও আহিব পাৰে।

এই কথাটো বুজিবলৈ হ’লে আমি সাংখ্য মতৰ কথা একোকে নাজানোঁ— তথাপি গীতাৰ এই শ্লোক বুজাত যেন একো অসুবিধা নহয়; কাৰণ সাংখ্যৰ সৃষ্ট তত্ত্বৰ কথা গীতাৰ অপৰা প্ৰকৃতি আৰু পৰা প্ৰকৃতিৰ পৰাই বুজা যায়। সাংখ্য মতৰ লগত ইয়াক সংশ্লিষ্ট কৰা বাবে অলপ খেলি মেলি হয়। ঠিক মতে ধাৰণা কৰিব পাৰিলে সাংখ্য মতৰ লগত একো বিৰোধ নহয়।

জড় জগতত আমি ঈশ্বৰক নেদেখোঁ। তেওঁৰ শক্তিৰ ক্ৰিয়া ( প্ৰকৃতিৰ ক্ৰিয়া ) মাত্ৰ দেখোঁ। সাংখ্যই পৰিণামী দৃশ্য জগতৰ হে আলোচনা কৰিছে; তাৰ ওপৰলৈ যোৱা নাই। কিন্তু সাংখ্যৰ এই পৰিণামী জড় ( অপৰা

প্ৰকৃতিৰ ) প্ৰকৃতিৰ মূলত আৰু এটি অপৰিণামী শক্তি আছে। এ২ অপৰিণামী শক্তিক গীতাই পৰা প্ৰকৃতি বুলিছে। ই জীৱ ভূতা ঐশী শক্তি—যি শক্তিয়ে গোটেই জগৎব্যাপি ধৰি আছে।

এই অপৰা প্ৰকৃতি ভগৱানৰ কাৰ্য্য সাধিকা শক্তি। সাংখ্যৰ এয়ে প্ৰকৃতি। পৰা প্ৰকৃতি জীৱভুতা। এই পৰা প্ৰকৃতি বহু হৈ বহুজীৱ হৈছে।

পুৰুষোত্তম শ্ৰীভগৱানৰ দুই প্ৰকৃতি। অপৰা প্ৰকৃতি আৰু পৰা প্ৰকৃতি। অপৰা প্ৰকৃতিৰ পৰা জড় পদাৰ্থবোৰ সৃষ্টি হৈছে আৰু পৰা প্ৰকৃতিৰ পৰা চেতন পদাৰ্থবোৰৰ সৃষ্টি হৈছে। চেতন পদাৰ্থবোৰ জীৱ—এই চেতন পদাৰ্থবোৰৰ অন্তৰ্নিবিষ্ট যি চেতনা সেই চেতনাৰ বলতে এই জগৎ ধৃতা হৈ আছে। বেদান্তই ইয়াক মায়া শক্তি বুলি কৈছে। সৃষ্টিৰ অন্তত এই দুয়োটা প্ৰকৃতি পৰম পুৰুষতে লীন হয়। [ ইমান খিনি ধাৰণা কৰিব পাৰিলেই হয় ] ৫ ॥ পাছৰ শ্লোকত এই কথা খিনি স্পষ্ট হৈ উঠিছে।

এতদ্ যোনীনি ভূতানি সৰ্বাণীত্যুপধাৰয়।
অহং কৃৎস্নস্য জগতঃ প্ৰভৱঃ প্ৰলয়স্তথা। ৬ ॥

**অন্বয়** :—সৰ্বাণি ভূতানি এতৎ যোনীনি ইতি উপধাৰয়।
অহং কৃৎস্নস্য জগতঃ প্ৰভৱঃ তথা প্ৰলয়ঃ। ৬ ॥

**টীকা** :—অনয়োঃ প্ৰকৃতিত্বং দৰ্শয়ন্ স্বস্য তদ্বাৰা সৃষ্ট্যাদি কাৰণত্বমাহ—এতদিতি। এতে ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ স্বৰূপে প্ৰকৃতী যোনী কাৰণভূতে যেষাং তানি এতদ্ যোনীনি স্থাৱৰ জঙ্গমাত্মকানি সৰ্বাণি ভূতানি ইতি উপধাৰয় বুধ্যস্ব, তত্ৰ জড়াপ্ৰকৃতিঃ দেহৰূপেণ পৰিণমতে। চেতনা তু মদংশভূতা ভোক্তৃত্বেন দেহেষু প্ৰবিশ্য স্বকৰ্মণা তানি ধাৰয়তি, তে চ মদীয়ে প্ৰকৃতী, মত্তঃ সম্ভূতে অতোঽহমেৱ কৃৎস্নস্য সপ্ৰকৃতিকস্য জগতঃ প্ৰভৱঃ প্ৰকৰ্ষে ভৱতি অস্মাৎ ইতি প্ৰভৱঃ পৰম কাৰণম্ অহম্ ইত্যৰ্থঃ তথা প্ৰলীয়তে অনেন ইতি প্ৰলয়ঃ সংহৰ্ত্তাপি অহম্ এৱ ইত্যৰ্থঃ। ৬ ॥ ( শ্ৰীধৰ )

**অনুবাদ** :—সমস্ত পদাৰ্থৰে মোৰ এই দুই প্ৰকৃতিয়েই উদ্ভৱ স্থান ; সমস্ত জগতৰ উৎপত্তিৰ কাৰণ আৰু লুকাবৰ ( প্ৰলয়ৰ ) স্থানো ময়েই। ৬ ॥

**ব্যাখ্যা** :—মোৰ এই উভয় প্ৰকৃতিৰ পৰা জড় আৰু চেতন সৰ্বভূত ( সমস্ত পদাৰ্থ ) উৎপন্ন হৈছে—এই কথাটো ধাৰণা কৰি লোৱা। অতএৱ

মই সমস্ত জগতৰ সৃষ্টি আৰু প্ৰলয় স্বৰূপ। তাৰ অৰ্থ উক্ত দুই প্ৰকাৰ প্ৰকৃতিৰ (স্বভাৱৰ) দ্বাৰা ময়ে (সৰ্বজ্ঞ ঈশ্বৰে) জগতৰ কাৰণ। ৬ ॥

**মত্তঃ পৰতৰং নান্যৎ কিঞ্চিদস্তি ধনঞ্জয়।**

**ময়ি সৰ্বম্ ইদং প্ৰোতং সূত্ৰে মণিগণা ইব।৭ ॥**

**অন্বয়**ঃ—ধনঞ্জয়, মত্তঃ পৰতৰম্ অন্যৎ কিঞ্চিৎ ন অস্তি; সূত্ৰে মণিগণাঃ ইব ইদং সৰ্বং ময়ি প্ৰোতম্।

পৰতৰম্—জগতঃ সৃষ্টি সংহৰয়োঃ স্বতন্ত্ৰ কাৰণম্

ইদং সৰ্বং—ইদং জগৎ

ময়ি প্ৰোতম্—ময়ি প্ৰোথিতম্।

**টীকা**ঃ—যস্মাৎ এবং তস্মাৎ মত্ত ইতি। মত্ত সকাশাৎ পৰতৰং শ্ৰেষ্ঠং জগতঃ সৃষ্টি সংহাৰয়োঃ স্বতন্ত্ৰং কাৰণং কিঞ্চিদপি নাস্তি, স্থিতিহেতুঃ অপি অহম্ এব ইত্যাহ—মদীতি, ময়ি সৰ্বমিদং জগৎ প্ৰোতম্ গ্ৰথিতং আশ্ৰিতম ইত্যৰ্থঃ। দৃষ্টান্তঃ স্পষ্টঃ! ৭ ॥

**অনুবাদ**ঃ—হে ধনঞ্জয়। মোত বাজে (স্বতন্ত্ৰ) আন একোৱেই নাই, মালা গঁথা সূতাত মণিবিলাক যেনেকৈ গ্ৰথিত হৈ থাকে, এই সমস্ত জগৎ তেনেদৰে মোতেই গ্ৰথিত হৈ আছে। ৭ ॥

**ব্যাখ্যা**ঃ—ঈশ্বৰৰ পৰা-প্ৰকৃতিয়ে এই জগতৰ সকলো বস্তুকে, সকলো প্ৰাণীকে, একেলগে লগ লগাই, পৰস্পৰৰ লগত সম্বন্ধ ৰাখি, ধৰি ৰাখি এই বিশ্ব ব্ৰহ্মাণ্ডখন সজাই ৰাখিছে; একমাত্ৰ পৰা প্ৰকৃতিৰ দ্বাৰা অনুপ্ৰাণিত হৈ জগৎ প্ৰকাশ হৈছে। ৭ ॥ (বেদান্ত বাচস্পতি)

"চৰাচৰ জগতৰ এই দুই প্ৰকৃতিকে কাৰণ জানিবা। তাতে জড়া প্ৰকৃতি দেহৰূপে পৰিণাম হয়। চেতনা প্ৰকৃতি মোৰ অংশ স্বৰূপে, ভোক্তাৰূপে দেহত প্ৰৱিষ্ট হয়, আপুনাৰ কৰ্মে জগত ধৰে। যাতো সকলো জগত মোৰ দুই প্ৰকৃতি কাৰণ। এতেকে সমস্ত বিশ্বৰ পৰম কাৰণ মোক জানিবা। প্ৰলয়ৰ কাৰণ কৰ্ত্তাও মোকে বুজিবা। মোত পৰে জগতৰ স্বতন্ত্ৰ কাৰণ কাকো নজানি। যেন সূত্ৰত মণিগণ থাকে, তেমনে সকল জগত মোক আশ্ৰয় কৰি আছে।"। ৬-৭ ॥ (ভট্টদেৱ)

**ৰসোঽহম্ অপ্সু কৌন্তেয় প্ৰভাস্মি শশীসূৰ্য্যয়োঃ।**

**প্ৰণৱঃ সৰ্ববেদেষু শব্দঃ খে পৌৰুষং নৃষু। ৮ ॥**

**অন্বয়** :—কৌন্তেয়, অহম্ অপ্সু ৰসঃ, শশীসূৰ্য্যয়োঃ প্ৰভা, সৰ্ববেদেষু প্ৰণৱঃ, খে শব্দঃ, নৃষু পৌৰুষং অস্মি। ৮ ॥

**টীকা** :—জগৎ স্থিতি হেতুত্বমেব প্ৰপঞ্চয়তি—ৰসোঽহম্ ইতি পঞ্চভিঃ। অপ্সু ৰসোঽহং ৰসতন্মাত্ৰস্বৰূপতয়া বিভূত্যা আশ্ৰয়ত্বেন অপ্সু স্থিতোঽহং—ইত্যৰ্থঃ, অন্যত্ৰ অপি এবং দ্ৰষ্টব্যম্। সৰ্বেষু বেদেষু বৈখৰী ৰূপেষু তন্মূলভূতঃ প্ৰণৱঃ; ওঙ্কাৰোঽস্মি, খে আকাশে শব্দঃ শব্দ তন্মাত্ৰৰূপোঽস্মি, নৃষু পুৰুষেষু পৌৰুষং উত্তমোঽস্মি। উত্তমে হি পুৰুষাঃ তিষ্ঠন্তি। ৮ ॥ ( শ্ৰীধৰ )

**অনুবাদ** :—হে কৌন্তেয়! মই জলত ৰস, চন্দ্ৰ সূৰ্য্যত জ্যোতিঃ, চাৰি বেদত প্ৰণৱ, আকাশত শব্দ আৰু মানুহৰ ভিতৰত পুৰুষকাৰ স্বৰূপে বিদ্যমান থাকোঁ। ৮ ॥

**ব্যাখ্যা** :—গোটেই খন জগৎ যে পৰম পুৰুষ শ্ৰীকৃষ্ণতে গ্ৰথিত হৈ আছে, তাকে বিশেষভাৱে উদাহৰণেৰে (প্ৰমাণ স্বৰূপে) ব্যাখ্যা কৰিছে। "জলৰ যিটো সাৰবস্তু তাৰ নাম ৰস। সেই ৰসস্বৰূপ যে মই সেই মোতে সকলো জল প্ৰোত (গাথা) হৈ আছে—এয়ে অৰ্থ। যেনেকৈ সকলো জলতে মই ৰসস্বৰূপ তেনেকৈ মই চন্দ্ৰ আৰু সূৰ্য্যত প্ৰভাস্বৰূপে বিদ্যমান আছোঁ। প্ৰণৱ (ওঙ্কাৰ) সকলো বেদতেই, সকলো বেদৰ সাৰ মহাবাক্য আছে। সেই ওঁকাৰ—মহাবাক্য প্ৰণৱ ময়েই। সকলো বিলাক বেদ প্ৰণৱতে (মোতে) গ্ৰথিত হৈ আছে। আকাশৰ গুণ শব্দ। সেই শব্দৰূপী মোতেই আকাশ গ্ৰথিত হৈ আছে। পুৰুষৰ স্বভাৱ—যি স্বভাৱৰ দ্বাৰা লোকে জানে যে এইজন পুৰুষ—সেই পুৰুষ স্বভাৱ (পৌৰুষ ৰূপে) যে মই আছোঁ—সেই মোতেই জগতৰ সকলো বিলাক পুৰুষ গ্ৰথিত হৈ আছে। ৮ ॥

পুণ্যো গন্ধঃ পৃথিব্যাং চ তেজশ্চাস্মি বিভাৱসৌ।
জীৱনং সৰ্বভূতেষু তপশ্চাস্মি তপস্বিষু। ৯ ॥

**অন্বয়** :—পৃথিব্যাং পুণ্যঃ গন্ধঃ চ বিভাৱসৌ তেজঃ; চ সৰ্বভূতেষু জীৱনং চ তপস্বিষু তপঃ অস্মি। ৯ ॥

**টীকা** :—কিঞ্চ পুণ্য ইতি। পুণ্যোঽবিকৃতো গন্ধো গন্ধতন্মাত্ৰং পৃথিৱী-আশ্ৰয়ভূতোঽহম্-ইত্যৰ্থঃ। যদ্বা বিভূতিৰূপেণ আশ্ৰয়ত্বস্য বিবক্ষিতত্বাৎ সুৰভি গন্ধস্য এব উৎকৃষ্টতয়া বিভূতিত্বাৎ পুণ্যঃ গন্ধঃ—ইত্যুক্তম্। তথা বিভাৱসৌ

অগ্নৌ যত্তেজো দুঃসহা দীপ্তিঃ তদহং, সর্বভূতেষু জীবনং প্রাণধাৰণ-বায়ুৰহম-ইত্যর্থঃ ; তপস্বিষু বানপ্রস্থাদিষু দ্বন্দ্বসহনৰূপং তপঃ অস্মি। ৯॥ (শ্রীধৰ)

**অনুবাদঃ**—পৃথিবীত পুণ্য গন্ধ, অগ্নিত তেজ, সৰ্বপ্ৰাণীতে জীৱন, তপস্বীসকলৰ তপঃ স্বৰূপে মই বিদ্যমান্ থাকোঁ। ৯॥

[ পৃথিৱীৰ গুণ গন্ধ—সেই গুণ পবিত্ৰ হোৱাই স্বাভাৱিক, সেইবাবে পুণ্য গন্ধ বুলি কৈছে। ]

বীজং মাং সর্বভূতানাং বিদ্ধি পার্থ সনাতনম্।
বুদ্ধিৰ্‌ বুদ্ধিমতামস্মি তেজস্তেজস্বিনামহম্। ১০ ॥

**অন্বয়ঃ**—পার্থ, মাং সর্বভূতানাম সনাতনম বীজং বিদ্ধি। অহম বুদ্ধিমতাম বুদ্ধিঃ, তেজস্বিনাম তেজঃ অস্মি। ১০॥

**টীকাঃ**—কিঞ্চ বীজমিতি। সর্বেষাং চৰাচৰাণাং ভুতানাম বীজং সজাতীয় কার্য্যোৎপাদনসমর্থনং সনাতনম নিত্যং উত্তৰোত্তৰ সর্বকার্যেষু অনুস্যূতং তদেব বীজং মদ্বিভূতিং বিদ্ধি, নতু প্রকৃতিব্যক্তিৰিব নশ্যৎ, তথা বুদ্ধিমতাং বুদ্ধিঃ সংজ্ঞা অহম অস্মি, তেজস্বিনাং তেজঃ প্রগল্‌ভানাং প্রাগল্‌ভ্যং অহম। ১০॥

**অনুবাদঃ**—হে পার্থ। সকলো পদার্থৰে সনাতন বীজ (কাৰণ) মোকেই বুলি জানিবা, বুদ্ধিমান সকলৰ বুদ্ধি মই তেজস্বীসকলৰ তেজ (শৌর্য্য) ময়েই। ১০

বলং বলবতামস্মি কামৰাগবিবৰ্জিতম্।
ধর্মাবিরুদ্ধো ভূতেষু কামোঽস্মি ভৰতৰ্ষভ। ১১ ॥

**অন্বয়ঃ**—ভৰতর্ষভ। অহং বলবতাম কামৰাগবিবৰ্জিতং বলং চ ভূতেষু ধর্ম-অবিরুদ্ধঃ কামঃ অস্মি। ১১

**টীকাঃ**—কিঞ্চ বলমিতি। কামোঽপ্রাপ্তেষু বস্তুষভিলাষো ৰাজসঃ ৰাগঃ পুনৰভিলষিতেঽর্থে প্রাপ্তে পুনৰধিকেঽর্থে চিত্তৰঞ্জনাত্মকতৃষ্ণাপৰপর্যায়ঃ তামসঃ তাভ্যাম্ বিবর্জিতং বলবতাং বলমস্মি, সাত্ত্বিকং স্বধর্মানুষ্ঠানসামর্থ্যং অহং ইত্যর্থঃ। ধর্মেণাবিরুদ্ধঃ স্বদাৰেষু পুত্রোৎপাদন মাত্রোপযোগী কামঃ অহম ইতি। ১১॥

**অনুবাদঃ**—বলবান্ লোকৰ বিলাকৰ কামনা আৰু আসক্তিবর্জিত বল ময়েই, হে ভৰত শ্রেষ্ঠ! সৰ্বপ্ৰাণীতে ধর্মৰ অবিরুদ্ধ কাম ময়েই।

( দেহ ধাৰণাদিৰ উপযোগী শাস্ত্ৰসঙ্গত বিষয় অভিলাষ-ময়েই ) ১১।

কাম=নোপোৱা বিষয় পাবলৈ অভিলাষ

ৰাগ=পোৱা বিষয়ত আসক্তি

কাম-ৰাগ-বিবৰ্জিত=এই উভয়বৰ্জিত বাহ্যবিষয় সুখৰ প্ৰতি কামনাহীন আৰু আসক্তি শূন্য

ধৰ্ম অবিৰুদ্ধ কাম=ধৰ্মৰ অনুকূল, শাস্ত্ৰানুগত স্ত্ৰীপুত্ৰ আদি বিষয়ে অভিলাষ

**ব্যাখ্যা ঃ**—যি শুদ্ধচিত্তৰ বলেৰে আসক্তিশূন্য হৈ আৰু বিষয়সুখত স্পৃহাহীন হৈ বলৱান মানুহে কৰ্ম কৰিব পাৰে, সেই বল মই। জীৱৰ হৃদয়ত ধৰ্ম অবিৰোধী যিবোৰ কামনা থাকে—সেই কামনাবোৰোময়েই।

"বলবন্তৰ স্বধৰ্মানুষ্ঠান বল, আপুনাৰ ভাৰ্য্যাত পুত্ৰহেতু কাম—মোৰ হ'স্তে জাত হয়াছে জানিবা।" ভট্টদেৱ।

যে চৈব সাত্ত্বিকা (ঃ) ভাবা (ঃ) ৰাজসাস্তামসাশ্চ যে।
মত্ত এবেতি তান্ বিদ্ধি নত্বহং তেষু তে ময়ি। ১২ ॥

**অন্বয় ঃ** যে চ সাত্ত্বিকাঃ ভাবাঃ যে ৰাজসাঃ তামসাঃ চ ; তান্ মত্তঃ এব ইতি বিদ্ধি। তু অহং ন তেষু ; তে ময়ি॥ ১২

**টীকা ঃ**—কিঞ্চ যে চৈবেতি। যে চান্যেপি সাত্ত্বিকাঃ ভাবাঃ শমদমাদয়ঃ, ৰাজসাশ্চ দ্বেষদৰ্পাদয়ঃ তামসাশ্চ শোকমোহাদয়ঃ প্ৰাণিনাম্ স্বকৰ্ম দোষাজ্জায়ন্তে, তান্ সৰ্বান্ মত্ত এব জাতানি ইতি বিদ্ধি, মদীয় প্ৰকৃতিগুণত্ৰয় কাৰ্য্যত্বাৎ। এবং অপি তেষু অহং ন বৰ্ত্তে জীৱবৎ তদধীনোঽহং ন ভবামি—ইত্যৰ্থঃ, তে তু মদধীনাঃ সন্তো ময়ি বৰ্ত্তন্তে॥ ১২ ॥

**অনুবাদ ঃ**—সাত্ত্বিক ৰাজস আৰু তামস যি যি ভাব বা পদাৰ্থ আছে, সেই সকলো বিলাক মোৰ পৰাই উৎপন্ন হোৱা বুলি জানিবা। সেই বিলাক মোতে আছে কিন্তু মই সেই বিলাকত নাই।

**ব্যাখ্যা ঃ**—ভাব শব্দই পদাৰ্থকো বুজায়—যি হয় সেই—ভূধাতু ঘঞ্। যাৰ অৰ্থ হয় সত্তা, জন্ম ; আৰু বুজায়—

(১) শম, দম, জ্ঞান বৈৰাগ্য আদি সাত্ত্বিক ভাব,

(২) হৰ্ষ, দৰ্প, লোভ আদি—ৰাজসভাব।

(৩) শোক, মোহ, নিদ্ৰা, আলস্য আদি তামসভাব।

প্ৰাণীবিলাকৰ যিবিলাক সাত্ত্বিক ৰাজসিক আৰু তামসিক ভাব নিজ নিজ কৰ্মফলৰ পৰা উৎপন্ন হয় সেইবিলাকো মোৰ পৰাই উৎপন্ন হোৱা বুলি জানিবা।

যদিও সেই বিলাক মোৰ পৰাই উৎপন্ন হয়, তথাপি জীৱৰ নিচিনা সেইবোৰ ভাৱৰ মই অধীন নহওঁ, কিন্তু সেইবোৰ ভাৱ মোৰ অধীন ( বশীভূত )। ১২ ॥

"যি শমদমাদি সাত্ত্বিকভাৱ, ৰাজসভাৱ হৰ্ষাদি, তামস শোক মহাদি, ইসবে মোৰ প্ৰকৃতিৰ গুণৰ কাৰ্য্যপদে মোত হন্তে জাত হুয়াছে জানিবা। মঞি পুনু জীৱ হেন তাৰ অধীন হুয়া নৰহো, তাৰা পুনু মোৰ অধীন হুয়া মোতে প্ৰৱৰ্ত্তে ॥" ১২ ( ভট্টদেৱ )

ত্ৰিভিৰ্ গুণময়ৈৰ্ ভাবৈৰ্ এভিঃ সৰ্বম্ ইদং জগৎ।
মোহিতং নাভিজানাতি মাম্ এভ্যঃ পৰম্ অব্যয়ম্ ॥ ১৩

**অন্বয়** ঃ—এভিঃ ত্ৰিভিঃ গুণময়ৈঃ ভাবৈঃ মোহিতম্ ইদং সৰ্বম্ জগৎ এভ্যঃ পৰম্ অব্যয়ম্ মাম্ ন অভিজানাতি। ১৩

**টীকা** ঃ—এবন্তুতং স্বাম্ পৰমেশ্বৰময়ং জনঃ কিমিতি ন জানাতি ইতি অতঃ আহ—ত্ৰিভিৰিতি। ত্ৰিভিঃ ত্ৰিবিধৈঃ এভিঃ পূৰ্ব্বোক্তৈঃ গুণময়ৈঃ কাম লোভাদিভিঃ গুণ-বিকাৰৈঃ ভাবৈঃ স্বভাৱৈঃ মোহিতম্ ইদম্ জগৎ, অতো মাং নাভিজানাতি। কথম্ভূতম্? এভ্যো ভাবেভ্যঃ পৰম্ এভিঃ অসংস্পৃষ্টম্ এতেষাং নিয়ন্তাৰং অতঃ এব অব্যয়ং নিৰ্বিকাৰম্—ইত্যৰ্থঃ। ১৩ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—এই তিনি ( সত্ত্ব, ৰজঃ, তমঃ ) গুণৰ বিকাৰসমূহৰদ্বাৰা এই সমস্ত সংসাৰ মোহিত হৈ আছে বুলি, এই তিনি গুণৰ অতীত আৰু অবিকাৰী যে মই সেই মোক নাজানে।

**ব্যাখ্যা** ঃ—সুখ, দুঃখ, কাম, লোভ আদি এই তিনি গুণৰ বিকাৰ। এই সুখ, দুখ, কাম, লোভ আদিৰদ্বাৰা প্ৰাণীবিলাক বিমুগ্ধ হয়। এই কাৰণে বিবেকজ্ঞান বিলুপ্ত হয়। বিবেকজ্ঞান বিলুপ্ত হোৱা কাৰণে ত্ৰিগুণৰ অতীত, সৰ্ববিকাৰ পৰিশূন্য, অনন্ত কল্যাণৰ আকৰ পৰমাত্মাক বুজিব নোৱাৰি উৎপত্তি আৰু বিনাশশীল হৈ পুনঃ পুনঃ পৃথিৱীলৈ যাতায়াত কৰে। ( কৃষ্ণচন্দ্ৰৰ গীতা )

"যদি বোলা এমন পৰমেশ্বৰ তুমাক কি কাৰণে লোকে নজানে তাত শুনা। এই তিনি গুণৰ ভাৱ কাম লোভাদিয়ে সকল জগত মোহিত হুয়া, তিনি গুণত পৰ নিৰ্বিকাৰ মোক নজানে।" ১৩॥ ( ভট্টদেৱ )

দৈৱী হ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।
মাম্ এব যে প্ৰপদ্যন্তে মায়াং এতাং তৰন্তি তে ॥ ১৪

**অন্বয় ঃ**—এষা গুণময়ী মম দৈৱী মায়া হি দুৰত্যয়া। যে মাম্ এব প্ৰপদ্যন্তে, তে এতাং মায়াং তৰন্তি। ১৪ ॥

**টীকা ঃ**—কে তৰ্হি তাং জানন্তি ইতি অতঃ আহ—দৈৱীতি। দৈৱী অলৌকিকী অতি অদ্ভূতা ইতি অৰ্থঃ, গুণময়ী সত্ত্বাদিগুণবিকাৰাত্মিকা মম পৰমেশ্বৰস্য শক্তিঃ মায়া দুৰত্যয়া দুস্তৰা হি প্ৰসিদ্ধম্ এতৎ তথাপি যে মাম্ এব ইতি এব কাৰেণ অব্যভিচাৰিণ্যা ভক্ত্যা প্ৰপদ্যন্তে ভজন্তি, তে মায়াম্ এতাং সুদুস্তৰামপি তৰন্তি ততো মাং জানন্তি ইতি ভাৱঃ ॥ ১৪ ॥ ( শ্ৰীধৰ )

**অনুবাদ ঃ**—মোৰ গুণময়ী ( ত্ৰিগুণাত্মিকা ) দৈৱী ( ক্ৰীড়াশীলা ) মায়া নিশ্চয় দুৰতিক্ৰম্যা ; যিসকলে মোক প্ৰকৃষ্টৰূপে আশ্ৰয় কৰে তেওঁলোকে এই মায়া অতিক্ৰম কৰিব পাৰে। ১৪

**ব্যাখ্যা ঃ**—দিব্ ধাতুৰ অৰ্থ ক্ৰীড়া। সেইবাবে প্ৰকৃততে দৈৱী মানে সদায় ক্ৰীড়াশীলা। ভগৱানৰ এই মায়া সৰ্বদাই ক্ৰীড়াশীলা। কেতিয়াও নিষ্ক্ৰিয় হৈ নাথাকে। সেই কাৰণে ইয়াক দৈৱী বোলা হৈছে।

ভগৱানৰ শক্তি যেতিয়া তিনি গুণত বিভক্ত হয়, তেতিয়া তাৰ নাম দিয়া হয় মায়া। এই মায়া সকলো সময়তে প্ৰকাশিতা হৈ থাকে ; সেই কাৰণে সকলো সময়তে ক্ৰীড়াশীলা। ভগৱানৰ শক্তিৰ প্ৰকাশিত অৱস্থাই মায়া।

গুণময়ী—গুণৰ সমষ্টি, গুণৰেই প্ৰকাশ, গুণৰ দ্বাৰাই যেন নিৰ্মিত। ( বেদ-বেদান্ত শাস্ত্ৰী )

সমস্ত জীৱকেই এই মায়াই বন্ধন কৰি ৰাখিছে। তেন্তে এই গুণময়ী ( ত্ৰিগুণাত্মিকা ) মায়া কেনেকৈ অতিক্ৰম কৰিব পাৰি ? এই প্ৰশ্নৰ সমিধান দিছে যে এই মায়া মোৰ হে। মোৰ এই মায়া বিষয়াসক্ত লোকে অতিক্ৰম কৰিব নোৱাৰে ; কাৰণ তেওঁলোক সত্ত্ব, ৰজঃ, তমঃ এই তিনি গুণৰ প্ৰভাৱত মুগ্ধ হৈ থাকে ; কিন্তু যিবিলাকে মায়াৰ আশ্ৰয় যে মই—সেই মোতেই প্ৰকৃষ্ট-ৰূপে, সম্পূৰ্ণৰূপে আশ্ৰয় লয়, তেওঁলোকক মায়াই মুগ্ধ কৰি ৰাখিব নোৱাৰে—তেওঁলোকে মায়াক অতিক্ৰম কৰিব পাৰে। ১৪ ॥

ন মাং দুষ্কৃতিনো মূঢ়াঃ প্ৰপদ্যন্তে নৰাধমাঃ।
মায়য়াপহৃতাজ্ঞানা (ঃ) আসুৰম্ ভাৱম্ আশ্ৰিতাঃ ॥ ১৫

**অন্বয় :**—[ কিন্তু ] দুষ্কৃতিনঃ মূঢ়াঃ নৰাধমাঃ মায়য়া অপহৃতজ্ঞানাঃ আসুৰম্ ভাৱম্ আশ্ৰিতাঃ মাং ন প্ৰপদ্যন্তে। ১৫

**টীকা** :—যদ্যেবং [ কিমিতি ] তৰ্হি সৰ্বে ত্বামেৱ ন ভজন্তীত্যত আহ—ন মামিতি। নৰেষু যে অধমাঃ তে মাং ন প্ৰপদ্যন্তে ন ভজন্তি। অধমত্বে হেতুঃ—মূঢ়াঃ বিবেকশূন্যাঃ, তৎ কুতঃ? দুষ্কৃতিনঃ পাপশীলাঃ অতো মায়য়াপহৃতং নিৰস্তং শাস্ত্ৰাচাৰ্য্যোপদেশাভ্যাং জ্ঞাতং অপি যেষাং তে; অতএৱ "দম্ভো দৰ্পোঽভিমানশ্চ ক্ৰোধঃ পাৰুষ্যমেৱ চ" ইত্যাদিনা ৱক্ষ্যমাণং আসুৰং ভাৱং স্বভাৱং প্ৰাপ্তা সন্তো ন মাং ভজন্তি॥ ১৫

**অনুবাদ** :—মূঢ় দুষ্কৃতিকাৰী নৰাধমসকলে মোক আশ্ৰয় নকৰে; কাৰণ মায়াৰ দ্বাৰা তেওঁলোকৰ জ্ঞান অপহৃত হোৱাত তেওঁলোকে আসুৰ-ভাব পায়। ১৫

**ব্যাখ্যা** :—যদি ঈশ্বৰক আশ্ৰয় কৰিলেই মায়াৰপৰা উদ্ধাৰ পাব পাৰি, তেন্তে সকলো মানুহে কিয় ঈশ্বৰক আশ্ৰয় নকৰে? এনে প্ৰকাৰ আশঙ্কাৰ উত্তৰ স্বৰূপে ভগৱানে কৈছে যে—যিবিলাক লোকে পাপ কাৰ্য্য কৰে (দুষ্কৃতী), যিবিলাক লোক মূঢ় (নৰাধম), আৰু যিবিলাক লোক নিকৃষ্ট প্ৰকৃতিৰ, সেইবিলাক লোকে মোক ভজনা নকৰে; কাৰণ মায়াই সেইবিলাক লোকৰ বিবেক জ্ঞান অপহৰণ কৰে; সেইবিলাক লোকৰ শাস্ত্ৰ আৰু গুৰুৰ উপদেশৰপৰা পোৱা জ্ঞানো মায়াৰ প্ৰভাৱত নিৰস্ত হৈ যায়; সেই কাৰণে সেইবিলাক লোকৰ স্বভাৱে কাম, ক্ৰোধ, লোভ, হিংসা, মিথ্যা ব্যৱহাৰ আদি আসুৰিক স্বভাৱক আশ্ৰয় কৰে আৰু মোক ভজনা নকৰে। ১৫॥

চতুৰ্বিধা (ঃ) ভজন্তে মাং জনাঃ সুকৃতিনোঽৰ্জুন।
আৰ্ত্তো জিজ্ঞাসুৰ্ অৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ॥ ১৬

**অন্বয়** :—হে ভৰত-ঋষভঃ অৰ্জুন! চতুৰ্বিধা সুকৃতিনঃ জনাঃ আৰ্ত্তঃ জিজ্ঞাসুঃ অৰ্থ-অৰ্থী জ্ঞানী চ মাং ভজন্তে। ১৬॥

**শ্ৰীধৰী টীকায়াম্** : পূৰ্বজন্মসু যে কৃতপুণ্যা জনাঃ ভজন্তি, তে তু চতুৰ্বিধাঃ—আৰ্ত্তো ৰোগাদি অভিভূতঃ, স যদি পূৰ্বং কৃতপুণ্যঃ তৰ্হি মাং ভজতি, অন্যথা ক্ষুদ্ৰদেৱতা ভজনেন সংসৰতি, এবং উত্তৰত্ৰ অপি দ্ৰষ্টব্যম্। জিজ্ঞাসুঃ আত্মজ্ঞানেচ্ছুঃ অৰ্থাৰ্থী অত্ৰপৰত্ৰ বা ভোগ সাধনতা-অৰ্থ-লিপ্সুঃ জ্ঞানী চ আত্মবিৎ। ১৬

**অনুবাদ** :—হে ভৰত-শ্ৰেষ্ঠ অৰ্জুন! মোক চাৰিবিধ মানুহে ভজনা কৰে—

(১) আৰ্ত্ত—কোনো প্ৰকাৰ ৰোগাদিৰ দ্বাৰা যি লোক অভিভূত হৈছে।

(২) জিজ্ঞাসু—আত্মজ্ঞান লাভৰ যাৰ ইচ্ছা আছে।

(৩) অৰ্থাৰ্থী—যাৰ ইহলোকত বা পৰকালত ভোগ সাধনা আছে।

(৪) জ্ঞানী—যি জনৰ আত্মজ্ঞান হৈছে—ভগৱানক জানিছে।

ভগৱানক জানিছে কাৰণেই ভালপায়, ভক্তি কৰে—ভজনা কৰে। এই চাৰি প্ৰকাৰ লোকেই ঈশ্বৰক ভজনা কৰে। এই চাৰি প্ৰকাৰ লোকেই ভক্ত।

দুষ্কৃতী (পাপকাৰী) বিলাকে ঈশ্বৰক নভজে। সুকৃতী—যাৰ পূৰ্বজন্মৰ পুণ্যৰ সঞ্চয় আছে সেইবিলাকেহে মোক ভজনা কৰে; কিন্তু সুকৃতীসকলৰ ভিতৰতো (এই চাৰি প্ৰকাৰ ভক্তৰ ভিতৰতো) তাৰতম্য আছে। সেই চাৰিপ্ৰকাৰ ভক্তলোকৰ ভিতৰত তিনি প্ৰকাৰ লোক সকাম আৰু এক প্ৰকাৰ লোকহে নিষ্কাম। যি জন জ্ঞানী তেৱেঁই নিষ্কাম।

তেষাং জ্ঞানী নিত্যযুক্ত এক ভক্তিৰ্‌ বিশিষ্যতে।
প্ৰিয়ো হি জ্ঞানিনোঽত্যৰ্থম্ অহং স চ মম প্ৰিয়ঃ॥ ১৭

**অন্বয়ঃ**—তেষাং নিত্যযুক্তঃ একভক্তিঃ জ্ঞানী বিশিষ্যতে। হি জ্ঞানিনঃ অহং অত্যৰ্থম্ প্ৰিয়ঃ স চ মম প্ৰিয়ঃ। ১৭

**টীকা ঃ**—এতেষাং মধ্যে জ্ঞানী শ্ৰেষ্ঠ ইত্যাহ—তেষামিতি। তেষাং মধ্যে জ্ঞানী বিশিষ্টঃ, তত্ৰ হেতৱঃ—নিত্যযুক্তঃ সদা মন্নিষ্ঠঃ, একস্মিন্ ময্যেৱ ভক্তিৰ্যস্য সঃ। জ্ঞানিনো দেহাদি-অভিমানঅভাৱেন চিত্তবিক্ষেপ-অভাৱাৎ নিত্য-যুক্তত্বম্ একান্ত ভক্তিত্বঞ্চ সম্ভৱতি নান্যস্য, অতএৱ তস্যাহম্ অত্যন্তং প্ৰিয়ঃ স চ মম তস্মাৎ এতৈঃ নিত্যযুক্তত্বাদিভিঃ চতুৰ্ভিহেতুভিঃ স উত্তমঃ—ইতি অৰ্থঃ। ১৭॥

**অনুবাদ ঃ**—এই চাৰি প্ৰকাৰ ভক্তৰ ভিতৰত জ্ঞানী ব্যক্তিয়েই প্ৰধান ভক্ত—উত্তম ভক্ত; কাৰণ তেওঁৰ ভক্তি একমাত্ৰ মোতেই নিবিষ্ট। জ্ঞানীৰ মই বৰ প্ৰিয় (তেওঁ মোক বৰ ভাল পায়) আৰু মোৰো তেওঁ বৰ প্ৰিয়। ১৭

**ব্যাখ্যা ঃ**—জ্ঞানী নিত্যযুক্ত—সদায় মন্নিষ্ঠ। একমাত্ৰ মোতেই তেওঁৰ ভক্তি। জ্ঞানী ব্যক্তিৰ দেহাদি অভিমান নাই আৰু সেইবাবে তেওঁৰ চিত্ত চাঞ্চল্য বা চিত্তবিক্ষেপ নাই আৰু সেইবাবে তেওঁ নিত্যযুক্ত হৈ থাকিব পাৰে—একান্ত ভক্ত হৈ থকাও তেওঁৰ পক্ষে সম্ভৱ—আনৰ পক্ষে সম্ভৱ নহয়। সেই কাৰণে তেওঁ মোক আপোন বুলি ভাবে আৰু মোৰ ওচৰতো তেওঁক মোৰ বৰ আপোন আপোন লাগে।

প্ৰিয় শব্দৰ অৰ্থ ইয়াত আপোন, নিজৰ। কিন্তু গীতাতেই কৈছে—(ন মে

দ্বেষ্যোঽস্তি ন প্রিয়ঃ—৯।২৯ ) যে মোৰ প্ৰিয় বা অপ্ৰিয় ব্যক্তি কোনো নাই। ইয়াৰ মিমাংসা কি ?

"জ্ঞানীয়ে ভগৱৎ তত্ত্ব জানি সৰ্বত্ৰ মোক দেখিবলৈ পায় অৰ্থাৎ নিজকেই যেন দেখিবলৈ পায়। ভগৱান ( আত্মা ) তেওঁৰ বৰ আপোন এই বোধ তেওঁৰ হয়। তেনেকৈ যি জনে ভগৱৎ-তত্ত্ব জানিছে, তেওঁকো ভগৱানৰ আপোন বোধ হয়—জ্ঞানী তু আত্মা এব মে—জ্ঞানী মোৰ আত্মাৰ স্বৰূপ—ইয়াৰ পাছৰ শ্লোকতে কৈছে।" ( বেদ-বেদান্তশাস্ত্ৰী )

উদাৰাঃ সৰ্বএবৈতে জ্ঞানী ত্বাত্মৈব মে মতম্।
আস্থিতঃ সহি যুক্তাত্মা মামেবানুত্তমাং গতিম্॥ ১৮

**অন্বয়** :—এতে সৰ্বে এব উদাৰাঃ জ্ঞানী তু আত্মা এব মে মতম। হি যুক্তাত্মা অনুত্তমাং গতিম্ মাম্ এব আস্থিতঃ। ১৮ ॥

**টীকা** :—তৰ্হি কিম্ ইতৰে ত্ৰয়ঃ তু ভক্তাঃ সংসৰন্তি ? নহি নহীত্যাহ-উদাৰা ইতি। সৰ্বেঽপ্যেতে উদাৰা মহান্তঃ মোক্ষভাজ এব ইত্যৰ্থঃ। জ্ঞানী তু পুনৰাত্মৈবেতি মে মতং নিশ্চয়ঃ, হি যস্মাৎ সজ্ঞানী যুক্তাত্মা মদেকচিত্তঃ সন্ ন বিদ্যতে উত্তমা যস্যাস্তামনুত্তমাং সৰ্বোত্তমাং গতিং মামেবাস্থিতঃ আশ্ৰিতবান্, মদ্ব্যতিৰিক্তমন্যৎ ফলং ন মন্যতে ইত্যৰ্থঃ। ১৮ ॥ ( শ্ৰীধৰ )

**অনুবাদ** :—এওঁলোক সকলোৱে উদাৰ ( অৰ্থাৎ মহান্ ); কিন্তু জ্ঞানী হৈছে মোৰ আত্মাই, কাৰণ তেওঁ যুক্ত-আত্মা হৈ ( পৰমেশ্বৰৰ লগত এক হৈ ) শেষ গন্তব্যস্থান ( উৎকৃষ্ট গতি ) মোতেই অৱস্থান কৰিছে।

**ব্যাখ্যা** :—এওঁলোক সকলোৱে মহান্, অৰ্থাৎ মোক্ষপ্ৰাপ্তিৰ যোগ্য সকলোৱে মোৰ প্ৰিয়, কোনো অপ্ৰিয় নহয় কিন্তু জ্ঞানী মোৰ অত্যন্ত প্ৰিয়; কাৰণ জ্ঞানী মোৰ আত্মস্বৰূপ—এইটো মই নিশ্চয়কৈ কৈছোঁ। তেওঁ মোতেই সমৰ্পিতচিত্ত। বাসুদেৱত সমাহিত চিত্ত জ্ঞানী—"ময়ে ভগৱান বাসুদেৱ, মই স্বৰূপতঃ আন কোনো নহয়"—এই বুদ্ধিত সৰ্বদায় দৃঢ় হৈ থাকে।

সকাম ভক্তসকলে কাম্যবস্তু লাভৰ কাৰণে মোক ভজনা কৰে। কাম্যবস্তুও তেওঁলোকৰ প্ৰিয়, ময়ো তেওঁলোকৰ প্ৰিয়। কিন্তু জ্ঞানীৰ মোত বাদে অন্য কাম্যবস্তু নাই, ময়ে তেওঁৰ একমাত্ৰ গতি, সুহৃদ্ আৰু আশ্ৰয়। মই তেওঁৰ আত্মস্বৰূপ। যি ভক্তই মোক যেনেকৈ প্ৰীতি কৰে ময়ো তেওঁক সেইদৰে প্ৰীতি কৰোঁ।

"জ্ঞানী মোৰ অত্যন্ত প্ৰিয়" এই বুলি ক'লে আৰ্ত্ত প্ৰভৃতি সামান্য প্ৰিয় এয়ে বুজা যায়। প্ৰিয় নহয় এইদৰে প্ৰতীতি নহয়। কিন্তু আৰ্ত্তপ্ৰভৃতিৰ কাম্যমান বস্তুও প্ৰিয়। ময়ো প্ৰিয়, কিন্তু জ্ঞানীৰ একমাত্ৰ ময়েই প্ৰিয়—এই কাৰণে জ্ঞানীসকল মোৰ অত্যন্ত প্ৰিয় হয়। ইয়াৰ পূৰ্বে মই কৈছোঁ যে মোক যিজনে যিভাৱে পাবলৈ ইচ্ছা কৰে, ময়ো তেওঁক সেইভাৱেই অনুগ্ৰহ কৰোঁ। ১৮ ॥

বহুনাং জন্মনাম্ অন্তে জ্ঞানৱান্ মাং প্ৰপদ্যতে।
বাসুদেৱঃ সৰ্বম্ ইতি স মহাত্মা সুদুৰ্লভঃ ॥ ১৯

**অন্বয়ঃ**—বহুনাং জন্মনাম্ অন্তে জ্ঞানবান্ মাং সৰ্বম বাসুদেৱঃ ইতি প্ৰপদ্যতে, সঃ মহাত্মা সুদুৰ্লভঃ ১৯ ॥

**টীকাঃ**—এবম্ ভূতো মদ্‌ভক্তোঽতি দুৰ্লভ ইত্যাহ বহুনামিতি। বহুনাং জন্মনাং কিঞ্চিৎ কিঞ্চিৎ পুণ্যোপচয়েন অন্তে চৰমে জন্মনি জ্ঞানবান্ সন্ সৰ্বমিদং চৰাচৰম্ বাসুদেৱ এবেতি সৰ্বাত্মদৃষ্ট্যা মাং প্ৰপদ্যতে ভজতি অতঃ স মহাত্মা অপৰিচ্ছিন্নদৃষ্টিঃ সুদুৰ্লভঃ। ১৯ ॥ ( শ্ৰীধৰ )

**অনুবাদঃ**—( তেওঁলোক সকলোৱে মহান্, কিন্তু জ্ঞানী ভক্ত মোৰ অত্যন্ত প্ৰিয়, কাৰণ ) বহুজন্মৰ সাধনৰ ফলত শেষ জন্মত সমুদয় চৰাচৰ জগতেই বাসুদেৱ ( বাসুদেৱে সকলো ) এইৰূপ জ্ঞানবান হৈ মোক ভজনা কৰে; এনেকুৱা মহাত্মা অতি দুৰ্লভ। ১৯ ॥

**ব্যাখ্যাঃ**—বসুদেৱ—যিজনে সমগ্ৰ বিশ্বব্যাপি আছে আৰু যিজনে সৰ্বভূততে বাস কৰে—তেৱেঁই বাসুদেৱ। এই অব্যক্ত মূৰ্ত্তিত জগৎ ব্যাপি আছে। ব্যক্ত মূৰ্ত্তিত লীলাৰ কাৰণে বসুদেৱ পুত্ৰ শ্ৰীকৃষ্ণ।

বস্ ধাতুৰ অৰ্থ (১) আচ্ছাদন কৰা (২) বাস কৰা—উভয় অৰ্থই একে কথাকেই বুজায়।

এই শ্লোকত পুনৰ্বাৰ জ্ঞানীৰ প্ৰশংসা কৰিছে। এনে ভক্ত বৰ দুৰ্লভ। বহুজন্ম গ্ৰহণ কৰি কিঞ্চিৎ কিঞ্চিৎকৈ পুণ্য সঞ্চয় কৰি তত্ত্বজ্ঞানৰ অনুকূল সংস্কাৰ লাভ কৰি, সেই পুণ্য বা সংস্কাৰ ক্ৰমে ক্ৰমে ( উত্তৰোত্তৰ ) বৃদ্ধি কৰি সেই প্ৰকাৰৰ বহুজন্মৰ শেষত ( শেষ জন্মত ) জ্ঞানবান্ হৈ ( পৰিপক্ক জ্ঞান লাভ কৰি ) মোক ( বাসুদেৱক ) সকলো জীৱৰে অন্তৰাত্মা বুলি প্ৰত্যক্ষভাৱে পায়। কি ভাবে পায়? "সকলো বস্তুই বাসুদেৱ" এই ভাৱে পায়। যি ব্যক্তিয়ে

এই প্ৰকাৰে মই যে সকলোৰে অন্তৰাত্মা—এই ভাৱে পায়, তেৱেঁই মহাত্মা। তেওঁৰ সমান কোনো নাই আৰু তেওঁতকৈ অধিক কোনো নাই বুলি এনে মহাত্মা সুদুৰ্লভ।

"অনেক জন্মৰ পুণ্যৰ সুকৃতিয়ে অন্তজন্মত চৰাচৰ জগতক বাসুদেৱ দৃষ্টি কৰি মোক ভজে—এমনে কহিলো।" (ভট্টদেৱ)

কামৈস্-তৈস্-তৈৰ্ হৃতজ্ঞানাঃ প্ৰপদ্যন্তেঽন্য দেৱতাঃ।
তং তং নিয়মম্ আস্থায় প্ৰকৃত্যা নিয়তাঃ স্বয়া ॥ ২০

**অন্বয়ঃ**—তৈঃ তৈঃ কামৈঃ হৃতজ্ঞানাঃ তং তং নিয়মম আস্থায় স্বয়া প্ৰকৃত্যা নিয়তাঃ অন্য দেৱতাঃ প্ৰপদ্যন্তে। ২০ ॥

**টীকাঃ**—তদেবং কামিনোঽপি সন্তঃ কামপ্ৰাপ্তয়ে পৰমেশ্বৰং মামেৱ যে ভজন্তি। তে কামান্ প্ৰাপ্য শনৈৰ্মুচ্যন্তে ইত্যুক্তং যে তু অত্যন্তং ৰাজসাস্তামসাশ্চ কামাভিভূতাঃ ক্ষুদ্ৰদেৱতাঃ সেৱন্তে, তে সংসৰন্তীত্যাহ—কামৈৰিতি চতুৰ্ভিঃ।

যে তু তৈ স্তৈঃ পুত্ৰকীৰ্ত্তি শত্ৰুজয়াদি বিষয়ৈঃ কামৈঃ অপহৃতা বিবেকাঃ সন্তোঽন্যাঃ ক্ষুদ্ৰা ভূতপ্ৰেত-যক্ষাদি দেৱতাং ভজন্তি। কিং কৃত্বা? তং তং দেৱতাৰাধনে যো যো নিয়ম উপবাসাদি লক্ষণঃ তং তং নিয়মং স্বীকৃত্য তত্ৰাপি চ স্বীয়য়া প্ৰকৃত্যা পূৰ্বাভ্যাসবাসনয়া নিয়তা বশীকৃতাঃ সন্তো দেৱতা বিশেষং ভজন্তি। ২০ ॥ (শ্ৰীধৰ)

**অনুবাদঃ**—সেই সেই কামনাৰ দ্বাৰা বিবেকবুদ্ধিহীন হৈ সেই সেই নিয়ম অনুশীলন কৰি নিজ স্বভাৱৰ দ্বাৰা বশীভূত হৈ সাধাৰণ লোকে আন আন দেৱতাৰ শৰণ লয়। ২০

**ব্যাখ্যাঃ**—এই সমগ্ৰ বিশ্বই বাসুদেৱ আৰু বাসুদেৱেই আত্মা এই জ্ঞান সকলোৰে কিয় নহয় তাৰ কাৰণ কোৱা হৈছে।

যিবিলাক লোকে পুত্ৰ, অৰ্থ আৰু স্বৰ্গ আদি লাভৰ কামনা কৰে, সেইবিলাক লোকৰ বিবেক বুদ্ধি অভিভূত হৈ যায়। সেইবিলাক লোকৰ কামনাৰ দ্বাৰা স্বভাৱো কলুষিত হৈ যায়। সেইবিলাক কামনা-কলুষিত স্বভাৱৰ লোকে নিজ নিজ স্বভাৱৰ দ্বাৰা বশীভূত হৈ ভূত, প্ৰেত, যক্ষ আদি ক্ষুদ্ৰ ক্ষুদ্ৰ দেৱতাৰ আৰাধনাত ব্ৰত, উপবাস আদি যিবিলাক নিয়ম আছে সেইবিলাক পালন কৰি অন্য দেৱতাৰ ভজনা কৰে।

অজ্ঞানী পুৰুষে মোক উপাসনা নকৰি নিজৰ স্বভাৱৰ অনুৰূপ বাসনাৰ দ্বাৰা হৃতজ্ঞান হৈ নানা প্ৰকাৰ ধৰ্মানুষ্ঠান প্ৰণালী অৱলম্বন কৰি অন্য দেৱতাৰ উপাসনা কৰে। ২০

যো যো যাং যাং তনুং ভক্তঃ শ্ৰদ্ধয়াৰ্চিতুমিচ্ছতি।
তস্য তস্যাচলাং শ্ৰদ্ধাং তামেব বিদধাম্যহম্॥ ২১

**অন্বয়ঃ**—যঃ যঃ ভক্তঃ যাং যাং তনুং শ্ৰদ্ধয়া অৰ্চিতুম্ ইচ্ছতি তস্য তস্য তামেব অচলাং শ্ৰদ্ধাং অহং বিদধামি।

**টীকাঃ**—যো যো যামিতি। তেষাং যো যো ভক্তো যাং যাং তনুং দেৱতাৰূপাং মদীয়ামেব মূৰ্ত্তিং শ্ৰদ্ধয়া অৰ্চিতুম্ ইচ্ছতি প্ৰৱৰ্ত্ততে, তস্য তস্য ভক্তস্য তন্মূৰ্ত্তিবিষয়াং তামেব শ্ৰদ্ধামচলাং দৃঢ়াং অহম্ অন্তৰ্য্যামী বিদধামি কৰোমি। ২১॥ (শ্ৰীধৰ)

**অনুবাদঃ**—যি যি ভক্তই যি যি দেৱমূৰ্ত্তি শ্ৰদ্ধাৰ সহিত অৰ্চ্চনা কৰিবলৈ ইচ্ছা কৰে সেই সেই ভক্ত লোকৰ সেই সেই মূৰ্ত্তিতে অচলা ভক্তি বিধান মযে কৰোঁ। ২১

**ব্যাখ্যাঃ**—"শ্ৰদ্ধা সহকাৰে যি দেৱতাৰে উপাসনা কৰা হয়, সকলো উপাসনা বিশ্বপুৰুষৰ উপাসনাহে। এনে শ্ৰদ্ধাৰ দ্বাৰা মানৱাত্মা পৰমাত্মাৰ ওচৰ চাপি আহে। তলৰ শ্লোকত এই কথাটো পৰিষ্কাৰ কৰিছে।" ২১।

(বেদান্ত বাচস্পতি)

স তয়া শ্ৰদ্ধয়া যুক্তস্ তস্যাৰাধনমীহতে।
লভতে চ ততঃ কামান্ ময়ৈব বিহিতান্ হি তান্॥ ২২

**অন্বয়ঃ**—সঃ তয়া শ্ৰদ্ধয়া যুক্তঃ (সন্) তস্যাঃ আৰাধনম্ ঈহতে। চ ততঃ ময়া এব বিহিতান্ তান্ কামান্ হি লভতে॥ ২২

**টীকাঃ**—ততশ্চ স তয়েতি। স ভক্তস্তয়া দৃঢয়া শ্ৰদ্ধয়া তস্যাঃ তনোঃ আৰাধনম্ ঈহতে কৰোতি, ততশ্চ যে সঙ্কল্পিতাঃ কামাঃ তাং ততো দেৱতা বিশেষাৎ লভতে, কিন্তু ময়ৈব তৎ তৎ দেৱতা অন্তৰ্যামিনা বিহিতান্ নিৰ্ম্মিতান্; হি স্ফুটমেবং; তৎ তৎ দেৱতানাং অপি মদধীনত্বাৎ মন্মূৰ্ত্তিত্বাৎ চ ইতি অৰ্থঃ। ২২॥ (শ্ৰীধৰ)

**অনুবাদঃ**—(যি শ্ৰদ্ধা মই সেই সেই ভক্তৰ হৃদয়ত স্থিৰ কৰি দিওঁ)

সেই শ্ৰদ্ধাৰে সেই সেই ভক্তই সেই সেই দেৱতাৰ আৰাধনা কৰে আৰু সেই সেই দেৱতাৰ পৰা যি কাম্যফল, যি ভোগ্যবস্তু লাভ কৰে, তাকো ময়েহে বিধান কৰোঁ। ২২ ॥

**ব্যাখ্যা ঃ**—মই অন্তৰ্য্যামী হৈ সেই ফল বিধান কৰোঁ। ময়ে বাসুদেৱ—ময়ে সৰ্বভূতত অধিষ্ঠান কৰোঁ। ময়েহে সকলো কৰ্মৰ ফলদাতা। সেই সেই দেৱতাবিলাক মোৰেই অধীন আৰু সেই সেই দেৱমূৰ্ত্তিবিলাকো মোৰেই মূৰ্ত্তি। ২২ ॥

অন্তবত্তু ফলং তেষাং তদ্ ভৱত্যল্পমেধসাম্।
দেৱান্ দেৱ যজো যান্তি মদ্ ভক্তা(ঃ) যান্তি মাম্ অপি। ২৩ ॥

**অন্বয় ঃ**—তু অল্প মেধসাম্ তেষাম্ তৎফলম্ অন্তৱৎ ভৱতি। দেৱযজঃ দেৱান্ যান্তি অপি মদ্ভক্তাঃ মাম্ যান্তি। ২৩

**টীকা ঃ**—তদেৱং যদ্যপি সৰ্বা অপি দেৱতা মমৈৱ তনবঃ অতঃ তৎ আৰাধনম্ অপি বস্তুতঃ মৎ আৰাধনমেৱ তৎ তৎ ফলদাতা অপি চাহমেৱ। তথাপি সাক্ষাৎ মদ্ভক্তানাঞ্চ তেষাঞ্চ ফল বৈষম্যং ভৱতি ইত্যাহ—অন্তবদিতি। অল্প মেধসাম্ পৰিচ্ছিন্নদৃষ্টীনাং ময়া দত্তম্ অপি তৎ ফলম্ অন্তৱৎ বিনাশি ভৱতি। তদেৱাহ—দেৱান্ যজন্তীতি দেৱযজঃ তে দেৱান্ অন্তৱতো যান্তি, মদ্ভক্তাস্তু মাম্ অনাদ্যনন্তং পৰমানন্দং প্ৰাপ্নুৱন্তি। ২৩ ( শ্ৰীধৰ )

**অনুবাদ ঃ**—কিন্তু সেই অল্পবুদ্ধি লোকৰ সেই অৰ্চ্চনাৰ ফল শেষ হৈ যায়, চিৰস্থায়ী নহয়। সেই সেই ভক্তসকলে যি দেৱতাক আৰাধনা কৰে সেই সেই দেৱতাৰ ওচৰলৈ যায় আৰু মোক আৰাধনা কৰা ভক্তই ( একমাত্ৰ মোকেই ভজনা কৰা ভক্ত ) মোকেই পায়। ২৩ ॥

**ব্যাখ্যা ঃ**—"সকলো দেৱতায়ে মোৰ মূৰ্ত্তি তাৰাৰ আৰাধনো পৰমাৰ্থত মোৰেই আৰাধন, তাৰ ফলৰো মঞি সে দাতা।" ( ভট্টদেৱ )।

ক্ষুদ্ৰ ক্ষুদ্ৰ দেৱতা আৰাধনা কৰা লোকে আৰাধনাৰ ফল পায় কিন্তু মোক নাপায়। যদিও সমস্ত দেৱতাই মোৰেই মূৰ্ত্তিস্বৰূপ আৰু সেই দেৱতাসকলৰ আৰাধনা প্ৰকৃততে মোৰেই আৰাধনা আৰু যদিও অন্তৰ্য্যামীৰূপে সেই সেই আৰাধনা কৰ্মৰ ফল ময়েই দি থাকোঁ—তথাপি মোৰ ভক্ত আৰু অন্য ক্ষুদ্ৰ ক্ষুদ্ৰ দেৱতাৰ ভক্তসকলৰ জ্ঞানকৃত আৰু অজ্ঞানকৃত আৰাধনা অনুসাৰে ফলৰ তাৰতম্য হয়। অল্পজ্ঞ ব্যক্তিৰ আৰাধনাৰ ফল অস্থায়ী, কাৰণ তেওঁলোকৰ

আৰাধনা কৰ্মও বিবেক বুদ্ধিহীন হোৱা বাবে আৰু তাত কামনা থকা বাবে। সকাম ব্যক্তিসকলেও ( মোৰ যে আৰ্ত্ত জিজ্ঞাসু আৰু অৰ্থাৰ্থী ভক্তসকল আছে ) কামনা কৰে ; কিন্তু যি হেতুকে তেওঁলোকে একমাত্ৰ মোকেই আৰাধনা কৰে ( ক্ষুদ্ৰ ক্ষুদ্ৰ দেৱতাক আৰাধনা নকৰে ) তেওঁলোকে ক্ৰমে ক্ৰমে চিত্তশুদ্ধিৰ-দ্বাৰা মোকেই পায় ; কিন্তু নিষ্কাম ভক্তসকলে মোক সোনকালে পায়। ২৩ ॥

অব্যক্তং ব্যক্তিং আপন্নং মন্যন্তে মাম্ অবুদ্ধয়ঃ।
পৰং ভাৱং অজানন্তো মমাব্যয়ম্ অনুত্তমম্ ॥ ২৪

**অন্বয় ঃ**—অবুদ্ধয়ঃ মম অব্যয়ম্ অনুত্তমং পৰং ভাৱং অজানন্তঃ অব্যক্তং মাম্ ব্যক্তিং আপন্নং মন্যন্তে। ২৪ ॥

**টীকা ঃ**—ননু চ সমানে প্ৰয়াসে মহতি চ ফল বিশেষে সতি সৰ্বেঽপি কিমিতি দেৱতান্তৰং হিত্বা ত্বামেব ন ভজন্তি তত্ৰাহ—অব্যক্তমিতি। অব্যক্তং প্ৰপঞ্চাতীতং মাং ব্যক্তিং মনুষ্য-মৎস্য কূৰ্মাদি ভাৱং প্ৰাপ্তং অল্পবুদ্ধয়ঃ মন্যন্তে। তত্ৰ হেতুঃ—মম পৰং ভাৱং স্বৰূপম্ অজানন্তঃ। কথম্ভুতম্? অব্যয়ং নিত্যং, ন বিদ্যতে উত্তমো ভাবো যস্মাৎ তং মদ্‌ভাৱং অতো জগৎ-ৰক্ষণাৰ্থং লীলয়া আবিষ্কৃতনানাবিশুদ্ধোৰ্জ্জিতসত্ত্বমূৰ্ত্তিং মাং পৰমেশ্বৰং স্বকৰ্ম-নিৰ্মিত-ভৌতিক দেহং দেৱতান্তৰসমং পশ্যন্তো মন্দমতয়ো মাং ন অতীব আদ্ৰিয়ন্তে, প্ৰত্যুত ক্ষিপ্ৰফলদং দেৱতান্তৰং এব ভজন্তি। তে চোক্তপ্ৰকাৰেণ অন্তৱৎ ফলং প্ৰাপ্নুৱন্তি ইত্যৰ্থঃ ॥ ২৪ ॥

**অনুবাদ ঃ**—অল্প বুদ্ধি লোকবিলাকে মোৰ সৰ্বোত্তম। অব্যয় ( অবিকাৰী ) আৰু শ্ৰেষ্ঠস্বৰূপ নাজানি অব্যক্ত মোক ব্যক্ত বুলি ভাবে। ২৪

**ব্যাখ্যা ঃ**—কি কাৰণে অল্প বুদ্ধি লোকবিলাকে একমাত্ৰ পৰমেশ্বৰক আশ্ৰয় নকৰে—তাৰ কাৰণ দেখুৱাইছে। ইয়াত এটা প্ৰশ্নও উঠে যে যদি সমান সমান যত্ন-প্ৰয়াস কৰি অন্য দেৱতাক পূজা আৰাধনা কৰি যদি পৰমেশ্বৰক পূজা আৰাধনা কৰাৰ সমান ফল পোৱা নাযায় তেন্তে মানুহে একমাত্ৰ পৰমেশ্বৰকে কিয় আশ্ৰয় নকৰে তাৰ কাৰণ দেখুৱাইছে—মই যে অব্যক্ত, মায়াতীত, সত্ত্বৰজঃতমো গুণৰ প্ৰপঞ্চ ক্ৰিয়াৰ অতীত আৰু মই যে লীলাৰ কাৰণেহে অৱতাৰ গ্ৰহণ কৰোঁ—মনুষ্য আদি ভাৱ গ্ৰহণ কৰোঁ সেই কথা সেইবিলাক লোকে বুজিব নোৱাৰে। মই যে মোৰ নিজৰ কৰ্মসাধনৰ বাবে ( জগৎ পৰিপালন কৰিবৰ কাৰণে ) লীলাৰদ্বাৰা অৰ্থাৎ কৌশল কৰি

বিশুদ্ধসত্ত্বমূৰ্ত্তিত নিজৰ কৰ্মৰদ্বাৰা পঞ্চভূতৰে গঠিত দেহ গ্ৰহণ কৰোঁ; সেইদৰেই এই লোকসকলে মোকো অন্য দেৱতা ৰূপ জ্ঞান কৰে। সেই কাৰণে এই মন্দমতিবিলাকে অন্য দেৱতাতকৈ মোক বেছি শ্ৰদ্ধা বা আদৰ নকৰে। আনপক্ষে অন্য দেৱতাক ভজনা কৰিলে তাৰ ফল সোনকালে পায় আৰু সেইদৰে পোৱা ফলো অস্থায়ী হয়। ২৬ ॥

নাহং প্ৰকাশঃ সৰ্বস্য যোগমায়া সমাবৃতঃ।
মূঢ়োঽয়ং নাভিজানাতি লোকো মাম্ অজম্ অব্যয়ম্ ॥ ২৫

**অন্বয়ঃ**—অহং যোগমায়া সমাবৃতঃ সৰ্বস্য প্ৰকাশঃ ন (ভবামি)। অয়ং মূঢ়ঃ লোকঃ অজম্ অব্যয়ম্ মাম্ ন অভিজানাতি ॥ ২৫

**টীকা**ঃ—তেষাং স্বাজ্ঞানে হেতুমাহ—নাহমিতি। সৰ্বস্য লোকস্য নাহং প্ৰকাশঃ প্ৰকটো ন ভবামি, কিন্তু ভক্তানাম্ এব যতো যোগমায়য়া সমাবৃতঃ যোগো যুক্তিঃ মদীয়ঃ কোঽপি অা ন্তু প্ৰজ্ঞাবিলাসঃ স এব মায়া অঘটন ঘটনা (চাতুৰ্য্য) পটীয়স্ত্বাৎ, তয়া সংবৃতঃ অতএব মৎস্বৰূপ জ্ঞানে মূঢ়ঃ সন্ অয়ং লোকঃ অজম্ অব্যয়ম্ চ মাং ন জানাতি—ইতি ॥ ২৫

**অনুবাদ**ঃ—মই যোগমায়াৰদ্বাৰা (যেন) আবৃত হৈ আছো বুলি সকলোৰে ওচৰত প্ৰকাশিত নহওঁ, জগতৰ লোকে জন্মৰহিত (অজ) বিকাৰৰহিত (অব্যয়) মোক সম্যকৰূপে নাজানে। ১৫ ॥

**ব্যাখ্যা**ঃ—এই লোকবিলাকৰ এই অজ্ঞানতা ক'ৰ পৰা আহে? সেই কথা কৈছে—মই সকলো লোকৰ আগত প্ৰকট (প্ৰকাশ) নহওঁ। মই কোনো কোনো ভক্তৰ আগতহে প্ৰকাশ হওঁ (এই অভিপ্ৰায়)—অভিব্যক্ত হওঁ। সেই কাৰণে এই মোহান্ধ জগতে মোৰ জন্ম-মৃত্যু-ৰহিত অব্যয়স্বৰূপ বুজিব নোৱাৰে।

"মই যোগমায়াৰ দ্বাৰা সমাবৃত" এই কথাৰ অৰ্থ বুজিব লাগিব। সত্ত্ব ৰজঃ তমঃ এই গুণৰ সংযোগেই হৈছে—সংঘটন যোগ। এই যোগেই মায়া। যোগযুক্ত যি মায়া—সেয়ে যোগমায়া। এই মায়া তেওঁৰ ত'ত নিত্যই আছে, নিত্যই যেন তেওঁক আবৃত কৰি ৰাখিছে। মায়া হৈছে তেওঁৰ শক্তি—এই শক্তিৰ পৰাই জগতৰ সৃষ্টি। এই শক্তিয়ে যি মানুহক সৃষ্টি কৰিছে, সেই শক্তিৰ অন্তৰালত যি জন আছে তেওঁৰ সন্ধান মানুহে কেনেকৈ পাব?

দৃষ্টান্ত—সূৰ্য্য-উষা

সূৰ্য্য যেতিয়া দিক্ চক্ৰবালৰ (Horizon) নিম্নত অৱস্থিত থাকে, তেতিয়া সূৰ্য্যৰ ৰশ্মি ৰঙা বৰণীয়া হৈ দিক্চক্ৰবালৰ ওপৰত উষাৰূপে দেখা দিয়ে। সূৰ্য্য পাছত নাথাকিলে উষাৰ অস্তিত্বই নাথাকে। আমি উষাৰ সুন্দৰ ৰূপ দেখি মোহিত হওঁ আৰু পাহৰি যাওঁ যে উষা আন একো নহয় মাথোন সূৰ্য্য ৰশ্মিৰেই প্ৰকাশিত অৱস্থা। অথচ যেতিয়ালৈকে উষাক দেখা পাওঁ, তেতিয়ালৈকে সূৰ্য্যক নেদেখোঁ। সূৰ্য্যক দেখিবলৈ পোৱা মাত্ৰকে অৰ্থাৎ সূৰ্য্যৰ উদয় হোৱা মাত্ৰেই উষাক আৰু দেখিবলৈ নাপাওঁ, উষা যেন পলাই যায়।

যেতিয়ালৈকে উষা থাকে, তেতিয়ালৈকে সূৰ্য্য নাই অৰ্থাৎ উষাই সূৰ্য্যক ঢাকি ৰাখিছে, আবৃত কৰি আছে; তেন্তে সূৰ্য্যৰশ্মিৰ প্ৰকাশিত অৱস্থাই সূৰ্য্যক ঢাকি ৰাখিছে; অথচ উষা সূৰ্য্যৰ ৰশ্মিৰ বাহিৰে একো নহয়।

আকৌ সূৰ্য্য উঠা মাত্ৰকে উষা পলাল। অৰ্থাৎ মায়ীৰ প্ৰকাশৰ লগে লগে মায়া পলাল—অন্তৰ্ধান হ'ল।

এইদৰে ভগৱানৰ শক্তিৰ প্ৰকাশৰ নাম মায়া, সেই মায়া নিত্যই ভগৱানৰ সহিত যুক্ত থাকে বুলি তাক যোগমায়া বোলে। এই যোগমায়াই (উষাই সূৰ্য্যক আবৃত কৰি ৰখাৰ দৰে) ভগৱানক আবৃত কৰি ৰাখিছে। ভগৱানৰ উদয়ৰ লগে লগে (সূৰ্য্যৰ উদয়ৰ লগে লগে উষাৰ পলায়নৰ দৰে) মায়াও পলাই যায়, অপসাৰিত হয়।

আগে সূৰ্যৰ উদয়—পাছত উষাৰ পলায়ন এনেকুৱা নহয়; সূৰ্য্যৰ উদয়ৰ অৰ্থই উষাৰ পলায়ন বা তিৰোভাৱ। ঠিক তেনেকৈ ভগৱানৰ প্ৰকাশৰ অৰ্থই হৈছে—মায়াৰ তিৰোভাৱ। (বেদ-বেদান্ত শাস্ত্ৰী)

মানুহে সুখ-দুঃখ আদি অনুকূল বিষয়ত প্ৰীতি আৰু প্ৰতিকূল বিষয়ত অপ্ৰীতি; এনেবোৰ বিপৰ্য্যয়ৰ জ্ঞানৰদ্বাৰা মোহপ্ৰাপ্ত হয়, কাৰণ ক্ষণস্থায়ী উষাৰূপী মায়াৰ প্ৰভাৱত মায়াতীত অব্যয় পুৰুষৰ বিষয়ে জানিব নোৱাৰে। ২৫ ॥

বেদাহং সমতীতানি বৰ্ত্তমানানি চাৰ্জুন।
ভবিষ্যাণি চ ভূতানি মাং তু বেদ ন কশ্চন ॥ ২৬

**অন্বয়** ঃ—হে অৰ্জুন! সমতীতানি বৰ্ত্তমানানি চ ভবিষ্যাণি চ ভূতানি তু মাং কশ্চন ন বেদ। ২৬

**টীকা ঃ**—সর্বোত্তমং মৎস্বৰূপং অজানন্ত ইত্যুক্তং ; তদেব স্বস্য সর্বোত্তমত্বম্ অনাবৃতজ্ঞানশক্তিত্বেন দর্শয়ন্ অন্যেষাং অজ্ঞানং এব আহ—বেদাহম্ ইতি॥ সমতীতানি বিনষ্টানি বৰ্ত্তমানানি ভবিষ্যাণি ভাবীনি চ ত্ৰিকাল বৰ্ত্তীনি ভূতানি স্থাবৰ জঙ্গমানি সৰ্বাণি অহং বেদ জানামি, মায়াশ্ৰয়ত্বাৎ মম তস্যাঃ স্বাশ্ৰয়-ব্যামোহকাত্বাভাবাদিতি প্ৰসিদ্ধং ; মান্তু কোঽপি ন বেত্তি মন্মায়া মোহিতত্বাৎ, প্ৰসিদ্ধং হি লোকে মায়ায়াঃ স্বাশ্ৰয়াধীনত্বম্ অন্য মোহকত্বং চ ইতি। ২৬ (শ্ৰীধৰ)

**অনুবাদ ঃ**—হে অৰ্জুন ! অতীত, বৰ্ত্তমান আৰু ভবিষ্যৎ সকলো প্ৰাণীৰ বিষয়ে মই জানোঁ ; কিন্তু মোক কোনেও নাজানে ( মই যে পৰমাত্মস্বৰূপ সেই কথা কোনেও নাজানে )। ২৬

**ব্যাখ্যা ঃ**—যি যোগমায়াৰদ্বাৰা সমাবৃত হৈ লোকে মোক জানিব নোৱাৰে, সেই যোগমায়া মোৰেই অধীন। ময়েই মায়াবী আৰু ঈশ্বৰ, এই কাৰণে সেই যোগমায়াই মোৰ জ্ঞানত প্ৰতিবোধ জন্মাব নোৱাৰে। সেই কাৰণে মই অতীত, বৰ্ত্তমান আৰু ভবিষ্যৎ প্ৰাণীবিলাকক জানোঁ কিন্তু মোৰ ভক্ত ব্যতিৰেকে অপৰ কোনেও মোক নাজানে। ( সুতৰাং এই তত্ত্বই স্থিৰ হ'ল যে ) মোৰ তত্ত্ব নাজানে বুলি প্ৰাণীবিলাকে মোক ভজনা নকৰে।

"সৰ্বোত্তম মোক নজানে কহিছো, সেই সৰ্বোত্তমক অনাবৃত জ্ঞান শক্তিয়ে কহন্ত। মঞি মায়াৰ আশ্ৰয় পদে ভূত ভবিষ্যৎ বৰ্ত্তমান সকল প্ৰাণীক জানো। মায়া মোহিত পদে আনে মোক নাজানে।" ( ভট্টদেৱ )

"জীৱ কালৰ অধীন, ভগৱান কালৰ অধীন নহয়। অতীত, বৰ্ত্তমান আৰু ভবিষ্যৎ কালৰ ভেদ ভগৱানৰ ওচৰত নাই। তেওঁৰ ওচৰত এক অনন্ত বৰ্ত্তমানতাই আছে। মোহবশত জীৱে বৰ্ত্তমানতাকেই তিনি ভাগত ভগাই লৈ থোজে। কিন্তু তিনি ভাগৰ কোনো দুই ভাগৰ মাজত কোনো স্থায়ী সীমা নিৰ্দ্ধাৰণ কৰিব নোৱাৰি। যদি সমস্ত কালটোৱেই বৰ্ত্তমান তেন্তে ভেদ কেনেকৈ হয় ?

ঘটনাৰ স্মৃতিৰ নাম অতীত, ঘটনাৰ আকাঙ্ক্ষাৰ নাম ভবিষ্যৎ। আমি কওঁ—আছিল, আছে, হব এইদৰে ; কিন্তু আছে এইখিনিকে মাত্ৰ সত্য বুলি ক'ব পাৰি অৰ্থাৎ বৰ্ত্তমানতাকেই প্ৰত্যক্ষ জ্ঞান হয়। সময় ( কাল ) যাৰ অধীন, কালৰ অধীন জীৱে তেওঁক কেনেকৈ জানিব ? জীৱৰ জ্ঞান কালৰ জ্ঞানৰদ্বাৰা সীমাবদ্ধ।" ( বেদ-বেদান্ত শাস্ত্ৰী ) ২৬ ॥

**ইচ্ছা-দ্বেষ সমুত্থেন দ্বন্দ্বমোহেন ভাৰত।**
**সৰ্বভূতানি সম্মোহং সৰ্গে যান্তি পৰন্তপ। ২৭ ॥**

**অন্বয়** ঃ—হে পৰন্তপ ভাৰত! সৰ্গে ইচ্ছাদ্বেষ সমুত্থেন দ্বন্দ্বমোহেন সৰ্বভূতানি সম্মোহং যান্তি। ২৭ ॥

**টীকা** ঃ—তদেবং মায়াবিষয়ত্বেন জীৱানাং পৰমেশ্বৰ-অজ্ঞান মুক্তং, তস্যৈৱ অজ্ঞানস্য দৃঢ়ত্বে কাৰণমাহ—ইচ্ছেতি। সৃজ্যতে ইতি সৰ্গঃ সৰ্গে স্থুল দেহোৎপত্তৌ সত্যাং তদনুকূলে ইচ্ছা তৎ প্ৰতিকূলে চ দ্বেষঃ তাভ্যাম্ সমুত্থঃ সমুদ্ভূতো যঃ শীতোষ্ণসুখদুঃখাদিদ্বন্দ্বনিমিত্তো মোহো বিবেকভ্ৰংশঃ তেন সৰ্বানি ভূতানি সম্মোহং যান্তি অহমেৱ সুখী দুখী চেতি গাঢ়তৰম্ অভিনিবেশং প্ৰাপ্নুৱন্তি গতঃ তানি মজ্-জ্ঞানাভাবাৎ মাং ন জানন্তি ইতি ভাৱঃ॥ ২৭ (শ্ৰীধৰ)

**অনুবাদ** ঃ—হে পৰন্তপ ভাৰত! এই জগতত সকলো প্ৰাণীয়ে ইচ্ছা (ৰাগ) আৰু দ্বেষৰপৰা যি মোহ উৎপন্ন হয় তাৰ দ্বাৰা মূঢ় হৈ যায়। ২৭ ॥

**ব্যাখ্যা** ঃ—আগৰ শ্লোকত যোগমায়াক ভগবৎ তত্ত্বজ্ঞানৰ প্ৰতিবন্ধক বুলি কৈছে। এতিয়া কৈছে যে সুখ-দুঃখৰ যি দৈহিক ইন্দ্ৰিয়বিষয়ক অনুভূতি সিও ভগৱৎ তত্ত্ব জনাত প্ৰতিৱন্ধক জন্মায়। কেনেকৈ? ইচ্ছাদ্বেষৰপৰা দ্বন্দ্ব কেনেকৈ হয়?

স্থূলদেহ উৎপত্তিৰ পাছত সমস্তজীৱৰে অনুকূল বিষয়ে প্ৰীতি আৰু প্ৰতিকূল বিষয়ে অপ্ৰীতি বা দ্বেষ স্বাভাৱিকতে হয়। অৰ্থাৎ মই সুখী, মই দুঃখী নাইবা শীত উষ্ণ ইত্যাদি প্ৰকাৰৰ পৰস্পৰৰ বিৰোধী দ্বন্দ্ব উপস্থিত হয়। কোনো প্ৰাণীয়েই ইচ্ছাদ্বেষৰ পৰা মুক্তি পাব নোৱাৰে। এই মোহেই প্ৰাণীৰ প্ৰজ্ঞাক নিজৰ বশীভূত কৰি পৰমাৰ্থতত্ত্ব ব্ৰহ্মৰ জ্ঞান যাতে হ'ব নোৱাৰে, এনে ধৰণৰ প্ৰতিবন্ধক জন্মায়। ইচ্ছাদ্বেষৰ বশীভূত হ'লে প্ৰাণীৰ বহিৰ্বিষয়ক জ্ঞানেই নহয়, আত্মজ্ঞান কেনেকৈ হ'ব? এই কাৰণে নিজৰ আত্মাতেই থকা পৰমতত্ত্ব জানিব নোৱাৰে। ২৭ ॥

**যেষাং ত্বন্তগতং পাপং জনানাং পুণ্যকৰ্মণাম্।**
**তে দ্বন্দ্ব মোহ নিৰ্মুক্তা(ঃ) ভজন্তে মাং দৃঢ়ব্ৰতাঃ। ২৮ ॥**

**অন্বয়** ঃ—তু যেষাং পুণ্যকৰ্মণাং জনানাং পাপং অন্তগতং তে দৃঢ়ব্ৰতাঃ দ্বন্দ্বমোহ নিৰ্মুক্তাঃ (সন্তঃ) মাং ভজন্তে। ২৮ ॥

**টীকা** :—কুতঃ তৰ্হি কেচন মাং ভজন্তো দৃশ্যন্তে তত্ৰাহ—যেষামিতি। যেষাং তু পুণ্যাচৰণশীলানাং সৰ্বপ্ৰতিবন্ধকং পাপমন্তগতং নষ্টঃ, তে দ্বন্দ্ব নিমিত্তেন মোহেন বিনিৰ্মুক্তাঃ দৃঢ়ব্ৰতাঃ একান্তিনঃ সন্তো মাং ভজন্তে ॥ ২৮ (শ্ৰীধৰ)

**অনুবাদ** :—যিবিলাক পুণ্যকৰ্মা ব্যক্তিৰ পুণ্যকৰ্ম কৰা বাবে পাপ ক্ষীণ প্ৰায় হৈ গৈছে সেইবিলাক দৃঢ়ব্ৰতী লোক দ্বন্দ্ব মোহৰপৰা মুক্ত হয়, সেইবাবে তেওঁলোকে মোক ভজনা কৰে। ২৮ ॥

**ব্যাখ্যা** :—(পূৰ্বৰ শ্লোকত কোৱা মতে) যদি সেয়ে হয় তেন্তে কোনো লোকেই তোমাক ভজনা কৰিব নোৱাৰে। এনে প্ৰশ্ন নিৰসনৰ বাবে শ্ৰীভগৱানে কৈছে যে পূৰ্বে চাৰি প্ৰকাৰ ভক্তই মোক ভজনা কৰে বুলি যে মই কৈছোঁ তাৰ অৰ্থ হৈছে যে পুণ্যকৰ্ম কৰি থকা বাবে (বহু জন্মৰপৰা) যিবিলাক লোকৰ চিত্তশুদ্ধি ক্ৰমে ক্ৰমে হৈ আহিছে সেইবিলাক লোক ক্ষীণ-পাপ হৈ আহিছে আৰু সেই কাৰণে বিপদত পৰিলে আৰ্ত্তই মোক স্মৰণ কৰে। পবিত্ৰ কৰ্ম কৰা বাবে পাপ ক্ষয়মুখী হয় আৰু তেওঁলোকৰ হৃদয়ত ভগৱানত আস্থা বা শৰণ-ভাৱ উদয় হয়, তেতিয়া জ্ঞানী হয়। তিনি প্ৰকাৰ সকাম ভক্তই সকামভাৱে হ'লেও মোৰ প্ৰতি আস্থা থকা বাবে মোক ভজনা কৰে আৰু জ্ঞানীয়ে আত্মভূত পৰম ব্ৰহ্ম যে মই সেই কথা পূৰ্ণভাৱে দৃঢ়-নিশ্চয় হৈ জনা বাবে মোক ভজনা কৰে। সেই সময়ত তেওঁৰ অচলা ভক্তি হয়। তেওঁ দৃঢ়ব্ৰত হয় আৰু একান্ত ভক্ত হৈ পৰে। ২৮ ॥

জৰামৰণমোক্ষায় মাম্ আশ্ৰিত্য যতন্তি যে।
তে ব্ৰহ্ম তদ্বিদুঃ কৃৎস্নম্ অধ্যাত্মং কৰ্ম চাখিলম্ ॥ ২৯ ॥

**অন্বয়** :—জৰামৰণ মোক্ষায় মাম্ আশ্ৰিত্য যে যতন্তি, তে তৎ ব্ৰহ্ম কৃৎস্নম্ অধ্যাত্মং অখিলং চ কৰ্ম বিদুঃ। ২৯ ॥

**টীকা** :—এবং চ মাং ভজন্তঃ তে সৰ্বং বিজ্ঞয়ং বিজ্ঞেয় কৃতাৰ্থাঃ ভৱন্তি—ইত্যাহ—জৰেতি। জৰামৰণয়োঃ নিৰসনাৰ্থং মাম্ আশ্ৰিত্য যে প্ৰযতন্তে, তে তৎ পৰং ব্ৰহ্ম বিদুঃ, কৃৎস্নম্ অধ্যাত্মং চ বিদুঃ যেন তৎ প্ৰাপ্তব্যং তং দেহাদি ব্যতিৰিক্তং শুদ্ধং আত্মানং চ জানন্তি—ইত্যৰ্থঃ, তৎ সাধনভূতং অখিলং সৰহস্যং কৰ্ম চ জানন্তি। ২৯ ॥ (শ্ৰীধৰ)

**অনুবাদ** :—জৰা-মৰণৰ পৰা মুক্ত হ'বলৈ যিবিলাকে মোক আশ্ৰয় কৰি

তাৰ বাবে যত্ন কৰে, সেইবিলাক লোকে সেই পৰম ব্ৰহ্মক সমগ্ৰ অধ্যাত্মক আৰু সকলো কৰ্মকে অৱগত হয়। ২৯ ॥

**ব্যাখ্যা :**—জৰা-মৰণৰ পৰা মুক্তিলাভৰ উদ্দেশ্যেই ভগৱানক ভজনা কৰা কৰ্ত্তব্য—তুচ্ছ কাম্য বস্তুৰ কাৰণে নহয়। যিসকলে এই উদ্দেশ্যে ভগৱানক আশ্ৰয় কৰি তেওঁৰ ভজনা কৰে, সেই সকল লোকে অনায়াসে জৰা মৰণৰ পৰা মুক্তি লাভ কৰিব পাৰে। এইদৰে পৰম ব্ৰহ্মক ভজনা কৰিলে ব্ৰহ্মতত্ত্ব, অধ্যাত্মতত্ত্ব আৰু কৰ্মতত্ত্ব জানিব পাৰে। তেৱেঁই ব্ৰহ্ম, তেৱেঁই অধ্যাত্ম ( স্ব-আত্মাত অৱস্থিত পৰমাত্মা ) আৰু কৰ্মও তেওঁৱেই কৰ্ম।

একান্ত আশ্ৰয়, এক শৰণৰ দ্বাৰা বা ভক্তিৰ দ্বাৰা ভগৱানক পোৱা যায়। এয়ে এই জ্ঞান-বিজ্ঞান যোগৰ শেষ কথা। ২৯ ॥

সাধিভূতাধিদৈৱং মাং সাধিযজ্ঞং চ যে বিদুঃ।
প্ৰয়াণকালেঽপি চ মাং তে বিদুৰ্‌ যুক্ত চেতসঃ ॥ ৩০ ॥

**অন্বয় :**—সাধিভূতাধিদৈৱং সাধিযজ্ঞং চ মাং যে বিদুঃ তে যুক্তচেতসঃ প্ৰয়াণকালেঽপি চ মাং বিদুঃ। ৩০ ॥

**টীকা :**—ন চ এবম্ভূতানাং যোগভ্ৰংশ শঙ্কাপি—ইত্যাহ—সাধিভূতেতি। অধিভূতাদি শব্দাণাং অৰ্থং শ্ৰীভগৱান এব উত্তৰাধ্যায়ে ব্যাখ্যাস্যতি অধিভূতে নাধিদৈবেন চ সহ অধিযজ্ঞেন চ সহ মাং যে ভজন্তি তে যুক্ত চেতসঃ ময়ি আসক্ত মনসঃ প্ৰয়াণকালেঽপি মৰণ সময়েঽপি মাং বিদুঃ জানন্তি, নতু তদাপি ব্যাকুলীভূয় মাং বিস্মৰন্তি অতো মদ্ভক্তানাং ন যোগভ্ৰংশশঙ্কা ইতি ভাৱঃ। ৩০ ( শ্ৰীধৰ )

**অনুবাদ :**—আৰু যিবিলাকে অধিভূত অধিদৈৱ আৰু অধিযজ্ঞৰ সহিত মোক জানে, তেওঁলোকে ( নিত্য মোৰ লগত ) যুক্তচিত্ত হৈ মৃত্যুৰ সময়তো মোক জানে।

অধিভূত, অধিদেৱ আৰু অধিযজ্ঞ কাক বোলে, পৰৱৰ্ত্তী অধ্যায়ত শ্ৰীভগৱানেই নিজেই কৈছে।

ইতি শ্ৰীমদ্‌ভগবদ্গীতাসূপনিষৎসু
ব্ৰহ্ম বিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন
সংবাদে জ্ঞান বিজ্ঞান যোগো সপ্তমোঽধ্যায়ঃ।

## সপ্তম অধ্যায়ত উল্লেখিত বিষয়ৰ সংক্ষিপ্ত টোকা

১। জ্ঞান-বিজ্ঞানৰ অৰ্থ ব্যাখ্যা আৰু ভগৱানৰ প্ৰকৃত স্বৰূপ বৰ্ণনা।

২। পূৰ্ব অধ্যায়ৰ শেষত শ্ৰীভগৱানে কৈছিল যে যোগীবিলাকৰ ভিতৰত যিজনা মদ্গত চিত্তেৰে মোৰ ভজনা কৰে তেৱেঁই যুক্ততম। সেইবাবে তেওঁক কেনেদৰে ভজনা কৰিব লাগে সেই গূঢ় ৰহস্য এই অধ্যায়ত আৰু পৰৱৰ্ত্তী অধ্যায়বিলাকত কৈছে।

৩। শ্ৰীভগৱানৰ দুই প্ৰকৃতি—অপৰা-প্ৰকৃতি আৰু পৰা-প্ৰকৃতি। শ্ৰীভগৱানৰ স্বৰূপ-তত্ত্ব বৰ্ণনাৰ্থে এই দুই প্ৰকৃতি ব্যাখ্যা কৰিছে।

৪। ভক্ত চাৰিবিধ—আৰ্ত্ত, জিজ্ঞাসু, অৰ্থাৰ্থী আৰু জ্ঞানী। কোনবিধ কেনেকুৱা ভক্ত তাৰ বৰ্ণনা কৰি কৈছে যে আত্মজ্ঞানী ভক্তই সৰ্বোত্তম।

৫। বিভিন্ন দেৱতাক আৰাধনা কৰিলেও তেওঁকেই আৰাধনা কৰা আৰু সেই অৰ্চ্চনা আৰাধনাৰ ফলদাতাও তেৱেঁই। সকাম উপাসনাৰ কাম্যফল ভক্তই পায় আৰু সেই উপাসনাৰদ্বাৰাও ক্ৰমে ক্ৰমে চিত্তশুদ্ধি হয়।

৬। একভক্তি অনন্যশৰণ ভক্তিয়েই শ্ৰেষ্ঠ, বিশিষ্ট।

৭। পৰমেশ্বৰৰ স্বৰূপ তত্ত্বই জ্ঞান আৰু সেই জ্ঞান অনুভৱৰ উপায়েই বিজ্ঞান—প্ৰধানতঃ এই দুই বিষয় আলোচনা হৈছে। সেইবাবে এই অধ্যায়ৰ নাম—জ্ঞান-বিজ্ঞান যোগ অধ্যায়।

৮। এই অধ্যায়ৰ শেষ শ্লোকটিয়ে পৰৱৰ্ত্তী অধ্যায়ৰ আলোচ্য বিষয়ৰ উল্লেখ কৰিছে।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## অষ্টমোঽধ্যায়ঃ

## অক্ষৰব্ৰহ্মযোগঃ

অৰ্জুন উবাচ।

কিং ব্ৰহ্ম কিং অধ্যাত্মং কিং কৰ্ম পুৰুষোত্তম।
অধিভূতং চ কিং প্ৰোক্তং অধি দৈৱং কিং উচ্যতে ॥ ১

**অন্বয়ঃ**—অৰ্জুন উবাচ—পুৰুষোত্তম! তৎব্ৰহ্ম কিম্, অধ্যাত্মং কিং, কিং কৰ্ম, অধিভূতং কিং, চ কিং অধিদৈৱং উচ্যতে। ১

**অনুবাদঃ**—অৰ্জুনে সুধিলে—হে পুৰুষোত্তম! সেই ব্ৰহ্ম কি, অধ্যাত্ম কি, কৰ্ম কি আৰু অধিভূত কাক কোৱা হৈছে? ১।

অধিযজ্ঞং কথং কোঽত্ৰ দেহেঽস্মিন্ মধুসূদন।
প্ৰয়াণকালে চ কথং জ্ঞেয়েঽসি নিয়তাত্মভিঃ ॥ ২ ॥

**অন্বয়ঃ**—মধুসূদন! অস্মিন্ দেহে অধিযজ্ঞঃ কঃ, অত্ৰ কথং (স্থিতঃ) প্ৰয়াণ কালে চ নিয়ত-আত্মভিঃ কথং জ্ঞেয়ঃ অসি ॥ ২ ॥

**টীকাঃ**—কিঞ্চ অধিযজ্ঞ ইতি। অত্ৰদেহে যো-যজ্ঞো নি-বৰ্ত্ততে, তস্মিন্ কঃ অধিযজ্ঞঃ অধিষ্ঠাতা প্ৰয়োজকঃ ফলদাতা চ কঃ ইত্যৰ্থঃ। স্বৰূপং পৃষ্ট্বা অধিষ্ঠানপ্ৰকাৰং পৃচ্ছতি—কথং কেন প্ৰকাৰেণ অসৌ অস্মিন্ দেহে স্থিতঃ যজ্ঞম্ অধিতিষ্ঠতি ইত্যৰ্থঃ। যজ্ঞগ্ৰহণং সৰ্বকৰ্মণাম্ উপলক্ষণাৰ্থম্। অন্তকালে চ নিয়তচিত্তৈঃ পুৰুষৈঃ কথং কোনোপায়েন জ্ঞেয়োঽসি। ২

**অনুবাদঃ**—হে মধুসূদন! এই দেহত কোন্ অধিযজ্ঞ আছে? তেওঁ কিৰূপে অৱস্থিত? সংযতেন্দ্ৰিয়সকলে মৃত্যুৰ সময়ত তোমাক কেনেকৈ জ্ঞাত হয়? ২ ॥

**ব্যাখ্যা** (১।২):—সপ্তম অধ্যায়ৰ শেষত শ্ৰীভগৱানে ক'লে যে যিসকলে অধিভূত, অধিদৈৱ আৰু অধিযজ্ঞৰ সহিত মোক জানে, সেইবিলাকে নিত্য মোৰ সহিত যুক্ত থাকি ( যুক্তচিত্ত হৈ থকা কাৰণে ) মৃত্যুৰ সময়তো মোক জানে; অৰ্থাৎ যিবিলাকে ব্ৰহ্ম কি, অধিদৈৱ কি, কৰ্ম কি, অধিভূত কি ইত্যাদি কথা মোৰ প্ৰতি একনিষ্ঠ হৈ আৰু মোৰ প্ৰতি একশৰণ ভক্তিৰে জানে তেওঁলোকে মৰণ কালতো মোক নাপাহৰে। এইদৰে কৈ শ্ৰীভগৱানে ব্ৰহ্ম, অধ্যাত্ম আদি সাতোটা পদাৰ্থৰ উল্লেখ কৰিলে। সেই সাতোটা হৈছে— (১) ব্ৰহ্ম (২) অধ্যাত্ম (৩) কৰ্ম (৪) অধিভূত (৫) অধিদৈৱ (৬) অধিযজ্ঞ আৰু (৭) মৰণৰ সময়ত ভগৱৎ-তত্ত্ব জ্ঞান। এই সাতোটা জ্ঞেয় পদাৰ্থ বুজিবৰ কাৰণে অৰ্জুনে প্ৰশ্ন কৰিলে—প্ৰথম শ্লোকত প্ৰথম পাচোঁটাৰ বিষয়ে প্ৰশ্ন কৰিছে আৰু দ্বিতীয় শ্লোকত বাকী দুটাৰ প্ৰশ্ন কৰিছে। ১।২ ॥

শ্ৰীভগৱান্ উবাচ।

অক্ষৰং ব্ৰহ্ম পৰমং স্বভাৱোঽধ্যাত্মম্ উচ্যতে।
ভূত ভাৱোদ্ভৱকৰো বিসৰ্গঃ কৰ্মসজ্ঞিতঃ ॥ ৩

**অন্বয়** :—শ্ৰীভগৱান্ উবাচ। পৰমম্ অক্ষৰম্ ব্ৰহ্ম, স্বভাৱঃ অধ্যাত্মম্ উচ্যতে। ভূতভাৱউদ্ভৱকৰঃ বিসৰ্গঃ কৰ্মসজ্ঞিতঃ ॥ ৩

**অনুবাদ** ঃ—মোৰ শ্ৰেষ্ঠ অক্ষৰ ( অব্যয় ) তত্ত্বই ব্ৰহ্ম ( প্ৰত্যেক পদাৰ্থৰ মূল সূক্ষ্ম তত্ত্ব ), স্বভাৱেই অধ্যাত্ম ; পদাৰ্থ সমূহৰ নানাভাৱে বিসৃষ্টি বা উৎপাদনেই কৰ্ম। ৩ ॥

অধিভূতং ক্ষৰো ভাৱঃ পুৰুষশ্চ অধিদৈৱতম্।
অধিযজ্ঞোঽহং একত্ৰ দেহে দেহভৃতাংবৰ ॥ ৪

**অন্বয়** ঃ—হে দেহভৃতাংবৰ! ক্ষৰভাৱঃ অধিভূতং, পুৰুষঃ অধিদৈৱতং, চ অত্ৰ দেহে অহমেব অধিযজ্ঞঃ। ৪

**অনুবাদ** ঃ—হে নৰশ্ৰেষ্ঠ অৰ্জুন! স্থূলবস্তুৰূপে ( অনিত্যৰূপে ) সৃষ্টিৰ প্ৰকাশেই অধিভূত অৰ্থাৎ দেহ আদি বিনাশশীল পদাৰ্থই অধিভূত, ভূতত ( প্ৰাণী মাত্ৰতে ) চেতন-সত্তা অধিদৈৱ ; সকলো যজ্ঞৰেই ভোক্তাস্বৰূপে মই অধিযজ্ঞ আৰু সকলো দেহতেই অন্তৰ্যামীৰূপে ময়েই অধিদেহ। ৪ ॥

ব্যাখ্যা :—( ৩—৪ শ্লোক )

যাৰ ক্ষয় নাই, বিকাৰ নাই, সেই অব্যক্ত অক্ষৰ বস্তুতত্ত্বই ব্ৰহ্ম।

সেই ব্ৰহ্মৰ অংশস্বৰূপ জীৱৰূপে যে উৎপত্তি সেয়ে স্বভাব, এই স্বভাৱকেই অধ্যাত্ম বোলে।

ব্ৰহ্ম পৰমাত্মা, অধ্যাত্ম জীৱাত্মা।

বিসৰ্গ—বিশ্বসৃষ্টি ক্ৰিয়া। এয়ে কৰ্ম। ধাতুগতভাৱে বিসৰ্গ শব্দৰ অৰ্থ এই একৰকম হয়।

পুনঃ বিসৰ্গ শব্দৰ অৰ্থ ত্যাগ। কৰ্মৰ অৰ্থ যজ্ঞকৰ্ম—বেদবিহিত কৰ্ম। দেৱতাৰ উদ্দেশ্যে দ্ৰব্য ত্যাগ ৰূপ যি যজ্ঞ সেয়ে কৰ্ম। প্ৰাণীবিলাকৰ উৎপত্তি আৰু বৃদ্ধিকৰ যাগ, দান, হোমাত্মক যি ত্যাগ সেয়ে কৰ্ম-শব্দৰ অৰ্থ। ভূতবৰ্গৰ ( জৰায়ুজাত প্ৰাণীবৰ্গৰ ) উৎপত্তি আৰু উৎকৃষ্টৰূপে বৃদ্ধি যজ্ঞ কৰ্মৰপৰা হয়। তৃতীয় অধ্যায়ৰ ১৪ আৰু ১৫ নম্বৰ শ্লোকত এই কথা পূৰ্বে কৈছে।

[ ভূতানাং জৰায়ুজা দীনাং ভাৱঃ সত্তা উৎপত্তিঃ, উদ্ভৱশ্চ উৎকৃষ্টত্বেন ভৱনম্ উদ্ভৱঃ "আদিত্যাজ্জায়তে বৃষ্টিঃ" ইতি ক্ৰমেণ বৃদ্ধিঃ তৌ-ভূতভাবোদ্ভৱৌ কৰোতি যোবিসৰ্গঃ দেৱতোদ্দেশেন দ্ৰব্যত্যাগ, ৰূপো যজ্ঞঃ সৰ্বকৰ্মণাম্ উপলক্ষণম্ এতৎ। সচ কৰ্মশব্দ বাচ্যঃ —শ্ৰীধৰ ]

গতিকে বিশ্বসৃষ্টিৰ ক্ৰিয়াৰ লগত যজ্ঞ-কৰ্মৰ সম্বন্ধ ওতপ্ৰোতভাৱে জড়িত। অগ্নিত দিয়া আহুতি সূৰ্য্যৰ ওচৰত উপস্থিত হয় সেইবাবে বৃষ্টি। বৃষ্টিৰদ্বাৰা শস্য বৃদ্ধি। শস্যাদিৰদ্বাৰা প্ৰজাৰ উৎপত্তি আৰু পালন—এয়ে কৰ্ম শব্দ বাচ্য। এয়ে কৰ্ম শব্দৰ অৰ্থ।

অধিভূত কাক বোলে? ক্ষৰস্বভাব অৰ্থাৎ বিনাশশীল যি কিছু পদাৰ্থই প্ৰাণী মাত্ৰকে অধিকাৰ কৰি উৎপন্ন হয় আৰু অৱস্থান কৰে—তাকেই অধিভূত বোলে।

[ ক্ষৰো বিনশ্বৰো ভাৱঃ দেহাদি পদাৰ্থঃ, ভূতম্ প্ৰাণীমাত্ৰম্ অধিকৃত্য ভৱতি ইতি অধিভূতম্ উচ্যতে —শ্ৰীধৰ ]

অধিদৈৱ—ইন্দ্ৰাদি দেৱতাক আশ্ৰয় কৰি যিজনাই ইন্দ্ৰিয়বিলাকৰ অনুগ্ৰাহক অৰ্থাৎ প্ৰেৰক তেৱেঁই অধিদৈৱ। এৱেঁ সমস্ত দেৱতাৰ অঙ্গীভূত। এৱেঁই সমস্ত প্ৰাণী আৰু ইন্দ্ৰাদিৰ নিয়ন্তা—সেই আদি পুৰুষেই অধিদৈৱ—হিৰণ্যগৰ্ভ বা ভূতস্ৰষ্টা ব্ৰহ্মা।

[ পুৰুষো বৈৰাজঃ সূৰ্য্যমণ্ডল মধ্যৱৰ্ত্তী, স্বাংশভূত সৰ্ব্বদেৱতানাম্ অধিপতিঃ অধিদৈৱতম্ উচ্যতে। অধিদৈৱতম্ অধিষ্ঠাত্ৰী দেৱতা, "স বৈ শৰীৰী প্ৰথমঃ স বৈ পুৰুষ উচ্যতে। আদি কৰ্ত্তা স ভূতানাম্ ব্ৰহ্মাগ্ৰে সমবৰ্ত্তত॥ ইতি শ্ৰুতেঃ॥ শ্ৰীধৰ।"

অধিযজ্ঞ—যিজনা সমস্ত যজ্ঞৰ প্ৰৱৰ্ত্তক আৰু ফলদাতা, যিজনা অন্তৰ্য্যামীৰূপে দেহৰ ভিতৰত বাস কৰে, সেই বিষ্ণুই অধিযজ্ঞ।" "মই বাসুদেৱেই সেই বিষ্ণু" এইবুলি ভগৱানে এই শ্লোকত কৈছে। [ অত্ৰাস্মিন্ দেহে অন্তৰ্য্যামিত্বেন স্থিতঃ অহমেব অধিযজ্ঞঃ যজ্ঞস্য অধিষ্ঠাত্ৰী দেৱতা যজ্ঞাদি কৰ্ম প্ৰৱৰ্ত্তকঃ ফলদাতা চ।" শ্ৰীধৰ ]

প্ৰশ্নানুক্ৰমে ভগৱন্তে উত্তৰ কৰন্ত : জগতৰ মূল কাৰণকে অক্ষৰ বুলি, ভোক্তা জীৱকে অধি-আত্মা বুলি, দেৱক উদ্দেশ্যে দ্ৰব্য ত্যাগক কৰ্ম কহে, বিনাশী দেহক অধিভূত বুলি। সূৰ্য্যমণ্ডল মধ্যৱৰ্ত্তী বৈৰাজ পুৰুষক অধিদৈৱ বুলি। দেহৰ অন্তৰ্য্যামী মোক অধিযজ্ঞ বোলে, যাতো দেহত থাকি সন্নিধান মাত্ৰে যজ্ঞাদিক প্ৰবৰ্ত্তাঞ, ফল দেঞো।

[ অক্ষৰকে ব্ৰহ্ম বুলি। যাতো দেহত থাকি অসঙ্গ হুয়া সন্নিধি মাত্ৰে যজ্ঞাদিক প্ৰবৰ্ত্তাঞ ] ( ভট্টদেৱ ) ৩।৪

**অন্তকালে চ মাম্ এব স্মৰন্ মুক্ত্বা কলেবৰম্।**
**যঃ প্ৰয়াতি স মদ্ভাবং যাতি নাস্ত্যত্ৰ সংশয়ঃ॥ ৫**

**অন্বয়ঃ**—চ অন্তকালে মাম্ এব স্মৰন্ কলেবৰম্ মুক্ত্বা যঃ প্ৰয়াতি, সঃ মৎভাৱং যাতি। অত্ৰ সংশয়ঃ ন অস্তি। ৫॥

**অনুবাদঃ**—আৰু মৃত্যুৰ সময়ত মোকেই স্মৰণ কৰি কৰি শেষ সময়ত যিজনে দেহত্যাগ কৰি প্ৰয়াণ কৰে তেওঁ মোৰ ভাৱ প্ৰাপ্ত হয় ( মোৰ স্বৰূপ পায় )। ইয়াত কোনো সন্দেহ নাই। ৫॥

**ব্যাখ্যাঃ**—মদ্ভাৱং=মৎৰূপতাম্।

আৰু মৃত্যুৰ সময়ত মোকেই স্মৰণ কৰি ( অনেক প্ৰকাৰ ভূত, সেই ভূতবৰ্গৰ পৰিচালক দেৱতা, বস্তুৰ সূক্ষ্মতত্ত্ব আত্মা, যজ্ঞৰ ভোক্তা, বিশ্বসৃষ্টিৰ মূল ক্ৰিয়া কৰ্ম, দেহৰ ভিতৰত থকা অন্তৰ্য্যামী চৈতন্য, অব্যয় অক্ষৰতত্ত্ব—সকলো মই—এই মোকেই স্মৰণ কৰি ) দেহত্যাগ কৰি যি ( দেহী ) যায়, তেওঁ মোৰ স্বৰূপ পায়—এই বিষয়ে কোনো সন্দেহ নাই। ( বেদ-বেদান্তশাস্ত্ৰী )

"মৃত্যুৰ সময়ত তোমাক কেনেকৈ জানে ?" এই প্ৰশ্নৰ উত্তৰত ভগৱান শ্ৰীকৃষ্ণই কৈছে যে—

"তুমি অন্তৰ্য্যামীৰে অধীন, আপুনাৰ প্ৰবৃত্তিক জানিবে যোগ্য হয়া। অন্তকালত আন চিন্তা এড়ি মোক মাত্ৰ স্মৰি দেহ পৰিত্যাগ কৰি যি যায় সি মোৰ স্বৰূপকে পাৱে ; আত সংশয় নাই।" (ভট্টদেৱ) ৫ ॥

যং যং বাপি স্মৰন্ ভাৱং ত্যজত্যন্তে কলেবৰম্।
তং তং এবৈতি কৌন্তেয় সদা তদ্ভাৱ ভাৱিতঃ ॥ ৬ ॥

**অন্বয়ঃ**—হে কৌন্তেয় ! অন্তে যং যং বা অপি ভাৱং স্মৰন্ কলেবৰম্ ত্যজতি, সদা তৎভাৱভাৱিতঃ তং তং এব এতি। ৬ ॥

**টীকা**ঃ—ন কেৱলং মাংস্মৰন্ মদ্ভাৱং প্ৰাপ্নোতি ইতি নিয়মঃ, কিং তৰ্হি—যং যমিতি। যং যং ভাৱম্ দেৱতান্তৰং বা অন্যমপি বা অন্তকালে স্মৰন্ দেহং ত্যজতি, তং তমেব স্মৰ্য্যমানং ভাৱং প্ৰাপ্নোতি, অন্তকালে ভাৱবিশেষস্মৰণে হেতুঃ—সদা তদ্ভাৱভাৱিতঃ ইতি। সৰ্বদা তস্য ভাৱোভাৱনানুচিন্তনং তেন ভাবিতো ব্যসিতচিত্তঃ। ৬ ॥

**অনুবাদ**ঃ—হে কৌন্তেয় ! যিজনে যিভাব স্মৰণ কৰি কৰি অন্তকালত দেহত্যাগ কৰে, তেওঁ সেই ভাৱতেই তন্ময়চিত্ত হৈ থকাত সেই ভাৱকেই পায়।

**ব্যাখ্যা**ঃ—কেৱলমাত্ৰ মোক স্মৰণ কৰিয়েই মোৰ ভাৱ পায় সেইটোৱেই নিয়ম নহয়—মৰণকালত যেয়ে যি ভাৱকে স্মৰণ কৰে সেয়ে সেই ভাৱকে পায়। সেই সময়ত মানুহে যি কোনো বস্তুৰ চিন্তা নকৰক তাকেই পায়। অন্য দেৱতাক চিন্তা কৰিলে অন্য দেৱতাৰ ভাৱ পায়—সেই দেৱতাৰ স্বৰূপ পায়। যি দেৱতাক ভাবিবলৈ অভ্যাস কৰে, সেই দেৱতাই অনৱৰত স্মৃতিৰ বিষয় হৈ অভ্যস্ত হয়—তন্ময়চিত্ত হয়। গতিকে প্ৰয়াণকালত সেই ভাৱত ভাৱিত হ'লে সেই দেৱতাক পায়। গোটেই জীৱন ধনৰ চিন্তা কৰি কৰি অভ্যস্ত হ'লে মৃত্যুৰ সময়তো সেই ভাৱৰদ্বাৰা অভ্যাসবশতঃ ভাৱিত হোৱাৰ সম্ভাৱনা। সেই ভাৱৰদ্বাৰা ভাৱিত হ'লে —ধন ভাৱকে পাব।

"জানিবৰ উপায় স্মৰণ, প্ৰাপ্তিফল। (স্বৰূপ প্ৰাপ্তিফল।) কেৱল মোক স্মৰি মোক পাৱে, ই নিয়ম নহে ; কিন্তু অন্তকালত যাকে স্মৰণ কৰি দেহ এড়ে তাকে পাৱে। অন্তকালত স্মৰণৰ হেতু শুনা সদায়ে পুৰুষে যাকে চিন্তে

অন্তসময়তো তাত মনত পৰে, যাতো পূৰ্ববাসনায়ে সে মৰণ সময়তে স্মৰণ হয়।" (ভট্টদেৱ) ৬ ॥

তস্মাৎ সৰ্বেষু কালেষু মাম্ অনুস্মৰ যুধ্য চ।
মৰ্য্যাৰ্পিত মনো বুদ্ধিৰ্ মাম্ এবৈষ্যস্যসংশয়ম্ ॥ ৭

**অন্বয়ঃ**—তস্মাৎ সৰ্বেষু কালেষু মাম্ অনুস্মৰ যুধ্যচ; ময়ি অৰ্পিত মনঃ বুদ্ধিঃ মাম্ এব এষ্যসি—অসংশয়ম্। ৭ ॥ (পাঠ্যান্তৰম্—অসংশয়ঃ)

**অনুবাদ**ঃ—অতএৱ সকলো সময়তে মোক অনুস্মৰণ কৰা আৰু যুদ্ধও কৰা; মোতেই মন আৰু বুদ্ধি অৰ্পণ কৰি (যুদ্ধ কৰিলেও) নিঃসন্দেহে মোকেই পাবা। ৭ ॥

**ব্যাখ্যা**ঃ—তোমাৰ ক্ষত্ৰিয়ধৰ্ম পালনৰ কাৰণে যুদ্ধ কৰা; কিন্তু যুদ্ধ কৰিলেও তুমি যদি তোমাৰ মন আৰু বুদ্ধি মোত অৰ্পণ কৰা তেতিয়া নিশ্চয় তুমি মোক পাবা।

মৰণকালত জীৱনৰ পূৰ্ববাসনা অনুসাৰেহে কথা স্মৰণ হয়। যদি আগৰপৰা জীৱন যাত্ৰাৰ সকলো কৰ্মৰ মাজতো মোক স্মৰণ নকৰা তেন্তে অন্তকালতো মোক মনত নপৰিব। অনৱৰত চিন্তা কৰা অভ্যাস চিত্তশুদ্ধি ব্যতিৰেকে হৈ নুঠে। সেইবাবে যুদ্ধকাৰ্য্য (স্বধৰ্ম পালন) চিত্তশুদ্ধিৰ বাবে কৰা উচিত। তোমাৰ মন আৰু বুদ্ধি এইদৰে মোতেই অৰ্পণ কৰিলে নিশ্চয় মোক পাবা; কাৰণ অন্তকালতো মোকেই তুমি স্মৰণ কৰিব পাৰিবা। এই বিষয়ে সংশয় নাই।

"এতেকে তুমি মোক সততে স্মৰা। চিত্তশুদ্ধিবিনে মোক স্মৰণ নঘটে। এতেকে চিত্তশুদ্ধিৰ অৰ্থে যুদ্ধাদি স্বধৰ্ম কৰা। তেবে মোত মন বুদ্ধি অৰ্পি অৱশ্যে মোক পাইবা।" (ভট্টদেৱ)

(অতো যুধ্যস্ব চিত্তশুদ্ধ্যৰ্থং যুদ্ধাদিকং স্বধৰ্মং অনুতিষ্ঠেৎ—ইত্যৰ্থঃ। শ্ৰীধৰ।)

"এই শ্লোকটিৰ সিদ্ধান্তৰ প্ৰতি বিশেষকৈ মন কৰিব লাগে। ইয়াত কৰ্মত্যাগ বা স্বধৰ্ম-পালন বৰ্জন কৰিবলৈ মুঠেই কোৱা নাই। গীতাশাস্ত্ৰৰ সিদ্ধান্ত এই যে স্বধৰ্ম অনুসাৰে যাৰ যি কৰ্ম নিৰ্দিষ্ট হৈছে, ভগৱদ্ভক্তৰ সেই কাম নিষ্কাম বুদ্ধিত কৰিব লাগে। সেই কথাকেই ইয়াত কৈছে যে "মোক সদায় চিন্তা কৰা আৰু যুদ্ধ কৰা"। ৭ ॥ (তিলক)

**অভ্যাস-যোগ-যুক্তেন চেতসাঽনান্য গামিনা।**

**পৰমং পুৰুষং দিব্যং যাতি পাৰ্থানুচিন্তয়ন্॥ ৮**

( চেতসাঽনন্য গামিনা—পাঠান্তৰম্—চেতসানান্যগামিনা )

**অন্বয়ঃ**—হে পাৰ্থ! অভ্যাসযোগযুক্তেন ন অনন্য গামিনা চেতসা অনুচিন্তয়ন্ পৰং দিব্যং পুৰুষং যাতি।

**টীকাঃ**—সততস্মৰণস্য চ অভ্যাসঃ অন্তৰঙ্গসাধনম্ ইতি দৰ্শয়ন্ আহ—অভ্যাস যোগেতি। অভ্যাসং সজাতীয় প্ৰত্যয় প্ৰবাহঃ স এব যোগ উপায়ঃ তেন যুক্তেন একাগ্ৰেন অতএব নান্যং বিষয়ং গন্তুং শীলং যস্য তেন চেতসা দিব্যং দ্যোতনাত্মকং পৰমং পুৰুষং পৰমেশ্বৰম্ অনুচিন্তয়ন্ হে পাৰ্থ! তমেব যাতি ইতি। ৮॥ ( শ্ৰীধৰ )

**অনুবাদঃ**—হে পাৰ্থ! অভ্যাসৰূপ কৌশলৰ দ্বাৰা মন অনন্যগতি হয়। এই মনৰ দ্বাৰা মোক অনুস্মৰণ কৰি কৰি মানুহে দিব্য পৰমপুৰুষক পায়।

**ব্যাখ্যাঃ**—অনৱৰত অনুস্মৰণৰ অভ্যাস অন্তৰঙ্গ সাধন—তাকেই দেখুৱাইছে। অনুস্মৰণৰ অৰ্থ হৈছে স্মৰণৰ পাছত স্মৰণ—তাৰ পাছত স্মৰণ—অনুক্ষণ স্মৰণ। যি মন আন কোনোফালে নাযায় তেনে মনৰ দ্বাৰা স্মৰণ কৰিব লাগিব।

"সদায়ে স্মৰণ অভ্যাসে, অন্তৰঙ্গা-সাধন অভ্যাস যোগে আন বিষয়ক এড়ি একাগ্ৰমন হয়া পুৰুষে পৰমেশ্বৰক চিন্তি পায়।" ৮॥ ( ভট্টদেৱ )

**কবিং পুৰাণম্ অনুশাসিতাৰম্**

**অণোৰ্ অণীয়াংসম্ অনুস্মৰেদ্ যঃ।**

**সৰ্বস্য ধাতাৰম্ অচিন্ত্যৰূপম্**

**আদিত্য বৰ্ণং তমসঃ পৰস্তাৎ॥ ৯**

**প্ৰয়াণকালে মনসাঽচলেন**

**ভক্ত্যাযুতো যোগবলেন চৈব।**

**ভ্ৰুবোৰ্ মধ্যে প্ৰাণম্ আৱেশ্য সম্যক্**

**স তং পুৰুষং উপৈতি দিব্যম্॥ ১০**

**অন্বয়ঃ**—( ৯।১০ শ্লোকৰ অন্বয় আৰু অনুবাদ একত্ৰে কৰিব লাগিব—তেতিয়াহে অৰ্থ পূৰ্ণভাৱে ওলাব )

প্ৰয়াণকালে ভক্ত্যাযুক্তঃ অচলেন মনসা, যোগবলেন ভ্ৰুবোঃ মধ্যে এব চ প্ৰাণম্ সম্যক্ আৱেশ্য, যঃ সৰ্বস্য ধাতাৰং কবিং পুৰাণম্ অনুশাসিতাৰম অণোঃ অণীয়াংসম্ অচিন্ত্যৰূপম্ আদিত্যবৰ্ণং তমসঃ পৰস্তাৎ অনুস্মৰেৎ, সঃ তং পৰং দিব্যং পুৰুষং উপৈতি। ৯। ১০॥

**টীকা:**—পুনৰপি অনুচিন্তনীয়ং পুৰুষং বিশিনষ্টি—কবিমিতি দ্বাভ্যাম্। কবিং সৰ্বজ্ঞং সৰ্ববিদ্যানিৰ্মাতাৰং পুৰাণম্ অনাদিসিদ্ধং অনুশাসিতাৰম্ নিয়ন্তাৰম্ অণোঃ সূক্ষ্মাদপি অণীয়াংসম্ অতিসূক্ষ্মং আকাশকালদিগ্‌ভ্যোঽপি অতি সূক্ষ্মতৰং সৰ্বস্য ধাতাৰং পোষকং অপৰিমিতমহিমত্বাৎ অচিন্ত্যৰূপম্ মলীমসয়োৰ্মনো বুদ্ধ্যোঃ অগোচৰম্ আদিত্যবৎ স্বপৰপ্ৰকাশাত্মকো বৰ্ণঃ স্বৰূপং যস্য তং তমসঃ প্ৰকৃতেঃ পৰস্তাৎ বৰ্তমানং "বেদাহমেতং পুৰুষং মহান্তমাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ" ইতি শ্ৰুতেঃ। স প্ৰপঞ্চ প্ৰকৃতিং ভিত্বা যঃ তিষ্ঠতি, এবম্ভূতং পুৰুষং অন্তকালে ভক্তিযুক্তো নিশ্চলেন বিক্ষেপৰহিতেন মনসা যঃ অনুস্মৰেৎ; মনঃ নৈশ্চল্যে হেতুঃ যোগবলেন সম্যগ্‌ সুষুম্‌ণামাৰ্গেন ভ্ৰুবোৰ্মধ্যে প্ৰাণম্‌ আৱেশ্য ইতি। স তং পুৰুষং পৰমাত্মস্বৰূপং দিব্যং দ্যোতনাত্মকং প্ৰাপ্নোতি। ৯। ১০॥

**অনুবাদ:**—যি জনে মৃত্যুৰ সময়ত ভক্তিযুক্ত হৃদয়েৰে অচঞ্চল মনেৰে যোগবলৰ দ্বাৰা উভয় ভ্ৰূৰ মাজত প্ৰাণক আবিষ্ট কৰি, সৰ্বপ্ৰকাৰ শাসনৰ কৰ্তা, সৰ্বজ্ঞ, সনাতন, বিশ্বনিয়ন্তা সূক্ষ্মতকৈও সূক্ষ্ম অচিন্ত্য, সূৰ্য্যবৎৰে স্বপ্ৰকাশ (জ্যোতিষ্মান্) আৰু মোহ আৰু অন্ধকাৰৰ অতীত পুৰুষক অনুক্ষণ স্মৰণ কৰে, তেওঁ সেইজনা দিব্য শ্ৰেষ্ঠ পুৰুষক পায়। ৯। ১০॥

যদক্ষৰং বেদ বিদো বদন্তি বিশন্তি যদ্ যতয়ো বীতৰাগাঃ।
যদিচ্ছন্তো ব্ৰহ্মচৰ্য্যং চৰন্তি তত্তেপদং সংগ্ৰহেণ প্ৰবক্ষ্যে॥ ১১

**অন্বয়:**—বেদবিদঃ যৎ অক্ষৰং বদন্তি, বীতৰাগাঃ যতয়ঃ যৎ বিশন্তি, যৎ ইচ্ছন্তঃ ব্ৰহ্মচৰ্য্যং চৰন্তি, তৎপদং তে সংগ্ৰহেণ প্ৰবক্ষ্যে॥ ১১

**অনুবাদ:**—বেদবিদ্‌সকলে যাক অক্ষৰ বুলি কয়, আসক্তিবৰ্জিত যতীসকলে যতে প্ৰৱেশ কৰে, যাক লাভ কৰিবৰ ইচ্ছাত (ব্ৰহ্মচাৰীসকলে) ব্ৰহ্মচৰ্য্য পালন কৰে, সেই পদৰ কথা মই তোমাক সংক্ষেপে ক'ম। ১১॥

**ব্যাখ্যা:**—এই শ্লোকত ভগৱানৰ কোনো নাম উল্লেখ কৰা নাই; গতিকে ভগৱানক যিকোনো নামৰ দ্বাৰা ধ্যান কৰিব পাৰি—এই ধাৰণা হয়। সেইবাবে

প্ৰণৱৰ দ্বাৰা ( ওঁ এই অক্ষৰৰ দ্বাৰা ) ভগৱানক স্মৰণ কৰা উচিত। ইয়াকেই নিয়মিত কৰাৰ উপক্ৰম কৰিছে। বেদবিদ্‌সকলে যি অবিনাশী ওঙ্কাৰ নামক ব্ৰহ্মক প্ৰতিপাদন কৰিছে আৰু সম্যক্ দৰ্শনৰ দ্বাৰা যে ব্ৰহ্মৰ একতা প্ৰাপ্ত হৈছে, যাক্ জানিবৰ বাবে ইচ্ছুক হৈ নৈষ্ঠিক ব্ৰহ্মচাৰীসকলে গুৰুকুল বাস প্ৰভৃতি তপশ্চৰ্য্যা কৰি থাকে সেই ওঙ্কাৰাখ্য গম্য বস্তুৰ বিষয়ে তোমাৰ আগত সৰলভাৱে অথচ সংক্ষেপে ক'ম।

( পাছৰ শ্লোকবিলাকত অধ্যায় শেষ পৰ্য্যন্ত যোগ-ধাৰণাৰ সহিত ওঙ্কাৰ উপাসনা, তাৰ ফল, তাৰপৰা মোক্ষ আৰু তাৰ উপায় এই সকলো বিষয়ে অধ্যায়ৰ সমাপ্তি পৰ্য্যন্ত বিবৃত হৈছে )। ( কৃষ্ণচন্দ্ৰৰ গীতা )

সৰ্বদ্বাৰাণি সংযম্য মনোহৃদি নিৰুধ্য চ।
মূৰ্দ্ধ্যাধায়াত্মনঃ প্ৰাণম্ আস্থিতো যোগ ধাৰণাম্॥ ১২
ওমিত্যেকাক্ষৰং ব্ৰহ্ম ব্যাহৰন্ মাম্ অনুস্মৰন্।
যঃ প্ৰয়াতি ত্যজন্ দেহং স যাতি পৰমাং গতিম্॥ ১৩

( পূৰ্বৰ দৰে ১২।১৩ )

**অন্বয়** :--সৰ্বদ্বাৰাণি সংযম্য মনঃ চ হৃদি নিৰুধ্য, আত্মনঃ প্ৰাণম্ মূৰ্দ্ধ্নি আধায়, যোগ ধাৰণাং আস্থিতঃ। ১২

তম্ ইতি একাক্ষৰং ব্ৰহ্ম ব্যাহৰন্ মাম্ অনুস্মৰণ্ দেহং ত্যজন্ যঃ প্ৰয়াতি, সঃ পৰমাং গতিং যাতি। ১৩॥

**অনুবাদ** :—সকলো দ্বাৰ সংযত কৰি ( সমস্ত ইন্দ্ৰিয় সংযত কৰি ), মনক হৃদয়ত নিৰুদ্ধ কৰি, নিজৰ প্ৰাণক মস্তকত ( ভ্ৰূযুগলৰ মাজত ) স্থাপন কৰি সমাধি যোগত অৱস্থিত হৈ যি ব্যক্তিয়ে ওঁ এই একাক্ষৰ জপ কৰি কৰি মোক অনুস্মৰণ কৰি দেহ ত্যাগ কৰি যাত্ৰা কৰে তেওঁ শ্ৰেষ্ঠ গতি পায়। ওঁ-ব্ৰহ্মবাচক, ব্ৰহ্মৰ শব্দপ্ৰতীক, প্ৰতিমাদিৰ ন্যায় ধ্যেয় মূৰ্ত্তি।

"সকল ইন্দ্ৰিয়ক নিৰোধি, মনকে হৃদয়ত স্থিৰ কৰি, বিষয়ৰ গ্ৰহণ স্মৰণ এড়ি, ভ্ৰূৰ মধ্যত প্ৰাণক ৰাখি, ধৈৰ্য্যক আশ্ৰয় কৰি, মুখত নাম উচ্চাৰি, নামৰ অৰ্থ মোক মনত স্মৰি, দেহক এড়ি যি যায়, সি পৰম গতি পাৱে।" (ভট্টদেৱ) ১২॥১৩॥

অনন্যচেতাঃ সততং যো মাং স্মৰতি নিত্যশঃ।
তস্যাহং সুলভঃ পাৰ্থ নিত্যযুক্তস্য যোগিনঃ॥ ১৪

**অন্বয় :**—অনন্যচেতাঃ সঃ মাং নিত্যশঃ সততং স্মৰতি, হে পাৰ্থ! অহম্ তস্য নিত্যযুক্তস্য যোগিনঃ সুলভঃ। ১৪

**অনুবাদ :**—হে পাৰ্থ! যি ব্যক্তিয়ে সতত অনন্যচিত্ত হৈ মোক নিত্যেই স্মৰণ কৰে, সেই নিত্যযুক্ত কৰ্মযোগীৰ ওচৰত মই সহজলভ্য। (সকলো কামতে সকলো অৱস্থাতে সকলো সময়তে মানুহে ঈশ্বৰক স্মৰণ কৰিব লাগে)। নিত্যশঃ ইতি দীৰ্ঘকালত্বম্ উচ্যতে। ন ষণ্মাসং সংবৎসৰং বা কিং তৰ্হি যাবজ্জীৱং নৈৰন্তৰ্য্যেণ যোমাং স্মৰতি ইত্যৰ্থঃ। (শঙ্কৰ)

নিত্যশঃ শব্দৰ অৰ্থ দীৰ্ঘকাল ধৰি। ছয় মাহ নহয়, এবছৰ নহয়—যিমান দিন বাঁচি থকা যায় সিমান দিন নিৰন্তৰ অনন্যচেতা হৈ মোক স্মৰণ কৰিলে মই সহজলভ্য হওঁ।

নিত্যযুক্ত হৈ—এইদৰে আন কোনো বিষয়ত মন নিদি কেৱল মোৰ প্ৰতি (অনন্যচেতা হৈ) মন নিৰন্তৰ সংযোগ কৰি সমাহিত হৈ (নিত্যযুক্ত হৈ) স্মৰণ কৰিলে—।

অনন্য চেতা :—নান্য বিষয়ে চেতো যস্য সঃ (শঙ্কৰ)

নিত্যযুক্ত :—সমাহিত যোগী।

মামুপেত্য পুনৰ্জন্ম দুঃখালয়ম্ অশাশ্বতম্।
নাপ্নুৱন্তি মহাত্মানঃ সংসিদ্ধিং পৰমাং গতাঃ ॥ ১৫

**অন্বয় :**—মাম্ উপেত্য পৰমাং সংসিদ্ধিং গতাঃ মহাত্মানঃ দুঃখালয়ম্ অশাশ্বতং পুনৰ্জন্ম ন আপ্নুৱন্তি। ১৫

**অনুবাদ :**—আগতে উল্লেখ কৰা মোৰ ভক্তসকলে (মহাত্মাসকলে) মোক পাই দুঃখৰ আলয়স্বৰূপ পনৰ্জন্ম লাভ নকৰে; কাৰণ তেওঁলোকে পৰমা সিদ্ধি (মোক্ষ) লাভ কৰিছে। ১৫

আব্ৰহ্মভুৱনাল্লোকাঃ পুনৰাবৰ্ত্তিনোঽৰ্জুন।
মামুপেত্য তু কৌন্তেয় পুনৰ্জন্ম ন বিদ্যতে ॥ ১৬

**অন্বয় :**—অৰ্জুন! আব্ৰহ্মভুৱনাৎ লোকাঃ পুনঃ আৱৰ্ত্তিনঃ। কৌন্তেয়! মাম্ উপেত্য তু পুনঃ জন্ম ন বিদ্যতে। ১৬

**অনুবাদ :**—হে অৰ্জুন! ব্ৰহ্মলোক পৰ্য্যন্ত সকলো লোকবেই (তাতৈ

যোৱা লোকৰ) পুনৰায় আহিব লগা হয়; কিন্তু হে কৌন্তেয়! মোক পালে আৰু পুনৰ্জন্ম নহয়।

**ব্যাখ্যা ঃ**—শাস্ত্ৰত সপ্তলোকৰ কথা কোৱা আছে। যেনে ভূঃ ভুবঃ স্বঃ মোহঃ জনঃ তপঃ আৰু সত্যলোক বা ব্ৰহ্মলোক। ইয়াত ব্ৰহ্মলোক মানে ব্ৰহ্মাৰ লোক বা ব্ৰহ্মাৰ ভুৱন।

মানুহে পুণ্যৰ বলত এই সমস্ত লোক পালেও পুণ্যক্ষয় হ'লে পুনৰায় সেই সেই লোকৰপৰা ঘূৰি আহি আকৌ ভূলোকত (পৃথিৱীত) জন্মগ্ৰহণ কৰিব লাগে। এই সমস্ত লোকৰ কোনো লোকেই (কোনো ভুৱনেই) চিৰস্থায়ী নহয়; একমাত্ৰ পৰম পুৰুষেই চিৰস্থায়ী আৰু অবিনশ্বৰ। তেওঁক পালেহে পুনৰ্জন্ম নিবাৰিত হয়, নহলে নহয়। ১৬

সহস্ৰযুগপৰ্য্যন্তম্ অহৰ্যদ্ ব্ৰহ্মণো বিদুঃ।
ৰাত্ৰিং যুগসহস্ৰান্তাং তেঽহোৰাত্ৰবিদো জনাঃ ॥ ১৭

**অন্বয় ঃ**—সহস্ৰ যুগ পৰ্য্যন্তং ব্ৰহ্মণঃ যৎ অহঃ যুগসহস্ৰঅন্তাং ৰাত্ৰিং (যে) বিদুঃ তে জনাঃ অহঃ-ৰাত্ৰ-বিদঃ। ১৭

**অনুবাদ ঃ**—সহস্ৰ যুগত ব্ৰহ্মাৰ একদিন হয়, সেইকথা যিবিলাকে জানে, ব্ৰহ্মাৰ ৰাত্ৰিও যে সহস্ৰ যুগব্যাপী—এই কথাও জানে সেইবিলাক মানুহেই অহোৰাত্ৰিৰ পৰিমাণ তত্ত্বতঃ জানে। ১৭

**ব্যাখ্যা ঃ**—সহস্ৰ যুগ পৰ্য্যন্ত=সহস্ৰ যুগ পৰ্য্যন্ত যাৰ সীমা। ব্ৰহ্মাৰ দিনৰ পৰিমাণ এক সহস্ৰ যুগ আৰু ৰাত্ৰিৰ পৰিমাণো সিমানেই।

এই কথাই কালৰ এটা সীমা নিৰ্দ্দেশ কৰিছে। কালৰ হিচাপে ব্ৰহ্মাৰ দিন-ৰাত্ৰিৰ দৈৰ্ঘ্য যিজনে নিজৰ কালৰ ধাৰণাৰ ভিতৰত গণনা কৰিব পাৰে তেওঁ অহোৰাত্ৰবিৎ। যি হেতুকে সেইবিলাক লোক (ভূঃ ভুবঃ ক্ৰমে ব্ৰহ্মলোক আদি) কালৰ সীমাৰ ভিতৰত, সেই কাৰণে সেই লোকবিলাকৰ পুনৰাবৰ্ত্তন হয়—জীৱৰো পুনৰ্জন্ম হয়।

ব্ৰহ্ম লোকৰ পৰা সকলো লোক (যিবিলাক পুণ্যৱান্ লোক সেই লোকলৈ যায়) পুনৰ্বাৰ ঘূৰি আহে কাৰণ তেওঁলোক কাল-পৰিচ্ছিন্ন, কালৰ সীমাৰ ভিতৰত থাকে। এই কথাকেই এই শ্লোকত বুজাবলৈ বিচাৰিছে।

মনুষ্য পৰিমাণে চাৰিহাজাৰ যুগে ব্ৰহ্মাৰ একদিন। চতুৰ্যুগ সহস্ৰং তু ব্ৰহ্মণো দিন মুচ্যতে—বিষ্ণুপুৰাণ। সেই পৰিমাণে এক ৰাত্ৰিও। এই কথা

যিবিলাকে জানে তেওঁবিলাকেই দিবাৰাত্ৰি গণনাত নিপুণ যোগী। যিবিলাকে সূৰ্য্য চন্দ্ৰৰ আবৰ্ত্তনক লৈ দিবাৰাত্ৰি বিভাগ আৰু গণনা কৰে তেওঁলোক অল্পদৰ্শী আৰু অহোৰাত্ৰ বিষয়ে অজ্ঞান।

[ ( মানুহৰ এক মাহ পিতৃলোকত পিতৃসকলৰ ১ দিন + ৰাত্ৰি; কৃষ্ণপক্ষ = দিন, শুক্লপক্ষ = ৰাত্ৰি )

মানুহৰ একবছৰ = দেৱতাৰ এক দিন + ৰাত্ৰি; উত্তৰায়ণ = দিন, দক্ষিনায়ণ = ৰাত্ৰি। এইৰূপ অহোৰাত্ৰ × ৩৬০ = ১ দেৱবৰ্ষ = মানুহৰ ৩৬০ বৰ্ষ।

সত্য ( ৪০০ সন্ধি + ৪,০০০ যুগমান + ৪০০ সন্ধ্যংশ )

ত্ৰেতা ( ৩০০ সন্ধি + ৩,০০০ যুগমান + ৩০০ সন্ধ্যংশ )

দ্বাপৰ ( ২০০ সন্ধি + ২,০০০ যুগমান + ২০০ সন্ধ্যংশ )

কলি ( ১০০ + ১,০০০ যুগমান + ১০০ সন্ধ্যংশ )

১২,০০০ দেৱবৰ্ষ ( মানুহৰ ৪,৩২,০০০ বৰ্ষত ) এক মহাযুগ; এক হাজাৰ মহাযুগত ব্ৰহ্মাৰ ১ দিন আৰু এক হাজাৰ মহাযুগত ব্ৰহ্মাৰ এক ৰাত্ৰি। মনু ১।৭৩

( বেদবেদান্ত শাস্ত্ৰী ) ]

এই অনুসাৰে ব্ৰহ্মাৰ একশ বছৰ পৰমায়ু।

অব্যক্তাদ্ ব্যক্তয়ঃ সৰ্বাঃ প্ৰভবন্ত্যহৰাগমে।
ৰাত্ৰ্যাগমে প্ৰলীয়ন্তে তত্ৰৈবাব্যক্ত সংজ্ঞকে ॥ ১৮

**অন্বয় :**—অহঃ আগমে অব্যক্তাৎ সৰ্বাঃ ব্যক্তয়ঃ প্ৰভৱন্তি, ৰাত্ৰি-আগমে তত্ৰ অব্যক্ত-সংজ্ঞকে এব প্ৰলীয়ন্তে।

**অনুবাদ :**—( ব্ৰহ্মাৰ ) দিন আহিলে কাৰণৰূপ অব্যক্তপৰা সকলো ব্যক্ত পদাৰ্থ উৎপন্ন হয়। ৰাত্ৰি আহিলে সেই কাৰণৰূপ অব্যক্ততেই সকলো বিলীন হৈ যায়। ১৮ ॥

ভূতগ্ৰামঃ স এবায়ং ভূত্বা ভূত্বা প্ৰলীয়তে।
ৰাত্ৰ্যাগমেঽৱশঃ পাৰ্থ প্ৰভৱত্যহৰাগমে ॥ ১৯

**অন্বয় :**—পাৰ্থ! সঃ অয়ং ভূতগ্ৰামঃ ভূত্বা ভূত্বা ৰাত্ৰি আগমে প্ৰলীয়তে, অহঃ-আগমে অৱশঃ প্ৰভৱতি। ১৯

**অনুবাদ :**—হে পাৰ্থ! এই সৃষ্টি পদাৰ্থসমূহ বাৰ বাৰ উৎপন্ন হৈ ৰাত্ৰি আহিলেই অৱশ হৈ যায় আৰু দিন আহিলেই উৎপন্ন হয়।

**ব্যাখ্যা** ( ১৮।১৯ ):—অব্যক্ত—সাংখ্যৰ মূল প্ৰকৃতিকে অব্যক্ত বোলে। ইয়াকেই প্ৰজাপতিৰ নিদ্ৰাৱস্থা বুলিও কোৱা হয়।

যিবিলাকে সাংখ্যৰ পৰিভাষা অৰ্থাৎ অব্যক্তক প্ৰকৃতি বুলি গ্ৰহণ নকৰে, তেওঁলোকে অব্যক্তৰ অৰ্থ—আদি পুৰুষ হিৰণ্যগৰ্ভ বা ব্ৰহ্মাৰ নিদ্ৰিতাৱস্থা বুলি গ্ৰহণ কৰে।

ব্ৰহ্মাৰ একদিনে এক কল্প। এই কল্পৰ আৰম্ভণিত সৃষ্টি আৰু এই কল্প ক্ষয়ত প্ৰলয়। এইদৰে পুনঃ পুনঃ হব ধৰিছে। গতিকে মুক্তি নোহোৱা পৰ্য্যন্ত কল্পে কল্পে জীৱে জন্ম-মৰণ দুঃখ ভোগ কৰে। এয়ে ব্ৰহ্মাৰ দৈনন্দিন সৃষ্টি আৰু প্ৰলয়। ১৮

১৯শ শ্লোকত দিন আৰু ৰাত্ৰিৰ কথা যে কৈছে সেই দিন আৰু ৰাত্ৰি ব্ৰহ্মাৰ দিন আৰু ৰাত্ৰিৰ কথা কৈছে। পূৰ্ব কল্পত যিবিলাক ভূত ( যিবিলাক পদাৰ্থ ) সেইবিলাক পুনৰায় বৰ্তমান কল্পত সৃষ্ট হয়, আকৌ কল্পান্তত লয় পায়।

এই সেই ভূতবৰ্গ ( সৃষ্ট পদাৰ্থসমূহ ) কোৱাৰ উদ্দেশ্য এই যে পূৰ্ব কল্পত যিবিলাক আছিল, সেইবিলাকেই কাৰণ অৱস্থাত ( মূল প্ৰকৃতিত বা ব্ৰহ্মাৰ নিদ্ৰাৱস্থাত ) থাকে আৰু কল্পৰ আৰম্ভত পুনৰায় উৎপন্ন হয় বা জন্মগ্ৰহণ কৰে।

এক জীৱেই পুনঃ পুনঃ জন্মিয়েই আছে। কৰ্মভোগ শেষ নহলে পুনৰ্জন্ম নিবাৰিত নহয়। তেন্তে জন্ম মৃত্যু অতিক্ৰম কৰিবৰ উপায় কি—সেইটো পৰৱৰ্ত্তী তিনিটা শ্লোকত কৈছে। ১৯ ॥

পৰস্তস্মাত্তু ভাৱোঽন্যোঽব্যক্তোঽব্যক্তাৎ সনাতনঃ।
যঃ স সৰ্বেষু ভূতেষু নশ্যৎসু ন বিনশ্যতি ॥ ২০

**অন্বয়** ঃ—তু তস্মাৎ অব্যক্তাৎ পৰঃ অন্যঃ, অব্যক্তঃ সনাতনঃ যঃ ভাৱঃ সঃ সৰ্বেষু ভূতেষু নশ্যৎসু ন বিনশ্যতি। ২০ ॥

**অনুবাদ** ঃ—কিন্তু এই অব্যক্ততকৈ দূৰৈত বা ওপৰত অন্য এক সনাতন অব্যক্ত আছে, সকলোভূতৰ নাশ হলেও তেওঁৰ নাশ নহয়। ২০ ॥

**ব্যাখ্যা** ঃ—সেই অব্যক্ততকৈও আন এটি সনাতন অব্যক্ত সত্তা আছে। সনা=( সদাই )+তন ( প্ৰত্যয় )=সনাতন। যেনে—সায়ং+তন=সায়ন্তন, প্ৰাক্+তন=প্ৰাক্তন, ইদানীন্তন, অধুনাতন, অদ্যতন )। ভগৱান্ সনাতন

বুলি বেদে তেওঁৰ নাম দিছে সৎ ( যি আছে ), ওঁ ( হয় ) তৎ ( সেইটো ) সৎ ( আছে )=ওঁতৎসৎ ( বেদ-বেদান্ত শাস্ত্ৰী )
কিন্তু ( কল্পান্তত যি অব্যক্ত অৱস্থাৰ কথা কোৱা হ'ল তাত বাজেও ) সেই প্ৰলয়ৰ অব্যক্ত অৱস্থাৰ ওপৰত এটি অব্যক্ত সত্তা আছে। ই সনাতন আৰু সমগ্ৰ ভূতবৰ্গ নাশ হ'লেও ইয়াৰ বিনাশ নাই।

এই অব্যক্তই সাংখ্যৰ কাৰণহীন অব্যক্ত ; বেদান্তৰ ব্ৰহ্ম। প্ৰলয় কালত সমস্ত জগৎ বীজভাৱে ব্ৰহ্মত লীন থাকে। কিন্তু সেই বীজ অৱস্থা ব্ৰহ্মৰ আদ্য সত্তা নহয়। তাৰ ওপৰতো তেওঁৰ এক অব্যক্ত পাদ আছে—সেই পাদ বিশ্বাতীত, তাৰ পৰিবৰ্ত্তন নাই ; সি শাশ্বত, অক্ষৰ, স্বপ্ৰতিষ্ঠ। এয়ে নিৰ্গুণ পৰব্ৰহ্ম। এই নিৰ্গুণ অব্যক্তৰ পৰাই সাংখ্যৰ প্ৰকৃতি পৃথক্ হৈ আহি ব্যক্ত হয়। ব্যক্ততত্ত্ব প্ৰকৃতিক সাংখ্যই প্ৰধান বোলে। অব্যক্ত প্ৰকৃতি আৰু ব্ৰহ্ম অভেদ। ( বেদান্ত বাচস্পতি )

পূৰ্বে প্ৰকৃতি বা হিৰণ্যগৰ্ভকেই অব্যক্ত বুলি কোৱা হৈছে। এতিয়া কৈছে যে সেই অব্যক্ততকৈও ( প্ৰকৃতি বা হিৰণ্যগৰ্ভতকৈও ) শ্ৰেষ্ঠ যে অব্যক্ত বস্তুতত্ত্ব তেওঁ পৰমাত্মা বা পৰমেশ্বৰ। তেওঁৰ একোতে বিনাশ নাই। ২০

অব্যক্তোঽক্ষৰ ইত্যুক্তস্ তমাহুঃ পৰমাং গতিম্।
যং প্ৰাপ্য ন নিবৰ্ত্তন্তে তদ্ধাম পৰমং মম ॥ ২১

**অন্বয় ঃ**—(যঃ) অব্যক্তঃ অক্ষৰঃ ইতি উক্তঃ, তং পৰমাং গতিং আহুঃ। যং প্ৰাপ্য ন নিবৰ্ত্তন্তে, তৎ মম পৰমং ধাম। ২১ ॥

**অনুবাদ ঃ**—অৱশভাৱে প্ৰাণীবৰ্গৰ উৎপত্তি আৰু বিনাশ দেখুৱাই ব্ৰহ্মলোকৰ পৰা যে যাৱতীয় লোকেই পুনৰাবৰ্ত্তনশীল তাক নিৰ্ণয় কৰা হ'ল। এতিয়া ভগৱানক পাই যে পুনৰ্বাৰ জন্ম নহয়—তাকেই ২০।২১ এই দুটা শ্লোকত কৈছে।

এই জগৎ সৃষ্টিৰ কাৰণ হিৰণ্যগৰ্ভ নামে অব্যক্ততকৈ আন এটি অব্যক্ত আছে কিন্তু হিৰণ্যগৰ্ভতকৈ বিশিষ্ট, ৰূপ ৰস গন্ধ আদিৰ অভাৱ তাত থকা কাৰণে সেই বিশিষ্ট অব্যক্ত ইন্দ্ৰিয়ৰ অগোচৰ হৈ যি ভাৱ বা সত্তা সমস্ত পদাৰ্থতে সৎৰূপে অনুগত হৈ আছে, যি সৎবস্তু হিৰণ্যগৰ্ভ আদিৰ দৰে সমগ্ৰ প্ৰাণীবিলাকৰ উৎপত্তিৰ লগে লগে উৎপন্ন নহয় বা বিনাশৰ লগে লগেও

বিনষ্ট নহয়, যাক অব্যক্ত আৰু অক্ষৰ আদি পদৰ দ্বাৰা শ্ৰুতিয়ে প্ৰতিপাদন কৰিছে, যাক পালে পুনৰায় সংসাৰলৈ আহিব নালাগে, সেয়ে মোৰ ধাম আৰু স্বৰূপ।

ইন্দ্ৰিয়াতীত অক্ষৰ ব্ৰহ্ম বুলি শাস্ত্ৰে যাক কৈছে, তেৱেঁই জীৱৰ শ্ৰেষ্ঠ গতি। সেই ব্ৰহ্ম-পুৰুষৰ অতীত একো নাই। তেৱেঁই চৰম সত্তা, তেৱেঁই পৰম গতি বা শেষ গন্তব্য স্থান। ( শ্ৰীধৰ টীকানুযায়ী )

( অব্যক্তক লৈ স্পষ্টধাৰণাৰ বাবে বেদান্ত-বাচস্পতিৰ এই বিষয়ে এটি ব্যাখ্যাৰ টোকা উদ্ধৃত কৰা হ'ল )।

"আমি ওপৰত অব্যক্ত শব্দৰ অৰ্থ কৈ আহিছোঁ ( পাতনিত চাওক— বেদান্ত বাচস্পতিৰ গীতাৰ পাতনিত ) তাত কোৱা হৈছে যে, সাংখ্যৰ অব্যক্ত সৰ্ব-গত-পদাৰ্থ। এনে পদাৰ্থ একৰ বাহিৰে দুটা হ'ব নোৱাৰে। কাৰণ, অব্যক্ত যদি দুটা হয়, তেন্তে দুয়োটা নিশ্চয় পৃথক হ'ব ; কোনো এটাই ইটোক সম্পূৰ্ণভাৱে ব্যাপি থাকিব নোৱাৰিব—অৰ্থাৎ এটাও সৰ্বগত নহ'ব। গৌড়পাদে কৈছে যে সাংখ্যৰ অব্যক্তই বেদান্তৰ ব্ৰহ্ম। গীতাই ২০ শ্লোকত সেই অব্যক্তৰ কথাকেই কৈছে। সেই গুণে বুজিব লাগিব যে ১৮-১৯ শ্লোকত 'অব্যক্ত' মানে ব্ৰহ্ম নহয়। ইয়াত অব্যক্ত মানে জগতৰ সেই অপ্ৰকাশিত (unmanifest) বীজাৱস্থা ( প্ৰলয়ৰ অৱস্থা ) যাৰ কথা বেদান্ত দৰ্শনৰ ৭৬-৭৭ পৃষ্ঠাত কোৱা হৈছে। এইটো এটা প্ৰাকৃতিক অৱস্থা। ই অঙ্কেৰে প্ৰমাণ কৰিব পৰা এটি প্ৰাকৃতিক অৱস্থা, যাক আধুনিক বিজ্ঞানে Thermo-dynamic Equilibrium বোলে। সৃষ্টিৰ পাছত প্ৰলয় আৰু প্ৰলয়ৰ পাছত আকৌ সৃষ্টি—এইটো যে বৈজ্ঞানিক সত্য ইয়াৰ কোনো ভুল নাই।

পুৰুষঃ স পৰঃ পাৰ্থ ভক্ত্যা লভ্যস্ত্বনন্যয়া।
যস্যান্তঃস্থানি ভূতানি যেন সৰ্বম্ ইদম্ ততম্ ॥ ২২

অন্বয়ঃ—পাৰ্থ, ভূতানি যস্য অন্তঃস্থানি, যেন ইদং সৰ্বং ততম্ তু, সঃ পৰঃ পুৰুষঃ অনন্যয়া ভক্ত্যা লভ্যঃ। ২২

টীকাঃ—তৎ প্ৰাপ্তৌচ ভক্তিৰন্তৰঙ্গোপায় ইত্যুক্তম্ এব ইতি আহ— পুৰুষ ইতি। স চাহং পৰঃ পুৰুষঃ অনন্যয়া ন বিদ্যতে অন্যঃ শৰণত্বেন যস্যাঃ তয়া একান্ত ভক্ত্যৈব লভ্যো নান্যথা, পৰত্বম্ এব আহ যস্য কাৰণভূতস্য

অন্তৰ্মধ্যে ভূতানি স্থিতানি, যেন চ কাৰণ ভূতেন ইদং সৰ্বং জগৎ ততং ব্যাপ্তম্ ॥

**অনুবাদ ঃ**—পাৰ্থ ! যাৰ ভিতৰত সকলো সৃষ্ট পদাৰ্থই আছে, যাৰ দ্বাৰা এই সমস্ত জগৎ পৰিব্যাপ্ত, সেই সকলোৰে শেষ ( উত্তম পুৰুষ—পুৰুষোত্তম ) অনন্যা ভক্তিৰ দ্বাৰা লভ্য।

**ব্যাখ্যা ঃ**—এই শ্লোকত ভগবানে কৈছে যে একান্ত ভক্তিৰ দ্বাৰাইহে মোক পাব পাৰি—ভক্তিৰ দ্বাৰা মই সহজ-লভ্য হওঁ। তেওঁক পাবলৈ ভক্তি এক অন্তৰঙ্গ উপায়।

"তাঙ্ক পাইবাৰ উপায় যগুপি বিস্তৰে কহিছোঁ তথাপি ভক্তিৰ অন্তৰঙ্গ জানিবা। হে পাৰ্থ, যাৰ মধ্যত সকলো প্ৰাণী আছে, যি কাৰণৰূপে সকল জগতক ব্যাপি আছা সেই পৰম পুৰুষক একান্ত ভক্তিসে লভি" । ( ভট্টদেৱ )

যত্ৰকালে ত্বনাবৃত্তিম্ আবৃত্তিং চৈব যোগিনঃ।
প্ৰয়াতা (৪) যান্তি তং কালং বক্ষ্যামি ভৰতৰ্ষভ। ২৩ ॥

**অন্বয় ঃ**—ভৰত-ঋষভঃ ! যত্ৰকালে প্ৰয়াতাঃ তু যোগিনঃ অনাবৃত্তিং আবৃত্তিং চ যান্তি এব তং কালং বক্ষ্যামি। ২৩

**অনুবাদ ঃ**—হে ভৰত শ্ৰেষ্ঠ ! যি যি কালত ( দেহত্যাগৰ পাছত ) যাত্ৰা কৰিলে যোগীসকল আৰু ঘূৰি নাহে আৰু যি যি কালত যাত্ৰা কৰিলে ঘূৰি আহে সেই কালৰ বিষয়ে তোমাক কব খুজিছোঁ। ২৩

**ব্যাখ্যা ঃ**—ইয়াত 'কাল' শব্দই দিবা ৰাত্ৰি ইত্যাদি কালৰ অভিমানী দেৱতাসকলে দেখুৱাই দিয়া মাৰ্গক বুজাইছে। ( কাল শব্দেন কালাভিমানীভিঃ আতিবাহিকীভিঃ দেৱতাভিঃ প্ৰাপ্যো মাৰ্গ উপলক্ষ্যতে—শ্ৰীধৰ )। মৰণৰ পাছত সূক্ষ্ম দেহধাৰী জীৱক দেহান্তৰ প্ৰাপ্তিৰ কাৰণে কালাভিমানী দেৱতাসকলে যি যি পথ দেখুৱাই দিছে সেই সেই পথ বা মাৰ্গক উপলক্ষ্য কৰি কালৰ কথা কৈছে।

প্ৰকৃততে কোন কালত মৃত্যু হ'লে মোক্ষলাভ হয় বা নহয় ইয়াত সেইটো কোৱা উদ্দেশ্য নহয়। কোন কৰ্মফলৰ দ্বাৰা কোন পথেদি গ'লে ব্ৰহ্মোপাসক বা কৰ্মযোগী সকলে পুনঃ পুনঃ সংসাৰলৈ আহে বা নাহে সেই কালাভিমানী দেৱতাসকলে দেখুৱাই দিয়া পথৰ বা মাৰ্গৰ কথা ক'ম ( যস্মিন্ কালাভিমানি দেৱতা উপলক্ষিতে মাৰ্গে প্ৰয়াতা যোগিনঃ উপাসকাঃ কৰ্মিণশ্চ যথাক্ৰমম্

অনাবৃত্তিম্ আবৃত্তিম্ চ যান্তি, তং কালাভিমানি দেৱতা উপলক্ষিতং মাৰ্গং কথয়িষ্যামি—ইতি শ্ৰীধৰঃ )।

ইয়াত যোগী শব্দৰ অৰ্থ সাধাৰণভাৱে 'সাধক' অৰ্থত ব্যৱহৃত হৈছে। ২৩॥

"ভক্তি বিনে আন উপায় নাই, এমনে কহিলা—পৰমেশ্বৰ উপাসকসৱ তানস্বৰূপ পায়া নিবৰ্ত্তন নহে, অভক্তসৱ পুনু আবৰ্ত্তন হৱে। তাতে কুন কুন পথে আবৰ্ত্তন নহে কুন পথে গৈলে আবৰ্ত্তন হোৱে সেই অপেক্ষাত কহন্ত— যি কাল উপলক্ষিত মাৰ্গত যান্ত, জ্ঞানী কৰ্মী সৱ অনাবৃত্তি-আবৃত্তিক যায় সেই দুই পন্থ কহোঁ।" (ভট্টদেৱ) ২৩॥

অগ্নিৰ্‌ জ্যোতিৰ্‌ অহঃ শুক্লঃ ষণ্মাসা উত্তৰায়ণম্।
তত্ৰ প্ৰয়াতা (ঃ) গচ্ছন্তি ব্ৰহ্ম ব্ৰহ্মবিদো জনাঃ। ২৪ ॥

**অন্বয় :**—অগ্নিঃ জ্যোতিঃ অহঃ শুক্লঃ ষণ্মাসাঃ উত্তৰায়ণম্, তত্ৰ প্ৰয়াতাঃ ব্ৰহ্মবিদঃ জনাঃ ব্ৰহ্ম গচ্ছন্তি। ২৪

**অনুবাদ :**—অগ্নি, জ্যোতি, দিবা, শুক্লপক্ষ, উত্তৰায়ণ-ছয়মাস—এই এই কালত (এই এই দেৱতাসকলে দেখুৱাই দিয়া পথে দি) গমন কৰি ব্ৰহ্মবিদ্ (ব্ৰহ্মোপাসক) সকলে ব্ৰহ্মক পায়। ২৪ ॥

**ব্যাখ্যা :**—ব্ৰহ্মক পায় মানে—প্ৰথমতঃ ব্ৰহ্মলোক পায়; কিন্তু ব্ৰহ্মলোকৰ (সত্য লোকৰ) পৰাও পুনৰায় ঘূৰি আহিব লাগে; কাৰণ ব্ৰহ্মাৰ আয়ুষ্কাল পৰ্য্যন্ত ব্ৰহ্মলোকলৈ যোৱা জীৱ তাত বাস কৰি ব্ৰহ্মাৰ মৃত্যুৰ পাছত (প্ৰলয়ৰ পাছত যেতিয়া পুনৰায় সৃষ্টি আৰম্ভ হয়, সেই সৃষ্টিৰ লগতে ঘূৰি আহিব লাগে। কিন্তু ব্ৰহ্মক পালে তো ঘূৰি আহিব নালাগে, তেন্তে ইয়াৰ অৰ্থ কি? ব্ৰহ্মক পালেই জীৱে ব্ৰহ্মক বা পৰমপদক নাপায়—এইটোহে বুজা যায়? সেইটো হয়; কিন্তু ব্ৰহ্মলোকত বাস কৰি থকা জীৱসকলৰ যদি সম্যক্ জ্ঞান উৎপন্ন হয়, তেতিয়াহে তেওঁলোক পৰমব্ৰহ্মত লীন হয়। ইয়াকেই ক্ৰম মুক্তি বা বিদেহ মুক্তি বোলে; কিন্তু ইয়াতো শ্ৰুতি মতে এটা ভেদ আছে। যি বিলাকে সগুণ ব্ৰহ্মৰ উপাসনা কৰে (যি বিলাক ব্ৰহ্মোপাসক) তেওঁলোকেহে এই ক্ৰম মুক্তি পায়, কিন্তু যিবিলাকে নিৰ্গুণ ব্ৰহ্মৰ উপাসনা কৰি আত্মজ্ঞান লাভ কৰিছে, তেওঁলোকে এই মাৰ্গই দি যাব নালাগে; কাৰণ আত্মজ্ঞানী লোক ব্ৰহ্মই হৈ যায়। তেওঁলোক জীৱন্মুক্ত। জীৱন্মুক্তিক সদ্যোমুক্তিও বোলে।

এই অধ্যায়ৰ ১৫।১৬ শ্লোকত যে ভগৱানে কৈছে যে ব্ৰহ্মলোকৰ পৰাও জীৱৰ পতন হয়, কেৱল মোক পালে পুনৰ্জন্ম নহয়, সেই কথাৰ তাৎপৰ্য্য এইদৰে বুজিব লাগিব। ২৪ ( জগদীশ ঘোষৰ গীতা )

ধূমো ৰাত্ৰিস্তথা কৃষ্ণঃ ষন্মাসা (ঃ) দক্ষিণায়নম্।
তত্ৰ চান্দ্ৰমসং জ্যোতিৰ্ যোগী প্ৰাপ্য নিবৰ্ত্ততে। ২৫ ॥

**অন্বয় ঃ**—ধূমঃ ৰাত্ৰিঃ তথা কৃষ্ণঃ ষন্মাসা দক্ষিণায়নম্, তত্ৰ যোগী চান্দ্ৰমসং জ্যোতিঃ প্ৰাপ্য নিবৰ্ত্ততে। ২৫ ॥

**অনুবাদ :**—ধূম ( ধোৱাঁ ) ৰাত্ৰি, কৃষ্ণপক্ষ, দক্ষিণায়ন-ছয়মাহ এইসময়ত যাত্ৰা কৰিলে যোগী চন্দ্ৰলোক ( স্বৰ্গলোক ) পোৱাৰ পাছত ঘূৰি আহে।

**ব্যাখ্যা ঃ**—ঘূৰি আহে, পুনৰাবৰ্ত্তন হয় অৰ্থাৎ পুণ্যফল ভোগ কৰি পুনৰ্জন্ম লাভ কৰে।

ধূম=ধূমাভিমানী দেৱতা, ৰাত্ৰি—ৰাত্ৰি-অভিমানী দেৱতা, কৃষ্ণপক্ষ= কৃষ্ণপক্ষাভিমানী দেৱতা, দক্ষিণায়ন=দক্ষিণায়ন অভিমানী দেৱতা।

"বাদৰায়ণে কৈছে যে দিবাৰাত্ৰি ইত্যাদি তৎ তৎ কালবাচক দেৱতা পথ-প্ৰদৰ্শক দিব্য পুৰুষ। এওঁলোকে সাধকক বিভিন্ন পৰ্ব পাৰ কৰি দিয়ে। এওঁলোকক আতিবাহিকী পুৰুষ বোলে।" ( জগদীশ ঘোষৰ গীতা )

"ধূম, ৰাত্ৰি, কৃষ্ণপক্ষ, ষণ্মাস, দক্ষিণায়ন—এই দেৱতা-যুক্ত মাৰ্গে যায়া, কৰ্মীসৱ স্বৰ্গ পায়া, পুণ্যফল ভোগ কৰি, পুনু আবৰ্ত্তি আসে।" ( ভট্টদেৱ )

এই শ্লোকত যোগী শব্দে কৰ্মযোগীক বুজাইছে—যি বিলাক কৰ্মযোগীয়ে কাম্যকৰ্ম কৰিছে। নিষ্কাম কৰ্ম-যোগীৰ কথা কোৱা নাই।

শুক্ল কৃষ্ণে গতীহ্যেতে জগতঃ শাশ্বতে মতে।
একয়া যাত্যনাবৃত্তিম্ অন্যয়াঽঽবৰ্ত্ততে পুনঃ। ২৬ ॥

**অন্বয় ঃ**—হি জগতঃ শুক্লকৃষ্ণে এতে গতী শাশ্বতে মতে। একয়া অনাবৃত্তিম্ যাতি অন্যয়া পুনঃ আবৰ্ত্ততে।

**অনুবাদ ঃ**—শুক্ল আৰু কৃষ্ণ এই দুটা নিত্য পথ জগতৰ আছে ; এটিৰে গমন কৰিলে ঘূৰি আহিব নালাগে, আনটোৰে গমন কৰিলে ঘূৰি আহিব লাগে।

**ব্যাখ্যা ঃ**—শুক্লপথ=প্ৰকাশময় পথ, দেৱযান মাৰ্গ।

কৃষ্ণপথ=অন্ধকাৰময় পথ, পিতৃযান মাৰ্গ।

এই দুয়োটা পথেই অনাদি বুলি প্ৰসিদ্ধি আছে অৰ্থাৎ নিত্য। এটাৰ দ্বাৰা মোক্ষলাভ হয়, আনটোৰ দ্বাৰা পুনৰ্জন্ম লাভ হয়। বেদ আৰু উপনিষদত দেৱযান আৰু পিতৃযান মাৰ্গৰ উল্লেখ আছে।

দেৱযান মাৰ্গ—যি বিলাকে অৰণ্যত শ্ৰদ্ধা, তপ, উপাসনা কৰে তেওঁলোকে অৰ্চিঃ অৰ্থাৎ জ্যোতিক পায়। অৰ্চিৰ পৰা দিবা, দিবাৰ পৰা শুক্লপক্ষ, শুক্লপক্ষৰ পৰা উত্তৰায়ণ ছয়মাহ, মাহৰ পৰা সংবৎসৰ, বৎসৰৰ পৰা আদিত্য—আদিত্যৰ পৰা চন্দ্ৰমা, চন্দ্ৰমাৰ পৰা বিদ্যুৎপ্ৰাপ্ত হয়। পাছত এক অমানৱ পুৰুষে এওঁলোকক ব্ৰহ্মলোক প্ৰাপ্তি কৰায়। এয়ে দেৱযান মাৰ্গ। ইয়াক আৰ্চিৰাদি মাৰ্গও বোলে। শুক্লমাৰ্গ বা উত্তৰায়ণ মাৰ্গও বোলে। ( ছান্দোগ্য—৫।১০।১।২)

যিবিলাকে ব্ৰহ্মোপাসনা কৰে, যিবিলাক নিবৃত্তি মাৰ্গাৱলম্বী, তেওঁলোকে এই মাৰ্গেদি ব্ৰহ্মলোকলৈ যায়। গীতাৰ শ্লোকত আটাইবোৰ পৰ্বৰ কথা উল্লেখ কৰা নাই। এই মাৰ্গ প্ৰকাশময়, যিবিলাকৰ জ্ঞানলাভ হৈছে তেওঁলোক এই মাৰ্গেদি গমন কৰে। যিবিলাকৰ জ্ঞানলাভ হোৱা নাই, তেওঁলোক ধূম্ৰাদি মাৰ্গেৰে গমন কৰে। সেই মাৰ্গৰ বৰ্ণনা এইৰূপ—

পিতৃযান মাৰ্গ—যিবিলাকে গৃহস্থাশ্ৰমত থাকি যাগ-যজ্ঞ, জলাশয় খনন দান আদি পুণ্যকৰ্ম কৰে তেওঁলোকে ধূম পায়। ধূমৰপৰা ৰাত্ৰি, ৰাত্ৰিৰপৰা কৃষ্ণ পক্ষ। কৃষ্ণ পক্ষৰপৰা দক্ষিণায়ন—ছয়মাহ পায়। এওঁলোকে বৎসৰ নাপায়। মাহৰ পৰা পিতৃলোক। পিতৃলোকৰ পৰা আকাশ আৰু আকাশৰ পৰা চন্দ্ৰলোক পায়। ইয়াৰ নাম পিতৃযান মাৰ্গ, ধূম্ৰাদি মাৰ্গ, কৃষ্ণ ( অন্ধকাৰময় ) মাৰ্গ বা দক্ষিণ মাৰ্গ। যাগযজ্ঞাদি পুণ্যফলৰ দ্বাৰা এই পথেদি যিবিলাকে চন্দ্ৰলোক গমন কৰে, তেওঁলোকৰ পুণ্যক্ষয় হ'লে আকৌ সংসাৰলৈ ঘূৰি আহে। ( ছান্দোগ্য ) ৮।২৫ শ্লোকত এই মাৰ্গৰ কথাকেই কৈছে, কিন্তু তাত আটাইবোৰ পৰ্বৰ কথা কোৱা নাই।

ইয়াতো যে কাৰ্য্যকৰ্ম কৰা যোগীৰ কথা হে কৈছে, নিষ্কাম কৰ্মীৰ কথা কোৱা নাই সেই কথা তাত উন্নুকিওৱা হৈছে।

যিবিলাকে জ্ঞান-আলোচনা বা পুণ্যকৰ্ম একোকে নকৰে, কেৱল যাৱজ্জীৱন পাপকৰ্ম কৰে সেইবিলাক পশু পক্ষী, কীট, পতঙ্গ আদি তিৰ্য্যক্ যোনিত পুনঃ পুনঃ জন্মগ্ৰহণ কৰে। ইয়াকেই তৃতীয় মাৰ্গ বোলে। ( ছান্দোগ্য ৫।১০।৮ কঠ ৩।৬।৭ ॥ ( জগদীশ ঘোষৰ গীতা )

"নিবৃত্তি কৰ্ম সহিত উপাসনায়ে ক্ৰমমুক্তি। কাম্যকৰ্মে স্বৰ্গভোগ, অনন্তত আবৃত্তি। নিষিদ্ধ কৰ্মে নৰকপ্ৰাপ্তি। ক্ষুদ্ৰ কৰ্মে এই ঠাইতে পুনু পুনু জন্ম হয়ে। এই শুক্ল কৃষ্ণ দুই পন্থ অনাদিসিদ্ধ। জ্ঞানাধিকাৰী শুক্লপন্থে মুক্তি পায়ে। কৰ্মাধিকাৰী পুনু কৃষ্ণ পন্থে আবৰ্ত্তন হয়ে।" ( ভট্টদেৱ ) ২৬ ॥

[ ২৩-২৬-২৭ উত্তৰায়ন দক্ষিণায়ন ভেদে বৎসৰৰূপী কালৰ ( বা প্ৰজাপতিৰ ) দুই ভেদ আছে; আৰু এই দুই কালৰ এটিত দেহান্ত এক প্ৰকাৰ গতি হয়, অন্যটিও দেহান্ত হ'লে অন্য প্ৰকাৰ গতি হয়—সেইটো হ'লেও—

কিন্তু (৮।২৭) কৰ্মযোগীৰ এইৰূপ কাল ভেদৰ কাৰণে কোনো বিঘ্ন নহয়; তেওঁ যি কালতেই দেহত্যাগ নকৰক কিয়, তেওঁৰ মুক্তি হবই। —( বেদ-বেদান্তশাস্ত্ৰী )

নৈতে সৃতী পাৰ্থ জানন্ যোগী মুহ্যতি কশ্চন।
তস্মাৎ সৰ্বেষু কালেষু যোগযুক্তো ভবাৰ্জুন। ২৭ ॥

**অন্বয় :**—পাৰ্থ, এতে সৃতী জানন্ কঃচন যোগী ন মুহ্যতি। তস্মাৎ অৰ্জুন! সৰ্বেষু কালেষু যোগযুক্তঃ ভৱ। ২৭

**অনুবাদ :**—এই দুইটি পথৰ বিষয় জানিলেও কোনো নিষ্কাম কৰ্মী যোগী মোহপ্ৰাপ্ত নহয়। অতএব হে অৰ্জুন! সকলো সময়তে ( উত্তৰায়ণ দক্ষিণায়ন ভেদ কৰিবৰ প্ৰয়োজন নাই ) তুমি যোগযুক্ত হোৱা। নিষ্কাম কৰ্মযোগী হোৱা।

**ব্যাখ্যা :**—"এই দুই মাৰ্গকো জানি যোগী কদাচিতো মোহ নহে, সুখ-বুদ্ধি স্বৰ্গাদি ফলক কামনা নকৰে; কিন্তু পৰমেশ্বৰনিষ্ঠ হয়। এতেকে তুমি সৰ্বদায়ে নিষ্ঠ হোৱা।" ( ভট্টদেৱ )

"উপাসনাৰ অঙ্গৰূপে উত্তৰ মাৰ্গ ধ্যান কৰিব লাগে। মৃত্যু যেতিয়াই হওক, ব্ৰহ্মোপাসকৰ দেৱযানত আৰু সকাম কৰ্মযোগীৰ পিতৃযানত গতি হয়। দিবা আৰু উত্তৰায়ণত মৃত্যুত দেৱযানে গতি আৰু ৰাতি আৰু দক্ষিণায়নত মৃত্যুত পিতৃযানত গতি হয়—সাধাৰণৰ এই বিশ্বাস সত্য নহয়।" ( আনন্দগিৰি )

[ ২৬ শ্লোকৰ ব্যাখ্যাৰ অন্তত উদ্ধৃত কৰা বেদ-বেদান্ত শাস্ত্ৰীৰ ব্যাখ্যা দ্ৰষ্টব্য। ]

বেদেষু যজ্ঞেষু তপঃসু চৈব দানেষু যৎ পুণ্যফলং প্ৰদিষ্টম্।
অত্যেতি তৎসৰ্বং ইদং বিদিত্বা যোগী পৰং স্থানম্ উপৈতিচাদ্যম্। ২৮

**অন্বয় :**—বেদেষু যজ্ঞেষু তপঃসু দানেষু চ এব যৎ প্ৰদিষ্টম্, ইদং বিদিত্বা যোগী তৎ সৰ্বং অত্যেতি আদ্যং পৰং স্থানং চ উপৈতি। ২৮ ॥

অত্যেতি = অতিক্ৰামতি

**অনুবাদঃ**—এই সমস্ত তত্ত্ব জানিলে—বেদ, যজ্ঞ, তপ আৰু দানত যি পুণ্যফল প্ৰদৰ্শিত হৈছে—যোগীয়ে ( নিষ্কাম কৰ্মী কৰ্মযোগীয়ে ) সেই সকলো অতিক্ৰম কৰে আৰু ইয়াৰ ওপৰত আগুস্থান—মূলস্থান—পৰমপদ প্ৰাপ্ত হয়।

আগুস্থান—সকলো বিশ্বৰ মূল কাৰণ—পৰম স্থান—শ্ৰীবিষ্ণুৰ পৰম পদ।

"বেদ পঢ়ি, যজ্ঞ কৰি, তপ আচৰি, দান দিয়া যি পুনু ফল পায়, এই অষ্ট প্ৰশ্নৰ অৰ্থক জানি সি ফল লাভে, ততোধিক যোগ ঐশ্বৰ্য্যক পাবৈ। জ্ঞানী হুয়া বিষ্ণুপদক পাবৈ। অষ্টম প্ৰশ্নে বিশিষ্ট অষ্টম অধ্যায়ত অষ্টপ্ৰকাৰে পৃষ্ট অৰ্থৰ নিৰ্ণয় কৰি স্পষ্ট উৎকৃষ্ট পন্থ ভক্তি সহিত অষ্ট প্ৰকাৰৰ সিদ্ধান্ত কহি অক্লিষ্ট কৰি শ্ৰীকৃষ্ণে দিলা। ( ভট্টদেৱ ) ২৮ ॥

ইতি শ্ৰীমদ্ভগবদ্ গীতাসু উপনিষৎসু
ব্ৰহ্ম বিদ্যাযাং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন
সংবাদে অক্ষৰ ব্ৰহ্মযোগো নাম অষ্টমোঽধ্যায়ঃ ॥

## অষ্টম অধ্যায়ত উল্লেখিত বিষয়ৰ সংক্ষিপ্ত টোকা

১। অৰ্জুনৰ প্ৰশ্নৰ উত্তৰত ব্ৰহ্ম, অধ্যাত্ম, অধিদৈব, অধিভূত প্ৰভৃতি ব্যাখ্যা।

২। অন্তকালত ভগবৎ স্মৰণত মুক্তি—সুতৰাং সতত ঈশ্বৰ চিন্তা আৰু স্বধৰ্ম পালনৰ উপদেশ।

৩। যোগ ধাৰণ কৰি দেহ ত্যাগৰ উপদেশ।

৪। অনন্য স্মৰণ নিত্য স্মৰণশীল ভক্তৰ সহজে ঈশ্বৰলাভ—তাতেই পুনৰ্জন্ম নিবৃত্তি

৫। ব্ৰহ্মলোকাদিও ক্ষয়শীল—প্ৰলয়ত প্ৰকৃতি তত্ত্ব লয়।

৬। প্ৰকৃতিৰ অতীত অব্যক্ত অক্ষৰ পুৰুষ ভক্তিৰদ্বাৰা লভ্য ;

৭। দেবযান আৰু পিতৃযান মাৰ্গ—এটাৰ ফল মোক্ষ, অপৰৰ ফল পুনৰ্জন্ম—এই তত্ত্ব জ্ঞান লাভ কৰি যোগযুক্ত হোৱাৰ উপদেশ—তাতেই পৰাগতি।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## নৱমোঽধ্যায়ঃ

## ৰাজ-বিদ্যা ৰাজগুহ্যযোগঃ

শ্ৰীভগবান্ উবাচ।

ইদং তু তে গুহ্যতমং প্ৰৱক্ষ্যাম্যনসূয়বে।

জ্ঞানং বিজ্ঞানসহিতং যজ্ জ্ঞাত্বা মোক্ষ্যসেঽশুভাৎ। ১

**অন্বয় :**—শ্ৰীভগৱান্ উবাচ—অনসূয়বে, তে ইদং গুহ্যতমং বিজ্ঞানসহিতং জ্ঞানং প্ৰবক্ষ্যামি, যৎ জ্ঞাত্বা অশুভাৎ মোক্ষ্যসে।

**অনুবাদ ঃ**—হে দোষদৃষ্টিৰহিত অৰ্জুন! শ্ৰীভগৱানে কৈছে, তোমাৰ দোষদৃষ্টি নাই, (তুমি মোৰ কথাত যি হেতুকে কোনো দোষ নিবিচৰা সেই হেতুকে) মই গোপনীয়তম বিজ্ঞানৰ কথা (বিশেষ-জ্ঞানৰ কথা) ক'ম; যি বিজ্ঞানৰ কথা জানিলে তুমি অশুভৰপৰা (অপায় অমঙ্গলৰপৰা) মুক্ত হবা।

**ব্যাখ্যা ঃ**—বিজ্ঞান শব্দৰ অৰ্থ বিশিষ্ট জ্ঞান, জ্ঞানৰপৰা হোৱা অনুভূতি বা উপলব্ধি, পাৰমাৰ্থিক জ্ঞান। যিবিলাক মানুহে ভাল কথা বুজি পায় সেই বিলাক মানুহে আৰু যিবিলাকৰ দোষ বিচৰা অভ্যাস নাথাকে সেই বিলাক মানুহে-হে এই জ্ঞানৰ অধিকাৰী হব পাৰে। সাধাৰণ মানুহৰ ভিতৰত সকলো মানুহে এই জ্ঞানৰ অধিকাৰী হব নোৱাৰে; কাৰণ এই জ্ঞান অনুভৱৰ সিদ্ধজ্ঞান—সেয়েহে ই বিজ্ঞান। তুমি অনসূয়, তোমাৰ অসূয়া নাই, তোমাৰ আগত এই গুহ্যতম জ্ঞানৰ কথা ক'ম, তুমি বুজিব পাৰিবা।

ধৰ্ম-জ্ঞান হৈছে গুহ্য, দেহ আদি ব্যতিৰেকে যি আত্মজ্ঞান, সেই জ্ঞান গুহ্যতৰ। পৰমাত্মজ্ঞান বিশেষ ৰহস্যপূৰ্ণ কাৰণে এই জ্ঞান গুহ্যতম। এই জ্ঞান অনুভৱ কৰিব পাৰিলে সদ্য সদ্যই মুক্তি হয়।

**ৰাজবিদ্যা ৰাজগুহ্যং পবিত্ৰম্ ইদম্ উত্তমম্।**
**প্ৰত্যক্ষাবগমং ধৰ্ম্যং সুসুখং কৰ্তুম্ অব্যয়ম্। ২ ॥**

**অন্বয় :**—ইদং ৰাজবিদ্যা ৰাজগুহ্যং পৱিত্ৰম্ উত্তমম্ প্ৰত্যক্ষ-অৱগমম্ ধৰ্ম্যং কৰ্তুম্ সুসুখং (চ) অব্যয়ম্। ২ ॥

**অনুবাদ :**—এই জ্ঞান সকলো বিদ্যাৰ ভিতৰত শ্ৰেষ্ঠ, সকলো গুহ্য বিষয়ৰ ভিতৰত শ্ৰেষ্ঠ, পৱিত্ৰ, উত্তম, ( সৰ্বশেষৰ জ্ঞান ) প্ৰত্যক্ষ, বোধগম্য, ধৰ্মসঙ্গত, সুখসাধ্য আৰু ই অক্ষয় ফলপ্ৰদ। ২ ॥

**ব্যাখ্যা :**—এই জ্ঞানৰ প্ৰতি শ্ৰদ্ধা উৎপাদনৰ কাৰণে কৈছে যে এই বিদ্যা ৰাজবিদ্যা, সকলো বিদ্যাৰ ওপৰত ৰজা, সেইবাবে ই ৰাজগুহ্য। এই জ্ঞান সমস্ত অবিদ্যাৰ নাশক বুলি বিদ্যাৰ ৰজাস্বৰূপ আৰু গোপনীয়। যাৱতীয় বিষয়ৰ ভিতৰত ই অত্যন্ত গোপনীয় ; কাৰণ বহুজন্মৰ সুকৃতিবশতঃ হে ইয়াক পোৱা যায় ; সেই কাৰণে ই বহু লোকৰে অজ্ঞাত।

ই অত্যন্ত পৱিত্ৰ। প্ৰায়শ্চিত্ত আদিত কোনো এটা পাপ নিবৃত্ত হয় কিন্তু সম্পূৰ্ণ বিনষ্ট নহয়, কাৰণ সেই পাপ পুনৰায় বৃদ্ধি হোৱা দেখা যায়। সেই পাপ 'কাৰণত' ( সূক্ষ্ম অৱস্থাত ) থাকি যায়। কিন্তু এই জ্ঞানে সহস্ৰ সহস্ৰ জন্মৰপৰা স্থূল আৰু সূক্ষ্মৰূপে সঞ্চিত হৈ থকা পাপ আৰু তাৰ কাৰণ অবিদ্যাক সগু সন্তই ধ্বংস কৰে—সমূলে বিনষ্ট কৰে। সেই কাৰণে ই অতি পৱিত্ৰ।

ইয়াৰ স্বৰূপ আৰু ফল প্ৰত্যক্ষসিদ্ধ, সেই কাৰণে ই অতীন্দ্ৰিয় ধৰ্ম-আদিৰ নহয়—ইয়াত কোনো সন্দেহ নাথাকে। ধৰ্ম অতীন্দ্ৰিয় কাৰণে তাৰ ফলো অতীন্দ্ৰিয়। ( ধৰ্ম মানে বেদোক্ত ধৰ্ম )। কিন্তু এই জ্ঞান প্ৰত্যক্ষ অনুভৱ সিদ্ধ আৰু ইয়াৰ ফলো প্ৰত্যক্ষ পোৱা যায়। ই যদিও ধৰ্মসঙ্গত অৰ্থাৎ অনেক জন্মৰ সঞ্চিত ধৰ্মৰ ফল—ই কষ্ট সাধ্য নহয়। ই অনায়াস-সাধ্য বুলি ইয়াৰ ফল লঘু নহয় ; কাৰণ এই জ্ঞান অব্যয় গতিকে ইয়াৰ ফলো অক্ষয়। অন্যান্য যাৱতীয় কৰ্মৰ ফল বিনাশ পায়, এই জ্ঞানৰ ফল অবিনশ্বৰ—সেই কাৰণে এই জ্ঞান সৰ্বোৎকৃষ্ট। ২ ( শ্ৰীধৰ টীকানুযায়ী )

**অশ্ৰদ্দধানাঃ পুৰুষা (৪) ধৰ্মস্যাস্য পৰন্তপ।**
**অপ্ৰাপ্য মাং নিবৰ্তন্তে মৃত্যুসংসাৰবৰ্ত্মনি। ৩ ॥**

**অন্বয়ঃ**—পৰন্তপ, অস্য ধৰ্মস্য অশ্ৰদ্দধানাঃ পুৰুষাঃ মাম্ অপ্ৰাপ্য মৃত্যু-সংসাৰ-বৰ্ত্মনি নিবৰ্ত্তন্তে ॥ ৩

অশ্ৰদ্দধানাঃ=আস্তিক্যেন অস্বীকুৰ্বন্তঃ

**শ্ৰীধৰী টীকায়াম্**—ইমং ধৰ্মম্ আস্তিক্যেন অস্বীকুৰ্বন্তঃ উপায়ান্তৰৈঃ মৎপ্ৰাপ্তয়ে কৃতপ্ৰযত্না অপি মাম্ অপ্ৰাপ্য মৃত্যুযুক্তে সংসাৰ বৰ্ত্মনি নিবৰ্ত্তন্তে মৃত্যুব্যাপ্তে সংসাৰ মাৰ্গে পৰিভ্ৰমন্তি—ইত্যৰ্থঃ। ৩ ॥

**অনুবাদঃ**—হে শত্ৰুতাপন অৰ্জুন! এই ব্ৰহ্মজ্ঞান নামক ধৰ্মৰ স্বৰূপ আৰু ফলৰ প্ৰতি শ্ৰদ্ধাহীন পুৰুষে (মোক পাবলৈ অন্য পথেৰে প্ৰযত্নশীল হৈ) মোক নাপাই জন্ম-মৃত্যুৰূপ সংসাৰ পথেদি ঘূৰি থাকে। ৩ ॥

**ব্যাখ্যাঃ**—যদি বোলা হয় যে এই ধৰ্ম যদি ইমান সহজসাধ্য তেন্তে সংসাৰী কোন হ'ব? (নন্বু এবম্ অপি অতি সুকৰত্বেন কে নাম সংসাৰিণঃ স্যুঃ)। তাৰ উত্তৰত কৈছে—যে এই ধৰ্মৰ লক্ষণ হৈছে ভক্তিৰ সহিত জ্ঞান। শ্ৰদ্ধাহীন ব্যক্তিয়ে আস্তিক্য বুদ্ধিৰে এই ধৰ্মক স্বীকাৰ নকৰি অন্য উপায়েৰে মোক পাবৰ যত্ন কৰি মোক নাপাই সংসাৰত পুনঃ পুনঃ আবৰ্ত্তন কৰে।

"যি সত্যৰ কথা এতিয়া ভগৱানে ক'ব তাক যুক্তিতৰ্ক বা গণিত শাস্ত্ৰেৰে প্ৰমাণ কৰিব নোৱাৰি। তেওঁ যে অব্যক্ত মূৰ্ত্তিৰে এই জগৎ ব্যাপি আছে আৰু জগতৰ ওপৰতো তেওঁ আছে—এই সত্য যি বিশ্বাস কৰিব নোৱাৰে—জানিব লাগিব যে সি ক্ৰমোন্নতিৰ অতি নিম্নস্তৰ হে পাইছেহি; কাজেই তাৰ আৰু বহুতবাৰ আসুৰী যোনিত পৰিভ্ৰমণ কৰিবলৈ বাকী আছে। আচল মনুষ্য জন্ম আৰম্ভ হয় তেতিয়া যেতিয়া মানুহে এই সত্যটি বিশ্বাস কৰিব পাৰে।"

(বেদান্ত বাচস্পতি)

ময়া ততম্ ইদং সৰ্বং জগদব্যক্ত মূৰ্ত্তিনা।
মৎস্থানি সৰ্বভূতানি ন চাহং তেম্বৱস্থিতঃ। ৪ ॥

**অন্বয়ঃ**—অব্যক্ত মূৰ্ত্তিনা ময়া ইদং সৰ্বং জগৎ ততম্, সৰ্বভূতানি মৎস্থানি অহং চ তেষু ন অৱস্থিতঃ। ৪ ॥

**শ্ৰীধৰী টীকায়াম্**:—অব্যক্তা অতীন্দ্ৰিয়া মূৰ্ত্তিঃ স্বৰূপং যস্য তাদৃশেন ময়া কাৰণভূতেন সৰ্বম্ ইদং জগৎ ততম্ ব্যাপ্তম্ অতএব কাৰণভূতে ময়ি তিষ্ঠন্তি ইতি মৎস্থানি সৰ্বাণি ভূতানি চৰাচৰাণি।

ব্যাপ্তং="তৎসৃষ্ট্বা তদেৱানু প্ৰাৱিশৎ"—ইত্যাদিশ্ৰুতেঃ অতএব কাৰণভূতে

ময়ি তিষ্ঠতি ইতি মৎস্থানি সৰ্বাণি ভূতানি চৰাচৰাণি—এৱমপি ঘটাদিষু স্বকাৰ্যেষু মৃত্তিকেৱ তেষু ভূতেষু নাহমৱস্থিত আকাশৱৎ অসঙ্গত্বাৎ॥

**অনুবাদ ঃ**—( সেই পৰম পৱিত্ৰ ৰহস্যটি কি তাক এতিয়া কৈছে যে ) অব্যক্তৰূপী মই সমস্ত জগৎ ব্যাপি আছোঁ ; সকলো মোৰ অন্তৰ্গত ; কিন্তু মই সেই ভূতগ্ৰামৰ ভিতৰত আৱদ্ধ নহওঁ—অৰ্থাৎ জগৎ অতিক্ৰম কৰিও মই বৰ্ত্তমান।

**ব্যাখ্যা ঃ**—"এমনে প্ৰস্তুত জ্ঞানক প্ৰশংসা কৰি শ্ৰোতাক সম্মুখ কৰাই জ্ঞান কহিবে লাগিলা। জানা অৰ্জুন ! মঞি অমূৰ্ত্তি ( অতীন্দ্ৰিয় মূৰ্ত্তি ), কাৰণ ৰূপে সকল জগতক ব্যাপি আছোঁ। এতেকে কাৰণ ৰূপে মোত সকল চৰাচৰ প্ৰাণী আছে। এমন ঘটত মৃত্তিকা হেন মঞি নাথাকো, ( মঞি নাহি কঞো )। যাতো আকাশৰ সম অস.। অসঙ্গ পদে প্ৰাণী সৱো মোত নাই।"
( ভট্টদেৱ )

ন চ মৎস্থানি ভূতানি পশ্য মে যোগমৈশ্বৰম্।
ভূতভৃন্ন চ ভূতস্থো মমাত্মা ভূতভাৱনঃ। ৫ ॥

**অন্বয় ঃ**—ভূতানি চ মৎস্থানি। মে ঐশ্বৰম্ যোগম্ পশ্য। মম আত্মা ভূতভৃৎ ভূতভাৱনঃ চ, ( তথাপি ) ন ভূতস্থঃ। ৫ ॥

**অনুবাদ ঃ**—মোৰ ঐশ্বৰিক যোগ তুমি চোৱা, ( বুজি লোৱা ), ( মোৰ স্বৰূপ সৰ্বতোভাৱে অচিন্ত্য )। ( ভূতগ্ৰাম মোতে অৱস্থিত বুলি কলোঁ, কিন্তু ) মোৰ স্বীয় মূলস্বৰূপত ভূতগ্ৰাম নাই ; অৰ্থাৎ মই সিঁহতক অতিক্ৰম কৰিও বৰ্ত্তমান আছোঁ। কিন্তু এনে হলেও, মই সিহঁতক উৎপন্ন কৰিছোঁ, ধৰি ৰাখিছোঁ অথচ মই সিহঁতৰ ভিতৰত আৱদ্ধ নহওঁ। ৫ ॥ ( বেদান্ত বাচস্পতি )

[ মোৰ আত্মা ভূতধাৰক আৰু ভূতপালক ; কিন্তু এই ভূতবৰ্গ মোতে লাগি থকা নাই—মোৰ আত্মাই ভূতবৰ্গক ধাৰণ পোষণ কৰিলেও মই সেই ভূতবৰ্গত নাই ] ৫ ॥

**ব্যাখ্যা ঃ**—( ঐশ্বৰিক যোগ=সৃষ্টিকৌশল ; অঘটন ঘটনাচাতুৰ্য )। আগতে কৈছোঁ যে মই জগৎ ব্যাপি আছোঁ, সমস্ত ভূতবৰ্গ মোতে স্থিত, কিন্তু মই ভূতবৰ্গত স্থিত নহওঁ—এতিয়া কৈছোঁ এই ভূতবৰ্গ মোতে স্থিতি কৰা নাই।

যি হেতুকে মোৰ সত্তাতেই জগৎসত্তা। সেই হেতুকে ভূতসকল মোতেই স্থিতি কৰিছে ; কিন্তু এই ভূতবৰ্গ মোৰ স্বীয় মূলস্বৰূপত নাই—মই সিহঁতক

অতিক্ৰম কৰি থাকোঁ। মই সিইঁতক উৎপন্ন কৰিছোঁ, ধৰি ৰাখিছোঁ অথচ মই সিইঁতৰ ভিতৰত আৱদ্ধ নহওঁ—কাৰণ মই নিঃসঙ্গ, নিৰৱয়ৱ, নিৰ্ব্বিশেষ। বস্তুতঃ মোত একোৱেই সংশ্লিষ্ট হৈ থাকিব নোৱাৰে অথচ বোধহয় যেন সিইঁতে মোতেই ভাহি ফুৰিছে। এয়ে মোৰ যোগ বা অঘটন ঘটনা-চাতুৰ্য্য আৰু এই যোগৰ প্ৰভাৱতেই মই ভূতধাৰক হৈঁও ভূতবৰ্গৰ মাজত নাই—মই নিঃসঙ্গ।

"ভূতবৰ্গ মোত নাই অৰ্থাৎ মোত লাগি থকা নাই; ভূতবৰ্গ স্থুল। মই সূক্ষ্ম। সূক্ষ্মৰ পৰা স্থুলৰ প্ৰকাশ হয় সত্য কিন্তু স্থুল সূক্ষ্মত লাগি থাকিব নোৱাৰে।

মোৰ ঐশ্বৰ যোগ বুজি লোৱা=মোৰ ঐশ্বৰিক সামৰ্থ্য চোৱা। ইয়াত যোগ মানে সামৰ্থ্য—অব্যক্তক ব্যক্ত কৰা সামৰ্থ্যই যোগ॥" (বেদ-বেদান্তশাস্ত্ৰী)

যথাকাশো নিত্যং বায়ুঃ সৰ্বত্ৰগো মহান্।
তথা সৰ্বাণি ভূতানি মৎস্থানীত্যুপধাৰয়। ৬॥

**অন্বয়ঃ**—যথা সৰ্বত্ৰগঃ মহান বায়ুঃ নিত্যম্ আকাশ স্থিতঃ;
তথা সৰ্বাণি ভূতানি মৎস্থানি ইতি উপধাৰয়। ৬॥

**টীকা ঃ**—অসংশ্লিষ্টয়োঃ অপি আধাৰ আধেয় ভাৱং দৃষ্টান্তেন আহ—যথা ইতি। অৱকাশং বিনা অৱস্থা-অনুপপত্তেঃ নিত্যং আকাশস্থিতঃ বায়ুঃ সৰ্বত্ৰগোঽপি মহান্ অপি ন আকাশেন সংশ্লিষ্যতে নিৰৱয়ৱত্বেন সংশ্লেষা যোগাৎ। তথা সৰ্বাণি ভূতানি ময়ি স্থিতানি জানীহি। ৬ (শ্ৰীধৰ)

**অনুবাদ ঃ**—সৰ্বত্ৰগমনশীল বায়ু সদায় যেনেকৈ আকাশতে স্থান লাভকৰি থাকে কিন্তু আকাশৰ লগত সংশ্লিষ্ট নহয়, তেনেকৈ সকলো বস্তু মোতেই অৱস্থিত, সকলো ভূতবৰ্গ মোতেই অৱস্থিত কিন্তু মোৰ লগত সংশ্লিষ্ট নহয়। ৬।

**ব্যাখ্যা ঃ**—আধাৰ আধেয় ভাৱ আছে ইয়াত—অৰ্থাৎ এটা বস্তুৰ আশ্ৰয়স্থান আন এটা বস্তু হ'ব পাৰে। যিটো বস্তু আশ্ৰয়স্থান সেইটো আধাৰ আৰু যিটো বস্তুই আশ্ৰয় লয় সেইটো আধেয়। কিন্তু কোনোটো বস্তু কোনোটোৰ লগত সংশ্লিষ্ট হৈ নাযায়। সেইদৰে আকাশত বায়ু থাকিলেও আকাশ বায়ুৰ লগত সংশ্লিষ্ট হৈ নাযায়। সেইদৰে সমস্ত ভূতবৰ্গ মোতেই অৱস্থিত হৈ থাকিলেও মই কাৰো লগত সংশ্লিষ্ট হৈ নাযাওঁ—অৰ্থাৎ মই নিৰ্লিপ্ত হৈ থাকোঁ। এই দৃষ্টান্তৰ দ্বাৰা ভূতবৰ্গ আৰু ভগৱানৰ অৱস্থান কেনেদৰে হৈ থাকে তাকে বুজাইছে।

হে অৰ্জ্জুন! তুমি এই ভাৱটো বুজি লোৱা। ৬

সৰ্বভূতানি কৌন্তেয় প্ৰকৃতিং যান্তি মামিকাম্।
কল্পক্ষয়ে পুনস্তানি কল্পাদৌ বিসৃজাম্যহম্। ৭ ॥

**অন্বয় :**—কৌন্তেয়, সৰ্বভূতানি কল্পক্ষয়ে মামিকাম্ প্ৰকৃতিং যান্তি, পুনঃ কল্পআদৌ তানি অহং বিসৃজামি। ৭ ॥

**অনুবাদ :**—হে কৌন্তেয়! প্ৰলয় কালত সকলো ভূত মোৰ প্ৰকৃতিত বিলীন হৈ যায়। (কল্পৰ শেষত সকলো ভূত মোৰ প্ৰকৃতিলৈ আহে); আকৌ কল্পৰ আদিত মই সিহঁতক সৃষ্টি কৰোঁ (এৰি দিওঁ)। ৭ ॥

**ব্যাখ্যা :**—সেই অসঙ্গ (অসংসৰ্গী) ঈশ্বৰৰ যোগমায়াত স্থিতিৰ হেতু কৈছে, জগতে সৃষ্টি আৰু প্ৰলয়ৰ হেতু কৈছে—

প্ৰলয়কালত মোৰ শক্তিৰূপে কল্পিত যি ত্ৰিগুণাত্মিকা প্ৰকৃতি (সাংখ্যমতে মহত্তত্ত্ব) সেই প্ৰকৃতিত সমস্ত ভূতবৰ্গ সূক্ষ্মৰূপে লীন হয়। পুনৰ্বাৰ সৃষ্টিৰ সময়ত সৰ্বজ্ঞ আৰু সৰ্বশক্তি মই ঈশ্বৰেই প্ৰকৃতিতে একতাপ্ৰাপ্ত হৈ থকা সেই সমস্ত ভূতবৰ্গক ভাগ ভাগ কৰি সৃষ্টি কৰোঁ। ৭ ॥

প্ৰকৃতিং স্বাং অৱষ্টেভ্য বিসৃজামি পুনঃ পুনঃ।
ভূতগ্ৰামম্ ইমং কৃৎস্নম্ অৱশং প্ৰকৃতেৰ্ বলাৎ। ৮ ॥

**অন্বয় :**—স্বাম্ প্ৰকৃতিম্ অৱষ্টভ্য প্ৰকৃতেঃ বলাৎ ইমং কৃৎস্নং অৱশং ভূতগ্ৰামম্ পুনঃ পুনঃ বিসৃজামি। ৮

**টীকা :**—[ নম্বসঙ্গো নিৰ্বিকাৰশ্চ ত্বং কথং সৃজসি-ইতি অপেক্ষায়াম্ আহ—প্ৰকৃতিমিত্যাদি দ্বাভ্যাম্। স্বাং স্বাধীনাং প্ৰকৃতিম্ অৱষ্টভ্য অধিষ্ঠায় প্ৰলয়ে লীনং সন্তং চতুৰ্বিধম্ ইমম্ সৰ্বভূতগ্ৰামং কৰ্মাদিপৰবশং পুনঃ পুনঃ বিবিধং সৃজামি বিশেষেণ সৃজামি ইতি বা। কথম্ ? প্ৰকৃতেৰ্ বলাৎ প্ৰাচীন কৰ্ম-নিমিত্ত-তত্তৎ স্বভাৱ বলাৎ। ] (শ্ৰীধৰ)

**অনুবাদ :**—নিজৰ প্ৰকৃতিক অধিকাৰ কৰি মই প্ৰকৃতিৰ বলতেই (স্বভাৱৰ অধীনত) এই সমগ্ৰ পৰাধীন ভূতবৰ্গক পুনঃ পুনঃ সৃষ্টি কৰোঁ।

**ব্যাখ্যা :**—নিজৰ প্ৰকৃতিক অধিকাৰ কৰি—মোৰ স্বীয় মায়াত অধিষ্ঠান কৰি, প্ৰকৃতিৰ বলতেই—ভূতবৰ্গৰ প্ৰাচীন কৰ্মৰ নিমিত্তে (জন্মান্তৰীয় কৰ্ম ফলৰ স্বভাৱবলত) মই ভূতবৰ্গক পুনঃ পুনঃ সৃষ্টি কৰোঁ।

"অসঙ্গ নিৰ্বিকাৰ হুয়া তুমি কেমনে স্ৰজা এই অপেক্ষাত কহন্ত। আপুনাৰ

অৰ্থাৎ প্ৰকৃতিত অধিষ্ঠান কৰি জৰায়ুজ, উদ্ভিজ্জ, স্বেদজ অণ্ডজ সৰ্ব্ব প্ৰকৃতিত লীন হয়াছিল। কৰ্ম্মাধীন এই চাৰিবিধ প্ৰাণীক পূৰ্ব্ব কৰ্ম্মৰ নিমিত্তৰ স্বভাৱৰ অনুসাৰে মঞি সৃজোঁ"। ( ভট্টদেৱ )

ন চ মাং তানি কৰ্ম্মাণি নিবধ্নন্তি ধনঞ্জয়।
উদাসীনবদাসীনম্ অসক্তং তেষু কৰ্ম্মসু। ৯ ॥

**অন্বয়ঃ**—ধনঞ্জয়, তেষু কৰ্ম্মসু অসক্তং উদাসীনবৎ চ আসীনং মাং তানি কৰ্ম্মাণি ন নিবধ্নন্তি। ৯ ॥

**অনুবাদঃ**—কিন্তু এই সৃষ্টিৰূপ ক্ৰিয়াত মই অনাসক্ত আৰু উদাসীন পুৰুষৰ দৰে থাকোঁ বুলি এই কৰ্ম্মসমূহে মোক বন্ধন নকৰে।

**ব্যাখ্যাঃ**—কৰ্ম্ম কৰিও মোৰ কৰ্ম্ম বন্ধন ন'ই। মই কৰ্ত্তা হৈও অকৰ্ত্তা, অনাসক্ত উদাসীনৰ দৰে।

( মোৰ নিচিনা কৰ্ত্তৃত্বৰ অভিমান যাৰ নাই, কৰ্ম্মফলৰ প্ৰতি যাৰ আসক্তি নাই, আনেও কৰ্ম্মৰ দ্বাৰা আবদ্ধ নহয়। )

"যদি বোলা এমনে নানাবিধ কৰিতে জীৱসম তুমি কেনে বন্ধ নহব, তাৰ হেতু শুনা। হে ধনঞ্জয়! সেই সৃষ্টি আদি কৰ্ম্ম সবে মোক বন্ধ নকৰে। কৰ্ম্মত আসক্তিসে বন্ধৰ হেতু। আপ্তকাম পদে মোৰ আসক্তি নাই, উদাসীন হেন থাকোঞো। কেৱল উদাসীন হৈলে কৰ্ত্তা নঘটে, কৰ্ত্তা হৈলেয়ো উদাসীন নঘটে। এতেকে উদাসীন হেন থাকো।" ( ভট্টদেৱ )

ময়াধ্যক্ষেণ প্ৰকৃতিঃ সূয়তে সচৰাচৰম্।
হেতুনাঽনেন কৌন্তেয় জগদ্বিপৰিবৰ্ত্ততে। ১০ ॥

**অন্বয়ঃ**—কৌন্তেয়, ময়া অধ্যক্ষেণ প্ৰকৃতিঃ স-চৰ-অচৰম্ সূয়তে। অনেন হেতুনা ( ইদং ) জগৎ বিপৰিবৰ্ত্ততে। ১০

**টীকাঃ**—তদেব উপপাদয়তি—ময়েতি। ময়া অধ্যক্ষেণ অধিষ্ঠাত্ৰা নিমিত্ত-ভূতেন প্ৰকৃতি সচৰাচৰং বিশ্বং সূয়তে জনয়তি, অনেন মদধিষ্ঠানেন হেতুনা ইদং জগৎ বিপৰিবৰ্ত্ততে পুনঃ পুনঃ জায়তে সন্নিধিমাত্ৰেণ অধিষ্ঠাতৃত্বাৎ কৰ্ত্তৃত্বম উদাসীনত্বম্ চ অবিৰুদ্ধম্ ইতি ভাৱঃ। ( শ্ৰীধৰ )

**অনুবাদঃ**—মই চাই থাকোঁ বুলি প্ৰকৃতিয়ে স্থাৱৰজঙ্গম ( চৰাচৰ ) আদি

**প্ৰসৱ কৰে। হে কৌন্তেয়! এই কাৰণে জগৎ বিপৰিবৰ্ত্তিত হয়—পুনঃপুনঃ সৃষ্ট হয় আৰু পুনঃ পুনঃ লীন হয়। ১০**

**ব্যাখ্যা**ঃ—অধি+অক্ষ=অধ্যক্ষ, ভগৱান্ অধ্যক্ষ; তেওঁৰ অক্ষিৰ (চকুৰ) সমুখত সমস্ত ঘটনা ঘটিব লাগিছে। উদাসীন যেন থাকোঁ—এই অৰ্থ স্পষ্ট কৰিছে।

"এই অৰ্থক স্পষ্ট কৰন্তঃ মঞি অধিষ্ঠাতা নিমিত্ত হৈলে প্ৰকৃতি চৰাচৰ জগতক প্ৰসৱ কৰে। এই হেতু জগৎ পুনু পুনু জাত হয়। সন্নিধি মাত্ৰে অধিষ্ঠান কৰোঁ পদে কৰ্ত্তা উদাসীন দুয়ো ঘটে।" (ভট্টদেৱ)

মই ভূতসমূহ সৃষ্টি কৰোঁ অথচ উদাসীনভাৱে থাকোঁ এই বাক্য দুটাৰ বিৰোধ দেখা যায়। সেইটো স্পষ্ট কৰিবৰ কাৰণে পুনৰায় শ্ৰীভগৱানে কৈছে যে মই চাই থাকোঁ কাৰণে (নিমিত্ত হৈ অধিষ্ঠাতা হৈ থাকোঁ কাৰণে) প্ৰকৃতিয়ে চৰ (জঙ্গম) আৰু অচৰ (স্থাৱৰ) আদি ভূতবৰ্গ সৃষ্টি কৰে। এই জগৎ অনৱৰত জন্ম মৰণাদি অৱস্থা পাই থাকে। পুনঃ পুনঃ সৃষ্ট হয় আৰু পুনঃ পুনঃ প্ৰকৃতিত লীন হয়; কিন্তু সেই প্ৰকৃতিৰ নিয়ন্তা মই আৰু সেই বাবে পূৰ্বে মই সৃষ্টি কৰা বুলি কৈছোঁ—আকৌ মোৰ নিয়ন্ত্ৰণাধীনত প্ৰকৃতিয়ে সৃষ্টি কৰে কিন্তু মই নিমিত্ত মাত্ৰ হৈ থাকোঁ—সেইবাবে মই উদাসীনৰ দৰে থাকোঁ বুলি কৈছোঁ। এই কাৰণে মই যে সৃষ্টি কৰ্ত্তা আৰু সৃষ্টিত উদাসীন এই দুটা কথাত কোনো বিৰোধ নাই। ১০ ॥

**অৱজানন্তি মাং মূঢা (ঃ) মানুষীং তনুম্ আশ্ৰিতম্।**
**পৰং ভাৱং অজানন্তো মম ভূত মহেশ্বৰম্। ১১ ॥**

**অন্বয়**ঃ—মম-ভূত-মহা-ঈশ্বৰং পৰং ভাৱম্ অজানন্তঃ মূঢ়াঃ মানুষীং তনুম্ আশ্ৰিতম্ মাং অৱজানন্তি। ১১ ॥

**অনুবাদ**ঃ—মোৰ যে শ্ৰেষ্ঠস্বৰূপ—সকলো পদাৰ্থৰে মহান্ ঈশ্বৰ—তাক নেজানি মূঢ়লোকে—মানৱ বিগ্ৰহধাৰী (মানুহৰ শৰীৰ গ্ৰহণকাৰী) মোক অৱজ্ঞা কৰে। [মোৰ শৰীৰ যে শুদ্ধ সত্ত্বময়ী সেই কথা নুবুজে। শুদ্ধ সত্ত্বময়ীং তনুং—শ্ৰীধৰ]

**ব্যাখ্যা**ঃ—মই যে সৰ্বভূত মহেশ্বৰ এই পৰম তত্ত্ব বুজিব নোৱাৰি মূঢ়লোকে মোক নৰতনুধাৰী বুলি ভাবি অৱজ্ঞা কৰে। অৰ্থাৎ "মই যে সৰ্বভূতৰ ঈশ্বৰ

স্বৰূপে সকলোতে বৰ্তমান আছোঁ—এই সত্যটি মূঢ়জনে নাজানি মনুষ্যদেহধাৰী মোৰ প্ৰতি মনুষ্যবুদ্ধি স্থাপন কৰি মোক অৱজ্ঞা কৰে। ১১ ॥

( ৭ম অধ্যায়ৰ ২৪ শ্লোকৰ ব্যাখ্যা দ্ৰষ্টব্য )

মোঘাশা (ঃ) মোঘকৰ্মাণো মোঘজ্ঞানা (ঃ) বিচেতসঃ।
ৰাক্ষসীম্ আসুৰীং চৈব প্ৰকৃতিং মোহিনীং শ্ৰিতাঃ। ১২ ॥

**অন্বয়ঃ**—মোঘআশাঃ মোঘকৰ্মাণঃ মোঘজ্ঞানাঃ বিচেতসঃ মোহিনীং ৰাক্ষসীম্ আসুৰীং চ প্ৰকৃতিং শ্ৰিতাঃ এৱ।

**অনুবাদঃ**—মোক সৰ্বভূত মহেশ্বৰ পৰব্ৰহ্ম বুলি যি বিলাক মূঢ় ব্যক্তিয়ে বুজি নাপাই মোক অৱজ্ঞা কৰে—সেই বিলাক লোকৰ আশা ব্যৰ্থ, কৰ্ম ব্যৰ্থ, জ্ঞান ব্যৰ্থ; কাৰণ সেই বিলাক লোক ভ্ৰষ্টচিত্ত হৈ ৰাক্ষস আৰু অসুৰবিলাকে যেনে মোহনকাৰী স্বভাৱ পায়, তেনে স্বভাৱ পায়।

**ব্যাখ্যাঃ**—মোঘাশাঃ=মত্তঃ অন্য দেৱতাস্তৰং ক্ষিপ্ৰং ফলং দাস্যতি ইতি এৱম্ভূতা মোঘা নিষ্ফলৈৱ আশা যেষাং তে—মোতকৈ অন্য দেৱতাবিলাকে শীঘ্ৰে কামনা পূৰণ কৰিব যি বিলাকে এই ৰূপ নিষ্ফল আশা ৰাখে।

মোঘকৰ্মা=মোঘম্ এৱ নানা কুতৰ্কাশ্ৰিতং শাস্ত্ৰজ্ঞানং যেষাং তে, অতএৱ বিচেতসো বিক্ষিপ্তচিত্তাঃ।

মোঘকৰ্মা=নানা কুতৰ্কৰ আশ্ৰয় কৰি শাস্ত্ৰজ্ঞান থকা বুলি যি বিলাকে ভাবে আৰু হিংসা আদি তামসী বৃত্তি থকা কাৰণে আৰু কাম দৰ্পাদি থকা কাৰণে ৰাজসী বৃত্তি হোৱাত বুদ্ধিভ্ৰংশকাৰী স্বভাৱ পোৱা লোকবিলাকে।

"মোত অন্য দেৱতাস্তৰক শীঘ্ৰফলপ্ৰদ মানি বিফল আশা কৰি ব্যৰ্থ কৰ্ম সব আচৰি; ফল-শূন্য কুতৰ্কাশ্ৰিত জ্ঞানক অভ্যাসি, বিক্ষিপ্ত চিত্ত হৈ কাম ক্ৰোধাদিযুক্ত বুদ্ধিভ্ৰংশকৰ অসুৰ ৰাক্ষসৰ যেন স্বভাৱক আশ্ৰয় কৰি মোক আদৰ নকৰে"। ( ভট্টদেৱ )

[ মোহিনীম্=বুদ্ধিভ্ৰংশকাৰীং, প্ৰকৃতিম্ স্বভাৱম্ ৰাক্ষসীং তামসীং, হিংসাদি প্ৰচুৰাং আসুৰীম্ চ ৰাজসীং কামদৰ্পাদিবহুলাং। ] ( শ্ৰীধৰ ) ১২ ॥

মহাত্মানস্ তু মাং পাৰ্থ দৈৱীং প্ৰকৃতিম্ আস্থিতাঃ।
ভজন্ত্যনন্যমনসো জ্ঞাত্বা ভূতাদিম্ অব্যয়ম্। ১৩ ॥

আস্থিতাঃ=আশ্ৰিতাঃ ( পাঠান্তৰম্ )

**অন্বয় ঃ**—পাৰ্থ, তু মহাত্মানঃ দৈৱীং প্ৰকৃতিং আশ্ৰিতাঃ অনন্যমনসঃ ( সন্তঃ ) ভূতাদিং অব্যয়ং জ্ঞাত্বা মাং ভজন্তি ॥ ১৩

**অনুবাদ ঃ**—কিন্তু হে পাৰ্থ, মহাত্মাসকলে দৈৱী প্ৰকৃতিক আশ্ৰয় কৰি মদগত চিত্ত হৈ মোক সৰ্বভূতৰ মূল কাৰণ আৰু অব্যয়াত্মা বুলি জানি সদায় মোকেহে ভজনা কৰে। ১৩

**ব্যাখ্যা ঃ**—মহাত্মাসকলে শম, দম, দয়া শ্ৰদ্ধাদিযুক্ত সাত্ত্বিক স্বভাৱ আশ্ৰয় কৰি মোক সৰ্বভূতৰ কাৰণ আৰু অবিনাশী জানি অনন্যচিত্তে ভজনা কৰে। ১৩

সততং কীৰ্ত্তয়ন্তো মাং যতন্তশ্চ দৃঢ়ব্ৰতাঃ।
নমস্যন্তশ্চ মাং ভক্ত্যা নিত্যযুক্তা(ঃ) উপাসতে। ১৪ ॥

**অন্বয় ঃ**—সততং মাং কীৰ্ত্তয়ন্তঃ দৃঢ়ব্ৰতাঃ যতন্তঃ চ ভক্ত্যা নমস্যন্তঃ নিত্যযুক্তাঃ চ মাম্ উপাসতে। ১৪

**অনুবাদ ঃ**—এওঁলোকে দৃঢ়ভাৱে নিয়ম-নিষ্ঠা অবলম্বন কৰি যত্নশীল আৰু সদায় যোগযুক্ত হৈ মোৰ গুণাৱলী কীৰ্ত্তন কৰি থাকে। ভক্তি সহকাৰে মোক প্ৰণাম কৰে আৰু মোৰ উপাসনা কৰে। ১৪

**ব্যাখ্যা ঃ**—দৃঢ়ব্ৰত=শমদমাদি সাধন সম্পন্ন ( মধুসূদন )
=দৃঢ়নিয়মস্থ ( শ্ৰীধৰ )
=জন্মাষ্টমী আদি ব্ৰত পৰায়ণ ( বলৰাম )

জ্ঞান যজ্ঞেন চাপ্যন্যে যজন্তো মাম্ উপাসতে।
একত্বেন পৃথক্‌ত্বেন বহুধা বিশ্বতো মুখম্। ১৫ ॥

**অন্বয় ঃ**—অন্যে অপি চ জ্ঞান যজ্ঞেন যজন্তঃ মাম্ উপাসতে, একত্বেন পৃথক্‌ত্বেন বহুধা ( উপাসতে )। ১৫

**অনুবাদ ঃ**—কোনো কোনো জনে জ্ঞানৰূপ যজ্ঞদ্বাৰা মোৰ উপাসনা কৰে, কোনো কোনো জনে অভেদভাৱে ( উপাস্য উপাসকৰ অভেদ চিন্তাৰদ্বাৰা ) কোনো কোনো জনে পৃথকভাৱে ( মই তোমাৰ দাস, মই তোমাৰ পুত্ৰ, মই তোমাৰ সখী ইত্যাদিক্ৰমে উপাস্য-উপাসকৰ পৃথকভাৱে ) কোনো কোনো জনে সৰ্বময়, সৰ্বাত্মা যে মই সেই মোক ব্ৰহ্মা ৰুদ্ৰাদি নানাভাৱে উপাসনা কৰে। ১৫

**ব্যাখ্যা ঃ**—জ্ঞান যজ্ঞ='বাসুদেৱেই সকলো' এই বোধ সৰ্বদা জাগ্ৰত থকাৰ ফলত নিজৰ ক্ষুদ্ৰ স্বাৰ্থ আপোনা-আপুনি ত্যাগ হয়। এই ত্যাগেই যজ্ঞ।

"বাসুদেৱ সৰ্বমিত্যেৱ সৰ্বাত্ম দৰ্শনং জ্ঞানং তদেৱ যজ্ঞং" (শ্ৰীধৰ) —বাসুদেৱেই সকলো, এইৰূপ সম্যক্ দৰ্শনেই জ্ঞান। তদ্ৰূপ যজ্ঞ—জ্ঞান যজ্ঞ।

বিশ্বতো মুখম্=সৰ্বাত্মকং বিশ্বৰূপং (শঙ্কৰ)

সৰ্বাত্মকং মাম্ (শ্ৰীধৰ) ১৬॥

**অহং ক্ৰতুৰ্ অহং যজ্ঞঃ স্বধাহম্ অহম্ ঔষধম্**

**মন্ত্ৰোঽহং অহম্ এবাজ্যং অহং অগ্নিৰ্ অহম্ হুতম্। ১৬॥**

**অন্বয়** :—অহং ক্ৰতুঃ অহং যজ্ঞঃ অহং স্বধা, অহং ঔষধং অহং মন্ত্ৰঃ অহং আজ্যং অহমেৱ অগ্নিঃ, অহং হুতম্। ১৬

**অনুবাদ** :—যজ্ঞাদি কৰ্মৰ ময়েই ক্ৰতু (দৃঢ় সংকল্প), ময়ে যজ্ঞ, ময়ে স্বধা, ময়ে সোমলতা, ময়ে মন্ত্ৰ, ময়ে ঘৃত। অগ্নিও মই আৰু অগ্নিত আহুতি দিয়া দ্ৰব্যও মই।

**ব্যাখ্যা** :—[এক বা পৃথক্‌ৰূপে বা বহু প্ৰকাৰে উপাসনা কৰিলেও এক ভগৱানৰে উপাসনা কৰা হয়। দৃষ্টান্তস্বৰূপে তেওঁ যে সৰ্বাত্মক সেই কথা ১৬-১৯ শ্লোকেৰে বুজাইছে।]

"কোনো যজ্ঞ কৰিবৰ পূৰ্বে সংকল্প কৰিব লাগে। সেই সংকল্প মই বুলি কৈছে। মই ক্ৰতু। ক্ৰতু=কৃধাতু ক্ৰতু প্ৰত্যয়। ইয়াৰ অৰ্থ এইটো মোক লাগিবই, মই এইটো কৰিমেই—এই ৰকম দৃঢ় সংকল্পই ক্ৰতু। সেই সংকল্প অনুসাৰে অনুষ্ঠিত কৰ্মই যজ্ঞ।" (বেদ-বেদান্ত শাস্ত্ৰী)

সাধাৰণতঃ ক্ৰতু শব্দৰ অৰ্থ অগ্নিষ্টোম আদি শ্ৰৌত যজ্ঞ বুলি শাঙ্কৰ-ভাষ্য অনুযায়ী বহু টীকাকাৰে অৰ্থ কৰিছে।

স্বধা মই—পিতৃ যজ্ঞ শ্ৰাদ্ধ তৰ্পণ আদি মই।

ঔষধ মই—সোমলতা (যজ্ঞত ব্যৱহাৰ্য্য) মই

গোটেই শ্লোকটিতে বৈদিক যজ্ঞ কৰ্মৰ বিষয়ে কৈছে—সেইবাবে ঔষধ শব্দৰ অৰ্থ সোমলতা অৰ্থত গ্ৰহণ কৰিলেহে সঙ্গতি হয়। ১৬॥

**পিতাহং অস্য জগতো মাতা ধাতা পিতামহঃ**

**বেদ্যং পবিত্ৰম্ ওঙ্কাৰ ঋক্ সাম যজুৰেৱ চ। ১৭॥**

**অন্বয়** :—অহং এৱ অস্য জগতঃ পিতা, মাতা, ধাতা, পিতামহঃ। বেদ্যং পবিত্ৰম্ ওঙ্কাৰঃ ঋক্ সাম যজুঃ এৱ চ। ১৭॥

**অনুবাদ** :—এই জগতৰ পিতা, মাতা, বিধাতা, পিতামহ মযেই।

ধাতা—বিধাতা—কৰ্মফলদাতা।

বেদ্য—জ্ঞেয় বস্তু ;

যজ্ঞত হোতা, উদ্গাতা আৰু অধ্বৰ্য্যু এই তিনি গৰাকী ( ঋত্বিক্ ) পুৰোহিতৰ আৱশ্যক হয়।

ঋক্=হোতাৰ কৰ্মনিষ্পাদক মন্ত্ৰ

সাম=উদ্গাতাৰ কৰ্মনিষ্পাদক মন্ত্ৰ

যজুঃ=অধ্বৰ্য্যুৰ কৰ্মনিষ্পাদক মন্ত্ৰ

সাধাৰণতঃ এই শ্লোকত অৰ্থ কৰা হয়—মযে ঋক্ বেদ, মযে সামবেদ আৰু মযে যজুৰ্বেদ আৰু মযেই ওঙ্কাৰ ( প্ৰণৱ )। ১৭॥

গতিৰ্ভৰ্ত্তা প্ৰভুঃ সাক্ষী নিবাসঃ শৰণং সুহৃৎ।
প্ৰভবঃ প্ৰলয়ঃ স্থানং নিধানং বীজম্‌ অব্যয়ম্‌॥ ১৮

**অন্বয়** :—গতিঃ ভৰ্ত্তা প্ৰভুঃ সাক্ষী নিবাসঃ শৰণং সুহৃৎ, প্ৰভবঃ প্ৰলয়ঃ স্থানং নিদানম্ অব্যয়ম্ বীজম্।

গতিঃ=গম্যতে ইতি গতিঃ ফলং ( শ্ৰীধৰ )

=গন্তব্যস্থান। ভৰ্ত্তা=পোষণ কৰ্ত্তা।

সাক্ষী=সকলো কৰ্মৰে দ্ৰষ্টা। শৰণম্=আশ্ৰয়। প্ৰভবঃ=সৃষ্টিৰ কাৰণ, কৰ্ত্তা। প্ৰলয়ঃ=লয়ৰ কাৰণ, লয়ৰ কৰ্ত্তা। নিধানম্=নিধীয়তে অস্মিন্, য'ত গৈ সকলো বস্তু ন্যস্ত থাকে ; আশ্ৰয়। স্থানম্=স্থিতিৰ কাৰণ।

**অনুবাদ** :—সকলোৰে গতি ( গন্তব্যস্থান ) মই ; পালক, ঈশ্বৰ, ( সকলো কৰ্মৰে ) সাক্ষী মই। নিবাস, আশ্ৰয়, হিতৈষী বন্ধু মই। উৎপত্তি, লয় আৰু স্থিতিৰ কাৰণ মই। সকলোৰে বিশ্ৰান্তিৰ স্থান মই, অব্যয় বীজো মযেই। ১৮

তপাম্যহং অহং বৰ্ষং নিগৃহ্ণাম্যুৎ সৃজামি চ
অমৃতং চৈব মৃত্যুশ্চ সদসচ্চাহম্‌ অৰ্জুন॥ ১৯

**অন্বয়** :—অৰ্জুন, অহং তপামি চ অহং বৰ্ষং নিগৃহ্ণামি উৎসৃজামি চ অমৃতং চ এব মৃত্যুঃ চ, অহং সৎ অসৎ চ।

**টীকা** :—কিঞ্চ তপাম্যহমিতি। আদিত্যাত্মনা স্থিতস্বাৎ নিদাঘকালে তপামি জগত্তাপং কৰোমি, বৃষ্টিসময়ে চ বৰ্ষমুৎসৃজামি বিমুঞ্চামি কদাচিৎ তু

সর্বং নিগৃহ্ণামি আকর্ষামি অমৃতং জীবনং, মৃত্যুশ্চ নাশঃ, সৎ স্থূলং দৃশ্যম্, অসৎ চ সূক্ষ্মম্ অদৃশ্যম্ এতৎ সর্বং অহং এব ইতি। এবং মত্বা মাম্ এব বহুধা উপাসতে ইতি পূর্বেণ এব অন্বয়ঃ। ( শ্রীধর )

**অনুবাদ** ঃ—হে অৰ্জুন! মই আদিত্যৰূপে তাপ দিওঁ, বছৰৰ কেইমাহ মান বৰ্ষণ বন্ধ কৰি ৰাখোঁ আৰু কেইমাহমান পৃথিৱীৰপৰা জল আকৰ্ষণ কৰি লওঁ, লৈ আকৌ বৰ্ষণ কৰোঁ। মই অমৃত—ময়েই জীৱৰ জীৱন, আকৌ ময়ে জীৱৰ মৃত্যু। মই সৎ—অবিনাশী অব্যক্ত আত্মা, আকৌ ময়ে অসৎ—নশ্বৰ ব্যক্ত জগৎ। সৎ=যি নিত্য আছে=কাৰণ। অসৎ=যি নিত্য নহয়=কাৰ্য্য।

"আদিত্যৰূপে গ্ৰীষ্মকালত জগতক তাপ মঞ্জিসে কৰোঁ। বৰ্ষাকালত মঞ্জিসে বৰিষো, কদাচিত নবৰিষো। জীৱন-মৰণ দৃশ্য-অদৃশ্য এই সব মোক মানি বহুধাৰূপে মোক উপাসা কৰে।" (ভট্টদেৱ) ১৯॥

ত্ৰৈবিদ্যাঃ মাং সোমপাঃ পূতপাপা(ঃ)যজ্ঞৈৰিষ্ট্বা স্বৰ্গতিং প্ৰাৰ্থয়ন্তে।
তে পুণ্যম্ আসাদ্য সুৰেন্দ্ৰলোকম্ অশ্নন্তি দিব্যান্ দিবি দেৱ-
ভোগান্॥ ২০

ত্ৰৈবিদ্যাঃ=ত্ৰিবেদজ্ঞ সকলে, ঋক্ যজুঃ সাম এই তিনি বেদ জনা সকলে। ইষ্ট্বা=যজ্ঞ কৰি।

**অন্বয়** ঃ—ত্ৰৈবিদ্যাঃ যজ্ঞৈঃ মাম্ ইষ্ট্বা সোমপাঃ পূতপাপাঃ স্বৰ্গতিং প্ৰাৰ্থয়ন্তে। তে পুণ্যম্ স্বৰ্গলোকম্ আসাদ্য দিবি দিব্যান্ দেৱ ভোগান্ অশ্নন্তি। ২০

**অনুবাদ** ঃ—তিনি বেদৰ বিধান অনুসাৰে যিবিলাকে কৰ্ম কৰে, ( ঋক্ যজু সাম এই তিনি বেদৰ বিধান অনুসাৰে যাগ যজ্ঞাদি কৰ্ম পৰায়ণ ব্যক্তি-সকলে ) সেই যজ্ঞকাৰী সোমপায়ীসকল নিষ্পাপ হৈ মোক যজ্ঞৰ দ্বাৰা যজন কৰি স্বৰ্গ লৈ যোৱাৰ প্ৰাৰ্থনা কৰে ; ( যজ্ঞৰ শেষত সোম পান কৰি নিষ্পাপ হৈ ) তেওঁলোকে ইন্দ্ৰৰ পুণ্যলোকলৈ গৈ স্বৰ্গত দেৱতাসকলৰ ভোগ্য বস্তু ভক্ষণ কৰে ( ভোগ কৰে )। ( বস্তুতঃ ইন্দ্ৰাদি দেৱতাসকলো যে মোৰেই ৰূপান্তৰ দেৱতা, তাক নাজানি তেওঁলোকে যজ্ঞাদিৰ দ্বাৰা মোকেই উপাসনা কৰি সোমৰস পান কৰি নিষ্পাপ হৈ স্বৰ্গলৈ যায় আৰু পুণ্যফলৰূপে স্বৰ্গত দেৱ-ভোগ গ্ৰহণ কৰে। )॥ ২০

**তে তং ভুক্ত্বা স্বৰ্গলোকং বিশালং ক্ষীণে পুণ্যে মৰ্ত্ত্যলোকং বিশন্তি।**
**এবং ত্ৰয়ীধৰ্ম্মম্ অনুপ্ৰপন্না (ঃ) গতাগতং কামকামা (ঃ) লভন্তে॥ ২১**

**অন্বয়ঃ**—তে তং বিশালং স্বৰ্গলোকম্ ভুক্ত্বা পুণ্যে ক্ষীণে (সতি) মৰ্ত্ত্যলোকং বিশন্তি; এবং ত্ৰয়ীধৰ্ম্মং অনুপ্ৰপন্নাঃ কামকামাঃ গতাগতং লভন্তে। ২১

**অনুপ্ৰপন্নাঃ—অনুষ্ঠানপৰায়ণাঃ**

**অনুবাদ**ঃ—তেওঁলোকে সেই বিশাল স্বৰ্গলোক ভোগ কৰি পুণ্যৰ ক্ষয় হ'লে জন্ম-মৃত্যুৰ লোকত পুনঃ প্ৰৱেশ কৰে। ভোগেই যিসকলৰ আকাঙ্ক্ষা, তেওঁলোকে এই তিনি বেদৰ দ্বাৰা বিহিত (যজ্ঞানুষ্ঠান ৰূপ) ধৰ্মক আশ্ৰয় কৰি (স্বৰ্গ আৰু মৰ্ত্ত্যত) অহা যোৱা কৰে। ২১

অনন্যাশ্চিন্তয়ন্তো মাং যে জনাঃ পৰ্য্যুপাসতে।
তেষাং নিত্যাভিযুক্তানাং যোগক্ষেমং বহাম্যহম্॥ ২২

**অন্বয়**ঃ—অনন্যাঃ মাং চিন্তয়ন্তঃ যে জনাঃ পৰিউপাসতে তেষাং নিত্য অভিযুক্তানাং যোগক্ষেমং অহং বহামি। ২২

যোগক্ষেমম্—যোগঃ অপ্ৰাপ্তস্য প্ৰাপনং, ক্ষেমম্ লব্ধস্য পৰিৰক্ষণং। ২২
যোগং—ধনাদিলাভং ক্ষেমম্ তৎপালনং মোক্ষং বা।

**অনুবাদ**ঃ—অনন্যমনা হৈ মোক স্মৰণ কৰি কৰি যিসকলে মোক ভজনা কৰে সেই নিত্য কৰ্মযোগৰ অনুষ্ঠানকাৰীসকলে অপ্ৰাপ্ত বস্তু পোৱাৰ বা প্ৰাপ্ত বস্তু সংৰক্ষণৰ দায়িত্বময়ে বহন কৰোঁ। ২২ ॥

**ব্যাখ্যা**ঃ—"মোৰ ভক্তসব পুনু মোৰ প্ৰসাদে কৃতাৰ্থ হয়, যিসব নিষ্কাম হৈয়া নিতান্ত মোক উপাসা কৰে, সেই মোত একনিষ্ঠ ভক্তসবক প্ৰাৰ্থনা বিনেও মঞি ধৰ্ম-অৰ্থ-কাম-মোক্ষ দেওঁ।" (ভট্টদেৱ)

"বস্তুতঃ কৰ্মযোগীয়েই হওক বা সাধাৰণ মানুহেই হওক—ভগৱানে সকলোৰে সকলো অভাৱ নিত্যই পূৰ্ণ কৰি আছে—প্ৰত্যেকৰে ভাগ্য বা দৈৱ-অনুসাৰে। এই তত্ত্ব সকলোৱে নামানিব পাৰে; কৰ্মযোগীয়ে যেন এই তত্ত্ব মানি লৈ যোগক্ষেমবিষয়ে অত্যাধিক মনোযোগ নিদিয়ে।" (২।৪৫ দ্ৰষ্টব্য)

(বেদ-বেদান্ত শাস্ত্ৰী) ২২ ॥

যেঽপ্যন্যদেৱতাভক্তা(ঃ) যজন্তে শ্ৰদ্ধয়ান্বিতাঃ।
তেঽপি মামেৱ কৌন্তেয় যজন্ত্যবিধিপূৰ্বকম্ ॥ ২৩ ॥

**অন্বয় :**—কৌন্তেয় ! শ্ৰদ্ধয়া অন্বিতাঃ যে অপি ভক্তাঃ অন্য দেৱতাঃ যজন্তে, তে অপি অবিধিপূৰ্বকং মাম্ এৱ যজন্তি।

**অনুবাদ :**—হে কৌন্তেয় ! শ্ৰদ্ধাৰ সহিত অন্য দেৱতাৰ ভক্ত হৈ বিলকলে যজনা কৰে—সেই সকলেও মোকেই যজনা কৰে ; কিন্তু সেই যজন বিধিপূৰ্বক নহয় ( অৰ্থাৎ সংকল্পশূন্য হৈ ভগৱৎ প্ৰীতিৰ কাৰণে যজ্ঞ কৰ্ম নকৰে )। ২৩

**ব্যাখ্যা :**—অবিধিপূৰ্বকং—মোক্ষপ্ৰাপকং বিধিং বিনা ( যজন্তি )। অতঃ তে পুনৰাবৰ্ত্তন্তে। ( শ্ৰীধৰ )

নিষ্কাম হৈ কেৱলমাত্ৰ ভগৱৎ প্ৰীতিৰ কাৰণে যদি যজ্ঞাদি কৰ্ম কৰে—সেই যজ্ঞকৰ্মহে বিধিপূৰ্বক হয়। নিষ্কাম নোহোৱাকৈ ( সকাম হৈ ) যজ্ঞাদি কৰ্ম কৰিলে স্বৰ্গ-মৰ্ত্ত্যত যাতায়াত কৰি থাকে।

"যদি বোলা পৰমাৰ্থত তুমি বিনা দেৱতান্তৰ নাই, এতেকে অন্য দেৱতা ভক্তসবো তুমাৰে সেৱক, কেনে গতায়াত লভে তাত শুনা। যিসৱে ভেদদৃষ্টি কৰি পৰম শ্ৰদ্ধায়ে অন্য দেৱতাক উপাসা কৰে তাৰায়ো মোকে ভজে—ই সত্য হয়। তথাপি মোক্ষ প্ৰাপক বিধিবিনে যজে, এতেকে গতায়াত লভে।"
( ভট্টদেৱ ) ২৩ ॥

অহং হি সৰ্বযজ্ঞানাং ভোক্তা চ প্ৰভুৰেৱ চ।
ন তু মাম্ অভিজানন্তি তত্ত্বেনাতশ্চ্যৱন্তি তে ॥ ২৪

**অন্বয় :**—সৰ্ব যজ্ঞানাং অহং ভোক্তা প্ৰভুঃ এৱ চ, চ তু তে তত্ত্বেন মাম্ ন অভিজানন্তি ; অতঃ চ্যৱন্তি। ২৪ ॥

**অনুবাদ :**—কাৰণ, ময়েহে সকলো যজ্ঞৰ ভোক্তা আৰু ময়েহে যজ্ঞপতি। ময়েহে যে ভোক্তা আৰু পতি সেই লোকবিলাকে যথাৰ্থৰূপে আৰু সম্যক্-ভাৱে নাজানে। এইকাৰণে তেওঁলোকে মোক্ষফলৰপৰা বিচ্যুত হয়। সেই কাৰণে পুনঃ পুনঃ গমন আৰু পুনঃ পুনঃ আগমন হয়। ২৪ ॥

যান্তি দেৱব্ৰতাঃ দেৱান্ পিতৃন্ যান্তি পিতৃব্ৰতাঃ
ভূতানি যান্তি ভূতেজ্যা ( ঃ ) যান্তি মদ্ যাজিনোঽপি মাম্ ॥ ২৫

**অন্বয় ঃ**—দেৱব্ৰতাঃ দেৱান্ যান্তি, পিতৃব্ৰতাঃ পিতৄন্ যান্তি, ভূতেজ্যাঃ ভূতানি যান্তি, মৎ যাজিনঃ অপি মাম্ যান্তি। ২৫ ॥

**অনুবাদ ঃ**—দেৱপূজক দেৱলোকত যায়, পিতৃপূজক পিতৃলোকত যায়, ভূতপূজক ভূতলোকত যায়; মোৰ পূজক সকলে (যজনকাৰী সকলে) মোতে যায়। ২৫ ॥

**ব্যাখ্যা ঃ**—দেৱ বা পিতৃ বা ভূত ভগৱানৰপৰা পৃথক্-এই বুদ্ধিত যিবিলাকে দেৱপূজা কৰে (দেৱপূজক) তেওঁলোকে দেৱলোকলৈ যায়। যিবিলাকে পিতৃপূজা কৰে (পিতৃপূজক) (ভগৱানৰপৰা পৃথক্ ভাবি পিতৃপূজা কৰে) তেওঁবিলাক পিতৃলোকলৈ যায় যিবিলাকে ভূতপূজা কৰে—(ভগৱানৰ পৰা পৃথক্ ভাবি ভূতপূজা কৰা বিলাকে) ভূতলোকলৈ যায়; কিন্তু মোক তত্ত্বতঃ জানি পূজা কৰিলে মোকেই পায়।

ফলদাতা ভগৱান্ স্বয়ং—অন্য কোনো নহয়। সপ্তম অধ্যায়ত ২২ শ্লোকত কৈছে যে যি দেৱতাকে পূজা নকৰক, সেই পূজাৰ ফলো ময়ে দিওঁ। অন্য কামনা কৰি অন্য দেৱতাক শ্ৰদ্ধাপূৰ্বক ভজনা কৰিলেও ভগৱানৰেই ভজনা কৰা হয়—কিন্তু এই ভজনাত মোক্ষ লাভ নহয়।

কাৰণ মোক্ষলাভৰ যি বিধি অৰ্থাৎ সংকল্প ত্যাগপূৰ্বক এক ভগৱানৰেই ভজনা এই বিধি তেওঁলোকৰ ভজনাত নাথাকে; এই কাৰণে ভগৱান্ সৰ্বযজ্ঞৰ ভোক্তা হ'লেও—আৰু তেওঁলোকৰ পূজা গৌণভাৱে ভগৱানৰ পূজা হ'লেও তেওঁলোকে মুখ্যভাৱে মোক্ষৰ বিধি অৱলম্বন নকৰা বাবে 'চ্যুত' হয় অৰ্থাৎ মোক্ষ নাপায়। পুনঃ সংসাৰত পতিত হয়। ২৫ ॥ (বেদ-বেদান্তশাস্ত্ৰী)

পত্ৰং পুষ্পং ফলং তোয়ং যো মে ভক্ত্যা প্ৰযচ্ছতি।
তদহং ভক্ত্যুপহৃতং অশ্নামি প্ৰয়তাত্মনঃ। ২৬ ॥

**অন্বয় ঃ**—যঃ মে ভক্ত্যা পত্ৰং পুষ্পং ফলং তোয়ং প্ৰযচ্ছতি, অহং প্ৰয়তাত্মনঃ ভক্ত্যুপহৃতং তৎ অশ্নামি।

**অনুবাদ ঃ**—যি জনে মোক ভক্তিৰে সৈতে পত্ৰ, পুষ্প, ফল বা জল দি থাকে, সেই সংযতামনা ব্যক্তিৰ ভক্তি-উপহাৰ মই ভক্ষণ কৰোঁ। ২৬ ॥

**ব্যাখ্যা ঃ**—ভগৱানৰ পূজাত কি কি দ্ৰব্য দিয়া আৱশ্যক? এই বিষয়ে কোনো বিধি আছে নে কি? প্ৰশ্নটো এনেকুৱা হ'ব পাৰে। প্ৰশ্নটো আন ধৰণে কৰিব লাগিব—দ্ৰব্যবোৰ কোন্ ধৰণে দিব লাগিব? এয়ে হ'ব প্ৰশ্ন।

পাত, ফুল, ফল, জল অৰ্থাৎ দ্ৰব্য যিমানেই তুচ্ছ নহওক—তাকো ভগৱানক দিব পৰা যায়, যদি ভক্তিৰ সহিত কোনোবাই দিয়ে আৰু সেই ব্যক্তি যদি সংযতমনা হয়; তেতিয়া হ'লে সেই ভক্তি-উপহাৰ মই ভক্ষণ কৰোঁ।

ভগৱানক লাগে কি? তেওঁ কি বিচাৰে? তেওঁৰ কোন্ দ্ৰব্যৰ অভাৱ আছে, যে সাধকে সেই দ্ৰব্য দি তেওঁৰ অভাৱ পূৰণ কৰিব? অতএব মূল্যবান্ দ্ৰব্য বা তুচ্ছ দ্ৰব্য—ই প্ৰশ্নই নহয়। সাধকে কিভাৱে, কোন্ ভাব মনত ৰাখি সেই দ্ৰব্য দিব—সেইটোহে প্ৰশ্ন। ভক্তিৰ সহিত দিব লাগিব আৰু সাধকৰ মন সম্পূৰ্ণ সংযত অৰ্থাৎ অনন্তবিষয়—আন কোনো বিষয়ৰে চিন্তা পৰিশূন্য হৈ দিব লাগিব। পাত, ফুল, ফল বা জল যিয়কে দিয়া নহওক তাকেই ভক্তিৰ সহিত দিয়া হৈছে, সেইটোহে ভগৱানে লক্ষ্য কৰে—পাত, ফুল, ফল বা জল লক্ষ্য নকৰে। কাৰণ সকলো দ্ৰব্যই তেওঁৰ আছে। তেনেহ'লে অৰ্থ এয়েই হয় যে তেওঁ "ভক্তিৰে সৈতে দিয়া দ্ৰব্য" ভক্ষণ কৰে। (দ্ৰব্য তেওঁৰ আছে—দ্ৰব্যৰ প্ৰয়োজন তেওঁৰ নহয়)। তেওঁ ভক্তি বা প্ৰীতি বা ভালপোৱা বা স্নেহ ভক্ষণ কৰে।

মানুহে যি ভক্ষণ কৰে, তাৰ সাৰ ভাগৰদ্বাৰা মানুহৰ দেহ মন প্ৰভৃতি গঠিত আৰু সঞ্জীৱিত হয়। সেইদৰে মনত ধৰি লোৱা হওক যে সাধকৰ, ভক্তৰ প্ৰীতি বা ভক্তি বা ভালপোৱা বা স্নেহৰ সাৰভাগৰদ্বাৰা যেন ভগৱান্ সঞ্জীৱিত হৈ থাকে।

ভক্তি-সাৰৰ নাম প্ৰেম। প্ৰেমেই ভগৱানৰ উপাসনাৰ সৰ্ব প্ৰধান উপাদান দ্ৰব্যাদি অতি তুচ্ছ, অকিঞ্চিৎকৰ।

এই শ্লোকত ভগৱানে ক'লে যে মই ভক্ষণ কৰোঁ—গ্ৰহণ কৰো মাত্ৰ নহয়।

ভগৱানে বিচাৰে যে মানুহে তেওঁক জানক। তাৰ উপৰি তেওঁ ইচ্ছা কৰে যে মানুহে তেওঁক ভাল পাওক। তেওঁক জানিলেই নহ'ব—তেওঁক ভাল পাব লাগিব। জ্ঞানৰ চৰম অৱস্থাই ভক্তি। (বেদ-বেদান্ত শাস্ত্ৰী)

"এমনে আপুনাৰ ভক্তৰ অক্ষয় ফল কহি ভক্তিৰো অনায়াস কহন্ত। বিজনে ভক্তি কৰি মোক পত্ৰ পুষ্প ফল জল মাত্ৰ দেই সেই শুদ্ধ চিত্ত নিষ্কাম ভক্তৰ মঞি পৰম প্ৰীতিয়ে পুষ্পক পৰিধান কৰোঁ, পত্ৰক দেহত ধৰোঁ, ফলক ভোজন কৰোঁ, জলকো পান কৰোঁ। মহালক্ষ্মীপতি পৰমেশ্বৰ মোৰ ক্ষুদ্ৰ দেৱৰ হেন বহু

বিত্তসাধ্য যাগযোগাদিত পৰিতোষ নাই ; কিন্তু ভক্তি মাত্ৰত সন্তোষ। এতেকে ভক্তৰ নিবেদিত কিঞ্চিৎ দ্ৰব্যকো তাৰ অনুগ্ৰহাৰ্থে স্বীকাৰ কৰো।" ২৬ ॥

( ভট্টদেৱ )

**যৎ কৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।**
**যৎ তপস্যসি কৌন্তেয় তৎ কুৰুষ্ব মদৰ্পণম্। ২৭ ॥**

**অন্বয় :**—কৌন্তেয়! যৎ কৰোষি যৎ অশ্নাসি যৎ জুহোষি যৎ দদাসি যৎ তপস্যসি তৎ মৎ অৰ্পণং কুৰুষ্ব। ২৭ ॥

**অনুবাদ :**—হে কৌন্তেয়! যিকোনো কৰ্ম—ভোজন, হোম, দান, তপস্যা যিহকে নকৰা কিয় তাক মোত অৰ্পণ কৰিয়েই ( ঈশ্বৰাৰ্পণ বুদ্ধিত ) কৰিবা। ২৭ ॥

**ব্যাখ্যা :**—বহু যত্ন কৰি মোৰ পূজাৰ কাৰণে ফল পুষ্প আদি বা যজ্ঞৰ কাৰণে পশু, সোমৰস আদি আহৰণ কৰিব লাগে এনে কথা নহয়। কিন্তু স্বভাৱত আৰু শাস্ত্ৰ বিধিমতে যি কৰ্মকে কৰা, যি হোম কৰা, দান কৰা, তপ আচৰণ কৰা বা তুমি যি ভোজন কৰা সেই যেনেকৈ মোত অৰ্পিত হ'ব পাৰে তেনেকৈ কৰিবা। তেনে কৰিলে শুভ আৰু অশুভ যিকোনো কৰ্ম-বন্ধনৰপৰা মুক্ত হবা। ( শ্ৰীধৰ )

কাৰ্য্যৰ কৰ্ত্তা, ক্ৰিয়া আৰু ক্ৰিয়াৰ ফল থাকে। ভক্ষণৰ ভোক্তা, ভোজন আৰু ভোজনৰ ফল থাকে। হোমৰ হোতা হৱন আৰু হৱনৰ ফল থাকে, দানৰ-দাতা, দান আৰু দানৰ ফল থাকে আৰু তপস্যাৰ তপস্বী, তপ আৰু তপৰ ফল থাকে।

ঈশ্বৰাৰ্পণ বুদ্ধিত এইবোৰ কৰ্ম কৰিলে কৰ্ত্তা বা ভোক্তা বা হোতা বা দাতা বা তপস্বী—এইবোৰেও কৰ্ম কৰ্ত্তাক স্পৰ্শ কৰিব নোৱাৰে অথচ কৰ্ম ঠিক ঠিক-ভাৱে হৈ গ'ল।

সেই কাৰণে কৰ্ম কৰি তাৰ ফল ঈশ্বৰত অৰ্পণ কৰিব লাগে—এই শ্লোকৰ এই অৰ্থ নহয়। ঈশ্বৰক অৰ্পণ কৰিয়েই কৰ্মত প্ৰবৃত্ত হ'ব লাগে—এয়েহে অৰ্থ। ঈশ্বৰেই কৰ্মৰ কৰ্ত্তা ভক্ষণৰ ভোক্তা ইত্যাদি। মই 'কৰ্ত্তা' কেৱল নিমিত্ত মাত্ৰ—এই বুদ্ধিত সকলো কৰ্ম কৰিব লাগিব। ( বেদ-বেদান্ত শাস্ত্ৰী )

যেতিয়া এই বিশ্বাস দৃঢ় হ'ব, যেতিয়া মানুহে উপলব্ধি কৰিব যে ঈশ্বৰহে সকলো কৰ্মৰ নিয়ন্তা, তেতিয়া মানুহৰ কৰ্মও নাই, কৰ্মফলো নাই। তেতিয়া তেওঁ কৰ্ম কৰিও "সন্ন্যাস-যোগ-যুক্তাত্মা" সন্ন্যাসী। ২৭ ॥ ( বেদান্ত বাচস্পতি )

শুভাশুভ ফলৈৰ্ এবং মোক্ষ্যসে কৰ্মবন্ধনৈঃ।
সন্ন্যাস-যোগ-যুক্তাত্মা বিমুক্তো মাম্ উপৈষ্যসি। ২৮॥

**অন্বয়ঃ**—এবং শুভ-অশুভ-ফলৈঃ কৰ্মবন্ধনৈঃ মোক্ষ্যসে, সন্ন্যাস-যোগ-যুক্তাত্মা মাম্ উপ-এষ্যসি। ২৮

[ সংন্যাস-যোগ-যুক্ত-আত্মা=সন্নাস-ত্যাগ কৰ্মৰ কৰ্তৃত্ব বুদ্ধি ত্যাগ—কৰ্মফল ত্যাগ—এয়ে যোগ, এয়ে কৌশল ; যুক্ত আত্মা=তাৰ লগত মনক যুক্ত কৰি] ২৮

**অনুবাদ :**—এইভাৱেই যিবোৰ শুভ আৰু অশুভ ফলযুক্ত কৰ্মবন্ধন তাৰ পৰা তুমি মুক্ত হবা। কৰ্মফল ত্যাগৰূপ কৌশলৰ সহিত মনক যুক্ত কৰিলে বিমুক্ত হৈ মোতেই আহিবা।

**ব্যাখ্যা :**—এইৰূপে ভগৱানক অৰ্পণ কৰি কৰ্ম কৰিব পাৰিলে শুভ কৰ্মৰ শুভ ফলৰ বন্ধন আৰু অশুভ কৰ্মৰ অশুভ ফলৰ বন্ধন—উভয়ৰপৰা মুক্ত হ'ব পাৰিবা। শুভ কৰ্মৰদ্বাৰা যি পুণ্য অৰ্জন কৰা তাৰো ভোগ শেষ নোহোৱাকৈ কাৰো মুক্তি নহয়। অশুভ কৰ্মৰ অশুভ ফলৰ দুঃখ ভোগ নকৰাকৈও কাৰো মুক্তি নহয়। সকলো কৰ্মকে ভগৱানক অৰ্পণ কৰিলে সেই কৰ্মৰ ফলৰ লগত কোনো সম্বন্ধ নাথাকে। সেইবাবে কৰ্মৰ ফলে মুক্তিত বাধা দিব নোৱাৰে। ২৮

( শ্ৰীধৰ )

সমোঽহং সৰ্বেষু ভূতেষু ন মে দ্বেষ্যোঽস্তি ন প্ৰিয়ঃ।
যে ভজন্তি তু মাং ভক্ত্যা ময়ি তে তেষু চাপ্যহম্। ২৯॥

**অন্বয় :**—অহং সৰ্বেষু ভূতেষু সমঃ, মে ন দ্বেষ্যঃ, প্ৰিয়ঃ ন অস্তি, তু যে মাং ভক্ত্যা ভজন্তি, তে ময়ি চ অহম্ অপি তেষু। ২৯॥

**অনুবাদ :**—সৰ্বভূততে মই সমানভাৱে আছোঁ। মোৰ ওচৰত কোনো অপ্ৰিয় নহয় আৰু কোনো প্ৰিয় নহয় ; কিন্তু যিবিলাকে ভক্তিৰে সৈতে মোক ভজনা কৰে, সিহঁত মোতেই আছে আৰু ময়ো সিহঁতে আছোঁ।

**ব্যাখ্যা :**—ঈশ্বৰে যদি ভক্তক মোক্ষ দিয়ে আৰু অভক্তক মোক্ষ নিদিয়ে তেন্তে ভাল পোৱা বা নোপোৱাৰ বৈষম্য ( ৰাগ দ্বেষ থকা বাবে ) ঈশ্বৰত বৈষম্য আছে—এইটো বুজা যায়। যদি ভক্তক অনুগ্ৰহ কৰে আৰু অভক্তক অনুগ্ৰহ নকৰে তেওঁৰ বৈষম্য দেখা যায় কাৰণে তেওঁৰ ঈশ্বৰত্বত দোষ পৰে ; সেইকাৰণে কৈছে যে মই সৰ্বভূততে সমানে আছোঁ—যেনেকৈ আকাশত

ব্যাপ্ত থকা সূৰ্য্যৰ কিৰণৰ গুচৰত কোনো প্ৰিয় বা অপ্ৰিয় নাই, তেনেকৈ মোৰ কোনো প্ৰিয় বা অপ্ৰিয় নাই। তথাপি এই উভয়ৰ ভিতৰত ফলৰ বৈষম্য হয় কিয়? কাৰণ এই যে যিবিলাকে সকলো কৰ্ম মোতেই অৰ্পণ কৰিছে সেই কৰ্মৰ দ্বাৰা সেই বিলাকৰ চিত্তশুদ্ধি হয়। সেই চিত্তশুদ্ধিৰ দ্বাৰা সেইবিলাক মোৰ আকাৰৰ বৃত্তি উৎপন্ন কৰি মোতেই বৰ্ত্তমান থাকে আৰু ময়ো সিহঁতৰ স্বচ্ছ (নিৰ্ম্মল) চিত্তবৃত্তিত প্ৰতিবিম্বিত হৈ সিহঁতত‌ে বৰ্ত্তমান থাকোঁ। স্বচ্ছ পদাৰ্থৰ স্বভাৱেই এই যে, যাৰ লগত সম্বন্ধ হয় তাৰেই আকাৰ লয় আৰু স্বচ্ছ দ্ৰব্যৰ লগত সম্বন্ধ কৰা বস্তুৰো স্বভাৱ এই যে, সেই বস্তুতে প্ৰতিফলিত হয়। সূৰ্য্যৰ ৰশ্মি যদিও সৰ্বত্ৰ পৰে তথাপি দৰ্পণতহে সেই ৰশ্মি প্ৰতিবিম্বিত হয়; কিন্তু মাটিৰ ঘট এটাত প্ৰতিবিম্বিত নহয়। ইয়াৰ দ্বাৰা সূৰ্য্যৰ দৰ্পণৰ প্ৰতি অনুৰাগ আৰু ঘটৰ প্ৰতি বিদ্বেষ বুজা নাযায়; সেই শুদ্ধচিত্ত ভক্তৰ চিত্তত প্ৰতিফলিত হৈ অশুদ্ধ চিত্ত অভক্তৰ অভিব্যক্ত নোহোৱাত মই কাৰো প্ৰতি অনুৰাগী বা বিৰাগী নহওঁ। ২৯॥ (কৃষ্ণচন্দ্ৰৰ গীতা)

নিৰ্মল স্ফটিকৰ ওপৰত ৰক্তজবা থৈ দিলে ৰক্তবৰ্ণ হৈ উঠে। নীল পদ্ম থৈ দিলে নীলবৰ্ণ হৈ উঠে; কিন্তু স্বৰূপতঃ স্ফটিক ৰক্তবৰ্ণও নহয়, নীলবৰ্ণও নহয়। দুগ্ধপোষ্য শিশুৰ প্ৰতি স্নেহ-প্ৰীতি দেখুৱালে সিও তোমাক দেখিব, হাঁহিব, ঘৃণা বিদ্বেষৰ ভাৱ দেখুৱালে, সিও তোমাক দেখি মুখ ঘূৰাব। শিশুৰ শুদ্ধ নিৰ্ম্মল অন্তৰত অনুৰাগো নাই বিৰাগো নাই। ই কেৱল তোমাৰ নিজৰে অনুৰাগ-বিৰাগৰ প্ৰতিক্ৰিয়া। ভগৱানৰ প্ৰীতি বিদ্বেষো জীৱৰ নিজৰেই প্ৰীতি-বিদ্বেষৰ প্ৰতিক্ৰিয়া মাথোন। (জগদীশ ঘোষৰ গীতা)

যদি বোলা তুমি ভক্তকেসে মোক্ষ দিয়া অভক্তক নেদা, তেৰে তোমাৰ ৰাগ-দ্বেষাদিকৃত বৈষম্য আছে; তাত শুনা। মঞি সৰ্বভূততে সম, মোৰ দ্বেষ নাই, প্ৰিয়ো নাই। তথাপি মোক যি ভজে তাক মঞি অনুগ্ৰহ কৰোঁ। আৰ এমন অভিপ্ৰায় যেন অগ্নি আপুনাৰ সেৱকসবৰ শীতাদি দুঃখ দূৰ কৰিতেও বৈষম্য নহে, যেন কল্পতৰু আপুনাৰ উপাসকৰ কামনা পূৰিতেও বৈষম্য নাই। তেমন মোৰ ভক্তৰ পক্ষহস্তেও বৈষম্য নাই, তেমন মোৰ ভক্তৰ পক্ষহস্তেও বৈষম্য নুবুঝিবা, কিন্তু ভক্তিৰেসে ই মহিমা। (ভট্টদেৱ) ২৯॥

**অপি চেৎ সুদুৰাচাৰো ভজতে মাম্ অনন্যভাক্।**
**সাধুৰ্ এৱ সমন্তব্যঃ সম্যগ্ ব্যৱসিতো হি সঃ॥ ৩০**

**অন্বয়** :—সু-দুৰাচাৰঃ অপি চেৎ মাং ভজতে, সঃ সাধুঃ এব মন্তব্যঃ, হি সঃ সম্যক্ ব্যৱসিতঃ।

[ হি সঃ সম্যক্ ব্যৱসিতঃ=সি ঠিকমতে সিদ্ধান্ত কৰি লৈছে। বি+অব+সো ( ধাতু )+ক্ত=ব্যৱসিতঃ। বি ( বিশেষ ৰূপে ) অব ( সমস্ত কৰ্মক তলি পৰ্য্যন্ত বিচাৰ কৰি )—সো ( স্থিৰ কৰি পেলাইছে ) যে ভগৱানকেই ভজনা কৰিব লাগে, সংকল্পযুক্ত হৈ লৈছে। ( বেদ-বেদান্ত শাস্ত্ৰী ) ]

সম্যক্ ব্যৱসিতঃ =
(১) পৰমেশ্বৰ ভজনেন এব কৃতাৰ্থো ভবিষ্যামি ইতি শোভনং অধ্যৱসায়ং কৃতবান্ ( শ্ৰীধৰ )
(২) শ্ৰেষ্ঠ নিশ্চয়বান্ ( মধুসূদন )

অনন্যভাক্ =
(১) অনন্যভক্তিঃ ( শঙ্কৰ ) অন্যং ন ভজতি ইতি অনন্যভক্তিঃ।
(২) অপৃথক্ তেন পৃথক্ দেৱতা অপি বাসুদেৱ এব ইতি বুদ্ধ্যা নবো দেৱতান্তৰভক্তিং অকুৰ্বন্ মামেব পৰমেশ্বৰং ভজতে। ( শ্ৰীধৰ )

**অনুবাদ** :—অত্যন্ত দুৰাচাৰীও যদি মোক অনন্যভাৱে ভজনা কৰে, তেন্তে তাক সৎ ( সাধু ) বুলিয়েই কব লাগিব, কিয়নো সি স্থিৰ বুদ্ধিসম্পন্ন হৈছে। ( কাৰণ তাৰ অধ্যৱসায় উত্তম )।

**ব্যাখ্যা** :—"মোৰ ভক্তিৰ অতৰ্ক মহিমা কহোঁ'—সাৱধানে শুনা। অত্যন্ত মহাপাতকীয়ো যদি পৃথক্ দেৱতান্তৰ ভক্তি নকৰি মযি পৰমেশ্বৰক সততে ভজে, তাক সাধু কৰি মানিবা, যাতো সি ভাল নিশ্চয় কৰিছে।" ৩০ ॥

ক্ষিপ্ৰং ভৱতি ধৰ্মাত্মা শশ্বচ্ছান্তিং নিগচ্ছতি।
কৌন্তেয় প্ৰতিজানীহি ন মে ভক্তঃ প্ৰণশ্যতি ॥ ৩১

**অন্বয়** :—স ক্ষিপ্ৰং ধৰ্ম-আত্মা ভৱতি, শশ্বৎ শান্তিং নিগচ্ছতি, কৌন্তেয়, মে ভক্তঃ ন প্ৰণশ্যতি। ৩১ ॥

প্ৰতিজানীহি=নিঃশঙ্কং প্ৰতিজ্ঞাং কুৰু।

**অনুবাদ** :—সি ( সেই অতি দুৰাচাৰ ব্যক্তিও ) শীঘ্ৰেই ধৰ্মপ্ৰাণ হৈ যায় আৰু নিত্যই শান্তি পায়। হে কৌন্তেয়! তুমি প্ৰতিজ্ঞা কৰা ( প্ৰতিজ্ঞা কৰি সকলোকে দৃঢ়ভাৱে জনাই দিয়া ) যে মোৰ ভক্ত ( সৎ পথৰপৰা ) ভ্ৰষ্ট নহয়।

**ব্যাখ্যা :**—অৰ্জুনে কৰ্ত্তব্য কৰ্ম এৰি শুচি যাব খুজিছিল ; কিন্তু শ্ৰীকৃষ্ণই এৰি দিয়া নাছিল। শ্ৰীকৃষ্ণই কিয় এৰি দিয়া নাছিল ? কাৰণ অৰ্জুনে শিষ্যত্ব গ্ৰহণ কৰিছিল (২।৭)। আত্মসমৰ্পণ কৰিছিল। "তোমাৰ শৰণ লৈছো—মোক উপদেশ দিয়া"। সেইকাৰণে ভগৱানে কৈছে যে, যিহেতুকে তুমি ভুক্তভোগীৰ দৰে অনুভূত তত্ত্বৰ বিষয়ে ( তুমি শৰণাপন্ন হৈ মোৰ ওচৰত আত্মসমাৰ্পণ কৰা বাবে মই তোমাক এৰি দিয়া নাই, সেইদৰে আন ভক্তকো যে ভগৱানে কেতিয়াও নেৰে ) কব পাৰিবা সেই হেতুকে তুমি কুতৰ্কীৰ সভাত গৈ উচ্চ কণ্ঠে মানুহক কোৱা ( প্ৰতিজ্ঞা কৰি ডাঠকৈ কোৱা ) যে ভগৱানত শৰণ লোৱা ব্যক্তিৰ নাশ নাই, অমঙ্গল নাই, দুৰ্গতি নাই—তাৰ আছে সুগতি ; ধীৰে ধীৰে সি ধৰ্মাত্মা হৈ পৰম শান্তি লাভ কৰিব।

বেদ উপনিষদত এনে কথা বহু আছে ; কিন্তু কোনেও বিশ্বাস কৰা নাই বা মানা নাই। ভুক্তভোগীয়ে ( একান্ত শৰণাগত হোৱা অৰ্জুনে ) ক'লে এই কথা মানুহে মানিব। ৩১ ( বেদ-বেদান্তশাস্ত্ৰীৰ ব্যাখ্যাৰ তাৎপৰ্য্য )

মাং হি পাৰ্থ ব্যপাশ্ৰিত্য যেঽপি স্যুঃ পাপযোনয়ঃ।
স্ত্ৰিয়ো বৈশ্যাস্তথা শূদ্ৰাস্ তেঽপি যান্তি পৰাং গতিম্॥ ৩২

**অন্বয় :**—হে পাৰ্থ ! যে পাপযোনয়ঃ অপি স্যুঃ, স্ত্ৰিয়ঃ বৈশ্যাঃ তথা শূদ্ৰাঃ তে অপি মাং ব্যাপাশ্ৰিত্য পৰাং গতিং হি যান্তি। ৩২ ॥

**অনুবাদ :**—হে পাৰ্থ ! যিবিলাক লোকে পাপযোনিত জন্মগ্ৰহণ কৰিছে ( অন্ত্যজ জাতিৰ লোকেও ) সেইবিলাক লোকেও আৰু স্ত্ৰীলোক, শূদ্ৰ আৰু বৈশ্য লোকেও মোক আশ্ৰয় কৰি পৰম গতি লাভ কৰে। ৩২ ॥

**ব্যাখ্যা :**—"আচাৰ ভ্ৰষ্টক মোৰ ভক্তিয়ে পৱিত্ৰ কৰিব আৰু বিচিত্ৰ নেদেখিবা। অকুলীন অনাধিকাৰীকো সংসাৰ মোচন কৰাবৈ। হে পাৰ্থ ! মোক আশ্ৰয় কৰি অন্ত্যজাতি চণ্ডালাদিয়ো, কৃষি-বাণিজ্যত ৰত বৈশ্যসবো, অধ্যয়নাদিহীন স্ত্ৰী শূদ্ৰাদিয়ো মোক সে'ৱা কৰি পৰম গতি পাৱে, আৰু নিশ্চয় কৰি জানিবা।" ( ভট্টদেৱ )

কিং পুনৰ ব্ৰাহ্মণ পুণ্যা(ঃ) ভক্তা (ঃ) ৰাজৰ্ষয়স্তথা।
অনিত্যং অসুখং লোকম্ ইমং প্ৰাপ্য ভজস্ব মাম্॥ ৩৩

**অন্বয় :**—পুণ্যাঃ ব্ৰাহ্মণাঃ তথা ভক্তাঃ ৰাজা-ঋষয়ঃ কিং পুনঃ। (অতএব) অনিত্যম্ অসুখম্ ইমং লোকং প্ৰাপ্য মাং ভজস্ব। (পুণ্যাঃ=সুকৃতিনঃ)

**অনুবাদ :**—পবিত্ৰ কৰ্মকাৰী (সুকৃতী) ব্ৰাহ্মণ আৰু ভক্ত ৰাজৰ্ষি সকলৰ কথা আৰু কি ক'ম? তুমি এই অনিত্য, দুঃখপূৰ্ণ (মৰ্ত্ত্য) লোকলৈ আহিছা বুলি মোক ভজনা কৰা। ৩৩

**ব্যাখ্যা :**—এই সংসাৰ অনিত্য আৰু দুঃখময়। ইয়াত ক'তো সুখ নাই, সেইকাৰণে এই সংসাৰত সুখলাভৰ উত্তম যত্ন ত্যাগ কৰি মোকেই ভজনা কৰা। ৩৪

মন্মনা (ঃ) ভৱ মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু।
মাম্ এবৈষ্যসি যুক্ত্বৈবম্ আত্মানং মৎপৰায়ণঃ। ৩৪ ॥

**অন্বয় ঃ**—মন্মনাঃ মদ্ভক্তঃ মদ্যাজী ভৱ, মাং নমস্কুৰু। এবং মৎ পৰায়ণঃ আত্মানং যুক্ত্বা মাম্ এব এষ্যসি ॥

মন্মনাঃ ভৱ=মনেৰে মোক চিন্তা কৰা।

মদ্ভক্তঃ ভৱ=মোক ভাল পাবলৈ ধৰা।

মদ্যাজী ভৱ=মোৰ কাৰণে কৰ্ম কৰা।

মাং নমস্কুৰু=মোৰ ওচৰত নিজক নত কৰা।

**অনুবাদ ঃ**—মনে মনে মোকেই চিন্তা কৰা, মোকেই ভাল পাবলৈ ধৰা আৰু মোৰ প্ৰীতিৰ কাৰণে যাগ আদি কৰ্ম কৰা আৰু মোৰ ওচৰত তোমাৰ অহঙ্কাৰ নত কৰা। এইদৰে মনটোক লগালে আৰু ময়েই তোমাৰ শ্ৰেষ্ঠ গন্তব্যস্থান—এই বুদ্ধিত স্থিৰ থাকিলে (মৎ পৰৱয়ণ হ'লে) তুমি মোতেই আহিবা (পৰমানন্দ ৰূপ মোক পাবা)।

[ভজনৰ প্ৰকাৰ দেখুৱাই এইদৰে উপসংহাৰ কৰিলে। শ্ৰীভগৱানে এই অধ্যায়ত স্বীয় আশ্চৰ্য্য, ঐশ্বৰ্য্য আৰু ভক্তৰ অদ্ভুত বৈভৱ বৰ্ণনা কৰিলে—(শ্ৰীধৰ)।

এই ভজনাৰ প্ৰণালী :—মন্মনাঃ ভৱ=মনেৰে মোক চিন্তা কৰা, মদ্ভক্তঃ ভৱ=মোক ভালপোৱা হোৱা, মদ্যাজী ভৱ=মোৰ বাবে কৰ্ম কৰা।

মনৰ তিনিটা বৃত্তি—(১) **জ্ঞানাৰ্জ্জনী বৃত্তি :**—মনে কিবা জানিব খোজে, মনে জানিবৰ কাৰণে চিন্তা কৰে। ভাল কথা, তোমাৰ এই জ্ঞানাৰ্জনী বৃত্তি যেন প্ৰযুক্ত হয়—মোক জানিবৰ বাবে; তোমাৰ মনে যেন মোৰ বিষয়ে চিন্তা

কৰে ; মনৰ চিন্তাৰ যি কোনো বিষয় সেইটো মুখ্যভাৱে বা গৌণভাৱে ময়েই —এয়ে যেন তোমাৰ সাধন ( চেষ্টা ) হয়।

(২) **সুখাৰ্জ্জনী বৃত্তি :**—মনক লাগে সুখ—মনে দুঃখ নিবিচাৰে, মনে আনন্দ বিচাৰে, নিৰানন্দ নিবিচাৰে। ভাল কথা, তোমাৰ এই সুখাৰ্জ্জনী বৃত্তি যেন প্ৰযুক্ত হয়—মোক লৈ আনন্দ পোৱাৰ চেষ্টাত, যি কিবা আনন্দৰ বিষয় সেয়ে যে মোৰ বিলাস ( আনন্দময়ৰ বিলাস )—ইয়াকে অনুভৱ কৰাই যেন তোমাৰ সাধন ( চেষ্টা ) হয়।

(৩) **কৰ্মাৰ্জ্জনী বৃত্তি :**—মনে এটা কিব' কৰিবলৈ ইচ্ছা কৰে—সংকল্প কৰি এটা কৰ্মৰ অনুষ্ঠান কৰিব খোজে। ভাল কথা, তোমাৰ এই কৰ্মাৰ্জ্জনী বৃত্তি যেন প্ৰযুক্ত হয়—মোৰ এইবোৰ সকলো কৰ্ম কৰিবৰ বাবে—মোৰ বাবেই কৰ্ম কৰিবৰ চেষ্টাত যি কিবা কৰিছা সি যেন মোৰ বাবেই, মোৰ প্ৰীতিৰ বাবেই—এয়ে যেন সৰ্ব-সংকল্পৰ মূল হয়।

(১) Thinking (২) Feeling (৩) Willing—এই তিনিচাই মনৰ বৃত্তি। এই তিনিওটা মনৰ বৃত্তিকেই লগাব লাগিব ভগৱানৰ ফালে ; এয়ে হ'ল ভগৱদ্-ভজনৰ শ্ৰেষ্ঠ প্ৰণালী। মানুহে মনক বাদ দি থাকিব নোৱাৰে, গতিকে সেই মনক লৈয়ে ( মনৰ তিনিওটা বৃত্তিৰ সহায়ত ) ভগবদ্-ভজনা কৰিব লাগিব। মনৰ এই তিনি বৃত্তিৰ অন্য একো লক্ষ্য নাথাকিব। ১১।৫৫ ; ১৮।৬৫ শ্লোক এই প্ৰসঙ্গত দ্ৰষ্টব্য।

আক মাং নমস্কুৰু :—মোৰ ওচৰত নিজকে ( অহঙ্কাৰক ) নত কৰা।

(১) এবং—এই ভাৱে (২) আত্মানং—মনক (৩) যুক্ত্বা ( লগাই দিয়া )। মৎ পৰায়ণঃ—ময়ে হ'ম তোমাৰ চৰম গন্তব্য স্থান ( পৰম্ অয়নম্ )। মাম্ এব এষ্যসি—মোকেই পাবা। ৩৪ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

ইতি শ্ৰীমদ্ ভগৱদ্ গীতাসুপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগ শাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে ৰাজ-বিদ্যা ৰাজ গুহ্যযোগো নাম নৱমোধ্যায়ঃ।

**নৱম অধ্যায়ত উল্লেখ কৰা বিষয়ৰ সংক্ষিপ্ত টোকা।**

১। গতিশীল বায়ু যেনেকৈ আকাশত ভৰি থাকে, সেইদৰে ভগৱানতে জগতৰ সকলো বস্তু অৱস্থিত হৈ আছে ; কিন্তু বায়ুৰেৰ সেই বস্তুবোৰত আবদ্ধ হৈ থকা নাই। ঈশ্বৰত আশ্ৰয় নকৰিলে কাৰো ক'তো অস্তিত্ব নাই।

২। এই তত্ত্ব নুবুজা মানুহ আসুৰী প্ৰকৃতিৰ—এই তত্ত্ব বুজা মহাত্মা-সকল দৈৱী প্ৰকৃতিৰ।

৩। ঈশ্বৰ সকলো জীৱৰ পিতা-মাতা-ধাতা আৰু আশ্ৰয় স্থান।

৪। মোক্ষলাভৰ বিধি শুদ্ধচিত্ত হৈ নিষ্কামভাবে যাগ যজ্ঞাদি পূজা উপাসনা কৰিব লাগে। কাম্য পূজা আৰু যাগ যজ্ঞাদিৰ যি সংকল্প সেই সংকল্প অনুসাৰে ফল ঈশ্বৰ দিয়ে; সেই বাবে সংকল্প কেৱল ভগৱৎ প্ৰীতিৰ বাবে মাথোন হ'লে নিষ্কাম সংকল্প হয়। সেয়ে মোক্ষলাভৰ প্ৰধান বিধি বা উপায়। যাগ যজ্ঞাদি নিষেধ কৰা নাই, বৰঞ্চ ভক্তি সহকাৰে পত্ৰ পুষ্প জল ফলেৰে ভগৱৎ প্ৰীতিৰ বাবে কৰিবলৈ কৈছে। শেষৰ শ্লোকটিতে কৈছে—মদ্‌যাজী ভৱ।

৫। জ্ঞানৰ চৰম অৱস্থাই ভক্তি।

# শ্ৰীমদ্ভগৱদ্ গীতা

## দশমোধ্যায়ঃ

## *বিভূতি যোগঃ*

শ্ৰীভগৱান্ উবাচ।

ভূয় এব মহাবাহো শৃণু মে পৰমং বচঃ।
যৎ তেঽহং প্ৰীয়মাণায় বক্ষ্যামি হিতকাময়া। ১ ॥

**অন্বয়** :—শ্ৰীভগৱান্ উবাচ।

মহাবাহো! ভূয়ঃ এব মে পৰমং বচঃ শৃণু, যৎ প্ৰীয়মাণায় তে অহং হিতকাময়া বক্ষ্যামি।

প্ৰিয়মাণায়=পৰমাত্মনিষ্ঠং মদ্ বচনামৃতেন এব প্ৰীতিং প্ৰাপ্নুবতে তুভ্যম্।

**অনুবাদ** :—[ সপ্তম, অষ্টম, নৱম অধ্যায়ত ভগৱানৰ স্বৰূপ বৰ্ণনা প্ৰসঙ্গত তেওঁৰ নানা ব্যক্তৰূপ বা বিভূতিৰ কথা সংক্ষেপে কোৱা হৈছে। এই অধ্যায়ত তাকে বিস্তাৰ কৰিছে ]

হে মহাবাহো! মোৰ প্ৰতি আৰু মোৰ উপদেশৰ প্ৰতি তুমি প্ৰীতি-সম্পন্ন হৈছা; সেইবাবে তোমাৰ মঙ্গলৰ অৰ্থে আকৌ মই শ্ৰেষ্ঠ ( উচ্চ ধৰণৰ ) কথা ক'ম—শুনা।

ন মে বিদুঃ সুৰগণাঃ প্ৰভৱং ন মহৰ্ষয়ঃ।
অহম্ আদিৰ্ হি দেৱানাং মহৰ্ষীণাং চ সৰ্ব্বশঃ। ২ ॥

**অন্বয়** :—সুৰগণাঃ মহৰ্ষয়ঃ মে প্ৰভৱং ন বিদুঃ; হি অহং দেৱানাং মহৰ্ষীণাম্ চ সৰ্বশঃ আদিঃ। ২ ॥

প্ৰভৱং=উৎপত্তিং, আবিৰ্ভাৱং, প্ৰকৃষ্টং ভৱং

**অনুবাদ** :—দেৱতাসকলে আৰু মহৰ্ষিসকলে মোৰ উৎপত্তি বা আবিৰ্ভাৱৰ বিষয়ে একো নাজানে; কিয়নো দেৱতাসকলৰ আৰু মহৰ্ষিসকলৰ মই সৰ্বপ্ৰকাৰে আদি ( অৰ্থাৎ কাৰণ )।

**ব্যাখ্যা** :—ইন্দ্ৰাদি দেৱতাসকলে আৰু মৰীচি আদি ঋষিসকলে সৰ্বজ্ঞ হ'লেও মই যে জন্মৰহিত হৈও নানাপ্ৰকাৰ বিভূতিৰে আবিৰ্ভূত হওঁ সেই কথা নাজানে। দেৱতাসকলৰ আৰু মহৰ্ষিসকলৰ উৎপাদক মই অৰ্থাৎ তেওঁলোকৰ উৎপত্তিৰ আদি কাৰণ মই। তেওঁলোকৰ বুদ্ধিৰ প্ৰবৰ্ত্তকো মই। সেইবাবে মোৰ অনুগ্ৰহ নহ'লে মোৰ বিষয়ে কোনেও একো জানিব নোৱাৰে।

"মঞি জন্মৰহিত হয়ো নানা বিভূতিয়ে আবিৰ্ভাৱ হঞ, তাক দেৱগণ ঋষিগণো নজানে। যাতো দেৱঋষিৰ উৎপাদক পদে, প্ৰবৰ্ত্তক পদেও মঞি কাৰণ।" (ভট্টদেৱ)।

যো মাম্ অজম্ অনাদিং চ বেত্তি লোকমহেশ্বৰম্।
অসম্মূঢ়ঃ স মৰ্ত্তেষু সৰ্ব পাপৈঃ প্ৰমুচ্যতে। ৩॥

**অন্বয়** :—যো মাং অজং অনাদিং চ লোকমহেশ্বৰং বেত্তি, স মৰ্ত্ত্যেষু অসম্মূঢ়ঃ ( সন্ ) সৰ্ব পাপৈঃ প্ৰমুচ্যতে। ৩॥

**অনুবাদ** :—মোৰ জন্ম নাই, মোৰ আদি নাই, সৃষ্টিৰ ভিতৰত সকলো ভূৱনৰে মহান্ ঈশ্বৰ বুলি যিজনে মোক জানে, তেৱেঁই মানুহৰ ভিতৰত সকলো প্ৰকাৰে মোহশূন্য আৰু সকলো প্ৰকাৰ পাপে তেওঁক ত্যাগ কৰে।

তেওঁ মনুষ্যৰ মাজত মোহমুক্ত হৈ সকলো পাপৰপৰা মুক্ত হয়। ৩॥

বুদ্ধিৰ্ জ্ঞানম্ অসম্মোহঃ ক্ষমা সত্যং দমঃ শমঃ।
সুখং দুঃখম্ ভৱোঽভাৱো ভয়ং চাভয়মেব চ। ৪॥
অহিংসা সমতা তুষ্টিস্ তপোদানং যশোঽযশঃ।
ভবন্তি ভাবা (ঃ) ভূতানাং মত্ত এব পৃথগ্ বিধাঃ। ৫॥

**অন্বয় (৪।৫)** :—বুদ্ধিঃ জ্ঞানম্ অসম্মোহঃ ক্ষমা সত্যং দমঃ শমঃ সুখং দুঃখং ভৱঃ অভাৱঃ ভয়ং এব চ অভয়ং (৪)

অহিংসা সমতা তুষ্টিঃ তপঃ দানং যশঃ অযশঃ ভূতানাং পৃথক্ বিধাঃ ভাৱাঃ মত্ত এব ভবন্তি ॥ (৫)

**অনুবাদ** :—বুদ্ধি, জ্ঞান, মোহশূন্যতা, ক্ষমা, সত্য, দম, শম, সুখ, দুঃখ, জন্ম, নাশ, ভয়, অভয় (৪)

অহিংসা সমতা সন্তোষ তপস্যা দান যশ অযশ প্ৰভৃতি পৃথক পৃথক যি মানসিক অৱস্থা প্ৰাণীবিলাকৰ হয়—সেইবোৰ মোৰপৰাই হয়। (৫)

**মহৰ্ষয়ঃ সপ্তপূৰ্বে চত্বাৰো মনৱস্তথা।**

**মদ্ভাবা (ঃ) মানসা (ঃ) জাতা (ঃ) যেষাং লোক ইমাঃ প্ৰজাঃ। ৬ ॥**

**অন্বয়** :—সপ্তমহৰ্ষয়ঃ পূৰ্বে চত্বাৰঃ তথা মনবঃ মদ্ভাবাঃ মানসাঃ জাতাঃ লোকে যেষাম্ ইমাঃ প্ৰজাঃ।

মদ্ভাবাঃ=মদীয়ো ভাৱঃ প্ৰভাৱো যেষু তে।

**অনুবাদ** :—[ সাতজন মহৰ্ষি ( মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, বশিষ্ঠ ), তেওঁলোকৰো পূৰ্ববৰ্ত্তী চাৰিজন ( সনক, সনন্দ, সনাতন, সনৎকুমাৰ ) আৰু মনুসকল [ স্বায়ম্ভুৱ, স্বাৰোচিষ, উত্তম, তামস, ৰৈৱত, চাক্ষুষ, বৈৱস্বত ( আৰু পাছত সাৱৰ্ণি দক্ষসাৱৰ্ণি, ব্ৰহ্মসাৱৰ্ণি, ধৰ্মসাৱৰ্ণি, ৰুদ্ৰসাৱৰ্ণি, দেৱসাৱৰ্ণি, ইন্দ্ৰসাৱৰ্ণি )

—এওঁলোক মোৰেই মানস-ভাৱৰপৰা উৎপন্ন; এই লোকৰপৰাই এই সমস্ত পৰিদৃশ্যমান্ প্ৰজা উৎপন্ন হৈছে। ৬ ॥

মমৈৱ মনসঃ সঙ্কল্প মাত্ৰাজ্জাতাঃ=মোৰেই মানস ভাৱৰপৰা উৎপন্ন হৈছে। ( শ্ৰীধৰ )

[ পূৰ্ববৰ্ত্তী চাৰিজন—টীকাকাৰসকলৰ ভিতৰত অনেকে কয় যে এওঁলোক হৈছে—সনক, সনন্দ, সনাতন আৰু সনৎকুমাৰ এই চাৰিজন মহৰ্ষি। কিন্তু এওঁলোক চিৰকুমাৰ আছিল। প্ৰজা সৃষ্টি কৰা নাই। এওঁলোকৰপৰা উৎপন্ন হৈছিল—এই কথা নাখাটে। লোকমান্য তিলকে কয় যে এওঁলোক—বাসুদেৱ ( আত্মা ), সঙ্কৰ্ষণ ( জীৱ ), প্ৰদ্যুম্ন ( মন ) আৰু অনিৰুদ্ধ ( অহঙ্কাৰ )—এই চাৰিমূৰ্ত্তি বা চতুৰ্ব্যূহ। মহাভাৰততো এই চতুৰ্ব্যূহৰ উল্লেখ আছে। ]

( বেদ-বেদান্ত শাস্ত্ৰী )

**এতাং বিভূতিং যোগং চ মম যো বেত্তি তত্ত্বতঃ।**

**সোঽবিকম্পেন যোগেন যুজ্যতে নাত্ৰ সংশয়ঃ ॥ ৭**

**অন্বয়** :—যঃ মম এতাং বিভূতিং যোগং চ তত্ত্বতঃ বেত্তি, সঃ অবিকম্পেন যোগেন যুজ্যতে। অত্ৰ ন সংশয়ঃ। ৭

সঃ অবিকম্পেন যোগেন যুজ্যতে=নিঃসংশয়েন যোগেন সম্যগ্ দর্শনেন যুক্তো ভৱতি। (শ্ৰীধৰ)

যোগং=সৃষ্টি কৌশল সামর্থ্যং, যোগৈশ্বর্য্যং

**অনুবাদ ঃ**—মোৰ এই বিভূতি (বিশেষভাৱে প্ৰকাশ হোৱা কাৰ্য্য) আৰু যোগ (অচিন্ত্যনীয় সামৰ্থ্য) যিজনে যথাৰ্থভাৱে জানে, তেওঁ অবিচলিত কৰ্মযোগত সুপ্ৰতিষ্ঠিত হয়। এই বিষয়ে সংশয় নাই। ৭॥

(এই শ্লোকত যোগ শব্দ বিভিন্ন অৰ্থত ব্যৱহৃত হৈছে)।

**অহং সৰ্বস্য প্ৰভৱো মত্তঃ সৰ্বং প্ৰবৰ্ত্ততে।**
**ইতি মত্বা ভজন্তে মাং বুধা (ঃ) ভাবসমন্বিতাঃ॥ ৮**

**অন্বয় ঃ**—অহং সৰ্বস্য প্ৰভৱঃ মত্তঃ সৰ্বং প্ৰবৰ্ত্ততে, ইতি মত্বা বুধাঃ ভাৱ সমন্বিতাঃ মাং ভজন্তে। ৮

ভাৱ-সমন্বিতাঃ=প্ৰীতিযুক্তাঃ (শ্ৰীধৰ)

ভাৱেন প্ৰেম্না সমন্বিতাঃ (বলৰাম)

**অনুবাদ ঃ**—মই সকলোৰে উৎপত্তি স্থান, মোৰপৰা সকলোৰে (প্ৰ-বৃত্তি) প্ৰৱৰ্ত্তন হয়—এইটো জানি জ্ঞানীসকলে ভক্তিযুক্ত হৈ মোক ভজনা কৰে।

**ব্যাখ্যা ঃ**—কেনেকৈ অবিচলিত চিত্তে যোগৰদ্বাৰা যুক্ত হয় তাকেই কৈছে—যেনেকুৱা বিভূতি আৰু যোগ জানিব পাৰিলে জীৱৰ অবিচলিত যোগ লাভ হয়—তাক চাৰিটা শ্লোকত কৈছে।

মই বাসুদেৱ ৰূপে পৰব্ৰহ্ম আৰু সমস্ত জগতৰ উপাদান আৰু নিমিত্ত কাৰণ; নিখিল বিশ্ব নিজ নিজ সীমা অতিক্ৰম নকৰি স্ব স্ব কাৰ্য্যত প্ৰবৃত্ত হৈ আছে সেইটো হ'ব পাৰিছে, তাৰ কাৰণ হৈছে যে মই সৰ্বজ্ঞ সৰ্বশক্তিমান্ আৰু অন্তৰ্য্যামী হৈ পৰিচালনা কৰি আছোঁ। পণ্ডিতসকলে সেইটো বিবেচনা কৰি পৰমাৰ্থতত্ত্ব গ্ৰহণ কৰে আৰু মোৰ প্ৰতি প্ৰেমযুক্ত হয়। মোক পুৰাপুৰি ভাল পায়। (কৃষ্ণচন্দ্ৰৰ গীতা।

**মচ্চিত্তা (ঃ) মদ্‌গত প্ৰাণা (ঃ) বোধয়ন্ত পৰস্পৰম্।**
**কথয়ন্তশ্চ মাং নিত্যং তুষ্যান্তি চ ৰমন্তি চ॥ ৯**

**অন্বয় ঃ**—মৎচিত্তাঃ মদ্‌গত প্ৰাণাঃ মাং পৰস্পৰং বোধয়ন্তঃ নিত্যং চ কথয়ন্তঃ তুষ্যন্তি চ ৰমন্তি চ॥ ৯॥

**অনুবাদ :**—মোতেই চিত্ত আৰু প্ৰাণ অৰ্পণ কৰি এওঁলোকে পৰস্পৰে পৰস্পৰক মোৰ কথাকেই বুজাই থাকে আৰু মোৰ কথা কীৰ্ত্তন কৰি কৰি সন্তোষ আৰু আনন্দ পায়। ৯॥

**ব্যাখ্যা :**—মোতেই তেওঁলোকে চিত্ত সমৰ্পণ কৰে—মোৰ কথাকেই অনবৰত চিন্তা কৰে।

মোতেই প্ৰাণ সমৰ্পণ কৰে; 'মোক বাদ দি তেওঁলোকে জীৱন ধাৰণ কৰি থাকিব নোৱাৰে।

মোৰ কথা কীৰ্ত্তন কৰি তেওঁলোকে সন্তোষ পায়। তেওঁলোকে কোনো অভাৱ বোধ নকৰে, সুতৰাং পৰম প্ৰেমানন্দ উপভোগ কৰে। ৯॥

তেষাং সতত যুক্তানাং ভজতাং প্ৰীতি পূৰ্বকম্।
দদামি বুদ্ধিযোগং তং যেন মাম্ উপযান্তি তে ॥ ১০ ॥

**অন্বয় :**—সততযুক্তানাং প্ৰীতিপূৰ্বকম্ ভজতাম্ তেষামতং বুদ্ধিযোগম্ দদামি, যেন তে মাম্ উপযান্তি ॥ ১০ ॥

সততযুক্তানাং=ময়ি আসক্তচিত্তানাম্
বুদ্ধিযোগং=বুদ্ধিৰূপং যোগম্ উপায়ম্।

**অনুবাদ :**—যিবিলাক লোকে সততে মোতে চিত্ত অৰ্পণ কৰি প্ৰীতিপূৰ্বক মোৰ ভজনা কৰে, সেইসকল ভক্তক মই এনেকুৱা বুদ্ধিযোগ দিওঁ যাৰদ্বাৰা তেওঁলোকে মোক লাভ কৰিব পাৰে। ১০ ॥

**ব্যাখ্যা :**—বুদ্ধিযোগ দিওঁ=বুদ্ধিৰূপ উপায় দিওঁ।

"এমনে সদাই মোত চিত্ত দিয়া ভজন্তাসবক মঞি অপৰোক্ষ জ্ঞান দেঞ, যি জ্ঞানে মোক পাৱৈ"। (ভট্টদেৱ)

যিবিলাকে সততে মোতে চিত্ত অৰ্পণ কৰি প্ৰীতিপূৰ্বক ভজনা কৰে, সেই-সকল ভক্তৰ মনত এনেকুৱা বুদ্ধি উদয় হয় যে সেই বুদ্ধিৰদ্বাৰা তেওঁলোকে মোক পায়। প্ৰেমযুক্ত হৈ ভজনা কৰা বাবে সেই বুদ্ধি ময়ে দিওঁ—কাৰণ মই অন্তৰ্য্যামী ৰূপে সকলোৰে অন্তৰত থাকোঁ। ১০ ॥

তেষাম্ এবানুকম্পাৰ্থম্ অহম্ অজ্ঞানজং তমঃ।
নাশয়াম্যাত্মভাবস্থো জ্ঞানদীপেন ভাস্বতা ॥ ১১

**অন্বয় :**—তেষাম্ অনুকম্পা অৰ্থম্ এব অহং আত্মভাৱস্থঃ ভাস্বতা জ্ঞান দীপেন অজ্ঞানজং তমঃ নাশয়ামি। ১১

**অনুবাদ :**—তেওঁলোকৰ ( হৃদয় তন্ত্ৰীত মোৰ সুৰবে ) অনুকম্পন হওক—এই উদ্দেশ্যে মই তেওঁলোকৰ অন্তৰত অৱস্থিত হৈ উজ্জ্বল জ্ঞানৰূপ প্ৰদীপেৰে অজ্ঞানজাত অন্ধকাৰ দূৰ কৰি দিওঁ।

**ব্যাখ্যা :**—আত্মভাৱস্থ=তেওঁলোকৰ অন্তৰত অৱস্থিত হৈ।

ভাস্বতা জ্ঞানদীপেন=( ৰূপক ) উজ্জ্বল জ্ঞানৰূপ দীপৰদ্বাৰা

অজ্ঞানজং তমঃ নাশয়ামি=অজ্ঞানৰপৰা উৎপত্তি হোৱা অন্ধকাৰ দূৰ কৰোঁ।

অনুকম্পাৰ্থং=তেওঁলোকক দয়া কৰিবৰ বাবে-এয়ে হ'ল সাধাৰণ অৰ্থ। অনুকম্পন—যথা=এক সুৰত বন্ধা দুখনি বেহালাৰ যদি এখনি বেহালা বজোৱা হয়, তেন্তে সেইখন বেহালাৰ তন্ত্ৰীৰ কম্পনঅনুসাৰে অন্য বেহালাখনৰো তন্ত্ৰী আপোনা-আপুনি কম্পিত হয়।

ব্ৰহ্মৰ সুৰত, অসীমৰ সুৰত—জীৱৰ, সসীমৰ হৃদয় তন্ত্ৰী বাজি উঠক—এইটোকে তেওঁ বিচাৰে। ১১ ( বেদ-বেদান্ত শাস্ত্ৰী )

অৰ্জুন উবাচ।

> পৰংব্ৰহ্ম পৰংধাম পৱিত্ৰং পৰমং ভৱান্।
> পুৰুষং শাশ্বতং দিব্যম্ আদিদেৱং অজং বিভুম্॥ ১২
> আহুস্ ত্বাম্ ঋষয়ঃসৰ্বে দেৱৰ্ষিৰ্ নাৰদস্তথা।
> অসিতো দেৱলো ব্যাসঃ স্বয়ং চৈব ব্ৰবীষি মে॥ ১৩

**অন্বয় :**—( ১২।১৩ ) অৰ্জুন উবাচ—ভৱান্ পৰংব্ৰহ্ম পৰংধাম পৰমং পৱিত্ৰম্। সৰ্বেঋষয়ঃ দেৱৰ্ষিনাৰদঃ অসিতঃ দেৱলঃ তথা ব্যাসঃ ত্বাম্ শাশ্বতং দিব্যম্ পুৰুষম্ আদিদেৱং অজং বিভুং আহুঃ। স্বয়ং এব চ মে ব্ৰবীষি।

(১২।১৩)

**অনুবাদ :**—অৰ্জুনে ক'লে—তুমিয়েই পৰংব্ৰহ্ম, পৰমপদ ( জ্যোতিঃ ), পৰম পৱিত্ৰ বস্তু ; সকলো ঋষিয়ে নাৰদ, অসিত, দেৱল আৰু ব্যাসে তোমাক সনাতন পুৰুষ, দিব্য, আদিদেৱ, জন্মৰহিত, সৰ্বব্যাপী বুলি কৈ থাকে, তুমি নিজেও মোক এইদৰে ক'বলৈ ধৰিছা। ১২।১৩

**ব্যাখ্যা** :—অৰ্জুনে ভগৱানৰ বিভূতি ( প্ৰকাশ ) সমূহ সংক্ষেপতে জনাৰ পাছত বিস্তৃতভাৱে জানিবৰ ইচ্ছা কৰি তেওঁক স্তুতি কৰি এই দুই শ্লোকত নিজৰ ইচ্ছা প্ৰকাশ কৰিছে—তেওঁৰ "তুমি পৰংব্ৰহ্ম", "তুমি পৰম জ্যোতি" ইত্যাদি সাত প্ৰকাৰ বিভূতিৰ কথা স্তুতি বাক্যেৰে উল্লেখ কৰি পাছৰ শ্লোক পাচোটাত সেই বিষয়ে প্ৰশ্ন কৰিছে। ১২।১৩

সৰ্বং এতদ্ ঋতং মন্যে যন্মাং বদসি কেশৱ।
ন হি তে ভগৱন্ ব্যক্তিং বিদুৰ্ দেবা(ঃ) ন দানৱাঃ ॥ ১৪ ॥

**অন্বয়** :—হে কেশৱ ! মাং যৎ বদসি এতদ্ সৰ্বং ঋতং মন্যে ; হে ভগৱন্, তে ব্যক্তিং দেৱাঃ দানৱাঃ ন বিদুঃ। ১৪

ব্যক্তিং=প্ৰভৱং ( শঙ্কৰ )
=প্ৰভাৱং ( মধুসূদন )
অস্মদ্ অনুগ্ৰহাৰ্থং ইদং অভিব্যক্তিং ( শ্ৰীধৰ )

**অনুবাদ** :—হে কেশৱ ! তুমি মোক যেনেকৈ কৈছা, সেই সকলোবোৰ সত্য, মই স্বীকাৰ কৰোঁ ; হে ভগৱন্ ! দেৱতাসকলে আৰু দানৱবিলাকে তোমাৰ আবিৰ্ভাৱ ( সূক্ষ্মৰূপৰা স্থূলত প্ৰকাশ ) নাজানে। ১৪ ॥

কেশৱ—ক=ব্ৰহ্মা, ঈশ=শিৱ ;
এওঁলোকো যাৰ অধীন ( অস্ত্যৰ্থে ব প্ৰত্যয় )

**ব্যাখ্যা** :—হে কেশৱ ! তোমাৰ এই যে আবিৰ্ভাৱ, সি যে আমাক অনুগ্ৰহ কৰিবৰ কাৰণে—এই তত্ত্ব দেৱতাসকলে নাজানে আৰু তোমাৰ আবিৰ্ভাৱৰ তত্ত্ব যে দানৱ নিগ্ৰহৰ বাবে সেই কথা দানৱবিলাকে নাজানে। মই ক্ষুদ্ৰ মনুষ্য মই কি বুজিম ? ১৪ ॥

স্বয়ম্ এৱাত্মনাঽঽত্মানং বেত্থ ত্বং পুৰুষোত্তম।
ভূতভাৱন ভূতেশ দেৱদেৱ জগৎপতে। ১৫ ॥

**অন্বয়** :—পুৰুষ-উত্তম, ভূতভাৱন, ভূতঈশ, দেৱদেৱ জগৎপতে ; ত্বং স্বয়ম্ এৱ আত্মনা আত্মানং বেত্থ। ১৫ ॥

**অনুবাদ** :—হে পুৰুষোত্তম ! হে ভূতভাৱন ( ভূতবৰ্গৰ উৎপাদক )। হে ভূতেশ্বৰ, হে দেৱ-দেৱ, হে জগৎ পতি ! তুমি নিজেহে নিজক জানা। ১৫ ॥

**ব্যাখ্যা ঃ**—তোমাৰ নিজৰ জ্ঞানেৰে নিজেহে তোমাৰ স্বৰূপ জানা। তোমাৰ স্বৰূপ আন কোনেও নাজানে। সেইবাবে অৰ্জুনে অতি আদৰেৰে শ্ৰীকৃষ্ণক বহুপ্ৰকাৰ সম্বোধন কৰি কৈছে—(অতি আদৰেণ বহুধা সম্বোধয়তি (শ্ৰীধৰ)—হে ভূতভাৱন! (হে ভূতোৎপাদক), হে ভূতেশ, হে দেৱদেৱ, হে জগৎ পতে। ১১॥

বক্তুম্ অৰ্হস্যশেষেণ দিব্যা (ঃ) হ্যাত্মবিভূতয়ঃ।
যাভিৰ্ বিভূতিভিৰ্ লোকান্ ইমাং স্ত্বং ব্যাপ্য তিষ্ঠসি। ১৬॥

**অন্বয় ঃ**—যাভিঃ বিভূতিভিঃ ত্বম্ ইমান্ লোকান্ ব্যাপ্য তিষ্ঠসি; দিব্যাঃ আত্মবিভূতয়ঃ অশেষেণ হি বক্তুম্ অৰ্হসি। ১৬

**অনুবাদ ঃ**—তুমি যি যি বিভূতিবদ্বাৰা এই লোকসমূহ ব্যিপি আছা, সেই সকলো দিব্য আত্মবিভূতি তুমি সম্যগ্ ৰূপে বৰ্ণনা কৰা। ১৬॥

কথং বিদ্যাম্ অহম্ যোগিংস্ ত্বং সদা পৰিচিন্তয়ন্।
কেষু কেষু চ ভাৱেষু চিন্ত্যোঽসি ভগৱন্ ময়া। ১৭॥

**অন্বয় ঃ**—যোগিন্, সদা পৰিচিন্তয়ন্ কথং ত্বাং অহং বিদ্যাম্? ভগৱন্, কেষু কেষু ভাৱেষু চ ময়া চিন্ত্যঃ অসি। ১৭॥

**অনুবাদ ঃ**—হে যোগেশ্বৰ! কেনেকৈ সততে চিন্তা কৰিলে মই তোমাক জানিব পাৰিম? হে ভগৱন্! কোন্ কোন্ প্ৰকাশত (ভাৱত) অৰ্থাৎ কোন্ কোন্ প্ৰকাশক বা পদাৰ্থক অৱলম্বন কৰি মই তোমাক চিন্তা কৰিম (মোৰ শিক্ষা-দীক্ষা আৰু সামৰ্থ্য অনুসাৰে)। ১৭॥

**ব্যাখ্যা ঃ**—মোৰ শিক্ষা-দীক্ষা সামৰ্থ্য তোমাৰ অজানা নহয়। কেনেকৈ তোমাক চিন্তা বা ধ্যান কৰিম? সকলো পদাৰ্থ ইতো তোমাৰেই প্ৰকাশ; কিন্তু মোৰ ন্যায় অধিকাৰীৰ পক্ষে কোন্ কোন্ প্ৰকাশ ধ্যানৰ উপযুক্ত?

(বেদ বেদান্ত শাস্ত্ৰী)

বিশ্বত সৰ্বত্ৰ ঐশী শক্তিৰেই প্ৰকাশ, কিন্তু যি কিবা অতিশয় ঐশ্বৰ্য্যযুক্ত, শ্ৰীসম্পন্ন বা শক্তিসম্পন্ন তাতেই তেওঁৰ শক্তিৰ বিশেষ অভিব্যক্তি কল্পনা কৰা হয়। ইয়াকেই বিভূতি বোলে। সৰ্বশক্তিমান্ সৰ্বব্যাপী ঈশ্বৰৰ শক্তিৰ বিকাশ নানা বস্তুত দেখি তেওঁক চিন্তা কৰিবৰ বাবে, তেওঁক সদায় মনত ৰাখিবৰ বাবে কোন্ কোন্ বস্তুক অৱলম্বন কৰা উচিত—সেয়েহে অৰ্জুনৰ

প্ৰশ্ন। মনত ৰাখিব লাগিব যে বিভূতিয়ে ঈশ্বৰ নহয় কিন্তু সৰ্বব্যাপী ঈশ্বৰক চিন্তা কৰিবৰ-কাৰণে কোনো নহয় কোনো বিভূতিক অৱলম্বন কৰিব লাগিব। ১৭ ॥ (জগদীশ ঘোষৰ গীতা)

বিস্তৰেণাত্মানো যোগং বিভূতিং চ জনাৰ্দ্দন।
ভূয়ঃ কথয় তৃপ্তিৰ্ হি শৃণ্বতো নাস্তি মেঽমৃতম্। ১৮ ॥

**অন্বয়** ঃ—জনাৰ্দ্দন! আত্মনঃ যোগং বিভূতিং চ বিস্তৰেণ ভূয়ঃ কথয়; হি (তে) অমৃতং শৃণ্বতঃ মে তৃপ্তিঃ ন অস্তি।

আত্মনঃ যোগঃ=সৰ্বজ্ঞত্ব সৰ্বশক্তিমত্ত্ব আদি লক্ষণং যোগৈশ্বৰ্য্যং (শ্ৰীধৰ)
=যোগৈশ্বৰ্য্য-শক্তি বিশেষং (শঙ্কৰ)

**অনুবাদ** ঃ—হে জনাৰ্দ্দন! তোমাৰ যোগৈশ্বৰ্য্য (যোগ সামৰ্থ্য) আৰু বিবিধ বিভূতি (প্ৰকাশ) তুমি আকৌ মোক সবিস্তাৰে কোৱা; তোমাৰ অমৃত বাণী শুনি থাকিলেও মোৰ যে (এতিয়াও) তৃপ্তি হোৱা নাই (শুনিবৰ অভিলাষ মিটা নাই)। ১৮ ॥

শ্ৰীভগৱান্ উবাচ।
হন্ত তে কথয়িষ্যামি দিব্যা(ঃ) হ্যাত্মবিভূতয়ঃ।
প্ৰাধান্যতঃ কুৰু শ্ৰেষ্ঠ নাস্ত্যন্তো বিস্তৰস্য মে। ১৯ ॥

শ্ৰীভগৱান্ উবাচ—হন্ত কুৰুশ্ৰেষ্ঠ! দিব্যাঃ আত্ম-বিভূতয়ঃ প্ৰাধান্যতঃ তে কথয়িষ্যামি। হি মে বিস্তৰস্য অন্তঃ ন অস্তি। ১৯ ॥

হন্ত ইতি অনুকম্পা সম্বোধনে (শ্ৰীধৰ) আশ্বাসবাচকঃ শব্দঃ।

**অনুবাদ** ঃ—শ্ৰীভগৱানে উত্তৰ দিছে—হে কুৰুশ্ৰেষ্ঠ! মোৰ দিব্যপ্ৰকাশৰ প্ৰধান প্ৰধান প্ৰকাশবিলাকৰ উল্লেখ কৰি মই তোমাক ক'ম; কিয়নো মোৰ বিস্তৰ প্ৰকাশৰ তো অন্ত নাই (সীমা সংখ্যা নাই)।

হন্ত=এই পদটোৱে হৰ্ষ, আশ্বাস, অনুমোদন বা অনুকম্পা সূচনা কৰে।

অহম্ আত্মা গুড়াকেশ সৰ্বভূতাশয়স্থিতঃ।
অহম্ আদিশ্চ মধ্যং চ ভূতানাম্ অন্ত এব চ ॥ ২০

**অন্বয়** ঃ—হে গুড়াকেশ! অহম্ সৰ্ব-ভূত-আশ্ৰয়স্থিতঃ আত্মা, অহং এব চ ভূতানাং আদিঃ মধ্যং চ অন্তঃ চ। ২০

**টীকায়াম্ঃ**—সর্বভূত-আশয়-স্থিতঃ = সর্বেষাং ভূতানাং আশয়েষু অন্তঃকৰণেষু সর্বজ্ঞত্ব আদি গুণৈঃ নিয়ন্তৃত্বেন অৱস্থিতঃ ( শ্রীধৰ )

**অনুবাদ ঃ**—হে গুড়াকেশ! (হে জিত-আলস্য অৰ্জুন) সৰ্বভূতৰ হৃদয়ত থকা আত্মা মৱেই আৰু সৰ্বভূতৰেই আদি, মধ্য আৰু অন্ত মৱেই। ২০

**ব্যাখ্যা** ঃ—[ গুড়াকা+ঈশ=গুড়াকেশ। গুড়াকা শব্দৰ অৰ্থ তন্দ্ৰা, গুড়াকেশ শব্দৰ অৰ্থ হৈছে—তন্দ্ৰাৰ প্ৰভু; যি জনে আলস্য, নিদ্ৰা, তন্দ্ৰা জয় কৰিছে। সদায় সতৰ্ক, সদায় মনোযোগী।

যি জন সদায় মনোযোগী নহয়, তেওঁ তত্ত্বদৰ্শন কৰিব নোৱাৰে। আশয়= হৃদয়।

জীৱৰ অন্তৰতম স্থান হৈছে হৃদয়; ইয়াতেই যেন মানুহৰ সকলো মনোবৃত্তি শয়ন কৰি থাকে। ]

এই বিশ্বজগতৰ সমস্ত সৃষ্ট পদাৰ্থ মোৰ পৰাই উদ্ভূত হয়, সমস্ত পদাৰ্থত মৱেই আছোঁ, সমস্ত পদাৰ্থৰ লয় মোতেই হয়—( আদিশ্চ মধ্যঞ্চ অন্ত এব চ )। এই শ্লোকেই হৈছে বিভূতি যোগৰ মূল সূত্ৰ। ২০॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

আদিত্যানাং অহং বিষ্ণুৰ্ জ্যোতিষাং ৰবিৰ্ অংশুমান।
মৰীচিৰ্ মৰুতাম্ অস্মি নক্ষত্ৰাণাম্ অহং শশী। ২১॥

**অন্বয় ঃ**—অহং ( দ্বাদশ ) আদিত্যানাম্ বিষ্ণু, জ্যোতিষাং অংশুমান্ ৰবিঃ, মৰুতাং মৰীচিঃ নক্ষত্ৰাণাম্ অহং শশী অস্মি। ২১॥

**অনুবাদ** ঃ—দ্বাদশ আদিত্যৰ ভিতৰত মৱেই বিষ্ণু, জ্যোতিষ্কসমূহৰ ভিতৰত মৱে কিৰণমালী সূৰ্য্য, মৰুদ্বিলাকৰ ভিতৰত ( ৪৯ সংখ্যক ) মৰীচি নামৰ মৰুৎ আৰু ( আপাতদৃশ্য অল্পদীপ্তিমান্ ) নক্ষত্ৰৰ ভিতৰত মই চন্দ্ৰ। ২১॥

**ব্যাখ্যা** ঃ—আদিত্য আৰু ৰবিৰ ভিতৰত বিভিন্ন অৰ্থ আছে। আদিত্য দ্বাদশ। এই দ্বাদশ আদিত্যৰ শাস্ত্ৰীয় নাম—ধাতা, মিত্ৰ, অৰ্যমা, ৰুদ্ৰ, বৰুণ, সূৰ্য্য ( ৰবি ), ভগ, বিবস্বান্, পূষা, সবিতা, ত্বষ্টা আৰু বিষ্ণু।

**(ক) সমজাতীয় বহুতৰ মাজত নিৰ্বাচিত এটা বিভূতি, যিটো প্ৰধান বা শ্ৰেষ্ঠ সেইটো দেখুউৱাই বিভূতি প্ৰদৰ্শনৰ লক্ষ্য। আদিত্য-সকলৰ ভিতৰত মই বিষ্ণু।**

পৃথিৱীৰ চাৰিউকালে এটা বিশাল গোলাকাৰ বৃত্ত আছে। তাৰ পৰিমাপ ৩৬০°; এই বৃত্তক দ্বাদশ ভাগত বিভক্ত কৰিলে পোৱা যায় ৩০°; এক এক

ভাগত ক্ৰমে ক্ৰমে সূৰ্য্য অৱস্থান কৰে। এই এক এক ভাগত সূৰ্য্যৰ অৱস্থানৰ নাম আদিত্য। সূৰ্য্য স্থিৰ আছে—পৃথিৱী নিজে প্ৰতিদিন উণ্টি যাব ধৰিছে—নিজৰ মেৰুদণ্ডৰ ওপৰত ঘূৰিব ধৰিছে; এই বাবেই স্থিৰ নিশ্চল সূৰ্য্যৰ উদয়-অস্ত প্ৰভৃতিৰ বোধ আমাৰ হয়। বেদে কয় যে সূৰ্য্য কেতিয়াও উদয় নহয়, কেতিয়াও অস্তমিত নহয় (এষ আদিত্যঃ কদাপি নোদেতি কদাপি ন নিম্লোচতি)।

ৰাতিপুৱা আমি দেখোঁ যে সূৰ্য্য পূব চক্ৰৱালত আছে; আৰু সন্ধ্যাবেলা আমি দেখোঁ যে সূৰ্য্য পশ্চিম চক্ৰৱালত গৈছে। মধ্যাহ্ন সূৰ্য্য আমাৰ মূৰৰ ওপৰত আছে। এই যে সূৰ্য্যৰ মধ্যাহ্নৰ ৰূপ—সেয়ে বিষ্ণু। এই অৱস্থানৰ (Position) নাম বিষ্ণুপদম্।

তদ্‌বিষ্ণোঃ পৰমং পদং সদা পশ্যন্তি সূৰয়ঃ।
দিৱীৱ চক্ষুৰাততম্। ঋ. বে. ১।২২।১০ ॥

পণ্ডিতসকলে (সূৰয়ঃ) সৰ্বদাই (সদা) সূৰ্য্যৰ এই পৰমপদত অৱস্থিতি (বিষ্ণোঃ পৰমং পদম্) দেখি থাকে (পশ্যন্তি)। ইংৰাজীত এই বিষ্ণুপদৰ (জ্যোতিষিক অৱস্থান বিন্দুৰ) নাম Zenith point.

যি হেতুকে সূৰ্য্য নচলে, পৃথিৱী ঘূৰে, সেই হেতুকে পণ্ডিতসকলে সদাই সূৰ্য্যৰ বিষ্ণুপদত অৱস্থান জানে; সাধাৰণ মানুহে নাজানে, অন্যৰূপে ভাবে।

শ্ৰীভগৱানে অৰ্জুনক বুজালে যে দ্বাদশ আদিত্যৰ (আপাত প্ৰতীয়মান সূৰ্য্যৰ অৱস্থানজনিত ১২ ভাগৰ ভিতৰত) সত্যকাৰ স্থিৰ যে সূৰ্য্যাৱস্থান বিন্দু সেয়ে তেওঁৰ বিভূতি। জ্যোতিষাং ৰবিৰংশুমান্—বুদ্ধি গ্ৰাহ্য সূক্ষ্ম বিষ্ণুপদেই প্ৰথম বিভূতিৰ কথা কৈ এতিয়া ইন্দ্ৰিয় গ্ৰাহ্য বিভূতিৰ কথা কৈছে। জ্যোতিষ্ক-সমূহৰ ভিতৰত ময়ে কিৰণমালী সূৰ্য্য। এই সূৰ্য্য দৃষ্টিগোচৰ; Zenith point (মধ্যাহ্নসূৰ্য্যৰ অৱস্থান স্থান) বুদ্ধিগোচৰ।

মৰীচিঃ মৰুতাম্ অস্মি—মৰুৎবিলাকৰ ভিতৰত মই মৰীচি নামৰ মৰুৎ। মৰুতৰ সংখ্যা হৈছে সপ্ত গুণোপেত— ৭ × ৭ = ৪৯, নক্ষত্ৰাণাং অহং শশী—নক্ষত্ৰবিলাকৰ ভিতৰত মই চন্দ্ৰ। ইয়াত নক্ষত্ৰ জ্যোতিষিক সংজ্ঞা (ৰবিমাৰ্গৰ ২৭ ভাগৰ ১ ভাগ) নহয়। চন্দ্ৰমাৰ্গত যিবিলাক পদাৰ্থই দীপ্তি পায় সেই বিলাকেই নক্ষত্ৰ আৰু তাৰে ভিতৰত কিছু অধিক দীপ্তিমান্ চন্দ্ৰই ভগৱানৰ বিভূতি। (বেদ-বেদান্ত শাস্ত্ৰী)

**বেদানাং সামবেদোঽস্মি দেৱানাম্ অস্মি বাসৱঃ।**
**ইন্দ্ৰিয়াণাং মনশ্চাস্মি ভূতানাম্ অস্মি চেতনা। ২২ ॥**

**অন্বয়ঃ**—বেদানাং সাম-বেদঃ অস্মি, দেৱানাম্ বাসৱঃ অস্মি, ইন্দ্ৰিয়ানাং মনঃ অস্মি, ভূতানাম্ চ চেতনা অস্মি।

চেতনা=ভূতানাং সম্বন্ধিনী জ্ঞানশক্তিঃ। (শ্ৰীধৰ)

**অনুবাদ**ঃ—বেদসমূহৰ ভিতৰত মই সামবেদ, দেৱতাসকলৰ ভিতৰত মই ইন্দ্ৰ, ইন্দ্ৰিয়বিলাকৰ ভিতৰত মই (প্ৰবৰ্ত্তক) মন, আৰু ভূতবৰ্গৰ ভিতৰত মই (অভিব্যক্তি) চেতনা।

**ব্যাখ্যা**ঃ—(১) ঋগ্‌বেদত তত্ত্ব কি এইটো নিৰ্দ্ধাৰণ কৰিছে।

(২) যজুৰ্বেদত ক্ৰিয়া নিৰ্দ্ধাৰণ কৰিছে—কেনেকৈ সেই তত্ত্ব সাক্ষাৎকাৰ হয়।

(৩) সামবেদত প্ৰয়োজন নিৰ্দেশ কৰিছে—কিয় সেই তত্ত্ব জানিব লাগে।

অথৰ্ব্ববেদক যজ্ঞত স্থান দিয়া নাই, কাৰণ ভগবৎ-তত্ত্ব আলোচনা নকৰি অন্য ফালে এই বেদে দৃষ্টি দিছে।

ঋগ্‌বেদৰ বিষয় হৈছে তত্ত্বৰ বৰ্ণনা, কোন্ কৰ্মৰ দ্বাৰা তত্ত্বক অনুভূতি কৰা যায় সেয়ে হৈছে যজুৰ্বেদৰ বিষয় আৰু তত্ত্বক অনুভৱ কৰিব পাৰিলে যি শুদ্ধ অনাবিল আনন্দ পোৱা যায় সেয়ে সামবেদৰ লক্ষ্য।

প্ৰয়োজন নাথাকিলে কোনেও একো কৰ্ম নকৰে। আনন্দই মুখ্য প্ৰয়োজন—সেয়ে যেন সামবেদৰ বিষয়, অতএব বেদৰ ভিতৰত বিভূতি হিচাপে ভগৱানেই সামবেদ—আনন্দস্বৰূপ।

ভূতানাম্ অস্মি চেতনা=ভূতবৰ্গৰ ভিতৰত অৰ্থাৎ সৃষ্ট পদাৰ্থবোৰৰ ভিতৰত মই চেতনা নামৰ ভূত। (১৩।৬ দ্ৰষ্টব্য) চেতনা জানো ভূত? চেতনা জানো সৃষ্ট পদাৰ্থ? চেতনা যদি পদাৰ্থ নহয়, তেন্তে ভূতবৰ্গৰ ভিতৰত একতম ভূত বুলি, প্ৰধানতম ভূত বুলি ভগৱানে কিয় উল্লেখ কৰিলে?

ভূত=যি তৈয়াৰ হৈছে। অনুপহিত (অব্যক্ত) চেতনা যেতিয়া উপহিত-(ব্যক্ত) হয়, চৈতন্যক ভূত বুলি কব পাৰি। উপাধিগ্ৰস্ত চেতনাক 'ভূত'ৰ ন্যায় ধৰিলে (উপাধিহীন চৈতন্যৰ দৃষ্টিত উপহিত জীৱ চৈতন্যতো ভূতক নিচিনাই) এটা ব্যাখ্যা হয়। সকলো ভূতৰ ভিতৰত শ্ৰেষ্ঠ ভূত যে চেতনা সেয়ে বিভূতি। ২২ ॥ (বেদ-বেদান্ত শাস্ত্ৰী)

ভূতানাম্ অস্মি চেতনা=ভূতবৰ্গৰ মই চেতনা-জ্ঞানশক্তি। ( শ্ৰীধৰ )

**ৰুদ্ৰাণাং শঙ্কৰশ্চাস্মি বিত্তেশো যক্ষৰক্ষসাম্।**
**বসূনাং পাৱকশ্চাস্মি মেৰুঃ শিখৰিণাম্ অহম্। ২৩॥**

**অন্বয়ঃ**—ৰুদ্ৰাণাং শঙ্কৰঃ অস্মি, যক্ষ-ৰক্ষসাম্ বিত্ত-ঈশঃ, বসূনাম্ চ পাৱকঃ অস্মি, শিখাৰিণাং চ অহঃ মেৰুঃ। ২৩॥

শিখাৰিণাং=শিখৰবতাং উচ্ছ্ৰিতাণাম্—মেৰুঃ।

**অনুবাদঃ**—( ভুৰ্বলোকৰ দেৱতাসকলৰ ) একাদশ ৰুদ্ৰৰ ভিতৰত মই শঙ্কৰ, যক্ষ আৰু ৰক্ষবিলাকৰ ভিতৰত মই কুবেৰ, ( ভুলোকৰ দেৱতা অগ্নিৰ আঠ প্ৰকাৰ ভেদৰ ) বসুবিলাকৰ ভিতৰত মই পাৱক, উচ্ছ্ৰায় ( শিখৰ ) বিশিষ্টবোৰৰ ভিতৰত মই মেৰু। ২৩॥

**ব্যাখ্যা**:—বিভূতি শব্দৰ অৰ্থ প্ৰকাশ বুলি আগেয়ে কোৱা হৈছে। এতিয়া ভগৱৎ-শক্তিৰ সূক্ষ্মতম প্ৰকাশ ভূলোক, ভুৰ্বলোক আৰু স্বৰ্লোক এই তিনি লোকৰ কথা কৈছে। এই তিনিও লোকতে ভগৱৎ শক্তিৰ সূক্ষ্মতম প্ৰকাশ আছে।

(১) ভুলোকৰ দেৱতা—অগ্নি। অষ্টবসু অগ্নিৰেই আঠ প্ৰকাৰ ভেদ।

(২) ভুৰ্বলোকৰ দেৱতা—ইন্দ্ৰ বা বায়ু—একাদশ ৰুদ্ৰ ইন্দ্ৰৰেই প্ৰকাৰ ভেদ।

(৩) স্বৰ্লোকৰ দেৱতা—সূৰ্য্য—দ্বাদশ আদিত্য সূৰ্য্যৰ প্ৰকাৰ ভেদ।

সূক্ষ্ম ভগবচ্ছক্তি—স্বৰ্লোক আদিত্য। ভুবলোকত ইন্দ্ৰ আৰু ভূলোকত অগ্নি—এই তিনিৰ ভিন্ ভিন্ প্ৰকাৰ ভেদৰ ভিতৰত যিটো মুখ্য তাতেই ভগৱানৰ বিভূতি প্ৰকাশিত হৈছে।

এই কাৰণেই বিভুতি বৰ্ণনাৰ প্ৰথম শ্লোকত ( ১০।২১ শ্লোকত ) আদিত্য-সকলৰ ভিতৰত বিষ্ণুৰ নাম প্ৰথমে উল্লেখ কৰিছে। তাৰ পিছত ৰুদ্ৰ-সকলৰ ভিতৰত শঙ্কৰ আৰু তাৰো পাছত বসুসকলৰ ভিতৰত পাৱকৰ নাম উল্লেখ হৈছে।

শিখৰবিশিষ্ট ( উচ্ছ্ৰায়বিশিষ্ট ) বোৰৰ ভিতৰত মই মেৰু। ইয়াত শিখৰ শব্দৰ অৰ্থ উচ্ছ্ৰায়। ভূমণ্ডলৰ কেন্দ্ৰৰপৰা উন্নতিক (Altitude) উচ্ছ্ৰায় বোলে। ইয়াত শিখৰ শব্দৰ অৰ্থ শৃঙ্গ নহয়।

মেৰু=সুমেৰু বিন্দু।

গোলাকাৰ ভূমণ্ডলৰ মাজেদি ( কুমেৰু পৰ্য্যন্ত ) সুমেৰু যেন ( এডাল লাঠিৰ নিচিনাকৈ ) দণ্ডাকাৰে থিয় হৈ আছে। এই দণ্ড বা ৰেখাটোক উত্তৰ ফালে বঢ়াই দিলে ই ধ্ৰুব নক্ষত্ৰক প্ৰায় স্পৰ্শ কৰে। সুমেৰুত ( আৰু ভূ-মণ্ডলৰ কেন্দ্ৰৰপৰা ) ধ্ৰুবৰ উন্নতি ৯০° ডিগ্ৰি। সুমেৰুৰ অক্ষাংশও (latitude) ৯০° ডিগ্ৰি। বিষুৱ বৃত্তত ধ্ৰুবৰ উন্নতি 0°, বিষুৱ বৃত্তত অক্ষাংশ 0°। সুমেৰু আৰু বিষুৱ বৃত্তৰ ভিতৰত যিকোনো স্থানত ধ্ৰুৱৰ উন্নতি আৰু অক্ষাংশ একে।

সুমেৰুৰ উচ্ছ্ৰায় ( উন্নতি ) সৰ্বাধিক ৯০°। এয়ে ভগৱৎ বিভূতি। ভূমণ্ডলৰ উত্তৰ গোলাৰ্দ্ধ জম্বুদ্বীপ। ইয়াক লৱণ সমুদ্ৰই বেৰি আছে। ভূমণ্ডলৰ কেন্দ্ৰই দি সুমেৰু আৰু কুমেৰু পৰ্য্যন্ত বিস্তৃত এটা কল্পিত ৰেখা আছে। এই ৰেখাকেই অৱলম্বন কৰি যেন ভূমণ্ডল ইয়াৰ চাৰিওফালে ২৪ ঘণ্টাত একবাৰ ঘূৰে। এই ৰেখা স্থিৰ, অচল, নলৰে নচলে। এই ৰেখা যদিও কল্পিত, সুমেৰু বিন্দু কাল্পনিক নহয়।

পৰ্বতৰ সমান অৰ্থ বুজোৱা শব্দ আন এটি হৈছে অচল। অতএৱ যি সুমেৰু বিন্দু অচল অৰ্থাৎ স্থিৰ সেই মেৰুই পৰ্ব্বতৰ পৰ্য্যায়ৰ শব্দ অচল নামেৰে কথিত হ'ব ধৰিলে। মেৰু প্ৰকৃততে পৰ্বত নহয়—অচল বিন্দু।

( বেদ-বেদান্ত শাস্ত্ৰী )

পুৰোধসাং চ মুখ্যং মাং বিদ্ধি পাৰ্থ বৃহস্পতিম্।
সেনানীনাম্ অহং স্কন্দঃ সৰসাম্ অস্মি সাগৰঃ। ২৪ ॥

**অন্বয় :**—পাৰ্থ, মাং পুৰোধসাং চ মুখ্যং বৃহস্পতিং বিদ্ধি। অহং সেনানীনাম্ স্কন্দঃ, সৰসাম্ সাগৰঃ। ২৪ ॥

**অনুবাদ :**—হে পাৰ্থ! ( যাৰ স্থান সকলোৰে আগত এনেকুৱা ) পুৰোহিত-বিলাকৰ ভিতৰত প্ৰধান—বৃহস্পতি বুলি মোকেই জানিবা। সেনাপতিবিলাকৰ ভিতৰত মই কাৰ্ত্তিকেয়; জলাশয়বিলাকৰ ভিতৰত মই সাগৰ। ২৪ ॥

**ব্যাখ্যা :**—সমাজ কল্যাণৰ বাবে ব্ৰাহ্মণেই প্ৰথমতঃ হিত উপদেশ দিছিল। এই অৰ্থত পুৰোহিত শব্দৰ ব্যাখ্যা বেদত পোৱা যায়। ( ব্ৰাহ্মণঃ হিতম্ উপদিশন্ প্ৰথমতো গচ্ছতি—সায়ন )। ( বেদ-বেদান্ত শাস্ত্ৰী )

**মহৰ্ষীণাং ভৃগুৰ্ অহং গিৰাম্ অস্ম্যেকম্ অক্ষৰম্।**
**যজ্ঞানাং জপযজ্ঞোঽস্মি স্থাৱৰাণাং হিমালয়ঃ। ২৫ ॥**

**অন্বয় :**—অহং মহৰ্ষীণাম্ ভৃগুঃ অস্মি, গিৰাম্ একং অক্ষৰম্ ; যজ্ঞানাং জপযজ্ঞঃ, স্থাবৰাণাং হিমালয়ঃ অস্মি। ২৫ ॥

**অনুবাদ :**—মহৰ্ষি সকলৰ ভিতৰত মই ভৃগু ; শব্দসমূহৰ ভিতৰত একাক্ষৰ প্ৰণৱ মই। সকলো যজ্ঞৰ ভিতৰত জপৰূপ যজ্ঞ মই ; সকলো পৰ্বতৰ ভিতৰত মই হিমালয়। ২৫ ॥

**ব্যাখ্যা :**—দ্ৰব্যৰ দ্বাৰা অনুষ্ঠিত যজ্ঞতকৈ জপৰদ্বাৰা মন ঈশ্বৰৰ ফালে বেছি ধাবিত হ'ব পাৰে ; সেই কাৰণে সকলো যজ্ঞৰ ভিতৰত জপৰূপ যজ্ঞকে 'বিভূতি' বুলি কৈছে।

স্থাবৰ শব্দৰ দ্বাৰা ইয়াত অচল পৰ্বতক বুজাইছে। অচল পৰ্বতৰ ভিতৰত হিমালয়েই ভগৱানৰ বিভূতি।

১০।২৩ শ্লোকত শিখৰী শব্দই পৰ্বতক বুজালে ইয়াত পুনৰুক্তি দোষ হ'লহেঁতেন। ২৫ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

অশ্বত্থঃ সৰ্ববৃক্ষাণাং দেবৰ্ষীণাং চ নাৰদঃ।
গন্ধৰ্বাণাং চিত্ৰৰথঃ সিদ্ধানাং কপিলো মুনিঃ। ২৬ ॥

**অন্বয় :**—সৰ্ববৃক্ষাণাং অশ্বত্থঃ, দেবৰ্ষীণাম্ চ নাৰদঃ, গন্ধৰ্বাণাম্ চিত্ৰৰথঃ, সিদ্ধানাং কপিলঃ মুনিঃ। ২৬ ॥

**অনুবাদ :**—বৃক্ষবিলাকৰ ভিতৰত অশ্বত্থ, দেৱৰ্ষিসকলৰ ভিতৰত মই নাৰদ ; গন্ধৰ্বসকলৰ ভিতৰত মই চিত্ৰৰথ ; সিদ্ধসকলৰ ভিতৰত ( দেৱহূতি পুত্ৰ ) কপিল মুনি মই।

**ব্যাখ্যা :**—সিদ্ধানাং উৎপত্তিতঃ এব অধিগততত্ত্বানাং মধ্যে কপিলাখ্য মুনিঃ অস্মি। ( শ্ৰীধৰ ) জন্মৰপৰাই যিসকলে পৰমাৰ্থ তত্ত্বৰ অধিকাৰী ( জ্ঞান, বৈৰাগ্য আৰু ঐশ্বৰ্য্যৰ অধিকাৰী ) তেওঁলোকেই সিদ্ধ। সেই সিদ্ধবিলাকৰ ভিতৰত মই কপিল মুনি। কপিল মুনি সেশ্বৰ সাংখ্যৰ প্ৰৱৰ্ত্তয়িতা। কৰ্দম প্ৰজাপতিৰ পত্নী দেৱহূতিৰ গৰ্ভজাত। ২৬ ॥

উচ্চৈঃশ্ৰৱসং অশ্বানাং বিদ্ধি মাম্ অমৃতোদ্ভৱম্।
ঐৰাৱতং গজেন্দ্ৰাণাং নৰাণাম্ চ নৰাধিপম্। ২৭ ॥

**অন্বয় :**—অশ্বানাং অমৃত উদ্ভৱং উচ্চৈঃশ্ৰৱসং, গজেন্দ্ৰাণাং ঐৰাৱতম, নৰণাং চ নৰ অধিপম্ মাম্ বিদ্ধি।

**অনুবাদ** :—মোক অশ্ববিলাকৰ ভিতৰত ( অমৃতৰ বাবে মন্থন কৰা সমুদ্ৰৰ-পৰা উদ্ভূত ) উচ্চৈঃশ্ৰবা আৰু মানুহৰ ভিতৰত ৰজা বুলি জানিবা। ২৭ ॥

**আয়ুধানাং অহং বজ্ৰং ধেনূনাম্ অস্মি কামধুক্।**
**প্ৰজনশ্চাস্মি কন্দৰ্পঃ সৰ্পাণাম্ অস্মি বাসুকিঃ ॥ ২৮।**

**অন্বয়** ঃ—আয়ুধানাং অহং বজ্ৰং, ধেনূনাম্ কামধুক্ অস্মি। অহং প্ৰজনঃ কন্দৰ্পঃ চ, সৰ্পাণাং বাসুকিঃ অস্মি।

প্ৰজনঃ=উৎপত্তি হেতুঃ।

**অনুবাদ** :—অস্ত্ৰসমূহৰ ভিতৰত মই বজ্ৰ, গাভীসকলৰ ভিতৰত কামধেনু, ( উৎপাদক সকলৰ ভিতৰত ) প্ৰজা উৎপাদক কন্দৰ্প মই, সৰ্পবিলাকৰ ভিতৰত মই বাসুকি। ২৮ ॥

সৰ্প—যি লৰিব পাৰে ( ধাতুগত অৰ্থ এয়ে )।

অনন্তশ্চাস্মি নাগানাং বৰুণো যাদসাম্ অহম্।
পিতৃণাম্ অৰ্যমা চাস্মি যমঃ সংযমতাম্ অহম্॥ ২৯ ॥

**অন্বয়** ঃ—নাগানাম্ অনন্তঃ অস্মি, যাদসাম্ চ অহং বৰুণঃ, পিতৃণাং অৰ্যমা, সংযমতাম্ চ অহং যমঃ অস্মি। ২৯ ॥

**অনুবাদ** ঃ—নাগবিলাকৰ ভিতৰত মই অনন্ত, জলদেৱতা সকলৰ ভিতৰত মই বৰুণ, পিতৃসকলৰ ভিতৰত মই পিতৃৰাজ অৰ্যমা আৰু নিয়ামকসকলৰ ভিতৰত মই যম। ২৯ ॥

**ব্যাখ্যা** :—নাগ সৰ্প নহয়। নগ=যি চলিব নোৱাৰে ( নগ এব নাগঃ ) বা নচলে। অনন্ত=যাৰ অন্ত ( শেষ ) নাই, অৰ্থাৎ আকাশ—যিহে পৃথিৱীক ধৰি আছে—ই ভগৱানৰ বিভূতি। এই আকাশেই অনন্তপদৰ লক্ষ্য। এই আকাশৰ অন্ত বা শেষ নাই ; ই লৰিব নোৱাৰে। পুৰাণৰ শেষ নাগ—আকাশৰে নাগ। ( বেদ-বেদান্ত শাস্ত্ৰী )

আন আন টীকাকাৰসকলে বা ভাষ্যকাৰ শঙ্কৰাচাৰ্য্যই এই অৰ্থ কৰা নাই।

নাগানাং নিৰ্বিষাণাং ৰাজা অনন্তঃ—নিৰ্বিষ নাগবিলাকৰ ৰজা অনন্ত।

( শ্ৰীধৰ )

অনন্তশ্চাস্মি নাগানাং নাগ বিশেষাণাং নাগৰাজশ্চাস্মি। ( শঙ্কৰ )

নাগ বিশেষ বিলাকৰ ভিতৰত মই অনন্ত নাগৰাজ।

যাদসাম্—জলচৰবিলাকৰ ভিতৰত

অৰ্য্যমা—পিতৃবিলাকৰ অধিপতি ( বেদত আছে )

সংযমতাম্—ধৰ্মাধৰ্ম ফলদান প্ৰদানেন অনুগ্ৰহং নিগ্ৰহঞ্চ কুৰ্বতাম্ (মধুসূদন), নিয়মং কুৰ্বতাম্ ( শ্ৰীধৰ ), সংযমনং কুৰ্বতাম্ ( শঙ্কৰ )।

( নাগ আৰু সৰ্প দুই বিভিন্ন জাতি বুলি বৰ্ণনা পোৱা যায়। ) ২৯ ॥

প্ৰহ্লাদশ্চাস্মি দৈত্যানাং কালঃ কলয়তাম্ অহম্।
মৃগানাং চ মৃগেন্দ্ৰোঽহম্ বৈনতেয়শ্চ পক্ষিণাম্ ॥ ৩০

**অন্বয়**ঃ—অহং দৈত্যানাং প্ৰহ্লাদঃ অস্মি, কলয়তাং চ কালঃ, মৃগাণাম্ চ মৃগেন্দ্ৰঃ, পক্ষিণাম্ চ বৈনতেয়ঃ চ ॥ ৩০

**অনুবাদ**ঃ—দৈত্যবিলাকৰ ভিতৰত মই প্ৰহ্লাদ; গণনাকাৰীসকলৰ ভিতৰত মই কাল; পশুবিলাকৰ ভিতৰত মই সিংহ, পক্ষীবিলাকৰ ভিতৰত মই বিনতাৰ পুত্ৰ গৰুড। ৩০

**ব্যাখ্যা**ঃ—কালে সকলোকে গ্ৰাস কৰে, গ্ৰাসকাৰীসকলৰ ভিতৰত মই কাল ( তিলক )।

কলয়তাম্—কলয়ৎ শব্দৰ অৰ্থ গ্ৰাসকাৰী হয়। শ্ৰীধৰ স্বামীয়ে কলয়ৎ শব্দৰ অৰ্থ বশীকৰণকাৰী বা গণনাকাৰী বুলি ধৰিছে ( কলয়তাং বশী কুৰ্বতাং গণয়তাং বা মধ্যে কালোঽহমস্মি ) গণনাকাৰী বুলি কৰা অৰ্থ বা বশীকৰণকাৰী বুলি কৰা অৰ্থও গ্ৰাসকাৰী শব্দৰ অৰ্থৰ দৰে হয়গৈ। কালে সকলোকে বশ কৰে। কালে যি সময়ত যি হব লাগে তাকে নিৰ্ণয় কৰে। কেতিয়া কি হ'ব সেই গণনা কৰা লোক মানুহৰ ভিতৰতো আছে। কিন্তু সেই গণনা বিলাকৰ ভিতৰত কালৰ গণনাই অনিবাৰ্য্য হয়। সেই নিৰ্ভুল গণনাকাৰী জনেই মই। ৩০

পৱনঃ পৱতাম্ অস্মি ৰামঃ শস্ত্ৰভৃতাম্ অহম্।
ঝষাণাং মকৰশ্চাস্মি স্ৰোতসাম্ অস্মি জাহ্নবী ॥ ৩১

**অন্বয়**ঃ—অহং পৱতাম্ পৱনঃ, শস্ত্ৰভৃতাং ৰামঃ অস্মি, ঝষাণং মকৰঃ অস্মি, স্ৰোতসাম্ জাহ্নবী অস্মি ॥

**টীকায়াম্**ঃ—পৱতাং পাৱয়িতৃণাং বেগৱতাং বা মধ্যে বায়ুঃ অহম্ অস্মি। ঝষাণাং=মৎস্যানাং; মকৰঃ=তিমিঙ্গলঃ। (শ্ৰীধৰ )

**অনুবাদ** ঃ—বেগগামীৰ ভিতৰত মই বায়ু, শস্ত্ৰধাৰীৰ ভিতৰত মই ৰাম, মাছৰ ভিতৰত মই মকৰ, নদীৰ ভিতৰত গঙ্গা।

**ব্যাখ্যা** ঃ—বায়ু গতিতো বেগগামী আৰু পৱিত্ৰকৰণতো পৱিত্ৰকাৰী। পৱং শব্দ পূ ধাতুৰপৰা আহিছে। সেইবাবে পৱিত্ৰকাৰীসকলৰ ভিতৰতো মধ্যে পৱন বা বায়ু বুলিও অৰ্থ কৰিব পাৰি। ৩১

সৰ্গাণাং আদিৰ্ অন্তশ্চ মধ্যং চৈবাহম্ অৰ্জুন।
অধ্যাত্মবিদ্যা বিদ্যানাং বাদঃ প্ৰবদতাং অহম্॥ ৩২।

**অন্বয়** ঃ—অৰ্জুন! সৰ্গাণাং আদিঃ অন্তঃ মধ্যং চ অহম্ এব, বিদ্যানাং অধ্যাত্মবিদ্যা চ প্ৰবদতাম্ অহং বাদঃ।

সৰ্গাণাং = সৃষ্ট পদাৰ্থানাম্।

**অনুবাদ** ঃ—হে অৰ্জুন। সৃষ্ট পদাৰ্থসমূহৰ মই আদি, অন্ত আৰু মধ্য; বিদ্যাৰ ভিতৰত মই অধ্যাত্মবিদ্যা, বাদীবিলাকৰ ভিতৰত মই বাদ। ৩২

**ব্যাখ্যা** ঃ অধ্যাত্মবিদ্যা = আত্মবিদ্যা। বিদ্যাসমূহৰ ভিতৰত মই সেই বিদ্যা যাৰদ্বাৰা জ্ঞান হয় যে আত্মাতেই সমস্ত বিধৃত।

বাদঃ = সত্য নিৰ্ণয়ৰ বাবে কৰা তৰ্ক।

প্ৰবদতাং = নানা বিষয়ে জল্প, তৰ্ক বিতণ্ডা ইত্যাদি যিবিলাকে কৰে; সেইবিলাকৰ ভিতৰত 'অহং বাদঃ'—মই সত্য নিৰ্ণয়ৰ বাবে কৰা তৰ্ক।

প্ৰবদতাং বাদিনাং সম্বন্ধিন্যো বাদ-জল্প-বিতণ্ডাখ্যাঃ তিস্ৰঃ কথাঃ প্ৰসিদ্ধাঃ তাসাং মধ্যে বাদোঽহম্।—(শ্ৰীধৰ) দুই পক্ষৰ তৰ্কৰ বিষয় লৈ যেতিয়া উভয় পক্ষই তৰ্ক-প্ৰমাণৰ দ্বাৰা নিজপক্ষ প্ৰতিষ্ঠাপিত কৰিব খোজে—তাৰ নাম বাদ। (বাদ, জল্প, বিতণ্ডা পাৰিভাষিক শব্দ)। অপৰ পক্ষক যেনে তেনে পৰাজয় কৰিবৰ কাৰণে ছল চাতুৰি নিগ্ৰহ আদি কৰা দূষণীয়—সেইটো কৰাৰ নাম জল্প। স্বমত স্থাপন হওক বা নহওক কেৱল পৰৰ মত খণ্ডন কৰাৰ বাবে যি বাগাড়ম্বৰ—তাক বিতণ্ডা বোলে।

মানুহৰ ভিতৰত তৰ্ক আলোচনা, বাক্ বিতণ্ডাৰ যি বিষয়বস্তু সেই বিষয়-বস্তুৰ যি মূলতত্ত্ব সেইটো মই। বাদে তত্ত্বজ্ঞান নিৰ্ণয় কৰে সেই বাবে বাদ শ্ৰেষ্ঠ।

**অক্ষৰাণাম্ অকাৰোঽস্মি দ্বন্দ্বঃ সামাসিকস্য চ**
**অহং এবাক্ষয়ঃ কালো ধাতাহং বিশ্বতোমুখঃ ॥ ৩৩**

**অন্বয়** :—অক্ষৰাণাং অকাৰঃ অস্মি, সামাসিকস্য চ দ্বন্দ্বঃ। অহম্ এব অক্ষয়ঃ কালঃ অহং বিশ্বতোমুখঃ ধাতা ॥ ৩৩

**অনুবাদ** :—স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণৰ অক্ষৰবিলাকৰ ভিতৰত মই দ্বন্দ্ব সমাস ; মই পৰিবৰ্তনৰহিত ( নিত্য একভাৱে অৱস্থিত ) কাল। ময়ে বিধান কৰ্তা আৰু মোৰ প্ৰকাশ সকলো ফালে। ৩৩

**ব্যাখ্যা** : বৰ্ণসমূহৰ ভিতৰত মই অকাৰ। শ্ৰুতিত আছে—"অকাৰো বৈ সৰ্বাবাক্" অৰ্থাৎ অকাৰ সমস্ত বাক্যস্বৰূপ, অতএৱ অকাৰ শ্ৰেষ্ঠ। সমাসসমূহৰ ভিতৰত ময়ে উভয়পদপ্ৰধান দ্বন্দ্ব সমাস ; তৎপুৰুষ সমাসত উত্তৰ পদ-অৰ্থ প্ৰধান ; বহুব্ৰীহিত অপৰ পদ-অৰ্থ প্ৰধান , অতএৱ উভয পদৰ সাম্যাভাৱবশতঃ অন্য সমাস নিকৃষ্ট। ( কৃষ্ণচন্দ্ৰৰ গীতা )

মই অক্ষয় কাল=মই পৰিবৰ্তনৰহিত। নিত্য একভাৱে অৱস্থিত কাল।

কালৰ ধাৰণাঃ—দিন-ৰাতি, চন্দ্ৰৰ হ্ৰাস-বৃদ্ধি, ঋতুপৰিবৰ্তন ইত্যাদি দেখি কালৰ ধাৰণা হয়। ঘটনাৰ অগা-পিছা নেদেখিলে বা নাজানিলে কালৰ ধাৰণা নহয়।

অতীত হৈছে ঘটনাৰ স্মৃতি, বৰ্তমান হৈছে ঘটনাৰ প্ৰত্যক্ষ জ্ঞান, ভৱিষ্যৎ হৈছে—আশা-আকাঙ্ক্ষা।

শ্ৰীভগৱানে কৈছে যে অতীত আৰু ভৱিষ্যৎ বুলি একো নাই—সমস্তই বৰ্তমান ঘটনা ; আকৌ বৰ্তমান ঘটনা সমূহক গণনা নকৰিলেই নিত্য ৰৰ্তমান, অপৰিবৰ্তনীয়, অক্ষয় কালৰ ধাৰণা হয়।

এই অক্ষয় কালেই ভগৱানৰ বিভূতি। কোনো ঘটনা যেতিয়া ঘটিছিল ( অতীত ), তেতিয়া অৰ্থাৎ ঘটনা ঘটিবৰ সময়ত আছিল বৰ্তমান ; তেনেকৈ যেতিয়া কোনো ঘটনা ঘটিব ( ভবিষ্যৎ ) তেতিয়া অৰ্থাৎ ঘটনা ঘটিবৰ সময়ত সিও হ'ব বৰ্তমান। গতিকে বৰ্তমান ব্যতীত কোনো কালেই নাই। মনৰপৰা যিমানেই অতীত আৰু ভৱিষ্যৎ মচা যাব অৰ্থাৎ মন যিমানেই চিন্তা ভাৱশূন্য ( চিন্তামুক্ত ) হ'ব, পৰিবৰ্তনীয় কালৰ ধাৰণাও সিমানেই কমি যাব ; কেৱল বৰ্তমান কালৰ ধাৰণাই থাকিব।

এতিয়া বৰ্তমানকালৰ ধাৰণা বুজা যাওক। বৰ্তমান তো মুহূৰ্ত মাত্ৰ।

যি ক্ষুদ্র ক্ষুদ্র মুহূর্তৰ দ্বাৰা বৰ্তমানৰ ধাৰণা গঠিত হয়, সেই ক্ষুদ্র ক্ষুদ্র মুহূর্ত-বিলাকৰ জ্ঞান যিমান কমিব ( চিন্তা-ভাৱ কমিবৰ লগে লগে ) সিমানেই এটা মাত্র ক্ষুদ্র মুহূর্তৰ ধাৰণা স্থিৰ হৈ আহিব আৰু সেই অতি ক্ষুদ্র মুহূর্তৰ ভিতৰেদি অসীম অনন্ত নিত্যবৰ্তমান মহাকাল ( Eternity ) আত্ম প্ৰকাশ কৰিব। তেৱেঁই অচ্যুত, অপৰিবৰ্তনশীল, অক্ষয় কাল। তেৱেঁই ভগৱৎ বিভূতি।

( বেদ-বেদান্তশাস্ত্ৰীৰ ব্যাখ্যাৰ পৰা সঙ্কলিত )

মৃত্যু সৰ্বহৰশ্চাহম্ উদ্ভৱশ্চ ভৱিষ্যতাম্।
কীৰ্তিঃ শ্ৰীৰ্ বাক্ চ নাৰীণাং স্মৃতিৰ্ মেধা ধৃতিঃ ক্ষমা ॥ ৩৪

**অন্বয় :**—অহং চ সৰ্বহৰঃ মৃত্যুঃ চ ভৱিষ্যতাম্ উদ্ভৱঃ, নাৰীণাং কীৰ্তিঃ শ্ৰীঃ বাক্ স্মৃতিঃ মেধা ধৃতিঃ ক্ষমা চ। ৩৪ ॥

মৃত্যুঃ দ্বিবিধঃ ধনাদিহৰঃ প্ৰাণহৰশ্চ সৰ্বহৰ উচ্যতে। অথবা পৰঈশ্বৰঃ প্ৰলয়ে সৰ্বহৰণাৎ সৰ্বহৰঃ সোঽহম্। উদ্ভৱঃ উৎকৰ্ষঃ অভ্যুদয়ঃ তৎপ্ৰাপ্তিহেতুশ্চাহম্। কেষাম্? ভৱিষ্যতাম্ ভাৱিকল্যাণামুৎকৰ্ষ-প্ৰাপ্তি যোগ্যানামিত্যৰ্থঃ। কীৰ্তিঃ-শ্ৰীৰ্বাক্ চ নাৰীণাং স্মৃতিঃ ক্ষমা ইত্যেতা উত্তমাঃ স্ত্ৰীণাম্ অহমস্মি যাসামাভাসমাত্ৰ সম্বন্ধেনাপি লোকঃ কৃতাৰ্থমাত্মানং মন্যতে। ( শঙ্কৰ ভাষ্য )

**অনুবাদ :**—মই সৰ্বহৰ মৃত্যু ( ধনাদিহাৰী বা প্ৰাণহাৰী মৃত্যু অথবা প্ৰলয়ত সৰ্বহাৰী ঈশ্বৰ )। মই ভৱিষ্য বস্তুবিলাকৰ উদ্ভৱ—উৎপত্তিস্থান। নাৰীবিলাকৰ উত্তম স্ত্ৰী-স্বভাৱ, কীৰ্তি, বাক্, শ্ৰী, স্মৃতি, মেধা ধৃতি আৰু ক্ষমাৰূপে মই বিৰাজমান হৈ আছোঁ।

**ব্যাখ্যা :**—এই কীৰ্তিআদি যি সাতপ্ৰকাৰ উত্তম স্ত্ৰী-স্বভাৱ সেই সাতোটি দেৱতাৰূপে ময়েই বিৰাজ কৰি আছোঁ। নাৰীৰ মাজত কীৰ্তি, বাক্, শ্ৰী, স্মৃতি, মেধা, ধৃতি আৰু ক্ষমা ( সেই সেই অভিমানিনী দেৱতা ) ময়েই।

বৃহৎ সাম তথা সাম্নাং গায়ত্ৰী ছন্দসাম্ অহম্।
মাসানাং মাৰ্গশীৰ্ষোঽহম্ ঋতূনাং কুসুমাকৰঃ ॥ ৩৫

**অন্বয় :**—অহং সাম্নাং ( মধ্যে ) বৃহৎ সাম, ছন্দসাম্ গায়ত্ৰী, মাসানাং অহং মাৰ্গশীৰ্ষঃ তথা ঋতূনাং কুসুম-আকৰঃ। ৩৫ ॥

**অনুবাদ :**—মই সামবেদীয় মন্ত্ৰ সমূহৰ ভিতৰত বৃহৎসাম; ছন্দবিশিষ্ট

মন্ত্ৰ সমূহৰ ভিতৰত মই গায়ত্ৰী মন্ত্ৰ; মাহবিলাকৰ ভিতৰত মই আঘোণ মাহ, ঋতুবিলাকৰ ভিতৰত মই বসন্ত ঋতু।

**ব্যাখ্যা ঃ**—ছন্দবিলাকৰ ভিতৰত ২৪ অক্ষৰৰ গায়ত্ৰীছন্দই আদি ছন্দ। এই গায়ত্ৰীছন্দৰ ওপৰত ৪টাকৈ অক্ষৰ বঢ়াই গ'লেই অন্যান্য ছন্দৰ হিচাব পোৱা যায়; অতএব প্ৰধান বা আদি ছন্দকেই ভগৱানে নিজৰ বিভূতি বুলি কৈছে।

বহুদিন পূৰ্বে মৃগশিৰা নক্ষত্ৰৰ পূৰ্ণিমাক বৎসৰৰ আদি বুলি (আঘোণ মাহকে বছৰৰ আদি মাহ) ধৰা হৈছিল। যিটো প্ৰথম বা প্ৰধান সেয়ে ভগবদ্‌-বিভূতি। ৩৫ ॥ (বেদ-বেদান্তশাস্ত্ৰী)

দ্যূতং ছলয়তাম্‌ অস্মি তেজস্‌ তেজস্বিনাম্‌ অহম্‌।
জয়োঽস্মি ব্যৱসায়োঽস্মি সত্ত্বং সত্ত্বৱতামহম্‌। ৩৬ ॥

**অন্বয় ঃ**—অহং ছলয়তাম্‌ দ্যূতম্‌ অস্মি। তেজস্বিনাম্‌ তেজঃ অস্মি, অহং জয়ঃ অস্মি ব্যৱসায়ঃ অস্মি, সত্ত্বৱতাং চ সত্ত্বং (অস্মি)। ৩৬

**[ (খ) প্ৰধান গুণ বা শক্তি বা ঐশ্বৰ্য্য বা সামৰ্থ্য ]**

**অনুবাদ ঃ**—ছলনাকাৰীবিলাকৰ (পৰস্পৰে পৰস্পৰক বঞ্চিত কৰাৰ উপায়) দ্যূত মই, তেজস্বীসকলৰ তেজ মই, (জয়ী ব্যক্তিৰ) জয়, (নিশ্চয় সিদ্ধান্তকাৰীৰ) নিশ্চয়-বোধ মই, সত্ত্বযুক্তসকলৰ সত্ত্ব মই।

**ব্যাখ্যা ঃ**—ব্যৱসায়িনাং উদ্যমৱতাং ব্যৱসায়ঃ উদ্যমঃ অস্মি—

(১) অধ্যৱসায়িবিলাকৰ অধ্যৱসায়—মই (শ্ৰীধৰ)

(২) নিশ্চয় সিদ্ধান্তকাৰীৰ নিশ্চয়-বোধ—ব্যৱসায় শব্দৰ অৰ্থ নিশ্চয় বুলি ধৰিলে।

"বঞ্চকৰ সম্বন্ধী দ্যূত, তেজস্বীৰ প্ৰভাৱ, জেতাৰ জয়, ব্যৱসায়ীৰ উদ্যম, সাত্ত্বিকৰ সত্ত্ব মঞি। (ভট্টদেৱ)

বৃষ্ণীনাং বাসুদেৱোঽস্মি পাণ্ডৱানাং ধনঞ্জয়ঃ।
মুনীনাম্‌ অপ্যহং ব্যাসঃ কবীনাম্‌ উশনা কবিঃ। ৩৭ ॥

**অন্বয় ঃ**—অহং বৃষ্ণীণাং বাসুদেৱঃ, পাণ্ডৱানাম্‌ ধনঞ্জয়, মুনিনাম অপি ব্যাসঃ, কবিনাং উশনা কবিঃ। ৩৭ ॥

**পুনঃ (ক) সমজাতীয় অনেকৰ ভিতৰত নিৰ্বাচিত এটি বি-ভূতি—**

**অনুবাদঃ**—মই বৃষ্ণীবংশীয়সকলৰ ভিতৰত শ্ৰীকৃষ্ণ, পাণ্ডৱসকলৰ ভিতৰত ধনঞ্জয়, মুনিসকলৰ ভিতৰত ব্যাস মই আৰু কবিসকলৰ ভিতৰত উশনা মই। (উশনা=শুক্রাচার্য্য) মুনি=বেদাৰ্থ মননশীল। কবি=সূক্ষ্মাৰ্থদৰ্শী।

দণ্ডো দময়তাম্ অস্মি নীতিৰ্ অস্মি জিগীষতাম্।
মৌনং চৈবাস্মি গুহ্যানাং জ্ঞানং জ্ঞানৱতাম্ অহম্। ৩৮ ॥

**অন্বয়ঃ**—অহম্ দময়তাং দণ্ডঃ অস্মি, জিগীষতাং নীতিঃ অস্মি, গুহ্যনাং মৌনংএব, জ্ঞানৱতাং চ জ্ঞানং অস্মি।

**অনুবাদঃ**—মই শাসনকৰ্ত্তাসকলৰ দণ্ড, জয়েচ্ছু ব্যক্তিসকলৰ সামআদি নীতি (ৰাজনীতি), গুহ্য বিষয়ত নীৰৱতা মই, জ্ঞানীসকলৰ জ্ঞান মই। ৩৮

**ব্যাখ্যা**ঃ—নীতি=শত্ৰুজয়, সন্ধিবিগ্ৰহ বা ৰাজ্য ৰক্ষাৰ উপায়। সাম, দান, ভেদ, দণ্ড—এই ৪ প্ৰকাৰ নীতি। তাৰ ভিতৰত মই দণ্ড।

মৌনং=গুহ্যানাং গোপ্যানাং গোপন হেতু মৌনবচনম্ অহম্ অস্মি, নহি তুষ্ণীং স্থিতস্য অভিপ্ৰায়ো জ্ঞায়তে।

মৌন থাকিলে মনৰ ভাৱ কেতিয়াও ব্যক্ত নহয়—সেইবাবে ই গোপন হেতু। গোপনীয় বিষয়ত গোপন হেতুভূত মৌনভাৱ বা নীৰৱতা।

দণ্ড=দণ্ডবিধি বা প্ৰভুত্ব শক্তি। দণ্ড ৰাজ্যশাসন বা সমাজ শাসনৰ মুখ্য উপায়। সেই কাৰণে ই বিভূতি।

যচ্চাপি সৰ্বভূতানাং বীজং তদহং অৰ্জুন।
ন তদস্তি বিনা যৎ স্যান্ময়া ভূতং চৰাচৰম্। ৩৯ ॥

**অন্বয়ঃ**—যৎ চ সৰ্বভূতানাং বীজং তং অহং এব, ময়া বিনা যৎ স্যাৎ তৎ চৰাচৰং ভূতং নাস্তি। ৩৯।

বীজং—প্ৰৰোহকাৰণম্, মূলং কাৰণম্।

**অনুবাদঃ**—হে অৰ্জুন, সৰ্বভূতৰ যি বীজস্বৰূপ সেইটো মই, মোৰ ব্যতিৰেকে উদ্ভৱ হ'ব পাৰে চৰাচৰত এনে কোনো বস্তু নাই।

**ব্যাখ্যা** ঃ—সকলো স্পষ্ট পদাৰ্থৰ যি মূল কাৰণ সেইটো মই—মই বীজ। এনে কোনো জঙ্গম বা স্থাৱৰ পদাৰ্থ নাই যাৰ অস্তিত্ব মোক বাদ দি সিদ্ধ হ'ব পাৰে। ৩৯

নাস্তোঽস্তি মম দিব্যানাং বিভূতীনাং পৰন্তপ।
এষ তূদ্দেশতঃ প্ৰোক্তো বিভূতেৰ্ বিস্তৰো ময়া। ৪০ ॥

**অন্বয়** ঃ—হে পৰন্তপ! মম দিব্যানাং বিভূতীনাম্ অন্তঃ নাস্তি; এষ তু বিভূতেঃ বিস্তৰঃ ময়া উদ্দেশতঃ প্ৰোক্তঃ ॥ ৪০

উদ্দেশতঃ=সংক্ষেপতঃ

**অনুবাদ** ঃ—হে পৰন্তপ! মোৰ অলৌকিক বিভূতিসমূহৰ বহুল বৰ্ণনা মই সংক্ষেপে কলোঁ। ৪০।

যদ্ যদ্ বিভূতিমৎ সত্ত্বং শ্ৰীমদূৰ্জিতমেব বা।
তৎ তদেবাৱগচ্ছ ত্বং মম তেজোঽংশ সম্ভৱম্। ৪১ ॥

**অন্বয়** ঃ—বিভূতিমৎ শ্ৰীমৎ ঊৰ্জিতম্ যৎ যৎ সত্ত্বং তৎ তৎ এব মম তেজঃ অংশ সম্ভৱম্ ত্বং অৱগচ্ছ। ৪১

বিভূতিমৎ=ঐশ্বৰ্য্যযুক্তং

শ্ৰীমৎ=সম্পত্তিযুক্তং

ঊৰ্জিতম্=প্ৰভাৱবলাদিনা গুণেন অতিশয়িতম্।

**অনুবাদ** ঃ—যি যি বস্তু বা প্ৰাণীকে বিশেষ শক্তিমান্ বা সৌন্দৰ্য্যৱান বা তেজস্বী বুলি দেখিবা, সেয়ে মোৰ তেজৰ অংশৰ পৰা উৎপন্ন হোৱা বুলি বুজিবা। ৪১ ॥

অথবা বহুনৈতেন কিং জ্ঞাতেন তবাৰ্জুন।
বিষ্টভ্যাহম্ ইদং কৃৎস্নম্ একাংশেন স্থিতো জগৎ। ৪২ ॥

**অন্বয়** :—অথবা হে অৰ্জুন! তব এতেন বহুনা (পৃথক্ পৃথক্) জ্ঞানেন কিম্? অহং ইদং কৃৎস্নং (সমগ্ৰং) জগৎ একাংশেন (একদেশ মাত্ৰেণ) বিষ্টভ্য (ধৃত্বা) স্থিতম্। ৪২ ॥

**অনুবাদ** :—অথবা হে অৰ্জুন! (মোৰ বিভূতি সম্বন্ধে) এইদৰে পৃথক্

পৃথক্ জানি ফল কি ? মই সমগ্ৰ জগৎ একাংশ মাত্ৰদ্বাৰা ধাৰণ কৰি ( ব্যাপি ) আছোঁ । ৪২ ॥

ইতি শ্ৰীমদ্ভগৱদ্ গীতাসূপনিষৎসু
ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদে
বিভূতিযোগো নাম দশমোঽধ্যায়ঃ

**দশম অধ্যায়ত উল্লেখিত বিষয়সমূহৰ সংক্ষিপ্ত টোকা**

১। পৰমেশ্বৰৰ অনাদি স্বৰূপ জ্ঞানত মুক্তি।

২। ভগৱানৰ বিভূতি আৰু যোগ।

৩। বিভূতি আৰু যোগ জানি তাকে ভজনা কৰিলে জ্ঞান লাভ হয়; সেই জ্ঞান ভগৱানেই দিয়ে। পৰাভক্তি পৰাবিদ্যা একে।

৪। ভগৱদ্-বিভূতিৰ বিষয়ে শুনিবলৈ অৰ্জুনৰ প্ৰাৰ্থনা।

৫। সংক্ষেপতঃ বিভূতি বৰ্ণন।

৬। সমস্ত জগৎ ভগৱানৰ একাংশত মাত্ৰ স্থিত।

৭। তেওঁ বিশ্বানুগ হৈও বিশ্বাতিগ।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## একাদশোঽধ্যায়ঃ

## বিশ্বৰূপ দৰ্শন-যোগঃ

অৰ্জুন উবাচ—

মদনুগ্ৰহায় পৰমং গুহ্যং অধ্যাত্মসংজ্ঞিতম্।
যৎত্বয়োক্তং বচস্তেন মোহোঽয়ং বিগতো মম। ১ ॥

**অন্বয়** :—অৰ্জুনঃ উবাচ—মৎ অনুগ্ৰহায় পৰমং গুহ্যং অধ্যাত্মসংজ্ঞিতম্ যৎ বচঃ ত্বয়া উক্তম্, তেন মম অয়ং মোহঃ বিগতঃ।

**অনুবাদ** :—অৰ্জুনে ক'লে—মোৰ প্ৰতি অনুগ্ৰহ প্ৰকাশৰ কাৰণে (মোৰ শোক নিবৃত্তিৰ কাৰণে) অধ্যাত্ম সংজ্ঞক (আত্মা-অনাত্মা বিবেক বিষয়ক) যি পৰম গুহ্য কথা মোক তুমি ক'লা, তাতে মোৰ বৰ্ত্তমান মোহ (মই হন্তা, এওঁলোক বধ্য আত্মাৰ এই কৰ্ত্তৃত্বাদি মোহ) বিনষ্ট হৈছে। ১ ॥

**ব্যাখ্যা** :—মোৰ মোহ বিনষ্ট হ'ল অৰ্থাৎ তোমাৰ প্ৰকৃত তত্ত্ব জানিলোঁ। তুমি যে সৰ্বভূতৰ নিয়ন্তা, সকলো কৰ্মৰ নিয়ামক এইটো বুজিব পাৰি 'মই কৰ্ত্তা' 'মোৰ কৰ্ম' ইত্যাদিৰূপে যে মোহ সেই মোহ বিনষ্ট হ'ল। এতিয়া বুজিছোঁ তুমিয়েই কৰ্ত্তা, তুমিয়েই যন্ত্ৰী—মই যন্ত্ৰ মাথোন।

যি মোহৰ বশৱৰ্ত্তী হৈ নিজক হন্তা বুলি আৰু পিতামহ আদি ধৃতৰাষ্ট্ৰীয় পক্ষ বধ্য বুলি ভাবি অৰ্জুনে যুদ্ধ কৰিবলৈ অমান্তি হৈছিল এতিয়া সেই মোহ দূৰ হ'ল।

পূৰ্বৰ অধ্যায়ত নানা বিভূতি বৰ্ণনা কৰি অৱশেষত ভগৱানে কৈছে যে "মই একাংশৰ দ্বাৰা সমস্ত জগৎ পৰিব্যাপ্ত কৰি আছোঁ"—এই কথা শুনি অৰ্জুনে সেই সৰ্বাত্মক ৰূপ চাবৰ অভিলাষ কৰি পূৰ্বোক্ত বাক্যৰ প্ৰশংসা কৰি এই কথা কৈছে। ১ ॥

**ভবাপ্যয়ৌ হি ভূতানাং শ্ৰুতৌ বিস্তৰশো ময়া।**
**ত্বত্তঃ কমলপত্ৰাক্ষ মাহাত্ম্যম্ অপি চাব্যয়ম। ২ ॥**

**অন্বয়**ঃ—কমল-পত্ৰ-অক্ষ! ত্বত্তঃ ভূতানাং ভব-অপ্যয়ৌ ময়া বিস্তৰশঃ হি শ্ৰুতৌ। অব্যয়ং মাহাত্ম্যম্ অপি চ। ২ ॥

ভব-অপ্যয়ৌ = সৃষ্টি প্ৰলয়ৌ

মাহাত্ম্যম্ অপি অব্যয়ং শ্ৰুতম্ = বিশ্ব সৃষ্টি আদি কৰ্তৃত্বে অপি সৰ্ব নিয়ন্তৃত্বে অপি শুভাশুভ কৰ্ম কাৰয়িতৃত্বে অপি বন্ধ-মোক্ষাদি বিচিত্ৰ ফল দাতৃত্বে অপি অধিকাৰ অবৈষম্য অসঙ্গ ঔদাসিন্য আদি লক্ষণ পৰিমিতং মহত্ত্বং চ শ্ৰুতম্।

**অনুবাদ**ঃ—হে পদ্মপলাশ লোচন! ভূতবৰ্গৰ উদ্ভব আৰু লয়ৰ বিষয়ে তোমাৰ ওচৰত বহুলভাৱে শুনিলোঁ। তোমাৰ সনাতন মহিমাৰ বিষয়েও শুনিলোঁ। ২ ॥

**ব্যাখ্যা**ঃ—"তোমাৰ সকাশত জগতৰ সৃষ্টি লয় হয়, আকো বিস্তৰ শুনিলোঁ। জগতৰ সৃষ্টি আদি কৰ্ত্তা হৈলেয়ো অবিকাৰ সৰ্ব নিয়ন্তা হৈলেয়ো অবৈষম্য শুভাশুভ কৰ্ম কৰিলেও অসঙ্গ-বন্ধ-মোক্ষফল দিতেও উদাসীন ইত্যাদি লক্ষণ অপৰিমিত মহিমা শুনিছো। এতেকে তোমাৰ পৰতন্ত্ৰ লোকৰ অহং কৰ্ত্তা হেন মোহ দূৰ হৈল।" (ভট্টদেৱ)

প্ৰাণীবৰ্গৰ উৎপত্তি বিনাশ তোমাৰ ওচৰত বহুলভাৱে শুনিছোঁ। অকল যে প্ৰাণীবিলাকৰ উৎপত্তি আৰু বিনাশৰ কথাকেই শুনিছোঁ তেনে নহয়, তোমাৰ মাহাত্ম্য অৰ্থাৎ বিশ্বসৃষ্টি প্ৰভৃতি কৰ্তৃত্ব সত্ত্বেও অবিকাৰিত্ব, শুভাশুভ কাৰ্য্যৰ কাৰয়িতাৰ অবৈষম্য, বন্ধ মোক্ষাদি বিচিত্ৰ ফলদাতাৰো অসঙ্গ. ঔদাসীন্য আৰু অন্যান্য ঐশ্বৰ্য্যৰ কথাও শুনিছোঁ। ২ ॥

**এবম্ এব যথাত্থ ত্বম্ আত্মানং পৰমেশ্বৰ।**
**দ্ৰষ্টুম্ ইচ্ছামি তে ৰূপম্ ঐশ্বৰং পুৰুষোত্তম। ৩ ॥**

**অন্বয়**ঃ—পৰমেশ্বৰ! যথা ত্বম্ আত্মানম আত্থ, এতৎ এবং, পুৰুষোত্তম, তে ঐশ্বৰম্ ৰূপম্ দ্ৰষ্টুম্ ইচ্ছামি। ৩ ॥

(আত্থ=ব্ৰবীষি)

**টীকায়াম্**ঃ—হে পৰমেশ্বৰ! এতৎ এব অত্ৰ অপি অবিশ্বাসো নাস্তি; তথাপি হে পুৰুষোত্তম! এব ঐশ্বৰ্য্য-জ্ঞানৈশ্বৰ্য্য-শক্তি-বীৰ্য্যাদিভিঃ সম্পন্নং তদ্ৰূপং কৌতুহলাৎ অহং দ্ৰষ্টুম্ ইচ্ছামি। (শ্ৰীধৰ)

**অনুবাদ** ঃ—হে পৰমেশ্বৰ! তুমি নিজকে যেনে বৰ্ণনা কৰিলা—সি যথাৰ্থ সঁচা; (তাত মোৰ কোনো সন্দেহ বা অবিশ্বাস নাই) তথাপি মই তোমাৰ ঐশ্বৰিক ৰূপ চাবলৈ ইচ্ছা কৰোঁ। ৩॥

**ব্যাখ্যা** ঃ—হে পৰমেশ্বৰ! ইদানীক কহিছা এক অঙ্গে জগতক ধৰিছো আতো মোৰ অবিশ্বাস নাই। তথাপি হে পুৰুষোত্তম, জ্ঞান ঐশ্বৰ্য্য, শক্তিবীৰ্য্য, তেজসম্পন্ন তোমাৰ ঈশ্বৰ ৰূপক মঞি কৌতুকত থাকি দেখিবে ইচ্ছা কৰোঁ।" (ভট্টদেৱ) ৩॥

মন্যসে যদি তচ্ছক্যং ময়া দ্ৰষ্টুং ইতি প্ৰভো!
যোগেশ্বৰ ততো মে ত্বং দৰ্শয়াত্মানম্ অব্যয়ম্। ৪ ॥

**অন্বয়** ঃ—হে প্ৰভো! যদি তৎ ময়া দ্ৰষ্টুং শক্যং ইতি মন্যসে, ততঃ যোগঈশ্বৰ! ত্বং মে অব্যয়ং আত্মানম্ দৰ্শয়। ৪॥

যোগেশ্বৰঃ=যোগিনাম ঈশ্বৰঃ; যোগিনঃ এব যোগাঃ তেষাম্ ঈশ্বৰঃ।

**টীকায়াম্** ঃ—ময়া তৎৰূপং দ্ৰষ্টুং শক্যং ইতি যদি মন্যসে, ততঃ তৰ্হি ত্বৎৰূপং পৰমাত্মানং অব্যয়ং নিত্যং মম দৰ্শয়। (শ্ৰীধৰ)

**অনুবাদ** ঃ—হে প্ৰভো! তুমি যদি ভাবা যে মই তোমাৰ সেই প্ৰকাৰ ৰূপ চাবলৈ সমৰ্থ। তেন্তে হে যোগেশ্বৰ! তোমাৰ সেই অব্যয়স্বৰূপ মোক দেখুৱা। ৪॥

শ্ৰীভগৱান্ উবাচ—

পশ্য মে পাৰ্থ ৰূপাণি শতশোঽথ সহস্ৰশঃ।
নানাবিধানি দিব্যানি নানাবৰ্ণাকৃতীনি চ। ৫ ॥

**অন্বয়** ঃ—শ্ৰীভগৱান উবাচ—হে পাৰ্থ, মে দিব্যানি নানাবিধানি নানাবৰ্ণাকৃতীনি চ শতশঃ অথ সহস্ৰশঃ ৰূপাণি পশ্য। ৫॥

**টীকা** ঃ—এবং প্ৰাৰ্থিত সন্ অতি-অদ্ভুতং ৰূপং দৰ্শয়িষ্যন্ সাৱধানো ভৱ ইতি এবং অৰ্জুনং অভিমুখী কৰোতি—শ্ৰীভগৱান্ উবাচ—পশ্যেতি চতুৰ্ভিঃ। ৰূপস্য একত্বে অপি নানাবিধত্বাৎ ৰূপাণি ইতি বহুবচনম্। অপৰিমিতানি অনেক-প্ৰকাৰাণি দিব্যানি অলৌকিকানি মম ৰূপাণি পশ্য, বৰ্ণাঃ শুক্লকৃষ্ণাদয়ঃ আকৃতয়ঃ অৱয়ব সন্নিবেশ বিশেষাঃ, নানা অনেক বৰ্ণাঃ আকৃতয়ঃ চ যেষাং তানি নানাবৰ্ণাকৃতীনি। ৫॥ (শ্ৰীধৰ)

**অনুবাদ**ঃ—হে পাৰ্থ। মোৰ নানা বিধৰ, নানাবৰ্ণৰ, নানা আকৃতিৰ শ শ হাজাৰ হাজাৰ অলৌকিক ৰূপ চোৱা। ৫ ॥

**ব্যাখ্যা**ঃ—দিব্যৰূপ=অলৌকিক ৰূপ বা প্ৰকাশ; ভগৱানৰ দিব্যৰূপ লৌকিকৰূপ নহয়। ৫ ॥

পশ্যাদিত্যান্ বসূন্ ৰুদ্ৰান্ অশ্বিনৌ মৰুতস্তথা।
বহূন্যদৃষ্ট পূৰ্বাণি পশ্যাশ্চৰ্য্যাণি ভাৰত। ৬ ॥

**অন্বয়**ঃ—ভাৰত! আদিত্যান্ বসূন্ ৰুদ্ৰান্ অশ্বিনৌ তথা মৰুতঃ পশ্য; (চ এবং) বহূনি অদৃষ্ট পূৰ্বাণি আশ্চৰ্য্যাণি পশ্য। ৬ ॥

পশ্য=মম দেহে পশ্য

**অনুবাদ**ঃ—হে ভাৰত! (মোৰ দেহত) আদিত্যসকলক, ৰুদ্ৰসকলক অশ্বিনীকুমাৰদ্বয়ক আৰু মৰুৎসকলকো চোৱা; আগেয়ে কেতিয়াও দেখা নাই, এনেকুৱা অনেক আশ্চৰ্য্য ৰূপ চোৱা।

**ব্যাখ্যা**ঃ—দ্বাদশ আদিত্য, অষ্টবসু, একাদশ ৰুদ্ৰ, অশ্বিনীকুমাৰদ্বয়, ঊনপঞ্চাশ বায়ু চোৱা। ৬ ॥

ইহৈকস্থং জগৎকৃৎস্নং পশ্যাদ্য সচৰাচৰম্।
মম দেহে গুড়াকেশ যচ্চান্যদ্ দ্ৰষ্টুম্ ইচ্ছসি। ৭ ॥

**অন্বয়**ঃ—গুড়াকা-ঈশ! ইহ মম দেহে একস্থং কৃৎস্নং স-চৰ-অচৰম্ জগৎ অন্যৎ চ যৎ দ্ৰষ্টুম্ ইচ্ছসি, অদ্য পশ্য। ৭ ॥

**টীকা**ঃ—কিঞ্চ ইহ একস্থম্ ইতি। তত্ৰ তত্ৰ পৰিভ্ৰমতা বৰ্ষাকোটিভিৰপি দ্ৰষ্টুম্ শক্যং কৃৎস্নমপি চৰাচৰসহিতং জগৎ ইহ অস্মিন্ মম দেহে অৱয়বৰূপেণ একত্ৰস্থিতং অদ্য অধুনৈৱ পশ্য, যং চ অন্যৎ জগৎ-আশ্ৰয় ভূতং কাৰণস্বৰূপং জগতশ্চ অৱস্থা বিশেষাদিকং জয়পৰাজয়াদিকং চ যৎ চ যৎ অপি অন্যং দ্ৰষ্টুং ইচ্ছসি তৎ সৰ্বং পশ্য। ৭ ॥ (শ্ৰীধৰ)

**অনুবাদ**ঃ—হে গুড়াকেশ! আজি (এতিয়াই) জঙ্গম আৰু স্থাৱৰ সহিত সমগ্ৰ জগৎ মোৰ এই দেহত একত্ৰ অৱস্থিত আছে—এই চোৱা। আৰু অন্য যি যি চাবলৈ তুমি ইচ্ছা কৰা তাকো চোৱা। ৭ ॥

**ব্যাখ্যা**ঃ—মোৰ দেহত যি যি স্থানত যি যি জঙ্গম আৰু স্থাৱৰ আদি সমগ্ৰ জগৎ অৱস্থিত আছে, সেই সেই স্থান কোটি কোটি বছৰ পৰিভ্ৰমণ কৰিও

চোৱা সম্ভৱ নহয় বা চাবৰ সামৰ্থ্য নাই—সেই সকলো বোৰেই অৱয়ৱ ধৰি আছে তুমি আজিয়েই এতিয়াই চাই লোৱা ; আৰু যদি আন কিবা কিবি চাব খোজা, যেনে অন্য জগতো যে কাৰণৰূপত আশ্ৰয় কৰি আছে, তাকো চোৱা আৰু জগতৰ অৱস্থাবিশেষ আদি, জয়-পৰাজয় আদি—যিহকে তুমি চাবলৈ ইচ্ছা কৰা তাকো চোৱা।

· "মোৰ এই দেহত ভিন্ন ভিন্ন ভাগত স্তৰে স্তৰে শ্ৰেণীয়ে শ্ৰেণীয়ে সমগ্ৰ জগৎ বিভক্ত হৈ আছে, সকলো পিণ্ডীভূত হৈ একাকাৰ হৈ থকা নাই ; একে ঠাইতে সমস্ত আছে কিন্তু নিজ নিজ ৰূপত আছে। হে গুড়াকেশ ! হে আলস্যজয়ী ! এই সম্বোধনৰ অৰ্থ হৈছে যে আলস্য থাকিলে, জড়তা থাকিলে সৰ্বদাই প্ৰযত্নশীল হৈ নাথাকিলে ভগৱৎ-প্ৰকাশ বুজা নাযায়। দুৰ্বলৰ পক্ষে, অলসৰ পক্ষে 'সত্যলাভ' অসম্ভৱ। Truth is not for the slothful. ৭ ॥

( বেদ-বেদান্ত শাস্ত্ৰী )

নতু মাং শক্যসে দ্ৰষ্টুম্ অনেনৈব স্বচক্ষুষা।
দিব্যং দদামি তে চক্ষুঃ পশ্য মে যোগম্ ঐশ্বৰম্। ৮ ॥

**অন্বয় ঃ**—অনেন স্বচক্ষুষা এব তু মাং দ্ৰষ্টুম ন শক্যসে ( শক্নোষি )। দিব্যং চক্ষুঃ তে দদামি, মে ঐশ্বৰং যোগং পশ্য।

শক্যসে=আৰ্ষপ্ৰয়োগ। পদ-বিকিৰণ ব্যত্যয আৰ্ষ ( নীলকণ্ঠ )

দিব্যং চক্ষুঃ = অলৌকিকং জ্ঞানাত্মকং চক্ষুঃ

ঐশ্বৰং=অসাধাৰণম্।

যোগং = যুক্তিম, অঘটনঘটন সামৰ্থ্যং।

**অনুবাদ ঃ**—পিছে তোমাৰ এই নিজৰ স্থুল চক্ষুৰে তুমি মোক চাব নোৱাৰিবা। মই তোমাক অলৌকিক ( ৰূপ গ্ৰহণত সমৰ্থ ) চক্ষু ( অনুভৱৰ শক্তি ) দিওঁ, তুমি মোৰ ঐশ্বৰিক সামৰ্থ চাই লোৱা। ৮ ॥

"( ঐশ্বৰিক যোগ=ঐশ্বৰিক শক্তি বা সৃষ্টিকৌশল। ) মানুহৰ চক্ষু—ইন্দ্ৰিয় এনেদৰে গঠিত যে পাৰ্থিব বা লৌকিক ৰূপ হে এই চক্ষুৰ পৰ্দাত ধৰা পৰে—আলৌকিক ৰূপ চক্ষুৰ পৰ্দাই ধৰিব নোৱাৰে। ভগৱানৰ বিশ্বৰূপ দিব্য বা অলৌকিক।

দিব্য চক্ষু=দিব্য দৃষ্টি। চৰ্মচক্ষুৰে যি দেখা নাযায়, মনৰ অতি সূক্ষ্ম অনুভূতিৰ দ্বাৰা তাক উপলব্ধি কৰা যায় আৰু এই উপলব্ধি ইমান সত্য অৰ্থাৎ

স্পষ্ট হয় যে, যিজনে অনুভূতি কৰে তেওঁৰ ওচৰত সেই উপলব্ধি স্থূলবস্তু দেখাৰ নিচিনাই প্ৰতিভাত হয়। গন্ধগ্ৰহণ, শব্দগ্ৰহণ প্ৰভৃতিও এইৰূপ হয়। মানুহৰ ইন্দ্ৰিয়ৰ দ্বাৰা যি ইন্দ্ৰিয়জ জ্ঞান হয়—দিব্য অনুভূতিও সেই ইন্দ্ৰিয়জ জ্ঞানৰ নিচিনাই। যাৰ এই অনুভূতি হয় তেওঁ ভাষাৰ সহায়ত তাক বৰ্ণনা কৰিবৰ সময়ত ইন্দ্ৰিয়জ প্ৰত্যক্ষৰ জ্ঞানৰ দৰেই বৰ্ণনা কৰে। ৮॥ (বেদ-বেদান্ত শাস্ত্ৰী)

**সঞ্জয় উবাচ—**

**এবম্ উক্ত্বা ততো ৰাজন্ মহাযোগেশ্বৰো হৰিঃ।**
**দৰ্শয়ামাস পাৰ্থায় পৰমং ৰূপমৈশ্বৰম্। ৯ ॥**

**অন্বয়** :—সঞ্জয়ঃ উবাচ—হে ৰাজন্! মহাযোগেশ্বৰঃ হৰিঃ এবম্ উক্ত্বা ততঃ পাৰ্থায় পৰমং ঐশ্বৰং ৰূপং দৰ্শয়ামাস। ৯॥

**অনুবাদ** :—সঞ্জয়ে ক'লে—হে ৰাজন্! মহাযোগেশ্বৰ (অচিন্ত্য সামৰ্থ্য-সম্পন্ন) হৰিয়ে এইদৰে কৈ স্বীয় শ্ৰেষ্ঠ ঐশ্বৰিক ৰূপ দৰ্শন কৰালে। ৯॥

**অনেকবক্ত্ৰনয়নম্ অনেকাদ্ভুতদৰ্শনম্**
**অনেকদিব্যাভৰণ দিব্যানেকোদ্যতায়ুধম্। ১০ ॥**

**দিব্যমাল্যাম্বৰধৰং দিব্যগন্ধানুলেপনম্।**
**সৰ্বাশ্চৰ্য্যময়ং দেৱং অনন্তং বিশ্বতো মুখম্। ১১ ॥**

**অন্বয়** :—অনেক-বক্ত্ৰনয়নম্ অনেক-অদ্ভুত দৰ্শনম্ অনেক-দিব্য আভৰণন দিব্য অনেক-উদ্যত আয়ুধম্—(১০)।

দিব্যমাল্য-অম্বৰ ধৰং দিব্য-গন্ধ-অনুলেপনম্ সৰ্ব আশ্চৰ্য্যময়ং দেৱং অনন্ত বিশ্বতো মুখম্। ১১॥

দেৱং =দ্যোতনাত্মকং

অনন্তং=অপৰিচ্ছিন্নং

বিশ্বতো মুখম্=সৰ্বতঃ মুখানি যস্মিন্ তৎ

**অনুবাদ** :—(অৰ্জুনে যি ৰূপ দেখা পালে সেই ৰূপত আছিল)—অনেক মুখ আৰু চক্ষু, অনেক আশ্চৰ্য্য দৰ্শনীয় বস্তু, অনেক অলৌকিক অলঙ্কাৰ, অনেক অলৌকিক অস্ত্ৰৰ সজ্জা, অলৌকিক মালা আৰু বস্ত্ৰ এই ৰূপত ধাৰণ কৰিছিল। সেই ৰূপ অলৌকিক অঙ্গৰাগ আদিৰে লিপ্ত আছিল; সৰ্বতো মুখ সেই অনন্তত সকলো আশ্চৰ্য্যৰ সমাবেশ হৈছিল। ১০।১১

**ব্যাখ্যা ঃ**—[ আশ্চৰ্য্য—আঃ চৰ্য্য ; আঃ+চৰ্ ধাতু। যেতিয়াই মানুহ বিস্মিত হয় তেতিয়াই কৈ উঠে আঃ। এই আঃ বুলিবৰ বাবে যি ঘটনা, দৃশ্য বা বস্তু সেয়ে আশ্চৰ্য্য। আশ্চৰ্য্যবোধৰ ভিতৰত থাকে মনত ভয়, শ্ৰদ্ধা, সম্ভ্ৰম আৰু কিছু কিছু নজনা নুবুজা ভাব থাকে। ] ১০।১১

( বেদ-বেদান্ত শাস্ত্ৰী )

দিবিসূৰ্যসহস্ৰস্য ভবেদ্ যুগপদুত্থিতা।
যদি ভাঃ সদৃশী সা স্যাদ্ ভাসস্তস্য মহাত্মনঃ। ১২ ॥

**অন্বয় ঃ**—দিবি যদি সূৰ্য্য সহস্ৰস্য ভাঃ যুগপৎ উত্থিতা, সা তস্য মহাত্মানঃ ভাসঃ সদৃশী স্যাৎ ॥ ১২ ॥

ভাঃ=প্ৰভা ; তস্য মহাত্মনঃ=বিশ্বৰূপস্য ; ভাসঃ=প্ৰভায়াঃ।

**অনুবাদ ঃ**—একে সময়তে যদি আকাশত এক হাজাৰ সূৰ্য্যৰ প্ৰভা উদয় হয়, তেতিয়া হ'লে সেই-প্ৰভা সেই মহাত্মাৰ ( বিশ্বৰূপৰ ) দীপ্তিৰ ( কিছু ) সমান হয়। ( এক হাজাৰ সূৰ্য্যৰ প্ৰভা সেই বিশ্বৰূপৰ প্ৰভাৰ কিঞ্চিৎ তুল্য হব পাৰে )। ১২।

তত্ৰৈকস্থং জগৎ কৃৎস্নং প্ৰবিভক্তং অনেকধা।
অপশ্যৎ দেৱদেৱস্য শৰীৰে পাণ্ডৱস্তথা। ১৩ ॥

**অন্বয় ঃ**—তদা পাণ্ডৱঃ তত্ৰ দেৱদেৱস্য শৰীৰে অনেকধা প্ৰবিভক্তং কৃৎস্নং জগৎ একস্থং অপশ্যৎ। ১৩ ॥

প্ৰবিভক্তম্=নানা ভাবেন অৱস্থিতম্।

**অনুবাদ ঃ**—তেতিয়া অৰ্জুনে সেই দেৱ-দেৱৰ দেহত নানাভাৱে বিভক্ত দেৱতাবো দেৱতা শ্ৰীকৃষ্ণৰ শৰীৰত বিশ্বৰূপত ) বিভিন্ন বিভিন্ন ৰূপে দৃশ্যমান্ এই সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডখন এনেভাৱে দেখিলে, ই যেন একেটি শৰীৰৰহে অৱয়ব। ১৩।

ততঃ স বিস্ময়াবিষ্টো হৃষ্টৰোমা ধনঞ্জয়ঃ।
প্ৰণম্য শিৰসা দেৱং কৃতাঞ্জলিৰভাষত। ১৪ ॥

**অন্বয় ঃ**—ততঃ স ধনঞ্জয়ঃ বিস্ময়আবিষ্টঃ হৃষ্ট ৰোমাঃ দেৱং শিৰসা প্ৰণম্য কৃত-অঞ্জলিঃ অভাষত। ১৪ ॥

**অনুবাদ ঃ**—ইয়াৰ পাছত ধনঞ্জয় অৰ্জুন বিস্ময়ত আবিষ্ট হ'ল আৰু ৰোমাঞ্চিত হৈ উঠিল, তেওঁ মূৰ দোঁৱাই দেৱতাক (শ্ৰীকৃষ্ণক) প্ৰণাম কৰি কবলৈ ধৰিলে—

**ব্যাখ্যা ঃ**—অৰ্জুনে দিগ্বিজয়ত গৈ নানা প্ৰকাৰ ধন জয় কৰি আনি যুধিষ্ঠিৰক দিছিল—সেইবাবে অৰ্জুনৰ নাম ধনঞ্জয় হৈছিল।

নানা প্ৰকাৰ ধন জয় কৰিছিল (বহুমূল্য ধন) অৰ্জুনে, কিন্তু আজি বিশ্বৰূপ দৰ্শনৰূপ যি অপূৰ্ব অমূল্য ধনৰ অধিকাৰী হ'ল—তাৰ তুলনা পাৰ্থিব ধনৰ লগত হবই নোৱাৰে। ভগবজ্‌জ্ঞান, ভগৱৎ অনুভূতি, ভগৱৎ দৰ্শনেই মানুহৰ শ্ৰেষ্ঠ ধন, এই ধনত যি জন বঞ্চিত তেওঁ অতি দীন। সঞ্জয়ে ধৃতৰাষ্ট্ৰক কৈছে—অৰ্জুনৰ ধনঞ্জয় নাম যেন আজি সাৰ্থক হ'ল। ১৪ ॥ ]

(বেদ-বেদান্ত শাস্ত্ৰী)

অৰ্জুন উবাচ।

পশ্যামি দেবাংস্তব দেৱদেহে সৰ্বাংস্তথা ভূতবিশেষ সঙ্ঘান্।
ব্ৰহ্মাণমীশং কমলাসনস্থম্ ঋষীংশ্চ সৰ্বান্ উৰগাংশ্চ দিব্যান্। ১৫ ॥

**অন্বয় ঃ**—অৰ্জুনঃ উবাচ—দেৱ তব দেহে সৰ্বান্ দেৱান্ তথা ভূতবিশেষ সঙ্ঘান্ দিব্যান্ ঋষীন্ সৰ্বান্ চ উৰগান্ কমল-আসনস্থং ঈশং ব্ৰহ্মাণম্ পশ্যামি। ১৫ ॥

**টীকা ঃ**—ভাষণমেবাহ—পশ্যামি ইতি।

হে দেৱ! তৱ দেহে দেৱান্ আদিত্যাদীন্ পশ্যামি, তথা সৰ্বান্ ভূত বিশেষাণাং সঙ্ঘাশ্চ তথা দিব্যান্ ঋষীন্ বশিষ্ঠাদীন্ উৰগাংশ্চ তক্ষকাদীন্ তথা দেৱাদীনাম্ ঈশং স্বামিনং ব্ৰহ্মাণঞ্চ, কথম্ভূত? কমলাসনস্থং পৃথিবী পদ্ম-কৰ্ণিকায়াং মেৰৌ স্থিতম্ ইত্যৰ্থঃ, যদ্বা ত্বৎ নাভিপদ্মাসনস্থমিতি। ১৫। (শ্ৰীধৰ)

**অনুবাদ ঃ**—হে দেৱ! তোমাৰ দেহত মই দেখা পাইছোঁ সকলো দেৱতাক, নানাবিধ প্ৰাণীবিলাকক, পদ্মাসনত উপবিষ্ট প্ৰভু ব্ৰহ্মাক, সকলো বিলাক ঋষিক আৰু অলৌকিক উৰগবিলাকক (সৰ্পবিলাকক) ১৫ ॥

অনেক বাহূদৰ বক্ত্ৰনেত্ৰং
পশ্যামি ত্বাং সৰ্বতোঽনন্ত ৰূপম্।
নান্তং ন মধ্যং পুনস্তৱাদিম্
পশ্যামি বিশ্বেশ্বৰ বিশ্বৰূপম্। ১৬ ॥

**অন্বয় :**—হে বিশ্বেশ্বৰ, হে বিশ্বৰূপ! অনেকবাহু-উদৰ-বক্ত্ৰ-নেত্ৰম্‌ অনন্তৰূপং ত্বাং সৰ্বতঃ পশ্যামি, পুনঃ তৱ ন অন্তং ন মধ্যং ন আদিং পশ্যামি। ১৬

**অনুবাদ :**—হে বিশ্বেশ্বৰ, বহুসংখ্যক বাহু উদৰ মুখ চক্ষু থকা তোমাৰ অনন্তৰূপ মই দেখিবলৈ পাইছোঁ। হে বিশ্বৰূপ। মই তোমাৰ আদি মধ্য আৰু অন্ত একো দেখিবলৈ পোৱা নাই। ১৬ ॥

কিৰীটিনং গদিনং চক্ৰিনং চ
তেজোৰাশিং সৰ্বতো দীপ্তিমন্তম্‌।
পশ্যামি ত্বাং দুৰ্নিৰীক্ষ্যং সমন্তাদ্‌
দীপ্তানলাৰ্ক দ্যুতিম্‌ অপ্ৰমেয়ম্‌। ১৭ ॥

**অন্বয় :**—কিৰীটিনং গদিনং চক্ৰিনং চ সৰ্বতঃ দীপ্তিমন্তং তেজোৰাশিং দুৰ্নিৰীক্ষ্যং দীপ্ত-অনল-অৰ্ক-দ্যুতিম্‌ অপ্ৰমেয়ং ত্বাং সমন্তাৎ পশ্যামি। ১৭ ॥

**অনুবাদ :**—তোমাক মই কিৰীটি—গদা-চক্ৰধাৰী তেজঃপুঞ্জস্বৰূপ আৰু অতুলনীয় জ্যোতিঃস্বৰূপ দেখিছোঁ। সেই তেজঃপুঞ্জ সৰ্বদা প্ৰকাশমান আৰু তাক অতি কষ্টেৰে দৰ্শন কৰিব পাৰি। সেই অতুলনীয় জ্যোতিঃ অগ্নি আৰু সূৰ্য্যৰ সদৃশ প্ৰভাৱবান্‌। ১৭ ॥

ত্বম্‌ অক্ষৰং পৰমং বেদিতব্যং
ত্বম্‌ অস্য বিশ্বস্য পৰং নিধানম্‌।
ত্বম্‌ অব্যয়ঃ শাশ্বত ধৰ্ম গোপ্তা
সনাতনস্ত্বং পুৰুষো মতো মে। ১৮ ॥

**অন্বয় :**—ত্বম্‌ অক্ষৰং পৰমং বেদিতব্যম্‌। ত্বম্‌ অস্য বিশ্বস্য পৰং নিধানম্‌। ত্বম্‌ অব্যয়ঃ শাশ্বত ধৰ্মগোপ্তা। ত্বং সনাতনঃ পুৰুষঃ মে মতঃ। ১৮ ॥

বেদিতব্যম্‌=মুমুক্ষুভিঃ জ্ঞাতব্যম্‌; পৰং নিধানম্‌=প্ৰকৃষ্টাশ্ৰয়ঃ; অব্যয়ঃ= নিত্যঃ; শাশ্বত ধৰ্মগোপ্তা=নিত্যধৰ্মপালকঃ, সনাতনঃ=চিৰন্তনঃ।

**অনুবাদ :**—তুমি অক্ষৰ, পৰব্ৰহ্ম। তুমি মুক্তিকামীবিলাকৰ জ্ঞাতব্য বস্তু। তুমি এই বিশ্বৰ পৰম আশ্ৰয়। তুমি নিত্য। তুমি নিত্যধৰ্মপালক। তুমি চিৰন্তন পুৰুষ বুলি জানিছোঁ। ১৮ ॥

**ব্যাখ্যা :**—সকলো ভূতবৰ্গৰ ভিতৰত, জীৱৰ ভিতৰত যিজন অন্তৰ্য্যামী

পুৰুষ চৈতন্যৰূপ সদায় বৰ্ত্তমান আছে তেৱেঁই সনাতন পুৰুষ। পুৰ্ষু শেতে সঃ সঃ পুৰুষঃ=পুৰত (দেহত) যিজন থাকে তেওঁ পুৰুষ। তেওঁ সনাতন পুৰুষ।

শাশ্বত ধৰ্ম=এটা নিত্য-বৰ্ত্তমান নিয়মৰ দ্বাৰা যে বিশ্বপৰিচালিত, এই নিয়মৰ ৰক্ষক, পালয়িতা তুমি। শাশ্বত বা সনাতন ধৰ্ম বুলিলে কেৱল মাত্ৰ হিন্দু ধৰ্মক বুজিব নালাগে। ১৮ ॥ (বেদ-বেদান্তশাস্ত্ৰী)

অনাদি মধ্যান্তং অনন্তবীৰ্য্যম্
অনন্তবাহুং শশিসূৰ্য্যনেত্ৰম্।
পশ্যামি ত্বাং·দীপ্তহুতাশ·বক্ত্ৰম্
স্ব তেজসা বিশ্বম্ ইদং তপন্তম্। ১৯ ॥

**অন্বয়** :—ন-আদি-মধ্য-অন্তং অনন্তবীৰ্য্যং অনন্তবাহুং শশি-সূৰ্য্য-নেত্ৰং দীপ্ত-হুতাশ বক্ত্ৰং স্বতেজসা ইদং বিশ্বং তপন্তং ত্বাং পশ্যামি। ১৯ ॥

**অনুবাদ** :—তোমাৰ আদি নাই, মধ্য নাই আৰু অন্ত নাই, তুমি অনন্ত শক্তিসম্পন্ন, অনন্তবাহুযুক্ত, চন্দ্ৰসূৰ্য্যৰূপ নয়ন-সম্পন্ন প্ৰজ্জ্বলিত-অগ্নিৰূপ-মুখ-যুক্ত আৰু নিজৰ তেজেৰে তাপ দি থকা তোমাক মই দেখা পাইছোঁ। ১৯ ॥

দ্যাবা পৃথিব্যোৰ্ ইদং অন্তৰং হি
ব্যাপ্তং ত্বয়ৈকেন দিশশ্চ সৰ্বাঃ।
দৃষ্ট্বাঽদ্ভুতংৰূপং উগ্ৰং তৱেদং
লোকত্ৰয়ং প্ৰব্যথিতং মহাত্মন্। ২০ ॥

**অন্বয়** :—মহাত্মন্! দ্যাবা পৃথিব্যোঃ ইদং অন্তৰম্ একেন ত্বয়া হি ব্যাপ্তং সৰ্বাঃ চ দিশঃ। তব ইদং অদ্ভুতং উগ্ৰং ৰূপং দৃষ্ট্বা লোকত্ৰয়ং প্ৰব্যথিতম্। ২০ ॥

অন্তৰং=অন্তৰীক্ষং
প্ৰব্যথিতং=অতি ভীতং

**অনুবাদ** :—স্বৰ্গ আৰু মৰ্ত্ত্যৰ মধ্যবৰ্ত্তী অন্তৰীক্ষ আৰু সমস্ত দিক্ কেৱল মাত্ৰ তোমাৰ দ্বাৰাই পৰিব্যাপ্ত হৈ আছে; হে মহাত্মন্! তোমাৰ এই অদ্ভুত উগ্ৰৰূপ দেখি তিনি লোকতে থকা প্ৰাণীবিলাক সকলো ভীত। ২০ ॥

অমী হি ত্বাং সুৰসংঘা (ঃ) বিশন্তি
কেচিদ্ ভীতাঃ প্ৰাঞ্জলয়ো গৃণন্তি।
স্বস্তীত্যুক্ত্বা মহৰ্ষি-সিদ্ধ-সংঘাঃ
স্তুৱন্তি ত্বাং স্তুতিভিঃ পুষ্কলাভিঃ। ২১ ॥

**অন্বয়** ঃ—অমী সুৰসংঘাঃ হি ত্বাং বিশন্তি, কেচিৎ ভীতাঃ প্ৰাঞ্জলয়ঃ গৃণন্তি ; মহৰ্ষি-সিদ্ধসংঘাঃ স্বস্তি ইতি উক্ত্বা পুষ্কলাভিঃ স্তুতিভিঃ ত্বাং স্তুৱন্তি। ২১ ॥

বিশন্তি=শৰণং প্ৰবিশন্তি
প্ৰাঞ্জলয়ঃ=কৃতসম্পুট কৰযুগলাঃ
গৃণন্তি=জয় জয় ৰক্ষ ৰক্ষ ইতি প্ৰাৰ্থয়ন্তে
পুষ্কলাভিঃ=সম্পূৰ্ণাভিঃ, প্ৰচুৰাভিঃ, শ্ৰেষ্ঠাভিঃ

**অনুবাদ** ঃ—সৌৱা, দেৱতাসকলে দলবদ্ধ হৈ ( আশ্ৰয় লাভৰ নিমিত্তে তোমাত প্ৰৱেশ কৰিছে ; কোনো কোনোজনে ভয়ত কৃতাঞ্জলি হৈ তোমাক স্তৱ কৰিছে ; মহৰ্ষি আৰু সিদ্ধসকলে 'স্বস্তি' 'স্বস্তি' বুলি উৎকৃষ্ট স্তৱ পাঠ কৰি তোমাৰ স্তুতি কৰিছে। ২১ ॥

ৰুদ্ৰাদিত্যা(ঃ) বসৱো যে চ সাধ্যা(ঃ)
বিশ্বেঽশ্বিনৌ মৰুতশ্চোষ্মপাশ্চ।
গন্ধৰ্বা-যক্ষাসুৰসিদ্ধ সংঘা(ঃ)
বীক্ষন্তে ত্বাং বিস্মিতাশ্চৈব সৰ্বে। ২২ ॥

**অন্বয়** ঃ—ৰুদ্ৰ-আদিত্য-বসৱঃ যে চ সাধ্যাঃ বিশ্বে অশ্বিনৌ-মৰুতঃ চ উষ্মপাঃ গন্ধৰ্ব-যক্ষ-অসুৰ-সিদ্ধ-সংঘাঃ চ সৰ্বে এব বিস্মিতাঃ ত্বং বীক্ষন্তে। ২২ ॥

বিশ্বে=বিশ্বেদেবাঃ ; উষ্মপাঃ=উষ্মাণং পিবন্তি ইতি উষ্মপাঃ পিতৰঃ।

**অনুবাদ** ঃ—ৰুদ্ৰ, আদিত্য, বসু, অপৰ-সাধ্য দেৱতাসকল, বিশ্বেদেৱ, অশ্বিনী কুমাৰ, মৰুৎ, উষ্মপা ( পিতৃসকল ) গন্ধৰ্ব্ব, যক্ষ, অসুৰ আৰু সিদ্ধবৰ্গ-সকলোৱে বিস্মিত হৈ তোমালৈ চাইছে। ২২ ॥

ৰূপং মহৎ তে বহু বক্ত্ৰনেত্ৰং
মহাবাহো বহুবাহূৰুপাদম্।

বহূদৰং বহুদ্রংষ্ট্রাকৰালং
দৃষ্ট্বা লোকাঃ প্রব্যথিতাস্তথাহম্ । ২৩ ॥

**অন্বয়** ঃ—মহাবাহো ! তে বহুবক্ত্ৰনেত্ৰং, বহুবাহু-উৰু-পাদম্, বহু-উদৰং, বহুদংষ্ট্রাকৰালং, মহৎ ৰূপং দৃষ্ট্বা লোকাঃ প্রব্যথিতাঃ, তথা অহম্ । ২৩ ॥

**অনুবাদ** ঃ—হে মহাবাহো ! তোমাৰ অনেক মুখ, অনেক চকু, অনেক বাহু, অনেক উৰু, অনেক পদ, অনেক উদৰ আৰু তোমাৰ ভয়ঙ্কৰ দন্তযুক্ত বিৰাট ৰূপ দেখি সকলো প্ৰাণী ভয়তে ব্যথিত হৈছে আৰু মযো ভীত হৈছোঁ। ( মযো চঞ্চল হৈছোঁ )। ২৩ ॥

নভঃ স্পৃশং দীপ্তং অনেকবর্ণং
ব্যাত্তাননং দীপ্তবিশালনেত্রম্ ।
দৃষ্ট্বা হি ত্বাং প্রব্যথিতান্তৰাত্মা
ধৃতিং ন বিন্দামি শমং চ বিষ্ণো । ২৪ ॥

**অন্বয়** ঃ—বিষ্ণো ! নভঃস্পৃশং দীপ্তং অনেক বর্ণং ব্যাত্ত-আননং দীপ্ত বিশাল-নেত্রম্ ত্বাং দৃষ্ট্বা হি প্রব্যথিত-অন্তৰাত্মা ধৃতিং শমং চ ন বিন্দামি । ২৪ ॥

প্রব্যথিতান্তৰাত্মা = অতি ভীতমনাঃ
ধৃতিং = ধৈর্য্যং
শমং = উপশমং

**অনুবাদ** ঃ—( মই যে ভীত হৈছোঁ সেয়ে নহয় ) তোমাক আকাশস্পৰ্শী দীপ্তিময়, অনেক বৰ্ণ ( নানা বর্ণবিশিষ্ট ), বিস্ফাৰিত আনন, উজ্জ্বল বিশাল নেত্র দেখি মোৰ অন্তৰাত্মাও ভয়-চঞ্চল হৈছে আৰু মই ধৈৰ্য্য আৰু শান্তি লাভ কৰিব পৰা নাই । ২৪ ॥

দংষ্ট্রাকৰালানি চ তে মুখানি
দৃষ্ট্বৈব কালানলসন্নিভানি ।
দিশো ন জানে ন লভে চ শর্ম
প্রসাদ দেৱেশ জগন্নিবাস । ২৫ ॥

**অন্বয়** ঃ—হে দেৱ-ঈশঃ ! দংষ্ট্রাকৰালানি কাল-অনল সন্নিভানি চ তে মুখানি দৃষ্ট্বা এব দিশঃ ন জানে, শর্ম চ ন লভে, জগন্নিবাস, প্রসীদ । ২৫ ॥

শর্ম = সুখম্

**অনুবাদ ঃ**—তোমাৰ বিকট দশনৰ পৰা ভয়ানক হৈ উঠা, প্ৰলয়কালীন অনলৰ নিচিনা তোমাৰ মুখবোৰ দেখিয়েই মোৰ দিগ্ বিদিগ্ জ্ঞান লোপ হ'ল, মই সুখ-শান্তি পোৱা নাই। হে দেৱৰ ঈশ্বৰ! হে জগতৰ আশ্ৰয়! তুমি প্ৰসন্ন হোৱা। ২৫ ॥

অমী চ ত্বাং ধৃতৰাষ্ট্ৰস্য পুত্ৰাঃ
সৰ্বে সহৈবাৱনিপালসংঘৈঃ।
ভীষ্মো দ্ৰোণঃ সূতপুত্ৰস্তথাসৌ
সহাস্মদীয়ৈৰ্ অপি যোধমুখ্যৈঃ। ২৬ ॥

বক্ত্ৰাণি তে ত্বৰমাণা(ঃ) বিশন্তি
দংষ্ট্ৰাকৰালানি ভয়ানকানি।
কেচিদ্বিলগ্না(ঃ) দশনান্তৰেষু
সংদৃশ্যন্তে চূৰ্ণিতৈৰ্ উত্তমাঙ্গৈঃ। ২৭ ॥

**অন্বয় ঃ**—অৱনিপালসংঘৈঃ সহ অমী ধৃতৰাষ্ট্ৰস্য সৰ্বে পুত্ৰাএব তথা ভীষ্মঃ দ্ৰোণঃ অসৌ চ সূতপুত্ৰঃ অস্মদীয়ৈঃ অপি যোধমুখ্যৈঃ সহ। ২৬ ॥

ত্বৰমাণাঃ তে দংষ্ট্ৰাকৰালানি ভয়ানকানি বক্ত্ৰাণি বিশন্তি। কেচিৎ চূৰ্ণিতৈঃ উত্তম-অঙ্গৈঃ দশন অন্তৰেষু বিলগ্নাঃ সংদৃশ্যন্তে। ২৭ ॥

**অনুবাদ ঃ**—ৰজাসকলৰ সৈতে সৌৱা ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল, ভীষ্ম, দ্ৰোণ আৰু সেই সূতপুত্ৰ কৰ্ণ, আমাৰ পক্ষৰো প্ৰধান প্ৰধান যোদ্ধা বিলাকৰ লগত তোমাৰ মহাদন্ত ঘোৰ ভয়ঙ্কৰ মুখবোৰত প্ৰৱেশ কৰিব ধৰিছে। কোনো কোনো চূৰ্ণিত মস্তক হৈ তোমাৰ দাঁতৰ ফাকত লাগি আছে। ২৬। ২৭ ॥

যথা নদীনাং বহৱোঽম্বুবেগাঃ সমুদ্ৰমেবাভিমুখা(ঃ) দ্ৰৱন্তি।
তথা তৱামী নৰলোকবীৰাঃ বিশন্তি বক্ত্ৰাণ্যভিবিজ্বলন্তি। ২৮ ॥
(বিজ্বলন্তি অভিতোজ্বলন্তি ইতি বা পাঠঃ)

**অন্বয় ঃ**—যথা নদীনাং বহবঃ অম্বুবেগাঃ অভিমুখাঃ সমুদ্ৰম্ এব দ্ৰৱন্তি, তথা অমী নৰলোকবীৰাঃ তব অভিবিজ্বলন্তি।

**অনুবাদ ঃ**—যেনেকৈ নদীবিলাকৰ বহু সোঁত নানাফালৰ পৰা আহি

সমুদ্ৰত প্ৰৱেশ কৰে, তেনেকৈ এই বীৰ সকলে আহি তোমাৰ প্ৰদীপ্ত মুখগহ্বৰত প্ৰৱেশ কৰিছে হি। ২৮॥

যথা প্ৰদীপ্তং জ্বলনং পতঙ্গা(ঃ) বিশন্তি নাশায় সমৃদ্ধবেগাঃ।
তথৈব নাশায় বিশন্তি লোকাস্তবাপি বক্ত্ৰাণি সমৃদ্ধবেগাঃ। ২৯॥

**অন্বয়ঃ**—যথা সমৃদ্ধবেগাঃ পতঙ্গাঃ নাশায় প্ৰদীপ্তং জ্বলনং বিশন্তি, তথা লোকাঃ অপি সমৃদ্ধবেগাঃ নাশায় এব তব বক্ত্ৰাণি বিশন্তি। ২৯

**অনুবাদঃ**—ফৰিংবোৰে মৰণৰ নিমিত্তেই যেনেকৈ অতি বেগেৰে আহি জ্বলা জুই কুৰাত সোমায় হি, তদ্ৰূপ সমস্ত লোক মৰিবৰ কাৰণেই তোমাৰ মুখবোৰত সোমাইছে হি। ২৯ ॥

লেলিহ্যসে গ্ৰসমানঃ সমন্তাল্
লোকান্ সমগ্ৰান্ বদনৈৰ্জ্বলদ্ভিঃ।
তেজোভিৰ্ আপূৰ্য্য জগৎ সমগ্ৰং
ভাসস্তবোগ্ৰাঃ প্ৰতপন্তি বিষ্ণো। ৩০ ॥

**অন্বয়ঃ**—জ্বলদ্ভিঃ বদনৈঃ সমগ্ৰান্ লোকান্ গ্ৰসমানঃ সমন্তাৎ লেলিহ্যসে। বিষ্ণো! তব উগ্ৰাঃ ভাসঃ তেজোভিঃ আপূৰ্য্য সমগ্ৰং জগৎ প্ৰতপন্তি। ৩০ ॥

লেলিহ্যসে=অতিশয়েন ভক্ষয়সি
ভাসঃ=দীপ্তয়ঃ
তেজোভিঃ=বিস্ফুৰণৈঃ

**অনুবাদঃ**—জ্বলন্ত মুখবোৰেৰে চাৰিউফালৰ পৰা লোক বিলাকক গ্ৰাস কৰি কৰি তুমি বাৰে বাৰে সিহঁতক লেহন কৰিছা। হে বিষ্ণো! তোমাৰ উগ্ৰ প্ৰভাই সমস্ত জগৎ জ্যোতিৰে পৰিপূৰ্ণ কৰিছে। ৩০ ॥

আখ্যাহি মে কো ভৱান্ উগ্ৰৰূপো
নমোঽস্তুতে দেৱবৰ প্ৰসীদ।
বিজ্ঞাতুম্ ইচ্ছামি ভবন্তম্ আদ্যং
নহি প্ৰজানামি তব প্ৰবৃত্তিম্। ৩১ ॥

**অন্বয়ঃ**—উগ্ৰৰূপঃ ভৱান্ কঃ মে আখ্যাহি; তে নমঃ অস্তু। দেৱবৰ! প্ৰসীদ। আদ্যং ভবন্তং বিজ্ঞাতুম্ ইচ্ছামি। হি তব প্ৰবৃত্তিং ন প্ৰজানামি। ৩১ ॥

**অনুবাদ ঃ**—উগ্ৰৰূপী তুমি কোন্? মোক কোৱা। তোমাক **নমস্কাৰ** **কৰোঁ**। দেৱবৰ প্ৰসন্ন হোৱা। আদি **পুৰুষ** তুমি কোন্ মই **জানিব** খোজোঁ। তুমি কি কৰ্মত প্ৰবৃত্ত হৈছা মই বুজা নাই। ৩১ ॥

শ্ৰীভগৱান্ উবাচ—

কালোঽস্মি লোকক্ষয়কৃৎ প্ৰবৃদ্ধো
লোকান্ সমাহৰ্তুং ইহ প্ৰবৃত্তঃ।
ঋতেঽপি ত্বাং ন ভৱিষ্যন্তি সৰ্বে
যেঽৱস্থিতাঃ প্ৰত্যনীকেষু যোধাঃ। ৩২ ॥

**অন্বয় ঃ**—শ্ৰীভগৱান্ উবাচ—লোকক্ষয়কৃৎ প্ৰবৃদ্ধঃ কালঃ অস্মি। লোকান্ সমাহৰ্তুম্ ইহ প্ৰবৃত্তঃ। ত্বাং ঋতে অপি প্ৰত্যনীকেষু যে যোধাঃ অৱস্থিতাঃ, সৰ্বে ন ভৱিষ্যন্তি। ৩২ ॥

প্ৰবৃদ্ধঃ=অত্যুৎকটঃ ; প্ৰত্যনীকেষু=বিৰুদ্ধপক্ষীয় সেনাসু
সমাহৰ্তুম্=সংহৰ্তুম্। সম্+আ+হৃ+তুম্=সমাহৰ্তুম্

—সংগ্ৰহ কৰিবলৈ ; মূল কাৰণৰ পৰা বাহিৰলৈ অহা—সৃষ্টি , মূল কাৰণলৈ ঘূৰি যোৱা সংহাৰ; যেন মহাকাল তেওঁৰ জালখন গুটাই নিবলৈ উদ্যত হৈছে। ( বেদ বেদান্ত শাস্ত্ৰী )

**অনুবাদ ঃ**—শ্ৰীভগৱানে ক'লে—মইকাল ; জগতৰ সংহাৰ কৰ্ত্তাৰূপে অতি উৎকট কাল মই। এতিয়া মই জগৎ সংহাৰ কৰিবলৈ উদ্যত হৈছোঁ। তুমি যুদ্ধ নকৰিলেও তোমাৰ প্ৰতিপক্ষত যিবিলাক যোদ্ধা আছে, সিহঁতৰ কোনো জীৱিত নাথাকিব।

**ব্যাখ্যা ঃ**—[ ঋতেঽপি ত্বাং=ত্বাং হন্তাৰং বিনা অপি—তুমি যুদ্ধ কৰি বধকাৰী নহলেও ]

কালৰ কোনো নিজ-স্বৰূপ নাই। প্ৰয়োজন অনুসাৰে কালৰ প্ৰকাশ হয়—বৃদ্ধি প্ৰাপ্ত হয়—কেতিয়াবা লোক সমূহৰ বৃদ্ধিকাৰী আৰু কেতিয়াবা লোক সমূহৰ ক্ষয়কাৰী হয়। জীৱৰ সমষ্টিগত শুভ বাসনাৰ ফলত কালৰ শুভ প্ৰকাশ হয় আৰু অশুভ বাসনাৰ ফলত কালৰ অশুভ প্ৰকাশ হয়।

শ্ৰীমদ্ভাগৱতত ৮।১১।১৯ শ্লোকত বলি ৰজাই তেওঁৰ অনুচৰবৰ্গক কৈছে—

যাবুধ্যত নিবৰ্ত্তধ্বং, ন কালোঽয়ং অৰ্থকৃৎ—অৰ্থাৎ যুদ্ধ নকৰিবা ; কাল এতিয়া আমাৰ অনুকূলে নহয়—আমাৰ উন্নতিকাৰী নহয়। ৩২ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

তস্মাৎ ত্বং উত্তিষ্ঠ যশো লভস্ব
জিত্বা শত্ৰূন্ ভুঙ্‌ক্ষ্ব ৰাজ্যং সমৃদ্ধম্ !
ময়ৈবেতে নিহতাঃ পূৰ্বমেৱ
নিমিত্তমাত্ৰং ভৱ সব্যসাচিন্। ৩৩ ॥

**অন্বয়** ঃ—তস্মাৎ ত্বং উত্তিষ্ঠ ; যশঃ লভস্ব, শত্ৰূন্ জিত্বা সমৃদ্ধং ৰাজ্যং ভুঙ্‌ক্ষ্ব। ময়া এৱ এতে পূৰ্বম্ এৱ নিহতাঃ। সব্যসাচিন্, নিমিত্তমাত্ৰং ভৱ। ৩৩ ॥

—সব্যেন বামহস্তেন সাচিতুং শৰান্ সন্ধাতুশীলং যস্য ইতি ব্যুৎপত্ত্যা বামেনাপি বাণক্ষেপনাৎ সব্যসাচী ইতি উচ্যতে। ( শ্ৰীধৰ )

**অনুবাদ** ঃ—অতএৱ তুমি যুদ্ধ কৰিবলৈ থিয় দি উঠা। শত্ৰু জয় কৰি যশস্যা লাভ কৰা আৰু সমৃদ্ধশালী ৰাজ্য ভোগ কৰা। মই ইহঁতক আগতে মাৰিয়েই থৈছোঁ। হে সব্যসাচী ! তুমি নিমিত্তমাত্ৰ হোৱা। ৩৩ ॥

**ব্যাখ্যা** ঃ—বাওঁহাতেৰে শৰসন্ধান কৰিব পাৰে বুলি অৰ্জুনক সব্যসাচী বুলি কৈছিল।

সব্যসাচী = যিজনে বাওঁহাতেৰেও শৰ সন্ধান কৰি বীৰত্ব প্ৰকাশ কৰিব পাৰে। ইয়াত সব্যসাচী বুলি সম্বোধন কিয় কৰিলে ?

এতিয়া আৰু তুমি সোঁহাতে বা বাওঁহাতে শৰ নিক্ষেপ কৰি বীৰত্ব প্ৰকাশ কৰিবৰ আৱশ্যক নাই, তুমি নিমিত্তমাত্ৰ হোৱা, কেৱল আঘাত কৰা—এই অৰ্থত।

নিমিত্তমাত্ৰ হোৱা = তুমি নিমিত্ত হোৱা ; কৰ্ত্তা তুমি নহয় ; কৰ্ত্তা মই। যি কৰিব লগা তাক মই কৰিয়েই থৈছোঁ। এইদৰে সকলো ঘটনাৰ মূলতে আছে ভগৱানৰ ইচ্ছা বা তেওঁৰ হাত ; মানুহ ঘটনাসমূহৰ কৰ্ত্তা নহয় নিমিত্ত মাত্ৰ। ( বেদ-বেদান্ত শাস্ত্ৰী )

ঈশ্বৰে তেওঁৰ কাম গা দেখা দি নকৰে, আমাৰ হতুৱাই কৰায় আৰু আমি ভাবো যে আমি যেন ভাবি চিন্তি নিজে ইচ্ছা কৰি হে কৰিছোঁ। এয়ে তেওঁৰ মায়া। ( বেদান্ত-বাচস্পতি )

দ্ৰোণঞ্চ ভীষ্মং চ জয়দ্ৰথং চ
কৰ্ণং তথাঽন্যান্ অপি যোধবীৰান্।
ময়া হতাংস্ত্বং জহি মা ব্যথিষ্ঠা(ঃ)
যুধ্যস্ব জেতাসি ৰণে সপত্নান্। ৩৪ ॥

**অন্বয়**ঃ—ময়া হতান্ দ্ৰোণং ভীষ্মং চ জয়দ্ৰথং চ কৰ্ণং চ তথা অন্যান্ যোধবীৰান্ অপি ত্বং জহি। মা ব্যথিষ্ঠাঃ, ৰণে সপত্নান্ জেতাসি ; যুধ্যস্ব। ৩৩ ॥

জহি = ঘাতয় ; ব্যথিষ্ঠাঃ = শোকং মা কাৰ্ষীঃ।

**অনুবাদ**ঃ—কি দ্ৰোণ, কি ভীষ্ম, কি জয়দ্ৰথ, কি কৰ্ণ আৰু কি অন্য বীৰ যোদ্ধা—সকলোবিলাক মোৰ দ্বাৰাই হত হৈ আছে। তুমি তেওঁলোকক আঘাত কৰা, চঞ্চল নহবা ( ব্যথিত বা ভীত নহবা, শোক নকৰিবা ), যুদ্ধকৰা, যুদ্ধত শত্ৰুবিলাকক তুমি জয় কৰিবাই। ৩৪ ॥

**ব্যাখ্যা**ঃ—অৰ্জুনৰ যুদ্ধত প্ৰবৃত্ত হ'বলৈ যি আশঙ্কা আছিল, সেইটো হৈছে—"আমি যুদ্ধত জয়ী হওঁ বা কৌৰৱ পক্ষই জয়ী হওক এই দুটাৰ ভিতৰত কোনটো শ্ৰেয়স্কৰ সেইটো বুজিব নোৱাৰা। "ন চৈতদ্বিদ্মঃ কতৰন্নো গৰীয়ো যদ্বা জয়েম যদিবা নো জয়েয়ুঃ"—এই আশঙ্কা দূৰ কৰিবলৈ শ্ৰীভগৱানে কৈছে যে দ্ৰোণাদি বীৰসকলক ময়েই বধ কৰি থৈছোঁ—তুমি মাথোন আঘাত কৰা—তাৰ বাবে দুঃখ বা শোক নকৰিবা। এইখিনি নিমিত্তমাত্ৰ হৈ তুমি যুদ্ধত জয়লাভ কৰি যশ উপাৰ্জন কৰা আৰু নিষ্কণ্টক ৰাজ্য ভোগ কৰা।

"ভগৱানে ( কালে ) যোদ্ধাবিলাকৰ নাম উল্লেখ কৰিছে অৰ্থাৎ কালৰূপী ভগৱানৰ মনত তেওঁলোকৰ বিনাশৰ কথা জাগিছে—এই কথা অৰ্জুনক জানিবলৈ দিলে। ভগবান কালে আমাৰ নিচিনাকৈ হাতত লাঠি বা অস্ত্ৰ লৈ কাকো মাৰিব, সেইটো নহয় ; মৃত্যু যাৰ উপস্থিত হয় কালৰ মনত তেওঁৰ নাম জাগি উঠে—এয়ে কালৰদ্বাৰা তেওঁৰ নিধন। যাৰ যাৰ ফালে কালৰ দৃষ্টি পৰিছে, তেওঁৰেই দিন শেষ হৈছে। সেইবাবে যোদ্ধাবিলাকৰ নাম উল্লেখ কৰিছে। প্ৰথম অধ্যায়ৰ ২৫ শ্লোকত 'উবাচ পাৰ্থ' পশ্যৈতান্—এই বুলি কৌৰৱ সকলক "ভীষ্ম দ্ৰোণ প্ৰমুখতঃ সৰ্বেষাং চ মহীক্ষিতাম্—সমবেতান্ কুৰূন্" ইতি বুলি অৰ্জুনক দেখুৱাই দিছিল—শ্ৰীভগৱানৰ দৃষ্টি সেই সময়তে পৰিছিল। এই কথা শ্ৰীমদ্‌ভাগৱতৰ ১।৯।৩৫ শ্লোকত স্পষ্ট হৈ উঠিছে।

সপদি সখিবচো নিশম্য মধ্যে নিজপৰয়োৰ্বলয়ো ৰথং নিবেশ্য স্থিতৱতি

**পৰসৈনিকায়ুৰক্ষা হৃতৱতি** পাৰ্থসখে ৰতিৰ্মমাস্ত। অৰ্থাৎ উভয় পক্ষৰ সৈন্যৰ মাজত মোৰ ৰথ স্থাপন কৰি তাতে অৱস্থান কৰি **দৃষ্টিৰ দ্বাৰাই পৰপক্ষীয় সৈন্যবিলাকৰ আয়ু ( পুণ্য যশ প্ৰভৃতি ) হৰণ কৰি নিছে,** সেই অৰ্জুনৰ সখা শ্ৰীকৃষ্ণত মোৰ যেন ৰতি ( আসক্তি ) হয়।

অৰ্জুনে বিশ্বৰূপ দৰ্শন কৰিলে ; সমস্ত জগৎ যে ভগৱানতেই অৱস্থিত সেইটো অনুভৱ কৰিলে ; তাৰ ফলত ভগৱানৰ অংশ, দাস বা ভৃত্য হিচাবে কোনো এটা জীৱৰ লগত অপৰ কোনো জীৱৰ সম্পৰ্ক যে প্ৰীতিৰ সম্পৰ্ক সেইটো বুজিলে। এইটো বুজা স্বত্বেও অৰ্জুনে ভগৱানৰ আদেশ পালে—যুদ্ধ কৰা।

এইখিনিতে গীতাৰ সাৰ্থকতা। ভগৱানত সম্পূৰ্ণ নিৰ্ভৰ কৰি স্ব স্ব ধৰ্ম পালন কৰা প্ৰত্যেকৰেই উচিত ; স্বধৰ্ম ত্যাগ কৰিলে পাপ হয়। এই কথা গীতাৰ দ্বিতীয় অধ্যায়ত ৩৩ শ্লোকত কৈছে—

"ততঃ স্বধৰ্মং কীৰ্তিং চ হিত্বা পাপমবাপ্স্যসি"। ৩৪ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

সঞ্জয় উবাচ—

এতচ্ছ্ৰুত্বা বচনং কেশৱস্য
কৃতাঞ্জলিৰ্ বেপমানঃ কিৰীটী।
নমস্কৃত্বা ভূয় এবাহ কৃষ্ণং
সগদ্‌গদং ভীতভীতঃ প্ৰণম্য। ৩৫ ॥

**অন্বয় ঃ**—সঞ্জয় উবাচ—কেশৱস্য এতৎ বচনং শ্ৰুত্বা বেপমানঃ কিৰীটী-কৃত-অঞ্জলিঃ কৃষ্ণং নমস্কৃত্বা ভীতভীতঃ প্ৰণম্য ভূয়ঃ এব সগদ্‌গদং আহ। ৩৫ ॥

**অনুবাদ ঃ**—সঞ্জয়ে ক'লে—কেশৱৰ এই কথা শুনি অৰ্জুনে কৃতাঞ্জলি হৈ কঁপি কঁপি প্ৰণাম কৰি আৰু অত্যন্ত ভীত হৈ কৃষ্ণক পুনঃ প্ৰণাম কৰি গদ্‌গদ স্বৰে ক'লে—(৩৫)

**ব্যাখ্যা ঃ**—[ ভীতভীতঃ—ভীতাদপি ভীতঃসন্ ; সগদ্‌গদম্=ভয়হৰ্ষাদি আবেশবশাৎ গদ্‌গদেন কণ্ঠকম্পনেন সহ বৰ্ত্ততে ইতি সগদ্‌গদং যথাস্যাৎ তথা। ( শ্ৰীধৰ ) ] ৩৫ ॥

অৰ্জুন উবাচ—

স্থানে হৃষীকেশ তব প্ৰকীৰ্ত্যা
জগৎ প্ৰহৃষ্যত্যনুৰজ্যতে চ।

**ৰক্ষাংসি ভীতানি দিশো দ্ৰৱন্তি**
**সৰ্বে নমস্যন্তি চ সিদ্ধসংঘাঃ। ৩৬॥**

**অন্বয়ঃ**—অৰ্জুন উবাচ—হৃষীকেশ। তব প্ৰকীৰ্ত্যা জগৎ প্ৰহৃষ্যতি, অনুৰজ্যতে চ। ৰক্ষাংসি ভীতানি দিশঃ দ্ৰৱন্তি, সৰ্বেচ সিদ্ধসংঘাঃ নমস্যন্তি; স্থানে [ যুক্তমেব ]

**টীকাঃ**—স্থানে ইতি একাদশভিঃ অৰ্জুনোক্তিঃ। স্থানে ইতি অব্যয়ং যুক্তং ইতি অস্মিন্ অৰ্থে। হে হৃষীকেশ! যত্ৰ এব ত্বং অদ্ভুতপ্ৰভাৱঃ ভক্তবৎসলঃ চ অতঃ এব তৱ প্ৰকীৰ্ত্যা মাহাত্ম্যসংকীৰ্ত্তনেন ন কেৱলং অহম্ এব প্ৰহৃষ্যামি ইতি কিন্তু জগৎ সৰ্বং প্ৰহৃষ্যতি প্ৰকৰ্ষেণ হৰ্ষং প্ৰাপ্নোতি এতৎ তু স্থানে যুক্তং ইত্যৰ্থং তথাজগৎ অনুৰজ্যতে চ অনুৰাগং উপৈতি ইতি যৎ, তথা ৰক্ষাংসি ভীতানি সন্তি দিশঃ প্ৰতি দ্ৰৱন্তি পলায়ন্তে ইতি যৎ, সৰ্বে যোগতপোমন্ত্ৰাদি সিদ্ধানাং ইতি যৎ এতৎ চ স্থানে যুক্তং এব, ন চিত্ৰং ইত্যৰ্থঃ। ( শ্ৰীধৰ )

**অনুবাদ**ঃ—হে হৃষীকেশ। তোমাৰ মাহাত্ম্যকীৰ্ত্তনত অকল মইেই নহয়, জগতৰ সকলো লোকেই যে অতিশয় আনন্দিত হয় আৰু তোমাৰ প্ৰতি অনুৰাগী হয়, ৰাক্ষসবিলাক যে ভীত হৈ দিগ্‌বিদিকে সভয়ে পলায়ন কৰে, সিদ্ধসকলে যে সমবেত হৈ প্ৰণাম কৰে—এই সকলোবোৰেই যুক্তিযুক্ত। ই একো বিচিত্ৰ নহয়।

**কস্মাচ্চ তে ন নমেৰন্ মহাত্মন্**
**গৰীয়সে ব্ৰহ্মণোঽপ্যাদিকৰ্ত্ৰে।**
**অনন্ত দেৱেশ জগন্নিবাস**
**ত্বম্ অক্ষৰং সদসৎ তৎপৰং যৎ। ৩৭॥**

**অন্বয়**ঃ—হে মহাত্মন্, অনন্তদেৱেশ, জগন্নিবাস ব্ৰহ্মণঃ অপি গৰিয়সে আদি কৰ্ত্ৰে চ তে কস্মাৎ নমেৰন্? সৎ অসৎ, পৰং যৎ অক্ষৰং তৎ ত্বম্। ৩৭॥

**অনুবাদ**ঃ—হে মহাত্মন্! তুমি ব্ৰহ্মাৰো আদিকাৰণ আৰু তেওঁতকৈও গৰীয়ান্। তোমাক তেওঁলোকে কিয় বা নমস্কাৰ নকৰিব? হে অনন্ত! হে দেৱেশ! হে জগন্নিবাস! তুমিয়েই যে অক্ষৰ; সৎ ( ব্যক্তজগৎ ) তুমি, অসৎও ( অব্যক্ত, কাৰণো ) তুমি—তাৰ পাছতো যি কাৰণৰ কাৰণ পৰমকাৰণ সিও তুমি। ৩৭॥

**ব্যাখ্যা ঃ**—সৎ = ইন্দ্ৰিয় গোচৰ বুলি যিহক সকলোৱে সত্য বুলি ভাবে, সেয়ে সৎ অৰ্থাৎ ব্যক্ত জগৎ। যিটো ইন্দ্ৰিয়গোচৰ নহয়, তাকে অসৎ বোলে অৰ্থাৎ কাৰণ, অব্যক্ত। তাৰ পাছতো যি সেও তুমি অৰ্থাৎ কাৰণৰো কাৰণ পৰম কাৰণ।

ভগবদ্‌বিষয়ক হৰ্ষ আদিৰ কাৰণৰ বিষয়ে কৈছে—হে মহাত্মন! তুমি অনন্ত অৰ্থাৎ কোনো বস্তুৰ দ্বাৰা পৰিচ্ছিন্ন নোহোৱা আৰু তুমি দেৱেশ—তুমি ব্ৰহ্মাৰো গুৰু আৰু জনক—তুমিয়েই আদি কৰ্ত্তা। তুমি জগন্নিবাস—সকলোৰে আশ্ৰয় আৰু ব্যক্ত অব্যক্ত সকলোৰে মূল কাৰণ আৰু যাক অক্ষৰ ব্ৰহ্ম বোলে সেইজনো তুমিয়েই। ইমানবিলাক গুণবিশিষ্ট যে তুমি—সেই তোমাক যে সকলোৱে নমস্কাৰ কৰে ইয়াত আশ্চৰ্য্য হোৱাৰ কি আছে? (শ্ৰীধৰ অনুযায়ী)

ত্বম্ আদিদেৱঃ পুৰুষঃ পুৰাণম্
ত্বম্ অস্য বিশ্বস্য পৰং নিধানম্।
বেত্তাসি বেদ্যং চ পৰং চ ধাম
ত্বয়া ততং বিশ্বম্ অনন্তৰূপ। ৩৮॥

**অন্বয় ঃ**—অনন্তৰূপ! ত্বম্ আদিদেৱঃ পুৰাণঃ পুৰুষঃ; ত্বম্ অস্য বিশ্বস্য পৰং নিধানম্, বেত্তা বেদ্যং চ পৰং ধাম চ অসি, ত্বয়া বিশ্বং ততম্। ৩৮॥

আদিদেবঃ=প্ৰথমজ্যোতিঃ। পুৰাণঃ=অনাদিঃ। নিধানম্=লয়স্থানম্, আশ্ৰয়ঃ। বেত্তা=জ্ঞাতা। বেদ্যং=জ্ঞেয়ঃ। ধাম=শ্ৰেষ্ঠপদম্, জ্যোতিস্বৰূপঃ। ততম্=ব্যাপ্তম্॥

**অনুবাদ**=তুমি প্ৰথম জ্যোতি (আদি দেৱ), সনাতন, পুৰুষ, তুমি এই বিশ্বৰ চৰম আশ্ৰয়, তুমিয়েই জ্ঞাতা, তুমিয়েই জ্ঞেয় আৰু তুমিয়েই শ্ৰেষ্ঠ পদ; হে অনন্তৰূপ! তুমি এই বিশ্বক ব্যাপি আছা। ৩৮॥

বায়ুৰ্ যমোঽগ্নিৰ্ বৰুণঃ শশাঙ্কঃ
প্ৰজাপতিস্ ত্বং প্ৰপিতামহশ্চ।
নমো নমস্তেঽস্তু সহস্ৰকৃত্বঃ
পুনশ্চ ভূয়োঽপি নমো নমস্তে। ৩৯॥

**অন্বয় :**—ত্বং বায়ুঃ যমঃ অগ্নিঃ বৰুণঃ শশাঙ্কঃ প্ৰজাপতিঃ প্ৰপিতামহশ্চ। তে সহস্ৰকৃত্বঃ নমঃ অস্তু, পুনঃ চ নমঃ, ভূয়ঃ অপি তে নমঃ। ৩৯ ॥

**অনুবাদ :**—বায়ু যম অগ্নি বৰুণ চন্দ্ৰ ব্ৰহ্মা আৰু প্ৰপিতামহও তুমিয়েই ; তোমাক মোৰ সহস্ৰবাৰ প্ৰণাম ; আকৌ পুনঃ পুনঃ তোমাক প্ৰণাম। ৩৯ ॥

**ব্যাখ্যা :**—নম্ ধাতুৰ অৰ্থ নত হৈ যোৱা। পুনঃ পুনঃ নমস্কাৰ কৰাত। হাজাৰ হাজাৰ বাৰ নমস্কাৰ কৰাত অৰ্জুনৰ অহংভাৱ যেন চূৰ্ণ বিচূৰ্ণ হৈ গ'ল।

( বেদ বেদান্ত শাস্ত্ৰী )

নমঃ পুৰস্তাদথ পৃষ্ঠত স্তে
নমোঽস্তুতে সৰ্বত এব সৰ্ব।
অনন্ত বীৰ্য্যমিত বিক্ৰমস্ ত্বং
সৰ্বং সমাপ্নোষি ততোঽসি সৰ্ব। ৪০ ॥

**অন্বয় :**—সৰ্ব! তে পুৰস্তাৎ অথ পৃষ্ঠতঃ নমঃ। তে সৰ্বতঃ এব নমঃ অস্তু। অনন্তবীৰ্য্য অমিতবিক্ৰমঃ ত্বং সৰ্বং সমাপ্নোষি। ততঃ সৰ্বঃ অসি। ৪০ ॥

**অনুবাদ :**—হে সৰ্বস্বৰূপ! আগে পাছে সকলো দিশে তোমাক নমস্কাৰ কৰোঁ। তুমি অনন্তবীৰ্য্য, অপৰিমিত বিক্ৰমশালী, জগদ্‌ব্যাপী, অতএব তুমিয়েই সকলো। ( তোমাৰ বাহিৰে জগতত একো নাই )।

সখেতি মত্বা প্ৰসভং যদুক্তং
হে কৃষ্ণ হে যাদৱ সখেতি।
অজানতা মহিমানং তবেদং
ময়া প্ৰমাদাৎ প্ৰণয়েন বাপি। ৪১।

[ ইদংক্লীৱ লিঙ্গ—ইমং ( তবেদং নাথাকি তবেমং ) পাঠ থাকিলে ব্যাখ্যা সহজ হয়। ]

**অন্বয় :**—তৱ মহিমানং ইদং অজানতা ময়া প্ৰমাদাৎ প্ৰণয়েন বা অপি সখা ইতি মত্বা হে কৃষ্ণ, হে যাদৱ, হে সখে ইতি প্ৰসভং যৎ উক্তং। ৪১ ॥

যচ্চাবহাসাৰ্থং অসৎকৃতোঽসি
বিহাৰ-শয্যাসন-ভোজনেষু।

এ;কোঽথবাপ্যচ্যুত তৎসমক্ষং
তৎ ক্ষাময়ে ত্বাং অহম্ অপ্ৰমেয়ম্। ৪২॥

**অন্বয়ঃ**—অচ্যুত! বিহাৰ-শয্যা-আসন-ভোজনেষু একঃ অথবা তৎসমক্ষং অৱহাস-অৰ্থং যৎ অসৎ-কৃতঃ অসি অহং অপ্ৰমেয়ং ত্বাম্ তৎ ক্ষাময়ে।

অপ্ৰমেয়ম্=অচিন্ত্যপ্ৰভাৱম্।

**অনুবাদঃ**—মই নাজানিছিলোঁ যে এই বিশ্ব তোমাৰেই মহিমা (বা তুমিয়েই যে সৱ—এই মহিমা)। সেই বাবে অজ্ঞানতঃ বা স্নেহবশতঃ (তোমাক মানুহ বুলি ভাবি) হে কৃষ্ণ, হে যাদৱ, হে সখি ইত্যাদি সম্বোধনেৰে, তিৰস্কাৰ কৰাৰ দৰে যিবোৰ বাক্য নকবাকৈ হঠাতে কোৱা হৈছে (তোমাক সম্বোধন কৰোঁতে জোৰ দি যে কৈ পেলাইছোঁ।) ৪১॥

আৰু তোমাৰ সাক্ষাতত বা অসাক্ষাতত অকলে বা সখিসৱৰ লগত বিহাৰ, শয়ন, আসন আৰু ভোজনৰ সময়ত তোমাক যি অসম্মান বা অমৰ্য্যাদা কৰিছোঁ—হে অচ্যুত! তাৰ বাবে—হে (সৰ্বপ্ৰকাৰে) অপৰিমেয়! মই তোমাক কৈছোঁ—মোক ক্ষমা কৰা। ৪২॥

পিতাসি লোকস্য চৰাচৰস্য
ত্বম্ অস্য পূজ্যশ্চ গুৰুৰ্ গৰীয়ান্
ন ত্বৎ সমোঽস্ত্যভ্যধিকঃ কুতোঽন্যো
লোকত্ৰয়েঽপ্যপ্ৰতিম প্ৰভাৱঃ। ৪৩॥

**অন্বয়ঃ**—হে অপ্ৰতিম-প্ৰভাৱ! ত্বম্ অস্য চৰাচৰস্য লোকস্য পিতা, পূজ্যঃ গুৰুঃ গৰীয়ান্ চ অসি। লোকত্ৰয়ে অপি ত্বৎসমঃ ন অস্তি। অভ্যধিকঃ অন্য কুতঃ। ৪৩॥

**অনুবাদঃ**—হে অনুপম ক্ষমতা-শালী কৃষ্ণ! তুমি এই চৰাচৰ জগতৰ পিতৃ, পূজ্য, গুৰু। ত্ৰিজগতত তোমাৰ সমান কোনো নাই। তোমাতকৈ শ্ৰেষ্ঠতৰ আৰু ক'ত কোন্ আছে। ৪৩॥

তস্মাৎ প্ৰণম্য প্ৰণিধায় কায়ং
প্ৰসাদয়ে ত্বাম্ অহম্ ঈশম্ ঈড্যম্।
পিতেব পুত্ৰস্য সখেব সখ্যুঃ
প্ৰিয়ঃ প্ৰিয়ায়াৰ্হসি দেৱ সোঢ়ুম্। ৪৪॥

**অন্বয় :**—দেৱ ! তস্মাৎ অহং কায়ং প্ৰাণিধায় প্ৰণম্য ঈড্যম্ ঈশম্ ত্বাম্ প্ৰসাদয়ে। পিতা এব পুত্ৰস্য, সখা এব সখ্যুঃ, প্ৰিয়ঃ ইব প্ৰিয়ায়াঃ সোঢ়ুম্ অৰ্হসি। ৪৪ ॥

**অনুবাদ ঃ**—( যি হেতুকে তুমি জগতৰ পিতা, পূজনীয়, গুৰু আৰু গুৰুতকৈও গৰীয়ান্ সেই কাৰণে ) নমস্কাৰ কৰি ভূমিত দণ্ডৱৎ হৈ পৰি তোমাৰ কৃপা প্ৰাৰ্থনা কৰিছোঁ, হে দেৱ! পুত্ৰৰ অপৰাধ পিতৃয়ে, সখিৰ অপৰাধ সখিয়ে, পতিব্ৰতা পত্নীৰ অপৰাধ পতিয়ে যেনেকৈ সহ্য কৰে মোৰ অপৰাধো তুমি তেনেকৈয়ে সহিব লাগে ( কাৰণ মই অনন্যশৰণ )। ৪৪ ॥

**ব্যাখ্যা ঃ**—অৰ্জুনে সম্পূৰ্ণভাৱে নিজক সমৰ্পণ কৰি দিছে। এতিয়া কৃষ্ণ অৰ্জুনৰ 'আপোন' আৰু অৰ্জুন কৃষ্ণৰ আপোন হৈছে। পিতৃয়ে যেনেকৈ পুত্ৰৰ প্ৰমাদ (ভুলভ্ৰান্তি সহ্য কৰে) তেনেকৈ, সখিয়ে যেনেকৈ সখিৰ প্ৰমাদ সহ্য কৰে, তেনেকৈ আপোন কৃষ্ণ তুমি আপোন জনৰ অনুগত জনৰ তোমাৰ অৰ্জুনৰ প্ৰমাদ সহ্যকৰা, মোৰ (অৰ্জুনৰ) ভ্ৰম প্ৰমাদ সহ্য কৰা তোমাৰ উচিত।

মই তোমাৰ আপোন জন। মোক সৰ্বতঃ অৱৰক্ষণ কৰি ৰাখা। ৪৪ ॥

( বেদ-বেদান্তশাস্ত্ৰী )

অদৃষ্টপূৰ্বং হৃষিতোঽস্মি দৃষ্ট্বা
ভয়েন চ প্ৰব্যথিতং মনো মে।
তদেব মে দৰ্শয় দেৱ ৰূপং
প্ৰসীদ দেৱেশ জগন্নিবাস। ৪৫ ॥

**অন্বয় ঃ**—অদৃষ্ট পূৰ্বং দৃষ্ট্বা হৃষিতঃ অস্মি, ভয়েন চ মে মনঃ প্ৰব্যথিতম্। দেৱেশ! জগন্নিবাস! তৎ এব ৰূপম্ মে দৰ্শয় ; প্ৰসীদ। ৪৫ ॥

**অনুবাদ :**—পূৰ্বে যিৰূপ দেখা নাই তাকে দেখি মই ৰোমাঞ্চিত হৈছোঁ আৰু ভয়ত মোৰ মন বৰ চঞ্চল হৈছে ; হে দেৱেশ! হে জগন্নিবাস! প্ৰসন্ন হোৱা ; সেই ( মোৰ অতি পৰিচিত ) ৰূপটোকে মোক দেখুৱা। ৪৫ ॥

**ব্যাখ্যা ঃ**—অৰ্জুনৰ ওচৰত শ্ৰীকৃষ্ণৰ চতুৰ্ভুজ মনুষ্যৰূপ অতি পৰিচিত, পৰিজ্ঞাত, সেইবাবে অৰ্জুনে ক'লে, মোক সেইৰূপটোকে দেখুৱা। ৪৫ ॥

( বেদ-বেদান্ত শাস্ত্ৰী )

**কিৰীটিনং গদিনং চক্ৰহস্তম্ ইচ্ছামি ত্বাং দ্ৰষ্টুম্ অহং তথৈব।**
**তেন ৰূপেণ চতুৰ্ভুজেন সহস্ৰবাহো! ভৱ বিশ্বমূৰ্ত্তে। ৪৬ ॥**

**অন্বয়ঃ**—অহং ত্বাং তথা এব কিৰীটিনং গদিনং চক্ৰহস্তং দ্ৰষ্টুম্ ইচ্ছামি। সহস্ৰবাহো বিশ্বমূৰ্ত্তে! তেন চতুৰ্ভুজেন ৰূপেণ এব ভৱ। ৪৬ ॥

**অনুবাদঃ**—আগৰ নিচিনাকৈ কিৰীটিধাৰী, গদাধাৰী, চক্ৰপাণিৰূপত তোমাক চাবলৈ ইচ্ছা কৰোঁ; হে বিশ্বমূৰ্ত্তে? (এতিয়া তুমি) সহস্ৰ বাহুযুক্ত। আগৰ সেই চতুৰ্ভুজ ৰূপতেই প্ৰকাশিত হোৱা। ৪৬ ॥

**ব্যাখ্যাঃ**—হে বিশ্বমূৰ্ত্তে! বিশ্বমূৰ্ত্তি পৰিত্যাগ কৰি মনুষ্যমূৰ্ত্তি ধৰা। হে সহস্ৰ বাহো! তোমাৰ সহস্ৰবাহু পৰিত্যাগ কৰি চতুৰ্ভুজ হোৱা।

কৃষ্ণৰ মনুষ্যমূৰ্ত্তি যেতিয়া প্ৰসন্ন আৰু স্বচ্ছ নিৰ্মল হৈ উঠিছিল, তেতিয়া অৰ্জুনে যেন এটা স্বচ্ছ জ্যোতিৰ্বিন্দুত কৃষ্ণৰ ভিতৰেদি অনন্তক দেখিবলৈ পাইছিল; এতিয়া যেন সেই অনন্ত সঙ্কুচিত হৈ অৰ্জুনৰ অনুৰোধত পুনৰায় এটা মূৰ্ত্তিত পৰিণত হ'ব। ৪৬ ॥ (বেদ-বেদান্ত শাস্ত্ৰী)

ইয়াত অৰ্জুনে ভগৱানৰ চতুৰ্ভুজ বিষ্ণুমূৰ্ত্তি চাবলৈ ইচ্ছা কৰিছে। কৃষ্ণ-লীলাত কিন্তু ভগৱান দ্বিভুজ; কিন্তু বাসুদেৱৰ ঘৰত তেওঁ শঙ্খ চক্ৰ গদা পদ্মধাৰী চতুৰ্ভুজ ৰূপতেই আবিৰ্ভূত হৈছিল। পাছত কংসৰ ভয়ত ভীত বসুদেৱৰ প্ৰাৰ্থনাত তেওঁ দুই বাহু সংবৰণ কৰে। কিন্তু সময়ে সময়ে চতুৰ্ভুজ মূৰ্ত্তিও ধাৰণ কৰিছে। (শ্ৰীমদ্ভাগৱত—১০।৩।৩০)

অৰ্জুনে ভগৱান শ্ৰীকৃষ্ণক দ্বিভুজ দেখিলেও তেওঁক চতুৰ্ভুজ বিষ্ণু বুলিয়েই জানিছিল—সেয়ে তেওঁৰ ইষ্টমূৰ্ত্তি। ভগৱানৰ যিকোনো মূৰ্ত্তিকেই সাধকে দৰ্শক নকৰক কিয় তাত তেওঁৰ ইষ্টমূৰ্ত্তিয়েই দৃষ্ট হৈ থাকে।

(পৰিব্ৰাজক আচাৰ্য্য কৃষ্ণানন্দ স্বামী)

চতুৰ্ভুজ হ'লেও যে মনুষ্যৰূপ সেইটো প্ৰতীতি হয়। (জগদীশ্বৰানন্দ)

শ্ৰীভগৱান্ উবাচ—

**ময়া প্ৰসন্নেন তৱাৰ্জুনেদং ৰূপং পৰং দৰ্শিতম্ আত্মযোগাৎ।**
**তেজোময়ং বিশ্বং অনন্তম্ আদ্যং যন্মে ত্বদন্যেন ন দৃষ্টপূৰ্বম্। ৪৭ ॥**

**অন্বয়ঃ**—শ্ৰীভগৱান উবাচ—অৰ্জুন, প্ৰসন্নেন ময়া আত্মযোগাৎ তব ইদং

তেজোময়ং বিশ্বং অনন্তং আদ্যং পৰং ৰূপং দৰ্শিতম্, যৎ ত্বৎ অন্যেন ন দৃষ্ট-পূৰ্বম্। ৪৭ ॥

আত্মযোগাৎ=আত্মনঃ মম যোগাৎ যোগমায়া সামৰ্থ্যাৎ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—হে অৰ্জুন ! মই প্ৰসন্ন হৈ স্বীয় যোগমায়াৰ প্ৰভাৱেৰে নিজৰ অপূৰ্ব সামৰ্থ্য অৱলম্বন কৰি তোমাক এই তেজোময় সৰ্বশ্ৰেষ্ঠ আদ্য অনন্ত বিশ্বৰূপ দৰ্শন কৰালোঁ। তোমাত বাজে আন কোনেও এই ৰূপ দৰ্শন কৰা নাই। ৪৭ ॥

ন বেদ যজ্ঞাধ্যায়ৈনৈব ন দানৈৰ্
ন চ ক্ৰিয়াভিৰ্ ন তপোভিৰ্ উগ্ৰৈঃ।
এবং ৰূপঃ শক্য অহং নৃলোকে
দ্ৰষ্টুং ত্বদন্যেন কুৰুপ্ৰবীৰ। ৪৮ ॥

**অন্বয়** ঃ—কুৰুপ্ৰবীৰ ! ন বেদ-যজ্ঞ-অধ্যয়নৈঃ ; ন দানৈঃ নচ ক্ৰিয়াভিঃ ন উগ্ৰৈঃ তপোভিঃ এবং ৰূপঃ অহং ত্বং-অন্যেন নৃলোকে দ্ৰষ্টুং শক্যঃ। ৪৮ ॥

**অনুবাদ** ঃ—হে কুৰুপ্ৰবীৰ ! এই পৃথিবীত তোমাত বাজে আন কোনেও—বেদ, যজ্ঞ, অধ্যয়ন, দান, ক্ৰিয়া বা উগ্ৰতপস্যা—একোৰে এনে ৰূপ-বিশিষ্ট মোক দৰ্শন কৰিব পৰা নাই। ৪৮ ॥

মা তে ব্যথা মা চ বিমূঢ়ভাৱো
দৃষ্টা ৰূপং ঘোৰম্ ঈদৃঙ্ মমেদম্।
ব্যাপেত ভীঃ প্ৰীতমনাঃ পুনস্ত্বং
তদেব মে ৰূপম্ ইদম্ প্ৰপশ্য। ৪৯ ॥

**অন্বয়** ঃ—ঈদৃক্ মম ঘোৰম্ ইদং ৰূপং দৃষ্টা তে ব্যথা, বিমূঢ়ভাৱঃ মা। ব্যাপেতভীঃ প্ৰীতমনাঃ (চ) পুনঃ ত্বং মে ইদং তৎৰূপম্ এব প্ৰপশ্য। ৪৯ ॥

তে ব্যথা মা=তুমি ব্যথিত নহ'বা।

বিমূঢ়ভাৱঃ চ মা=বিবুধি নহ'বা।

ব্যাপেতভীঃ প্ৰীতমনাঃ=বিগত ভয় আৰু প্ৰসন্নচিত্ত হৈ

—প্ৰপশ্য=মোৰ পূৰ্বৰূপ দৰ্শন কৰা।

**অনুবাদ** ঃ—মোৰ ভয়ানক ৰূপ দেখি তুমি ব্যথিত নহ'বা, বিবুধি নহ'বা। বিগত ভয় আৰু প্ৰসন্ন চিত্ত হৈ মোৰ পূৰ্বৰূপ দৰ্শন কৰা। ৪৯ ॥

সঞ্জয় উবাচ—

ইত্যৰ্জুনং বাসুদেৱস্তথোক্ত্বা স্বকং ৰূপং দৰ্শয়ামাসঃ ভূয়ঃ।
আশ্বসয়ামাস চ ভীতমেনং ভূত্বা পুনঃ সৌম্যবপুৰ্ মহাত্মা। ৫০ ॥

**অন্বয় ঃ**—সঞ্জয়ঃ উবাচ—বাসুদেৱঃ অৰ্জুনম্ ইতি উক্ত্বা ভূয়ঃ তথা স্বকং ৰূপং দৰ্শয়ামাস। চ মহাত্মা সৌম্যবপুঃ ভূত্বা পুনঃ ভীতম্ এনং আশ্বসয়ামাস। ৫০ ॥

**অনুবাদ ঃ**—সঞ্জয়ে ক'লে—বাসুদেৱে অৰ্জুনক এইদৰে কৈ পুনঃ স্বীয়ৰূপ (পূৰ্ব পৰিচিত ৰূপ) দেখুৱালে আৰু মহাত্মাই (উগ্ৰ ৰূপ সংবৰণ কৰি) আকৌ শান্তমূৰ্তি হৈ ভীত অৰ্জুনক আশ্বস্ত কৰিলে। ৫০ ॥

অৰ্জুন উবাচ—

দৃষ্ট্বেদং মানুষং ৰূপং তব সৌম্যং জনাৰ্দ্দন।
ইদানীং অস্মি সংবৃত্তঃ সচেতাঃ প্ৰকৃতিং গতঃ। ৫১ ॥

**অন্বয় ঃ**—অৰ্জুনঃ উবাচ—জন-অৰ্দন! তৱ ইদং সৌম্যং মানুষং ৰূপং দৃষ্ট্বা ইদানীং (অহং) সচেতাঃ সংবৃত্তঃ, প্ৰকৃতিং গতঃ অস্মি। ৫১ ॥

**অনুবাদ ঃ**—হে জনাৰ্দন, তোমাৰ এই সৌম্য মনুষ্য ৰূপ দেখি মই এতিয়া প্ৰসন্ন-চিত্ত আৰু প্ৰকৃতিস্থ হ'লোঁ। ৫১ ॥

শ্ৰীভগৱান উবাচ—

সুদুৰ্দৰ্শম্ ইদং ৰূপং দৃষ্টবান্ অসি যন্মম।
দেৱা অপ্যস্য ৰূপস্য নিত্যং দৰ্শনকাঙ্ক্ষিণঃ। ৫২ ॥

**অন্বয় ঃ**—শ্ৰীভগৱান উবাচ—মম ইদং সুদুৰ্দৰ্শম্ যৎ ৰূপং দৃষ্টৱান্ অসি, দেবাঃ অপি অস্য ৰূপস্য নিত্যং দৰ্শন-কাঙ্ক্ষিণঃ। ৫২ ॥

সুদুৰ্দৰ্শম্=অত্যন্তং দ্ৰষ্টুম্ অশক্যম্ (শ্ৰীধৰ)

**অনুবাদ ঃ**—(এতিয়া ভগৱানে অৰ্জুনক দেখুৱা অনুগ্ৰহ যে সুদুৰ্লভ তাকে দেখুৱাইছে) ভগৱানে ক'লে—তুমি মোৰ যি ৰূপ দেখা পালা সেই ৰূপ দৰ্শন কৰা অতি কঠিন। দেৱতাসকলেও এই ৰূপ দেখিবলৈ সদায় আকাঙ্ক্ষা কৰে। (কিন্তু তোমাৰ দৰে এই বিশ্বৰূপ ইতিপূৰ্বে দেখা নাই আৰু ভৱিষ্যতেও দৰ্শন নকৰিব।)

নাহং বেদৈৰ্ন তপসা ন দানেন ন চেজ্যয়া ।
শক্য এবংবিধো দ্ৰষ্টুং দৃষ্টবান্ অসি মাং যথা । ৫৩ ॥
( যথা যন্মম ইতি বা পাঠঃ )

**অন্বয় ঃ**—যথা মাং দৃষ্টবান্ অসি, এবংবিধঃ অহম্ ন বেদৈঃ, ন তপসা, ন দানেন, ন চ ইজ্যয়া দ্ৰষ্টুং শক্যঃ । ৫৩ ॥

**অনুবাদ ঃ**—( তাৰ হেতু শুনা ) তুমি মোৰ যি বিশ্বৰূপ দেখিছা, এইৰূপ ৰূপ, বেদপাঠ, চান্দ্ৰায়ণাদি ব্ৰত-তপস্যা, গো, সুবৰ্ণ আদি দান বা যজ্ঞপূজাৰ দ্বাৰা দৰ্শন কৰা নাযায় । ৫৩ ॥

ভক্ত্যা ত্বনন্যয়া শক্য অহং এবংবিধোঽৰ্জুন ।
জ্ঞাতুং দ্ৰষ্টুং চ তত্ত্বেন প্ৰবেষ্টুং চ পৰন্তপ । ৫৪ ॥

**অন্বয় ঃ**—পৰন্তপ অৰ্জুন ! তু অনন্যয়া ভক্ত্যা এবংবিধং অহং জ্ঞাতুং তত্ত্বেন দ্ৰষ্টুং চ প্ৰবেষ্টুং চ শক্যঃ । ৫৪ ॥

**অনুবাদ ঃ**—( তেন্তে কেনেকৈ দৰ্শন কৰা যায় ? উপায় কি ? )

হে পৰন্তপ অৰ্জুন ! কেৱল অনন্যভক্তিৰ দ্বাৰাই মোক যথাৰ্থভাৱে ( স্বৰূপতঃ ) জানিব পৰা যায়, সাক্ষাৎ দেখা পোৱা যায় আৰু মোতে প্ৰৱেশ কৰিব পৰা যায় । ৫৪ ॥

মৎকৰ্মকৃন্মৎপৰমো মদ্ভক্তঃ সঙ্গবৰ্জিতঃ ।
নিৰ্বৈৰঃ সৰ্বভূতেষু যঃ স মামেতি পাণ্ডব । ৫৫ ॥

**অন্বয় ঃ**—হে পাণ্ডৱঃ ! যঃ মৎ কৰ্মকৃৎ মৎ পৰমঃ মদ্ভক্তঃ সঙ্গবৰ্জিতঃ সৰ্বভূতেষু নিৰ্বৈৰঃ স মাম্ এতি । ৫৫ ॥

**টীকা :**—অতঃ সৰ্ব শাস্ত্ৰাৰ্থসাৰং পৰমৰহস্যং শৃণু ইতি আহ—মৎ কৰ্মকৃৎ ইতি । মদৰ্থং কৰ্ম কৰোতি ইতি মৎকৰ্মকৃৎ, অহমেব পৰমঃ পুৰুষাৰ্থঃ যস্য সঃ মমৈব ভক্তঃ আশ্ৰিতঃ, পুত্ৰাদিষু সঙ্গবৰ্জিতঃ । নিৰ্বৈৰস্য সৰ্বভূতেষু এবম্ভূতঃ স মাম্ প্ৰাপ্নোতি নান্যঃ—ইতি ৫৫ ॥ ( শ্ৰীধৰ )

**অনুবাদ :**—হে পাণ্ডৱ ৷ যিজনে সকলো কৰ্ম মোৰ ভাৱেহে কৰে, মোকেই পৰম ( সৰ্বশ্ৰেষ্ঠ ; চৰম তত্ত্ব ) বুলি জানে, মোকেই ভাল পায়,

সর্বত্র আসক্তিবিহীন ( মোৰ বাহিৰে একোতে যাৰ আসক্তি নাই ), কোনো প্ৰাণীৰ প্ৰতি যাৰ বৈৰভাৱ নাই—সেই পুৰুষে মোক লাভ কৰে। ৫৫।

ইতি শ্ৰীমদ্‌ভগৱদ্ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে কৃষ্ণাৰ্জুন সংবাদে বিশ্বৰূপ দর্শন যোগো নাম একাদশোঽধ্যায়ঃ।

## একাদশ অধ্যায়ৰ সাৰকথা

১। বিশ্বৰূপ দর্শন।

২। শাঙ্কৰ ভাষ্য আৰু শ্ৰীধৰ স্বামীৰ টীকাত উল্লেখ কৰিছে যে ৫৫ শ্লোকটিত গীতাশাস্ত্ৰৰ সাৰাংশ লিপিবদ্ধ কৰা হৈছে।

জীৱৰ যি একমাত্র শ্ৰেয়স্, সেই মোক্ষ বা ভগৱৎ প্ৰাপ্তি কেনেকৈ সাধকৰ হয় এই শ্লোকত তাকেই সংক্ষেপে কৈছে।

(১) মৎ-কৰ্ম-কৃৎ—যিজনে সকলো কৰ্ম মোৰ কাৰণে হে কৰে—ভগৱানক প্ৰীতিৰ অৰ্থে যিজনে কৰ্ম কৰে। মায়াবদ্ধজীৱে নাজানে যে সমস্ত কৰ্মই পৰমেশ্বৰৰ, কৰ্ত্তা বা কাৰয়িতা একমাত্র তেৱেঁই। জীৱ নিমিত্ত মাত্ৰ। "মোৰ সংসাৰ, মোৰ কৰ্ম, মই কৰ্ত্তা" মায়াবদ্ধজীৱ এই ভাৱত প্ৰবৃত্ত হৈ থাকে।

যিজনে বৈদিক, লৌকিক সমস্ত কৰ্ম তেওঁতেই অৰ্পণ কৰি তেওঁৰেই ভৃত্য-বোধে তেওঁৰেই কৰ্ম তেওঁৰে প্ৰীতিৰ অৰ্থে সম্পন্ন কৰে—তেৱেঁই মৎ-কৰ্ম-কৃৎ।

(২) সঙ্গবৰ্জিতঃ—( সৰ্বত্ৰ আসক্তিহীন হ'ব লাগিব। সৰ্বপ্ৰকাৰ আসক্তি ত্যাগ কৰিব লাগিব। ধৰ্ম পুত্ৰ মিত্ৰ, পত্নী আৰু বন্ধুবৰ্গত যাৰ সঙ্গ বা প্ৰীতি বা স্নেহ নাই তাকেই সঙ্গবৰ্জিত বুলি কোৱা হয়।

(৩) মৎপৰমঃ—মোকেই সৰ্বশ্ৰেষ্ঠ, চৰমতত্ত্ব বুলি ভাবে।

ভৃত্যয়ো প্ৰভুৰ কাৰণে কৰ্ম কৰে নিজৰ কাৰণে নকৰে; কিন্তু ভৃত্যই প্ৰভুক নিজৰ পৰলোকৰ গতি বুলি নাভাবে; কিন্তু যি ভক্তই মোৰ কৰ্ম কৰে, সেই ভক্তব্যক্তিয়ে মোকেই ঐহিক আৰু পাৰলৌকিক একমাত্ৰ গতি বুলি বোধকৰে—তাকেই মৎ পৰম বোলা হৈছে। ভগৱানক লাভ কৰিবলৈ হ'লে একমাত্ৰ ভগৱানেই পৰম গতি, ঐহিক পাৰত্ৰিক কল্যাণৰ একমাত্ৰ আশ্ৰয়, এইদৰে স্থিৰ কৰি ঐকান্তিক দৃঢ়তাৰ সহিত সকলো প্ৰকাৰে তেওঁৰেই ভজনা কৰিব লাগিব।

(৪) নিৰ্বৈৰঃ—ভজনা কৰাৰ লগে লগে নিৰ্বৈৰ হ'ব লাগিব। সৰ্বভূততে নিৰ্বৈৰ হ'ব লাগিব। সকলো প্ৰাণীতে অৰ্থাৎ যদি কোনোবাই তোমাৰ অত্যন্ত অপকাৰ কৰিবলৈকো প্ৰবৃত্ত থাকে, তথাপিতো যেন তেওঁৰ প্ৰতি শত্ৰুতা বুদ্ধি নহয় অৰ্থাৎ কাৰো অনিষ্ট কামনা যেন নকৰা, তেতিয়াহে তুমি নিৰ্বৈৰ হ'ব পাৰিবা। তাৰ কাৰণ সৰ্বভূততে তেওঁ আছে, গতিকে জীৱৰ প্ৰতি অৱজ্ঞা, ঘৃণা বা বৈৰভাব পোষণ কৰিলে ঈশ্বৰ-প্ৰীতি নহয়। লোকপ্ৰীতি বা ঈশ্বৰ-ভক্তি বস্তুতঃ অভিন্ন।

(৫) মদ্ভক্তঃ—একমাত্ৰ মোকেই ভাল পায়। ওপৰত কোৱা নিয়মে সৰ্বপ্ৰকাৰে আৰু সকলোৰে আত্মা ভাবি ময়ে একমাত্ৰ আশ্ৰয় বুলি নিশ্চয় কৰি যিজনে ভজনা কৰে—তেৱেঁই মোৰ ভক্ত—তেৱেঁই মোক ভাল পায়।

এইপ্ৰকাৰ গুণসম্পন্ন যি ভক্ত তেৱেঁই হে মোক পায় অৰ্থাৎ ময়েই হওঁ তেওঁৰ পৰম গতি, তেওঁৰ আৰু অন্য কোনো গতি নাথাকে।

সৰ্বভূতত সমবুদ্ধিত্ব লক্ষণ সম্যক্ জ্ঞান, ভগৱানত ঐকান্তিক ভক্তি আৰু তেওঁৰেই কৰ্ম বুলি লোক সংগ্ৰহৰ বাবে যি কৰ্মই উপস্থিত হয় তাকে নিয়মমতে সম্পাদন—এই তিনিটা কথা একে সময়তে এই শ্লোকত উপদেশ দিছে। গীত-শাস্ত্ৰৰ এয়ে সাৰ বস্তু।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## দ্বাদশোঽধ্যায়ঃ

## ভক্তিযোগঃ

অৰ্জুন উবাচ।

এবং সতত যুক্তা (ঃ) যে ভক্তাস্‌ ত্বাং পৰ্য্যুপাসতে।
যে চাপ্যক্ষৰম্‌ অব্যক্তং তেষাং কে যোগ বিত্তমাঃ। ১ ॥

**অন্বয়** ঃ—অৰ্জুনঃ উবাচ—এবং সততযুক্তাঃ যে ভক্তা ত্বাং পৰ্য্যুপাসন্তে, যে চ অপি অব্যক্তং অক্ষৰং ( উপাসতে ), তেষাং যোগবিৎতমাঃ কে ?

**টীকায়াম্‌**—এবং সৰ্বকৰ্মাৰ্পণআদিনা সততযুক্তাঃ ত্বৎ নিষ্ঠাঃ সন্তো যে ভক্তাঃ ত্বাং বিশ্বৰূপং সৰ্বজ্ঞং সৰ্বশক্তিং পৰ্য্যুপাসতে ধ্যায়ন্তি যে চ অপি অক্ষৰং ব্ৰহ্ম অব্যক্তং নিৰ্বিশেষং উপাসতে তেষাং উভয়েষাং মধ্যে কে অতিশয়েন যোগবিদ্‌—অতিশ্ৰেষ্ঠাঃ ইতি অৰ্থঃ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—অৰ্জুনে ক'লে নিৰন্তৰ তদ্‌গত-চিত্ত হৈ যিসকল ভক্তই তোমাৰ উপাসনা কৰে আৰু যিবিলাকে অব্যক্ত অক্ষৰৰ উপাসনা কৰে এই উভয়ৰ ভিতৰত শ্ৰেষ্ঠ কোন্‌ ?

**ব্যাখ্যা** ঃ—ইয়াত একাদশ অধ্যায়ৰ শেষ শ্লোকত যি নিষ্কাম কৰ্মযুক্ত ভক্তিৰ সাধনৰ কথা কৈছে তাকেই লক্ষ্য কৰিছে। এইৰূপ সগুণ ঈশ্বৰৰ উপাসক আৰু নিৰ্গুণ ব্ৰহ্মৰ উপাসকৰ ভিতৰত কোন্‌ শ্ৰেষ্ঠ—এয়ে অৰ্জুনৰ প্ৰশ্ন।

নৱম অধ্যায়ৰ শেষ শ্লোকত কৈছে—মনে মনে মোকেই চিন্তা কৰা, মোকেই ভাল পাবলৈ ধৰা আৰু মোৰ প্ৰীতিৰ কাৰণে যাগ যজ্ঞাদি কৰ্ম কৰা আৰু মোৰ ওচৰত তোমাৰ অহঙ্কাৰ নত কৰা। এইদৰে মনটোক লগালে আৰু ময়েই যে তোমাৰ শ্ৰেষ্ঠ গন্তব্যস্থান—এই বুদ্ধিত স্থিৰ থাকিলে ( মৎপৰায়ণ হ'লে )

তুমি মোতেই আহিবা। ইয়াতো ভক্তিনিষ্ঠাৰ কথা কৈছে। এই অধ্যায়ৰ (নৱম) ২৭ শ্লোকত কৈছে—তুমি যি কোনো কৰ্ম—ভক্ষণ, হোম, দান, তপস্যা যিয়েই নকৰা কিয় তাক মোকেই অৰ্পণ কৰি (ঈশ্বৰাৰ্পণ বুদ্ধিত) কৰা। ইয়াতো ভক্তিনিষ্ঠাৰ কথা কৈছে। কৰ্ম, জ্ঞান আৰু প্ৰীতিৰ দ্বাৰা ব্যক্তৰূপৰ উপাসনা কৰিলে ভগৱানক পায়।

চতুৰ্থ অধ্যায়ত জ্ঞাননিষ্ঠাৰ কথা কৈছে। সপ্তম অধ্যায়ৰ ২৪ শ্লোকত কৈছে—বহুজন্মৰ পাছত এই জ্ঞান হয় যে "বাসুদেৱেই সৱ"—এইৰূপ জ্ঞানবান্ ব্যক্তি মোৰ শৰণাপন্ন হয়—এইৰূপ মহাত্মা অতি দুৰ্লভ—ইয়াতো জ্ঞান নিষ্ঠাৰ কথা কৈছে।

পুনঃ অষ্টম অধ্যায়ৰ ১১ শ্লোকত অক্ষৰ ব্ৰহ্মৰ কথা কৈছে। অব্যক্তই পৰ-ভাৱ বা পৰতত্ত্ব; তেওঁকেই উপাসনা কৰিব লাগে। সেয়ে পৰাগতি, অলৈ যাব পাৰিলে পুনঃ ঘূৰি আহিব নালাগে।

সেইবাবে সন্দেহৰ স্থল এইটোৱেই যে ভক্তিনিষ্ঠা শ্ৰেষ্ঠ নে জ্ঞান নিষ্ঠা শ্ৰেষ্ঠ?

"নিৰ্গুণ উপাসক সগুণ উপাসকৰ মধ্যত কুন শ্ৰেষ্ঠ—এই নিৰ্ণয় কৰিবে লাগি দ্বাদশ অধ্যায় আৰম্ভ কৰিলা। পূৰ্ব অধ্যায়ৰ অন্তত, নৱম অধ্যায়তো ভক্তি-নিষ্ঠা কহিলা। সপ্তম চতুৰ্থতো জ্ঞাননিষ্ঠাৰ শ্ৰেষ্ঠ কহিলা। এতেকে দুয়ো শ্ৰেষ্ঠ হৈলে বিশেষ জানিবা ইছায় অৰ্জুনে পুছন্ত—হে ভগৱন্ত! এমনে সৰ্বকৰ্ম সমৰ্পণা কৰি তুমাত নিষ্ঠা হয়া যি ভক্তসৱে তুমাক উপাসা কৰে, যি সৱে অক্ষৰ ব্ৰহ্মক চিন্তে—দুইৰ মধ্যত কুনসৱ অতিশয় শ্ৰেষ্ঠ—আক মোত কহা।" ১॥ (ভট্টদেৱ)

শ্ৰীভগৱান্ উবাচ।

ময্যাবেশ্য মনো যে মাং নিত্যযুক্তা উপাসতে।
শ্ৰদ্ধয়া পৰয়োপেতাস্ তে মে যুক্ততমাঃ মতাঃ। ২

**অন্বয়ঃ**—শ্ৰীভগৱান্ উবাচ—যে ময়ি মনঃ আৱেশ্য নিত্যযুক্তাঃ পৰম-শ্ৰদ্ধয়া উপেতাঃ মাং উপাসতে, তে যুক্ততমাঃ মে মতাঃ। ২॥

**টীকাঃ**—তত্ৰ প্ৰথমা শ্ৰেষ্ঠাঃ ইতি উত্তৰং শ্ৰীভগৱান্ উবাচ—ময়ি ইতি। ময়ি পৰমেশ্বৰে সৰ্বজ্ঞত্বাদি গুণবিশিষ্টে মনঃ আৱেশ্য একাগ্ৰং কৃত্বা নিত্যযুক্তা

মদৰ্থ-কৰ্ম-অনুষ্ঠান আদিনা মন্নিষ্ঠা সন্তঃ শ্ৰেষ্ঠয়া শ্ৰদ্ধয়া যুক্তাঃ যে মাম্ আৰাধয়ন্তি তে যুক্ততমাঃ মম অভিমতাঃ। ২ ॥

উপেতাঃ=যুক্তাঃ

**অনুবাদ :**—শ্ৰীভগৱানে ক'লে—মোত (পৰমেশ্বৰত-ব্যক্তৰূপত) মন নিবিষ্ট কৰি পৰম শ্ৰদ্ধাশীল বিসকল নিত্যকৰ্মযোগীয়ে মোৰ উপাসনা কৰে, তেওঁলোকেই সৰ্বশ্ৰেষ্ঠ কৰ্মযোগী বুলি মই মনে কৰোঁ। ২ ॥

**ব্যাখ্যা :**—ফলৰ আকাঙ্ক্ষা ত্যাগ কৰি হ'লেও যন্ত্ৰৰ নিচিনা কৰ্ম কৰি যোৱাটো ভগৱানৰ অভিপ্ৰেত নহয়; কিন্তু শ্ৰদ্ধা সহকাৰে যিজন কৰ্মযোগীয়ে তেওঁক ভাল পায় অৰ্থাৎ তেওঁৰ প্ৰীতিৰ অৰ্থে সজ্ঞানে—(যন্ত্ৰৰ নিচিনাকৈ নহয়) কৰ্মযোগৰ অনুষ্ঠান কৰে, তেওঁৱেই যুক্ততম। এনে ধৰণৰ কৰ্মযোগেই অভিপ্ৰেত। (বেদ-বেদান্ত-শাস্ত্ৰী)

"ভক্তসৱ শ্ৰেষ্ঠ বুলি ভগৱন্তে কহন্ত—ময়ি পৰমেশ্বৰত মননিৱেশ কৰি মোৰ অৰ্থে কৰ্ম আচৰি পৰম শ্ৰদ্ধাই যুক্ত হয়া যি মোক আৰাধনা কৰে সি সৱ মোৰ মতে শ্ৰেষ্ঠ।" ২ ॥ (ভট্টদেৱ)

এই শ্লোকত পৰমেশ্বৰৰ—ব্যক্তৰূপত—সগুণ ব্ৰহ্মৰ উপাসনা বা ভক্তিমাৰ্গই শ্ৰেষ্ঠ এইটো কোৱা হ'ল—তেন্তে জ্ঞানমাৰ্গৰ নিৰ্গুণ উপাসকসকলৰ গতি কি?

যে ত্বক্ষৰম্ অনিৰ্দেশ্যম্ অব্যক্তং পৰ্য্যুপাসতে।
সৰ্বত্ৰগম্ অচিন্ত্যং চ কূটস্থং অচলং ধ্ৰুৱম্। ৩ ॥
সংনিয়ম্যেন্দ্ৰিয়গ্ৰামং সৰ্বত্ৰ সমবুদ্ধয়ঃ।
তে প্ৰাপ্নুৱন্তি মামেৱ সৰ্বভূতহিতে ৰতাঃ। ৪ ॥

**অন্বয় :**—যে তু সৰ্বত্ৰ সমবুদ্ধয়ঃ সৰ্বভূতহিতে ৰতাঃ চ ইন্দ্ৰিয়গ্ৰামং সংনিয়ম্য অনিৰ্দেশ্যং অব্যক্তং সৰ্বত্ৰগং অচিন্ত্যং কূটস্থং অচলং ধ্ৰুৱং পৰ্য্যুপাসতে তে এব মাম্ এব প্ৰাপ্নুৱন্তি। ৩।৪ ॥

যে তু অক্ষৰং পৰ্য্যুপাসতে ধ্যায়ন্তি তে অপি মামেৱ প্ৰাপ্নুৱন্তি—ইতি।

(শ্ৰীধৰ)

**অনুবাদ :**—যিসকল সাধকে সৰ্বত্ৰ সমবুদ্ধি হৈ, সৰ্বভূতৰ হিতসাধনত ৰত হৈ ইন্দ্ৰিয়বোৰ সংযত কৰি অনিৰ্দেশ্য, অব্যক্ত, সৰ্বগত, অচিন্ত্য, অচল, নিত্য নিৰ্বিকাৰ (কূটস্থ) অক্ষৰ ব্ৰহ্মৰ উপাসনা কৰে, তেওঁবিলাকেও মোকেহে পায়। ৩।৪ ॥

**ব্যাখ্যা ঃ**—ব্যক্তৰূপ ভগৱানক (সগুণ ব্ৰহ্মক) উপাসনা কৰা সকলে উপাসনাৰ দ্বাৰা ভগৱানক পায়।

অব্যক্তৰূপ ভগৱানক (নিৰ্গুণ ব্ৰহ্মক) উপাসনা কৰা বিলাকে সেই উপাসনাৰ দ্বাৰা সৰ্বত্ৰ সমবুদ্ধিসম্পন্ন হয় আৰু সৰ্বভূতৰ হিত সাধনত আনন্দ পায়—তাৰ ফলত ভগৱানক পায়।

পঞ্চম অধ্যায়ৰ ২৫ শ্লোকতে এই কথা কৈছে যে সম্যক্‌দৃষ্টিসম্পন্ন, পাপশূন্য, দ্বন্দ্বাতীত, সংযতাত্মা ব্যক্তিসকলে সৰ্বভূতৰ মঙ্গল সাধনত ৰত থাকে আৰু ব্ৰহ্মানন্দ লাভ কৰে। (বেদ-বেদান্ত শাস্ত্ৰী)

বিষয় ভোগৰ বাসনা থাকিলে ইন্দ্ৰিয়-সংযম সম্ভৱ নহয়। সেই কাৰণে বিষয়-ভোগ বাসনাৰ পৰা ইন্দ্ৰিয়বিলাকক সম্যক্‌ভাৱে সংযত কৰিব লাগিব। তাৰ বাবে সৰ্বত্ৰ সমবুদ্ধি হ'ব লাগিব অৰ্থাৎ হৰ্ষ-বিষাদ, মান-অপমানত তুল্যজ্ঞান কৰিব। এই জ্ঞানৰ দ্বাৰা বাসনাৰ কাৰণ অজ্ঞান দূৰীভূত হ'লে বিষয়-দোষ দৰ্শনত অভ্যাস পৰিপক্ক হোৱা বাবে বিষয়-স্পৃহা অপনীত হোৱাত সাধকৰ সৰ্বত্ৰ সমবুদ্ধি হয়। ক্ৰমে হিংসাৰ কাৰণ দ্বেষ অপনীত হোৱাত সাধকৰ সৰ্বভূতৰ হিতকাৰ্য্য সাধনত আনন্দ হয়। এনে বিধৰ যোগীসকলে অক্ষৰব্ৰহ্ম মোকেই পায়। (কৃষ্ণচন্দ্ৰৰ গীতা)

ক্লেশোঽধিকতৰস্তেষাম্ অব্যক্তাসক্ত চেতসাম্।
অব্যক্তা হি গতিৰ্‌ দুঃখং দেহবদ্ভিৰবাপ্যতে। ৫ ॥

**অন্বয় ঃ**—তেষাম্ অব্যক্ত-আসক্ত-চেতসাম্ অধিকতৰঃ ক্লেশঃ (ভৱতি); হি দেহবদ্ভিঃ অব্যক্তাগতিঃ দুঃখম্ অবাপ্যতে।

**অনুবাদ ঃ**—(নিৰ্গুণ উপাসক আৰু সগুণ উপাসকৰ গতি যদি একে হয়, তেন্তে সগুণ উপাসকক শ্ৰেষ্ঠতৰ যোগবিৎ বুলি কিয় কলে ? )

অব্যক্তত আসক্ত চিত্ত সাধকৰ সিদ্ধিলাভ অধিকতৰ ক্লেশদায়ক; কাৰণ দেহধাৰীসকলৰ পক্ষে অব্যক্ত তত্ত্বত উপনীত হোৱাটো অতি কষ্টেৰেহে সম্পন্ন হয়। ৫ ॥

**ব্যাখ্যা ঃ**—দেহৱান্ ব্যক্তিৰ দেহস্থিত ইন্দ্ৰিয়, মন, বুদ্ধি প্ৰভৃতিৰ শক্তি সীমাবদ্ধ; সেইবাবে দেহৱান্ ব্যক্তি স্থূলৰ ধাৰণাৰ ওপৰত উঠি সূক্ষ্মৰ ধাৰণা কৰাত যথেষ্ট ক্লেশ অনুভৱ্‌ কৰে। দেশ-কালৰ অতীত অব্যক্তৰ ধাৰণা কৰা দেশ-কালৰ অধীন জীৱৰ পক্ষে যথেষ্ট ক্লেশকৰ। (বেদ-বেদান্তশাস্ত্ৰী)

সগুণ ব্রহ্মৰ উপাসকসকলৰ পক্ষেও বিষয়ৰপৰা চিত্তক সংযত কৰি আনি সগুণ ব্ৰহ্মত নিবিষ্ট কৰা আৰু শ্ৰদ্ধাসমন্বিত হৈ নিৰন্তৰ তৎকৰ্মপৰায়ণ হোৱা ক্লেশসাধ্য সন্দেহ নাই; কিন্তু নিৰ্গুণ ব্ৰহ্মৰ উপাসকসকলৰ ক্লেশ তাতকৈও বেছি। ৫॥

যে তু সৰ্বাণি কৰ্মাণি ময়ি সংন্যস্য মৎপৰাঃ।
অনন্যেনৈৱ যোগেন মাং ধ্যায়ন্ত উপাসতে। ৬॥
তেষাম্ অহং সমুদ্ধৰ্ত্তা মৃত্যু-সংসাৰ-সাগৰাৎ
ভৱামি ন চিৰাৎ পাৰ্থ ময্যাবেশিত-চেতসাম্। ৭ ॥

**অন্বয়**:—পাৰ্থ! তু যে সৰ্বাণি কৰ্মাণি ময়ি সংন্যস্য মৎপৰাঃ অনন্যেন যোগেন এব মাং ধ্যায়ন্তঃ উপাসতে, তেষাম্ ময়ি আবেশিত চেতসাম্ মৃত্যু-সংসাৰ সাগৰাৎ ন চিৰাৎ অহং সমুদ্ধৰ্ত্তা ভৱামি। ৬॥ ৭॥

**অনুবাদ**:—কিন্তু যি বিলাকে মোতে সমস্ত কৰ্ম (কৰ্মফলৰ আকাঙ্ক্ষা) সমৰ্পণ কৰি মৎপৰায়ণ হৈ অনন্যযোগেৰে মোৰ ধ্যান কৰি মোৰ ভজনা কৰে, সেই নিবিষ্ট চিত্ত ব্যক্তিসকলক জন্মমৃত্যুৰূপ সংসাৰ-সাগৰৰপৰা মই অচিৰে উদ্ধাৰ কৰোঁ। ৬।৭ ॥

**ব্যাখ্যা**:—এই জন্ম মৃত্যুৰূপ সংসাৰৰ প্ৰৱাহ যেন সাগৰৰ দৰে। অন্য বহুতে এই সাগৰত নিমগ্ন হয় সঁচা, কিন্তু যিবিলাক কৰ্মযোগী মোতে নিবিষ্ট চিত্ত সেইবিলাকক মই নিমগ্ন হ'ব নোৱাৰাকৈ ওপৰত তুলি ধৰোঁ অৰ্থাৎ জন্ম-মৃত্যু প্ৰৱাহৰ অধীন সিবিলাক নহয় আৰু তেওঁলোকৰ উদ্ধাৰ কাৰ্য্যত বেছি বিলম্ব নহয়, অবিলম্বে মই সিবিলাকক মোক্ষ দিওঁ (ন চিৰাৎ=অবিলম্বে)। অব্যক্ত উপাসকসকলৰ কষ্ট হ'ব পাৰে —বিলম্ব হ'ব পাৰে।

সৰ্ব কৰ্মৰ ফল মোতেই সমৰ্পণ কৰি আবেশিত চিত্ত হোৱা মানে কৰ্মত্যাগ নহয়, কৰ্মত্যাগ সম্ভৱ নহয়। সমস্ত কৰ্ম সমৰ্পণ কৰা মানে কৰ্মফল ত্যাগ কৰা বুজিব লাগিব। যিবিলাকে কৰ্মফল ত্যাগ কৰি কৰ্ম কৰে তেওঁলোকেই কৰ্মযোগী। অতএৱ ইয়াত কৰ্মযোগীকে লক্ষ্য কৰিছে।

ময্যেৱ মন আধৎস্ব ময়ি বুদ্ধিং নিবেশয়।
নিৱসিষ্যসি ময্যেৱ অত ঊৰ্দ্ধং ন সংশয়ঃ। ৮॥

**অন্বয়** ঃ—ময়ি এব মনঃ আধৎস্ব, ময়ি বুদ্ধিং নিবেশয়, অতঃ উৰ্দ্ধং ময়ি এব নিবসিষ্যসি সংশয়ঃ ন। ৮ ॥

**টীকা** ঃ—যস্মাদেবং তস্মাৎ ময়ি এব ইতি। ময়ি এব সংকল্প-বিকল্প-আত্মকং মনঃ আধৎস্ব-স্থিৰী কুৰু ; বুদ্ধিং অপি ব্যৱসায়াত্মিকাং ময়ি এব নিবেশয়। এবং কুৰ্বন্ মৎপ্ৰসাদেন লব্ধজ্ঞানঃ সন্ অতঃ উৰ্দ্ধং দেহান্তে মৰণানন্তৰং ময়ি এব নিৰ্বসিষ্যসি মদাত্মনা বাসং কৰিষ্যসি ; নাত্ৰসংশয়ঃ। ৮ ॥ (শ্ৰীধৰ)

**অনুবাদ** ঃ—অতএব মোতেই মন স্থিৰ কৰা; বুদ্ধিক মোতেই প্ৰৱেশ কৰোৱা ( ব্যৱসায়াত্মিকা বুদ্ধি নিবিষ্ট কৰা ) ; ( এইৰূপ কৰোঁতে কৰোঁতে ) দেহত্যাগৰ পাছত মোতেই বাস কৰিব পাৰিবা। ৮ ॥

**ব্যাখ্যা** ঃ—'মোতেই' অৰ্থ "মোৰ বিশ্বৰূপতেই" বুলি শঙ্কৰাচাৰ্য্যই অৰ্থ কৰিছে; সেই অনুসাৰে আন আন বহু টীকাকাৰেও ব্যাখ্যা কৰিছে। বিশ্বৰূপ=ব্যক্তৰূপ, সগুণ ব্ৰহ্ম। বিশ্বৰ অণু পৰমাণুত সৰ্বত্ৰ তেওঁ বিৰাজিত। এই বিশ্বত নানা বিধৰ নানা বৰ্ণৰ নানা আকৃতিৰ শ শ হাজাৰ হাজাৰ ৰূপ তেওঁৰ আছে ( ১১।৫ )। চিত্তক সকলো বিষয়ৰপৰা সমাহৃতি কৰি কোনো দেৱতাৰ মানস মূৰ্ত্তি বা প্ৰতিমাদিক এক মাত্ৰ অৱলম্বন কৰি পুনঃ পুনঃ ধ্যান অভ্যাসৰ দ্বাৰা উপাসনা কৰি যি কোনো উপায়েৰে ভগৱানত মনোনিবেশ কৰা উচিত। ৮ ॥ [ মন=সংকল্প বিকল্পাত্মিকা অন্তঃকৰণ বৃত্তি। বুদ্ধি=নিশ্চয়াত্মিকা অন্তঃকৰণ বৃত্তি। ]

অথ চিত্তং সমাধাতুং ন শক্নোষি ময়ি স্থিৰম্।
অভ্যাসযোগেন ততো মাম্ ইচ্ছাপ্তুং ধনঞ্জয়। ৯ ॥

**অন্বয়** ঃ—ধনঞ্জয়! অথ চিত্তং স্থিৰং সমাধাতুং ন শক্নোষি, ততঃ অভ্যাস যোগেন মাম্ আপ্তুং ইচ্ছ। ৯ ॥

অভ্যাস যোগেন=মৎঅনুস্মৰণলক্ষণঃ যঃ অভ্যাসযোগঃ তেন।

**অনুবাদ** ঃ—হে ধনঞ্জয়! যদি এনেকুৱা হয় যে তুমি চিত্তত মোক স্থিৰভাৱে ধাৰণ কৰি থাকিব নোৱাৰা, তেন্তে অভ্যাসৰূপ কৌশলৰদ্বাৰা ( পুনঃ পুনঃ প্ৰযত্নৰদ্বাৰা ) মোক পাবলৈ ইচ্ছা কৰা ( পোৱাৰ আশা ৰাখা ) ৯ ॥

**ব্যাখ্যা** ঃ—ষষ্ঠ অধ্যায়ৰ ৩৫ শ্লোকত কৈছে যে—মন যে চঞ্চল আৰু ইয়াক যে নিগ্ৰহ কৰা কঠিন তাত কোনো সন্দেহ নাই ; কিন্তু একে সময়তে অভ্যাস

আৰু বৈৰাগ্য বিচাৰৰদ্বাৰা তাক নিগ্ৰহ কৰিব পাৰা যায়। 'মোক পাবলৈ ইচ্ছা কৰা' তোমাৰ ইচ্ছাটো প্ৰথমতঃ হওক—তাৰ বাবে পুনঃ পুনঃ যত্ন কৰা। হে ধনঞ্জয়! (এই সম্বোধনৰো অৰ্থ আছে), তুমি বহু ধন জয় কৰিছা, মই যে অমূল্য ধন—সেই ধন পাবলৈ অন্ততঃ ইচ্ছাটো হওক। ৯॥

(বেদ-বেদান্ত শাস্ত্ৰী)

অভ্যাসেঽপ্যসমৰ্থোঽসি মৎকৰ্মপৰমোভৱ।
মদৰ্থমপি কৰ্মাণি কুৰ্বন্ সিদ্ধিম্ অবাপ্সসি। ১০॥

**অন্বয়** ঃ—(যদি) অভ্যাসে অসমৰ্থঃ অসি মৎ-কৰ্ম-পৰমঃ ভৱ। মৎ-অৰ্থম্ কৰ্মাণি কুৰ্বন্ অপি সিদ্ধিম্ অবাপ্সসি। ১০॥

**টীকা** ঃ—যদি পুনঃ ন এৰং তত্ৰাহ অভ্যাস ইতি। যদি পুনঃ অভ্যাসে অপি অশক্তঃ অসি তৰ্হি মৎ প্ৰীত্যৰ্থানি যানি কৰ্মাণি একাদশ্যুপবাস-ব্ৰত-পূজা-পৰিচৰ্য্যা নাম-সংকীৰ্ত্তনাদীনি তদনুষ্ঠানম্ এব পৰমং যস্য তাদৃশো ভৱ, এবম্ভূতানি কৰ্মাণ্যপি মদৰ্থং কুৰ্বন্ মোক্ষং প্ৰাপ্সসি। ১০॥ (শ্ৰীধৰ)

**অনুবাদ** ঃ—যদি অভ্যাসতো অসমৰ্থ হোৱা, তেন্তে মোৰ প্ৰীতিৰ কাৰণে সকলো কৰ্ম কৰা, মোৰ কাৰণে (ভজন, পূজন, দান, যজ্ঞ, ইষ্টনাম জপ, সংকীৰ্ত্তন ইত্যাদি) কৰ্ম কৰি থাকিলেও সিদ্ধি লাভ কৰিবা। ১০॥

**ব্যাখ্যা** ঃ—মোৰ কাৰণেই সকলো কৰ্ম কৰা—যি কোনো কামকেই নকৰা কিয় মোৰ কাৰণেই কৰিব ধৰিছা—এই ধাৰণা স্থিৰ ৰাখি মানুহে যিবোৰ কৰ্ম পবিত্ৰ কৰ্ম বুলি ভাবে যেনে ভজন, পূজন, দান, যজ্ঞ, একাদশী আদিত উপবাস, ইষ্টনাম জপ, সংকীৰ্ত্তন—সেই কৰ্মবোৰ মোৰ প্ৰীতিৰ কাৰণে কৰিব ধৰিছা এই কথা মনত ৰাখি কৰিলে—সিদ্ধি পাবা। ১০॥

অথৈতদপ্যশক্তোঽসি কৰ্ত্তুং মদ্‌যোগম্ আশ্ৰিতঃ।
সৰ্বকৰ্মফলত্যাগং ততঃ কুৰু যতাত্মবান্। ১১॥

**অন্বয়** ঃ—অথ এতৎ অপি কৰ্ত্তুম্ অশক্তঃ অসি, ততঃ যত আত্মবান্ মদযোগম্ আশ্ৰিতঃ (সন্) সৰ্বকৰ্মফলত্যাগং কুৰু।

মদ্ যোগম্ আশ্ৰিতঃ—(১) ময়ি ক্ৰিয়মাণানি কৰ্মাণি সংন্যস্য যৎ কৰণং তেষাং অনুষ্ঠানং সঃ মদ্‌যোগঃ, তম্ আশ্ৰিতঃ সন্ (শঙ্কৰ);

ক্ৰিয়মান সমস্ত কৰ্ম মোতে অৰ্পণ ৰূপ যে যোগ, তাকেই আশ্ৰয় কৰি।

(২) মদেকশৰণত্বং আশ্রিতঃ সন্ ( শ্ৰীধৰ )

একমাত্ৰ মোতেই শৰণাপন্ন হৈ।

যতাত্মৱান্=সংযতচিত্তঃ সন্।

**অনুবাদ** ঃ—আৰু তাকো যদি কৰিবলৈ তুমি অসমৰ্থ হোৱা, মোতেই কৰ্ম সমৰ্পণৰূপ-যোগ আশ্ৰয় কৰি ক্ৰমে ক্ৰমে চিত্তক সংযত কৰি সকলো কৰ্মৰ ফল ত্যাগ কৰা। ১১ ॥

**ব্যাখ্যা** ঃ—মোতেই কৰ্ম সমৰ্পণৰূপ যোগ—মানুহে যি কোনো কৰ্মকেই নকৰক সকলো কৰ্মকেই ঈশ্বৰত সমৰ্পণ কৰি কৰাকেই 'মোতেই কৰ্ম সমৰ্পণ কৰা যোগ' বুলি ( মদ্ যোগমাশ্রিতঃ ) কৈছে। কৰ্ম কৰিব—সেই কৰ্মৰ ফল আশা নকৰি সম্পূৰ্ণৰূপে ঈশ্বৰৰ ওপৰতে নিৰ্ভৰ কৰি থাকিব।

একমাত্ৰ মোতেই শৰণাপন্ন আৰু সংযত চিত্ত হৈ সৰ্ববিধ কৰ্মৰ ফল পৰিত্যাগ কৰা।

মনতে এইদৰে ভাবিবা যে যথাশক্তি মই ঈশ্বৰৰ আজ্ঞাত সমস্ত কৰ্ত্তব্য কৰিছোঁ। সেই কৰ্মৰ দৃষ্টফল আৰু অদৃষ্টফল পৰমেশ্বৰৰ অধীন—এই ভাৱলৈ কৰ্মফলৰ আসক্তি ত্যাগ কৰিবা। এইটো কৰিলে মোৰ অনুগ্ৰহত তুমি কৃতাৰ্থ হ'বা।

( ময়া তাবদীশ্বৰাজ্ঞয়া যথাশক্তি কৰ্মাণি কৰ্ত্তব্যানি ফলং পুনঃ দৃষ্টং অদৃষ্টং বা পৰমেশ্বৰাধীনম্ ইতি এবং ময়ি ভাৱম আৰোপ্য ফলাসক্তিং পৰিত্যজ্য বৰ্ত্তমানো মৎ প্ৰসাদেন কৃতাৰ্থো ভৱিষ্যসি—ইতি তাৎপৰ্য্যস্) ( শ্ৰীধৰ ) ১১ ॥

শ্ৰেয়ো হি জ্ঞানম্ অভ্যাসাজ্ জ্ঞানাৎ ধ্যানং বিশিষ্যতে।
ধ্যানাৎ কৰ্মফল ত্যাগস্ ত্যাগাচ্ছান্তিৰ্ অনন্তৰম্। ১২ ॥

**অন্বয়** ঃ—অভ্যাসাৎ জ্ঞানং হি শ্ৰেয়ঃ, জ্ঞানাৎ ধ্যানং। ধ্যানাৎ কৰ্মফল-ত্যাগঃ। ত্যাগাৎ অনন্তৰং শান্তিঃ। ১২ ॥

**শ্ৰীধৰী টীকায়াম্** ঃ—তমিমং ফলত্যাগং স্তৌতি—শ্ৰেয় ইতি। ( সম্যক্ জ্ঞান ৰহিতাৎ ) অভ্যাসাৎ ( যুক্তিসহিত উপদেশপূৰ্বকং ) জ্ঞানং শ্ৰেষ্ঠং, জ্ঞানাৎ অপি তৎ পূৰ্বকং ধ্যানং বিশিষ্টং ভৱতি। তস্মাৎ অপি কৰ্ম ফলত্যাগঃ শ্ৰেষ্ঠঃ, তস্মাৎ এবম্ভূতাৎ কৰ্মফলত্যাগাৎ কৰ্মসু কৃতফলেষু চাসক্তি-নিবৃত্ত্যা তৎপ্ৰসাদেন সমনন্তৰমেব সংসাৰ-শান্তিঃ ভৱতি।

**অনুবাদঃ**—কেৱল অভ্যাসতকৈ (মন্ত্ৰৰ নিচিনা কৰ্মৰ অভ্যাসতকৈ) জ্ঞান শ্ৰেষ্ঠ; জ্ঞানতকৈ ধ্যানৰ (সৰ্বদা ভগৱানৰ চিন্তা বা অধ্যাত্ম-চিন্তা) বৈশিষ্ট্য আছে (অৰ্থাৎ শ্ৰেষ্ঠ), ধ্যানৰ পৰাই কৰ্মফল ত্যাগ সম্ভৱ হয় (সেইবাবে শ্ৰেষ্ঠ)। তাৰ পাছত কৰ্মফল ত্যাগৰপৰা শান্তি হয়। (সংসাৰ-শান্তি হয়)।

**ব্যাখ্যাঃ**—কৰ্মফল ত্যাগৰ শ্ৰেষ্ঠতা দেখুৱাইছে—এইদৰে বিবিধ সাধন প্ৰণালীৰ উল্লেখ কৰি পৰিশেষত শ্ৰীভগৱানে কৈছে যে—অভ্যাসতকৈ জ্ঞান ভাল, জ্ঞানতকৈ ধ্যান ভাল, ধ্যানকৈ কৰ্মফল ত্যাগ অৰ্থাৎ নিষ্কাম কৰ্মযোগ শ্ৰেষ্ঠ। যদি উপাস্য তত্ত্ববিষয়ে কোনো জ্ঞানেই নাথাকে, তেতিয়া প্ৰাণায়াম আদি বা নাম জপ আদি অভ্যাসৰ দ্বাৰা আধ্যাত্মিক উন্নতি একো নহয়। একোকে নুবুজি অভ্যাস কৰাতকৈ বুজাটো ভাল। সেই কাৰণে কৈছে যে অজ্ঞলোকৰ কাৰণে কেৱল অভ্যাসতকৈ অধ্যাত্ম-তত্ত্ব বা উপাস্যৰ গুণ কৰ্ম আদিৰ শ্ৰৱণৰূপ জ্ঞান-আলোচনা ভাল; আকৌ এইৰূপ পৰোক্ষ জ্ঞানৰ বাহ্য আলোচনাতকৈ ইষ্টবিষয়ে গুৰু, শাস্ত্ৰ আৰু সাধু-সন্তৰ মুখৰ পৰা যি জনা যায় তাত প্ৰগাঢ় চিন্তা কৰা অৰ্থাৎ ইষ্টবস্তুত ধ্যান কৰা আৰু ভাল। আকৌ এইৰূপ ধ্যানতকৈ কৰ্ম ফলত্যাগ শ্ৰেষ্ঠ; কাৰণ কৰ্ম-ফলৰ আসক্তি বা বাসনাৰ দ্বাৰা যদি চিত্ত কলুষিত হয় বা কলুষিত থাকে তেন্তে ইষ্টবস্তুত স্থায়ীভাৱে চিত্ত সমাধান কৰা সম্ভৱ নহয়। ধ্যানৰ অৱস্থাত চিত্ত সমাহিত হ'লেও ধ্যান ভঙাৰ পাছত (ব্যুত্থিত অৱস্থাত) ব্যৱহাৰিক জগতলৈ আহি আকৌ যদি ফলৰ আকাঙ্ক্ষাত চিত্ত ইতস্ততঃ ধাৱিত হয়, তেতিয়া হ'লে ধৰ্ম-জীৱনত একো উন্নতি নহয়, কেৱল অভিমান, কপটতা আৰু ধৰ্মধ্বজিতা বৃদ্ধি হয় মাত্ৰ। দেহ-ধাৰী জীৱ—অভ্যাস যোগীয়েই হওক বা জ্ঞানমাৰ্গী সন্ন্যাসীয়েই হওক বা ভগৱৎধ্যান পৰায়ণ ভক্তই হওক। সৰ্বথা কৰ্মত্যাগ কেতিয়াও কৰিব নোৱাৰে (গীতা ৩।৫, ১৮।১১, ভাগৱত ৫।১।১৩-১৬); সুতৰাং ফল কামনা ত্যাগ কৰি কৰ্ম কৰি যোৱাই শ্ৰেষ্ঠ পথ, কিয়নো কামনা থাকিলে অভ্যাসযোগ, জ্ঞান বা ধ্যান যোগ একোতেই সিদ্ধিলাভ নহয়। (জগদীশ ঘোষৰ গীতা)

আমি যি কৰোঁ, যি ভাবোঁ, যি খাওঁ সকলো যদি ঈশ্বৰক অৰ্পণ কৰোঁ অৰ্থাৎ ঈশ্বৰে কৰাইছে, ঈশ্বৰে ভবুৱাইছে, ঈশ্বৰে খুৱাইছে বুলি বিশ্বাস কৰোঁ, তেন্তে কৰ্মত আসক্ত হব নোৱাৰোঁ আৰু কৰ্মফলত আমাৰ স্পৃহাও নাথাকে। ইয়াকেই গীতাই কৰ্মফল ত্যাগ বুলি কৈছে। এয়ে গীতোক্ত কৰ্ম-

যোগৰ প্ৰথম সোপান। এনে বিশ্বাসেৰে অৰ্থাৎ ঈশ্বৰেহে সকলো কৰ্মৰ নিয়ন্তা—এই বিশ্বাসেৰে কৰ্তৃত্ব বুদ্ধি হীন হৈ অনাসক্তভাৱে কৰ্তব্য কৰ্ম কৰি থাকিলে, লাহে লাহে মানুহৰ ৰাগ, দ্বেষ আদি সংস্কাৰবদ্ধ ভাৱবোৰ নিৰোধ হয়, চিত্ত শুদ্ধি হয় অৰ্থাৎ বুদ্ধিস্থ সংস্কাৰৰ উৎকৰ্ষ সাধন হয় আৰু শেহত আত্মজ্ঞান লাভ কৰে—এয়ে গীতোক্ত কৰ্ম যোগৰ দ্বিতীয় অৱস্থা।

কৰ্ম যোগৰ একেবাৰে নিম্নস্তৰত অন্ততঃ এই বিশ্বাস হ'ব লাগিব যে ঈশ্বৰহে কৰ্ম-ফল দাতা। যদি এই বিশ্বাস হয় ( অৰ্থাৎ কৰ্ম-ফল ত্যাগ হয় ) তেন্তে অন্য একো নহ'লেও মানুহে পৰম শান্তি লাভ কৰিব পাৰে।

ঈশ্বৰ কৰ্ম-ফল দাতা এই বিশ্বাস সচাঁকৈয়ে যাৰ আছে, সি কেতিয়াও অবৈধ কৰ্ম কৰিব নোৱাৰে। ঈশ্বৰৰ মহিমাৰ সামান্য জ্ঞান নহ'লে এনে বিশ্বাস হ'ব নোৱাৰে। (১২) বেদান্ত বাচস্পতি )

অদ্বেষ্টা সৰ্বভূতাণাং মৈত্ৰঃ করুণ এব চ।
নিৰ্মমো নিৰহঙ্কাৰঃ সম-দুঃখ-সুখঃ ক্ষমী। ১৩॥
সন্তুষ্টঃ সততং যোগী যতাত্মা দৃঢ়নিশ্চয়ঃ
ময্যৰ্পিত মনোবুদ্ধিঃ যো মে ভক্তঃ স মে প্ৰিয়ঃ। ১৪॥

**অন্বয়** :—যঃ সৰ্বভূতানাম্ অদ্বেষ্টা, মৈত্ৰঃ, করুণঃ নিৰ্মমঃ এব চ নিৰহঙ্কাৰঃ সম-সুখ-দুঃখঃ, ক্ষমী, সততং সন্তুষ্টঃ, যোগী, যতাত্মা দৃঢ়নিশ্চয়ঃ ময়ি অৰ্পিত মনঃ বুদ্ধিঃ মদ্ভক্তঃ সঃ মে প্ৰিয়ঃ। ১৩।১৪

মৈত্ৰঃ=উত্তমেষু দ্বেষশূন্যঃ সমেষু মিত্ৰতয়া বৰ্ততে। করুণ=হীনেষু কৃপালুঃ। ক্ষমী=ক্ষমাশীলঃ। সততং সন্তুষ্টঃ=সততং লাভে-অলাভে চ সন্তুষ্টঃ সুপ্ৰসন্ন চিত্তঃ। যোগী=অপ্ৰমত্তঃ। যতাত্মা=সংযত স্বভাৱঃ। দৃঢ়=মৎবিষয়ে নিশ্চয়ঃ যঃ স।

**অনুবাদ** :—যিজনে কাকো দ্বেষ নকৰে, যিজনে সকলোৰে প্ৰতি মিত্ৰ ভাৱাপন্ন আৰু দয়াৱান, একমাত্ৰ নিজৰ বুলিবলৈ যাৰ একো নাই ( নিৰ্মম ), যিজন অহঙ্কাৰশূন্য, সুখ আৰু দুঃখত যাৰ সমভাৱ, যিজন সহিষ্ণু। (১৩)

যিজন সৰ্বদায় সন্তুষ্ট, সংযতমনা, সিদ্ধান্তত অটল, যিজনেই মোতেই মন আৰু বুদ্ধি অৰ্পণ কৰি দিছে—এনে যিজন কৰ্মযোগী ভক্ত ( মোকেই যিজনে ভাল পায় ), তেওঁ মোৰ আপোনাৰ জন ( প্ৰিয় ) (১৪)।

যস্মান্নোদ্বিজতে লোকো লোকান্নোদ্বিজতে চ যঃ।
হর্ষামর্ষ ভয়োদ্বেগৈৰ্ মুক্তো যঃ স চ মে প্ৰিয়ঃ। ১৫ ॥

**অন্বয় ঃ**—যস্মাৎ লোকঃ ন উদ্বিজতে, যঃ চ লোকাৎ ন উদ্বিজতে, যঃ চ হৰ্ষ-অমৰ্ষ-ভয়-উদ্বেগৈঃ মুক্তঃ স মে প্ৰিয়ঃ। ১৪ ॥

হৰ্ষঃ=স্বস্য ইষ্টাৰ্থ লাভে উৎসাহঃ। অমৰ্ষঃ=পৰস্য লাভে অসহনঃ, উদ্বেগঃ=ভয়াদিনিমিত্ত চিত্তক্ষোভঃ।

**অনুবাদ ঃ**—যাৰ পৰা ( যাৰ আচৰণত ) কোনো প্ৰাণীয়ে উদ্বেগ নাপায়, যিজনে নিজেও কাৰো পৰা উত্যক্ত নহয় ( উদ্বেগ নাপায় ) আৰু যিজনে হৰ্ষ, অমৰ্ষ ( অন্যৰ লাভৰ অসহিষ্ণুতা ) ভয় উদ্বেগৰ পৰা মুক্ত, তেৱেঁই মোৰ আপোন জন। ১৫ ॥

অনপেক্ষঃ শুচিৰ্ দক্ষ উদাসীনো গতব্যথঃ।
সৰ্বাৰম্ভ পৰিত্যাগী যো মদ্ভক্তঃ স মে প্ৰিয়ঃ। ১৬ ॥

**অন্বয় ঃ**—অনপেক্ষঃ শুচিঃ দক্ষঃ উদাসীনঃ গতঃ-ব্যথঃ সৰ্ব-আৰম্ভ-পৰিত্যাগী যঃ মদ্ভক্তঃ স মে প্ৰিয়ঃ। ১৬

**টীকায়াম্ ঃ**—অনপক্ষো যদৃচ্ছয়া উপস্থিতে অপি অৰ্থে নিস্পৃহঃ শুচিঃ বাহ্যভ্যন্তৰশৌচ-সম্পন্নঃ দক্ষঃ অনলসঃ উদাসীনঃ পক্ষপাতৰহিতঃ গতব্যথঃ আধিশূন্যঃ সৰ্বান্ দৃষ্ট-অদৃষ্ট অৰ্থান্ আৰম্ভ-অনুষ্ঠমান্ পৰিত্যক্তুং শীলং যস্য সঃ এমম্ভূতঃ সন্ যো মদ্ভক্তঃ স মে প্ৰিয়ঃ। ১৬ ( শ্ৰীধৰ )

**অনুবাদ ঃ**—যিজনে একোৰেই প্ৰত্যাশা নকৰে ( নাৰাখে ), যিজনে কায়মনে পবিত্ৰ, যিজন নিপুণ ( কৰ্ত্তব্য কৰ্মৰত ), তাৰ ফলত যিজন কৰ্মী অথচ ফলকামনা ত্যাগী হৈ মোৰ ভক্ত হয় ( মোক ভাল পায় ) তেওঁ মোৰ আপোনজন। ১৬ ॥

**ব্যাখ্যা ঃ**—সৰ্বাৰম্ভ পৰিত্যাগী=সকলো কৰ্মৰ ফলত্যাগী। কৰ্মৰ পৰিত্যাগ নহয়।

ঐহিক পাৰত্ৰিক ফল কামনা কৰি যি কৰ্মৰ উদ্যম—তাকেই আৰম্ভ বোলে।

যিজনে ফল কামনা কৰি কোনো কৰ্মৰ অনুষ্ঠানত প্ৰবৃত্ত নহয়, বৰং প্ৰাপ্ত কৰ্ত্তব্য কৰ্ম নিষ্কামভাৱে কৰি থাকে, তেৱেঁই সৰ্বাৰম্ভ পৰিত্যাগী।

[ সৰ্বাৰম্ভ পৰিত্যাগী—আৰম্ভন্তে ইত্যাৰম্ভাঃ ইহামুত্ৰ ফলভোগাৰ্থানি কাম হেতুনি কৰ্মাণি সৰ্বাৰম্ভাঃ তান্ পৰিত্যক্তুং শীলং অস্য ইতি সৰ্বাৰম্ভপৰিত্যাগী। ( শঙ্কৰাচাৰ্য্য ) ]

যো ন হৃষ্যতি ন দ্বেষ্টি ন শোচতি ন কাঙ্ক্ষতি।
শুভাশুভপৰিত্যাগী ভক্তিমান্ যঃ স মে প্ৰিয়ঃ। ১৭॥

**অন্বয়ঃ**—যঃ ন হৃষ্যতি ন দ্বেষ্টি ন শোচতি ন কাঙ্ক্ষতি, যঃ শুভ-অশুভ পৰিত্যাগী ভক্তিমান্, স মে প্ৰিয়ঃ। ১৭॥

**টীকায়াম্ঃ**—প্ৰিয়ং প্ৰাপ্য যঃ ন হৃষ্যতি, অপ্ৰিয়ং প্ৰাপ্য যঃ ন দ্বেষ্টি, ইষ্টাৰ্থ নাশে সতি যঃ ন শোচতি, অপ্ৰাপ্তম্ অৰ্থং যো ন কাঙ্ক্ষতি, শুভাশুভে পুণ্যপাপে পৰিত্যক্তুং শীলং যস্য সঃ এবম্ভূতো ভূত্বা যঃ মৎ ভক্তিমান্ স মে প্ৰিয়ঃ। ১৭ ( শ্ৰীধৰ )

**অনুবাদঃ**—যিজনে ইষ্টলাভত হৃষ্ট নহয়, অপ্ৰিয় সংঘটনত বিষণ্ণ নহয়। ইষ্টনাশত শোক নকৰে, অপ্ৰাপ্ত অৰ্থত আকাঙ্ক্ষা নকৰে আৰু যিজনে পাপ-পুণ্য পৰিত্যাগ কৰিছে, এনেকুৱা যিজন ভক্তিমান্ ( ব্যক্ত সকলোতে প্ৰীতিসম্পন্ন, সকলোৰে যাৰ ভাল পোৱাৰ পাত্ৰ, যিজন সৰ্বভূতহিতে ৰত ) তেওঁৱেই মোৰ প্ৰিয়। ১৭॥

সমঃ শত্ৰৌ চ মিত্ৰে চ তথা মানাপমানয়োঃ।
শীতোষ্ণসুখদুঃখেষু সমঃ সঙ্গবিবৰ্জিতঃ। ১৮॥
তুল্যনিন্দাস্তুতিৰ্ মৌনী সন্তুষ্টো যেন কেনচিৎ।
অনিকেতঃ স্থিৰমতিৰ্ ভক্তিমান্ মে প্ৰিয়ো নৰঃ॥ ১৯

**অন্বয়ঃ**—শত্ৰৌ মিত্ৰে চ তথা মান-অপমানয়োঃ সমঃ শীতোষ্ণসুখদুঃখেষু সমঃ সঙ্গবিবৰ্জিতঃ তুল্য-নিন্দাস্তুতিঃ মৌনী যেন কেনচিৎ সন্তুষ্টঃ অনিকেতঃ ( এবম্ভূতঃ ) ভক্তিমান্ নৰঃ মে প্ৰিয়ঃ। ১৮।১৯

অনিকেতঃ=নিয়তবাসশূন্যঃ, স্থিৰমতিঃ=ব্যৱস্থিত চিত্তঃ।

**অনুবাদঃ**—শত্ৰু আৰু মিত্ৰত যাৰ সমভাৱ, মান-অপমান, শীত-উষ্ণ, সুখ-দুঃখ যাৰ ওচৰত সমান, যিজন সৰ্ববিষয়তে আসক্তিশূন্য, নিন্দা আৰু স্তুতি

যাৰ ওচৰত সমান, যিজন অল্পভাষী ( বাচাল নহয় ), যদৃচ্ছা লাভতে যিজন সন্তুষ্ট, ( সাধাৰণ মানুহৰ যি আশ্ৰয় অৰ্থাৎ কৰ্মফল লাভত আকাঙ্ক্ষ সেই ) আশ্ৰয় যাৰ নাই, যাৰ বুদ্ধি স্থিৰ হৈছে, ( ব্যক্ত সকলো ভূতত ) প্ৰীতিসম্পন্ন, সেই মানুহ মোৰ আপোন জন।

অনিকেতঃ=যাৰ নিৰ্দ্দিষ্ট বাসস্থান নাই—এই অৰ্থকেই বহুতে গ্ৰহণ কৰিছে; কিন্তু ষষ্ঠ অধ্যায়ৰ প্ৰথম শ্লোকত যে কৈছে যে কৰ্মফলত যিজনে আশ্ৰয় নকৰে তেৱেঁই সন্ন্যাসী, তেৱেঁই যোগী—এই অৰ্থৰ লগত সামঞ্জস্য বিধান কৰি অনুবাদ কৰা হৈছে। ১৮।১৯। ( বেদ-বেদান্ত শাস্ত্ৰী )

যে তু ধৰ্ম্ম্যামৃতং ইদং যথোক্তং পৰ্য্যুপাসতে।
শ্ৰদ্দধানা(ঃ) মৎপৰমা(ঃ) ভক্তাস্তেঽতীৱ মে প্ৰিয়াঃ॥ ২০

( ধৰ্মামৃতং ইতি বা পাঠঃ )

**অন্বয়ঃ**—যে তু যথোক্তং ইদং ধৰ্ম্ম্যামৃতং পৰ্য্যুপাসতে শ্ৰদ্দধানাঃ মৎপৰমাঃ ( সন্তঃ ) ভক্তাঃ মে অতীৱ প্ৰিয়াঃ।

[ ইদং ধৰ্ম্ম্য-অমৃতম্=এই অমৃতত্বদায়ক মোক্ষধৰ্ম, ধৰ্ম্ম্যং=ধৰ্ম+যৎ=ধৰ্ম্ম্যম্ [ অনপেতাৰ্থে=ন+অপেত ( বিচ্ছিন্ন ) অৰ্থে ]; এই উপদেশ ধৰ্মত প্ৰতিষ্ঠিত আৰু ইয়েই অমৃতত্ব দান কৰিবলৈ সমৰ্থ।

পৰ্য্যুপাসতে=পৰি+উপাসতে=সৰ্বতোভাৱে কায়মনোবাক্যেৰে অনুষ্ঠান কৰে।

যথোক্তং=শ্ৰীকৃষ্ণই যেনেদৰে কৈছে—ঠিক তেনেদৰে—নিজৰ খেয়াল খুচিমতে নহয়।

শ্ৰদ্দধানাঃ=শ্ৰদ্ধা ৰাখি। মৎ পৰমাঃ=ময়ে শ্ৰেষ্ঠগতি ইয়াকেই জানি। ]

**অনুবাদঃ**—ধৰ্মৰ লগত সংযুক্ত আৰু অমৃতত্ব দানত সমৰ্থ এই উপদেশ মই ঠিক্ ঠিক্ যেনেদৰে ক'লোঁ তেনেকৈ যিবিলাক লোকে শ্ৰদ্ধাশীল হৈ মোকেই চৰমতত্ব বা স্থান বুলি মনত ৰাখে আৰু ব্যক্ত সকলো ভূততেই প্ৰীতিমান্ হৈ সৰ্বতোভাৱে আচৰণ কৰে, তেওঁলোকেই মোৰ অত্যন্ত আপোন জন। ২০॥

**ব্যাখ্যাঃ**—কৰ্মফলৰ আকাঙ্ক্ষা নাৰাখি, ব্যক্তজগৎ ভগৱানৰেই বিগ্ৰহ বুলি জানি প্ৰীতিসহকাৰে সকলোৰে হিত সাধনত ৰত থাকি যিবিলাকে কৰ্ম যোগকেই শ্ৰেষ্ঠ সাধন বুলি অৱলম্বন কৰে আৰু দৈনন্দিন সকলো কৰ্মৰে অনুষ্ঠান আনন্দেৰে কৰে, তেওঁলোকেই মোৰ একান্ত নিজৰ জন।

ধৰ্মৰ লগত সংযুক্ত—ধৰ্মৰপৰা বিচ্ছিন্ন নহয়। ধৰ্ম হৈছে সনাতন শাশ্বত নিয়ম—যাৰ দ্বাৰা পৰিয়ালত, সমাজত, ৰাষ্ট্ৰত আৰু জগতত শান্তি প্ৰতিষ্ঠিত হয়। ভগৱানৰ গীতোক্ত ভক্তিযোগ এই ধৰ্মৰ লগত সংযুক্ত—তাৰপৰা বিচ্ছিন্ন নহয়।

ভগৱানে যেনেদৰে কৈছে ( যথোক্তং ) তেনেদৰে পালন কৰিব লাগিব—নিজৰ খেয়াল খুচিমতে কৰিলে নহ'ব।

সৰ্বতোভাবে—কায়মনোবাক্যেৰে যথাযথ অনুষ্ঠান কৰিব লাগিব। তেনে ব্যক্তি ভগৱানৰ প্ৰিয়। ২০॥

ইতি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্ম বিদ্যায়াং যোগ শাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুন সংবাদে ভক্তিযোগো নাম দ্বাদশোঽধ্যায়ঃ॥

## এই অধ্যায়ত উল্লেখিত বিষয়ৰ সংক্ষিপ্ত টোকা

১। সগুণ উপাসক আৰু নিৰ্গুণ উপাসকৰ ভিতৰত শ্ৰেষ্ঠ কোন্?

২। সগুণ উপাসকেই শ্ৰেষ্ঠ—ভগৱানৰ উত্তৰ। ই সুসাধ্যও; নিৰ্গুণ উপাসকৰো একে গতি; কিন্তু নিৰ্গুণ উপাসনা দুঃসাধ্য।

৩। ভক্তি যোগ—ভক্তিযুক্ত কৰ্ম যোগ—তাৰ শ্ৰেষ্ঠতা।

৪। কৰ্মফল ত্যাগী ভগৱদ্ভক্তৰ লক্ষণ।

[ এই অধ্যায়ৰ দ্বিতীয় শ্লোকত উল্লেখ কৰা অনুসাৰে ১৩শ শ্লোকত যুক্ততমৰ লক্ষণ কোৱা হৈছে ( অৰ্থাৎ ৬।৪৭, ১২।২ শ্লোক অনুসাৰে ভক্তিসহিত কৰ্ম যোগানুষ্ঠানকাৰীৰ লক্ষণ কোৱা হৈছে। )

এই লক্ষণৰ সহিত দ্বিতীয় অধ্যায়ৰ স্থিতপ্ৰজ্ঞৰ লক্ষণ আৰু চতুৰ্দ্দশ অধ্যায়ৰ গুণাতীতৰ লক্ষণ মিলাই চাব লাগে। তেতিয়া বুজা যাব যে ভগৱানৰ তত্ত্ব জানি আৰু তেওঁক ভাল পাই বা তেওঁৰ প্ৰীতিৰ বাবে কৰ্মযোগৰ অনুষ্ঠান গীতাৰ প্ৰতিপাদ্য। এইদৰে জ্ঞান, কৰ্ম, ভক্তি এই তিনিয়োৰ সমন্বয় গীতাত দেখুওৱা হৈছে।

ভগৱানক ভাল পোৱা—তাৰ দ্বাৰা জ্ঞানৰ পৰিশুদ্ধি আৰু জ্ঞান আৰু ভক্তিৰ সহিত কৰ্ম-অনুষ্ঠান। ইয়াৰ পৰাই বুজা যায় যে জ্ঞান আৰু কৰ্মৰ মিলনৰ কাৰণ হৈছে ভক্তি। এই ভক্তিয়েই জ্ঞান আৰু কৰ্মৰ সংযোজক। এই সংযোজক বস্তু থাকিলে জ্ঞান আৰু কৰ্মৰ তথাকথিত বিৰোধ দূৰীভূত হৈ এই দুই পৰস্পৰ সম্বদ্ধ হয়—এটিয়ে আনটোক এৰিব নোৱাৰে। (বেদ-বেদান্ত শাস্ত্ৰী)

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## ত্ৰয়োদশোঽধ্যায়ঃ

## ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ বিভাগ যোগঃ

শ্ৰীভগৱান্‌ উবাচ—

ইদং শৰীৰং কৌন্তেয় ক্ষেত্ৰম্‌ ইত্যভিধীয়তে।
এতদ্‌ যো বেত্তি তং প্ৰাহুঃ ক্ষেত্ৰজ্ঞ ইতি তদ্বিদঃ। ১॥*

**অন্বয়ঃ**—হে কৌন্তেয়! ইদং শৰীৰং ক্ষেত্ৰং ইতি অভিধীয়তে; যঃ এতৎ বেত্তি, তদ্বিদঃ তং ক্ষেত্ৰজ্ঞঃ ইতি প্ৰাহুঃ।

**টীকাঃ**—তেষাং অহং সমুদ্ধৰ্ত্তা মৃত্যুসংসাৰসাগৰাৎ। ভবামি ন চিৰাৎ পাৰ্থ ইতি (১২।৭।) পূৰ্ব্বং প্ৰতিজ্ঞাতম্‌; ন চ আত্মজ্ঞানং বিনা সংসাৰোদ্ধৰণং সম্ভৱতি ইতি তত্ত্বজ্ঞানোপদেশাৰ্থং প্ৰকৃতি-পুৰুষবিবেকাধ্যায় আৰভ্যতে; তত্ৰ যৎ সপ্তমাধ্যায়ে অপৰাপৰাচেতি প্ৰকৃতিদ্বয়ং উক্তং; তয়োঃ অবিবেকাৎ জীৱভাৱং আপন্নস্য চিদংশস্য অয়ং সংসাৰঃ; যাভ্যাঞ্চ জীৱোপভোগাৰ্থং ঈশ্বৰস্য স্পৃষ্ট্যাদিষু প্ৰবৃত্তিঃ তদেব প্ৰকৃতিদ্বয়ং ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ পদবাচ্যং পৰস্পৰ পদবাচ্যং পৰস্পৰবিভক্তং তত্ত্বতঃ নিৰূপয়িষ্যন্‌ শ্ৰীভগৱান্‌ উবাচ—ইদমিতি। ইদং

---

শ্ৰীঅৰ্জ্জুন উবাচ—

প্ৰকৃতিং পুৰুষঞ্চৈৱ, ক্ষেত্ৰং ক্ষেত্ৰজ্ঞমেৱ চ।
এতদ্বেদিতুম ইচ্ছামি, জ্ঞানং জ্ঞেয়ং চ কেশৱ।

অৰ্জ্জুনে ক'লে—হে কেশৱ! প্ৰকৃতি আৰু পুৰুষ, ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞ আৰু জ্ঞান আৰু জ্ঞেয়—এই কেইটি বিষয়ে জানিব খোজোঁ।

এই শ্লোকটো শ্ৰীমৎ শঙ্কৰাচাৰ্য্য আৰু শ্ৰীধৰ স্বামীয়ে গ্ৰহণ কৰা নাই। কোনো কোনো গীতাত এই শ্লোকটিয়ে এই অধ্যায়ৰ প্ৰথম শ্লোক।

ভোগায়তনং শৰীৰংক্ষেত্ৰং ইতি অভিধীয়তে সংসাৰস্য প্ৰৰোহভূমিত্বাৎ, এতদ্ যো বেত্তি অহং মমেতি মন্যতে, তং ক্ষেত্ৰজ্ঞং প্ৰাহুঃ কৃষীবলবৎতৎফল ভোক্তৃত্বাৎ ; তদ্বিদঃ ক্ষেত্ৰ ক্ষেত্ৰজ্ঞয়োঃ বিবেকজ্ঞাঃ।

**অনুবাদ :**—শ্ৰীভগৱানে ক'লে—এই শৰীৰ ক্ষেত্ৰ নামে অভিহিত ; এই 'ক্ষেত্ৰ'ক যিজনে জানে তেওঁক জ্ঞানীসকলে ক্ষেত্ৰজ্ঞ বুলি কয়।

**ব্যাখ্যা ঃ**—"দ্বাদশ অধ্যায়ত কহিছা ভক্তসৱৰ মঞি সংসাৰ সাগৰৰ ( উদ্ধাৰ কৰ্ত্তা ) উদ্ধৰ্ত্তা হঞ্‌। তাক জনাইবে অৰ্থে ত্ৰয়োদশ অধ্যায়ত তত্বজ্ঞান কহিলা। ভক্তক মৃত্যুযুক্ত সংসাৰত যি তাৰো বুলিছা সি আত্মজ্ঞান বিনে নঘটে। এতেকে আত্মজ্ঞানৰ উপদেশৰ অৰ্থে প্ৰকৃতি পুৰুষ অধ্যায় আৰম্ভ কৰিলা। সপ্তম অধ্যায়ত পৰাপৰাভেদে যি দুই প্ৰকৃতি কহিছা তাৰ অজ্ঞানত জীৱৰূপ চিদংশৰ সংসাৰ হয়। যি দুই প্ৰকৃতিয়ে ঈশ্বৰো জীৱৰ উপভোগাৰ্থে সৃষ্টি আদিত প্ৰৱৰ্ত্তন্ত তাক বিভাগ নিৰূপিতে শ্ৰীভগৱন্তে কহন্ত—সংসাৰ ভূমিপদে এই ভোগায়ত শৰীৰক ক্ষেত্ৰ বুলি। আৰু যি অহম্মম বুলি মানে তাক ক্ষেত্ৰজ্ঞ বুলি বিবেকী সবে কহে। সেই দুই প্ৰকৃতিক ক্ষেত্ৰ ক্ষেত্ৰজ্ঞ শব্দে কহে।"

( ভট্টদেৱ )

সপ্তম অধ্যায়ত জ্ঞান-বিজ্ঞানৰ কথা আৰম্ভ কৰি ভগৱানে পৰা আৰু অপৰা প্ৰকৃতিৰ উল্লেখ কৰিছে—সংক্ষেপে ; কিন্তু ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ বা পুৰুষ-প্ৰকৃতিভাৱে সেই সম্বন্ধে বিস্তৃত আলোচনা কৰা নাই। ইয়াৰ সম্যক্ আলোচনা নকৰিলে তত্বজ্ঞানৰ উপদেশ অসম্পূৰ্ণ থাকে ; সেই বাবে এই বিষয়টোৰ অৱতাৰণা এই অধ্যায়ত কৰা হৈছে।

দেহটোক ক্ষেত্ৰ বোলা হৈছে। শস্যাদিৰ উৎপত্তি স্থান হৈছে ক্ষেত্ৰ, সেইদৰে এই দেহটোও সুখ-দুঃখময় সংসাৰৰ উৎপত্তি ভূমি। সেইবাবে এই ভোগায়তন দেহক ক্ষেত্ৰ বোলা হয় আৰু যিজনে ভাবে যে "এইটো দেহ মোৰ", "মই সুখী", "মই দুঃখী" দেহসম্বন্ধে এইদৰে 'মই' 'মই' কৰে সেই মইটোৱে ক্ষেত্ৰজ্ঞ। ক্ষেত্ৰ=দেহ, ক্ষেত্ৰজ্ঞ=জীৱাত্মা।

"অৰ্জুনক ভগৱানে বুজাইছে যে অৰ্জুন নিমিত্তমাত্ৰ, কৰ্ত্তা ভগৱান স্বয়ং। এতিয়া পুনৰায় বুজাব খুজিছে যে যি ব্যক্তৰ উপাসনাক শ্ৰেষ্ঠ বুলি কৈছে সেই 'ব্যক্তসৱ' তেওঁৰ দ্বাৰাই নিয়ন্ত্ৰিত আৰু সমস্ত ব্যক্ত পদাৰ্থ আৰু প্ৰাণী তেওঁৰেই প্ৰকাশ মাত্ৰ। আন কি জীৱৰ দেহও সেয়ে।

এই শৰীৰ ক্ষেত্ৰ নামে অভিহিত ; এই ক্ষেত্ৰক যিজনে জানে, জ্ঞানীসকলে তেওঁক ক্ষেত্ৰজ্ঞ বুলি কয়। জড় পদাৰ্থত জ্ঞান শক্তি নাই, জ্ঞান-শক্তি অজড় ; যি জড় সি অ-চিৎ, যি চিৎ সি অজড়। এয়ে মানুহৰ ধাৰণা"। ১ ॥

(বেদ-বেদান্ত-শাস্ত্ৰী)

**ক্ষেত্ৰজ্ঞং চাপি মাং বিদ্ধি সৰ্বক্ষেত্ৰেষু ভাৰত।**
**ক্ষেত্ৰ ক্ষেত্ৰজ্ঞয়োৰ্জ্ঞানং যৎ তজ্জ্ঞানং মতং মম। ২ ॥**

**অন্বয়**ঃ—ভাৰত, সৰ্বক্ষেত্ৰেষু অপি মাং ক্ষেত্ৰজ্ঞং চ বিদ্ধি। ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞয়োঃ যৎ জ্ঞানং তৎ মম জ্ঞানং মতম্।

**অনুবাদ**ঃ—সকলো ক্ষেত্ৰতে মোকেই ক্ষেত্ৰজ্ঞ বুলিও জানিবা। ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ যি জ্ঞান—যি বৈলক্ষণ্যজ্ঞান—মোৰ মতে সেয়ে প্ৰকৃত জ্ঞান। ২ ॥

**ব্যাখ্যা**ঃ—ক্ষেত্ৰজ্ঞং চ অপি মাং বিদ্ধি='চ' আৰু 'অপি' শব্দেৰে ভগৱানে বুজাইছে যে ক্ষেত্ৰও তেওঁ—ক্ষেত্ৰজ্ঞও তেওঁ। মোকেই ক্ষেত্ৰজ্ঞ বুলিও জনা।

ক্ষেত্ৰক্ষেত্ৰজ্ঞয়োঃ জ্ঞানং যৎ তৎ মম জ্ঞানং মতম্=ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ যি জ্ঞান—সেই জ্ঞান মোৰ সম্বন্ধেই জ্ঞান—এয়ে সৰ্বশাস্ত্ৰৰ আৰু ঋষিসকলৰ মত।

ইয়াৰ অৰ্থ এয়ে হ'ল গৈ যে ভগৱানৰ জ্ঞান অৰ্থে জড় আৰু চেতনৰ জ্ঞান। জড়ক বাদ দি কেৱল চেতনৰ জ্ঞান নহয়। চেতনৰেই প্ৰকাশবিশেষ জড় নামে অভিহিত হয়। চেতনৰ এনে সামৰ্থ্য আছে যে তেওঁ ইন্দ্ৰিয়গ্ৰাহ্যৰূপে নিজক প্ৰকাশ কৰিব পাৰে আৰু প্ৰকাশ কৰিও থাকে। (বেদ-বেদান্ত শাস্ত্ৰী)

"ব্যষ্টিভাৱে প্ৰত্যেক জীৱৰ শৰীৰক একো একোটি বেলেগ বেলেগ ক্ষেত্ৰ বুলি ধৰিলেও সেইবোৰ ক্ষেত্ৰৰ ক্ষেত্ৰজ্ঞও তেওঁ নিজে। ব্যষ্টি দ্ৰষ্টা-পুৰুষ বা জীৱাত্মা।

গোটেই জগতক এটি ক্ষেত্ৰ বুলি সমষ্টিভাৱে ধৰিলে সেই ক্ষেত্ৰৰ ক্ষেত্ৰজ্ঞ ঈশ্বৰ-সমষ্টি দ্ৰষ্টা-পুৰুষ বা পৰমাত্মা।

জীৱাত্মাৰ আৰু পৰমাত্মাৰ কোনো ভেদ নাই। সেই গুণে জীৱৰ শৰীৰক একো একোটি বেলেগ বেলেগ ক্ষেত্ৰ বুলি ধৰিলেও সেইবোৰ ক্ষেত্ৰৰ ক্ষেত্ৰজ্ঞও তেওঁ নিজে। গতিকে ক্ষেত্ৰজ্ঞৰূপে তেওঁ সৰ্বদেহতে বিৰাজ কৰে। এই ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ যি পাৰ্থক্য জ্ঞান সেয়ে প্ৰকৃত তত্ত্বজ্ঞান। এই শ্লোকত শ্ৰীভগৱানে কৈছে যে মই কেৱল ক্ষেত্ৰজ্ঞ নহয়, ক্ষেত্ৰও ময়ে। ২ ॥

**তৎ ক্ষেত্ৰং যচ্চ যাদৃক্ চ যদ্‌বিকাৰি যতশ্চ যৎ।**
**স চ যো যৎপ্ৰভাৱশ্চ তৎ সমাসেন মে শৃণু ॥ ৩**

**অন্বয়** ঃ—তৎ ক্ষেত্ৰং যৎ চ, যাদৃক্ চ। যৎ বিকাৰি যতঃ চ যৎ স চ, যৎ প্ৰভাৱঃ চ তৎ সমাসেন মে শৃণু।

তৎ ক্ষেত্ৰং=যদুক্তং ময়া ক্ষেত্ৰং, যৎ চ=যৎ স্বৰূপতঃ জড় দৃশ্যাদি স্বভাৱং, যাদৃক্=যাদৃশঞ্চ ইচ্ছাদি ধৰ্মকং, যৎ বিকাৰি=যৈঃ ইন্দ্ৰিয়াদি বিকাৰৈঃ যুক্তম্, যতঃ চ=প্ৰকৃতি-পুৰুষ-সংযোগাৎ ভৱতি, যৎ=যৈঃ প্ৰকাৰৈঃ স্থাৱৰজঙ্গমাদি ভেদৈঃ ভিন্নং ইত্যৰ্থঃ, সঃ চ যঃ ক্ষেত্ৰজ্ঞঃ=যঃ স্বৰূপতঃ নিৰ্দিষ্টঃ, যৎ প্ৰভাৱঃ চ= অচিন্ত্য-ঐশ্বৰ্য্য যোগেন যৈঃ প্ৰভাবৈঃ সম্পন্নঃ, তৎ=সৰ্বং, সমাসেন=সংক্ষেপেণ, মে=মত্তঃ, শৃণু। (শ্ৰীধৰ)

**অনুবাদ** ঃ—সেই ক্ষেত্ৰ কি, কি প্ৰকাৰ, কেনে বিকাৰ (পৰিবৰ্তন) বিশিষ্ট আৰু তাৰ মাজতো কিহৰ পৰা কি হয় আৰু সেই ক্ষেত্ৰজ্ঞ কোন্ আৰু তেওঁৰ প্ৰভাৱ কি—এই সব তত্ত্ব মোৰ পৰা সংক্ষেপতে শুনা। ৩ ॥

**ব্যাখ্যা** ঃ—এতিয়া ক্ষেত্ৰৰ বৰ্ণনা হ'ব। সেই ক্ষেত্ৰ (দেহৰ) কেনে জড়স্বভাব, কিৰূপ ইচ্ছা আদি ধৰ্মযুক্ত, কিৰূপ ইন্দ্ৰিয়াদি বিকাৰযুক্ত আৰু সেই ইন্দ্ৰিয় বিকাৰৰপৰা কেনে ধৰণৰ কাৰ্য্যবিলাক উৎপন্ন হয়, এইবিলাক তত্ত্ব আৰু সেই ক্ষেত্ৰজ্ঞৰ স্বভাৱ-প্ৰভাৱ কেনেকুৱা—তাকে ভগৱানে এতিয়া সংক্ষেপে ক'ব। ৩ ॥

**ঋষিভিৰ্ বহুধা গীতং ছন্দোভিৰ্ বিবিধৈঃ পৃথক্।**
**ব্ৰহ্মসূত্ৰপদৈশ্চৈব হেতুমদ্ভিৰ্ বিনিশ্চিতৈঃ ॥ ৪**

**অন্বয়** ঃ—(এতৎ ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞয়োঃ স্বৰূপম্) ঋষিভিঃ বিবিধৈঃ ছন্দোভিঃ পৃথক্ বহুধা গীতং; বিনিশ্চিতৈঃ হেতুমদ্ভিঃ ব্ৰহ্মসূত্ৰ পদৈঃ এব চ। ৪ ॥

বিনিশ্চিতৈঃ হেতুমদ্ভিঃ ব্ৰহ্মসূত্ৰপদৈঃ=অসন্দিগ্ধ-অৰ্থপ্ৰতিপাদকৈঃ যুক্তিযুক্তৈঃ ব্ৰহ্মণঃ সূত্ৰৈঃ পদৈঃ চ।

**অনুবাদ** ঃ—এই বিষয়ে (ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ স্বৰূপৰ বিষয়ে) ঋষিসকলে নানাপ্ৰকাৰে বিবিধ ছন্দেৰে পৃথক্ পৃথক্‌ভাৱে ব্যাখ্যা কৰিছে। সংশয়শূন্য যুক্তিপূৰ্ণ সূত্ৰবোৰেৰে ব্ৰহ্মসূত্ৰতো এই তত্ত্ব নিৰূপণ কৰিছে। ৪ ॥

**ব্যাখ্যা ঃ**—ব্ৰহ্মসূত্ৰ—বাদৰায়ণ ( বেদব্যাস ) কৰ্ত্তৃক ৰচিত ( বেদান্ত-সূত্ৰ ) শাৰীৰক-সূত্ৰ নামৰ গ্ৰন্থ। শৰীৰত ( ক্ষেত্ৰত ) থিজনে থাকি শৰীৰক জানে আৰু পৰিচালনা কৰে—সেই 'চিৎ-স্বৰূপই' শাৰীৰক ( ক্ষেত্ৰজ্ঞ )। শঙ্কৰাচাৰ্য্যই এই সূত্ৰৰ ভাষ্য লিখিছে।

এই সূত্ৰগ্ৰন্থক 'তৰ্ক-প্ৰস্থান' বোলা হয়। 'ব্ৰহ্মতত্ত্ব' তিনি ফালৰপৰা বিচাৰ কৰা হৈছে—তিনি প্ৰকাৰ গ্ৰন্থত ; যেনে—

(১) উপনিষদত ( বেদত )—ইয়াৰ নাম শ্ৰুতি-প্ৰস্থান।

(২) গীতাত ( স্মৃতিত )—ইয়াৰ নাম স্মৃতি-প্ৰস্থান।

(৩) ব্ৰহ্মসূত্ৰত ( বাদৰায়ণ ৰচিত বেদান্ত গ্ৰন্থত )—ইয়াৰ নাম তৰ্ক-প্ৰস্থান।

এই তিনি প্ৰস্থানকেই 'প্ৰস্থান-ত্ৰয়ী' বুলি একেলগে কোৱা হয়।

( বেদ-বেদান্ত শাস্ত্ৰী )

এই শ্লোকত গীতাই স্পষ্টকৈ কৈছে যে জগতৰ এই সত্যটি—এই জগৎ যে ঈশ্বৰে তেওঁৰ অপৰা শক্তিৰে সৃষ্টি কৰি নিজে জীৱৰূপে জীৱভূতা পৰাশক্তিৰে ভোগ কৰিছে, ইয়াত যে তেওঁৰ বাহিৰে আৰু একো নাই—এই মূল 'বিশ্ব-তত্ত্ব'টি ভিন্ন ভিন্ন দৰ্শনে, সকলো উপনিষদে, সকলো শাস্ত্ৰই ভিন্ন ভিন্ন যুক্তিৰে বুজাইছে। সকলোৰে সিদ্ধান্ত একে ; কিন্তু আলোচনাৰ পদ্ধতি বেলেগ।

একে সত্যকে একেৰকমে ক'লে সকলোৱে নুবুজে। সত্যৰ স্বৰূপ একে হ'লেও সত্যত উপস্থিত হোৱা পথ ভিন্ন হ'ব পাৰে ; যেনে একেটা অঙ্ককেই বহু উপায়েৰে উলিয়াব পাৰি। সেই গুণেই শাস্ত্ৰৰ উপদেশৰ প্ৰস্থান-ভেদ হয়। তলত গীতাই আৰু কৈছে যে ব্ৰহ্মৰ বিষয়ে ক'বলৈ গ'লে ভাষাৰ বিৰোধ হবই লাগিব। (১৩।১৩)। এনে স্থলত আমাৰ উচিত সকলো শাস্ত্ৰ মিলাই, কোনে কি ভাৱত কথা কৈছে—বুজি—আচল সত্যৰ ধাৰণা কৰিবলৈ চেষ্টা কৰা। ৪ ॥

( বেদান্ত-বাচস্পতি )

মহাভূতান্যহঙ্কাৰো বুদ্ধিৰ্ অব্যক্তমেব চ।
ইন্দ্ৰিয়াণি দশৈকং চ পঞ্চ চেন্দ্ৰিয়গোচৰাঃ ॥ ৫ ॥
ইচ্ছাদ্বেষঃ সুখং দুঃখং সংঘাতশ্চেতনা ধৃতিঃ।
এতৎ ক্ষেত্ৰং সমাসেন সবিকাৰং উদাহৃতম্ ॥ ৬ ॥

**অন্বয় ঃ**—মহাভূতানি অহঙ্কাৰঃ বুদ্ধিঃ অব্যক্তম্ এব চ। দশ ইন্দ্ৰিয়াণি

একং চ, চ পঞ্চ ইন্দ্ৰিয়গোচৰাঃ, ইচ্ছা দ্বেষঃ সুখং দুঃখং সংঘাতঃ চেতনা ধৃতিঃ সবিকাৰং ক্ষেত্ৰং সমাসেন উদাহৃতম্। ৫।৬॥

**টীকায়াম্ ঃ**—মহাভূতানি—ভূম্যাদীনি পঞ্চ, অহঙ্কাৰঃ—তৎকাৰণভূতঃ, বুদ্ধিঃ—জ্ঞানাত্মকং মহত্তত্ত্বম্, অব্যক্তং—মূলপ্ৰকৃতিঃ, ইন্দ্ৰিয়াণি দশ—বাহ্যানি জ্ঞান কৰ্মেন্দ্ৰিয়াণি, একং—মনঃ, ইন্দ্ৰিয় গোচৰাশ্চ—তন্মাত্ৰৰূপা এব। শব্দাদয় আকাশাদি গুণ বিশেষতয়া ব্যক্তাঃ সন্তঃ ইন্দ্ৰিয়বিষয়াঃ পঞ্চ, তদেবং চতুৰ্বিংশতি তত্ত্বানি উক্তানি—ইচ্ছা ইতি। ইচ্ছা, দ্বেষঃ, সুখং দুঃখং, সংঘাতঃ—শৰীৰং, চেতনা, ধৃতিঃ (ধৈৰ্য্যং)—এতে চ ইচ্ছাদয় দৃশ্যত্বাৎ আত্মধৰ্মাঃ অপি তু মনোধৰ্মাঃ, অতঃ ক্ষেত্ৰান্তঃপাতিন এব, উপলক্ষণঞ্চ এতৎ সঙ্কল্পাদীনাম্। তথা চ শ্ৰুতিঃ "কামঃ সঙ্কল্পো বিচিকিৎসা শ্ৰদ্ধা ধৃতিৰ্হ্ৰীৰ্ধীৰ্ভীঃ ইতি এতৎ সৰ্বং মন এব" ইতি। অনেন যাদৃক্ ইতি প্ৰতিজ্ঞাতাঃ ক্ষেত্ৰধৰ্মাঃ দৰ্শিতাঃ। এতৎ ক্ষেত্ৰং সবিকাৰম্—ইন্দ্ৰিয়াদি বিকাৰ সহিতং। সমাসেন—সংক্ষেপেণ, তুভ্যং ময়োক্তং ইতি ক্ষেত্ৰোপসংহাৰঃ। ৫।৬॥ (শ্ৰীধৰ)

**অনুবাদ ঃ**—ক্ষিতি আদি পঞ্চ মহাভূত, অহঙ্কাৰ, বুদ্ধি (মহত্তত্ত্ব), মূল প্ৰকৃতি (৭।৪), দহ ইন্দ্ৰিয়, মন আৰু ৰূপ ৰস আদি পঞ্চ ইন্দ্ৰিয়ৰ বিষয় আৰু ইচ্ছা দ্বেষ সুখ দুঃখ সংঘাত চেতনা আৰু ধৃতি—ইয়াকেই সংক্ষেপে সবিকাৰ (পৰিবৰ্ত্তন সহ) ক্ষেত্ৰ বোলে। ৫।৬॥

সংঘাত=দেহ আৰু ইন্দ্ৰিয়ৰ মিলিত অৱস্থা।

**ব্যাখ্যা ঃ**—ক্ষেত্ৰৰ বিৱৰণ—মহাভূতানি—৫ (গীতা ৭।৪), অহঙ্কাৰঃ—১, বুদ্ধিঃ—১ (সাংখ্যে মহত্তত্ত্ব), অব্যক্তং—১ (প্ৰকৃতি), ইন্দ্ৰিয়াণি—১০, একং চ-মন, পঞ্চ ইন্দ্ৰিয় গোচৰাঃ—৫ বিষয় (শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ), ইচ্ছা—১, দ্বেষঃ—১, সুখং—১, দুঃখং-১, সংঘাতঃ—১ (সংমিলিত দেহ ইন্দ্ৰিয় প্ৰভৃতিৰ একত্ৰ অৱস্থান) চেতনা—১ (১০।২২ দ্ৰষ্টব্য), ধৃতিঃ—১ ধৈৰ্য্য। ৫।৬॥ (বেদ-বেদান্ত শাস্ত্ৰী)

(১) পঞ্চ মহাভূত, অহঙ্কাৰ, বুদ্ধি, অব্যক্ত প্ৰকৃতি, দশ ইন্দ্ৰিয়, মন, পঞ্চ জ্ঞানেন্দ্ৰিয়ৰ পঞ্চ বিষয়—এয়ে (সাংখ্যৰ) চতুৰ্বিংশতি তত্ত্ব আৰু

(২) ইচ্ছা, দ্বেষ, সুখ, দুখ, সংঘাত, চেতনা—এয়ে সংস্কাৰ; এইবোৰেই ক্ষেত্ৰ আৰু ক্ষেত্ৰৰ বিকাৰ।

এই চতুৰ্বিংশতি তত্ত্বাত্মক জগৎ দুই ভাগত বিভক্ত—(১) বাহিৰ্জগৎ (২) অন্তৰ্জগৎ

এই দুইটা গোটাই এটা যন্ত্র য'ত প্রকৃতিৰ (শক্তিৰ) ক্রিয়াৰ বাহিৰে আৰু একো পদাৰ্থ নাই। গীতাই এতিয়া এই অধ্যায়ত তাকেই কৈছে। গীতাই কৈছে যে সকলো বাহ্য বস্তু আৰু সকলো বুদ্ধিস্বভাৱ অপৰা প্ৰকৃতিৰ নিৰ্মাণ। এয়ে ক্ষেত্ৰ। কিন্তু এই ক্ষেত্ৰক যি ভোগ কৰে, বুজে বা জানে তেওঁ জীৱভূতা পৰা প্ৰকৃতি। তেওঁ দ্ৰষ্টা, ভোক্তা আৰু জ্ঞাতা। (তিনিওটা একে অৰ্থৰ শব্দ—চকুৰে ভোগ কৰিলে দ্ৰষ্টা, মুখেৰে ভোক্তা, মনেৰে জ্ঞাতা)।

(বেদান্ত-বাচস্পতি)

অমানিত্বম্ অদাম্ভিত্বম্ অহিংসা ক্ষান্তিৰ্ আৰ্জবম্।
আচাৰ্যোপাসনং শৌচং স্থৈৰ্যং আত্মবিনিগ্ৰহঃ ॥ ৭
ইন্দ্ৰিয়াৰ্থেষু বৈৰাগ্যম্ অনহঙ্কাৰ এব চ।
জন্মমৃত্যুজৰাব্যাধিদুঃখদোষানুদৰ্শনম্ ॥ ৮
অসক্তিৰনভিষঙ্গঃ পুত্ৰদাৰগৃহাদিষু।
নিত্যং চ সমচিত্তত্বম্ ইষ্টানিষ্টোপপত্তিষু ॥ ৯
ময়ি চানন্যযোগেন ভক্তিৰব্যভিচাৰিণী।
বিবিক্তদেশসেবিত্বম্ অৰতিৰ্ জনসংসদি ॥ ১০
অধ্যাত্মজ্ঞান-নিত্যত্বং তত্ত্বজ্ঞানাৰ্থ দৰ্শনম্।
এতজ্ জ্ঞানম্ ইতি প্ৰোক্তম্ অজ্ঞানং যদতোঽন্যথা ॥ ১১

**অন্বয়** ঃ—অমানিত্বং (স্বগুণ শ্লাঘাৰাহিত্যং) অদম্ভিত্বং (দম্ভৰাহিত্যম্) অহিংসা (পৰপীড়া বৰ্জনম্) ক্ষান্তিঃ (সহিষ্ণুত্বং) আৰ্জবম (সৰলতা) শৌচং (বাহ্যভ্যন্তৰ শুচিঃ) স্থৈৰ্য্যং (সন্মাৰ্গনিষ্ঠতা) আত্মবিনিগ্ৰহঃ (শৰীৰ সংযমঃ)

ইন্দ্ৰিয়াৰ্থেষু (বিষয়েষু) বৈৰাগ্যম্, অনহঙ্কাৰ এব চ, জন্মমৃত্যুজৰাব্যাধি-দুঃখদোষানুদৰ্শনম্ (জন্মাদিষু অদোষ দৃষ্টিঃ)

অসক্তিঃ (অনাসক্তিঃ) পুত্ৰদাৰগৃহাদিষু অনভিষঙ্গঃ (পুত্ৰদীনাং সুখে বা দুঃখে অহমেব সুখী দুঃখী চ ইতি মমত্ব অভাৱঃ) ইষ্টানিষ্টোপপত্তিষু নিত্যং সমচিত্তত্বম্।

ময়ি চ অনন্যযোগেন অব্যভিচাৰিণী ভক্তিঃ, বিবিক্তদেশসেবিত্বম্ (বিবিক্তঃ শুদ্ধশ্চিত্তপ্ৰসাদকৰঃ তং দেশং সেবিতুং শীলং যস্য তস্য ভাৱঃ তত্ত্বং) জনসংসদি অৰতিঃ (প্ৰাকৃত জন সভায়াং ৰত্যভাৱঃ)

অধ্যাত্মজ্ঞান নিত্যত্বং ( আত্মজ্ঞানে একান্ত নিষ্ঠা ) তত্ত্বজ্ঞানাৰ্থদৰ্শনম্ (মোক্ষস্য সৰ্বোৎকৃষ্টতালোচনম ) এতৎ জ্ঞানং ইতি প্ৰোক্তং। যৎ অতঃ অন্যথা তৎ অজ্ঞানম্। ৭—১১

**অনুবাদ** :—মানবোধ নথকা, দম্ভ নথকা, অহিংসা, সৰলতা, গুৰুসেৱা, শৌচ ( বাহ্যাভ্যন্তৰ পবিত্ৰতা ) সৎকাৰ্য্যত একনিষ্ঠা, আত্মসংযম, বিষয়-বৈৰাগ্য, নিৰহঙ্কাৰকাৰিতা, জন্ম মৃত্যু জৰাব্যাধিত পুনঃ পুনঃ দুঃখদৰ্শন, কৰ্মত অনাসক্তি, স্ত্ৰী-পুত্ৰ গৃহাদিত মমত্ব নথকা, ইষ্ট আৰু অনিষ্ট লাভত সমচিত্ততা, মোত ( ভগৱানত ) অনন্যভাৱে ঐকান্তিক ভক্তি, পবিত্ৰ নিৰ্জন স্থানত বাস ( অকলে থকাৰ অভ্যাস) জনতাৰ মাজত আনন্দ নোপোৱা ( জন কোলাহলৰপৰা আঁতৰত থকা ) সদায় আত্ম-জ্ঞান অনুশীলনত নিষ্ঠা আৰু মোক্ষৰ বিষয়ে পৰিচিন্তন—এই সমস্তকে বোলে জ্ঞান—ইয়াৰ বিপৰীত যি সেয়ে অজ্ঞান। ৭—১১

জ্ঞান=জ্ঞানৰ সাধন বুজিব লাগিব।

**ব্যাখ্যা** :—জ্ঞান শব্দটোৱে ইয়াত সংস্কাৰস্থ ভাৱ বুজাইছে। অমানিত্ব আদি ভাৱ বা প্ৰবৃত্তিবোৰ জ্ঞানৰ ( ভগৱান বিষয়ে জ্ঞানৰ ) লক্ষণ আৰু এই বোৰৰ অভাৱ দেখিলেই জানিব লাগিব যে সেই জন মানুহৰ আচল জ্ঞান হোৱা নাই, তেওঁ ক্ৰমোন্নতিৰ অতি নিম্ন স্তৰত আছে। ( বেদান্ত-বাচস্পতি ) ৭—১১

জ্ঞেয়ং যৎ তৎ প্ৰবক্ষ্যামি যজ্‌জ্ঞাত্বাঽমৃতমশ্নুতে।
অনাদিমৎ পৰং ব্ৰহ্ম ন সৎ তন্নাসদুচ্যতে। ১২ ॥

**অন্বয়** :—যৎ জ্ঞেয়ং, যৎ জ্ঞাত্বা অমৃতম্ অশ্নুতে, তৎ প্ৰবক্ষ্যামি, তৎ অনাদি, মৎপৰং ব্ৰহ্ম ন সৎ ন অসৎ উচ্যতে। ১২

মৎপৰং ব্ৰহ্ম=মম বিষ্ণোঃ নিৰ্বিশেষ ৰূপং ব্ৰহ্ম।

ন সৎ=বিধিমুখেন প্ৰমাণস্য বিষয়ঃ ন।

ন অসৎ=নিষেধ মুখেন প্ৰমাণস্য বিষয়ঃ ন।

**অনুবাদ** :—যিটো জানিব লগীয়া আৰু যাক্ জানিলে মানুহে অমৃতত্ব লাভ কৰে, সেইটো মই তোমাক বিশেষকৈ ক'ম ; সেই জানিবলগীয়া বস্তুটোৰ ক'তো আদি নাই আৰু ময়েই ( বাসুদেৱ নামে ) তাৰ শেষ ; সেই জ্ঞেয় বস্তু স্থূল বস্তুৰ দৰে সৎ নহয় আৰু সেই বস্তু যে নাই সেইটোও নহয় ; এইদৰেই এই বিষয়ে কোৱা হয়।

অনাদি মৎপৰং ব্ৰহ্ম=ইয়াৰ অৰ্থ (১) তেওঁৰ আদি নাই, তেওঁ শ্ৰেষ্ঠ ব্ৰহ্ম।
(২) মৎপৰং=ময়ে যাৰ শেষ এই অৰ্থ কৰিলে—এই জ্ঞেয় বস্তুৰ আদি নাই—ময়ে তাৰ শেষ। ১২ ॥

**ব্যাখ্যা :**—( জ্ঞান কাক বোলে মই ক'লোঁ ), এতিয়া জ্ঞেয় কোন্ মই কওঁ। সেই বস্তুটো জ্ঞেয়, যাক জানিলে মোক্ষলাভ হয়। সেই জ্ঞেয় বস্তুটো আদ্যন্তহীন শাশ্বত পৰব্ৰহ্ম। তেওঁক সৎ ( আছে ) বুলিও ক'ব নোৱাৰি, অসৎ ( নাই ) বুলিও নোৱাৰি।

ব্ৰহ্ম জগতৰ কাৰণ হলেও, আমি বদ্ধজীৱেই, তেওঁৰ লগত দৃশ্য জগতৰ একো সম্বন্ধ নেদেখোঁ, কাৰণ তেওঁ অবিষয়ী। সেই বাবে আমি আমাৰ ভাষাৰে তেওঁৰ বিষয়ে একো কথাকে কব নোৱাৰো বা ভাবিব নোৱাৰোঁ। আমাৰ পক্ষে যেন তেওঁৰ অস্তিত্বই নাই। জাগতিক সংস্কাৰ ধ্বংস হ'লে ( বা মুক্ত পুৰুষ হ'লে ) তেওঁৰ বিষয় জানিব বা ভাবিব পাৰি; কিন্তু সেইবোৰ ভাব মানুহে বুজিব পৰা ভাষা প্ৰকাশ নাপায়। এইবাবে ব্ৰহ্মৰ বিষয়ে ক'বলৈ গৈ আচাৰ্য্যসকলৰ ভাষাৰ ভয়ঙ্কৰ বিৰোধ হৈছে। এই শ্লোকত গীতাই বুজাইছে যে ব্ৰহ্মবিষয়ে কোনো বাক্য আমি প্ৰয়োগ কৰিব নোৱাৰোঁ। তলৰ ৪টা শ্লোকত গীতাই আৰু কব যে ব্ৰহ্ম বিষয়ে লোকে ( অৰ্থাৎ ব্ৰহ্মদৰ্শীসকলে ) প্ৰয়োগ কৰা বাক্যও আমি বুজিব নোৱাৰোঁ।

আমাৰ সংস্কাৰবস্থ সকলো ভাৱ, জাতি, বিষয় সম্বন্ধ ক্ৰিয়া বা গুণ সম্বন্ধীয় ভাৱ, বহিৰ্জগতৰ ভাৱ। ব্ৰহ্ম এই সকলোবোৰৰ অতীত। তেওঁ অবিষয়ী, বিষয়-সম্বন্ধহীন। তেওঁ নিষ্ক্ৰিয়, তেওঁ নিৰ্গুণ, আমি তেওঁৰ কোনো ধাৰণা কৰিব নোৱাৰোঁ। তেওঁ যেনেকৈ মনৰ অগোচৰ, সেইদৰে বাক্যৰো অগোচৰ। এই অধ্যায়ত গীতাই ব্ৰহ্ম সম্পৰ্কে মানুহৰ ভাষাৰ অশক্তিৰ কথা বিশেষভাৱে বুজাইছে।

( বেদান্ত-বাচস্পতিৰ গীতাৰ পৰা আংশিকভাৱে আহৃত )

সেই জ্ঞেয় বস্তু স্থূল বস্তুৰ দৰে সৎ নহয়—যিটো জ্ঞেয় তাক ইন্দ্ৰিয়েৰে অনুভৱ কৰি জানিব পাৰি—এয়ে সাধাৰণতঃ মানুহৰ ধাৰণা; কিন্তু ইয়াত যি জ্ঞেয় বস্তুৰ কথা কোৱা হৈছে সেই জ্ঞেয় বস্তু অৰ্থাৎ পৰম পদাৰ্থ স্থূল বস্তুৰ দৰে ইন্দ্ৰিয়গ্ৰাহ্য নহয় ( সৎ নহয় ); তেন্তে সেই বস্তু যে তাক কেনেকৈ স্বীকাৰ কৰা যায়? তেন্তে সেই বস্তুটো নাই ( অসৎ ) তাকেই কোৱা। ইয়াক

উত্তৰ—সেই বস্তুটো যে নাই ( অসৎ ) এনেকুৱাও নহয় ; বেদ আৰু উপনিষদত এইদৰেই কৈছে। তাক জনা যায় জ্ঞান-সাধনৰ অনুষ্ঠানৰ দ্বাৰা।

দৃষ্টান্ত—পানীত নিমখ মিহলোৱা আছে। চকু, কাণ, নাক, ত্বক্—এই চাৰি বহিৰিন্দ্ৰিয়ৰ দ্বাৰা নিমখৰ অস্তিত্ব বুজা নাযায় ; কিন্তু জিভাৰ দ্বাৰা বুজা যায়। এইদৰে সকলো বহিৰিন্দ্ৰিয়ৰ দ্বাৰা যিটোক ধৰিব নোৱাৰি, তাক অন্য প্ৰকাৰ সাধনৰ দ্বাৰা ধৰিব পৰা যায়। সেই সাধনবোৰ পূৰ্বে এই অধ্যায়ৰ ৭—১১ শ্লোকত কৈছে।

'ন অসৎ' বুলিবৰ তাৎপৰ্য্য এই যে—সেইটো সত্যকৈয়েই আছে। দুটা ন প্ৰয়োগৰ দ্বাৰা ( ন ন সৎ=ন অসৎ ) দৃঢ়ভাৱে হয়—আছে বুলি কোৱা হৈছে।

অসৎ নহয় মানে সৎ—নোহোৱা নহয় মানে আছে। ( বেদ-বেদান্ত শাস্ত্ৰী )

হে অৰ্জুন ! যি জ্ঞাতব্য তাক জানিলে অমৃতত্ব লাভ হয়—মোক্ষ লাভ হয়, সেইটোকে মই তোমাক ক'ম। তেওঁ আদিহীন পৰব্ৰহ্ম। তেওঁ সৎ শব্দ আৰু সৎ প্ৰত্যয়ৰ অগোচৰ, আকৌ অসৎ শব্দ আৰু অসৎ প্ৰত্যয়ৰো অগোচৰ। কাৰণ ইন্দ্ৰিয় গোচৰ বস্তুই সৎ বা অসৎ শব্দ আৰু প্ৰত্যয়ৰ গোচৰ হয় ; কিন্তু ব্ৰহ্ম ইন্দ্ৰিয়াতীত। ১২ ॥ ( জগদীশ্বৰানন্দ )

**সৰ্বতঃ পাণিপাদং তৎ সৰ্বতোঽক্ষি-শিৰোমুখম্।**
**সৰ্বতঃ শ্ৰুতিমল্লোকে সৰ্বম্ আবৃত্য তিষ্ঠতি॥ ১৩**

**অন্বয় ঃ**—সৰ্বতঃ পাণিপাদং, সৰ্বতঃ অক্ষি-শিৰঃ-মুখম্, সৰ্বতঃ শ্ৰুতিমৎ, তৎ লোকে সৰ্বম্ আবৃত্য তিষ্ঠতি। ১৩ ॥

**অনুবাদ ঃ**—তেওঁৰ হস্ত-পদ সকলোফালেই আছে, সকলোফালেই চক্ষু, মস্তক, মুখ আছে ; সকলোফালেই কাণ আছে ; তেৱেঁই এই জগৎ ব্যাপ্ত কৰি আছে। ১৩ ॥

**সৰ্বেন্দ্ৰিয়-গুণাভাসং সৰ্বেন্দ্ৰিয় বিবৰ্জিতম্।**
**অসক্তং সৰ্বভৃচ্চৈব নিৰ্গুণং গুণভোক্তৃ চ॥ ১৪**

**অন্বয় ঃ**—সৰ্বইন্দ্ৰিয়-গুণ-আভাসং, সৰ্বইন্দ্ৰিয় বিবৰ্জিতম্, অসক্তং সৰ্বভৃৎ নিৰ্গুণং চ এব গুণভোক্তৃ চ। ১৪ ॥

সর্বেন্দ্রিয় গুণাভাসং=সর্বেষাম্ চক্ষুৰাদীনাম্ ইন্দ্রিয়াণাং গুণেষু ৰূপাদি আকাৰাসু বৃত্তিষু তৎ তৎ আকাৰেণ ভাসতে ইতি তথা, সৰ্বেন্দ্ৰিয়াণি গুণাংশ্চ তৎ তৎ বিষয়ান্ আভাসয়তি ইতি বা। (অথচ) সৰ্বেন্দ্ৰিয়ৈঃ বিবৰ্জিতং।

অসক্তং সঙ্গশূন্যং তথাপি সৰ্বভৃৎ সৰ্বস্য আধাৰ ভূতং, সৰ্বং বিভৰ্ত্তি—ইতি সৰ্বভৃৎ। নিৰ্গুণং সত্ত্বাদিগুণ ৰহিতং অথচ গুণভোক্তৃ চ গুণানাং সত্ত্বাদীনাং ভোক্তৃ পালকম্। (শ্ৰীধৰ)

**অনুবাদ**ঃ—তেওঁতে সকলো ইন্দ্ৰিয়ৰ গুণ দীপ্তি পায় অৰ্থাৎ বৰ্ত্তমান আছে; কিন্তু তেওঁ সৰ্ব ইন্দ্ৰিয় ৰহিত, তেওঁ কাৰো লগত সংলগ্ন নহয়—তেওঁ ক'তো লাগি থকা নাই অথচ তেওঁ সকলোৰে আধাৰ (তেওঁ সকলোকে ভৰণ কৰিছে); তেওঁ (সত্ত্ব, ৰজঃ আৰু তমঃ) গুণৰ অতীত অথচ সকলো গুণকে তেওঁ ভোগ কৰে। ১৪ ॥

**ব্যাখ্যা**ঃ—তেওঁ (পৰব্ৰহ্ম) সমগ্ৰ বিশ্বক ব্যাপ্ত কৰি বিৰাজ কৰিছে। সকলো দেশতে সকলো কালতে সকলো শৰীৰতে হাত-ভৰি, চকু-কাণ, মূৰ-মুখ আছে। সেই সকলোবোৰ হাত-ভৰি, চকু-কাণ আৰু মূৰ-মুখ তেওঁৰেই।

সকলো দেহৰ যিমানবিলাক হাত, ভৰি প্ৰভৃতি আছে, সেই সকলোবোৰেই যিবোৰ ধৰা কাৰ্য্য কৰে বা বিহাৰ কৰা কাৰ্য্য কৰে সেই কাৰ্য্যবিলাকে জীৱ ভাৱেৰে দেহত প্ৰবিষ্ট ব্ৰহ্মৰ সৎ-ভাৱক সূচনা কৰে, সেইবাবে সেই সব ইন্দ্ৰিয়কে জ্ঞেয় ব্ৰহ্মৰ সত্তাৰ জ্ঞাপক বুলি কীৰ্ত্তন কৰা হৈছে। এই অৰ্থতে কোৱা হৈছে যে তেওঁ সৰ্বতঃ পাণিপাদ। সেই অৰ্থতে তেওঁৰ সকলোফালে চকু, মূৰ আৰু মুখবোৰ বিৰাজ কৰিছে। তেওঁৰ কাণ সকলোফালে। এইদৰে সকলো দেহৰ সকলো স্থান ব্যাপি তেওঁ বিৰাজ কৰিছে। সেই জ্ঞেয় বস্তু এইদৰে সৰ্বত্ৰ বিৰাজমান আছে।

সেই জ্ঞেয় আত্মা যে সৰ্বেন্দ্ৰিয়ৰহিত, সৰ্বকৰণবৰ্জিত সেই কাৰণে তেওঁ অসক্ত অৰ্থাৎ কোনো প্ৰকাৰ মিলনাত্মক সংযোগ আত্মাত নাই। যদি এই জ্ঞেয় বস্তু সৰ্বসঙ্গবৰ্জিত তথাপি তেৱেঁই সকলো পদাৰ্থৰ একমাত্ৰ আশ্ৰয়। তেৱেঁই সকলো বস্তুকে ধাৰণ কৰি থাকে। এই জগতৰ সকলো বস্তুৱেই সেই সৎ বস্তু পৰমাত্মাক আশ্ৰয় কৰি আছে; কাৰণ সকলো বুদ্ধিৰ লগত সদ্‌বুদ্ধি সৰ্বদাই অনুগত হৈ আছে। মৰীচিকা প্ৰভৃতি অসৎ বস্তুও একেবাৰে অসৎ বুদ্ধিৰ বিষয় নহয়, তাতো সৎ বুদ্ধি অনুগত হৈ থাকে। সদ্‌ভাৱক একেবাৰে এৰি দিলে আমি

কোনো বস্তুকে ভাবিবও নোৱাৰোঁ, বুজিবও নোৱাৰোঁ। এই কাৰণেই সেই সৎস্বৰূপ আত্মা সকলো বস্তুকেই ধাৰণ কৰি আছে। সেই জ্ঞেয় বস্তুক বুজিবৰ আন এটি বিশেষণ হৈছে যে তেওঁ 'নিৰ্গুণ' অথচ গুণভোক্তৃ। গুণ শব্দৰ অৰ্থ সত্ত্ব, ৰজঃ, তমঃ। সেই জ্ঞেয় যদিও গুণত্ৰয় বিৰহিত ( গুণাতীত ) তথাপি তেওঁ গুণভোক্তা অৰ্থাৎ শব্দ স্পৰ্শ প্ৰভৃতি বিষয়ৰ দ্বাৰা সুখ দুখ বা মোহৰূপে পৰিণত হৈ সেই সত্ত্ব ৰজঃ তমঃ এই তিনটি নামত প্ৰসিদ্ধ গুণত্ৰয়ৰ আত্মাই ভোক্তা বা উপলব্ধি কৰোঁতা, প্ৰকাশ কৰোঁতা, এই প্ৰকাৰে তেওঁ জ্ঞেয়। ১৪ ॥

( শাঙ্কৰ ভাষ্যানুযায়ী )

বহিৰন্তশ্চ ভূতানাম্‌ অচৰং চৰমেব চ।
সূক্ষ্মত্বাৎ তদ্‌ বিজ্ঞেয়ং দূৰস্থং চান্তিকে চ তৎ ॥ ১৫

**অন্বয় ঃ**—তৎ ভূতানাম্‌ বহিঃ চ অন্তঃ চ; অচৰং চৰং এব চ, সূক্ষ্মত্বাৎ অবিজ্ঞেয়ং দূৰস্থং চ অন্তিকে চ।

**অনুবাদ ঃ**—তেওঁ সৰ্বভূতৰ বাহিৰতো আছে, অন্তৰতো আছে; তেওঁ স্থাৱৰো, তেওঁ জঙ্গমো; সূক্ষ্ম বুলি তেওঁ ( ইন্দ্ৰিয়ৰ দ্বাৰা ) বিজ্ঞেয় নহয়; তেওঁ বহুদূৰৈত আৰু তেনেই ওচৰতো থাকে।

**ব্যাখ্যা ঃ**—তেওঁ অজ্ঞানীৰ অজ্ঞাত বুলি বহুদূৰৈত আৰু আত্মস্বৰূপে জ্ঞাত বুলি জ্ঞানীৰ তেনেই ওচৰত।

বহিঃ ( বাহিৰত )=ভূতৰ বাহিৰত, স্থুল ব্যক্তৰূপে বা ব্যাপকৰূপে বাহিৰত থাকে।

অন্তঃ ( অন্তৰত )=ভূতৰ ভিতৰত—অন্তৰ্যামী চৈতন্যৰূপে।

অবিভক্তঞ্চ ভূতেষু বিভক্তমিব চ স্থিতম্‌।
ভূতভৰ্তৃ চ তজ্‌জ্ঞেয়ং গ্ৰসিষ্ণু প্ৰভৱিষ্ণু চ ॥ ১৬

**অন্বয় ঃ**—তৎ জ্ঞেয়ং ভূতেষু অবিভক্তং চ বিভক্তম্‌ ইব চ স্থিতম্‌। ভূতভৰ্তৃ চ গ্ৰসিষ্ণু প্ৰভৱিষ্ণু চ।

অবিভক্তঞ্চ ভূতেষু=ভূতবৰ্গৰ ভিতৰত তেওঁ অভিন্নভাৱে ( পৃথক্‌ পৃথক্‌ নোহোৱাকৈ ) বৰ্তমান আছে;

বিভক্তম্‌ ইব স্থিতম্‌=অথচ ভিন্ন ভিন্ন ৰূপে স্থিত বুলি দেখা যায়;

ভূতভৰ্ত্তৃ=ভূতবৰ্গৰ পালনকৰ্ত্তা ;

গ্ৰসিষ্ণু=ভূতবৰ্গৰ নাশকাৰক ;

প্ৰভৱিষ্ণু=ভূতবৰ্গৰ সৃষ্টিকৰ্তা ;

**অনুবাদ** :—ভূতবৰ্গত তেওঁ অভিন্নভাৱে বৰ্তমান আছে, অথচ ভিন্ন ভিন্নভাৱে থকা বুলি দেখা যায়। তেওঁ ভূতবৰ্গৰ পালনকৰ্তা, আকৌ তেৱেঁই সিইঁতৰ সংহাৰকৰ্তা আৰু সৃষ্টিকৰ্তা বুলি জানিবা। ১৬ ॥

**জ্যোতিষাম্ অপি তজ্ জ্যোতিস্ তমসঃ পৰম্ উচ্যতে।**
**জ্ঞানং জ্ঞেয়ং জ্ঞানগম্যং হৃদি সৰ্বস্য ধিষ্ঠিতম্। ১৭ ॥**

[ ধিষ্ঠিতম্—বিষ্ঠিতম্ ইতি বা পাঠঃ। ]

**অন্বয়** ঃ—তৎ জ্যোতিষাম্ অপি জ্যোতিঃ, তমসঃ পৰম্ উচ্যতে ; জ্ঞানং জ্ঞেয়ং জ্ঞানগম্যং, সৰ্বস্য হৃদি ধিষ্ঠিতম্। ১৭ ॥

তমসঃ পৰম্=প্ৰকৃতিৰ সিপাৰত অৱস্থিত বুলি অৰ্থ কৰিলেও হয়।

**অনুবাদ** ঃ—তেওঁ জ্যোতিৰো জ্যোতিঃ, তেওঁ অজ্ঞান অন্ধকাৰৰ অতীত : তেওঁ জ্ঞান ( চিৎস্বৰূপ ), তেওঁ জ্ঞেয় আৰু তেওঁ জ্ঞানৰ দ্বাৰা লভ্য, তেওঁ সকলোৰে হৃদয়ত অধিষ্ঠিত। ১৭ ॥

( মানুহৰ হৃৎপিণ্ডৰ এটা অতি সূক্ষ্ম স্থানত চৈতন্যৰ অৱস্থান। )

**ইতি ক্ষেত্ৰং তথা জ্ঞানং জ্ঞেয়ং চোক্তং সমাসতঃ।**
**মদ্ভক্ত এতদ্ বিজ্ঞায় মদ্ভাবায়োপপদ্যতে। ১৮ ॥**

**অন্বয়** ঃ—ইতি ক্ষেত্ৰং তথা জ্ঞানং জ্ঞেয়ং চ সমাসতঃ উক্তম্। মদ্ভক্তঃ এতৎ বিজ্ঞায় মদ্ভাৱায় উপপদ্যতে। ১৮ ॥

**অনুবাদ** :—ক্ষেত্ৰ, জ্ঞান আৰু জ্ঞেয়—সংক্ষেপতে কোৱা হ'ল, মোৰ ভক্তই ইয়াক বিশেষৰূপে জানি মোৰ ভাৱ পায়। ১৮ ॥

( ইয়াকে জানি মোৰ ভক্ত মোক পাবৰ যোগ্য হয়। )

**প্ৰকৃতিং পুৰুষং চৈব বিদ্ধ্যনাদী উভাবাপি।**
**বিকাৰাংশ্চ গুণাংশ্চৈব বিদ্ধি প্ৰকৃতিসম্ভৱান্। ১৯ ॥**

**অন্বয়** ঃ—প্ৰকৃতিং পুৰুষম্ এব চ উভৌ অপি অনাদী বিদ্ধি। বিকাৰান্ চ গুণান্ এব চ প্ৰকৃতিসম্ভৱান্ বিদ্ধি।

বিকাৰাংশ্চ দেহেন্দ্ৰিয়াদীন্ গুণাংশ্চ গুণপৰিণামান্ সুখদুঃখমোহাদীন্ প্ৰকৃতেঃ সম্ভৱান্ বিদ্ধি। (শ্ৰীধৰ)

**অনুবাদ**ঃ—প্ৰকৃতি আৰু পুৰুষ উভয়েই অনাদি বুলি জানিবা; কিন্তু পৰিৱৰ্ত্তনবিলাকক (বিকাৰবিলাকক) আৰু গুণবোৰক প্ৰকৃতিৰ পৰা উদ্ভৱ হোৱা বুলি জানবা। ১৯ ॥

**ব্যাখ্যা**ঃ—ইয়াৰ পূৰ্বে ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ বিচাৰ কৰা হৈছে—এই অধ্যায়ৰ আৰম্ভণিতে। সপ্তম অধ্যায়ত ঈশ্বৰৰ দুটি প্ৰকৃতিৰ কথা—পৰা প্ৰকৃতি আৰু অপৰা প্ৰকৃতি বুলি কোৱা হৈছে। এই দুই প্ৰকৃতিয়ে ভূতবৰ্গৰ কাৰণ বুলি কোৱা হৈছে। ইয়াৰ ভিতৰত অপৰা প্ৰকৃতি ক্ষেত্ৰস্বৰূপ আৰু পৰাপ্ৰকৃতি (ক্ষেত্ৰজ্ঞ স্বৰূপ) জীৱ স্বৰূপ; যাক অপৰা প্ৰকৃতি বুলি কোৱা হৈছে সেয়ে মায়া নাম্নী ত্ৰিগুণাত্মিকা ভগৱানৰ শক্তি, যাক পৰা প্ৰকৃতি বুলি কোৱা হৈছে তাকেই এই স্থানত পুৰুষ বুলি কোৱা হৈছে। প্ৰকৃতিয়ে যে জগতৰ কাৰণ—সেই কাৰণে প্ৰকৃতি অনাদি। ধৰ্ম আৰু অধৰ্মৰ কাৰণে হৰ্ষ শোক আদি পোৱা যায় সেই কাৰণে পুৰুষ অনাদি।

ঈশ্বৰ অনাদি কাৰণে তেওঁৰ এই দুই প্ৰকৃতিও অনাদি তেওঁ সদায় এই দুই প্ৰকৃতিৰ লগত সংযুক্ত থাকে। (শ্ৰীধৰ টীকানুযায়ী)

হে অৰ্জুন! অনাদি ঈশ্বৰৰ পুৰুষ অংশ, প্ৰকৃতি শক্তি, এতেকে দুয়ো অনাদি বুলি জানিবা। বিকাৰ দেহেন্দ্ৰিয়াদি গুণ পৰিণাম, সুখ দুঃখাত্মিক প্ৰকৃতিৰ কাৰ্য্য বুজিবা। ১৯ (ভট্টদেৱ)

কাৰ্য্য-কাৰণ-কৰ্ত্তৃত্বে হেতুঃ প্ৰকৃতিৰুচ্যতে
পুৰুষঃ সুখদুঃখানাং ভোক্তৃত্বে হেতুৰুচ্যতে। ২০ ॥

(কাৰ্য্যকৰণ কৰ্ত্তৃত্বে—ইতি বা পাঠঃ)

**অন্বয়**ঃ—কাৰ্য্যকাৰণ কৰ্ত্তৃত্বে প্ৰকৃতিঃ হেতুঃ উচ্যতে। পুৰুষঃ সুখ-দুঃখানাং ভোক্তৃত্বে হেতুঃ উচ্যতে। ২০ ॥

**টীকা**ঃ—বিকাৰাণাং প্ৰকৃতিসম্ভৱত্বং দৰ্শয়ন্ পুৰুষস্য সংসাৰহেতুত্বং দৰ্শয়তি—কাৰ্য্যেতি। কাৰ্য্যং শৰীৰং কাৰণানি সুখ-দুঃখসাধনানি ইন্দ্ৰিয়াণি তেষাং কৰ্ত্তৃত্বে তদাকাৰ পৰিণামে প্ৰকৃতিঃ হেতুঃ উচ্যতে। অয়ং ভাৱঃ—যদ্যপি অচেতনায়াঃ প্ৰকৃতেঃ স্বতঃ কৰ্ত্তৃত্বং ন সম্ভৱতি, তথা পুৰুষস্য অপি অবিকাৰিণঃ ন ভোক্তৃত্বং সম্ভৱাত, তথাপি কৰ্ত্তৃত্বং নাম ক্ৰিয়া নিৰ্বৰ্ত্তকত্বং, তৎ চ চেতনস্য

অপি চেতনাদৃষ্টবশাৎ চৈতন্যধিষ্ঠিতত্বাৎ সম্ভবন্তি, যথা বহ্নেঃ ঊৰ্দ্ধজ্বলনং বায়োঃ তির্য্যক্‌গমনং বৎসাদৃষ্টবশাৎ স্তন-পয়সঃ ক্ষৰণম্ ইত্যাদি, অতঃ পুৰুষসন্নিধান্মাৎ প্ৰকৃতেঃ কৰ্তৃত্বং উচ্যতে, ভোক্তৃত্বঞ্চ সুখ দুঃখ সংবেদনং, তচ্চ চেতনধৰ্ম এবেতি প্ৰকৃতি সন্নিধানাৎ পুৰুষস্য ভোক্তৃত্বম্ উচ্চতে ইতি। ২০॥

**অনুবাদ ঃ**—শৰীৰ আৰু ইন্দ্ৰিয়ৰ কৰ্মৰ কৰ্তৃত্ব বিষয়ত ( জড় ) প্ৰকৃতিকেই কাৰণ বোলা হয় ; কিন্তু সুখ-দুঃখৰ ভোগৰ কৰ্তৃত্ব বিষয়ত ( অজড় ) পুৰুষকেই কাৰণ বোলা হয়। ২০॥

**ব্যাখ্যা ঃ**—প্ৰকৃতিয়ে ক্ৰিয়া শক্তিৰ মূল। পুৰুষ অকৰ্ত্তা। কিন্তু অকৰ্ত্তা হ'লেও 'মই সুখী' 'মই দুঃখী' ইত্যাদি অভিমান কৰাত সুখ-দুঃখৰ ভোক্তা বুলি বিবেচিত হয়। পুৰুষৰ এই সুখ-দুঃখৰ ভোক্তৃত্ব কি কাৰণে ঘটে—তাক পিছৰ শ্লোকত কৈছে।

"দেহেন্দ্ৰিয় পৰিণামক প্ৰকৃতি কাৰণ কহে। সুখ দুঃখৰ ভোগক লাগি জীৱকে হেতু বুজিবা। আৰ এমন অভিপ্ৰায় ; যগুপি অচেতন প্ৰকৃতিৰ স্বতঃসে কাৰণ নঘটে, তথাপি চেতনৰ সকাশত তৃণ চলে, অগ্নিৰ সকাশত জ্বালা সব ঊৰ্দ্ধ হয়, বৎসৰ সকাশত স্তনৰ দুগ্ধ স্ৰবৈ এমন পুৰুষৰ সন্নিধানে প্ৰকৃতি কাৰণ হয়। প্ৰকৃতিৰ সন্নিধানে পুৰুষৰো ভোগ হয়"। ২০॥ ( ভট্টদেৱ )

পুৰুষঃ প্ৰকৃতিস্থো হি ভুঙ্‌ক্তে প্ৰকৃতিজান্ গুণান।
কাৰণং গুণ-সঙ্গোঽস্য সদসদ্ যোনি জন্মসু ॥ ২১ ॥

**অন্বয় ঃ**—হি পুৰুষঃ প্ৰকৃতিস্থঃ প্ৰকৃতিজান্ গুণান্ ভুঙ্‌ক্তে, অস্য সৎ-অসৎ-যোনি-জন্মসু গুণ-সম্বন্ধঃ কাৰণম্। ২১

প্ৰকৃতিস্থঃ—প্ৰকৃতিকাৰ্য্যে দেহে তাদাত্ম্যেন স্থিতঃ সন্।

**অনুবাদঃ**—পুৰুষেই প্ৰকৃতিত অৱস্থিত হৈ প্ৰকৃতিজাত গুণসমূহ উপভোগ কৰে, প্ৰকৃতিৰ গুণসমূহৰ সঙ্গই-পুৰুষৰ উৎকৃষ্ট বা অপকৃষ্ট যোনিত জন্ম গ্ৰহণৰ কাৰণ। ২১

প্ৰকৃতি জাত গুণ=সুখ দুঃখাদি। এই পুৰুষৰ সৎ বা অসৎ যোনিত জন্ম হয়, গুণ সঙ্গই তাৰ কাৰণ।

**ব্যাখ্যা ঃ**—পুৰুষে প্ৰকৃতিৰ সঙ্গবশতঃ প্ৰকৃতিৰ গুণ অৰ্থাৎ সত্ত্ব ৰজঃ তমোগুণৰ ধৰ্ম সুখ দুঃখ মোহাদিত আবদ্ধ হৈ পৰে আৰু 'মই সুখী, মই দুঃখী, মই কৰ্ত্তা, মোৰ কৰ্ম' ইত্যাদি অভিমান কৰি কৰ্ম-পাশত আবদ্ধ হয়।

এইবোৰ কৰ্মৰ ফল ভোগৰ কাৰণে পুৰুষে পুনঃ সৎ আৰু অসৎ যোনিত জন্ম গ্ৰহণ কৰিব লগা হয়। সত্ত্ব গুণৰ প্ৰাবল্যত দেৱযোনিত, ৰজোগুণৰ প্ৰাবল্যত মনুষ্য যোনিত আৰু তমোগুণৰ আধিক্যত পশ্বাদি যোনিত তাৰ জন্ম হয়। সুতৰাং এই প্ৰকৃতিৰ সংসৰ্গৰপৰা মুক্ত হ'ব নোৱাৰিলে পুৰুষৰ (জীৱৰ) জন্মকৰ্মৰ বন্ধনৰপৰা নিস্তাৰ নাই। এয়ে পুৰুষৰ সংসাৰিত্বৰ কাৰণ। ২১॥ (শ্ৰীধৰ অনুযায়ী—জগদীশ ঘোষ)

উপদ্ৰষ্টানুমন্তা চ ভৰ্ত্তা ভোক্তা মহেশ্বৰঃ।
পৰমাত্মেতি চাপ্যুক্তো দেহেঽস্মিন্ পুৰুষঃ পৰঃ ॥ ২২ ॥

**অন্বয়ঃ**—অস্মিন্ দেহে পুৰুষঃ পৰঃ উপদ্ৰষ্টা, অনুমন্তা ভৰ্ত্তা চ ভোক্তা মহেশ্বৰঃ পৰমাত্মা চ ইতি অপি উক্তঃ। ২২॥

**অনুবাদঃ**—(প্ৰকৃতিৰ কাৰ্য্যৰ) দৰ্শক, অনুমোদনকৰ্ত্তা, ভৰণকৰ্ত্তা আৰু ভোক্তা যি জনা পৰম পুৰুষ এই দেহত আছে, তেওঁকেই মহেশ্বৰ আৰু পৰমাত্মা বোলা হয়। ২২॥

উপদ্ৰষ্টা=সমীপত থাকি যিজনে দেখে। ভৰ্ত্তা=গুণৰ ভৰণ কৰ্ত্তা। ভোক্তা=উপভোক্তা। মহেশ্বৰ=মহান্ ঈশ্বৰ। পৰমাত্মা=আত্মাৰো আত্মা॥

**ব্যাখ্যাঃ**—সেই মহান্ ঈশ্বৰ পৰমাত্মাই সাক্ষী স্বৰূপে থাকি প্ৰকৃতিৰ কাৰ্য্যৰ সমীপতে থাকি চাই থাকে মাথোন, নিজে সেই কাৰ্য্যত ব্যাপৃত নহয়, প্ৰকৃতিৰ কোনো কাৰ্য্যকে তেওঁ নিবাৰণ নকৰে বৰং প্ৰকৃতিৰ কাৰ্য্যৰ অনুমোদন কৰি অনুমন্তা হৈ যেন পৰিতোষ লাভ কৰে, ইন্দ্ৰিয় মন বুদ্ধি প্ৰভৃতি জড় হলেও সেই চৈতন্যময় পুৰুষৰ চৈতন্যৰ আভাসতে উদ্ভাসিত হয়; এই কাৰণে সেই পুৰুষক ভৰ্ত্তা বোলা হয় (চৈতন্যৰ আভাসত উদ্ভাসিত হোৱাটোকে পুৰুষৰ ভৰণ বোলা হৈছে) আৰু তেওঁ স্বৰূপত নিৰ্বিকাৰ আৰু নিৰ্লিপ্ত হ'লেও সুখ দুঃখ আদি যেন উপলব্ধি কৰে অৰ্থাৎ নিত্য চৈতন্যময় বুলি সুখ দুঃখ আদি বৃত্তিকো চৈতন্যগ্ৰস্ত কৰি প্ৰকাশ কৰে—সেইবাবে তেওঁক ভোক্তা বোলা হৈছে। ২২॥ (জগদীশ ঘোষৰ গীতা)

য এব বেত্তি পুৰুষং প্ৰকৃতিং চ গুণৈঃ সহ।
সৰ্বথা বৰ্ত্তমানোঽপি ন স ভূয়োঽভিজায়তে ॥ ২৩ ॥

**অন্বয় ঃ**—যঃ পুৰুষং গুণৈঃ সহ প্ৰকৃতিং চ বেত্তি, সঃ সৰ্বথা বৰ্ত্তমানঃ অপি ভূয়ঃ ন অভিজায়তে। ২৩॥

সঃ সৰ্বথা বৰ্ত্তমানঃ অপি=তেওঁ যি কোনো অৱস্থাতেই থাকক বা যি হকে কৰক—

ভূয়ঃ ন অভিজায়তে=সংসাৰলৈ আৰু ঘুৰি আহিব নালাগে।

**অনুবাদ ঃ**—যিজনে এই প্ৰকাৰ পুৰুষ-তত্ত্ব আৰু বিকাৰাদি গুণসহ প্ৰকৃতিৰ তত্ত্বৰ কথা জানে, তেওঁ যি কোনো অৱস্থাতেই থাকক বা যিহকে কৰক তেওঁ পুনৰায় সংসাৰলৈ ঘুৰি আহিব নালাগে। ২৩॥

**ব্যাখ্যা ঃ**—এই শ্লোকৰ তাৎপৰ্য্য এই যে প্ৰকৃতি পুৰুষৰ বিবেক-জ্ঞান বা পাৰ্থক্য জ্ঞানেই কৈৱল্য মুক্তি—যাৰ এই জ্ঞান হৈছে তেওঁৰ পক্ষে ধৰ্ম কৰ্ম, বিধি নিষেধ একো নাই। অনাসক্তভাৱে কৰ্ম কৰিলেও তেওঁৰ কৰ্ম বন্ধন নাই—কাৰণ তেওঁ ত্ৰিগুণাতীত মুক্ত পুৰুষ। প্ৰকৃতিয়েই মায়া, সেয়ে সংসাৰৰ কাৰণ, গতিকে তেওঁ মায়ামুক্ত; তেওঁৰ সংসাৰৰ ক্ষয় হৈছে, তেওঁ পৰম পুৰুষক দেখিছে। সেই দৰ্শন কেনেকৈ হয়, তাৰ বিভিন্ন মাৰ্গ পাছৰ দুই শ্লোকত কৈছে— (জগদীশ ঘোষৰ গীতা)

ধ্যানেনাত্মনি পশ্যন্তি কেচিদাত্মানম্ আত্মনা।
অন্যে সাংখ্যেন যোগেন কৰ্মযোগেন চাপৰে॥ ২৪॥

**অন্বয় ঃ**—কেচিৎ ধ্যানেন আত্মনি আত্মনা আত্মানম্ পশ্যন্তি। অন্যে সংখ্যেন যোগেন অপৰে চ কৰ্মযোগেন। ২৪॥

**অনুবাদ ঃ**—কোনো কোনোৱে ধ্যানৰদ্বাৰা স্ব-আত্মাতে এই দেহতেই আত্মাক দৰ্শন কৰে, আন কোনো কোনো লোকে জ্ঞানৰদ্বাৰা আত্মাক দেখা পায় (জ্ঞান যোগৰদ্বাৰা দেখা পায়) আৰু কোনো কোনোৱে কৰ্মযোগৰ-দ্বাৰা দেখে। ২৪॥

**ব্যাখ্যা ঃ**—তিনি উপায়েৰে মানুহে আত্মজ্ঞান লাভ কৰিব পাৰে ঃ—

(১) ধ্যান বা ঈশ্বৰ প্ৰণিধান (ষষ্ঠ-অধ্যায়)

(২) সাংখ্য যোগোক্ত চতুৰ্বিংশতি তত্ত্বাভ্যাস (কৰ্ম-সংন্যাস)

(৩) কৰ্তৃত্ববুদ্ধিহীন নিষ্কাম কৰ্ম-যোগ বা ঈশ্বৰত আত্মসমৰ্পণ (৩য় অধ্যায়)। এইবোৰ উপায় অতি উচ্চতম অধিকাৰীৰ হে আচৰণীয়, কাৰণ ইয়াৰ চতুৰ্বিংশতি তত্ত্বজ্ঞান, নিজৰ অকৰ্তৃত্বজ্ঞান আৰু জগতৰ একত্বৰ জ্ঞান

আৱশ্যক। এয়ে নহ'লে নিষ্কাম কৰ্মও নহয় আৰু তত্ত্বাভ্যাসো নহয়। সেই-বাবে গীতাই সাধাৰণ মানুহৰ বাবে আৰু এটা উপায় দিছে। সেইটো তলৰ শ্লোকত দিছে। ২৪ (বেদান্ত বাচস্পতি)

অন্যে ত্বেবম্ অজানন্তঃ শ্ৰুত্বান্যেভ্য উপাসতে।

তেঽপি চাতিতৰন্ত্যেব মৃত্যুং শ্ৰুতিপৰায়ণাঃ ॥ ২৫

**অন্বয়ঃ**—অন্যে তু এবং অজানন্তঃ অন্যেভ্যঃ শ্ৰুত্বা উপাসতে। তে অপি শ্ৰুতিপৰায়ণাঃ মৃত্যুং অতিতৰন্তি এব। ২৫ ॥

**টীকাঃ**—অতিমন্দাধিকাৰিণাং নিস্তাৰ উপায়ং আহ—অন্যেত্বিতি। অন্যে তু সাংখ্য যোগাদি মাৰ্গেন এবং উপদ্ৰষ্টৃত্ব আদি লক্ষণম্ আত্মানম্ সাক্ষাৎ কৰ্তুম্ অজানন্তঃ অন্যেভ্যঃ আচাৰ্য্যেভ্যঃ উপদেশতঃ শ্ৰুত্বা উপাসতে ধ্যায়ন্তি, তে অপি চ শ্ৰদ্ধয়া উপদেশ—শ্ৰৱণপৰায়ণাঃ সন্তঃ মৃত্যুং সংসাৰং শনৈঃ অতিতৰন্তি এব। (শ্ৰীধৰ)

**অনুবাদঃ**—আকৌ আন কিছুমানে এইদৰে (২৩/২৪ শ্লোকত কোৱাৰ দৰে) জানিব নোৱাৰি অন্যৰপৰা (গুৰু বা ভক্তশ্ৰেণীৰ লোকৰ পৰা) শুনি, শুনা বিষয়ে পৰম শ্ৰদ্ধাশীল হৈ উপাসনা (ভজনা) কৰে। তেওঁলোকেও মৃত্যুক উত্তীৰ্ণ হৈ যায়। মুক্তিলাভ কৰে। ২৫ ॥

**ব্যাখ্যাঃ**—কুমসৰে সাংখ্য যোগাদি পথে এমন আত্মাক জানিব নুৱাৰে, কিন্তু মহন্তৰ মুখে শুনি পৰম শ্ৰদ্ধায়ে কথাক মাত্ৰ চিন্তে। সেই শ্ৰৱণপৰ সৰো অনায়াসে সংসাৰ তৰে। ২৫ ॥ (ভট্টদেৱ)

যাৱৎ সঞ্জায়তে কিঞ্চিৎ সত্ত্বং স্থাৱৰ-জঙ্গমম্।

ক্ষেত্ৰক্ষেত্ৰজ্ঞসংযোগাৎ তদ্‌ বিদ্ধি ভৰতৰ্ষভ ॥ ২৬ ॥

**অন্বয়ঃ**—ভৰত-ঋষভ! যাৱৎ কিঞ্চিৎ স্থাৱৰ জঙ্গমম্ সত্ত্বং সঞ্জায়তে; তৎ ক্ষেত্ৰক্ষেত্ৰজ্ঞ সংযোগাৎ বিদ্ধি। ২৬ ॥

**অনুবাদঃ**—হে ভৰতৰ্ষভ! সংসাৰত যি কোনো স্থাৱৰ জঙ্গমাত্মক পদাৰ্থ আছে, সকলোবিলাক ক্ষেত্ৰক্ষেত্ৰজ্ঞৰ সংযোগত উৎপন্ন হৈছে বুলি জানিবা। ২৬ ॥

**ব্যাখ্যাঃ**—পুৰুষ—ক্ষেত্ৰজ্ঞ, প্ৰকৃতি—ক্ষেত্ৰ। পুৰুষ আৰু প্ৰকৃতিৰ সংযোগত জগৎ সৃষ্টি হৈছে—অৰ্থাৎ গীতোক্ত পৰা-প্ৰকৃতি আৰু অপৰা প্ৰকৃতিৰ সংযোগত জগৎ সৃষ্টি হৈছে। ২৬ ॥

সমং সৰ্বেষু ভূতেষু তিষ্ঠন্তং পৰমেশ্বৰম্ ।
বিনশ্যৎস্ববিনশ্যন্তং যঃ পশ্যতি সঃ পশ্যতি ॥ ২৭ ॥

**অন্বয় ঃ**—বিনশ্যৎসুসৰ্বেষু ভূতেষু সমং তিষ্ঠন্তং অবিনশ্যন্তং পৰমেশ্বৰম্ যঃ পশ্যতি সঃ পশ্যতি । ২৭

**অনুবাদ ঃ**—যিজনা ( পৰম পুৰুষ ) সৰ্বভূততে সমভাৱে ( যুগপৎ ) অৱস্থিত হৈ আছে, ভূতৰ বিনাশ হ'লেও যাৰ বিনাশ নাই, সেই পৰমেশ্বৰক যিজনে দেখিছে ( জানিছে বা বুজিছে )—তেৱেঁই হে সঁচাকৈ তেওঁক দেখিছে ( তেৱেঁই হে যথাৰ্থ দৰ্শী—তেওঁৰ জ্ঞানেই সাৰ্থক )। ২৭ ॥

নাইবা

বিনশ্যৎসু সৰ্বেষু ভূতেষু—বিনাশশীল সকলো ভূততে সমভাৱে অৱস্থিত অবিনাশী পৰমেশ্বৰক যিজনে দেখা পাইছে ( যিজনে জানিছে বা বুজিছে ) তেৱেঁই হে সচাঁকৈ দেখিছে—তেৱেঁই হে যথাৰ্থ দৰ্শী—তেওঁৰ জ্ঞানেই হে সাৰ্থক । ২৭ ॥

সমং পশ্যন্ হি সৰ্বত্ৰ সমৱস্থিতম্ ঈশ্বৰম্ ।
ন হিনস্ত্যাত্মনাঽত্মানং ততো যাতি পৰাং গতিম্ ॥ ২৮ ॥

**অন্বয় ঃ**—হি সৰ্বত্ৰ সমং সমৱস্থিতং ঈশ্বৰং পশ্যন্ আত্মনা আত্মানং ন হিনস্তি ততঃ পৰাং গতিং যাতি । ২৮ ॥

সৰ্বত্ৰ সমং সমৱস্থিতঃ ঈশ্বৰং পশ্যন্—সৰ্বভূততে সমান আৰু সমভাৱে অৱস্থিত ঈশ্বৰক দেখি,

আত্মনা আত্মানং ন হিনস্তি=নিজৰ দ্বাৰা নিজক হনন নকৰে ; সকলো ভূততেই আত্মাৰ ( পুৰুষৰ ) অস্তিত্ব স্বীকাৰ নকৰাটোৱেই আত্মহনন—দেহই আত্মা এইৰূপ জনাটোৱেই আত্মহনন,

ততঃ যাতি পৰাং গতিং—তাৰ পাছত শ্ৰেষ্ঠ গতি লাভ কৰে ।

( বেদ-বেদান্তশাস্ত্ৰী )

**অনুবাদ ঃ**—যিজনে সৰ্বভূততে সমান আৰু সমভাৱে অৱস্থিত ঈশ্বৰক দেখে, তেওঁৰ আত্মাৰ দ্বাৰা আত্মাক হনন নকৰে ( আত্মঘাতী নহয় ) আৰু সেইবাবে তেওঁ শ্ৰেষ্ঠ গতি পায় । ২৮ ॥

**ব্যাখ্যা ঃ**—সৰ্বভূতত স্থাৱৰ জঙ্গমাত্মক সকলো পদাৰ্থত সমভাৱে প্ৰতিষ্ঠিত পৰমেশ্বৰক যি দেখে তেওঁৰ দেখা হে আচল দেখা, কাৰণ, তেওঁ সৰ্বত্ৰ সমভাৱে

স্থিত সৰ্বব্যাপী ঈশ্বৰক সৰ্বপদাৰ্থত দৰ্শন কৰি ঈশ্বৰত আত্মবুদ্ধি কৰি ভেদভাৱ শূণ্য হয়। ভেদভাৱ শূন্য হ'লে সংসাৰত আকৃষ্ট হৈ নিজে নিজৰ অনিষ্ট সাধন নকৰে। অতএৱ তেওঁৰ মোক্ষ হয়। ২৮ ॥ (বেদান্ত-বাচস্পতি)

প্ৰকৃত্যৈৱ চ কৰ্মাণি ক্ৰিয়মাণানি সৰ্বশঃ।
যঃ পশ্যতি তথাত্মানম্ অকৰ্ত্তাৰং স পশ্যতি ॥ ২৯

**অন্বয়ঃ**—যঃ চ কৰ্মাণি প্ৰকৃত্যা এব সৰ্বশঃ ক্ৰিয়মাণানি তথা আত্মানং অকৰ্ত্তাৰং পশ্যতি সঃ পশ্যতি। ২৯ ॥

প্ৰকৃত্যা এৱ—প্ৰকৃতিৰ দ্বাৰাই; কৰ্মাণি ক্ৰিয়মাণানি—কৰ্মবিলাক কৃত (সম্পন্ন) হ'বলৈ ধৰিছে; সৰ্বশঃ—সৰ্বপ্ৰকাৰে; তথা—আৰু; আত্মানং—আত্মাক (পুৰুষক); অকৰ্ত্তাৰং—কৰ্তা নহয় (বুলি দেখে); সঃ পশ্যতি—তেৰেঁই দেখে অৰ্থাৎ ঠিক জানে; তেওঁৰ দেখা হে সাৰ্থক।

**অনুবাদঃ**—সকলো জাগতিক কৰ্ম সৰ্বপ্ৰকাৰে প্ৰকৃতিৰ দ্বাৰা নিষ্পন্ন হয়। আত্মাই একো নকৰে। যিজনে এইটো বুজে তেৰেঁই হে প্ৰকৃত তত্ত্বদৰ্শী। ২৯ ॥

**ব্যাখ্যাঃ**—প্ৰশ্ন এই যে আত্মাই শুভাশুভ কৰ্মৰ কৰ্তা, প্ৰতি দেহত ভিন্ন আৰু বিষম অৰ্থাৎ অনুগ্ৰহ নিগ্ৰহশীল, অতএৱ পূৰ্বে কৈছে যে সৰ্বভূততে সমভাৱে বিদ্যমান এক পৰমাত্মাকে জানি আত্মঘাতী নহয়—এইটো কেনেকৈ সম্ভৱ হয় বা সঙ্গত হয়? তাৰ উত্তৰত কৈছে যে দেহ, মন আৰু বাক্যৰ দ্বাৰা অনুষ্ঠেয় কৰ্মবোৰ দেহ আৰু ইন্দ্ৰিয়ত সংঘাত আকাৰে পৰিণত হোৱা সৰ্ববিকাৰৰ কাৰণভূতা যি ত্ৰিগুণাত্মিকা প্ৰকৃতি, সেই প্ৰকৃতিৰ দ্বাৰা অনুষ্ঠিত হয়—সৰ্ববিকাৰ শূন্য পুৰুষৰ দ্বাৰা নহয়—অবিকাৰী আত্মাৰ দ্বাৰা নহয়; যিজন বিবেকী পুৰুষে এইদৰে বুজে আৰু ক্ষেত্ৰৰূপা প্ৰকৃতিৰ দ্বাৰা অনুষ্ঠিত হ'লেও ক্ষেত্ৰজ্ঞ পুৰুষক অসঙ্গ (আসক্তিহীন) ৰূপে সৰ্বভূততে সমভাৱে এক ৰূপ দৰ্শন কৰে, তেৰেঁই হে যথাৰ্থ আত্মদৰ্শী। ২৯ ॥ (কৃষ্ণচন্দ্ৰৰ গীতা)

যদাভূত-পৃথগ্-ভাৱম্ একস্থম্ অনুপশ্যতি।
তত এব চ বিস্তাৰং ব্ৰহ্ম সম্পদ্যতে তদা ॥ ৩০

**অন্বয়ঃ**—যদাভূত-পৃথগ্-ভাৱম্ একস্থম্ ততঃ এব চ বিস্তাৰং অনুপশ্যতি, তদা ব্ৰহ্ম সম্পদ্যতে।

**টীকা ঃ**—ইদানীং ভূতানাম্ অপি প্ৰকৃতিতাৱৎ মাত্ৰত্বেন অভেদাৎ ভূতভেদ কৃতম্ অপি আত্মনো ভেদম্ অপশ্যন্ ব্ৰহ্মত্বম্ উপৈতি ইত্যাহ—যদেতি। যদা ভূতানাং স্থাৱৰ জঙ্গমানাং পৃথকভাৱং ভেদং একস্থং একস্যাম্ এব শক্তিৰূপায়াং প্ৰকৃতৌপ্ৰলয়ে স্থিতং অনুপশ্যতি আলোচয়তি তত এব তস্যা এব প্ৰকৃতেঃ সকাশাৎ ভূতানাং বিস্তাৰং সৃষ্টি সময়ে অনুপশ্যতি তদা প্ৰকৃতি তাৱৎ মাত্ৰত্বেন ভূতানাম্ অপি অভেদং পশ্যন্ পৰিপূৰ্ণং ব্ৰহ্ম সম্পদ্যতে। ব্ৰহ্মৈৱ ভৱতি ইত্যৰ্থঃ। ৩০॥ (শ্ৰীধৰ)

**অনুবাদ ঃ**—যেতিয়া তত্ত্বদৰ্শী সাধকে বুজে যে ভূতবৰ্গৰ পৃথক্ পৃথক্ ভাৱ এক পৰমাত্মাতে (প্ৰলয়কালত) অৱস্থিত' থাকে আৰু সেই পৃথক পৃথক ভাৱ তাৰে পৰাই ভিন্ন ভিন্নৰূপে বিস্তৃত হৈছে, তেতিয়া তেওঁৰ ব্ৰহ্ম-প্ৰাপ্তি হয়। ৩০॥

**ব্যাখ্যা ঃ**—জগতৰ নানাত্বৰ মাজত যিজনে একমাত্ৰ ব্ৰহ্ম সত্তাকেই অনুভৱ কৰে আৰু সেই ব্ৰহ্মৰ পৰাই এই নানাত্বৰ অভিব্যক্তি—এইটো যেতিয়া সাধকে বুজিব পাৰে তেতিয়াই তেওঁৰ ব্ৰহ্মভাৱ লাভ হয়। (জগদীশ ঘোষ)

যেতিয়া সাধকে ভূতবৰ্গৰ (স্থাৱৰ জঙ্গমাদি ভূতবৰ্গৰ) পৰস্পৰ ভেদ পৰমাত্মাৰ শক্তিৰূপা প্ৰকৃতিতে (প্ৰলয় কালত) স্থিত বুলি বুজে আৰু প্ৰকৃতিৰ পৰাই সৃষ্টিৰ সময়ত বিস্তাৰ লাভ কৰিছে আৰু প্ৰকৃতিৰ গুণতেই ভেদভাৱৰ সৃষ্টি হৈছে সেইটো বুজি পৰস্পৰৰ ভিতৰত অভেদ ভাৱ থকাটো যেতিয়া বুজিব পাৰে তেতিয়া সাধকে ব্ৰহ্মত্ব লাভ কৰে। (শ্ৰীধৰ টীকানুযায়ী)

যেখন স্থাৱৰ জঙ্গম প্ৰাণীৰ নানা ভেদক একে ঈশ্বৰ শক্তিৰূপ প্ৰকৃতিত প্ৰলয়ত থাকে, সৃষ্টিৰ সময়ত প্ৰকৃতিত হস্তে বিস্তাৰ হয়। আক যি আলোচনা কৰে, এমনে প্ৰকৃতি ৰূপেয়ো ভূতৰ অভেদ দেখি পৰিপূৰ্ণব্ৰহ্মক পাৱে। ৩০

(ভট্টদেৱ)

অনাদিত্বান্নিৰ্গুণত্বাৎ পৰমাত্মায়ম্ অব্যয়ঃ।
শৰীৰস্থোঽপি কৌন্তেয় ন কৰোতি ন লিপ্যতে॥ ৩১

**অন্বয় ঃ**—কৌন্তেয়! অনাদিত্বাৎ নিৰ্গুণত্বাৎ অয়ম অব্যযঃ পৰমাত্মা শৰীৰস্থঃ অপি ন কৰোতি ন লিপ্যতে। ৩১॥

**টীকা ঃ**—তথাপি পৰমেশ্বৰস্য সংসাৰ-অৱস্থায়াং দেহসম্বন্ধ নিমিত্তৈঃ কৰ্মভিঃ তৎফলৈঃ চ সুখ দুঃখাদিভিঃ বৈষম্যং দুষ্পৰিহৰং ইতি কুতঃ সমদৰ্শনম্ তত্ৰাহ—অনাদিত্বাৎ ইতি। যৎ উৎপত্তিমৎ তদেব হি ব্যেতি বিনাশম্ ইতি,

যৎ চ গুণৱৎ বস্তু তস্য গুণনাশে ব্যয়ো ভৱতি, অয়ং তু পৰমাত্মা অনাদিঃ নিৰ্গুণঃ চ অতঃ অব্যয়ঃ অধিকাৰী ইতি অৰ্থঃ, তস্মাৎ শৰীৰে স্থিতঃ অপি ন কিঞ্চিৎ কৰোতি ন কৰ্মফলৈঃ লিপ্যতে। ৩১ ॥ ( শ্ৰীধৰ )

**অনুবাদ** :—হে কুন্তীপুত্ৰ ! অনাদি আৰু নিৰ্গুণ কাৰণে এই পৰমাত্মা অব্যয়—বিকাৰহীন ; অতএব এওঁ দেহত অৱস্থিত হৈয়ো একোকে নকৰে ; সেইবাবে কৰ্মফলতো লিপ্ত নহয়। ৩১ ॥

**ব্যাখ্যা** :—শৰীৰত অৱস্থিত হৈ থাকিলেও—শৰীৰ গুণকৰ্মত ( অনাদি অব্যয় পৰমাত্মা ) লিপ্ত নহয় ; দৃষ্টান্ত—আকাশ যেনেকৈ লিপ্ত নহয়।

( বেদ-বেদান্তশাস্ত্ৰী ) ( পাছত ১৩।৩২ )

আত্মা স্বভাৱতঃ অকৰ্ত্তা হ'লেও তেওঁৰ দেহাদি সম্বন্ধবশতঃ নামতঃ কৰ্তৃত্ব আহিব পাৰে, এই আশঙ্কা দূৰ কৰিবৰ কাৰণে অৰ্থাৎ পৰমেশ্বৰে সংসাৰ অৱস্থাত দেহাদি সম্বন্ধত থকা নিমিত্তে সুখ-দুখ আদি বৈষম্য কেনেকৈ পৰিহাৰ কৰিব পাৰে আৰু পৰিহাৰ কৰি কেনেকৈ সমদৰ্শী হ'ব পাৰে তাকে দেখুৱাবলৈ কৈছে যে যাৰ উৎপত্তি আছে তাৰে বিনাশ আছে, যাৰ গুণ আছে, তাৰ গুণ নাশ হ'লে বিনাশ হয় কিন্তু পৰমাত্মাৰ আদি নাই, তেওঁ নিৰ্গুণ ( গুণাতীত—সত্ত্ব ৰজঃ তমো গুণৰ অধীন নহয় ) ; সেইবাবে সত্ত্ব ৰজঃ তমো-গুণাদিৰদ্বাৰা ( প্ৰকৃতি ) নিৰ্মিত শৰীৰৰ কৰ্মফলৰ বৈষম্যৰ—কৰ্মৰ ফল অনুসাৰে প্ৰাপ্ত সুখ-দুঃখৰ ভাগী তেওঁ নহয়—কৰ্মফলত তেওঁ লিপ্ত নহয় ; কাৰণ তেওঁ দেহত থাকিও একোকে নকৰে—সকলো কৰ্ম সত্ত্ব ৰজঃ তমোগুণৰ পৰাইহে ( প্ৰকৃতিৰ পৰাইহে ) হয়। ৩১ ॥ ( শ্ৰীধৰ টীকানুযায়ী )

যথা সৰ্বগতং সৌক্ষ্ম্যাদ্ আকাশং নোপলিপ্যতে।
সৰ্বত্ৰাৱস্থিতো দেহে তথাত্মা নোপলিপ্যতে ॥ ৩২

**অন্বয়** :—যথা সৰ্বগতং আকাশং সৌক্ষ্ম্যাৎ ন উপলিপ্যতে, তথা সৰ্বত্ৰ দেহে অৱস্থিতঃ আত্মা ন উপলিপ্যতে।

**টীকা** :—তত্ৰ হেতুং সদৃষ্টান্তম্ আহ—যথেতি। যথা সৰ্বগতং পঙ্কাদিষু অপি স্থিতম্ আকাশম্ সৌক্ষ্ম্যাৎ অসঙ্গত্বাৎ পঙ্কাদিভিঃ ন উপলিপ্যতে, তথা সৰ্বত্ৰ উত্তমে মধ্যমে অধমে বা দেহে স্থিতঃ অপি আত্মা ন উপলিপ্যতে দৈহিকৈঃ দোষগুণৈঃ ন যুজ্যতে—ইতি অৰ্থঃ। ৩২ ॥ ( শ্ৰীধৰ )

**অনুবাদ** :—আকাশ সৰ্বত্ৰ অনুপ্ৰবিষ্ট হৈ থাকিলেও, যি হেতুকে আকাশ

অতি সূক্ষ্ম, সেই হেতুকে যেনেকৈ কোনো বস্তুতে লিপ্ত নহয়, সেইদৰে আত্মাও দেহত সৰ্বত্ৰ অৱস্থিত হ'লেও লিপ্ত নহয়। ৩২॥ (৯।৬ দ্ৰষ্টব্য)।

**ব্যাখ্যা :**—যেনেকৈ আকাশ সৰ্বব্যাপী হৈও সূক্ষ্মতা হেতু সুগন্ধ-দুৰ্গন্ধ, পানী বা পেঁক আদিৰ দোষগুণত লিপ্ত নহয়, (অৰ্থাৎ আকাশত কোনো লেপ নালাগে), সেইদৰে আত্মা দেহত সৰ্বত্ৰ থাকিলেও দেহৰ দোষগুণৰ লেপ আত্মাত নালাগে। ৩২॥

যথা প্ৰকাশয়ত্যেকঃ কৃৎস্নং লোকং ইমং ৰবিঃ।
ক্ষেত্ৰং ক্ষেত্ৰী তথা কৃৎস্নং প্ৰকাশয়তি ভাৰত॥ ৩৩

**অন্বয় :**—ভাৰত! যথা একঃ ৰবিঃ ইমং কৃৎস্নং লোকং প্ৰকাশয়তি, তথা ক্ষেত্ৰী কৃৎস্নং ক্ষেত্ৰং প্ৰকাশয়তি। ৩৩॥

**অনুবাদ :**—হে ভাৰত! যেনেকৈ একমাত্ৰ সূৰ্য্যই এই নিখিল বিশ্ব প্ৰকাশিত কৰে, সেইদৰে একমাত্ৰ আত্মাই সমস্ত দেহ প্ৰকাশিত কৰে। ৩৩॥

ক্ষেত্ৰ ক্ষেত্ৰজ্ঞয়োৰ্ এৱম্ অন্তৰং জ্ঞানং চক্ষুষা।
ভূত প্ৰকৃতি মোক্ষং চ যে বিদুৰ্ যান্তি তে পৰম্॥ ৩৪

**অন্বয় :**—যে এবং ক্ষেত্ৰ ক্ষেত্ৰজ্ঞয়োঃ অন্তৰং ভূত-প্ৰকৃতি-মোক্ষং চ জ্ঞান চক্ষুষা বিদুঃ, তে পৰম্ যান্তি।

**টীকা :**—অধ্যায়াৰ্থম্ উপসংহৰতি—ক্ষেত্ৰ ক্ষেত্ৰজ্ঞয়োৰিতি। এবং উক্ত-প্ৰকাৰেণ ক্ষেত্ৰ ক্ষেত্ৰজ্ঞয়োঃ অন্তৰং ভেদং বিবেক-জ্ঞান-লক্ষণেন চক্ষুষা যে বিদুঃ, তথা চ ইয়ম্ উক্তা ভূতানাম্ প্ৰকৃতিঃ তস্যাঃ সকাশাৎ মোক্ষং মোক্ষোপায়ং ধ্যানাদিকং চ যে বিদুঃ তে পৰং পদং যান্তি। ৩৪॥

**অনুবাদ :**—ক্ষেত্ৰ ক্ষেত্ৰজ্ঞৰ (এই উভয়ৰ) এইৰূপ প্ৰভেদ যিবিলাকে জ্ঞান চক্ষুৰে (জ্ঞানৰূপ চক্ষুৰদ্বাৰা) জানে আৰু প্ৰকৃতিৰপৰা (প্ৰকৃতিৰ গুণত্ৰয়ৰপৰা) ভূতবৰ্গৰ মোক্ষকো জ্ঞান চক্ষুৰদ্বাৰা জানে, তেওঁলোকেই শ্ৰেষ্ঠ পদ পায় (পৰব্ৰহ্মক পায়)।

**ব্যাখ্যা :**—অন্তৰং=ভেদ, প্ৰভেদ=ক্ষেত্ৰ যেন বাহিৰত, ক্ষেত্ৰজ্ঞ অন্তৰত আৰু বাহিৰত;

জ্ঞান চক্ষুষা—জ্ঞানৰূপ চক্ষুৰ দ্বাৰা (যিসকলে জানে), ক্ষেত্ৰ প্ৰকাশ্য, ক্ষেত্ৰজ্ঞ প্ৰকাশক; ক্ষেত্ৰ ব্যৱহাৰতঃ জড, ক্ষেত্ৰজ্ঞ চিৎ।

ভূত-প্ৰকৃতিমোক্ষং—ভূতবৰ্গৰ প্ৰকৃতিৰ পৰা মোক্ষ। প্ৰকৃতি জড়; ভূতবৰ্গ প্ৰকৃতিৰ পৰা জাত হ'লেও প্ৰকৃতিৰ গুণসমূহৰ পৰা মুক্ত থাকিব পাৰে যদি আত্মাৰ বা পুৰুষৰ নিৰ্লিপ্ততাৰ কথা বিশেষভাৱে বুজিব পাৰে। ভূতবৰ্গ দৃশ্যতঃ জড় হ'লেও আত্মাৰেই বিকাশ মাত্ৰ—এইটো বুজিব পাৰিলে, জড় আৰু চেতনৰ পাৰ্থক্য সম্যক্ অৱগত হৈ জীৱে মুক্তিলাভ কৰিব পাৰে।

প্ৰচলিত সাংখ্যদৰ্শনৰ মতে প্ৰকৃতি হৈছে জড়, প্ৰকৃতিৰ লগত পুৰুষৰ কোনো সংযোগ হ'ব নোৱাৰে; কিন্তু পুৰুষে যেন প্ৰকৃতিৰ লগত সংযোগ স্থাপন কৰি নিজকে জীৱাত্মা বুলি ভাবে।

৩১।৩২।৩৩ শ্লোক অনুসাৰে বিচাৰ কৰিলে বুজা যাব যে পুৰুষ প্ৰকৃতিস্থ হৈও লিপ্ত নহয়। ৩৪ শ্লোকত (এবং) এইৰূপে কোৱা হৈছে। ৩৪॥

(বেদ-বেদান্ত শাস্ত্ৰী)

ইতি শ্ৰীমদভগৱদ্ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদে ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ-বিভাগ যোগো নাম ত্ৰয়োদশোঽধ্যায়ঃ॥

এই অধ্যায়ত উল্লেখিত বিষয়সমূহৰ চমু টোকা—

(১) ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞ—দেহ তত্ত্বৰ ব্যাখ্যা (২) জ্ঞানৰ লক্ষণ বা সাধন (৩) জ্ঞেয় তত্ত্ব—ব্ৰহ্মস্বৰূপ (৪) ভক্তিৰ দ্বাৰা এই জ্ঞান লাভ হয়—তাৰ ফল (৫) প্ৰকৃতি পুৰুষ বিবেক—ইয়াতে পুনৰ্জন্ম নিবৃত্তি হয় (৬) আত্ম-দৰ্শনৰ বিভিন্ন মাৰ্গ (৭) পুৰুষ প্ৰকৃতি সংযোগত সৃষ্টি—প্ৰকৃতিৰ কৰ্তৃত্ব, আত্মাৰ কৰ্তৃত্ব আৰু নিৰ্লিপ্ততা—নানাত্বৰ ভিতৰত একত্ব দৰ্শন আৰু প্ৰকৃতিৰপৰা পুৰুষৰ পাৰ্থক্য দৰ্শনেই মুক্তি।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## চতুৰ্দ্দশোঽধ্যায়ঃ

## গুণত্ৰয় বিভাগ যোগঃ

শ্ৰীভগবান্ উবাচ—

পৰং ভূয়ঃ প্ৰবক্ষ্যামি জ্ঞানানাং জ্ঞানম্ উত্তমম্ ।
যজ্‌জ্ঞাত্বা মুনয়ঃ সৰ্বে পৰাং সিদ্ধিং ইতো গতাঃ ॥ ১

**অন্বয় ঃ**—শ্ৰীভগবান্ উবাচ—জ্ঞানানাম্ উত্তমং পৰং জ্ঞানং ভূয়ঃ প্ৰবক্ষ্যামি ; যৎ জ্ঞাত্বা সৰ্বে মুনয়ঃ ইতঃ পৰাং সিদ্ধিং গতাঃ । ১ ।

**টীকায়াম্ ঃ**—শ্ৰীভগবানুবাচ পৰং ভূয় ইতি দ্বাভ্যাম্ । পৰং পৰমাত্মনিষ্ঠং জ্ঞায়তে অনেন ইতি জ্ঞানং উপদেশং ভূয়ঃ অপি তুভ্যং প্ৰকৰ্ষেণ বক্ষ্যামি। কথম্ভূতং ? জ্ঞানানাং তপঃ কৰ্ম বিষয়াণাং মধ্যে উত্তমং মোক্ষহেতুত্বাৎ । তদেব আহ—যজ্‌জ্ঞাত্বা প্ৰাপ্য মুনয়ো মননশীলাঃ সৰ্বে ইতো দেহবন্ধনাৎ পৰাং সিদ্ধিং মোক্ষং গতাঃ প্ৰাপ্তাঃ । ১ ॥ ( শ্ৰীধৰ )

**অনুবাদ ঃ**—শ্ৰীভগৱানে ক'লে—সকলোজ্ঞানতকৈ শ্ৰেষ্ঠ জ্ঞান ( প্ৰকৃতিৰ স্বৰূপ কি—এই জ্ঞান ) মই আকৌ তোমাক কওঁ, যি জ্ঞান লাভ কৰি মুনিসবে এই সংসাৰ-বন্ধনৰ পৰা মুক্ত হৈ পৰম সিদ্ধি লাভ কৰিছে । ১ ॥

**ব্যাখ্যা ঃ**—সকলো প্ৰাণী পুৰুষ আৰু প্ৰকৃতিৰ সংযোগত হৈছে এই কথা পূৰ্বৰ অধ্যায়ত কৈছে। এই ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞৰ ( প্ৰকৃতি পুৰুষৰ ) সংযোগ যে ঈশ্বৰাধীন এই কথা কোৱাৰ আৱশ্যক হৈছে ; তেতিয়াহে সাংখ্যমতৰ নিৰীশ্বৰবাদ নিবাকৰণ হ'ব আৰু নিৰসন হ'ব। সৎ আৰু অসৎ যোনিত জন্মৰ কাৰণ গুণসঙ্গ এই কথাও কৈছে ; সেই বিষয়ে বক্তব্য এই যে কোন্ গুণত কি কাৰণত সঙ্গ হয় আৰু গুণেই বা কি ? কি কাৰণত নো সেইবোৰ বন্ধক হয় ? তাকো

কোৱাৰ আৱশ্যক। "প্ৰকৃতিৰ পৰা ভূতবৰ্গৰ মোক্ষ (১৩।৩৪) কেনেকৈ হয় এই বিষয়ে যিসকলে সম্যক্‌ভাৱে জানে, তেওঁলোকে পৰম পদ পায়" এই বুলি যে কৈছে সেই বিষয়ে আশঙ্কা এই যে প্ৰকৃতিৰ পৰা অৰ্থাৎ প্ৰকৃতিৰ গুণত্ৰয়ৰপৰা কেনেকৈ মোক্ষ হয় আৰু মুক্ত পুৰুষৰ লক্ষণ কি—এইবোৰ কথাৰ সমাধান আৱশ্যক। এইবোৰ কথা বিস্তাৰিতভাৱে কোৱাৰ বাবে চতুৰ্দ্দশ অধ্যায়ৰ আৰম্ভ।

শ্ৰীভগৱানে কৈছে—যে জ্ঞান সাধন তপস্যা আৰু যজ্ঞাদি কৰ্মৰ বিষয়বিলাকৰ ভিতৰত যি শ্ৰেষ্ঠ জ্ঞান সেই উত্তম জ্ঞানৰ বিষয়ে মই তোমাক পুনৰায় কওঁ শুনা। এই জ্ঞানৰ অনুশীলন কৰি যতিসকলে আৰু মুনিসকলে মোক্ষ লাভ কৰিছে।

(শাঙ্কৰ ভাষ্যৰ আভাসত)

পূৰ্বৰ অধ্যায়ত কোৱা হৈছে যে সকলো কৰ্তৃত্বই প্ৰকৃতিৰ, পুৰুষ অকৰ্ত্তা। প্ৰকৃতিৰ গুণ সঙ্গবশতঃ জীৱৰ সৎ বা অসৎ যোনিত জন্ম আৰু সুখ-দুঃখ ভোগ অৰ্থাৎ সংসাৰিত্ব হয়। এই গুণ কি কি, তাৰ লক্ষণ কি, সেই গুণবোৰ কেনেকৈ জীৱক আৱদ্ধ কৰে, কেনেকৈ প্ৰকৃতিৰপৰা বিবিধ সৃষ্টি হয় ইত্যাদি বিষয়ে বিস্তাৰিত একো কোৱা হোৱা নাই। সেইকাৰণে এই প্ৰকৃতি তত্ত্ব বা ত্ৰিগুণ তত্ত্ব শ্ৰীভগৱানে পুনৰ্বাৰ কৈছে। এইবাবে "আকৌ তোমাক কওঁ" বুলি কৈছে। (জগদীশ ঘোষ)

ইদং জ্ঞানম্ উপাশ্ৰিত্য মম সাধৰ্ম্ম্যম্ আগতাঃ।
সৰ্গেঽপি নোপজায়ন্তে প্ৰলয়ে ন ব্যথন্তি চ ॥ ২

**অন্বয়ঃ**—ইদং জ্ঞানম্ উপাশ্ৰিত্য মম সাধৰ্ম্ম্যম্ আগতাঃ।
সৰ্গে অপি ন উপজায়ন্তে, প্ৰলয়ে চ ন ব্যথন্তি।

**টীকা**ঃ—কিঞ্চ ইদমিতি। ইদং বক্ষ্যমাণং জ্ঞানম্ উপাশ্ৰিত্য জ্ঞানসাধনং অনুষ্ঠায় মম সাধৰ্ম্ম্যং মদ্ৰূপত্বং প্ৰাপ্তাঃ সন্তঃ সৰ্গে অপি ব্ৰহ্মাদিষু উৎপদ্যমানেষু অপি ন উৎপদ্যন্তে, তথা প্ৰলয়ে অপি ন ব্যথন্তি প্ৰলয় দুঃখানি ন অনুভৱন্তি পুনঃ ন আৱৰ্ত্তন্তে ইতি অৰ্থঃ। ২ ॥ (শ্ৰীধৰ)

**অনুবাদ**ঃ—এই জ্ঞান অৱলম্বন কৰি মোৰ সমান ধৰ্ম (গুণাতীতত্ব -১৩।১৪) পোৱা ব্যক্তিসকলে সৃষ্টিৰ কালতো জন্মগ্ৰহণ নকৰে আৰু প্ৰলয় কালতো প্ৰলয় দুঃখ অৱলম্বন নকৰে (জন্ম-মৃত্যু অতিক্ৰম কৰে)। ২ ॥

**ব্যাখ্যা**ঃ—সাৰ্ধম্ম্যম্=মদ্ৰূপত্বং—ইয়াৰ অৰ্থ সমান ৰূপ পোৱা বুজোৱা নাই। সমান ৰূপ পোৱা বুজালে জীৱ আৰু ঈশ্বৰৰ অভেদ জ্ঞানক বুজাইছে।

এই জ্ঞান যেতিয়া হয় তেতিয়া ব্ৰহ্মা আদিৰ পুনৰ্বাৰ উৎপত্তিৰ কালতো জন্ম নহয় আৰু প্ৰলয় কালতো সেইবাবে দুঃখ অনুভৱ কৰিবৰ আৱশ্যক নহয়। ২ ॥

মম যোনিৰ্মহদ্ ব্ৰহ্ম তস্মিন্ গৰ্ভং দধাম্যহম্।
সম্ভৱঃ সৰ্বভূতানাং ততো ভৱতি ভাৰত ॥ ৩

**অন্বয়ঃ**—ভাৰত! মম যোনিঃ মহৎ ব্ৰহ্ম, তস্মিন্ অহং গৰ্ভং দধামি। ততঃ সৰ্বভূতানাম্ সম্ভৱঃ ভৱতি। ৩ ॥

**টীকায়াম্ঃ**—মহৎ ব্ৰহ্ম—দেশতঃ কালতঃ চ অনৱচ্ছিন্নত্বাৎ মহৎ, বৃংহণত্বাৎ স্বকাৰ্য্যাণাং বৃদ্ধি হেতুত্বাৎ ব্ৰহ্ম—প্ৰকৃতিঃ ইত্যৰ্থঃ।

তৎ মহৎ ব্ৰহ্ম মম পৰমেশ্বৰস্য যোনিঃ গৰ্ভাধানস্থানং, তস্মিন্ অহং গৰ্ভং জগদ্‌বিস্তাৰহেতুং চিদাভাসং দধামি নিক্ষিপামি প্ৰলয়ে ময়ি লীনং সন্তম্ অবিদ্যাকামকৰ্মানুশয়বন্তং ক্ষেত্ৰজ্ঞং সৃষ্টিসময়ে ভোগ্যেন ক্ষেত্ৰেন সংযোজয়ামি—ইত্যৰ্থঃ; ততো গৰ্ভাধানাৎ সৰ্বভূতানাং ব্ৰহ্মাদীনাং সম্ভৱঃ উৎপত্তিঃ ভৱতি।

(শ্ৰীধৰ) ৩।

**অনুবাদঃ**—হে ভাৰত! মহৎ ব্ৰহ্ম (প্ৰকৃতি) মোৰ যোনি (গৰ্ভাধানস্থান) মই তাতে গৰ্ভাধান কৰোঁ অৰ্থাৎ জগতৰ বিস্তাৰৰ কাৰণে চিদাভাস নিক্ষেপ কৰোঁ। তাৰপৰাই ব্ৰহ্মাদি স্থাৱৰান্ত ভূতবৰ্গ উৎপত্তি লাভ কৰে। ৩ ॥

**ব্যাখ্যাঃ**—পুৰুষ আৰু প্ৰকৃতি সৰ্বভূতৰে উৎপত্তিৰ কাৰণ। এই পুৰুষ প্ৰকৃতি ঈশ্বৰৰ অধীন। (সাংখ্যমতে পুৰুষ আৰু প্ৰকৃতি-স্বতন্ত্ৰ। এই মতবাদ খণ্ডন কৰিছে।) প্ৰকৃতি ত্ৰিগুণাত্মিকা (সত্ত্ব, ৰজঃ তমঃ)। এই গুণবিলাকেৰে প্ৰকৃতিয়ে সৃষ্টি কাৰ্য্য সম্পন্ন কৰে, কিন্তু ঈশ্বৰে তাতে চিদাভাস নিক্ষেপ কৰে। এয়ে ঈশ্বৰৰ গৰ্ভাধান। ঈশ্বৰে কৈছে যে মহৎ ব্ৰহ্ম (প্ৰকৃতি) মোৰ যোনি (গৰ্ভাধানস্থান)। তাতে মই গৰ্ভাধান কৰোঁ; সেইবাবে ময়ে সৰ্বভূতৰ উৎপত্তিৰ কাৰণ। 'অহং বহুস্যাং প্ৰজায়েয়' অৰ্থাৎ মই বহু হৈ জন্ম গ্ৰহণ কৰিম এইৰূপ সংকল্প লওঁ। প্ৰকৃতপক্ষে ঈশ্বৰৰ সৃষ্টিসংকল্পই গৰ্ভাধান স্বৰূপ। মোৰ সংকল্প অনুসাৰে প্ৰকৃতিয়ে সৃষ্টি কৰে। পক্ষান্তৰে ইয়াৰ অৰ্থ এই হয় যে প্ৰলয়ৰ কালত ভূতবৰ্গৰ বীজ মোতে লীন হৈ থাকে আৰু সৃষ্টিৰ কালত সেই ভূতবৰ্গৰ প্ৰাক্তন কৰ্মানুসাৰে যি যি ভোগ্য ক্ষেত্ৰ হ'ব লাগে

সেই ক্ষেত্ৰ মই সংযোজনা কৰি দিওঁ। এই সংযোজনাই মোৰ গৰ্ভাধান। সেই সংযোজনা অনুসাৰে ব্ৰহ্মাৰপৰা আৰম্ভ কৰি সমস্ত ভূতবৰ্গৰ উৎপত্তি হয়। ৩ ॥ ( শ্ৰীধৰ স্বামীৰ টীকাৰ আভাসত )

সৰ্বযোনিষু কৌন্তেয় মূৰ্তয়ঃ সম্ভৱন্তি যাঃ।
তাসাং ব্ৰহ্ম মহদ্ যোনিৰ্ অহং বীজপ্ৰদঃ পিতাঃ॥ ৪

**অন্বয় :**—কৌন্তেয় সৰ্ব-যোনিষু যা মূৰ্তয়ঃ সম্ভৱন্তি, মহৎ ব্ৰহ্ম তাসাং যোনিঃ, অহং বীজপ্ৰদঃ পিতা। ৪ ॥

**অনুবাদ :**—কৌন্তেয়, সৰ্বপ্ৰকাৰ যোনিত ( মনুষ্য আদি স্থাৱৰজঙ্গমাত্মক যোনিত ) যি যি মূৰ্ত্তিসমূহ উৎপন্ন হয়, প্ৰকৃতি সেই সকলোৰে যোনি—মাতৃস্থানীয়া আৰু মই গৰ্ভাধান কৰ্ত্তা পিতা। ৪ ॥

সত্ত্বং ৰজস্তম ইতি গুণাঃ প্ৰকৃতি সম্ভৱাঃ।
নিবধ্নন্তি মহাবাহো দেহে দেহিনম্ অব্যয়ম্ ॥ ৫

**অন্বয় :**—মহাবাহো ! সত্ত্বং ৰজঃ তমঃ ইতি প্ৰকৃতি সম্ভৱাঃ গুণাঃ অব্যয়ং দেহিনম্ নিবধ্নন্তি। ৫ ॥

**টীকা :**—তদেবং পৰমেশ্বৰাধীনাভ্যাং প্ৰকৃতি পুৰুষাভ্যাং সৰ্বভূতোৎপত্তিং নিৰূপ্য ইদানীং প্ৰকৃতিসঙ্গেন পুৰুষস্য সংসাৰং প্ৰপঞ্চয়তি—সত্ত্বমিত্যাদি চতুৰ্দ্দশভিঃ। সত্ত্বং ৰজস্তম ইতি ত্ৰয়ো গুণাঃ প্ৰকৃতি সম্ভৱাঃ প্ৰকৃতেঃ সম্ভৱঃ উদ্ভৱো যেষাং তে তথোক্তাঃ গুণসাম্যং প্ৰকৃতিস্তস্যাঃ সকাশাৎ পৃথকৃত্বেন অভিব্যক্তাঃ সন্তঃ প্ৰকৃতিকাৰ্য্যে দেহে তাদাত্মেন স্থিতং দেহিনং চিদংশং বস্তুতঃ অব্যয়ং নিৰ্বিকাৰম্ এব সন্তং নিবধ্নন্তি, স্বকাৰ্য্যৈঃ সুখ দুঃখ মোহাদিভিঃ সংযোজয়ন্তি ইতি অৰ্থঃ। ৫ ॥

**অনুবাদ :**—হে মহাবাহো ! প্ৰকৃতিৰ পৰা জাত সত্ত্ব ৰজঃ আৰু তমঃ এই তিনিগুণে অধিকাৰী আত্মাক ( জীৱক ) শৰীৰত বন্ধন কৰে। ৫ ॥

**ব্যাখ্যা :**—নিৰীশ্বৰ সাংখ্য নিৰূপণৰ দ্বাৰা ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ সংযোগ যে ঈশ্বৰাধীন সেইটো কোৱা হ'ল। এতিয়া কোন্ গুণত, কি নিমিত্তে সঙ্গ হয় আৰু গুণেই বা কি কি ? কিয় গুণবোৰে বন্ধন জন্মায় ? তাকে কব ধৰিছে। সত্ত্ব, ৰজঃ তমঃ এই তিনিটা গুণ, এই গুণত্ৰয়াত্মিকাই প্ৰকৃতি ; তেন্তে এই গুণত্ৰয় প্ৰকৃতি সম্ভৱ কেনেকৈ হ'ল ? তাৰ উত্তৰত বক্তব্য এয়ে

যে—গুণত্ৰয়ৰ সাম্য অৱস্থাই প্ৰকৃতি, কিন্তু এই গুণবোৰ যেতিয়া পৰস্পৰ অঙ্গাঙ্গী ৰূপে ন্যূনাধিকভাৱে পৰিণত হয়, তেতিয়া সেই গুণবোৰক প্ৰকৃতি সম্ভৱ বোলা হয়। ইহঁতে প্ৰকৃতিৰ কাৰ্য্যৰূপে দেহ আৰু ইন্দ্ৰিয়ৰ সংঘাতত দেহীক আৱদ্ধ কৰে।

"গুণৰ ( সত্ত্ব ৰজঃ তমঃ ) ক্ৰিয়া বৰ্ণনা কৰিব ধৰিছে। ৩।৫ শ্লোকত আৰু আন আন শ্লোকত সত্ত্ব ৰজঃ তমঃক প্ৰকৃতিৰ তিনি গুণ বা শক্তিৰূপে বুজোৱা হৈছে। এই তিনি গুণ বা শক্তিৰ বৈষম্যৰ ফলত জগৎ সৃষ্ট হৈছে।

এই তিনি শক্তিয়ে যেনেকৈ বাহ্যজগতত ক্ৰিয়া কৰি আছে, তেনেকৈ অন্তৰ্জগততো ( মনৰ ভিতৰতো ) ক্ৰিয়া কৰি আছে ; ইয়াৰ ফলতে জীৱে জীৱে প্ৰভেদ।" ( বেদ-বেদান্ত শাস্ত্ৰী )

শক্তিৰ তিনিৰকম ক্ৰিয়াই সত্ত্ব ৰজঃ আৰু তমোগুণ। এই ক্ৰিয়াৰ দ্বাৰাই বহিৰ্জগতত যেনেকৈ সকলো বস্তুৰ উৎপত্তি হয়, অন্তৰ্জগততো সকলো ভাৱৰ উৎপত্তি হয়—সেইবাবে জীৱৰ নানা ৰকম সুখ-দুখৰ ভাব হয় আৰু সেইবাবে আত্মাক দেহত আৱদ্ধ কৰে। ( বেদান্ত বাচস্পতি )

জীৱাত্মা অধিকাৰী হ'লেও প্ৰকৃতিৰ গুণসঙ্গৱশতঃ দেহাত্মভাৱ প্ৰাপ্ত হোৱা বাবে সুখ-দুখ মোহাদিত জড়িত হৈ পৰে। ৫।৬।৭।৮ এই চাৰিটা শ্লোকত ত্ৰিগুণৰ বন্ধন অৰ্থাৎ প্ৰকৃতি সংযোগত পুৰুষৰ সংসাৰ বন্ধন বৰ্ণনা কৰা হব ধৰিছে। ৫ ॥ ( জগদীশ ঘোষ )

তত্ৰ সত্ত্বং নিৰ্মলত্বাৎ প্ৰকাশকম্ অনাময়ম্।
সুখসঙ্গেন বধ্নাতি জ্ঞানসঙ্গেন চানঘ ॥ ৬

**অন্বয় :**—হে অনঘ ! তত্ৰ নিৰ্মলত্বাৎ প্ৰকাশকং অনাময়ং সত্ত্বং সুখসঙ্গেন জ্ঞানসঙ্গেন চ বধ্নাতি। ৬ ॥

**টীকা :**—তত্ৰ সত্ত্বস্য লক্ষণং বন্ধকত্ব প্ৰকাৰঞ্চ আহ—তত্ৰেতি। তত্ৰ তেষাং গুণানাং মধ্যে সত্ত্বং নিৰ্মলত্বাৎ স্বচ্ছত্বাৎ স্ফটিকবৎ প্ৰকাশকং ভাস্বৰম্ অনাময়ঞ্চ নিৰুপদ্ৰৱং শান্তম্ ইত্যৰ্থঃ। অতঃ শান্তত্বাৎ স্বকাৰ্য্যেণ সুখেন যঃ সঙ্গঃ তেন বধ্নাতি, প্ৰকাশকত্বাৎ চ স্বকাৰ্য্যেণ জ্ঞানেন যঃ সঙ্গঃ তেন চ বধ্নাতি। হে অনঘ ! নিষ্পাপ ! অহং সুখী জ্ঞানী চেতি মনোধৰ্মান্ তদভিমানিনি ক্ষেত্ৰজ্ঞে সংযোজয়তি ইত্যৰ্থঃ। ৬ ॥ ( শ্ৰীধৰ )

**অনুবাদ :**—( এতিয়া সত্ত্বগুণৰ লক্ষণ আৰু বন্ধকত্বৰ প্ৰকাৰ কৈছে ) হে অনঘ ! এই গুণবিলাকৰ ভিতৰত সত্ত্বগুণ নিৰ্মল বুলি ভাস্বৰ আৰু নিৰুপদ্ৰৱ ( শান্ত ); ই জীৱক সুখৰ লগত আৰু জ্ঞানৰ লগত সংযোগ কৰাই বন্ধন কৰে। ( অৰ্থাৎ মই সুখী, মই জ্ঞানী এইৰূপ বোধ জন্মাই দিয়ে। )

ৰজো ৰাগাত্মকং বিদ্ধি তৃষ্ণাসঙ্গসমুদ্ভৱম্ ।
তন্নিবধ্নাতি কৌন্তেয় কৰ্ম-সঙ্গেন দেহিনম্ ॥ ৭

**অন্বয় ঃ**—কৌন্তেয় ! ৰজঃ ৰাগাত্মকং তৃষ্ণাসঙ্গসমুদ্ভৱম্ বিদ্ধি ; তৎ দেহিনম্ কৰ্মসঙ্গেন নিবধ্নাতি । ৭ ॥

**টীকা :**—ৰজসো লক্ষণং বন্ধকত্বঞ্চ আহ—ৰজ ইতি। ৰজঃসংজ্ঞকং গুণং ৰাগাত্মকং অনুৰঞ্জনৰূপং বিদ্ধি ; অতএৱ তৃষ্ণাসঙ্গসমুদ্ভৱং তৃষ্ণা অপ্ৰাপ্তে অৰ্থে অভিলাষঃ সঙ্গ প্ৰাপ্তে অৰ্থে প্ৰীতি-বিশেষেণঃ আসক্তিঃ তয়োঃ তৃষ্ণাসঙ্গয়োঃ সমুদ্ভৱঃ অস্মাৎ তদ্ৰজো দেহিনম্ দৃষ্টাদৃষ্টেষু অৰ্থেষু কৰ্মসু সঙ্গেন আসক্ত্যা নিতৰাং বধ্নাতি ; তৃষ্ণাসঙ্গাভ্যাং হি কৰ্মসু আসক্তিঃ ভৱতি ইত্যৰ্থঃ। ৭ ॥ ( শ্ৰীধৰ )

**অনুবাদ ঃ**—ৰজোগুণ ৰাগাত্মক অৰ্থাৎ ই বিষয়ত আসক্তি জন্মায় ; ৰজোগুণেই তৃষ্ণা ( বাসনা ) আৰু সঙ্গৰ ( আসক্তিৰ ) উৎপত্তিৰ কাৰণ ; হে কৌন্তেয় ! ই জীৱক কৰ্মৰ লগত সংযোগ কৰাই বন্ধন কৰে।

তৃষ্ণা=নোপোৱা বস্তু বা বিষয় পাবলৈ অভিলাষ
সঙ্গ=পোৱা বস্তু বা বিষয়ত সবিশেষ আসক্তি। ৭ ॥

তমস্ত্বজ্ঞানজং বিদ্ধি মোহনং সৰ্বদেহিনাম্ ।
প্ৰমাদালস্যনিদ্ৰাভিস্ তন্নিবধ্নাতি ভাৰত ॥ ৮

**অন্বয় ঃ**—হে ভাৰত ! তমঃ তু অজ্ঞানজং সৰ্বদেহিনাম্ মোহনং ; তৎ প্ৰমাদ-আলস্য-নিদ্ৰাভিঃ নিবধ্নাতি। ৮ ॥

**অনুবাদ :**—হে ভাৰত ! তমোগুণ অজ্ঞানৰ পৰা উৎপন্ন আৰু ই সকলো জীৱৰ মোহ উৎপন্ন কৰে ; ই প্ৰমাদ ( ভ্ৰান্তি, অনৱধানতা, কৰ্তব্যৰ বিস্মৃতি ), আলস্য আৰু নিদ্ৰাৰ দ্বাৰা জীৱক আবদ্ধ কৰে। ৮ ॥

**ব্যাখ্যা ঃ**—( ৬, ৭, ৮ ) গুণ=ভাৱৰ আৰু শক্তিৰ ক্ৰিয়াৰ সাধাৰণ নাম হৈছে গুণ। ভাৱ আৰু শক্তি মূলতঃ একে আৰু সেই গুণে সিহঁতৰ ( ভাৱ আৰু শক্তিৰ ) ক্ৰিয়াও একে ৰকমৰ। এই একে ৰকমৰ তিনি বিধ ক্ৰিয়াৰ

তিনিটি নাম ব্রহ্মদর্শীসকলে দিছিল—সত্ত্ব, ৰজঃ আৰু তমোগুণ। মনত ৰাখিব লাগিব যে ইহঁত (সত্ত্ব, ৰজঃ আৰু তমোগুণ) তিনিটা বেলেগ পদাৰ্থ নহয়। ইহঁত একে শক্তিৰ (বা ভাৱৰ) তিনি ৰকমৰ বেলেগ ক্ৰিয়া।

গুণ শব্দটো ঘৰুৱা কথা-বাৰ্ত্তাত আমি নানা প্ৰকাৰ অৰ্থত ব্যৱহাৰ কৰোঁ। গীতাত গুণ মানে কেৱল শক্তিৰ (বা ভাৱৰ) ক্ৰিয়া। বাহিৰৰ ৰূপ ৰস আদি আৰু ভিতৰৰ সুখ, দুখ, দয়া, স্নেহ আদিক গীতাই গুণ নোবোলে। মনত ৰাখিব লাগিব যে ৰূপ ৰস আৰু দয়া স্নেহ আদি গুণবোৰৰ উৎপন্ন হোৱা ভাব মাত্ৰ।

সত্ত্বগুণ প্ৰকাশক, ৰজোগুণ ক্ৰিয়াশীল আৰু তমোগুণ অৱৰোধক। সকলো ব্যক্তবস্তু সক্ৰিয়। এই ক্ৰিয়াৰ দ্বাৰা সিহঁতৰ পৰিণাম হয়। এই পৰিণাম ৰজোগুণৰ কাৰ্য্য। সেইগুণে আমি কওঁ ৰজোগুণ ক্ৰিয়াশীল, ক্ৰিয়াৰ লগে লগে প্ৰতিক্ৰিয়া হয়। প্ৰতিক্ৰিয়া তমোগুণৰ কাৰ্য্য—আমি কওঁ তমোগুণ অৱৰোধক।

তমোগুণ আৰু ৰজোগুণ দুৰ্বল হৈ সত্ত্বগুণে ক্ৰিয়া কৰা মুহূৰ্ত্ততে বস্তুৰ আচল ৰূপ প্ৰকাশ পায় অৰ্থাৎ পৰিণাম ক্ষন্তেকলৈ বন্ধ হয় আৰু পৰিণাম নোহোৱা অৱস্থাটো প্ৰকাশ হয়, সেইগুণে আমি কওঁ সত্ত্বগুণ প্ৰকাশক। এই হ'ল শক্তি সম্পৰ্কে। ভাৱ সম্পৰ্কেও ঠিক একে কথা:—

সত্ত্বগুণৰ কাৰ্য্য বুদ্ধিক প্ৰকাশ কৰা; আমি কওঁ সত্ত্বগুণ প্ৰকাশক আৰু সেই বাবে জ্ঞানাত্মক বা সুখদায়ক। ৰজোগুণৰ কাৰ্য্য, বুদ্ধিৰ নানাৰকম পৰিণাম; আমি কওঁ ৰজোগুণ ক্ৰিয়াশীল, সেইবাবে ই নানাৰকম বাসনা উদ্ৰেক কৰে আৰু সেই বাবে ই দুখদায়ক। তমোগুণ অৱৰোধক আৰু সেই বাবেই মোহাত্মক।

যেনেকৈ তিনিটা বিৰুদ্ধ স্বভাৱৰ বস্তু—তেল, শলা-কাণি আৰু জুই লগলাগি এটা বিশেষ কাৰ্য্য কৰে অৰ্থাৎ আন বস্তু প্ৰকাশ কৰে, সেই দৰেই সত্ত্ব ৰজঃ আৰু তমোগুণ পৰস্পৰ বিৰুদ্ধ স্বভাৱৰ হ'লেও—এটা সাধাৰণ উদ্দেশ্য সাধনৰ অৰ্থে লগ লাগি কাম কৰে। এই উদ্দেশ্য পুৰুষাৰ্থ সাধন অৰ্থাৎ আমাৰ উপলব্ধি। এই গুণবোৰ পৰস্পৰৰ আশ্ৰয়; কাৰ্য্যকালত কেৱল এটাই কাম কৰে; বাকী দুটাই লগলাগি তৃতীয়টোক সহায় কৰে।

ভাৱৰাজ্যত গুণবোৰে কেনেকৈ ক্ৰিয়া কৰে? আমাৰ মনত যেতিয়া সুখৰ ভাৱ (সত্ত্ব) উদয় হয়, তেতিয়া দুখ (ৰজঃ) আৰু মোহ (তমঃ) তল পৰি থাকে। যেতিয়া জানোঁ যে ক্ৰিয়াশীল ৰজোগুণৰ প্ৰভাৱত আমাৰ মনত নানা ৰকম ভাৱ

উদয় হৈ চাঞ্চল্য উপস্থিত হোৱা নাই বা অৱবোধক তমোগুণৰ প্ৰভাৱত আমাৰ বুদ্ধি-মোহ হোৱা নাই, তেতিয়া আমি কওঁ যে আমাৰ বুদ্ধি সত্ত্বস্থ আছে।

( বেদান্ত বাচস্পতিৰ গীতাৰ পাতনিৰ পৰা জুকিয়াই লিখা হৈছে )

**সত্ত্বং সুখে সঞ্জয়তি ৰজঃ কৰ্মণি ভাৰত।**
**জ্ঞানম্ আবৃত্য তু তমঃ প্ৰমাদে সঞ্জয়ত্যুত ॥ ৯**

**অন্বয় :**—হে ভাৰত! সত্ত্বং সুখে সঞ্জয়তি, উত ৰজঃ কৰ্মণি, তু তমঃ জ্ঞানম্ আবৃত্য প্ৰমাদে সঞ্জয়তি। ৯ ॥

**অনুবাদ :**—হে ভাৰত! সত্ত্বগুণে জীৱক সুখত আসক্ত কৰি মুগ্ধ কৰে ( সুখত আসক্তি লগাই দিয়ে ); ৰজোগুণে কৰ্মত আসক্তি লগাই দিয়ে আৰু তমোগুণে জ্ঞানক আবৃত কৰি প্ৰমাদত (ভ্ৰান্তিত, অসতৰ্কতাত, কৰ্ত্তব্য বিস্মৃতিত) সঙ্গ কৰাই দিয়ে। ৯ ॥

**ব্যাখ্যা :**—প্ৰমাদ = আন কাৰ্য্যত আসক্ত হৈ যথাসময়ত কৰিবলগীয়া কৰ্ম নকৰাকে প্ৰমাদ বুলি কয়।

সত্ত্বগুণৰ উদ্ভৱ = সত্ত্বগুণ উদয় হ'লে মানুহে ঈশ্বৰ চিন্তা কৰে ( শ্ৰীৰামকৃষ্ণ ) উত = আৰু। ৯ ॥

**ৰজস্তমশ্চাভিভূয় সত্ত্বং ভৱতি ভাৰত।**
**ৰজঃ সত্ত্বং তমশ্চৈব তমঃ সত্ত্বং ৰজস্তথা ॥ ১০**

**অন্বয় :**—ভাৰত! সত্ত্বং ৰজঃ তমঃ চ অভিভূয় ভৱতি। ৰজঃ সত্ত্বং তমঃ এৱ, তথা তমঃ সত্ত্বং ৰজঃ চ। ১০ ॥

**অনুবাদ :**—হে ভাৰত! ( কেতিয়াবা কেতিয়াবা ) সত্ত্বগুণে ৰজঃ আৰু তমোগুণক অভিভূত কৰি ( দমাই ৰাখি ) আত্মপ্ৰকাশ কৰে ( প্ৰবল হয় ); ( কেতিয়াবা বা ) সত্ত্ব আৰু তমোগুণক দমাই ৰাখি ৰজোগুণ প্ৰবল হয়; ( আকৌ কেতিয়াবা বা ) সত্ত্বগুণ আৰু ৰজোগুণক দমাই ৰাখি তমোগুণ প্ৰবল হয় ( আত্মপ্ৰকাশ কৰে ) ১০ ॥

**সৰ্বদ্বাৰেষু দেহেঽস্মিন্ প্ৰকাশ উপজায়তে।**
**জ্ঞানং যদা তদা বিদ্যাদ্ বিবৃদ্ধং সত্ত্বং ইত্যুত ॥ ১১**

**অন্বয় :**—যদা অস্মিন্ দেহে সৰ্বদ্বাৰেষু জ্ঞানং প্ৰকাশঃ উপজায়তে তদা উত সত্ত্বং বিবৃদ্ধং ইতি বিদ্যাৎ। ১১ ॥

**টীকা** :—ইদানীং সত্বাদীনাং বৃদ্ধানাং লিঙ্গানি আহ—ত্রিভিঃ। সর্বদ্বাৰেষু ইতি অস্মিন্ আত্মনো ভোগায়তনে দেহে সর্বেষু্ অপি দ্বাৰেষু শ্ৰোত্ৰাদিষু যদা শব্দাদি জ্ঞানাত্মকঃ প্ৰকাশঃ উপজায়তে উৎপদ্যতে তদা অনেন প্ৰকাশলিঙ্গেন সত্বং বিবৃদ্ধং বিদ্যাৎ জানীয়াৎ—ইতি উক্তম্। ১১॥ (শ্ৰীধৰ)

**অনুবাদ** :—যেতিয়া এই (ভোগায়তন) দেহৰ সমস্ত ইন্দ্ৰিয়দ্বাৰ বুদ্ধি-বৃত্তি প্ৰকাশৰ দ্বাৰা উদ্ভাসিত হয়, তেতিয়া জানিবা যে সত্বগুণ বৰ্দ্ধিত হৈছে। ১১॥

**ব্যাখ্যা** :—মানুহৰ যথাৰ্থ বিষয় জ্ঞান কেতিয়া হয়? যেতিয়া বুদ্ধি সত্বস্থ হয় অৰ্থাৎ বুদ্ধি প্ৰকাশ হয় ('প্ৰকাশ' সত্বগুণৰ কাৰ্য্য)। ক্ৰিয়াশীল ৰজোগুণে নানা প্ৰকাৰ বাসনাৰ দ্বাৰা চিত্ত বিক্ষেপ জন্মালে, মানুহৰ বুদ্ধিৰ বিপৰ্য্যয় হয়; এনে অৱস্থাত যথাৰ্থ বিষয় জ্ঞান হ'ব নোৱাৰে। সেইগুণেই গীতাই এই শ্লোকত কৈছে যে—"যেতিয়া সকলো ইন্দ্ৰিয়ই নিজ নিজ বিষয়ৰ যথাৰ্থ জ্ঞান লাভ কৰিছে বুলি বুজা, তেতিয়াই বুজিবা যে বুদ্ধি সত্বস্থ হৈছে, ৰজোগুণে বা তমোগুণে ক্ৰিয়া কৰা নাই, সত্বগুণৰ বিবৃদ্ধি হৈছে।" ১১॥ (বেদান্ত বাচস্পতি)

**লোভঃ প্ৰবৃত্তিৰ্ আৰম্ভঃ কৰ্মণাম্ অশমঃ স্পৃহা।**
**ৰজস্যেতানি জায়ন্তে বিবৃদ্ধে ভৰতৰ্ষভ ॥ ১২**

**অন্বয়** :—হে ভৰতৰ্ষভ! লোভঃ প্ৰবৃত্তিঃ কৰ্মণাম আৰম্ভঃ অশমঃ স্পৃহা এতানি (চিহ্নানি) ৰজসি বিবৃদ্ধে (সতি) জায়ন্তে (উৎপদন্তে)। ১২॥

**টীকা** :—কিঞ্চ লোভ ইতি। লোভঃ ধনাদি আগমে বহুধা জায়মানে অপি যঃ পুনঃ-পুনঃ বৰ্দ্ধমানোঽভিলাষঃ, প্ৰবৃত্তিঃ নিত্যং কুৰ্বৎৰূপতা, কৰ্মণাম্ আৰম্ভঃ গৃহাদিনিৰ্মাণউদ্যমঃ অশমঃ ইদং কৃত্বা ইদং কৰিষ্যামি—ইতি আদি সংকল্প-বিকল্পানুপৰমঃ স্পৃহা, উচ্চাবচেষু দৃষ্টমাত্ৰেষু বস্তুষু ইতস্ততো জিঘৃক্ষা, ৰজসি বিবৃদ্ধে সতি এতানি লিঙ্গানি জায়ন্তে, এতৈ লিঙ্গৈঃ ৰজোগুণস্য বৃদ্ধিং জানীয়াৎ ইতি অৰ্থঃ। ১২॥ (শ্ৰীধৰ)

**অনুবাদ** :—ৰজোগুণ বিশেষৰূপে বৃদ্ধিপ্ৰাপ্ত হ'লে—লোভ, কৰ্মত প্ৰবৃত্তি আৰু কৰ্মৰ আৰম্ভ, মনৰ অস্থিৰতা, অত্যধিক স্পৃহা—এইবিলাক জন্মে। ১২॥

**ব্যাখ্যা** :—লোভ=যথাযথ অৰ্থ আদি পালেও অৰ্থৰ হেপাহ কোনোমতে নপলায় এনে এটা ইচ্ছা; প্ৰচুৰ ধনাগম হ'লেও প্ৰতিক্ষণতে ধনৰ অভিলাষ বাঢ়ি থকা স্বভাৱ।

**কৰ্মত প্ৰবৃত্তি**—নিৰন্তৰ চেষ্টাৰ নাম প্ৰবৃত্তি,

**কৰ্মৰ আৰম্ভ**—গৃহাদি নিৰ্মাণৰ উদ্যম,

অশমঃ=মনৰ অস্থিৰতা, এইটো কৰাৰ পাছত এইটো কৰিম—এই ধৰণৰ সংকল্প বিকল্পত পৰম অভিনিবেশ, সংকল্পৰ অনিবৃত্তি

স্পৃহা=যি কোনো বস্তু দেখা মাত্ৰকে কমেই হওক বা বেছিয়েই হওক (উচ্চাবচ) নাইবা পৰৰ বস্তুয়েই হওক গ্ৰহণ কৰিবৰ ইচ্ছা

"যেথন বিষয়ত লোভ, কৰ্মত প্ৰবৃত্তি, কাৰ্য্যত উদ্যম, বাঞ্ছাৰ অসাম্য, দেখিবে মাত্ৰে আসিবে ইচ্ছা, ৰজোগুণ বাঢ়িলে সেই চিহ্নসব হয়।" ১২ ॥

(ভট্টদেৱ)

অপ্ৰকাশোঽপ্ৰবৃত্তিশ্চ প্ৰমাদো মোহ এব চ।
তমস্যেতানি জায়ন্তে বিবৃদ্ধে কুৰুনন্দন ॥ ১৩

**অন্বয়** :—কুৰুনন্দন! অপ্ৰকাশঃ অপ্ৰবৃত্তিঃ চ প্ৰমাদঃ মোহঃ এব চ এতানি তমসি বিবৃদ্ধে জায়ন্তে। ১৩

**টীকায়াম্** :—অপ্ৰকাশঃ বিবেকভ্ৰংশঃ, অপ্ৰবৃত্তিঃ অনুদ্যমঃ, প্ৰমাদঃ কৰ্ত্তব্যাৰ্থানুসন্ধানে ৰাহিত্যং, মোহঃ মিথ্যাভিনিবেশঃ, তমসি প্ৰবৃদ্ধে সতি এতানি লিঙ্গানি চিহ্নানি জায়ন্তে, এতৈস্তমসো বৃদ্ধিং জানীয়াৎ—ইতি অৰ্থঃ। ১৩ (শ্ৰীধৰ)

**অনুবাদ** :—হে কুৰুনন্দন! তমোগুণৰ বিশেষভাৱে বৃদ্ধি হ'লে অপ্ৰকাশ (বিবেকভ্ৰংশ), অপ্ৰবৃত্তি (উদ্যমহীনতা), প্ৰমাদ (কৰ্ত্তব্যৰ উদ্দেশ্যত অনুসন্ধান নথকা) আৰু মোহ (মিথ্যা অভিনিৱেশ) উৎপন্ন হয়। ১৩ ॥

**ব্যাখ্যা** :—"যেথন অবিবেক, অনুদ্যম, প্ৰমাদ, মোহ এই চিহ্নত তমোগুণৰ অতিশয় জানিবা"। ১৩ ॥ (ভট্টদেৱ)

যদা সত্ত্বে প্ৰবৃদ্ধে তু প্ৰলয়ং যাতি দেহভৃৎ।
তদোত্তমবিদাং লোকান্ অমলান্ প্ৰতিপদ্যতে ॥ ১৪

**অন্বয়** :—তু যদা সত্ত্বে প্ৰবৃদ্ধে দেহভৃৎ প্ৰলয়ং যাতি, তদা উত্তম-বিদান্ অমলান্ লোকান্ প্ৰতিপদ্যতে। ১৪ ॥

**টীকা** :—মৰণসময় এব বৃদ্ধানাং সত্ত্বাদীনাং ফল বিশেষমাহ—যদেতি দ্বাভ্যাম্। সত্ত্বে প্ৰবৃদ্ধে সতি যদা জীৱো মৃত্যুং প্ৰাপ্নোতি তদা উত্তমান্ হিৰণ্যগৰ্ভাদীন্ বিদন্তি উপাসতে ইতি উত্তমবিদঃ তেষাং যে অমলাঃ প্ৰকাশময়াঃ লোকাঃ সুখোপভোগস্থানবিশেষাঃ তান্ প্ৰতিপদ্যতে প্ৰাপ্নোতি। ১৪ (শ্ৰীধৰ)

**অনুবাদ ঃ**—সত্বগুণৰ বৃদ্ধিৰ সময়ত দেহী যদি দেহত্যাগ কৰে, তেওঁ উত্তম জ্ঞানীসকলৰ নিৰ্মল লোকলৈ গতি কৰে। ১৪ ॥

**ব্যাখ্যা ঃ**—এতিয়া মৰণ সময়ত জীৱৰ কি গুণ বিশেষভাৱে বৃদ্ধি হ'লে জীৱে কি কি বিশেষ লোকলৈ গতি কৰে সেই সেই বিশেষ ফলৰ কথা কৈছে।

মৰণকালত যদি সত্বগুণ বৃদ্ধি হয়, তেন্তে তেওঁ উত্তম জ্ঞানী সকলৰ নিৰ্মল লোকলৈ যায়।

(১) উত্তম বিদাং=উত্তমবিদ্ সকলৰ অৰ্থাৎ হিৰণ্যগৰ্ভাদিৰ উপাসকসকল ইতিপূৰ্বে যি দিব্যলোকলৈ গৈছে সেই সকলৰ—

( শ্ৰীধৰ )

(২) উত্তম বিদাং=মহদাদি তত্ত্ব বিদাং ( শঙ্কৰাচাৰ্য্য )। মহদাদি তত্ত্ব যিসকলে বিশেষভাৱে জানিছিল সেই সকল আৰু যি সকলে নিৰ্মল লোকলৈ গৈছে সেই সকলৰ—

(৩) উত্তম বিদাং=উত্তম তত্ত্বজ্ঞানী সকলৰ অৰ্থাৎ দেৱতা প্ৰভৃতিৰ

( তিলক )

প্ৰলয়=প্ৰকৃষ্টৰূপে লুকোৱা, ধ্বংস বুজিব নালাগে।

ৰজসি প্ৰলয়ং গত্বা কৰ্মসঙ্গিষু জায়তে।
তথা প্ৰলীনস্ তমসি মূঢ়যোনিষু জায়তে॥ ১৫

**অন্বয় ঃ**—ৰজসি প্ৰলয়ং গত্বা কৰ্মসঙ্গিষু জায়তে, তথা তমসি প্ৰলীনঃ মূঢ়যোনিষু জায়তে। ১৫ ॥

**টীকা ঃ**—কিঞ্চ ৰজসি ইতি। ৰজসি প্ৰবৃদ্ধে সতি মৃত্যুং প্ৰাপ্য কৰ্মাসক্তেষু মনুষ্যেসু জায়তে, তথা তমসি বিবৃদ্ধে সতি প্ৰলীনো মৃতো মূঢ় যোনিষু পশ্বাদিষু জায়তে। ১৫ ॥ ( শ্ৰীধৰ )

**অনুবাদ ঃ**—ৰজোগুণ বৃদ্ধিৰ সময়ত দেহত্যাগ কৰিলে জীৱে কৰ্মত আসক্তিযুক্ত লোকসকলৰ মাজত ( যেনে—মনুষ্য সমাজত ) জন্ম গ্ৰহণ কৰে আৰু তমোগুণ বৃদ্ধিৰ সময়ত দেহ ত্যাগ কৰিলে জীৱ মূঢ়যোনিত জন্ম গ্ৰহণ কৰে ( যেনে—তিৰ্য্যক্ প্ৰাণীৰ ভিতৰত )। ১৫ ॥

**কৰ্মণঃ সুকৃতস্যাহুঃ সাত্বিকং নিৰ্মলং ফলম্।**
**ৰজসস্ তু ফলং দুঃখং অজ্ঞানং তমসঃ ফলম্॥ ১৬**

**অন্বয় :**—সুকৃতস্য কৰ্মণঃ নিৰ্মলং সাত্বিকং ফলং আহুঃ। ৰজসঃ তু ফলং দুঃখং, তমসঃ ফলং অজ্ঞানম্॥ ১৬

**টীকা :**—ইদানীং সত্বাদীনাং স্বানুৰূপ কৰ্মদ্বাৰেণ বিচিত্ৰ ফল হেতুত্বম্ আহ—কৰ্মণ ইতি। সুকৃতস্য সাত্বিকস্য কৰ্মণঃ সাত্বিকং সত্বপ্ৰধানং নিৰ্মলং প্ৰকাশবহুলং সুখং ফলম্ আহুঃ কপিলাদয়ঃ। ৰজস ইতি ৰাজসস্য কৰ্মণ ইত্যৰ্থঃ, কৰ্মফলকথনস্য প্ৰকৃতত্বাৎ তস্য দুঃখং ফলম্ আহুঃ; তমস ইতি তামসস্য কৰ্মণ ইত্যৰ্থঃ, তস্য অজ্ঞানং মূঢ়ত্বং ফলম্ আহুঃ, সাত্বিকাদি কৰ্মলক্ষণঞ্চ "নিয়তং সঙ্গ ৰহিতম্" ইত্যাদিনা অষ্টাদশাধ্যায়ে বক্ষ্যতি। ১৬॥ (শ্ৰীধৰ)

**অনুবাদ :**—শাস্ত্ৰই কয় যে পুণ্য কৰ্মৰ ফল নিৰ্মল সাত্বিক সুখ, ৰাজসিক কৰ্মৰ ফল দুঃখ আৰু তামসিক কৰ্মৰ ফল অজ্ঞান। ১৬

**ব্যাখ্যা :**—১৬।১৭।১৮ এই তিনিওটা শ্লোকত সত্ব ৰজঃ তমঃ এই তিনি গুণৰ কোনো এটাৰ প্ৰাধান্যৰ ফল কি—তাকে দেখুৱাইছে।

"সাত্বিক কৰ্মৰ সত্বপ্ৰধান নিৰ্মল ফল কহে, ৰাজসিক কৰ্মৰ দুঃখ ফল আৰু তামসিক কৰ্মৰ ফল অজ্ঞান।" (ভট্টদেৱ)

(পশু প্ৰভৃতি জন্মত দৃশ্যমান্ অজ্ঞান)। ১৬॥

সত্বাৎ সঞ্জায়তে জ্ঞানং ৰজসো লোভ এব চ।
প্ৰমাদমোহৌ তমসো ভৱতোঽজ্ঞানম্ এব চ॥ ১৭

**অন্বয় :**—সত্বাৎ জ্ঞানং সঞ্জায়তে, ৰজসঃ লোভ এব তমসঃ চ অজ্ঞানং প্ৰমাদমোহৌ এব চ ভৱতঃ। ১৭॥

**অনুবাদ :**—সত্বৰপৰা জ্ঞান জন্মে, ৰজোগুণৰপৰা লোভেই জন্মে; তমোগুণৰপৰা প্ৰমাদ আৰু মোহ হয়; অজ্ঞানো জন্মে। ১৭॥

**ব্যাখ্যা :**—ৰজঃ আৰু তমোগুণক অভিভূত কৰাৰ পাছত সত্ব গুণৰপৰা সকলো ইন্দ্ৰিয়ৰ জ্ঞান জন্মে। সত্ব আৰু তমোগুণ অভিভৱ হোৱাৰ পাছত ৰজোগুণৰপৰা লোভ প্ৰবৃত্তি আদি জন্মে আৰু তমোগুণে সত্ব আৰু ৰজোগুণক অভিভূত কৰিলে অবিবেক, অনৱধানতা আৰু মূঢ়তা উৎপন্ন হয়।

সত্বগুণৰপৰা প্ৰকাশবহুল জ্ঞান উৎপন্ন হয়, সেই কাৰণে প্ৰকাশবহুল সুখ সাত্বিক কৰ্মৰ ফল। ৰজোগুণৰপৰা কোটি কোটি ধনাদি লাভ হ'লেও আৰু বেছিকৈ পোৱাৰ আশা বৰ্দ্ধিত হোৱাত লোভ উৎপন্ন হয়; এইদৰে

বাঢ়ি থকা লোভৰ আকাঙ্ক্ষা পূৰণ কৰা সম্ভৱ নহয় বাবে তাৰ ফল হয় দুঃখ। এইৰূপে তামস কৰ্মৰ ফলো যে অজ্ঞানাদি হয়—ই যথাৰ্থ। ১৭

( শ্ৰীধৰ টীকানুযায়ী )

**ঊৰ্দ্ধং গচ্ছন্তি সত্ত্বস্থা(ঃ) মধ্যে তিষ্ঠন্তি ৰাজসাঃ।**
**জঘন্যগুণবৃত্তিস্থা অধোগচ্ছন্তি তামসাঃ॥ ১৮**
**( জঘন্যগুণবৃত্তস্থা ইতি বা পাঠঃ )**

**অন্বয়ঃ**—সত্ত্বস্থাঃ ঊৰ্দ্ধং গচ্ছন্তি। ৰাজসাঃ মধ্যে তিষ্ঠন্তি। জঘন্য-গুণ বৃত্তিস্থাঃ তামসাঃ অধঃ গচ্ছন্তি। ১৮॥

**টীকা**ঃ—ইদানীং সত্ত্বাদি বৃত্তিশীলানাং ফলভেদমাহ—ঊৰ্দ্ধমিতি। সত্ত্বস্থাঃ সত্ত্ববৃত্তিপ্ৰধানাঃ ঊৰ্দ্ধং গচ্ছন্তি, সত্ত্বোৎকৰ্ষ তাৰতম্যাৎ উত্তৰোত্তৰ শতগুণানন্দান্ মনুষ্য গন্ধৰ্বাপিতৃদেৱাদি লোকান্ সত্যলোকপৰ্য্যন্তান্ প্ৰাপ্নুৱন্তি—ইতি অৰ্থঃ। ৰাজসাঃ তু তৃষ্ণাদ্যাকুলা মধ্যে তিষ্ঠন্তি মনুষ্যলোক এবোৎপদ্যন্তে। জঘন্যো নিকৃষ্টঃ তমোগুণঃ তস্য বৃত্তিঃ প্ৰমাদমোহাদিঃ তত্ৰ স্থিতা অধো গচ্ছন্তি তমসো বৃত্তিতাৰতম্যাৎ তামিস্ৰাদিষু নিৰয়েষু উৎপদ্যন্তে। ১৮॥ ( শ্ৰীধৰ )

**অনুবাদ**ঃ—সাত্ত্বিক ব্যক্তিসকলে ঊৰ্দ্ধত ( স্বৰ্গাদিত ) যায়; ৰাজস ব্যক্তিসকলে মধ্যত ( মনুষ্যলোকত ) থাকে; নিন্দনীয় গুণত থকা তামস ব্যক্তিসকলে নিম্নগতি পায়। ১৮॥

**ব্যাখ্যা**ঃ—সত্ত্বপ্ৰধান লোকসকলে সত্ত্বোৎকৰ্ষৰ তাৰতম্য অনুসাৰে মনুষ্য গন্ধৰ্ব পিতৃলোক দেৱলোকৰপৰা সত্যলোক পৰ্য্যন্ত বিভিন্ন ঊৰ্দ্ধলোকলৈ গমন কৰে। সত্ত্বোৎকৰ্ষ অনুসাৰে তদনুৰূপ উত্তৰোত্তৰ ঊৰ্দ্ধগতি পায়। ৰজোবৃত্তিত থকা লোকসকলে ঊৰ্দ্ধলৈও নাযায় অধোগতিও নকৰে। সুখ দুঃখ থকা মনুষ্য লোকতে থাকে। জঘন্য অৰ্থাৎ সত্ত্ব ৰজঃ এই দুই গুণতকৈ নিকৃষ্ট তমোগুণৰ বৃত্তিত থকা লোকবিলাক পশ্বাদি যোনিত জন্মগ্ৰহণ কৰে। মনুষ্যলোকৰপৰা সিহঁতৰ পতন হয়। "সাত্ত্বিক সৱ ঊৰ্দ্ধলোকক যায়, ৰাজসিক সৱ মধ্যত থাকে, তামসিক সৱ নৰকক চলে।" ভট্টদেৱ। ১৮॥

**নান্যং গুণেভ্যঃ কৰ্ত্তাৰং যদা দ্ৰষ্টানুপশ্যতি।**
**গুণেভ্যশ্চ পৰং বেত্তি মদ্ভাৱং সোঽধিগচ্ছতি॥ ১৯**

**অন্বয় ঃ**—যদা দ্ৰষ্টা গুণেভ্যঃ অন্যং কৰ্ত্তাৰং ন অনুপশ্যতি, গুণেভ্যঃ চ পৰং বেত্তি, সঃ মদ্ভাৱং অধিগচ্ছতি। ১৯ ॥

**টীকা ঃ**—তদেব প্ৰকৃতি গুণসঙ্গকৃতং সংসাৰ প্ৰপঞ্চং উক্ত্বা ইদানীং তৎবিবেকতো মোক্ষং দৰ্শয়তি ন অন্যং ইতি। যদা তু দ্ৰষ্টা বিবেকী ভূত্বা বুদ্ধি-আদি-আকাৰ পৰিণতেভ্যঃ গুণেভ্যঃ অন্যং কৰ্ত্তাৰং ন অনুপশ্যতি, অপিতু গুণাঃ এব কৰ্মাণি কুৰ্বন্তি ইতি পশ্যতি, গুণেভ্যঃ চ পৰং ব্যতিৰিক্তং তৎসাক্ষিণং আত্মানং বেত্তি, সঃ তু মদ্ভাৱং ব্ৰহ্মত্বং অধিগচ্ছতি প্ৰাপ্নোতি। ( শ্ৰীধৰ )

**অনুবাদ ঃ**—যেতিয়া দ্ৰষ্টাই বিচাৰ কৰি বুজি লয় যে গুণবিলাকতকৈ পৃথক্ অন্য কোনো কৰ্ত্তা নাই আৰু যেতিয়া জানে যে তিনিগুণৰ বাহিৰে আন কোনো এজন আছে আৰু তেওঁক তেওঁ জানিছে, তেতিয়া তেওঁ মোৰ ভাব ( সত্তা ) পায় ( ব্ৰহ্মভাবাপন্ন হয় )। ১৯ ॥

**ব্যাখ্যা ঃ**—যেতিয়া জীৱে বুজি পায় যে গুণবিলাকেহে সকলো কৰ্মৰ কৰ্ত্তা আৰু নিজে কেৱল দ্ৰষ্টাহে আৰু যেতিয়া তেওঁ এই তিনি গুণৰ অতীত ( গুণৰ ওপৰত থকা ) আত্মাৰ তত্ত্ব জানে তেতিয়া ব্ৰহ্মভাবাপন্ন হয়।

"বৰ্ত্তমান অধ্যায়ত বক্তব্য হিচাপে তিনিটা বিষয়ৰ প্ৰস্তাৱ কৰা হৈছে; ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞৰ সংযোগ যে ঈশ্বৰাধীন, গুণ কাক বোলে আৰু কিয় সিহঁতে বন্ধন কৰে এই দুই বিষয়ে কোৱা হৈছে। এতিয়া গুণৰপৰা কেনেকৈ মোক্ষ হয় আৰু মুক্ত ব্যক্তিৰ লক্ষণেই বা কি—এইখিনি ক'বলৈ বাকী আছে। ইয়াত কৈছে যে গুণসমূহই সকলো কৰ্মৰ কৰ্ত্তা—এই কথা বুজিব লাগিব আৰু বুজিব লাগিব যে এই গুণবোৰৰপৰা সম্পূৰ্ণ পৃথক্ এজন আছে যিজনে গুণবোৰৰ সাক্ষী হৈ আছে। যিজন সাক্ষী তেওঁ গুণবোৰৰ অতীত—এইৰূপে যিজনে দেখে সেই দ্ৰষ্টাজন মুক্ত হয়। মুঠকথা প্ৰকৃতি পুৰুষৰ ওপৰত যে পৰমাত্মা বা পুৰুষোত্তম আছে সেই পৰমাত্মাক যেতিয়া জীৱে জানিব পাৰে, তেতিয়াই তেওঁৰ মোক্ষ হয়, ব্ৰহ্মভাব লাভ হয়। ১৯ ॥ ( কৃষ্ণচন্দ্ৰৰ গীতা )

গুণান্ এতান্ অতীত্য ত্ৰীন্ দেহী দেহসমুদ্ভৱান্।
জন্ম-মৃত্যু-জৰা-দুঃখৈৰ্ বিমুক্তোঽমৃতমশ্নুতে ॥ ২০

**অন্বয় ঃ**—দেহ সমুদ্ভৱান্ এতান্ ত্ৰীন্ গুণান্ অতীত্য জন্ম মৃত্যু জৰা দুঃখৈঃ বিমুক্তঃ দেহী অমৃতম্ অশ্নুতে। ২০ ॥

**অনুবাদ ঃ**—দেহৰ উৎপত্তিৰ কাৰণ এই তিনি প্ৰকাৰ গুণ দেহীয়ে

অতিক্ৰম কৰি জন্ম, মৃত্যু, জৰাৰপৰা যিবোৰ দুঃখ পোৱা যায় তাৰপৰা বিমুক্ত হৈ অমৃত পায় ( পৰমানন্দ লাভ কৰে )। ২০ ॥

**ব্যাখ্যা** :—ভগৱৎস্বৰূপতা কেনেকৈ পায় তাকে ইয়াত কৈছে। দেহোৎপত্তিৰ কাৰণীভূত সত্ত্ব ৰজঃ আৰু তমঃ নামক এই গুণত্ৰয় অতিক্ৰম কৰি জীৱে জন্ম, মৃত্যু, জৰা, আৰু দুঃখৰপৰা বিমুক্ত হৈ মোক্ষ পায়।

জন্ম, মৃত্যু, জৰা আৰু দুঃখ এই বিলাক সেই তিনি গুণৰ ক্ৰিয়া ; গতিকে যদিহে সেই তিনিগুণ অতিক্ৰম কৰিব পাৰা যায়, এই দুঃখবোৰ নাথাকে। তেতিয়া জীৱে দুঃখৰ অতীত হৈ সুখ পায়। পৰমানন্দ লাভ কৰে। ২০ ॥

অৰ্জ্জুন উবাচ।

কৈৰ্ লিঙ্গৈস্ ত্ৰীন্ গুণান্ এতান্ অতীতো ভৱতি প্ৰভো।
কিমাচাৰঃ কথং চৈতাংস্ ত্ৰীন্ গুণান্ অতিবৰ্ত্ততে ॥ ২১

**অন্বয়** :—অৰ্জ্জুনঃ উবাচ—হে প্ৰভো ! কৈঃ লিঙ্গৈঃ এতান্ ত্ৰীন্ গুণান্ অতীতঃ ভৱতি। কিম্ আচাৰঃ, কথং চ, এতান্ ত্ৰীন্ গুণান্ অতিবৰ্ত্ততে। ২১ ॥

**টীকা** :—গুণান্ এতান্ অতীত্য অমৃতম্ অশ্নুতে ইতি—এতৎ শ্ৰুত্বা গুণাতীতস্য লক্ষণং তৎ আচাৰং চ গুণ-অত্যয়-উপায়ং চ সম্যক্ বুভুৎসুঃ অৰ্জ্জুনঃ উবাচ কৈৰিতি। কৈৰ্লিঙ্গৈঃ কীদৃশৈঃ আত্মচিহ্নৈঃ গুণাতীতো দেহী ভৱতি ইতি লক্ষণপ্ৰশ্নঃ, কঃ আচাৰঃ অস্য ইতি কিমাচাৰঃ কথং বৰ্ত্ততে ইতি অৰ্থঃ, কথং চ কেন উপায়েন এতান্ ত্ৰীন্ অপি গুণান্ অতীত্য বৰ্ত্ততে—তৎ কথয় ইত্যৰ্থঃ।(শ্ৰীধৰ) ২১ ॥

**অনুবাদ** :—অৰ্জ্জুনে প্ৰশ্ন কৰিলে—হে প্ৰভো! তিনিগুণ অতিক্ৰম কৰিছে এনেকুৱা যিজন ব্যক্তি তেওঁ কোন্ কোন্ লক্ষণৰ দ্বাৰা লক্ষিত হয়? ( তেওঁৰ লক্ষণ কি ? ) তেওঁৰ আচৰণ কেনেকুৱা ? কি উপায়েৰে তেওঁ এই তিনি গুণ অতিক্ৰম কৰে ?

**ব্যাখ্যা** :—গুণত্ৰয় অতিক্ৰম কৰি পৰমানন্দ লাভ কৰে ইয়াকে শুনি গুণাতীতৰ লক্ষণ, আচাৰ আৰু তেওঁৰ গুণবোৰ অতিক্ৰম কৰিবৰ উপায় সম্যক্ভাৱে জানিবৰ বাবে অৰ্জ্জুনে প্ৰশ্ন কৰিলে। ইয়াত তিনিটা প্ৰশ্ন আছে। ২২ৰপৰা ২৫ শ্লোকত প্ৰথম দুটা প্ৰশ্নৰ উত্তৰ দিছে আৰু ২৬ শ্লোকত শেষৰ প্ৰশ্নটোৰ উত্তৰ দিছে।

পূৰ্ব্বৰ শ্লোকত কোৱা হৈছে যে ত্ৰিগুণাতীত হ'লে মোক্ষ লাভ হয়। এতিয়া অৰ্জ্জুনে জানিব খুজিছে যে ত্ৰিগুণাতীৰ লক্ষণ কি ? আৰু ত্ৰিগুণাতীত হোৱাৰ

উপায় কি? দ্বিতীয় অধ্যায়ত স্থিতপ্ৰজ্ঞ সম্বন্ধেও এইৰূপ প্ৰশ্ন কৰিছিল। এই স্থিতপ্ৰজ্ঞ আৰু ত্ৰিগুণাতীতৰ অৱস্থা একেই। ইয়াকেই ব্ৰাহ্মীস্থিতি বোলে। ২১ ॥

শ্ৰীভগৱান্ উবাচ।

প্ৰকাশং চ প্ৰবৃত্তিং চ মোহম্ এব চ পাণ্ডৱ।
ন দ্বেষ্টি সংপ্ৰবৃত্তানি ন নিবৃত্তানি কাঙ্ক্ষতি ॥ ২২

**অন্বয়ঃ**—শ্ৰীভগৱান্ উবাচ—হে পাণ্ডৱ! প্ৰকাশং চ প্ৰবৃত্তিং চ মোহম্ এব চ সংপ্ৰবৃত্তানি ন দ্বেষ্টি, নিবৃত্তানি চ ন কাঙ্ক্ষতি। ২২ ॥

**অনুবাদ**:—শ্ৰীভগৱানে উত্তৰ দিলে—প্ৰকাশ (জ্ঞান—সত্বগুণৰ ফল) বা প্ৰবৃত্তি (কৰ্মপ্ৰবৃত্তি—ৰজোগুণৰ ফল) বা মোহ (তমোগুণৰ ফল) প্ৰবৃত্ত হ'লেও যি জন উদ্বিগ্ন নহয়, নিবৃত্ত হওক এই কামনাও যি জনে নকৰে—
(প্ৰবৃত্ত হ'লেও—বিষয় চিন্তাৰপৰা প্ৰাদুৰ্ভূত হ'লেও)। ২২ ॥

উদাসীনৱদাসীনো গুণৈৰ্ যো ন বিচাল্যতে।
গুণা বৰ্ত্তন্ত ইত্যেব যোঽৱতিষ্ঠতি নেঙ্গতে ॥ ২৩

**অন্বয়ঃ**—যঃ উদাসীনৱৎ আসীনঃ, গুণৈঃ ন বিচাল্যতে, গুণাঃ বৰ্ত্তন্তে ইতি এব যঃ অৱতিষ্ঠতি, ন ইঙ্গতে। ২৩ ॥

**অনুবাদ**:—যি জন উদাসীনৰ দৰে থাকে, গুণৰ (কাৰ্য্যৰ) দ্বাৰা বিচলিত নহয়, গুণবোৰে নিজ নিজ কৰ্ম কৰিছে ইয়াকে বুজি যি জন স্থিৰ থাকে, চঞ্চল নহয়— (ন ইঙ্গতে—চঞ্চল নহয়)। ২৩ ॥

সমদুঃখসুখঃ স্বস্থঃ সম লোষ্টাশ্মকাঞ্চনঃ।
তুল্য প্ৰিয়াপ্ৰিয়ো ধীৰস্ তুল্যনিন্দাত্মসংস্তুতিঃ ॥ ২৪

**অন্বয়ঃ**—সমদুঃখসুখঃ স্ব-স্থঃ সম-লোষ্ট-অশ্ম-কাঞ্চনঃ তুল্য-প্ৰিয়-অপ্ৰিয়ঃ তুল্য-নিন্দা-আত্মসংস্তুতিঃ ধীৰঃ। ২৪ ॥

**অনুবাদ**:—যি জনৰ সুখ-দুখত সমভাৱ, যি জন নিজতে নিজে অৱস্থান কৰে (আত্ম প্ৰতিষ্ঠিত) চপৰা মাটি-শিল সোণ যাৰ পক্ষে একে মূল্যৰ, প্ৰিয় অপ্ৰিয় সকলোতে সমবুদ্ধি, নিন্দা আৰু প্ৰশংসা যাৰ পক্ষে একে আৰু যি সদায় ধীৰ—

মানাপমানয়োস্তুল্যস্ তুল্যো মিত্রারিপক্ষয়োঃ ।
সর্বাৰম্ভপৰিত্যাগী গুণাতীতঃ স উচ্যতে ॥ ২৫

**অন্বয় :**—যঃ মান-অপমানয়োঃ তুল্যঃ, মিত্রঅৰিপক্ষয়োঃ তুল্যঃ, সৰ্ব-আৰম্ভঃ পৰিত্যাগী, স গুণ-অতীতঃ উচ্যতে। ২৫ ॥

**অনুবাদ :**—মান বা অপমানত, শত্ৰুপক্ষত বা মিত্ৰপক্ষত যাৰ তুল্যজ্ঞান, ফলৰ আকাঙ্ক্ষা কৰি যি জনে কৰ্মৰ উদ্যম নকৰে, তেনে লোকক গুণাতীত বুলি কোৱা হয়।

( সৰ্বাৰম্ভপৰিত্যাগী = সৰ্বান্ দৃষ্ট-অদৃষ্ট-আৰম্ভান্ উদ্যমান্ পৰিত্যক্তুং শীলং যস্য সঃ—যি জনে সকলো উদ্যম ত্যাগ কৰিব পাৰে। )

**ব্যাখ্যা :**—২২।২৩ এই দুই শ্লোকত ভগৱানে ইঙ্গিত কৰিলে কোন্ কোন্ অভ্যাসৰ দ্বাৰা গুণক অতিক্ৰম কৰা যায় ?

নিজ নিজ কাৰণবশতঃ সত্ত্ব, ৰজঃ আৰু তমোগুণ আপোনা-আপুনি উৎপন্ন হয়। সত্ত্ব গুণৰ কাৰ্য্য প্ৰকাশ—জ্ঞান। এই জ্ঞান কি ? সত্ত্বগুণ প্ৰবৃত্ত হৈ মোৰ বিবেক উৎপাদন কৰিছে আৰু মোৰ সুখৰ বাবে আসক্তি জন্মাব ধৰিছে এই প্ৰকাৰ ভাৱনা, এই প্ৰকাৰ বন্ধন ভয়।

ৰজোগুণৰ কাৰ্য্য প্ৰবৃত্তি। ৰজঃগুণ প্ৰবৃত্ত হৈ মোৰ দুখৰ কাৰণ হৈছে, তাৰ দ্বাৰা মই মোৰ স্বৰূপ অৱস্থানৰ পৰা চ্যুত হৈছোঁ—এই প্ৰকাৰ দুঃখ বোধ।

তমোগুণৰ কাৰ্য্য মোহ। তমোগুণ প্ৰবৃত্ত হৈ মোক মূঢ় কৰি তুলিছে—এই প্ৰকাৰ আশঙ্কা।

এই প্ৰকাৰ সাত্ত্বিক ৰাজসিক তামসিক গুণৰ কাৰ্য্যৰ ভয় বা আশঙ্কা গুণাতীত ব্যক্তিয়ে নকৰে ; কাৰণ গুণবোৰে নিজ নিজ কৰ্ম কৰি থাকিব—তাত গুণাতীত ব্যক্তি বিচলিত নহয় অৰ্থাৎ এই যে প্ৰকৃতিৰ কাৰ্য্য চলি আছে চলি থাকক, মই তাত লিপ্ত থকা নাই, মই অকৰ্ত্তা, উদাসীন, সাক্ষীস্বৰূপ। এই জ্ঞান যাৰ হৈছে তেওঁৱেই ত্ৰিগুণাতীত।

উদাসীন—যেনেকৈ বিবদমান দুই পক্ষৰ মাজত কোনো পক্ষ অৱলম্বন নকৰা, তেনেকৈ ৰাগ ( আসক্তি ) বা দ্বেষ ( উদ্বিগ্নতা ) প্ৰকাশ নকৰা।

এই অভ্যাস অনুশীলন কৰিব লাগিব এই ইঙ্গিত শ্ৰীভগৱানে দিলে।

২৪।২৫ এই দুই শ্লোকত গুণাতীতৰ লক্ষণ কৈছে—সেই লক্ষণবোৰ হৈছে—

(১) সমদুঃখসুখঃ—ইন্দ্ৰিয়ৰ বিষয় সংযোগত দুখ সুখ আহিয়েই থাকে; সুখেই আহক বা দুখেই আহক উভয়তে যাৰ সমভাৱ।

(২) স্ব-স্থঃ—নিজেই নিজতে অৱস্থান কৰে অৰ্থাৎ বাহিৰৰ কোনো পদাৰ্থই তেওঁৰ অভাৱ পূৰণ কৰিবৰ প্ৰয়োজন নাই; যি জন স্বয়ং সম্পূৰ্ণ (২।৫৫); তেওঁৰ বিশেষ পৰিচয় (লক্ষণ) হৈছে—

(৩) সমলোষ্টাশ্মকাঞ্চনঃ—মাটিৰ ঢেলা, শিল আৰু সোণ সকলোতে সমবুদ্ধি। অণু-পৰমাণুৰ ভিন্ন ভিন্ন সমাবেশৰ ফলত কোনোটো মাটি, কোনোটো শিল, কোনোটো সোণ হৈছে—এই জ্ঞান তেওঁৰ হৈ গৈছে। বৈজ্ঞানিকৰ দৃষ্টিত কয়লা আৰু হীৰক একেই পদাৰ্থ—দুয়োটাই কাৰ্বণৰ বিশেষ প্ৰকাশ মাত্ৰ; সাধাৰণ মানুহে কয়লাৰ ৰূপত আৰু হীৰকৰ ৰূপত পাৰ্থক্য দেখে, মূল্যৰো প্ৰভেদ কৰে; কিন্তু বৈজ্ঞানিকে 'অনুদৰ্শন' (অনুপশ্যতি—১৪।১৯) কৰি বুজি লৈছে যে একে পদাৰ্থ। গুণাতীত ব্যক্তিৰ আৰু পৰিচয় (লক্ষণ) আছে। তেওঁৰ প্ৰিয় আৰু অপ্ৰিয় বোধ নাই, তেওঁ স্থিৰবুদ্ধি, নিজৰ নিন্দা-প্ৰশংসাত তেওঁ বিচলিত নহয়, মান আৰু অপমানত তেওঁ সদায় অবিচলিত, বন্ধুপক্ষ আৰু শত্ৰুপক্ষ উভয়ৰ প্ৰতি তেওঁৰ সমভাৱ (৬।৯) আৰু সকলো কৰ্মৰ ফলাকাঙ্ক্ষা তেওঁ ত্যাগ কৰিছে। এনে যি জন ব্যক্তি (সাধক) তেৱেঁই গুণাতীত।

ভক্তৰ লক্ষণ (১২শ অধ্যায়) আৰু স্থিতপ্ৰজ্ঞৰ লক্ষণ গুণাতীতৰ লক্ষণৰ লগত তুলনীয়। ২৫॥

(বেদ-বেদান্তশাস্ত্ৰীৰ ব্যাখ্যাৰপৰা আহৃত)

মাং চ যোঽব্যভিচাৰেণ ভক্তিযোগেন সেৱতে।
স গুণান্ সমাতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে॥ ২৬

**অন্বয়ঃ**—যঃ চ মাং অব্যভিচাৰেণ ভক্তিযোগেন সেৱতে, সঃ এতান্ গুণান্ সমতীত্য ব্ৰহ্মভূয়ায় কল্পতে। ২৬॥

**অনুবাদঃ**—যিজনে ঐকান্তিক ভক্তি সহকাৰে মোৰ সেৱা কৰে তেৱোঁ এই গুণবোৰ সম্যক্‌ভাৱে অতিক্ৰম কৰি ব্ৰহ্মভাৱ পাবৰ যোগ্য হয়।

**ব্যাখ্যাঃ**—কোন্ কোন্ অভ্যাসৰ দ্বাৰা গুণবোৰ অতিক্ৰম কৰিব পৰা যায় তাকে দেখুৱাই এতিয়া আন এটি বিশিষ্ট উপায় দেখুৱাইছে—

অনন্যভক্তিৰ সহিত যিবোৰে সেৱা কৰে তেৱোঁ এই গুণবোৰ সম্যক্‌ভাৱে অতিক্ৰম কৰি ব্ৰহ্মভাৱ পাবৰ যোগ্য হয়।

জ্ঞানৰ দ্বাৰা, নিষ্কাম কৰ্মৰ দ্বাৰা গুণবোৰ অতিক্ৰম কৰা যায়; ভক্তিৰ দ্বাৰাও পাৰা যায়। অনন্যভক্তিৰ যিজন অধিকাৰী, তেওঁৰ সন্মুখত ভগৱান্ ব্যতিৰেকে অন্য কোনো বস্তুৰেই সত্ত্বা নাই; যি আছে সিও ভগৱানৰেই প্ৰকাশ মাত্ৰ, আৰু এইসৱ প্ৰকাশক তেওঁ নিষ্ঠাৰ সহিত ভাল পায়; যাক সঁচাকৈয়ে ভাল পোৱা যায়, তাৰ দোষ-ক্ৰটী দেখা নাযায়; যিজন ভগৱানৰ ভক্তৰ দৃষ্টিত প্ৰকৃতিৰ কোনো গুণেই বৰ নহয়, কোনো গুণেই সৰু নহয়, সু-ও নহয়, কু-ও নহয়—সৱেই সমান আদৰৰ, গুণৰ বৈষম্যই তেনে ভক্তক বিচলিত কৰিব নোৱাৰে—তেওঁ হয় গুণাতীত। ২৬ ॥ ( বেদ-বেদান্তশাস্ত্ৰী )

ব্ৰহ্মণো হি প্ৰতিষ্ঠাহহম্ অমৃতস্যাব্যয়স্য চ ।
শাশ্বতস্য চ ধৰ্মস্য সুখস্যৈকান্তিকস্য চ ॥ ২৭

**অন্বয়ঃ**—হি অহং ব্ৰহ্মণঃ প্ৰতিষ্ঠা; অব্যয়স্য অমৃতস্য ( প্ৰতিষ্ঠা ); শাশ্বতস্য ধৰ্মস্য ( প্ৰতিষ্ঠা ); ঐকান্তিকস্য চ সুখস্য ( প্ৰতিষ্ঠা )।

অথবা

হি অহং অব্যয়স্য অমৃতস্য শাশ্বতস্য ধৰ্মস্য ঐকান্তিকস্য সুখস্য চ প্ৰতিষ্ঠা। ২৭ ॥

**টীকাঃ**—তত্ৰ হেতুমাহ-ব্ৰহ্মণো হি ইতি।

হি যস্মাৎ ব্ৰহ্মণঃ অহং প্ৰতিষ্ঠা প্ৰতিমা ঘনীভূতং ব্ৰহ্ম এব অহং যথা ঘনীভূতঃ প্ৰকাশঃ এব সূৰ্য্যমণ্ডলং তৎবৎ এব ইতি অৰ্থঃ। তথা অব্যয়স্য নিত্যস্য অমৃতস্য মোক্ষস্য চ নিত্যমুক্তত্বাৎ। তথা ঐকান্তিকস্য অখণ্ডিতস্য সুখস্য চ প্ৰতিষ্ঠা অহং পৰমানন্দ ৰূপত্বাৎ। অতো মৎসেবিনঃ মৎভাৱস্য অৱশ্যম্ভাবিত্বাৎ যুক্তম্ এব উক্তং "ব্ৰহ্মভূয়ায় কল্পতে"—ইতি। ( শ্ৰীধৰ ) ২৭ ॥

**অনুবাদঃ**—কাৰণ, মই ব্ৰহ্মৰ প্ৰতিমাস্বৰূপ অৰ্থাৎ ঘনীভূত ব্ৰহ্ম মই; আৰু নিত্য অমৃত অৰ্থাৎ মোক্ষ, শাশ্বত ধৰ্ম আৰু অখণ্ডিত সুখৰ প্ৰতিমা।

[ কাৰণ, বিকাৰৰহিত ব্ৰহ্মৰ আশ্ৰয় মই; নিত্য, সনাতন ধৰ্মৰ ময়েই প্ৰতিষ্ঠা; নিৰৱচ্ছিন্ন সুখৰ ( বা পৰমানন্দৰ ) ময়েই প্ৰতিষ্ঠা। ( বেদ-বেদান্তশাস্ত্ৰী ) ]

**ব্যাখ্যাঃ**—কাৰণ, মই সগুণ ব্ৰহ্ম হিৰণ্যগৰ্ভৰ আশ্ৰয় স্থান অৰ্থাৎ মোতেই হিৰণ্য গৰ্ভও প্ৰতিষ্ঠিত আছে, অব্যয় অমৃত যে পঞ্চবিংশতি তত্ত্বাত্মক পুৰুষ, সেই পুৰুষো মোতেই প্ৰতিষ্ঠিত, সনাতন ধৰ্মৰো ময়ে আশ্ৰয় স্থান; ঐকান্তিক আনন্দ বা মোক্ষৰো ময়ে আশ্ৰয় স্থান। ( আদি পুৰুষ হিৰণ্যগৰ্ভৰপৰা আৰম্ভ কৰি এই জগতত য'ত যি আছে, সকলো মোতে প্ৰতিষ্ঠিত )। ( বেদান্ত-বাচস্পতি )

যিজনে মোৰ সেৱা কৰে, ভজনা কৰে সেইজনে ব্ৰহ্মীভাৱ পায়, কাৰণ মৰণ-ৰহিত ( অমৃত ) আৰু বিকাৰৰহিত ( অব্যয় ) ব্ৰহ্মৰ মই আশ্ৰয়। মই বাসুদেৱ, ব্ৰহ্মৰ ঘনীভূত ভাৱ, মোতেই সূক্ষ্ম ব্ৰহ্ম বিধৃত। এই সূক্ষ্ম ব্ৰহ্ম অমৃত, অব্যয়; মোতে আৰু ব্ৰহ্মতে কোনো প্ৰভেদ নাই।

বাসুদেৱেই ব্ৰহ্মৰ প্ৰতিষ্ঠা বা আশ্ৰয়। ব্ৰহ্মৰ প্ৰতিষ্ঠা মানে সবিকল্প ব্ৰহ্মৰ প্ৰতিষ্ঠা বা আশ্ৰয়। সেই সবিকল্প ব্ৰহ্মৰ বিশেষণ—অমৃত, অব্যয়, শাশ্বত ( নিত্য সনাতন নিয়ম, যাৰ দ্বাৰা জগৎ পৰিচালিত হয় ) আৰু ঐকান্তিক সুখ-পৰমানন্দ স্বৰূপ। এই প্ৰকাৰ বিশেষণসম্পন্ন সবিকল্প ব্ৰহ্মৰ ময়েই প্ৰতিষ্ঠা অৰ্থাৎ আশ্ৰয়। ( বেদ-বেদান্তশাস্ত্ৰীৰ ব্যাখ্যাৰ পৰা আহৃত )

"( ২৬।২৭ )॥ কি উপায়ে জ্ঞানক এড়ায়—তাৰ উত্তৰ কহন্ত—মঞি পৰমেশ্বৰক অব্যভিচাৰী ভক্তিযোগে যি ভজে সি গুণক অতিক্ৰমি ব্ৰহ্মৰূপ মোক্ষক পাৱে।ময়ি ব্ৰহ্মৰ প্ৰতিমা প্ৰৱৰ্ত্তক মূৰ্ত্তিমন্ত ব্ৰহ্ম। যেন মূৰ্ত্তিমন্ত সূৰ্য্যৰ প্ৰকাশৰূপ মণ্ডল, তেমনে মূৰ্ত্তিমন্ত মোৰ প্ৰকাশৰূপ ব্ৰহ্ম। তেমনে নিত্যমুক্তপদে মোক্ষৰো প্ৰৱৰ্ত্তক, শুদ্ধ সত্যমূৰ্ত্তিপদে ভক্তি ধৰ্মৰো প্ৰৱৰ্ত্তক। পৰমানন্দ পদে অখণ্ড সুখৰো প্ৰৱৰ্ত্তক; মোৰ সেৱক মোৰ স্বৰূপক অৱশ্যে পাইল। ভাল কাহলো, মোৰ ভক্তে ব্ৰহ্মৰ ৰূপক পাৱে। পুৰুষে কৃষ্ণৰ অধীন হুয়া গুণত সঙ্গ এৰি সংসাৰক দূৰ কৰি মোৰ ভক্তিবলে অনায়াসে সংসাৰ তৰে। এই কথা চতুৰ্দশ অধ্যায়ত নিৰ্ণীত হৈল।" ( ভট্টদেৱ )

ইতি শ্ৰীমদ্‌ভগবদ্‌ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদে গুণত্ৰয়বিভাগযোগো নাম চতুৰ্দশোঽধ্যায়ঃ।

## চতুৰ্দ্দশ অধ্যায়ত উল্লেখিত বিষয়সমূহৰ চমু টোকা

১। সৃষ্টিৰহস্য—পৰমেশ্বৰ ভূতবৰ্গৰ পিতৃস্বৰূপ, প্ৰকৃতি মাতৃস্বৰূপিনী

২। ত্ৰিগুণৰ বন্ধন

৩। সাত্ত্বিকাদি ত্ৰিবিধ স্বৰূপৰ লক্ষণ

৪। গুণত্ৰয়ৰ বিশেষ বিশেষ ফল

৫। ত্ৰিগুণাতীত হ'লে মোক্ষ

৬। ত্ৰিগুণাতীতৰ লক্ষণ

৭। ভগবানত একান্ত ভক্তিৰ দ্বাৰা ত্ৰিগুণাতীত হ'লে ব্ৰহ্মলাভ হয়, কাৰণ বাসুদেৱেই ব্ৰহ্মৰ প্ৰতিষ্ঠা।

# শ্ৰীমদ্‌ভগৱদ্‌ গীতা

## পঞ্চদশোধ্যায়ঃ

## পুৰুষোত্তমযোগঃ

শ্ৰীভগবান্‌ উবাচ—

ঊৰ্দ্ধমূলং অধঃশাখম্‌ অশ্বত্থং প্ৰাহুৰ্‌ অব্যয়ম্‌।
ছন্দাংসি যস্য পৰ্ণানি যস্তং বেদ স বেদবিৎ॥ ১

**অন্বয়**ঃ—শ্ৰীভগৱান্‌ উবাচ—ঊৰ্দ্ধমূলং অধঃশাখং অব্যয়ং অশ্বত্থং প্ৰাহুঃ। ছন্দাংসি যস্য পৰ্ণানি, তং যঃ বেদ সঃ বেদবিৎ। ১॥

**টীকা**ঃ—পূৰ্বাধ্যায়ান্তে 'মাঞ্চ যোঽব্যভিচাৰেণ ভক্তিযোগেন সেৱতে' ইত্যাদিনা পৰমেশ্বৰম্‌ একান্তভক্ত্যা ভজতঃ তৎপ্ৰসাদ লব্ধজ্ঞানেন ব্ৰহ্মভাবো ভবতি ইতি উক্তং, ন চ একান্তভক্তিঃ জ্ঞানং বা বিৰক্তস্য সম্ভৱতি ইতি বৈৰাগ্যপূৰ্বকং জ্ঞানং উপদেষ্টুকামঃ প্ৰথমং তাবৎ সাৰ্দ্ধশ্লোকাভ্যাং সংসাৰ স্বৰূপং বৃক্ষং ৰূপক-অলঙ্কাৰেণ বৰ্ণয়ন্‌ শ্ৰীভগৱানুবাচ ঊৰ্দ্ধমূলমিতি। ঊৰ্দ্ধম্‌ উত্তমঃ ক্ষৰ-অক্ষৰাভ্যাম্‌ উৎকৃষ্টঃ পুৰুষোত্তমঃ মূলং যস্য তম্‌। অধঃ ইতি ততো অৰ্ব্বাচীনাঃ কাৰ্য্য-উপাধয়ো হিৰণ্যগৰ্ভাদয়ো গৃহ্যন্তে, তে তু শাখা ইব যস্য তং বিনশ্বৰত্বেন শ্বঃপ্ৰভাতপৰ্য্যন্তম্‌ অপি ন স্থাস্যতি ইতি বিনাশাৰ্হত্বাৎ অশ্বত্থং প্ৰাহুঃ প্ৰবাহৰূপেণ অবিচ্ছেদাৎ অব্যয়ঞ্চ প্ৰাহুঃ, ঊৰ্দ্ধমূলঃ অবাক্‌শাখঃ এষো অশ্বত্থঃ সনাতনঃ ইত্যাদ্যাঃ শ্ৰুতয়ঃ। ছন্দাংসি বেদাঃ যস্য পৰ্ণানি ধৰ্মাধৰ্ম-প্ৰতিপাদনদ্বাৰেণ ছায়াস্থানীয়ৈঃ কৰ্মফলৈঃ সংসাৰবৃক্ষস্য সৰ্বজীৱ—আশ্ৰয়নীত্ব প্ৰতিপাদনাৎ পৰ্ণস্থানীয়াঃ বেদাঃ। যঃ তম্‌ এবম্ভূতম্‌ অশ্বত্থং বেদ স .এব বেদবিৎ। সংসাৰপ্ৰপঞ্চবৃক্ষস্য মূলম্‌ ঈশ্বৰঃ শ্ৰীনাৰায়ণঃ ব্ৰহ্মাদয়ঃ তদংশাঃ শাখাস্থানীয়াঃ, স চ সংসাৰ বৃক্ষো বিনশ্বৰঃ প্ৰবাহৰূপেণ নিত্যশ্চ বেদোক্তেঃ

কৰ্মভিঃ সেব্যতাম্ আপাদিতশ্চ ইতি এতাৱান্ এব হি বেদাৰ্থঃ অতএব বিদ্বান্ বেদবিৎ ইতি স্তূয়তে। ১॥ (শ্ৰীধৰ)

**অনুবাদ ঃ**—শ্ৰীভগৱানে ক'লে—ঋষিসকলে সংসাৰক অনন্ত অশ্বত্থ বুলি কয়; ইয়াৰ মূল ওপৰলৈ আৰু শাখাবোৰ তললৈ। (মূল আদি কাৰণ পৰমাত্মা আৰু শাখাবোৰ সংসাৰৰূপে বিস্তৃত)। বেদবিলাক ইয়াৰ পাত; যিজনে এইৰূপ অশ্বত্থক জানে তেৱেঁই বেদজ্ঞ। ১॥

**ব্যাখ্যা ঃ**—ব্ৰহ্ম বা বাসুদেৱৰ প্ৰতি অব্যভিচাৰিণী ভক্তিৰ দ্বাৰা ব্ৰহ্মীভাৱ পোৱা যায়। ইয়াৰ বাবে গুণাতীত হোৱা আৱশ্যক। গুণাতীত হোৱাৰ প্ৰধান সাধন হৈছে বৈৰাগ্য। সংসাৰ চলি থাকিলেও সংসাৰক উপেক্ষা কৰিব লাগিব। পঞ্চদশ অধ্যায়ত এই তত্ত্বৰ আলোচনা কৰা হৈছে।

সংসাৰখনক বৃক্ষৰূপে বৰ্ণনা কৰা হৈছে। এই বৃক্ষৰ উৰ্দ্ধত মূল (শিপা) অৰ্থাৎ এই সংসাৰৰ আদি কাৰণ পৰমাত্মা; এই বৃক্ষৰ শাখাবোৰ তলৰ ফালে—সংসাৰৰূপে বিস্তৃত। এই বৃক্ষৰ নাম দিয়া হৈছে অশ্বত্থ। এই সংসাৰ-বৃক্ষৰ পাতবোৰ হৈছে বেদবিলাক। পাতৰদ্বাৰা যেনেকৈ কোনো বৃক্ষক চিনিবৰ সুবিধা হয়, তেনেকৈ বেদৰ দ্বাৰা মূলসাহিত সংসাৰবৃক্ষক বুজিবৰ সুবিধা হয়।

সমস্ত বিশ্বসংসাৰ পৰমাত্মাৰপৰা উদ্ভূত আৰু তেওঁতেই বিধৃত; সকলো ফালে সংসাৰৰ বিস্তাৰ হ'লেও সংসাৰবৃক্ষই মূলক এৰি থাকিব নোৱাৰে—এই তত্ত্বকে বেদে প্ৰকাশ কৰিছে। যিজনে এই তত্ত্ব বুজিব পাৰিছে তেৱেঁই বেদবিৎ। (বেদৰ দ্বাৰা মোক জানিব পৰা যায়—১৫।১৫) বেদত যিবিলাকে ইতিহাস তত্ত্ব অনুসন্ধান কৰে, বেদক যিবিলাকে 'কৃষকৰ গান' বুলিব ইচ্ছা কৰে, বেদত যিবিলাকে বিজ্ঞানৰ সন্ধান কৰে তেওঁবিলাক বেদবিৎ নহয়।

সংসাৰৰ মূল পৰমাত্মা, সংসাৰৰূপ বৃক্ষও পৰমাত্মা, সংসাৰৰ পৰিচালকো পৰমাত্মা—এইবোৰ তথ্য যিজনে বেদপাঠৰ ফলত জানিব পাৰিছে তেৱেঁই বেদবিৎ। অব্যয় সনাতন অশ্বত্থও পৰমাত্মা—ইয়াৰ শাখা-প্ৰশাখাবোৰো পৰমাত্মা। (বেদ-বেদান্তশাস্ত্ৰী)

পৰব্ৰহ্মৰ পৰা জগতৰ উৎপত্তি—সেইগুণে ই উৰ্দ্ধমূল বৃক্ষ। সংসাৰ অনাদি, ই সদায় ব্ৰহ্মত প্ৰতিষ্ঠিত; সেইগুণে ই অব্যয়। গছৰ পাতৰ লগত মানুহে আশ্ৰয় লয়; ছাঁ পায়; বেদ সকলোৰে আশ্ৰয়, সকলোৰে সুখপ্ৰদ; সেইবাবে বেদবোৰ সংসাৰবৃক্ষৰ পাত। (বেদান্ত বাচস্পতি)

চতুৰ্দ্দশ অধ্যায়ৰ শেহত শ্ৰীভগৱানে কৈছে যে অনন্য ভক্তিৰে যিজনে মোৰ সেৱা কৰে, তেওঁ ত্ৰিগুণ অতিক্ৰম কৰি ব্ৰহ্মভাৱ পায়; ময়ে ব্ৰহ্মৰ প্ৰতিষ্ঠা (১৪।২৬।২৭)। ত্ৰিগুণাতীত হোৱাৰ অৰ্থ—এই সংসাৰপ্ৰপঞ্চ অতিক্ৰম কৰা। ইয়াকেই সংসাৰক্ষয় বোলে। সুতৰাং এই কথাটো বুজাৰৰ কাৰণে সংসাৰ কি, তাৰ মূল কাৰণ ক'ত—এই অধ্যায়ত প্ৰথমতে তাকে বৰ্ণনা কৰিছে আৰু শেহত সৰ্বকাৰণৰ কাৰণ যে তেৱেঁই এই কথা কৈ পুৰুষোত্তমৰূপে শ্ৰীভগৱানে আত্ম-পৰিচয় দিছে। এই পুৰুষোত্তম তত্ত্বই ভাগৱত ধৰ্মৰ আৰু গীতাৰ কেন্দ্ৰস্বৰূপ। ১ ॥ ( জগদীশ ঘোষ )

অধশ্চোৰ্দ্ধাং প্ৰসৃতাস্তস্য শাখা(ঃ) গুণপ্ৰবৃদ্ধা(ঃ) বিষয়প্ৰৱালাঃ।
অধশ্চ মূলান্যনুসন্ততানি কৰ্মানুবন্ধীনি মনুষ্যলোকে ॥ ২

**অন্বয় ঃ**—তস্য গুণপ্ৰবৃদ্ধাঃ বিষয়প্ৰৱালাঃ শাখাঃ অধঃ উৰ্দ্ধঞ্চ প্ৰসৃতাঃ বিস্তাৰং প্ৰাপ্তাঃ) মনুষ্যলোকে কৰ্মানুবন্ধীনি মূলানি অধশ্চ অনুসন্ততানি ( বিস্তৃতানি )। ২ ॥

গুণপ্ৰবৃদ্ধাঃ=গুণৈঃ সত্ত্বাদিভিঃ জলসেচনৈঃ ইব যথাযথং প্ৰবৃদ্ধাঃ বৃদ্ধিং প্ৰাপ্তাঃ (শ্ৰীধৰ)=সত্ত্বাদিগুণ-ৰূপ জলসেচনৰদ্বাৰা উপযুক্তৰূপে বৃদ্ধি প্ৰাপ্ত।

বিষয়প্ৰৱালাঃ=বিষয়াঃ ৰূপাদয়ঃ প্ৰৱালাঃ বালপল্লৱ স্থানীয়াঃ যাসাং তাঃ ( শ্ৰীধৰ )=ৰূপৰস আদি বিষয় যাৰ তৰুণ পল্লৱৰ দৰে, তদ্ৰূপ।

কৰ্মানুবন্ধীনি=কৰ্মধৰ্মাধৰ্মলক্ষণং অনুবন্ধঃ পশ্চাৎভাৱী যেষাং তানি ( শঙ্কৰ )=ধৰ্মাধৰ্ম কৰ্মই যাৰ ভৱিষ্যৎ ফল, সেই বাসনাৰূপমূলক কৰ্মানুবন্ধী বোলা হৈছে।

**অনুবাদ ঃ**—সেই অশ্বত্থ বৃক্ষৰ শাখাবোৰ তলে-উপৰে বিস্তীৰ্ণ হৈ আছে; সেই শাখাবোৰ সত্ত্বাদি গুণসমূহৰ দ্বাৰা বৃদ্ধিপ্ৰাপ্ত আৰু ৰূপৰসাদি ইন্দ্ৰিয়বিষয়-সমূহ ইয়াৰ নতুন পল্লৱস্থানীয়, ধৰ্ম আৰু অধৰ্ম স্বৰূপ কৰ্মৰ অনুযায়ী মূলবিলাক তলৰফালে বিস্তীৰ্ণ হৈ আছে। ২ ॥

( সেই মূলবিলাক ধৰ্ম আৰু অধৰ্মৰূপ কৰ্মৰ কাৰণ বা প্ৰসৃতি )

**ব্যাখ্যা ঃ**—এই সংসাৰবৃক্ষৰ ডালবোৰ গুণৰ দ্বাৰা বৃদ্ধিপ্ৰাপ্ত হৈ আৰু বিষয়ৰূপ পল্লৱৰ দ্বাৰা সুশোভিত হৈ উৰ্দ্ধত ( ব্ৰহ্মলোক পৰ্য্যন্ত ) আৰু নিম্নত মনুষ্যলোক পৰ্য্যন্ত বিস্তৃত; ধৰ্মাধৰ্ম কৰ্মৰ প্ৰৱৰ্ত্তক মূলবোৰ অৰ্থাৎ বাসনাবোৰ মনুষ্যলোকত অনুপ্ৰবিষ্ট হৈ বিস্তৃত। ( বেদান্ত বাচস্পতি )

[ ধৰ্ম আৰু অধৰ্মস্বৰূপ কৰ্মৰ অনুযায়ী মূলবিলাক তলৰফালে বিস্তৃৰ্ণ হৈ আছে=ধৰ্মাধৰ্ম কৰ্মৰ প্ৰবৰ্ত্তক মূলবোৰ অৰ্থাৎ বাসনাবোৰ মনুষ্যলোকত অনুপ্ৰৱিষ্ট হৈ বিস্তৃত আছে=যেনে যেনে কৰ্ম মানুহে কৰে বা কৰিছে সেই সেই কৰ্মৰ ফলৰ কাৰণে মূলবিলাক বিস্তৃত হৈ আছে। ] ২ ॥

ন ৰূপম্ অস্যেহ তথোপলভ্যতে
নান্তো ন চাদিৰ্ ন চ সংপ্ৰতিষ্ঠা।
অশ্বত্থমেনং সুবিৰূঢ়মূলম্
অসঙ্গশস্ত্ৰেণ দৃঢ়েন ছিত্বা ॥ ৩
ততঃ পদং তৎ পৰিমাৰ্গিতব্যং
যস্মিন্ গতা(ঃ) ন নিবৰ্তন্তি ভূয়ঃ।
তমেব চাদ্যং পুৰুষং প্ৰপদ্যে
যতঃ প্ৰবৃত্তিঃ প্ৰসৃতাঃ পুৰাণী ॥ ৪

**অন্বয়ঃ**—ইহ অস্য ৰূপম্ তথা ন উপলভ্যতে। (অস্য) ন অন্তঃ ন চ আদিঃ ন চ সংপ্ৰতিষ্ঠা (উপলভ্যতে)। এনং সুবিৰূঢ়মূলং অশ্বত্থং দৃঢ়েন অসঙ্গশস্ত্ৰেণ ছিত্বা, ৩ ॥

ততঃ তৎ পদং পৰিমাৰ্গিতব্যং, যস্মিন্ গতাঃ ভূয়ঃ ন নিবৰ্তন্তি ; যতঃ (এষা) পুৰাণী প্ৰবৃত্তিঃ প্ৰসৃতা, তম্ এব চ আদ্য পুৰুষং প্ৰপদ্যে। ৪ ॥

**টীকাঃ**—কিঞ্চ ন ৰূপম্ ইতি। ইহ সংসাৰে স্থিতৈঃ প্ৰাণিভিঃ অস্য সংসাৰবৃক্ষস্য তথা উৰ্দ্ধমূলআদিপ্ৰকাৰেণ ৰূপং ন উপলভ্যতে, ন চ অন্তঃ অৱসানং অপৰ্য্যন্তত্বাৎ, ন চ আদিঃ অনাদিত্বাৎ, ন চ সম্প্ৰতিষ্ঠা স্থিতিঃ কথং তিষ্ঠতি ইতি চ উপলভ্যতে। যস্মাৎ এবং ভূতঃ অয়ং সংসাৰ-বৃক্ষঃ দুৰবচ্ছেদ্যঃ অনৰ্থকৰঃ চ, তস্মাৎ এনং দৃঢ়েন বৈৰাগ্যেন শস্ত্ৰেণ ছিত্বা তত্বজ্ঞানে যতেত ইতি আহ—অশ্বত্থং সুবিৰূঢ়মূলং অত্যন্তং বদ্ধমূলং সন্তম্ অসঙ্গঃ সঙ্গৰাহিত্যম্ অহং মমতা ত্যাগঃ তেন শস্ত্ৰেণ দৃঢ়েন সম্যক্ বিচাৰেণ ছিত্বা পৃথক্ কৃত্য। তত ইতি। ততঃ তস্য মূল ভূতং তৎপদং বস্তু বৈষ্ণৱং পদং পৰিমাৰ্গিতব্যং অন্বেষ্টব্যং কীদৃশং? যস্মিন্ গতাঃ যৎপদং প্ৰাপ্তাঃ সন্তো ভূয়ঃ ন নিবৰ্ত্তন্তি ন আবৰ্ত্তন্তে, ইত্যৰ্থঃ। অন্বেষণপ্ৰকাৰম্ এব আহ—তমেবেতি। যত এষা পুৰাণী চিৰন্তনী

সংসাৰ-প্ৰবৃত্তিঃ প্ৰসৃতা বিসৃতা, তমেব চ আদ্যং পুৰুষং প্ৰপদ্যে শৰণং ব্ৰজামি ইতি এব একান্তভক্ত্যা অন্বেষ্টব্যম্—ইতি অৰ্থঃ। ( শ্ৰীধৰ )

**অনুবাদ :**—কিন্তু এই লোকত সংসাৰ-বৃক্ষৰ এইটো ৰূপ ( স্বৰূপ ) উপলব্ধি কৰিব পৰা নেযায়; ইয়াৰ অন্ত বা আদি বা সম্যক্ স্থিতিও উপলব্ধ নহয়। সুদৃঢ় মূল এই বৃক্ষক অতি দৃঢ় ( অৰ্থাৎ সুপ্ৰতিষ্ঠিত ) আসক্তিৰহিতৰূপ অস্ত্ৰৰ দ্বাৰা ( বৈৰাগ্য অস্ত্ৰৰ দ্বাৰা ) ছেদন কৰি, ৩॥

পাছত য'লৈ গ'লে আৰু কোনো ঘূৰি নাহে, সেই পৰম স্থান ( তত্ত্ব ) সৰ্বতোভাৱে অনুসন্ধান কৰি লব লাগিব। "য'ৰ পৰা এই শাশ্বত সনাতন সংসাৰৰ ( অব্যয় অশ্বত্থ বৃক্ষৰ ) প্ৰবৃত্তি আৰু বিস্তৃতি হৈছে, সেই আদি পুৰুষক আশ্ৰয় কৰিলোঁ"—এনেভাৱে অন্বেষণ কৰিব লাগিব। ৪॥

**ব্যাখ্যা :**—একে প্ৰকাৰে এই সংসাৰ-বৃক্ষৰ স্থিতি নাই; প্ৰতিক্ষণতেই ই পৰিবৰ্ত্তনশীল। ( সম্প্ৰতিষ্ঠা—সম্যক্ প্ৰতিষ্ঠা বা স্থিতি )। ইয়াৰ আদিও নাই, অন্তও নাই। এই বৃক্ষৰ মূল অতি দৃঢ়। "যাৰ আদি অন্ত স্থিতিয়ো নাই, অস্থিৰ হুয়ো অত্যন্ত বদ্ধমূল হয়াছে।" ( ভট্টদেৱ )

এই সংসাৰবন্ধন ছেদন কৰিবৰ একমাত্ৰ উপায় বৈৰাগ্য—নিৰ্লিপ্ততা। সংসাৰ যেনেকৈ চলি আছে—চলি থাকক। সাধকে নিজে অহং-মমতা ভাব ত্যাগ কৰি পৰম তত্ত্বত আশ্ৰয় ল'ব। সেই পৰম তত্ত্বক জানিব পাৰিলে সাধক পুনঃ 'মই-মোৰ' বোধৰ অধীন নহয়। সেই পৰম তত্ত্বক অন্বেষণ কৰি ল'ব লাগিব বুলি কৈছে। অন্বেষণত প্ৰবৃত্ত হ'বৰ সময়ত মনত কি ভাব লৈ সাধকে অন্বেষণ কৰিব? এই প্ৰশ্নৰ উত্তৰ হৈছে যে যি পৰমেশ্বৰৰ পৰা এই শাশ্বত সনাতন সংসাৰৰ ( অব্যয়অশ্বত্থ বৃক্ষৰ ) উৎপত্তি ( প্ৰবৃত্তি ) আৰু বিস্তৃতি ( প্ৰসৃতি ) হৈছে সেই আদি পুৰুস পৰমেশ্বৰৰ শৰণাপন্ন হ'লোঁ—মনতে এই ভাব লৈ ( তৎ পদং পৰিমাৰ্গিতব্যম্ )—সেই পৰমপদৰ অন্বেষণ কৰিব লাগিব। ( ৭ম অধ্যায়ৰ ১৪শ শ্লোক—'মামেব যে প্ৰপদ্যন্তে'—দ্ৰষ্টব্য )।

( বেদ-বেদান্ত শাস্ত্ৰীৰ ব্যাখ্যাক আশ্ৰয় কৰি লিখা হৈছে )। ৩।৪॥

নিৰ্মানমোহা(ঃ) জিতসঙ্গদোষা
অধ্যাত্মনিত্যা(ঃ) বিনিবৃত্তকামাঃ।
দ্বন্দ্বৈৰ্ বিমুক্তাঃ সুখদুঃখসংজ্ঞৈৰ্
গচ্ছন্ত্যমূঢ়াঃ পদম্ অব্যয়ং তম্॥ ৫

**অন্বয়** ঃ—নিৰ্মানমোহাঃ জিতসঙ্গদোষাঃ অধ্যাত্ম-নিত্যাঃ বিনিবৃত্তকামাঃ সুখ-দুঃখ সঙ্গৈঃ দ্বন্দ্বৈঃ বিমুক্তাঃ অমূঢ়াঃ তৎ অব্যয়ং পদং গচ্ছন্তি। ৫ ॥

**টীকা** ঃ—তৎপ্ৰাপ্তৌ সাধনান্তৰাণি দৰ্শয়ন্নাহ নিৰ্গতৌ মানমোহৌ অহঙ্কাৰ-মিথ্যা-অভিনিবেশৌ যেভ্যঃ তে, জিতঃ পুত্ৰাদিসঙ্গৰূপো দোষো যৈঃ তে; অধ্যাত্মে আত্মজ্ঞানে নিত্যাঃ পৰিনিষ্ঠিতাঃ বিশেষেণ নিবৃত্তঃ কামো যেভ্যঃ তে, সুখদুঃখ হেতুত্বাৎ সুখদুঃখসংজ্ঞানি শীতোষ্ণদীনি দ্বন্দ্বানি তৈঃ বিমুক্তাঃ অতএৱ অমূঢ়াঃ নিবৃত্তাবিদ্যাঃ সন্তঃ তৎ অব্যয়ং পদং বৈষ্ণৱং গচ্ছন্তি। ৫ ॥ ( শ্ৰীধৰ )

**অনুবাদ** ঃ—যি বিলাকৰ মান আৰু মোহ নোহোৱা হৈছে, আসক্তিৰ কুফলবোৰ যিবিলাকে সম্পূৰ্ণৰূপে জয় কৰিছে, যিবিলাকৰ আত্মা সুপ্ৰতিষ্ঠিত হোৱা বাবে কামনাবোৰ নিবৃত্ত হৈছে, সুখ আৰু দুঃখ এই দুই ভাবৰ দ্বন্দ্ব যিবিলাকৰ পৰিত্যাগ হৈছে—সেই মোহমুক্ত লোকসকলে শাশ্বত স্থান পায়। ৫ ॥

**ন তদ্ভাসয়তে সূৰ্য্যো ন শশাঙ্কো ন পাৱকঃ।**
**যদ্ গত্বা ন নিবৰ্তন্তে তদ্ধাম পৰমং মম ॥ ৬**

**অন্বয়** ঃ—যৎ গত্বা ন নিবৰ্ত্তন্তে, তৎ সূৰ্য্যঃ ন ভাসয়তে, ন শশাঙ্কঃ ন পাৱকঃ। তৎ মম পৰমং ধাম। ৬ ॥

**অনুবাদ** ঃ—যি স্থানলৈ গ'লে জীৱ আৰু সংসাৰলৈ ঘূৰি নাহে, সেয়ে মোৰ সৰ্বোত্তম স্থান ( বা জ্যোতিঃ ); সূৰ্য্যই সেই স্থান প্ৰকাশিত নকৰে, নাইবা চন্দ্ৰ বা অগ্নিয়েও তাক প্ৰকাশিত নকৰে। ৬ ॥

**ব্যাখ্যা** ঃ—ধাম=স্থান, গৃহ, জ্যোতি। যাৰ দীপ্তি নাই তাক দীপ্তিযুক্ত কৰিবলৈ আন কোনো দীপ্তিমানৰ আৱশ্যক। সেই স্থান স্বয়ং প্ৰকাশ, নিজেই দীপ্তিমান্। ৬ ॥

**মমৈবাংশো জীৱলোকে জীৱভূতঃ সনাতনঃ।**
**মনঃ ষষ্ঠানীন্দ্ৰিয়াণি প্ৰকৃতিস্থানি কৰ্ষতি ॥ ৭**

**অন্বয়** ঃ—মম এব সনাতনঃ অংশ জীৱভূতঃ, প্ৰকৃতিস্থানি মনঃ ষষ্ঠানি ইন্দ্ৰিয়াণি জীৱলোকে কৰ্ষতি।

জীৱলোকে=দেহত; জীৱভূতঃ=জীৱ হৈছে, জীৱাত্মা হৈছে; কৰ্ষতি=আকৰ্ষণ কৰে অৰ্থাৎ মন আৰু পাঁচ ইন্দ্ৰিয়ৰ দ্বাৰা সংসাৰৰ জগত সম্বন্ধ স্থাপন কৰে।

**অনুবাদ ঃ**—মোৰেই সনাতন অবিনাশী অংশ দেহত জীৱ হৈছে। ইয়েই প্ৰকৃতিত অৱস্থিত পাঁচ ইন্দ্ৰিয় আৰু ষষ্ঠ মনক আকৰ্ষণ কৰে। (আৰু তাৰ দ্বাৰা সংসাৰৰ লগত সম্বন্ধ স্থাপন কৰে।) ৭ ॥

**ব্যাখ্যা ঃ**—[ পঞ্চজ্ঞানেন্দ্ৰিয়ৰ লগত চক্ষুৰাদি পঞ্চকৰ্মেন্দ্ৰিয়কো ধৰিব লাগে। আকৌ তাৰ লগত পঞ্চপ্ৰাণকো ধৰিব লাগে। ]

"ঈশ্বৰে নিজ শক্তিৰে অৰ্থাৎ নিজ ইচ্ছাৰে নিজৰ শক্তিক সীমাবদ্ধ কৰি বহু জীৱ হৈ লীলা কৰে—এয়ে অংশ শব্দৰ তাৎপৰ্য্য। জীৱৰ জন্ম-মৃত্যু নাই। (২।২০ শ্লোক আৰু ২।২২ শ্লোক চাওক)। জন্ম বা জন্মান্তৰ লিঙ্গ দেহৰ কাৰ্য্য। পুৰুষ অব্যক্ত, অচল, নিস্ক্ৰিয়। এইবোৰ কথা দ্বিতীয় অধ্যায়ত কোৱা হৈছে। জন্ম বা জন্মান্তৰৰ বাবে পুৰুষে যেন লিঙ্গ শৰীৰটি (অৰ্থাৎ ইন্দ্ৰিয় আৰু মনৰ কাৰণটিক) বতাহে ফুলৰ গোন্ধ টানি অনাৰ দৰে টানি আনি সংসাৰৰ লগত সম্বন্ধ স্থাপন কৰি বিষয় ভোগ কৰে। পুৰুষ সদায় অচল আৰু সৰ্বব্যাপী। লিঙ্গ শৰীৰ আকৰ্ষণ কৰি আনি সংসাৰৰ লগত সম্বন্ধ স্থাপন কৰে বা সম্বন্ধ পৰিত্যাগ কৰে।" ৭ ॥ (বেদান্ত-বাচস্পতি)

শৰীৰং যদবাপ্নোতি যচ্চাপ্যুৎক্ৰামতীশ্বৰঃ।
গৃহীত্বৈতানি সংযাতি বায়ুৰ্ গন্ধান্ ইবাশয়াৎ ॥ ৮

**অন্বয় ঃ**—(অয়ং) ঈশ্বৰঃ যৎ শৰীৰং অবাপ্নোতি যৎ চ উৎক্ৰামতি বায়ুঃ আশয়াৎ গন্ধান্ ইব এতানি গৃহীত্বা সংযাতি। ৮ ॥

ঈশ্বৰঃ—দেহাদীনাং স্বামী (শ্ৰীধৰ)

**অনুবাদ ঃ**—যেনেকৈ বায়ুয়ে গন্ধৰ আধাৰ পুষ্পাদিৰ পৰা নানা প্ৰকাৰ গন্ধ লৈ যায়, তেনেকৈ (দেহাদিৰ স্বামী) এই জীৱে যেতিয়া শৰীৰ ত্যাগ কৰি অন্য শৰীৰ গ্ৰহণ কৰে তেতিয়া মন আৰু এই পঞ্চ ইন্দ্ৰিয়ক লগত লৈ যায়। ৮ ॥

**ব্যাখ্যা ঃ**—৫ কৰ্মেন্দ্ৰিয় + ৫ জ্ঞানেন্দ্ৰিয় + ৫প্ৰাণ + মন + বুদ্ধি = এই ১৭কেই সূক্ষ্ম (লিঙ্গ) শৰীৰ বোলা হয়। জীৱে অন্য দেহ গ্ৰহণৰ সময়ত এই লিঙ্গ শৰীৰ লগত লৈ যায়।

গতিকে কেৱল স্থূল দেহৰ (ক্ষিতি আদি পঞ্চ মহাভূতেৰে গঠিত দেহৰ) সংসৰ্গ লোপ হ'লেই জীৱৰ মুক্তি নহয়, সূক্ষ্ম শৰীৰৰো (লিঙ্গ শৰীৰৰো) যেতিয়া লোপ হয়, তেতিয়া জীৱৰ সত্য-স্বৰূপ প্ৰতিভাত হয়। ৮ ॥

শ্ৰোত্ৰং চক্ষুঃ স্পৰ্শনং চ ৰসনং ঘ্ৰাণং এব চ।
অধিষ্ঠায় মনশ্চায়ং বিষয়ান্ উপসেৱতে॥ ৯

**অন্বয় :**—অয়ং শ্ৰোত্ৰং চক্ষুঃ স্পৰ্শনং ৰসনং চ ঘ্ৰাণম্ চ মনঃ এব চ অধিষ্ঠায় বিষয়ান্ উপসেৱতে। ৯॥

অয়ং=এই দেহী, এই জীৱাত্মা।

**অনুবাদ :**—দেহস্থিত জীৱাত্মাই চক্ষু, কৰ্ণ, ত্বক্, জিহ্বা আৰু নাসিকাক আশ্ৰয় কৰি ৰূপ, ৰস, শব্দ, স্পৰ্শ আৰু গন্ধ এই পঞ্চবিষয়ক মনৰ সহায়ত উপভোগ কৰে। ৯॥

**ব্যাখ্যা :**—পূৰ্বৰ দুই শ্লোকতে এই কথা কোৱা হৈছে—তাকে ইয়াত বেছি স্পষ্টকৈ কৈছে।

উৎক্ৰামন্তং স্থিতং বাপি ভুঞ্জানং বা গুণান্বিতম্।
বিমূঢ়া(ঃ) নানুপশ্যন্তি পশ্যন্তি জ্ঞানচক্ষুষঃ॥ ১০

**অন্বয় :**—উৎক্ৰামন্তং স্থিতং অপি বা ভুঞ্জানং বা গুণান্বিতং (জীৱং) বিমূঢ়াঃ ন অনুপশ্যন্তি, জ্ঞান-চক্ষুষঃ পশ্যন্তি॥ ১০॥

উৎক্ৰামন্তং=দেহাৎ দেহান্তৰং গচ্ছন্তম্; স্থিতং=তস্মিন্ এব দেহে অৱস্থিতম্; ভুঞ্জানং বা গুণান্বিতম্=বিষয়ান্ ভুঞ্জানং বা ইন্দ্ৰিয়াদিযুক্তম্; বিমূঢ়াঃ=অবিবেকিনঃ; জ্ঞান-চক্ষুষঃ=বিবেকিনঃ; ন অনুপশ্যন্তি=ন আলোকয়ন্তি।

**অনুবাদ :**—বিবেকহীন লোকবিলাকে দেখা নাপায় যে জীৱে কেনেকৈ সত্ত্বাদি গুণযুক্ত হৈ এক দেহৰপৰা অন্য দেহলৈ যায় অথবা দেহত অৱস্থিত থাকি বিষয়সমূহ ভোগ কৰে; কিন্তু জ্ঞানীসকলে জ্ঞান চক্ষুৰে তাক দেখা পায়। ১০॥

**ব্যাখ্যা :**—দেহৰ পৰা উৎক্ৰামণ হোৱা বা দেহত থকা বা গুণক আশ্ৰয় কৰি বিষয় ভোগ কৰা—এই তিনি অৱস্থাত জীৱক মূঢ় ব্যক্তিয়ে নেদেখে; যাৰ জ্ঞান-চক্ষু আছে তেৱেঁইহে দেখে। (নেদেখে=বিচাৰ কৰি নাচায়।) ১০॥

যতন্তো যোগিনশ্চৈনং পশ্যন্ত্যাত্মন্যৱস্থিতম্।
যতন্তোঽপ্যকৃতাত্মানো নৈনং পশ্যন্ত্যচেতসঃ॥ ১১

**অন্বয় :**—যতন্তঃ যোগিনঃ চ এনং আত্মনি অৱস্থিতঃ পশ্যন্তি। যতন্তঃ অপি অকৃত-আত্মানঃ অচেতসঃ এনং ন পশ্যন্তি। ১১॥

যতন্তঃ—ধ্যানাদিভিঃ প্ৰয়তমানাঃ যোগিনঃসমাহিত চিত্ত যোগীসকলে।

অকৃতাত্মানঃ=শাস্ত্ৰাভ্যাসাদিভিঃ প্ৰযত্নং কুৰ্বানা অপি অকৃতাত্মানোঽবিশুদ্ধ চিত্তা অতঃ এব—অচেতসঃ মন্দমতয়ঃমনক যিবিলাকে বশীভূত কৰিব পৰা নাই—(শাস্ত্ৰাদি অভ্যাস কৰিও), সেইবিলাক অজ্ঞানী বা মন্দমতি লোক সকলে।

**অনুবাদ :**—যোগীসকলে যত্ন কৰি এই আত্মাক আপোন আপোন হৃদয়ত দৰ্শন কৰে। মন্দমতি বিলাকে যত্ন কৰিও নেদেখে। ১১॥

**ব্যাখ্যা :**—জীৱ এক দেহ এৰি আন দেহলৈ যোৱাৰ সময়ত, নাইবা পূৰ্বৰ দেহতে অৱস্থান কৰি থাকিবৰ সময়ত (বিষয় ভোগ কৰি থকা সময়ত) আৰু সত্ত্বাদি গুণযুক্ত হৈ থকা অৱস্থাত সৰ্বথা দৰ্শন যোগ্য হ'লেও—যিবিলাক লোকে চেষ্টা কৰিও মনক বশীভূত কৰিব পাৰা নাই, তেওঁলোকে এই আত্মাক দেখা নাপায়; কিন্তু যোগীসকলে যোগাভ্যাসৰ দ্বাৰা সংযতচিত্ত হোৱা বাবে (ধ্যানাদিৰ দ্বাৰা যত্নবান্ হোৱা বাবে) এই আত্মাক নিজৰ হৃদয়ৰ ভিতৰতে স্থিৰ হৈ বৰ্ত্তমান আছে এইটো দেখা পায়।

মনক যিবিলাকে বশীভূত কৰিব পাৰা নাই, তেওঁলোক অবিশুদ্ধ চিত্ত হৈ থাকে—অসংযত মনৰ লোকৰ চিত্ত বিশুদ্ধ হৈ নুঠে। প্ৰকৃতপক্ষে মন সংযম কৰাই সিদ্ধিলাভৰ উপায়। ১১॥

যদাদিত্যগতং তেজো জগদ্ভাসয়তেঽখিলম্
যচ্চন্দ্ৰমসি যচ্চাগ্নৌ তৎ তেজো বিদ্ধি মামকম্॥ ১২

**অন্বয় :**—আদিত্যগতং যৎ তেজঃ জগৎ ভাসয়তে, যৎ চন্দ্ৰমসি যৎ চ অগ্নৌ তৎতেজঃ মামকম্ বিদ্ধি। ১২॥

**অনুবাদ :**—সূৰ্য্যৰ ভিতৰত থকা যি তেজে সৰ্ব জগৎ প্ৰকাশিত কৰে, চন্দ্ৰত যি তেজ আছে আৰু অগ্নিতো যি তেজ বিদ্যমান আছে, সেই তেজ মোৰেই বুলি জানিবা। ১২॥

গাম্ আৱিশ্য চ ভূতানি ধাৰয়াম্যহম্ ওজসা।
পুষ্ণামি চৌষধীঃ সৰ্বাঃ সোমো ভূত্বা ৰসাত্মকঃ॥ ১৩

**অন্বয় :**—অহং চ ওজসা গাম্ আৱিশ্য ভূতানি ধাৰয়ামি, ৰস-আত্মকঃ সোমঃ ভূত্বা চ সৰ্বাঃ ওষধীঃ পুষ্ণামি। ১৩॥

ওজসা=বলেন, পুষ্ণামি=সংবৰ্দ্ধয়ামি।

**অনুবাদ :**—আৰু মই পৃথিৱীত প্ৰৱেশ কৰি (বা অধিষ্ঠান কৰি) নিজ শক্তিৰ দ্বাৰা সকলো ভূতৰ ধাৰণ পোষণ কৰোঁ; ৰস-স্বৰূপ চন্দ্ৰ হৈ ময়েই এই উদ্ভিদ্ জগতক পুষ্ট কৰোঁ। ১৩॥

অহং বৈশ্বানৰো ভূত্বা প্ৰাণিনাম্ দেহম্ আশ্ৰিতঃ।
প্ৰাণাপানঃ সমাযুক্তঃ পচাম্যন্নং চতুৰ্বিধম্॥ ১৪

**অন্বয় :**—অহং বৈশ্বানৰঃ ভূত্বা প্ৰাণিনাম্ দেহম্ আশ্ৰিতঃ, প্ৰাণ-অপানঃ সমাযুক্তঃ চতুৰ্বিধম্ অন্নং পচামি। ১৪ ॥

**অনুবাদ :**—মই বৈশ্বানৰ (জঠৰাগ্নি) হৈ প্ৰাণীৰ দেহ আশ্ৰয় কৰি, প্ৰাণ আৰু অপান বায়ুত মিলি চাৰিবিধ (চৰ্ব্য, চোষ্য, লেহ্য আৰু পেয়) অন্ন পাক কৰোঁ। ১৪ ॥

**ব্যাখ্যা :**—জঠৰত (পেটত) যদি এটুকুৰা ৰুটি পেলাই দিয়া যায়, সেই ৰুটি ৰক্তত পৰিণত হয়। শৰীৰৰ ভিতৰত কি কি প্ৰক্ৰিয়াৰ দ্বাৰা এই পৰিপাক্ ক্ৰিয়া সাধিত হয় জড়বিজ্ঞানে তাক কব পাৰে; কিন্তু কোন্ শক্তিৰ বলত এই কাৰ্য্য সম্পন্ন হয়, সেইটো জড়বিজ্ঞানে নাজানে—সেয়ে ঐশ্বৰিক শক্তি। ১৪ ॥

(জগদীশ ঘোষ)

সৰ্বস্য চাহং হৃদি সন্নিবিষ্টো
মত্তঃ স্মৃতিৰ্ জ্ঞানম্ অপোহনং চ।
বেদৈশ্চ সৰ্বৈৰ্ অহম্ এব বেদ্যো
বেদান্তকৃদ্ বেদবিদেব চাহম্॥ ১৫

**অন্বয় :**—অহং সৰ্বস্য হৃদি সন্নিবিষ্টঃ, মত্তঃ স্মৃতিঃ, জ্ঞানং অপোহনং চ; অহম্ এব সৰ্বৈঃ বেদৈঃ বেদ্যঃ, বেদান্তকৃৎ বেদবিদ্ চ। ১৫ ॥

অপোহনং=প্ৰমোষঃ (শ্ৰীধৰ) (উভয়ৰ অভাৱ); উহন=সংশয়, সন্দেহ, বিতৰ্ক প্ৰভৃতি। অপ+উহন=অপোহন, সংশয় আদিৰ নাশ, ছেদ।

অপোহনং=অপায়নং, অপগমনং চ (শঙ্কৰ)

**অনুবাদ :**—সকলোৰে হৃদয়ত সন্নিবিষ্ট হৈ ( অন্তৰ্য্যামীৰূপে সকলো প্ৰাণীৰ হৃদয়ত অধিষ্ঠিত হৈ ) আছোঁ, মোৰ পৰাই প্ৰাণীবিলাকৰ স্মৃতি আৰু জ্ঞান উৎপন্ন হয় আৰু মোৰ পৰাই স্মৃতি আৰু জ্ঞানৰ বিলোপ হয়। মৰেই বেদ-বিলাকৰ জ্ঞাতব্য বিষয়, মৰেই আচাৰ্য্যৰূপে বেদান্তৰ অৰ্থ প্ৰকাশক আৰু মৰেই বেদৰ যথাৰ্থ তত্ত্ব জানোঁ। ১৫ ॥

দ্বাবিমৌ পুৰুষৌ লোকে ক্ষৰশ্চাক্ষৰ এব চ।
ক্ষৰঃ সৰ্বাণি ভূতানি কূটস্থোঽক্ষৰ উচ্যতে ॥ ১৬

**অন্বয় :**—ক্ষৰঃ চ অক্ষৰঃ চ দ্বৌ এব ইমৌ পুৰুষৌ লোকে ; সৰ্বাণি ভূতানি ক্ষৰঃ কূটস্থঃ অক্ষৰঃ উচ্যতে। ১৬ ॥

কূট=ভিত্তি, প্ৰধান, যাৰ দেখাত কোনো পৰিবৰ্ত্তন নাই। সৰ্বাণি ভূতানি=ব্যক্ত জগৎ, কূটস্থ=অব্যক্ত।

**অনুবাদ :**—এই জগতত ক্ষৰ ( বিনাশশীল ) আৰু অক্ষৰ ( অবিনাশী ) আৰু নিত্য ( নিৰ্বিকাৰ )—এই দুইজন পুৰুষ আছে। সমস্ত ভূতবৰ্গ ক্ষৰ পুৰুষ আৰু কূটস্থ জন অক্ষৰ পুৰুষ। ১৬ ॥ (ইয়াত অক্ষৰ পুৰুষ জীৱাত্মাক বুজাইছে)

**ব্যাখ্যা :**—সংসাৰত দুইটি পুৰুষ আছে, এটা পৰিবৰ্ত্তনশীল—ক্ষৰ আৰু আনটো অপৰিবৰ্ত্তনশীল—অক্ষৰ, যি কিছু হৈছে সেয়ে ভূত—সেয়ে ক্ষৰ, যি মূলত আছে—তাক অক্ষৰ বোলা হয়।

"ইদানীক আপুনাৰ সৰ্বোত্তম দেখান্ত। লোকত প্ৰসিদ্ধ ক্ষৰ অক্ষৰ দুই পুৰুষ। ব্ৰহ্মাদি স্থাৱৰান্ত পুৰুষক ক্ষৰ পুৰুষ বুলি, ভোক্তা জীৱক অক্ষৰ পুৰুষ বুলি।" ১৬ ॥ ( ভট্টদেৱ )

উত্তমঃ পুৰুষস্ত্বন্যঃ পৰমাত্মেত্যুদাহৃতঃ।
যো লোকত্ৰয়ম্ আৱিশ্য বিভৰ্ত্যব্যয় ঈশ্বৰঃ ॥ ১৭

**অন্বয় :**—অন্যঃ তু উত্তম পুৰুষঃ পৰমাত্মা ইতি উদাহৃতঃ, ঈশ্বৰঃ অব্যয়ঃ যঃ লোকত্ৰয়ম্ আৱিশ্য বিভৰ্তি। ১৭ ॥

**অনুবাদ :**—কিন্তু এওঁলোকৰ পাছতো অন্য পুৰুষ আছে, এওঁ পৰমাত্মা বুলি উক্ত হয়। এই পৰিবৰ্তনহীন প্ৰভু ত্ৰিভুবনত প্ৰৱেশ কৰি ত্ৰিভুবনক পোষণ কৰে। ১৭ ॥

**ব্যাখ্যা :**—ক্ষৰ আৰু অক্ষৰ পুৰুষৰ বাহিৰেও আৰু এজন উত্তম পুৰুষ

আছে, যিজনক পৰমাত্মা বোলা হয়, আৰু যিজন অব্যয় ঈশ্বৰে ত্ৰিলোকত প্ৰৱিষ্ট হৈ সকলোকে ধৰি ৰাখিছে। ১৭ ॥

যস্মাৎ ক্ষৰম্ অতীতোঽহম্ অক্ষৰাদপি চোত্তমঃ।
অতোঽস্মি লোকে বেদে চ প্ৰথিতঃ পুৰুষোত্তমঃ ॥ ১৮

**অন্বয়ঃ**—যস্মাৎ অহম্ ক্ষৰম্ অতীতঃ, অক্ষৰাৎ অপি চ উত্তমঃ, অতঃ লোকে বেদে চ পুৰুষোত্তমঃ ইতি প্ৰথিতঃ। ১৮ ॥

**অনুবাদঃ**—মই ক্ষৰ জগতৰ আৰু অক্ষৰ জীৱৰ অতীত। (জীৱ আৰু জগতৰ মই ঈশ্বৰ)। সেইবাবে সংসাৰত আৰু বেদত মই পুৰুষোত্তম নামে প্ৰসিদ্ধ। ১৮ ॥

**ব্যাখ্যাঃ**—এই 'পুৰুষোত্তম' তত্ত্বটি গীতাৰ নিজা সম্পত্তি। ইয়াৰ দ্বাৰাই গীতাই অকল সাংখ্য আৰু বেদান্তৰ সামঞ্জস্যকে কৰা নাই। এই তত্ত্ব বুজিলে আমি সাংখ্য আৰু বেদান্ত সহজে বুজোঁ, ভক্তি যোগ সু-সাধ্য হয়; ঈশ্বৰৰ অসীম মহিমাৰ অলপ আভাস পাওঁ। ১৮ ॥ (বেদান্ত বাচস্পতি)

শ্ৰীঅৰবিন্দই এই তিনিটা তত্ত্ব এইদৰে ব্যাখ্যা কৰিছে:—

"ক্ষৰ হৈছে সচল, পৰিণামী—আত্মাৰ বহুভূত বহুৰূপে যি পৰিণাম তাকেই ক্ষৰ পুৰুষ বোলা হৈছে। ইয়াত পুৰুষ অৰ্থত ভগৱানৰ বহুৰূপ বুজাইছে—এই পুৰুষ প্ৰকৃতিৰপৰা স্বতন্ত্ৰ নহয়, প্ৰকৃতিৰেই অন্তৰ্গত। অক্ষৰ হৈছে—অচল, অপৰিণামী, নীৰৱ নিষ্ক্ৰিয় পুৰুষ—ই ভগৱানৰ এক ৰূপ (the unity of the Divine Being), প্ৰকৃতিৰ সাক্ষী, কিন্তু প্ৰকৃতি আৰু প্ৰকৃতিৰ কাৰ্য্যৰপৰা এই পুৰুষ মুক্ত। পৰমেশ্বৰ পৰব্ৰহ্ম, পৰম পুৰুষেই উত্তম, উল্লিখিত পৰিণামী বহুত্ব আৰু অপৰিণামী একত্ব—এই দুয়োটাই উত্তমৰ। তেওঁৰ প্ৰকৃতিৰ, তেওঁৰ শক্তিৰ বিৰাট ক্ৰিয়াৰ বলত, তেওঁৰ ইচ্ছা আৰু প্ৰভাৱৰ বলত তেওঁ নিজকে সংসাৰত ব্যক্ত কৰিছে। আকৌ তাতোকৈ মহান্ নীৰৱতা আৰু অচলতাৰ দ্বাৰা নিজক স্বতন্ত্ৰ আৰু নিৰ্লিপ্ত কৰি ৰাখিছে; তথাপি তেওঁ পুৰুষোত্তমৰূপে প্ৰকৃতিৰপৰা স্বতন্ত্ৰতা আৰু প্ৰকৃতিতে লিপ্ততা—এই দুয়োটাৰ ওপৰত।"

"নিত্য মুক্তপদে মঞি জড়বৰ্গক অতিক্ৰমিছোঁ, নিয়ন্তাপদে চেতন জীৱতো উত্তম হয়াছোঁ। এতেকে লোকত বেদত মঞি পুৰুষোত্তম ব্ৰহ্ম হয়াছোঁ"। ১৮ ॥

(ভট্টদেৱ)

যো মাম্ এৱম্ অসম্মূঢ়ো জানাতি পুৰুষোত্তমম্।
স সৰ্ববিদ্ ভজতি মাং সৰ্বভাৱেন ভাৰত ॥ ১৯

**অন্বয়** :—হে ভাৰত! যঃ এৱং অসম্মূঢ়ঃ পুৰুষোত্তমম্ মাং জানাতি, সঃ সৰ্ববিৎ সৰ্বভাৱেন মাং ভজতি। ১৯॥

**অনুবাদ** :—হে ভাৰত! যিজনে মোহমুক্ত হৈ ('মই' 'মোৰ' এনে মোহৰপৰা মুক্ত হৈ) এইভাৱে মোক, পুৰুষোত্তমক, জানে তেওঁ সৰ্বজ্ঞ হয়। তেওঁ সৰ্বতোভাৱে মোক ভজনা কৰে। ১৯॥

**ব্যাখ্যা** :—তেওঁ সৰ্বজ্ঞ হয়—অৰ্থাৎ মোক পুৰুষোত্তম বুলি জানিলে আৰু জানিবৰ একো বাকী নাথাকে; সগুণ, নিৰ্গুণ, সাকাৰ, নিৰাকাৰ, দ্বৈত, অদ্বৈত ইত্যাদি সংশয় আৰু উপস্থিত নহয়। তেওঁ জানে যে ময়ে নিৰ্গুণ ব্ৰহ্ম, ময়ে সগুণ বিশ্বৰূপ, ময়ে সৰ্বলোক মহেশ্বৰ, ময়ে লীলাৰ অৱতাৰ, ময়ে হৃদয়ত পৰমাত্মা; সুতৰাং তেওঁ সকলো ভাৱতে মোক ভজনা কৰে। ১৯॥ (জগদীশ ঘোষ)

ইতি গুহ্যতমং শাস্ত্ৰম্ ইদম্ উক্তং ময়ানঘ।
এতদ্ বুদ্ধা বুদ্ধিমান্ স্যাৎ কৃতকৃত্যশ্চ ভাৰত ॥ ২০

**অন্বয়** :—হে অনঘ! হে ভাৰত! ইতি ইদং গুহ্যতমং শাস্ত্ৰং ময়া উক্তম্; এতৎ বুদ্ধা (মনুষ্যাঃ) বুদ্ধিমান্ কৃতকৃত্যশ্চ স্যাৎ। ২০॥

**অনুবাদ** :—হে নিষ্পাপ অৰ্জুন! এইদৰে মই সংক্ষেপে তোমাক এই গুহ্যতম শাস্ত্ৰ ক'লোঁ। ইয়াক জানিলে মানুহ বুদ্ধিমান্ আৰু কৃতকৃত্য হয় (তেওঁৰ আৰু জানিবলগীয়া বা কৰিবলগীয়া একো নেথাকে)। ২০॥

ইতি শ্ৰীমদ্ভগবদ্ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন-সংবাদে পুৰুষোত্তমযোগো নাম পঞ্চদশোঽধ্যায়ঃ।

## পঞ্চদশ অধ্যায়ত উল্লেখিত বিষয়সমূহৰ চমু টোকা

১। সংসাৰ অশ্বত্থ বৃক্ষস্বৰূপ

২। বৈৰাগ্য অস্ত্ৰেৰে সংসাৰ বৃক্ষ ছেদন কৰিলে অব্যয় পদ প্ৰাপ্তি হয়। অব্যয় পদৰ বৰ্ণনা।

৩। জীৱৰ স্বৰূপ—জন্মান্তৰ ৰহস্য—লিঙ্গ শৰীৰ।

৪। পৰমেশ্বৰৰ বিশ্বানুগতা—তেৱেঁই সৰ্বকাৰণৰ কাৰণ।

৫। ক্ষৰ, অক্ষৰ আৰু পুৰুষোত্তম তত্ত্ব।

৬। পুৰুষোত্তমৰ জ্ঞানেই সৰ্বজ্ঞতা, কাৰণ তেৱেঁই সকলো।

# শ্রীমদ্‌ভগবদ্‌ গীতা

## ষোড়শোঽধ্যায়ঃ

## দৈবাসুরসম্পদ্‌বিভাগযোগঃ

শ্রীভগবান্ উবাচ

অভয়ং সত্ত্বসংশুদ্ধির্ জ্ঞানযোগ ব্যবস্থিতিঃ।
দানং দমশ্চ যজ্ঞশ্চ স্বাধ্যায়স্তপ আর্জবম্॥ ১
অহিংসা সত্যম্ অক্রোধস্ ত্যাগঃ শান্তির্ অপৈশুনম্।
দয়া ভূতেষ্বলোলুপ্‌ত্বং মার্দবং হ্রীরচাপলম্॥ ২
তেজঃ ক্ষমা ধৃতিঃ শৌচম্ অদ্রোহো নাতিমানিতা।
ভবন্তি সম্পদং দৈবীম্ অভিজাতস্য ভারত॥ ৩

**অন্বয়ঃ**—হে ভারত! অভয়ং, সত্ত্বসংশুদ্ধিঃ, জ্ঞানযোগ ব্যবস্থিতিঃ, দানং, দমঃ চ, যজ্ঞঃ চ, স্বাধ্যায়ঃ, তপঃ আর্জবম্, অহিংসা, সত্যম্, অক্রোধঃ, ত্যাগঃ শান্তিঃ, অপৈশুনম্, ভূতেষু দয়া, অলোলুপ্‌ত্বং, মার্দবং, হ্রীঃ, অচাপলম্, তেজঃ, ক্ষমা, ধৃতিঃ, শৌচম্, অদ্রোহঃ, ন অতিমানিতা, দৈবীসম্পদং অভিজাতস্য ভবন্তি। (১—৩)॥

**টীকায়াম্**:—অভয়ং ভয়াভাবঃ, সত্ত্বস্য চিত্তস্য সংশুদ্ধিঃ সুপ্রসন্নতা, জ্ঞানযোগে আত্মজ্ঞানোপায়ে ব্যবস্থিতিঃ পরিনিষ্ঠা, দানং স্বভোজ্যস্য অন্নাদেঃ যথোচিতং সংবিভাগঃ, দমো বাহ্যেন্দ্রিয় সংযমঃ, যজ্ঞো যথাধিকারং দর্শপৌর্ণমাসাদিঃ, স্বাধ্যায়ো ব্রহ্মযজ্ঞাদির্জপযজ্ঞঃ তপঃ উত্তরাধ্যায়ে বক্ষ্যমাণং শারীরাদি, আর্জবম্ অবক্রতা।

কিঞ্চ অহিংসা ইতি। অহিংসা পরপীড়া বর্জনম্, সত্যং যথাদৃষ্টার্থ ভাষণম্, অক্রোধঃ তাড়িতস্যাপি চিত্তে ক্রোধানুৎপত্তিঃ, ত্যাগ ঔদার্য্যং, শান্তিশ্চিত্তো-

পৰতিঃ, পৈশুনং পৰোক্ষে পৰদোষপ্ৰকাশনং তদ্বৰ্জ্জনং অপৈশুনং, ভূতেষু দীনেষু দয়া অলোলুপ্তং লোভাভাৱঃ অৰ্থৰ্ন লোপৰ্যাৰ্থঃ। মাৰ্দৱং মৃদুত্বং অক্ৰূৰতা; হ্ৰীৰকাৰ্য্যপ্ৰবৃত্তৌ লোকলজ্জা, অচাপলং ব্যৰ্থ ক্ৰিয়াৰাহিত্যম্।

কিঞ্চ তেজ ইতি। তেজঃ প্ৰাগল্‌ভ্যং, ক্ষমা পৰিভৱাদিষু উৎপদ্যমানেষু ক্ৰোধপ্ৰতিবন্ধঃ, ধৃতিঃ দুঃখাদিভিঃ অৱসীদতঃ চিত্তস্য স্থিৰীকৰণং, শৌচং বাহ্যাভ্যন্তৰশুদ্ধিঃ, অদ্ৰোহো জিঘাংসাৰাহিত্যং, অতিমানিতা আত্মনি-অতিপূজ্যত্ব-অভিমানঃ তৎ অভাৱঃ নাতিমানিতা; এতানি অভয়াদীনি ষড়বিংশতি প্ৰকাৰাণি দৈৱীং সম্পদম্ অভিজাতস্য ভৱন্তি। দেৱযোগ্যাং সাত্ত্বিকীং সম্পদম্ অভিলক্ষ্য তদাভিমুখ্যেন জাতস্য ভাবিকল্যাণস্য পুংসো ভৱন্তি—ইত্যৰ্থঃ। ১—৩॥

**অনুবাদ**ঃ—(১—৩) শ্ৰীভগৱানে ক'লে—হে ভাৰত! নিৰ্ভীকতা, চিত্তশুদ্ধি, আত্মজ্ঞান নিষ্ঠা আৰু কৰ্মযোগত তৎপৰতা, দান, আত্ম-সংযম, যজ্ঞ, শাস্ত্ৰ-অধ্যয়ন, তপস্যা, সৰলতা, অহিংসা, সত্য, অক্ৰোধ, উদাৰভাৱ, শান্তি, পৰদোষ-অকথন, দয়া, অলোভ, কোমলভাৱ ( মৃদুতা ), কুকৰ্মত লজ্জা, অচাঞ্চল্য, শক্তি, ক্ষমা, ধৃতি, শুচিভাব ( বাহিৰ ভিতৰ ), অদ্ৰোহ, অনভিমান—এই ২৬ প্ৰকাৰ ভাব বা প্ৰবৃত্তি দৈৱী-প্ৰকৃতিত জন্ম হোৱা পুৰুষৰ সম্পত্তি। ১—৩॥

**ব্যাখ্যা**ঃ—সপ্তম অধ্যায়ত জ্ঞান-বিজ্ঞানৰ কথা আৰম্ভ হৈছিল, পঞ্চদশ অধ্যায়ত সেই কথা শেষ হ'ল আৰু সৰশেহত ভগৱানে পুৰুষোত্তমৰূপে আত্মপৰিচয় দি ক'লে যে এই গুহ্যতত্ত্ব যি জনে বুজিব পাৰে তেৱেঁই জ্ঞানী আৰু কৃতাৰ্থ হয়। কিন্তু নৱম অধ্যায়ত সংক্ষেপে কৈছে যে আসুৰিক প্ৰকৃতিৰ লোকে তেওঁক চিনিব নোৱাৰে; সেইবাবে তেওঁক অৱজ্ঞা কৰে; দৈৱী বা সাত্ত্বিক প্ৰকৃতিৰ লোকে তেওঁক ভক্তি কৰে (৯ম/১১—১৩)। এই উভয় প্ৰকৃতিৰ বিস্তৃত বৰ্ণনা এই অধ্যায়ত কৰা হৈছে।

প্ৰথমতঃ এই অধ্যায়ৰ প্ৰথম তিনি শ্লোকত দৈৱিক সম্পদ বা সাত্ত্বিক গুণ বৰ্ণনা কৰা হৈছে আৰু আসুৰিক প্ৰকৃতিৰ কিৰূপে সংশোধন হয় তাকো উপদেশ দিছে। এই ২৬টি সাত্ত্বিক গুণ আৰু ত্ৰয়োদশ অধ্যায়ত জ্ঞানীৰ ২০টি লক্ষণ (১৩।৭—১১) প্ৰায় একেই; কিয়নো জ্ঞান সত্ত্বগুণৰেই ধৰ্ম। এই কাৰণে পৰৱৰ্ত্তী শ্লোকত অজ্ঞানক আসুৰী সম্পদৰ অন্তৰ্ভুক্ত কৰা হৈছে। ১—৩॥

( জগদীশ ঘোষ )

সংস্কাৰে মানুহক কাম কৰায়। অজ্ঞানী মানুহে এই সংস্কাৰক আত্মা বুলি

ভাবে। ভাল সংস্কাৰৰ ( বা ভাল স্বভাৱৰ বা ভাল প্ৰকৃতিৰ ) মানুহে ভাল কাম কৰে। বেয়া সংস্কাৰ বা বেয়া প্ৰকৃতিৰ মানুহে বেয়া কাম কৰে। ইফালে আকৌ ভাল কাম কৰিলে সংস্কাৰবো উৎকৰ্ষ সাধন হয়। কৰ্ম আৰু সংস্কাৰে এইদৰে পৰম্পৰৰ ওপৰত কাৰ্য্য কৰে। [ এয়ে কৰ্মফল ] জন্ম-জন্মান্তৰৰপৰা এইদৰেই সংস্কাৰ সঞ্চিত আৰু বৰ্দ্ধিত হৈ আহিছে। মানুহৰ জন্মান্তৰৰ কাৰণো এই সংস্কাৰ। এই সংস্কাৰথন সংস্কাৰৰ বিৱৰ্ত্তন বা ক্ৰমোন্নতি। মানুহৰ আচৰণ, কৰ্ম, স্বভাৱ বা প্ৰকৃতি দেখিলেই তেওঁ ক্ৰমোন্নতিৰ কোন্ স্তৰত আছে আমি বুজিব পাৰোঁ।

গীতাই ক্ৰমোন্নতিৰ স্তৰবোৰৰ মুঠেই দুটা ভাগ কৰিছে—দৈৱী আৰু আসুৰী। যাৰ দৈৱী প্ৰকৃতি বা দেৱভাৱাপন্ন সংস্কাৰ, তেওঁ তত্ত্বজ্ঞানৰ অধিকাৰী ; তেওঁৰ আৰু ভয় নাই, তেওঁৰ ক্ৰমোন্নতি নিশ্চিত। যি কোনো অৱস্থাতেই থাওক তেওঁ আৰু নীচ যোনিলৈ নামি যাব নালাগে ( এই অধ্যায়ৰ ৫ম শ্লোক ), ইয়াৰ নিম্ন স্তৰটোক গীতাই আসুৰী সম্পদ বুলিছে। আসুৰী প্ৰকৃতিৰ লোক ভোগাসক্ত। ইহঁত শুভাশুভ নানা যোনিত ঘূৰি ফুৰিব লাগিব, যেতিয়ালৈকে ক্ৰমোন্নতিৰ বিধানমতে দৈৱী-সম্পদ লাভ নহয় ( ১৯শ শ্লোক চাওক )। দৈৱী-সম্পদ লাভ হ'লেহে আচল মনুষ্যত্ব আৰম্ভ হয়।

( বেদান্ত বাচস্পতি )

"দৈৱী প্ৰকৃতিৰ লোক তত্ত্বজ্ঞানৰ অধিকাৰী হয়। আসুৰী সম্পত্তিযুক্ত পুৰুষ সংসাৰী হয়।" ১—৩॥ ( ভট্টদেৱ )

দম্ভো দৰ্পোঽভি(ভি)মানশ্চ ক্ৰোধঃ পাৰুষ্যম্ এব চ।
অজ্ঞানং চাভিজাতস্য পাৰ্থ সম্পদম্ আসুৰীম্॥ ৪

( অভিমানঃ—অতিমানশ্চ পাঠান্তৰম্ )

**অন্বয়** ঃ—পাৰ্থ ! দম্ভঃ দৰ্পঃ অভিমানঃ চ ক্ৰোধঃ পাৰুষ্যম্ চ অজ্ঞানং চ এব, আসুৰীম্ অভিজাতস্য সম্পদম্। ৪ ॥

**অনুবাদ** ঃ—হে অৰ্জুন ! দম্ভ, দৰ্প, অতিমান ( অভিমান ), ক্ৰোধ, নিষ্ঠুৰতা আৰু অজ্ঞান এই ছটা ভাব বা প্ৰবৃত্তি আসুৰী প্ৰকৃতিত জন্ম হোৱা পুৰুষৰ সম্পত্তি। ৪ ॥

**ব্যাখ্যা** ঃ—অতিমান্=জাতি, ৰূপ, বয়স, বিদ্যা, ধনৰ নিমিত্তে অতিমাত্ৰা শ্ৰেষ্ঠত্ব বোধ ; অভিমান পাঠো আছে, তাৰ অৰ্থ অভি=সৰ্বতোভাৱে ( মান )।

এই অধ্যায়ৰ তৃতীয় শ্লোকত নাতিমানতা আছে। সেইবাবে অতিমান পাঠেই যেন ভাল। নাতিমানতা দৈৱী সম্পদ্, অতিমান আসুৰী সম্পদ্।

দম্ভ=পৰক দেখুৱাবলৈ কৰা ধাৰ্মিকত্ব (ধৰ্মধ্বজিত্ব), দাতৃত্ব ইত্যাদিৰ অভিনয়।

দৰ্প=পৰক দেখুৱাবলৈ 'অহং' খ্যাপন

পাৰুষ্য=নিষ্ঠুৰতা

অজ্ঞান=বিপৰীত বুদ্ধি, সত্যক অসত্য, অসত্যক সত্য, ধৰ্মক অধৰ্ম, অধৰ্মক ধৰ্ম, কৰ্ত্তব্যক অকৰ্ত্তব্য—এই ৰূপ অযথা বুদ্ধি। (বেদ-বেদান্তশাস্ত্ৰী)

দৈৱী সম্পদ্ বিমোক্ষায় নিবন্ধায়াসুৰী মতা।
মা শুচঃ সম্পদং দৈৱীম্ অভিজাতোঽসি পাণ্ডৱ ॥ ৫

**অন্বয় ঃ**—পাণ্ডৱ! দৈৱীসম্পদ্ বিমোক্ষায়, আসুৰী নিবন্ধায় মতা। (ত্বং) দৈৱী সম্পদম্ অভিজাতঃ অসি মা শুচঃ। ৫ ॥

**অনুবাদ ঃ**—দৈৱী সম্পদ মুক্তিৰ আৰু আসুৰী সম্পদ্ বন্ধনৰ হেতু; হে অৰ্জুন! তুমি দৈৱী সম্পদ্ লৈ জন্মগ্ৰহণ কৰিছা, অতএৱ তুমি শোক নকৰিবা। (অৰ্থাৎ তোমাৰ আৰু ভয় নাই); তোমাৰ মুক্তি নিশ্চিত। ৫ ॥

দ্বৌ ভূতসৰ্গৌ লোকেঽস্মিন্ দৈৱ আসুৰ এব চ।
দৈবো বিস্তৰশঃ প্ৰোক্ত আসুৰং পাৰ্থ মে শৃণু ॥ ৬

**অন্বয় ঃ**—হে পাৰ্থ! অস্মিন্ লোকে দৈৱঃ আসুৰঃ চ দ্বৌ ভূতসৰ্গৌ (স্তঃ); দৈৱঃ বিস্তৰশঃ প্ৰোক্ত, আসুৰং মে শৃণু। ৬ ॥

**অনুবাদ ঃ**—এই জগতত দুই প্ৰকাৰ প্ৰাণীৰ সৃষ্টি হয়। দৈৱী প্ৰকৃতিৰ বৰ্ণনা সবিস্তাৰে কৰিছোঁ, এতিয়া আসুৰী প্ৰকৃতিৰ কথা মোৰ ওচৰত শুনা। ৬ ॥

প্ৰবৃত্তিং চ নিবৃত্তিং চ জনা(ঃ) ন বিদুৰাসুৰাঃ।
ন শৌচং নাপি চাচাৰো ন সত্যং তেষু বিদ্যতে ॥ ৭

**অন্বয় ঃ**—আসুৰাঃ জনাঃ প্ৰবৃত্তিং চ নিবৃত্তিং চ ন বিদুঃ, (অতঃ) তেষু ন শৌচং ন আচাৰঃ ন চ অপি সত্যং বিদ্যতে। ৭ ॥

**টীকা ঃ**—আসুৰীং বিস্তৰশঃ নিৰূপয়তি—প্ৰবৃত্তিং চ ইত্যাদি দ্বাদশভিঃ।

ধৰ্মে প্ৰবৃত্তিং অধৰ্মাৎ নিবৃত্তিং চ অসুৰ স্বভাৱাঃ জনাঃ ন জানন্তি অতঃ শৌচং আচাৰঃ সত্যং চ তেষু নাস্ত্যেৰ। ৭॥ ( শ্ৰীধৰ )

**অনুবাদ** :—আসুৰী স্বভাৱৰ মানুহৰ প্ৰবৃত্তি-নিবৃত্তি ভেদজ্ঞান নাই; পবিত্ৰ বা শুচি ব্যৱহাৰ, আচাৰ বা সত্য একো নাই।

**ব্যাখ্যা** ঃ—আসুৰী স্বভাৱৰ মানুহে কেনেকৈ ধৰ্মকাৰ্য্যত প্ৰবৃত্ত হ'ব লাগে, কেনেকৈ অধৰ্মৰ পৰা নিবৃত্ত হ'ব লাগে অৰ্থাৎ কি কৰা উচিত, কি কৰা উচিত নহয়—একো নাজানে। ৭॥

অসত্যং অপ্ৰতিষ্ঠং তে জগদাহুৰ্ অনীশ্বৰম্।
অপৰস্পৰসম্ভূতং কিমন্যৎ কামহৈতুকম্॥ ৮

**অন্বয়** :—জগৎ অসত্যম্ অপ্ৰতিষ্ঠং অনীশ্বৰং অপৰস্পৰসম্ভূতং কিং অন্যৎ কামহৈতুকম্ আহুঃ।

অসত্যং = নাস্তি সত্যং বেদ পুৰাণাদি প্ৰমাণং যত্ৰ তাদৃশম্ ( শ্ৰীধৰ ); যথা বয়ং অনৃতপ্ৰায়াঃ তথা ইদং জগৎ সৰ্বং অসত্যম্ ( শঙ্কৰ )=সিহঁতে বেদ পুৰাণাদিৰ প্ৰামাণ্য স্বীকাৰ নকৰে অথবা সিহঁতে কয় যে জগতত সমস্তই মিথ্যা ব্যৱহাৰেৰে পূৰ্ণ, সত্য বুলি একো নাই।

অপ্ৰতিষ্ঠং = নাস্তি ধৰ্মাধৰ্ম ৰূপা প্ৰতিষ্ঠা ব্যৱস্থা হেতুঃ যস্য তৎ ( শ্ৰীধৰ )= জগতত ধৰ্মাধৰ্ম ৰূপ কোনো ব্যৱস্থা নাই। অপৰস্পৰসম্ভূতং=অপৰশ্চ পৰশ্চ ইতি অপৰস্পৰম্ অপৰস্পৰতঃ অন্যোন্যতঃ স্ত্ৰীপুংসয়োঃ মিথুনাৎ সম্ভূতং জগৎ কিমন্যৎ কাৰণম্ অস্য? নাস্তি অন্যৎ কিঞ্চিৎ; কিন্তু কামহৈতুকম্ এব স্ত্ৰী-পুংসয়োঃ উভয়োঃ কাম এব প্ৰবাহৰূপেণ হেতুঃ অস্য ইত্যৰ্থঃ=স্ত্ৰী-পুৰুষৰ মিথুন জাত এই জগৎ, অন্য কোনো কাৰণ নাই।

কামহৈতুকম্=স্ত্ৰী পুৰুষৰ কামসম্ভূত—কামপ্ৰবাহ জাত।

**অনুবাদ** ঃ—আসুৰী প্ৰকৃতিৰ মানুহে কয় যে জগতত সত্য নাই, ইয়াৰ কোনো আশ্ৰয় নাই, ইয়াৰ কোনো নিয়ন্তা নাই অৰ্থাৎ জগৎ অসত্য। ই সত্যত প্ৰতিষ্ঠিত নহয় আৰু জগতত ঈশ্বৰ নাই। ই স্ত্ৰী-পুৰুষৰ সংযোগৰ দ্বাৰা উৎপন্ন হৈছে। স্ত্ৰী-পুৰুষৰ কামেই ইয়াৰ কাৰণ—অধিক কি কম? সিহঁতে আৰু কয় যে বিষয়-ভোগৰ বাহিৰে এই জগতৰ হেতু একো নাই। ( অথবা এই জগৎখন কামপ্ৰবাহজাত। ) ৮॥

**ব্যাখ্যা ঃ**—অথবা মতান্তৰে কোৱা হয় যে জগতৰ শাস্ত্ৰোক্ত কোনো সৃষ্টি পৰাম্পৰা নাই। জগতৰ সমস্ত পদাৰ্থই মানুহৰ কামনা-বাসনা তৃপ্তিৰ কাৰণেহে। আন কোনো সাৰ্থকতা নাই। ৮ ॥

এতাং দৃষ্টিমবষ্টভ্য নষ্টাত্মানোঽল্পবুদ্ধয়ঃ।
প্ৰভৱন্ত্যুগ্ৰকৰ্মাণঃ ক্ষয়ায় জগতোঽহিতাঃ ॥ ৯

**অন্বয় ঃ**—অল্প বুদ্ধয়ঃ এতাং দৃষ্টিং অৱষ্টভ্য নষ্টাত্মানঃ উগ্ৰকৰ্মাণঃ অহিতাঃ জগতঃ ক্ষয়ায় প্ৰভৱন্তি। ৯ ॥

অৱষ্টভ্য=আশ্ৰিত্য, আশ্ৰয় কৰি, গ্ৰহণ কৰি।

এতাং দৃষ্টিং=এইৰূপ মতবাদ

**অনুবাদ ঃ**—এইপ্ৰকাৰ মতবাদ গ্ৰহণ কৰি (জগৎ সম্পৰ্কে এনে জ্ঞান আশ্ৰয় কৰি) এই নষ্টস্বভাৱ, নিৰ্বোধ, উগ্ৰকৰ্মা, অহিতকাৰী মানুহবিলাকে সংসাৰ ধ্বংস কৰিবলৈ জন্মগ্ৰহণ কৰে। ৯ ॥

**ব্যাখ্যা ঃ**—নাইবা এনে অৰ্থও কৰিব পাৰি যে—এই প্ৰকাৰ মতবাদ গ্ৰহণ কৰি অল্পবুদ্ধি লোকবিলাকে বিকৃতবুদ্ধি, ক্ৰুৰকৰ্মা, জগতৰ অহিতকাৰী হৈ জগতৰ ক্ষয়ৰ কাৰণে প্ৰভাৱ বিস্তাৰ কৰে। জগতৰ ধ্বংসৰ কাৰণে সিহঁতৰ সমস্ত সামৰ্থ্য বিস্তাৰ কৰে। ৯ ॥

কামম্ আশ্ৰিত্য দুষ্পূৰং দম্ভমানমদান্বিতাঃ।
মোহাদ্ গৃহীত্বাঽসদ্গ্ৰাহান্ প্ৰবৰ্তন্তেঽশুচিব্ৰতাঃ ॥ ১০

**অন্বয় ঃ**—দুষ্পূৰং কামম্ আশ্ৰিত্য দম্ভমানমদান্বিতাঃ মোহাৎ অসদ গ্ৰাহান্ গৃহীত্বা অশুচিব্ৰতাঃ প্ৰবৰ্তন্তে। ১০ ॥

অসদ্ গ্ৰাহান্ গৃহীত্বা=অসৎ উপায় গ্ৰহণ কৰি।

**অনুবাদ ঃ**—(সিহঁতে) দুষ্পূৰণীয় কামনা আশ্ৰয় কৰি দম্ভ, আত্মাভিমান আৰু মদত মত্ত হৈ অশুচিব্ৰত অৱলম্বন কৰি, অসৎ উপায় গ্ৰহণ কৰি কৰ্মত প্ৰবৃত্ত হয়। ১০ ॥

চিন্তাম্ অপৰিমেয়াং চ প্ৰলয়ান্তাং উপাশ্ৰিতাঃ।
কামোপভোগপৰমা এতাবদিতি নিশ্চিতাঃ ॥ ১১

**অন্বয় ঃ**—প্ৰলয়ান্তাং অপৰিমেয়াং চিন্তাম্ উপাশ্ৰিতাঃ (সন্তঃ) কামোপভোগ পৰমাঃ এতাবৎ ইতি নিশ্চিতাঃ। ১১ ॥ প্ৰলয়ান্তং=মৃত্যুকাল পৰ্য্যন্তং

আশাপাশশতৈৰ্ বদ্ধাঃ কামক্ৰোধপৰায়ণাঃ।
ঈহন্তে কামভোগাৰ্থম্ অন্যায়েনাৰ্থসঞ্চয়ান্ ॥ ১২

**অন্বয়** :—আশাপাশশতৈঃ বদ্ধাঃ কাম-ক্ৰোধপৰায়ণাঃ কামভোগঅৰ্থং অন্যায়েন অৰ্থ সঞ্চয়ান্ ঈহন্তে। ১২ ॥

ঈহন্তে=ইচ্ছন্তি।

**অনুবাদ** :—এই মানুহবিলাকে মৃত্যুকাল পৰ্য্যন্ত অপৰিমিত চিন্তাগ্ৰস্ত হৈ, কাম ভোগেই এই জীৱনৰ একমাত্ৰ লক্ষ্য—এইদৰে নিশ্চিত হৈ শত শত আশাৰ দ্বাৰা অভিভূত হৈ কাম্য বস্তু লাভ কৰিবৰ অৰ্থে অন্যায় উপায়েৰে অৰ্থ সঞ্চয় কৰিবলৈ ইচ্ছা কৰে বা যত্ন কৰে। ১১। ১২ ॥

ইদম্ অদ্য ময়া লব্ধং ইমং প্ৰাপ্স্যে মনোৰথম্।
ইদম্ অস্তীদম্ অপি মে ভৱিষ্যতি পুনৰ্ ধনম্ ॥ ১৩

**অন্বয়** :—অদ্য ময়া ইদং লব্ধং, ইদং মনোৰথং প্ৰাপ্স্যে, ইদম্ অস্তি, পুনঃ মে ইদং ধনম্ অপি ভৱিষ্যতি। ১৩ ॥

**অনুবাদ** :—(এই মানুহবিলাকৰ চিন্তাৰ প্ৰৱাহ এনেকুৱা) আজি মই এইটো পালোঁ, কাইলৈ আকৌ মোৰ বাঞ্ছিত বস্তু পাম, আজি মোৰ ইমান ধন আছে, কাইলৈ আৰু ধন হ'ব। ১৩ ॥

অসৌ ময়া হতঃ শত্ৰুৰ্ হনিষ্যে চাপৰান্ অপি।
ঈশ্বৰোঽহং অহং ভোগী সিদ্ধোঽহং বলবান্ সুখী ॥ ১৪
আঢ্যোঽভিজনৱান্ অস্মি কোঽন্যোঽস্তি সদৃশো ময়া।
যক্ষ্যে দাস্যামি মোদিষ্য ইত্যজ্ঞান বিমোহিতাঃ ॥ ১৫

**অন্বয়** :—অসৌ শত্ৰুঃ ময়া হতঃ, অপৰান্ চ অপি হনিষ্যে; অহং ঈশ্বৰঃ, অহং ভোগী, অহং সিদ্ধঃ বলৱান্ সুখী। ১৪ ॥

(অহম্) আঢ্যঃ অভিজনৱান্ অস্মি, ময়া সদৃশঃ অন্য কঃ অস্তি; (অহম্) যক্ষ্যে দাস্যামি মোদিষ্যে—ইতি অজ্ঞানবিমোহিতাঃ। ১৫ ॥

অভিজনবান্—সৎকুল জাত; যক্ষ্যে=যজ্ঞ কৰিম

**অনুবাদ** :—(আৰু কি চিন্তা কৰে?) মোৰ সৌ শত্ৰুটোক মাৰিলোঁ, আন বিলাক শত্ৰুকো মাৰিম। মই সৰ্বশক্তিমান্ (ঈশ্বৰ), মই ভোগী, মই

সিদ্ধপুৰুষ, মই সুখী, মই বলৱান্। মই ধনী, মই কুলীন ( সৎকুল জাত ), মোৰ সমান আৰু কোন্ আছে? মই যজ্ঞ কৰিম, মই দান কৰিম, মই আনন্দ কৰিম—অজ্ঞানত বিমূঢ় হৈ এইবিলাক মানুহে এইদৰে ভাবে। ১৪। ১৫ ॥

অনেকচিত্তবিভ্রান্তা(ঃ) মোহজালসমাবৃতাঃ।
প্রসক্তাঃ কামভোগেষু পতন্তি নৰকেঽশুচৌ ॥ ১৬

**অন্বয় :**—অনেক চিত্তবিভ্রান্তাঃ মোহজালসমাবৃতাঃ কামভোগেষু প্রসক্তাঃ অশুচৌ নৰকে পতন্তি। ১৬ ॥

**অনুবাদ ঃ**—এনে বহুচিন্তাত বিক্ষিপ্ত-চিত্ত, মোহগ্রস্ত আৰু বাসনা তৃপ্তিত আসক্ত হৈ এই ধৰণৰ মানুহবিলাক অপবিত্র নৰকত পৰে। ১৬ ॥

আত্মসম্ভাবিতাঃ স্তব্ধা(ঃ) ধনমানমদান্বিতাঃ।
যজন্তে নামযজ্ঞৈস্তে দম্ভেনাবিধিপূর্বকম্ ॥ ১৭

**অন্বয় ঃ**—আত্ম-সম্ভাবিতাঃ স্তব্ধাঃ ধনমানমদান্বিতাঃ তে দম্ভেন নাম যজ্ঞৈঃ অবিধি পূর্বকং যজন্তে।

**অনুবাদ :**—আত্মশ্লাঘাকাৰী, অবিনীত ( স্তব্ধাঃ ) ধনৰ গৰ্বত গৰ্বিত, আৰু মদমত্ত হৈ নিজৰ গৌৰৱ বঢ়াবলৈ শাস্ত্র-বিধি নামানি নামে মাত্র যজ্ঞ কৰে। ১৭ ॥

**ব্যাখ্যা :**—১৫ শ্লোকত যজ্ঞৰ কথা কোৱা হৈছে। এই যজ্ঞ বিধিপূৰ্বক কৰা নহয়, যজ্ঞৰ বিধি পালন কৰা নহয়, যজ্ঞৰ অঙ্গাদি অনুষ্ঠিত নহয়, যজ্ঞৰ কাল যথাযথ মানি লোৱা নহয়, যজ্ঞৰদ্বাৰা কেৱল নিজৰ দম্ভ খ্যাপন কৰা হয়। ১৭ ॥

অহঙ্কাৰং বলং দৰ্পং কামং ক্রোধং চ সংশ্রিতাঃ।
মাম্ আত্মপৰদেহেষু প্রদ্বিষন্তোঽভ্যসূয়কাঃ ॥ ১৮

**অন্বয় :**—অভ্যসূয়কাঃ ( তে ) অহঙ্কাৰং বলং দৰ্পং কামং ক্রোধং চ সংশ্রিতাঃ আত্মপৰদেহেষু মাম্ প্রদ্বিষন্তঃ।

অভ্যসূয়কাঃ=সন্মাৰ্গবৰ্তিনাং গুণেষু দোষাৰোপকাঃ।

মাং=চিদংশেন স্থিতম্।

**অনুবাদ ঃ**—সাধুলোকৰ অসূয়াকাৰী সেইবিলাক ব্যক্তিয়ে অহংকাৰ, বল,

দৰ্প, কাম আৰু ক্ৰোধৰ বশৱৰ্ত্তী হৈ স্বদেহত পৰদেহত অৱস্থিত আত্মাৰূপী মোক দ্বেষ কৰে আৰু অৱজ্ঞা কৰে। ১৮ ॥

**ব্যাখ্যা :**—নিজৰ অহঙ্কাৰকেই ডাঙৰ কৰি মনাৰ নামেই সৰ্বব্যাপী আত্ম-সত্তাক নমনা। (বেদ-বেদান্তশাস্ত্ৰী)

মই অন্তৰ্য্যামিৰূপে সকলোৰে ভিতৰতে আছোঁ; কিন্তু অহঙ্কাৰৰ বশৱৰ্ত্তী হৈ মোৰ অন্তৰ্য্যামিত্ব (মই যে আত্মাৰূপে সকলোৰে ভিতৰতে আছোঁ) স্বীকাৰ নকৰি নিজৰ দেহতে অৱস্থিত মোক (আত্মাক) দ্বেষ কৰি থাকে আৰু হিংসাদি কাৰ্য্যৰ দ্বাৰা (প্ৰাণি-হিংসাদি কাৰ্য্যৰ দ্বাৰা) আনৰ দেহতো মোক দ্বেষ কৰে। (জগদীশ ঘোষ)। ১৮ ॥

তান্ অহং দ্বিষতঃ ক্ৰূৰান্ সংসাৰেষু নৰাধমান্।
ক্ষিপাম্যজস্ৰম্ অশুভান্ আসুৰীষ্বেব যোনিষু॥ ১৯

**অন্বয় :**—অহং দ্বিষতঃ ক্ৰূৰান্ নৰাধমান্ অশুভান্ তান্ সংসাৰেষু আসুৰীষু যোনিষু অজস্ৰং ক্ষিপামি। ১৯ ॥

অজস্ৰং = অনৱৰতং।

**অনুবাদ :**—হিংসুক, নিষ্ঠুৰ, অমঙ্গলীয়া, সংসাৰৰ ভিতৰত নৰাধম—এই মানুহবোৰক মই, পুনঃ পুনঃ (অনৱৰত) আসুৰী যোনিত নিক্ষেপ কৰোঁ। (যিমান দিনলৈকে সিহঁতৰ দৈৱীভাবক আশ্ৰয় কৰিবৰ ইচ্ছা নহয়)। ১৯ ॥

**ব্যাখ্যা :**—নিজৰ কৰ্ম ফলৰ দ্বাৰা সিহঁতে জন্মজন্মান্তৰে অসুৰযোনিত উৎপন্ন হয়। ১৯ ॥

আসুৰীং যোনিমাপন্নাঃ মূঢ়া(ঃ) জন্মনি জন্মনি।
মাম্ অপ্ৰাপ্যৈব কৌন্তেয় ততো যান্ত্যধমাং গতিম্ ॥ ২০

**অন্বয় :**—হে কৌন্তেয়! জন্মনি জন্মনি আসুৰীম্ যোনিম্ আপন্নাঃ মূঢাঃ মাম্ অপ্ৰাপ্য এব ততঃ অধমাং গতিং যান্তি। ২০ ॥

**অনুবাদ :**—হে কৌন্তেয়! এইবিলাক মূঢ় ব্যক্তিয়ে জন্মেজন্মে আসুৰী যোনি পায় আৰু মোক লাভ কৰিব নোৱাৰি সিহঁতৰ ক্ৰমে অধোগতি হয়। (ক্ৰমে ক্ৰমে নিম্নৰ পৰা নিম্নতৰ জন্ম হয়)। ২০ ॥

ত্ৰিবিধং নৰকস্যেদং দ্বাৰং নাশনম্ আত্মনঃ।
কামঃ ক্ৰোধস্তথা লোভস্ তস্মাদেতত্ৰয়ং ত্যজেৎ ॥ ২১

**অন্বয় :**—কামঃ ক্ৰোধঃ তথা লোভঃ—ইদং ত্ৰিবিধং নৰকস্য দ্বাৰং, আত্মানং নাশনং ; এতৎ ত্ৰয়ং ত্যজেৎ। ২১ ॥

**অনুবাদ :**—কাম, ক্ৰোধ আৰু লোভ—এই তিনিটা নৰকৰ দ্বাৰ ; ইহঁতেই হৈছে আত্মাৰ নাশক ( আত্মাৰ সত্তা স্বীকাৰ কৰাত বাধা প্ৰদানকাৰী ), ইহঁতেই তাৰ মূল। অতএৱ এই তিনিটাক ত্যাগ কৰিব লাগে। ২১ ॥

**ব্যাখ্যা :**—৪ৰ্থ শ্লোকৰ ২০শ শ্লোকলৈকে আসুৰী প্ৰকৃতিৰ মানুহবিলাকৰ আৰু সিহঁতৰ অধোগতিৰ বৰ্ণনা কৰা হ'ল। এতিয়া অধোগতিৰ মূল কাৰণ কি আৰু তাক নিবাৰণ কৰিবৰ উপায় কি—তাকেই কব ধৰিছে। ২১ ॥

**এতৈৰ্ বিমুক্তঃ কৌন্তেয় তমোদ্বাৰৈস্ ত্ৰিভিৰ্ নৰঃ।**
**আচৰত্যাত্মনঃ শ্ৰেয়স্ ততো যাতি পৰাং গতিম্॥ ২২**

**অন্বয় :**—হে কৌন্তেয় ! এতৈঃ ত্ৰিভিঃ তমোদ্বাৰৈঃ বিমুক্তঃ, নৰঃ আত্মনঃ শ্ৰেয়ঃ আচৰতি, ততঃ পৰাং গতিং যাতি।

**অনুবাদ :**—নৰকৰ দ্বাৰ স্বৰূপ এই তিনিটাৰ পৰা ( কাম, ক্ৰোধ আৰু লোভৰ পৰা ) মুক্ত হ'ব পাৰিলে মানুহে নিজৰ কল্যাণ সাধন কৰি পৰম গতি পায়। ২২ ॥

**ব্যাখ্যা :**—শুনা অৰ্জুন, নৰকৰ দুৱাৰ এই তিনি শত্ৰুৰপৰা মুক্ত হৈ মানুহে নিজৰ শ্ৰেয় সাধনৰ যত্ন কৰে আৰু পাছত উত্তম গতি লাভ কৰে।

( বেদান্ত বাচস্পতি )

দম্ভ, দৰ্প অভিমান আদি অসুৰ স্বভাৱৰ যিবিলাক দোষৰ উল্লেখ কৰা হৈছে সেই সকলোৰে মূলত কাম, ক্ৰোধ আৰু লোভ এই তিনিটা আছে। এই তিনিটাক ত্যাগ কৰিব পাৰিলে নিজৰ শ্ৰেয়সাধনৰ অৰ্থে কৰ্ম কৰা যায় আৰু সেইবাবে পৰিশেষত মোক্ষ লাভ হয়। কি উপায়দ্বাৰা ইয়াক ত্যাগ কৰিব পাৰি আৰু নিজৰ শ্ৰেয়-সাধন কৰ্ম কি তাক পাছৰ দুই শ্লোকত কৈছে। ২২ ॥ ( জগদীশ ঘোষ )

**যঃ শাস্ত্ৰবিধিম্ উৎসৃজ্য বৰ্ত্ততে কামকাৰতঃ।**
**ন স সিদ্ধিম্ অবাপ্নোতি ন সুখং ন পৰাং গতিম্॥ ২৩**

**অন্বয় :**—যঃ শাস্ত্ৰবিধিম্ উৎসৃজ্য কামকাৰতঃ বৰ্ত্ততে। সঃ সিদ্ধিম্ ন অবাপ্নোতি, ন সুখং ন পৰাং গতিম্। ২৩ ॥

সিদ্ধিং=তত্ত্বজ্ঞানম্ (শ্ৰীধৰ)

=পুৰুষাৰ্থযোগ্যতাম্ (শঙ্কৰ)

**অনুবাদ** :—যি লোকে শাস্ত্ৰবিধি নামানি নিজ ইচ্ছানুসাৰে চলে, তাৰ কৰ্মৰ উদ্দেশ্য সিদ্ধ নহয় (তত্ত্বজ্ঞান নহয়), শান্তিসুখো নহয়, মোক্ষলাভো নহয়। ২৩ ॥

শাস্ত্ৰ=শ্ৰুতি, স্মৃতি আৰু পুৰাণ আদি।

তস্মাচ্ছাস্ত্ৰং প্ৰমাণং তে কাৰ্যাকাৰ্যব্যৱস্থিতৌ।
জ্ঞাত্বা শাস্ত্ৰবিধানোক্তং কৰ্ম কৰ্তুম্ ইহাৰ্হসি ॥ ২৪

**অন্বয়** :—তস্মাৎ কাৰ্য্যাকাৰ্য্য ব্যৱস্থিতৌ শাস্ত্ৰং তে প্ৰমাণম্; ইহ শাস্ত্ৰ-বিধানোক্তং জ্ঞাত্বা কৰ্ম কৰ্ত্তুম্ অৰ্হসি। ২৪ ॥

**টীকা** ঃ—ফলিতমাহ—তস্মাদিতি। ইদং কাৰ্য্যম্ ইদম অকাৰ্য্যং চ ইতি অস্যাং ব্যৱস্থায়াং তে তৱ শাস্ত্ৰং শ্ৰুতিস্মৃতি পুৰাণাদিকম্ এৱ প্ৰমাণম্। অতঃ শাস্ত্ৰবিধানোক্তং কৰ্ম জ্ঞাত্বা ইহ কৰ্মাধিকাৰে বৰ্ত্তমানঃ যথাধিকাৰং কৰ্ম কৰ্ত্তুমৰ্হসি; তন্মূলত্বাৎ সত্ত্বশুদ্ধি সম্যক্ জ্ঞানমুক্তীনাম্ ইত্যৰ্থঃ। ২৪ ॥ (শ্ৰীধৰ)

**অনুবাদ** ঃ—অতএব কোন্‌টো কৰ্ত্তব্য আৰু কোন্‌টো অকৰ্ত্তব্য—এই বিষয়ৰ পাৰ্থক্য সম্বন্ধে সম্যক্ জ্ঞান লাভ কৰিবৰ কাৰণে শাস্ত্ৰই তোমাৰ প্ৰমাণ (পথ প্ৰদৰ্শকৰূপে গণনীয়); শাস্ত্ৰৰ বিধানত যি কোৱা হৈছে তাকে জানি আৰু বুজি লৈ এই মনুষ্য দেহত থাকি—(সংসাৰত থাকি) তোমাৰ কৰ্ত্তব্য কৰা উচিত। শাস্ত্ৰবিধি জানি লৈ তোমাৰ অধিকাৰ অনুসাৰে কৰ্মত প্ৰবৃত্ত হোৱা। ২৪ ॥

**ব্যাখ্যা** ঃ—কৰ্ত্তব্য-অকৰ্ত্তব্য, পাপ-পুণ্য—এইবোৰ কথা মানুহে যুক্তিৰে বা মনেৰে ভাবি ঠিক কৰিব নোৱাৰে। এইবোৰ আপেক্ষিক কথা। একে কামেই এখন দেশত এসময়ত আৰু কিবা এটা কাৰণত পাপ বুলি গণ্য হ'ব পাৰে; কিন্তু ঠিক সেই কামেই আন এখন দেশত আন সময়ত বা আন কাৰণত পুণ্য বুলি গণ্য হয়। সেই গুণে পাপ-পুণ্য, কৰ্ত্তব্য-অকৰ্ত্তব্যৰ বিচাৰ শাস্ত্ৰৰ বচনেৰেহে কৰিব লাগে। এয়ে আমাৰ সনাতন ধৰ্মৰ বিধান আৰু ইয়াকে আমাৰ সকলো ধৰ্ম শাস্ত্ৰই চিঞৰ চিঞৰি কৈ আছে। গীতাই ওপৰৰ দুটা শ্লোকত সেই কথাকেই কৈছে' (বেদান্ত বাচস্পতি)

কি প্ৰকাৰে জীৱন পৰিচালনা কৰিলে কাম, ক্ৰোধ, লোভ আদি জয় কৰি

নিজৰ পাৰলৌকিক বা আধ্যাত্মিক মঙ্গল আৰু সমাজৰ হিত সাধন কৰা যায়, তাকেই শাস্ত্ৰত নিৰ্দ্দিষ্ট কৰা হৈছে। সমাজৰ স্বেচ্ছাচাৰিতা আৰু উচ্ছৃঙ্খলতা নিবাৰণ কৰি ধৰ্ম আৰু লোকৰক্ষাৰ নিমিত্তে শাস্ত্ৰবিধি প্ৰৱৰ্ত্তিত হৈছে। সুতৰাং শাস্ত্ৰবিহিত কৰ্ম কৰা প্ৰত্যেকৰেই কৰ্ত্তব্য। ধৰ্মাধৰ্ম নিৰ্ণয়েই শাস্ত্ৰৰ প্ৰমাণ। ( জগদীশ ঘোষ )

সত্য নিৰ্ণয়ৰ অভ্ৰান্ত মাপকাঠি হৈছে প্ৰমাণ। প্ৰত্যক্ষ বা অনুমানেই সকলো ক্ষেত্ৰতে, বিশেষকৈ ইন্দ্ৰিয়াতীত বস্তুৰ বিষয়ে, প্ৰমাণ নহয় অৰ্থাৎ সম্যক্-ভাৱে বুজাই দিব নোৱাৰে। কি কৰিব লাগিব, কি কৰিব নালাগিব—এই বিষয়ে অৰ্থাৎ কি কি অনুষ্ঠান কৰিলে আৰু কি কি বৰ্জন কৰিলে 'কৃতকৃত্য' হোৱা যায়, সেইটো দেখুৱাই দিয়ে শাস্ত্ৰই। শ্ৰুতি, শ্ৰুতিমূলক স্মৃতি, পুৰাণ প্ৰভৃতিক শাস্ত্ৰ বোলা হয়। ২৪ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

ইতি শ্ৰীমদ্ভগবদ্গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং শ্ৰীকৃষ্ণাৰ্জ্জুন সম্বাদে দৈৱাসুৰ সম্পদ্ বিভাগযোগো নাম ষোড়শোঽধ্যায়ঃ।

## এই অধ্যায়ত বৰ্ণিত বিষয়ৰ চমু টোকা

১। দৈৱী সম্পদ্ বৰ্ণন—দৈৱী প্ৰকৃতিৰ ছাব্বিশ গুণ।

২। আসুৰী প্ৰকৃতিৰ লক্ষণ।

৩। দৈৱী সম্পদ্ মোক্ষৰ সেতু আৰু আসুৰীসম্পদ্ বন্ধনৰ হেতু।

৪। আসুৰী প্ৰকৃতিৰ বিস্তাৰিত বৰ্ণনা।

৫। নৰকৰ তিনিখন দুৱাৰ—কাম, ক্ৰোধ, লোভ; এই তিনিটাক ত্যাগ কৰিব লাগে। তাতেইহে শ্ৰেয়লাভ।

৬। শাস্ত্ৰবিধি লঙ্ঘনৰ দোষ, কাৰ্য্যাকাৰ্য্য নিৰ্ণয়ত শাস্ত্ৰই প্ৰমাণ, শাস্ত্ৰবিধি পালনৰ উপদেশ।

# শ্ৰীমদ্ভগৱদ্ গীতা

## সপ্তদশোঽধ্যায়ঃ

## শ্ৰদ্ধাত্ৰয় বিভাগযোগঃ

অৰ্জুন উবাচ—

যে শাস্ত্ৰবিধিম্ উৎসৃজ্য যজন্তে শ্ৰদ্ধয়ান্বিতাঃ।
তেষাং নিষ্ঠা তু কা কৃষ্ণ সত্ত্বম্ আহো ৰজস্তমঃ ॥ ১

**অন্বয়ঃ**—অৰ্জুনঃ উবাচ—হে কৃষ্ণ! যে শাস্ত্ৰ বিধিম্ উৎসৃজ্য তু শ্ৰদ্ধয়া অন্বিতাঃ যজন্তে, তেষাং নিষ্ঠা কা? সত্ত্বম্? ৰজঃ? আহো তমঃ? ১॥

**অনুবাদঃ**—অৰ্জুনে প্ৰশ্ন কৰিলে—যিবিলাকে শাস্ত্ৰৰ বিধান নামানি অথচ শ্ৰদ্ধাযুক্ত হৈ (শাস্ত্ৰোক্ত দেৱতাৰ উদ্দেশ্যে) পূজা আৰাধনা কৰে, তেওঁলোকৰ নিষ্ঠা ক'ত? (মনৰ স্থিতি ক'ত?) সত্ত্বত, নে ৰজোত, নে তমোত? (তেওঁলোকৰ নিষ্ঠা সাত্ত্বিকী, নে ৰাজসী, নে তামসী?)। ১ ॥

**ব্যাখ্যাঃ**—পূৰ্বৰ অধ্যায়ত কোৱা হৈছে যে, যি বিলাকে শাস্ত্ৰবিধি জানিও সেই বিধি উল্লঙ্ঘা কৰি স্বেচ্ছাচাৰী হৈ অবিধিপূৰ্বক দেৱতাৰ পূজা কৰে বা উপাসনামূলক কৰ্ম কৰে, তেওঁলোকৰ সেই কৰ্মত সিদ্ধিলাভ নহয়। কিন্তু যিবিলাকে আলস্য বা উদাসীনতাবশতঃ শ্ৰুতি, স্মৃতি প্ৰভৃতি শাস্ত্ৰৰ বিধি আৰু নিষেধ জানিবলৈ যত্ন নকৰি লৌকিক আচাৰ অনুসাৰে আৰু শ্ৰদ্ধা সহকাৰে পূজা অৰ্চ্চনাদি কৰি থাকে সেইবিলাকৰ যি নিষ্ঠা তাক কি বোলা হ'ব? সাত্ত্বিকী নে ৰাজসী, নে তামসী—অৰ্জুনৰ এই প্ৰশ্ন। অশ্ৰদ্ধা পূৰ্বক শাস্ত্ৰ আৰু ধৰ্মক যিবিলাকে অগ্ৰাহ্য কৰে তেওঁলোকৰ সিদ্ধি নহয়, সেই কথা পূৰ্বেই কৈছে—ইয়াত সেইবিলাকৰ কথা কোৱা নাই। শ্ৰদ্ধাশীল লোকৰ প্ৰকৃতিভেদে শ্ৰদ্ধা কেনেকৈ বিভিন্ন হয়, তিনি গুণভেদে আহাৰ,

যজ্ঞ, তপ, দান ইত্যাদিও কিৰূপে বিভিন্ন হয় এই অধ্যায়ত শ্ৰীভগৱানে অৰ্জুনৰ প্ৰশ্নৰ উত্তৰত সবিস্তাৰে বৰ্ণনা কৰিছে। ১ ॥

শ্ৰীভগৱান্ উবাচ—

ত্ৰিবিধা ভৱতি শ্ৰদ্ধা দেহিনাং সা স্বভাৱজা।
সাত্ত্বিকী ৰাজসী চৈব তামসী চেতি তাং শৃণু ॥ ২

**অন্বয়ঃ**—শ্ৰীভগৱান্ উবাচ—দেহিনাম্ সাত্ত্বিকী, ৰাজসী চ তামসী চ ইতি ত্ৰিবিধা এব শ্ৰদ্ধা ভৱতি সা স্বভাৱজা ; তাং শৃণু। ২ ॥

**অনুবাদ :**—শ্ৰীভগৱানে উত্তৰ দিছে—দেহীবিলাকৰ (জীৱৰ) সাত্ত্বিকী, ৰাজসী আৰু তামসী—এই তিনি প্ৰকাৰ শ্ৰদ্ধা আছে। ই স্বভাৱ-জাত অৰ্থাৎ পূৰ্বজন্মৰ সংস্কাৰৰ পৰা হোৱা। তাকে বিস্তাৰিতভাৱে কব ধৰিছোঁ শুনা। ২ ॥

সত্ত্বানুৰূপা সৰ্বস্য শ্ৰদ্ধা ভৱতি ভাৰত।
শ্ৰদ্ধাময়োঽয়ং পুৰুষো যো যচ্ছ্ৰদ্ধঃ স এব সঃ ॥ ৩

**অন্বয় :**—হে ভাৰত! সৰ্বস্য শ্ৰদ্ধা সত্ত্বানুৰূপা ভৱতি; অয়ং পুৰুষঃ শ্ৰদ্ধাময়ঃ, যঃ যচ্ছ্ৰদ্ধঃ স এব সঃ। ৩ ॥

সৰ্বস্য শ্ৰদ্ধা সত্ত্বানুৰূপা ভৱতি=বিবেকিনঃ অবিবেকিনঃ বা লোকস্য শ্ৰদ্ধা তাৰতম্যানুসাৰিণী।

যঃ যচ্ছ্ৰদ্ধঃ স এব সঃ=যাদৃশী শ্ৰদ্ধা যস্য, তাদৃশ্যাশ্ৰদ্ধয়া যুক্তঃ সঃ। (শ্ৰীধৰ)

**অনুবাদ :**—হে ভাৰত! সকলোৰে শ্ৰদ্ধা স্ব স্ব সত্ত্ব গুণৰ অনুসাৰিণী হয়; মানুহ শ্ৰদ্ধাময়; যাৰ শ্ৰদ্ধা যেনেকুৱা, সেই মানুহজনৰ প্ৰকৃতি তেনেকুৱাই হয়। [শ্ৰদ্ধা নিজ নিজ অন্তঃকৰণ বা স্বভাৱ অনুসাৰে হয়।] ৩ ॥

**ব্যাখ্যা :**—সকলো মানুহৰ স্বভাৱত সত্ত্বগুণ সমানে নাথাকে। কম-বেছি পৰিমাণে তাৰতম্য থাকে। যাৰ স্বভাৱত যি পৰিমাণে বা যেনে সত্ত্বগুণ থাকে সেই সত্ত্বগুণৰ অনুসাৰে তেওঁৰ স্বভাৱত শ্ৰদ্ধাৰ প্ৰতিফলন হয়। শ্ৰদ্ধাৰ উৎপত্তি হয় সত্ত্বগুণৰ পৰা আৰু মানুহৰ চৰিত্ৰ, আচৰণ-প্ৰকৃতি শ্ৰদ্ধাই গঠন কৰি দিয়ে। পূৰ্বজন্মৰ সংস্কাৰগুণে সত্ত্বগুণৰ তাৰতম্য হয়।

"ইয়াত সত্ত্ব শব্দৰ অৰ্থ স্বভাৱ বুলি শঙ্কৰাচাৰ্য্যই তেওঁৰ ভাষ্যত কৈছে। (অৰ্থ একেটাই হৈছে)। তেওঁ কৈছে—সত্ত্বানুৰূপা=বিশিষ্ট সংস্কাৰো-

-পেতান্তঃকৰণৰূপা = বিশিষ্ট সংস্কাৰযুক্ত অন্তঃকৰণ—ইয়াকেই স্বভাৱ বোলে। যাৰ অন্তঃকৰণত যেনে সংস্কাৰ প্ৰবল সেই সংস্কাৰ অনুৰূপে তেওঁৰ শ্ৰদ্ধা হয়। ইয়াৰ আগৰ শ্লোকৰ 'স্বভাৱজা' আৰু এই শ্লোকৰ সত্ত্বানুৰূপা—একেই কথা। পুৰুষঃ=সংসাৰী জীৱ।

এই কথাৰ তাৎপৰ্য্য এই যে সাত্ত্বিক, ৰাজসিক আৰু তামসিক—এই তিনি বিধ স্বভাৱভেদে শ্ৰদ্ধাও তিনি প্ৰকাৰ হয়। যি জন লোক সাত্ত্বিক শ্ৰদ্ধাযুক্ত তেওঁৰ কৰ্মও তদনুৰূপ হয়—যেনে সাত্ত্বিক প্ৰকৃতিৰ লোকে দেৱতাৰ পূজা কৰে—ইত্যাদি। পাছৰ শ্লোকতে সেই কথা কৈছে।" ৩॥ ( জগদীশ ঘোষ )

যজন্তে সাত্ত্বিকা দেৱান্ যক্ষ ৰক্ষাংসি ৰাজসাঃ।
প্ৰেতান্ ভূতগণাংশ্চান্যে যজন্তে তামসা(ঃ) জনাঃ॥ ৪

**অন্বয়** :—সাত্ত্বিকাঃ দেৱান যজন্তে, ৰাক্ষসাঃ যক্ষৰক্ষাংসি, অন্যে তামসাঃ জনাঃ প্ৰেতান্ ভূতগণান্ চ যজন্তে। ৪॥

**অনুবাদ** :—সাত্ত্বিক ব্যক্তিসকলে দেৱতাসকলক পূজা কৰে, ৰাজসিক প্ৰকৃতিৰ ব্যক্তিবিলাকে যক্ষ-ৰক্ষবিলাকক পূজা কৰে আৰু তামসিক প্ৰকৃতিৰ ব্যক্তিবিলাকে ভূত-প্ৰেতক পূজা কৰে। ৪॥

**ব্যাখ্যা** :—(১) দেৱান্=দেৱতাসকলক=সূৰ্য্য, ইন্দ্ৰ, বায়ু, বৰুণ, চন্দ্ৰ হুতাশন ইত্যাদি।

(২) যক্ষৰক্ষাংসি=কুবেৰ, ৰাহু ইত্যাদি।

(৩) প্ৰেতান্ ভূতগণান্=প্ৰেতযোনিত যিবিলাক আছে, যাৰ স্থূল শৰীৰ নাই অথচ বায়ুৰ দৰে পাতল দেহ থকা জীৱ।

এই পাৰ্থক্য অনুসাৰে পূজা কৰা লোকবিলাকক যথাক্ৰমে (১) সাত্ত্বিক, (২) ৰাজস আৰু (৩) তামস বোলা হয়।

অশাস্ত্ৰবিহিতং ঘোৰং তপ্যন্তে যে তপোজনাঃ।
দম্ভাহঙ্কাৰ সংযুক্তাঃ কামৰাগবলান্বিতাঃ॥ ৫

কৰ্শয়ন্তঃ শৰীৰস্থং ভূতগ্ৰামম্ অচেতসঃ।
মা চৈবান্তঃ শৰীৰস্থং তান্ বিদ্ধ্যাসুৰ নিশ্চয়ান্॥ ৬

**অন্বয়** :—দম্ভ-অহঙ্কাৰ সংযুক্তাঃ কাম ৰাগ বলান্বিতাঃ যে অচেতসঃ জনাঃ

শৰীৰস্থং ভূতগ্ৰামম্ অন্তঃশৰীৰস্থং মাং চ কৰ্শয়ন্তঃ অশাস্ত্ৰবিহিতং ঘোৰং তপঃ তপ্যন্তে তান্ আসুৰ নিশ্চয়ান্ বিদ্ধি। ৫।৬॥

**টীকা** :—ৰাজসতামসেষ্বপি পূৰ্ববিশেষমাস্তৰমাহ—অশাস্ত্ৰবিহিতামিতি দ্বাভ্যাম্ শাস্ত্ৰবিধিজ্ঞানস্তোহপি কেচিৎ প্ৰাচীনপুণ্যসংস্কাৰেণ উত্তমাঃ সাত্বিকা এব ভৱন্তি, কেচিন্মধ্যমা ৰাজসা ভৱন্তি, অধমাস্তু তামসা ভৱন্তি। যে পুনৰত্যন্তং মন্দভাগ্যাস্তে গতানুগত্যা পাষণ্ডসঙ্গেন চ তদাচাৰানুবৰ্ত্তিনঃ সন্তঃ অশাস্ত্ৰবিহিতং ঘোৰং ভয়ঙ্কৰং তপঃ তপ্যন্তে কুৰ্বন্তি। তত্ৰ হেতবঃ, দম্ভাহঙ্কাৰাভ্যাং সংযুক্তাঃ, তথা কামঃ অভিলাষঃ ৰাগঃ আসক্তিঃ বলম্ আগ্ৰহঃ এতৈঃ অন্বিতাঃ সন্তঃ। তাম্ অসুৰ নিশ্চয়ান্ বিদ্ধি ইতি উত্তৰেণ অন্বয়ঃ। কিঞ্চ কৰ্শয়ন্ত ইতি। শৰীৰস্থং প্ৰাৰম্ভকত্বেন দেহে স্থিতং ভূতানাং পৃথিব্যাদীনাং গ্ৰামং সমূহং কৰ্শয়ন্তো বৃথা উপবাসাদিভিঃ কৃশং কুৰ্বন্তঃ অচেতসঃ অবিবেকিনঃ মাঞ্চ অন্তৰ্যামিতয়া অন্তঃ শৰীৰস্থং দেহমধ্যে স্থিতং মদাজ্ঞা লঙ্ঘনেন এব কৰ্শয়ন্তঃ সন্ত এব যে তপশ্চৰান্ত, তান্ অসুৰ নিশ্চয়ান্ আসুৰঃ অতিক্ৰুৰঃ নিশ্চয়ঃ যেষাং তান্ বিদ্ধি। ৫ ৬॥

( শ্ৰীধৰ )

**অনুবাদ** :—অৰ্জুন, নিশ্চয়কৈ জানিবা যে যিবিলাক বিচাৰহীন মানুহে দম্ভ, অহঙ্কাৰ, বাসনা আৰু আসক্তিৰ দ্বাৰা পৰিচালিত হৈ নিজৰ শৰীৰক আৰু অন্তঃশৰীৰস্থ মোক যন্ত্ৰণা দি শাস্ত্ৰবিৰুদ্ধ কঠোৰ তপস্যা কৰে, সিহঁত আসুৰী প্ৰকৃতিৰ মানুহ। ৫।৬॥

**ব্যাখ্যা** :—যিবিলাক আসুৰী প্ৰকৃতিৰ লোক সেইবিলাকে বৃথা উপাবাসাদিৰদ্বাৰা উৎকট তপস্যা কৰি নিজৰ শৰীৰক অৰ্থাৎ ক্ষিতি আদি পঞ্চভূতক কষ্ট দিয়ে। কৃশ কৰে।

অন্তঃশৰীৰস্থ মোক অৰ্থাৎ আত্মাক কষ্ট দিয়ে—মোৰ ( ভগৱদ্ বাক্য ) বাক্য লঙ্ঘন কৰি, শাস্ত্ৰবিধি নামানি ঘোৰ তপস্যা কৰাৰ ফলত অন্তৰাত্মাই কষ্ট পায়। ৫।৬॥

আহাৰস্ ত্বপি সৰ্বস্য ত্ৰিবিধো ভৱতি প্ৰিয়ঃ।
যজ্ঞস্ তপস্ তথা দানং তেষাং ভেদং ইমং শৃণু॥ ৭

**অন্বয়** :—সৰ্বস্য আহাৰঃ তু অপি ত্ৰিবিধঃ প্ৰিয়ঃ ভৱতি ; তথা যজ্ঞঃ তপঃ দানং চ ; তেষাং ইমং ভেদং শৃণু।

**অনুবাদ** :—( প্ৰকৃতি ভেদে ) সকলোৰে প্ৰিয় আহাৰো তিনি প্ৰকাৰৰ হয় ; সেইদৰে যজ্ঞ, তপস্যা আৰু দানো তিনি বিধৰ হয় ; তাৰ ভিতৰত যেনেকুৱা ভেদ তাক শুনা। ৭ ॥

আয়ুঃ-সত্ত্ব-বল-আৰোগ্য-সুখ-প্ৰীতিৰ্বিবৰ্ধনাঃ।
ৰস্যাঃ স্নিগ্ধাঃ স্থিৰা(ঃ) হৃদ্যা আহাৰাঃ সাত্ত্বিক প্ৰিয়াঃ ॥ ৮

**অন্বয়** :—আয়ুঃ সত্ত্ব বল আৰোগ্য সুখ প্ৰীতিৰ্বিবৰ্ধনাঃ ৰস্যাঃ স্নিগ্ধাঃ স্থিৰাঃ হৃদ্যাঃ আহাৰাঃ সাত্ত্বিক-প্ৰিয়াঃ । ৮ ॥

সত্ত্ব=উৎসাহ, হৃদ্য=তৃপ্তিকৰ, হৃদয়ানন্দকৰ, স্থিৰ=সাৰৱান্।

**অনুবাদ** :—আয়ুস্ উৎসাহ শক্তি আৰোগ্য সুখ আৰু প্ৰীতি-বৰ্দ্ধনকাৰী ৰসাল স্নিগ্ধ পুষ্টিকৰ আৰু তৃপ্তিকৰ খাদ্য সাত্ত্বিক মানুহৰ প্ৰিয়। ৮ ॥

কট্‌ৱম্ললৱণাত্যুষ্ণ তীক্ষ্ণ ৰুক্ষ বিদাহিনঃ।
আহাৰা(ঃ) ৰাজসস্যেষ্টা(ঃ) দুঃখ শোকাময়প্ৰদাঃ ॥ ৯

**অন্বয়** :—অতিকটু-অতিঅম্ল-অতিলৱণ-অতি উষ্ণ-অতি তীক্ষ্ণ-অতিৰুক্ষ-অতি বিদাহিনঃ আহাৰাঃ দুখঃ-শোক-আময়-প্ৰদাঃ ৰাজসস্য ইষ্টাঃ। ৯ ॥

**অনুবাদ** :—অতি তিতা, অতি টেঙা, অতি লৱণাক্ত, অতি গৰম, অতি জ্বলা, অতি ৰুক্ষ, অতি বিদাহী ( জ্বালা বা প্ৰদাহকৰ ) আহাৰ ৰাজস ব্যক্তি-বিলাকৰ প্ৰিয়। এই ধৰণৰ আহাৰৰ ফল হয় দুঃখ, অনুতাপ আৰু ৰোগ। ৯ ॥

যাতযামং গতৰসং পূতি পৰ্য্যসিতং চ যৎ।
উচ্ছিষ্টমপি চামেধ্যং ভোজনং তামসপ্ৰিয়ম্ ॥ ১০

**অন্বয়** ঃ—যৎ ভোজনং যাতযামং গতৰসং পূতিপৰ্য্যষিতং উচ্ছিষ্টং অমেধ্যং ( তৎ ) তামসপ্ৰিয়ম্। ১০ ॥

যাতযামং=চেঁচা ; গতৰসং=ৰসহীন ; পূতি=দুৰ্গন্ধ ; পৰ্য্যষিতং=বাহী ; অমেধ্যং=যজ্ঞত নিষিদ্ধ, অপিৱত্ৰ, অভক্ষ্য।

**অনুবাদ** ঃ—চেঁচা, নীৰস, দুৰ্গন্ধ, বাহী, উচ্ছিষ্ট আৰু অপৱিত্ৰ অভক্ষ্য আহাৰ তামস মানুহৰ প্ৰিয়। ১০ ॥

**ব্যাখ্যা** ঃ আহাৰ্য্যাদিৰ পৰাই মন উৎপন্ন হয়। ভুক্তখাদ্য উদৰত থকা অগ্নি আৰু বায়ুৰদ্বাৰা মথিত হৈ—ইয়াৰ সূক্ষ্মাংশ উপৰত উঠি মনত পৰিণত হয়।

সেইবাবে শুদ্ধ মন যাতে ধৰ্ম অনুশীলনৰ কাৰণে সমৰ্থ হয় খাদ্যাদি বিচাৰ আৱশ্যক হয়। শ্ৰীভগৱানে আহাৰাদিৰ ত্ৰিগুণত্ব আৰু ত্ৰিগুণোৎপাদকত্ব দেখুৱাই দিছে—যাতে সাধকে তমঃ আৰু ৰজঃ পৰিহাৰ কৰি সত্ত্বত অধিষ্ঠিত হ'ব পাৰে। শিশু জন্মগ্ৰহণ কৰে কিছুমান প্ৰাক্তন সংস্কাৰ লৈ, কিন্তু শাৰীৰিক সামৰ্থ্য, মনন শক্তি, অধ্যাত্ম শক্তি—এইবোৰ নিজেই অৰ্জন কৰি ল'ব লাগে। এই বিষয়ে প্ৰধান সহায়ক হৈছে আহাৰ্য্য দ্ৰব্য। ১০॥ (বেদ-বেদান্তশাস্ত্ৰী)

অফলাকাঙ্ক্ষিভিৰ্ যজ্ঞো বিধিদৃষ্টো য ইজ্যতে।
যষ্টব্যমেবেতি মনঃ সমাধায় স সাত্ত্বিকঃ॥ ১১

**অন্বয় ঃ**—অফলা-আকাঙ্ক্ষিভিঃ যষ্টব্যম্ এব ইতি মনঃ সমাধায় যঃ বিধিদৃষ্টঃ যজ্ঞঃ ইজ্যতে, স সাত্ত্বিকঃ। ১১ ॥

ইজ্যতে=অনুষ্ঠীয়তে, অনুষ্ঠান কৰে।

**অনুবাদ :**—ফলৰ আকাঙ্ক্ষা বৰ্জন কৰা লোকে "যজ্ঞ কৰা উচিত" ইয়াকেহে কেৱল ভাবি শাস্ত্ৰৰ বিধানমতে যিজন ব্যক্তিয়ে যজ্ঞ কৰে তেওঁ সাত্ত্বিক। ১১ ॥

( যি যজ্ঞ কৰা হয় সেই যজ্ঞক সাত্ত্বিক যজ্ঞ বোলে এইদৰেও অনুবাদ কৰা হয়। )

অভিসন্ধায় তু ফলং দম্ভাৰ্থম্ অপি চৈব যৎ।
ইজ্যতে ভৰতশ্ৰেষ্ঠ তং যজ্ঞং বিদ্ধি ৰাজসম্॥ ১২

**অন্বয় ঃ**—হে ভৰত শ্ৰেষ্ঠ! যৎ তু ফলং অভিসন্ধায়, যৎ চ অপি দম্ভাৰ্থম্ এব ইজ্যতে তৎ যজ্ঞং ৰাজসং বিদ্ধি। ১২ ॥

দম্ভাৰ্থং=স্বমহত্ত্বখ্যাপনায়, নিজৰ মহত্ত্ব ( ধাৰ্মিকত্ব ) খ্যাপনৰ উদ্দেশ্যে।

**অনুবাদ :**—হে ভৰত শ্ৰেষ্ঠ! ফল লাভৰ উদ্দেশ্যে বা নিজৰ মহত্ত্ব প্ৰচাৰৰ উদ্দেশ্যে যি যজ্ঞ কৰা হয়, সেই যজ্ঞ ৰাজস যজ্ঞ বুলি জানিবা। ১২ ॥

বিধিহীনং অসৃষ্টান্নং মন্ত্ৰহীনং অদক্ষিণম্।
শ্ৰদ্ধা বিৰহিতং যজ্ঞং তামসং পৰিচক্ষতে॥ ১৩

**অন্বয় ঃ**—বিধিহীনং অসৃষ্ট-অন্নং মন্ত্ৰহীনম্ অদক্ষিণম্ শ্ৰদ্ধাবিৰহিতং যজ্ঞং তামসং পৰিচক্ষতে। ১৩ ॥

অসৃষ্ট-অন্নং=ব্ৰাহ্মণাদিভ্যঃ অদত্তান্নং, অন্নদান-বিহীনং—অন্নদানবিহীন।
ব্ৰাহ্মণাদিভ্যো ন সৃষ্টং ন নিষ্পাদিতম্। ( শ্ৰীধৰ )

**অনুবাদ** :—শাস্ত্ৰবিধি নামানি কৰা যজ্ঞ, অন্ন বিতৰণ নকৰি কৰা যি যজ্ঞ, মন্ত্ৰ যথাযথ উচ্চাৰণ নকৰি কৰা যজ্ঞ, (বিত্তশাঠ্য কৰি) যথাযথ দক্ষিণা নিদি কৰা যি যজ্ঞ আৰু শ্ৰদ্ধাবিৰহিত যি যজ্ঞ সেই যজ্ঞক জ্ঞানীসকলে তামস যজ্ঞ বুলি কয়। ১৩ ॥

**ব্যাখ্যা** :—[ বিত্তশাঠ্য—শক্তি অনুসাৰে আৰু কৰ্মৰ গুৰুত্ব অনুসাৰে দক্ষিণা নিদিয়াক বিত্তশাঠ্য কৰা বুলি কয়। ]

যজ্ঞত উচ্চাৰণ কৰা মন্ত্ৰ শুদ্ধ স্বৰ আৰু শুদ্ধবৰ্ণযুক্ত ন'হলে যজ্ঞ মন্ত্ৰহীন হয়। দক্ষিণা নিদিয়া পৰ্য্যন্ত যজ্ঞ অসম্পূৰ্ণ থাকে।

পূজাত ভক্তি নাই, শাস্ত্ৰত বিশ্বাস নাই, পুৰোহিতক উপযুক্ত দক্ষিণা দিয়া নহয়—ঢাক, ঢোল, নহবৎ, আলোকসজ্জা হৈ হৈ······যুক্ত যি পূজা—এনে ধৰণৰ অনুষ্ঠানক শ্ৰদ্ধাবিৰহিত অনুষ্ঠান বুলি কোৱা হয়। (বেদ-বেদান্তশাস্ত্ৰ)

যজ্ঞ তিনি বিধ—(১১, ১২, ১৩) সাত্ত্বিক, ৰাজস আৰু তামস।

সাত্ত্বিক যজ্ঞ=এই যজ্ঞ শাস্ত্ৰবিধান অনুসাৰে কৰা হয়। ইয়াত ফলৰ আকাঙ্ক্ষা নাই। যজ্ঞ কৰিব লাগে—এই উপদেশ শাস্ত্ৰত আছে। সেইবাবে কৰিব লাগে—এই বুদ্ধিত কৰা হয়।

ৰাজস যজ্ঞ=এই যজ্ঞত ফলৰ আকাঙ্ক্ষা থাকে আৰু নিজৰ ধাৰ্মিকত্ব খ্যাপনৰ উদ্দেশ্যও থাকে। শাস্ত্ৰবিধান মানি যদিও এই যজ্ঞ অনুষ্ঠিত হয়—তথাপি ইয়াত স্বৰ্গাদি লাভৰ আকাঙ্ক্ষা থাকে আৰু লগে লগে দম্ভ প্ৰকাশৰো ইচ্ছা মনে মনে থাকে—সেইবাবে ইয়াক ৰাজস যজ্ঞ বোলে।

তামস যজ্ঞ=শাস্ত্ৰ-বিধি পালন, অন্নবিতৰণ, শুদ্ধভাৱে মন্ত্ৰ উচ্চাৰণ, যজ্ঞৰ অন্তত যথাযথ দক্ষিণা দান আৰু শ্ৰদ্ধাৰ সহিত কৰ্মৰ অনুষ্ঠান—এয়ে হৈছে যজ্ঞৰ অঙ্গ। পূজাত ভক্তি নাই, শাস্ত্ৰত বিশ্বাস নাই, পুৰোহিতক উপযুক্ত দক্ষিণা দানৰ ইচ্ছা নাই আৰু যথানিয়মে অন্ন-বিতৰণ নাই—এনে যজ্ঞ তামস যজ্ঞ। ১৩ ॥

দেৱদ্বিজগুৰুপ্ৰাজ্ঞপূজনং শৌচম্ আৰ্জৱম্।
ব্ৰহ্মচৰ্য্যং অহিংসা চ শাৰীৰং তপ উচ্যতে ॥ ১৪

**অন্বয়** :—দেৱ-দ্বিজ-গুৰু-প্ৰাজ্ঞ-পূজনং শৌচম্ আৰ্জৱম্ ব্ৰহ্মচৰ্য্যম্ অহিংসা চ শাৰীৰং তপঃ উচ্যতে। ১৪ ॥

**অনুবাদ** :—দেৱতা, ব্ৰাহ্মণ, গুৰু আৰু জ্ঞানীৰ পূজা, শুচি-আচাৰ, সৰলতা, ব্ৰহ্মচৰ্য্য আৰু অহিংসা এই বিলাকক শাৰীৰিক তপস্যা বোলে। ১৪ ॥

**ব্যাখ্যা** ঃ—তপস্যাও তিনিবিধ—সাত্ত্বিক, ৰাজস আৰু তামস ; ( ১৪—১৭ শ্লোক ) আৰৌ প্ৰত্যেকেই শাৰীৰ, বাচিক, মানস-ভেদে তিনিবিধ ; যথা=শাৰীৰং—দেৱ, দ্বিজ, গুৰু আৰু প্ৰাজ্ঞৰ পূজা ; গুৰু—পিতা, মাতা, আচাৰ্য্য, শিক্ষক, জাতিত আৰু কৰ্মত বৃদ্ধ সকলো লোকেই গুৰু পদবাচ্য ;

প্ৰাজ্ঞ=জ্ঞানী ব্যক্তি ; শৌচং—শাৰীৰিক পৱিত্ৰতা ৰক্ষা ; আৰ্জৱ—দেহৰ ঋজুতা, সৰলতা ; পোন হৈ বহা পোন হৈ থিয় হোৱা, পোনহৈ চলা ফিৰা কৰা ইত্যাদি ; ব্ৰহ্মচৰ্য্য—মৈথুনকৰ্মত্যাগ ; অহিংসা—নিজৰ দেহেৰে অপৰৰ অনিষ্ট আচৰণ নকৰা। ( বেদ-বেদান্তশাস্ত্ৰী )

অনুদ্বেগকৰং বাক্যং সত্যং প্ৰিয়হিতং চ যৎ।
স্বাধ্যায়াভ্যসনং চৈব বাঙ্ময়ং তপ উচ্যতে ॥ ১৫

**অন্বয়** ঃ—অনুদ্বেগকৰং সত্যং প্ৰিয়হিতং চ যৎ বাক্যং চ স্বাধ্যায়—অভ্যসনং এব বাঙ্ময়ং তপঃ উচ্যতে। ১৫ ॥

**অনুবাদ** ঃ—আনৰ মনত কষ্ট নহয় এনেকুৱা বাক্য-কথন, সত্য, প্ৰিয় অথচ হিতজনক বাক্য-কথন, প্ৰত্যহ বেদাদি গ্ৰন্থৰ অংশবিশেষ ( অভাৱত সদ্‌গ্ৰন্থ ) পাঠ—ইয়াকেই বাঙ্ময় তপস্যা বোলে। ১৫ ॥

মনঃ প্ৰসাদ সৌম্যত্বং মৌনম্ আত্মবিনিগ্ৰহঃ।
ভাৱসংশুদ্ধিৰ্ ইত্যেতৎ তপোমানসম্ উচ্যতে ॥ ১৬

**অন্বয়** ঃ—মনঃ প্ৰসাদঃ সৌম্যত্বং মৌনং আত্ম-বিনিগ্ৰহঃ ভাৱ-সংশুদ্ধিঃ ইত্যেতৎ মানসম্ তপঃ উচ্যতে। ১৬ ॥

**অনুবাদ** ঃ—( মনটোক প্ৰসন্ন ( স্বচ্ছ ) ৰখা ) মনৰ প্ৰসন্নতা, ধীৰ, মৃদুভাৱ বা অক্ৰুৰতা, মৌন, আত্মসংযম, ভাৱ-শুদ্ধি—এইবোৰক মানস তপস্যা বোলে। ১৬ ॥

**ব্যাখ্যা** ঃ—সৌম্যত্বং—শান্তভাৱ, অনুদ্বিগ্ন থকাৰ ভাৱ ; মৌনং=বাচিকং তপঃ নহয়—কথা নোকোৱা কৈ থকা আৰু মনটোক উচ্চ চিন্তাত ৰখা ; আত্ম-বিনিগ্ৰহঃ—মনৰ সংযম ; ভাৱসংশুদ্ধিঃ—ভাৱৰ অৰ্থাৎ অন্তকৰণৰ শোধন ; দ্বৈত পৰিহাৰ, সুখ-দুঃখ, মান-অপমান ইত্যাদি দোষ পৰিহাৰ কৰি নিৰ্মল থকা। ১৬ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

শ্ৰদ্ধয়া পৰয়া তপ্তং তপস্ তৎ ত্ৰিবিধং নৰৈঃ।
অফলাকাঙ্ক্ষিভিৰ্ যুক্তৈঃ সাত্ত্বিকং পৰিচক্ষতে ॥ ১৭

**অন্বয় :**—অফলাকাঙ্ক্ষিভিঃ যুক্তৈঃ নৰৈঃ পৰয়া শ্ৰদ্ধয়া তপ্তং ত্ৰিবিধং তৎ তপঃ সাত্ত্বিকং পৰিচক্ষতে। ১৭ ॥

**অনুবাদ ঃ**—ফলাকাঙ্ক্ষাবৰ্জিত হৈ, একাগ্ৰ চিত্তে (যোগযুক্ত হৈ) মানুহে পৰম শ্ৰদ্ধাৰে এই তিনি বিধ তপস্যা কৰিলে, তাক সাত্ত্বিক তপস্যা বোলে। ১৭ ॥

**ব্যাখ্যা ঃ**—শাৰীৰাদি ভেদে তপস্যা যে তিনি বিধ তাক দেখুওৱা হ'ল—এতিয়া সাত্ত্বিকা ভেদে তিনি বিধ তপস্যা (১৭, ১৮, ১৯ শ্লোকত) দেখুৱাইছে—পূৰ্বে শাৰীৰ, বাচিক আৰু মানসিক যি তিনি বিধ তপস্যাৰ কথা কোৱা হ'ল—সেই তপস্যা সাধনত যদি কোনো ফলৰ আকাঙ্ক্ষা নাথাকে, একাগ্ৰচিত্তে পৰম শ্ৰদ্ধাৰে কৰিবলৈ যত্ন থাকে—তেতিয়া তাক সাত্ত্বিক তপস্যা বোলে। ১৭ ॥

সৎকাৰমানপূজাৰ্থং তপোদম্ভেন চৈব যৎ।
ক্ৰিয়তে তদিহ প্ৰোক্তং ৰাজসং চলম্ অধ্ৰুবম্ ॥ ১৮

**অন্বয় ঃ**—সৎকাৰমানপূজাৰ্থং দম্ভেন চ এব যৎ তপঃ ইহ চলং অধ্ৰুবং তৎ তপঃ ৰাজস প্ৰোক্তম্। ১৮ ॥

চলং=অস্থিৰ। অধ্ৰুবং=অনিশ্চিত।

**অনুবাদ ঃ**—নিজৰ সৎকাৰ, মান বা পূজাৰ উদ্দেশ্যে অথবা দম্ভেৰে সৈতে যি তপস্যা কৰা হয়, সেই অস্থিৰ আৰু অনিশ্চিত ফলৰ তপস্যাক এই শাস্ত্ৰত ৰাজস তপস্যা বুলি কৈছে। ১৮ ॥

**ব্যাখ্যা ঃ**—সৎকাৰ মান বা পূজাৰ উদ্দেশ্যে=সৎকাৰ শব্দৰ অৰ্থ সাধুকাৰ অৰ্থাৎ এই ব্যক্তি বৰ সাধু, বৰ তপস্বী—এইৰূপ প্ৰশংসাবাক্য লাভৰ আশা কৰি, পূজা=পাদ প্ৰক্ষালণ, উচ্চ আসনদান, উত্তম ভোজন কৰোৱা—ইত্যাদি লাভৰ আশা কৰি।

এইৰূপ তপস্যাত আত্মোন্নতি বা পাৰলৌকিক কোনো স্থায়ী ফল নহয়, কেৱল এই সংসাৰত ক্ষণস্থায়ী প্ৰতিষ্ঠালাভ হ'ব পাৰে ; কিন্তু সেইৰূপ প্ৰতিষ্ঠা যে লাভ হ'ব তাৰো কোনো নিশ্চয়তা নাই। এই নিমিত্তে ইয়াক অনিত্য, অধ্ৰুব বুলি কৈছে। ১৮ ॥

মূঢ়গ্ৰাহেণাত্মনো যৎ পীড়য়া ক্ৰিয়তে তপঃ
পৰস্যোৎসাদনাৰ্থং বা তৎ তামসম্ উদাহৃতম্ ॥ ১৯

**অন্বয় ঃ**—মূঢ়গ্ৰাহেণ আত্মনঃ পীড়য়া পৰস্য উৎসাদনাৰ্থং বা যৎ তপঃ ক্ৰিয়তে তৎ তামসম্ উদাহৃতম্ ( কথিতম্ )। ১৯ ॥

মূঢ়গ্ৰাহেণ = অবিবেককৃতেন দুৰাগ্ৰহেণ, বিচাৰ নকৰি।

উৎসাদনাৰ্থং = বিনাশাৰ্থং অভিচাৰৰূপম্, অন্যৰ অনিষ্ট কৰিবৰ উদ্দেশ্যে।

**অনুবাদ ঃ**—সম্যক্ বিচাৰ নকৰি দুষ্ট আগ্ৰহবশতঃ আত্মপীড়ন বা অপৰৰ অনিষ্ট সাধনৰ বাবে অভিচাৰ আদি ৰূপ যি তপ অনুষ্ঠিত হয় তাক তামস তপস্যা বুলি অভিহিত কৰা হয়। ১৯ ॥

দাতব্যম্ ইতি যদ্দানং দীয়তেঽনুপকাৰিণে।
দেশে কালে চ পাত্ৰে চ তদ্দানং সাত্ত্বিকং স্মৃতম্ ॥ ২০

**অন্বয় ঃ**—দেশে কালে চ পাত্ৰে চ দাতব্যম্ ইতি ন উপকাৰিণে যৎদানং দীয়তে তৎদানং সাত্ত্বিকং স্মৃতম্। ২০ ॥

**অনুবাদ ঃ**—( এতিয়া দান কাৰ্য্যত যে তিনিবিধ ২০।২১।২২ শ্লোকত কৈছে ) যাৰ পৰা কোনো প্ৰত্যুপকাৰ পোৱা নাযায় এনে উত্তম পাত্ৰক, উত্তম দেশত ( শাস্ত্ৰোক্ত পবিত্ৰ স্থানত ) আৰু উত্তম কালত কেৱল কৰ্তব্য বুদ্ধিৰে যি দান দিয়া হয়—তাক সাত্ত্বিক দান বোলে। ২০ ॥

দাতব্যম্ ইতি দীয়তে = দান কৰিব লাগে এই বুদ্ধিত।

ন উপকাৰিণে = যিজনে উপকাৰ কৰিব তেওঁক নহয়।

যৎ তু প্ৰত্যুপকাৰাৰ্থং ফলম্ উদ্দিশ্য বা পুনঃ।
দীয়তে চ পৰিক্লিষ্টং তদ্দানং ৰাজসং স্মৃতম্ ॥ ২১

**অন্বয় ঃ**—যৎ তু প্ৰত্যুপকাৰঅৰ্থং বা উদ্দিশ্য পুনঃ পৰিক্লিষ্টং দীয়তে তৎ দানং ৰাজসং স্মৃতম্। ২১ ॥

**অনুবাদ ঃ**—কিন্তু প্ৰত্যুপকাৰ লাভৰ আশাত অথবা কোনোৰূপ ফল পোৱাৰ উদ্দেশ্যে ক্লেশৰ সহিত ( বাধ্য হৈ বা ভয়ত ) যি দান কৰা হয় তাক ৰাজস দান বুলি কোৱা হয়। ২১ ॥

পৰিক্লিষ্টম্ = চিত্তক্লেশযুক্তম্—চিত্তক্লেশৰ সহিত।

অদেশকালে যদ্দানম্ অপাত্ৰেভ্যশ্চ দীয়তে।
অসৎকৃতং অৱজ্ঞাতং তৎ তামসম্ উদাহৃতম্ ॥ ২২

**অন্বয় :**—আদেশকালে অপাত্ৰেভ্যঃ চ অসৎকৃতম্ অৱজ্ঞাতং যৎ দানং দীয়তে তৎ তামসম্ উদাহৃতম্। ২২ ॥

অসৎকৃতম্=সৎকাৰশূন্যম্ অৰ্থাৎ প্ৰিয়বচন আদৰ অভ্যৰ্থনাদি বিচাৰ শূন্য।

অৱজ্ঞাতম্=তিৰস্কাৰ যুক্তম্ অৰ্থাৎ অৱজ্ঞা সহকাৰে।

**অনুবাদ ঃ**—অযোগ্য দেশত (অশুচি স্থানত) অশুভ সময়ত আৰু অযোগ্য পাত্ৰত সৎকাৰ নকৰাকৈ (প্ৰিয়বচনাদি সম্ভাষণ নকৰাকৈ) যি দান দিয়া হয় তাক তামস দান বোলে। ২২ ॥

ওঁ তৎসদিতি নিৰ্দ্দেশো ব্ৰহ্মণস্ত্ৰিবিধঃ স্মৃতঃ।
ব্ৰাহ্মণাস্ তেন বেদাশ্চ যজ্ঞাশ্চ বিহিতাঃ পুৰা ॥ ২৩
(ব্ৰহ্মণাঃ ইতি বা পাঠঃ)

**অন্বয় ঃ**—ওঁ তৎসৎ ইতি ব্ৰহ্মণঃ ত্ৰিবিধঃ নিৰ্দেশঃ স্মৃতঃ। তেন ব্ৰাহ্মণাঃ চ বেদাঃ চ যজ্ঞাঃ পুৰা বিহিতাঃ। ২৩ ॥

**অনুবাদ ঃ**—ওঁ তৎ সৎ—এই তিনিটি নামৰদ্বাৰা ব্ৰহ্মবাদীসকলে ব্ৰহ্মক নিৰ্দেশ কৰিছে। পূৰ্বে এই তিনি নামৰদ্বাৰা ব্ৰাহ্মণ, বেদ আৰু যজ্ঞ সৃষ্টি কৰিলে। ২৩ ॥

**ব্যাখ্যা ঃ**—যজ্ঞৰ কৰ্ত্তা ব্ৰাহ্মণ, যজ্ঞৰ কাৰণ বেদ আৰু যজ্ঞৰূপ ক্ৰিয়া এই ত্ৰিবিধ নামৰ দ্বাৰা নিৰ্মিত হৈছে। সৃষ্টিৰ প্ৰথমে বিধাতাই এইদৰে বিধান কৰিছিল।

(বিহিতাঃ—বিধাত্ৰা নিৰ্মিতাঃ)

"এই শ্লোকৰ অৰ্থ হয় :—ওঁ তৎ সৎ এই তিনিটি নামৰদ্বাৰা ব্ৰহ্মবাদীসকলে ব্ৰহ্মক নিৰ্দেশ কৰিছে। পূৰ্বৰে পৰা (শ্ৰুতিয়ে) এই বিধান দিছে যে এই তিনি নামৰদ্বাৰা সকলো বেদ-পাঠ; ব্ৰাহ্মণগ্ৰন্থৰ অনুষ্ঠান আৰু যজ্ঞ আৰম্ভ কৰিব। অৰ্থাৎ "ওঁ তৎ সৎ" এই কথাষাৰ উচ্চাৰণ কৰিহে এই সকলো কৰ্ম আৰম্ভ কৰিব লাগে।" (বেদান্ত বাচস্পতি)

ইয়াৰ আগতে আহাৰ, যজ্ঞ, তপঃ আৰু দানৰ তিনি তিনি প্ৰকাৰ ভেদ বৰ্ণনা কৰি কৈছে যে সেই সেই বিষয়ৰ সাত্বিকবিধ গ্ৰহণ কৰা উচিত আৰু

ৰাজস তামস আহাৰাদি পৰিত্যাগ কৰা বিধেয়—ইয়াকেই কোৱা হৈছে। ইয়াৰ ভিতৰত দৃষ্ট বিষয় হৈছে আহাৰ আৰু যজ্ঞ। তপঃ আৰু দান দৃষ্ট বিষয় নহয়। দৃষ্ট বিষয় আহাৰৰ অঙ্গবৈগুণ্য হ'ব নোৱাৰে বুলি ফলাভাৱৰ আশঙ্কা নাই ; কিন্তু যজ্ঞ, তপঃ আৰু দানৰ বিষয়ে দেখা নাযায় কাৰণে অঙ্গবৈগুণ্য বশতঃ বাঞ্ছিত ফল পোৱা নাযাব পাৰে ; কাৰণ এইবিলাকৰ অনুষ্ঠাতা মানুহ। মানুহ ভ্ৰমপ্ৰমাদশূন্য নহয় ; অতএব অঙ্গবৈগুণ্য অৱশ্যম্ভাৱী আৰু সেই কাৰণে সাত্ত্বিকভাৱে অনুষ্ঠিত হ'লেও এই যজ্ঞাদি কাৰ্য্য নিৰৰ্থক হৈ পৰিব পাৰে ; অতএব বৈগুণ্য পৰিহাৰৰ বাবে পৰম কাৰুণিক ভগৱানে নিজৰ 'ওঁ তৎ সৎ' এই নামৰূপ সামান্য প্ৰায়শ্চিত্তৰ বিধান দিছে। ওঁ তৎ সৎ এই শব্দকেইটি পৰমাত্মাৰ প্ৰতিপাদক। ইয়াৰ তিনিটা অংশ—এই কথা প্ৰাচীন ঋষিসকলে কৈছে। যজ্ঞকৰ্তা ব্ৰাহ্মণসকল, যজ্ঞৰ হেতু বেদ আৰু যজ্ঞৰূপ কৰ্ম—এই ওঁ তৎ সৎ নিৰ্দেশৰ দ্বাৰাই ব্ৰহ্মাই সৃষ্টি কৰিছে। অতএব যজ্ঞাদি সৃষ্টিৰ হেতু বুলি এই নিৰ্দেশ বৈগুণ্য পৰিহাৰত সমৰ্থ আৰু মহাপ্ৰভাৱ বিশিষ্ট। ( কৃষ্ণচন্দ্ৰৰ গীতা )

তস্মাদোম্ ইত্যুদাহৃত্য যজ্ঞ-দান-তপঃ-ক্ৰিয়া।
প্ৰৱৰ্ত্তন্তে বিধানোক্তাঃ সততং ব্ৰহ্মবাদিনাম্॥ ২৪

**অন্বয়ঃ**—ওম্ ইতি উদাহৃত্য ব্ৰহ্মবাদিনাম্ বিধান-উক্তাঃ যজ্ঞ-দান-তপঃ ক্ৰিয়াঃ সততং প্ৰবৰ্ত্তন্তে। ২৪॥

প্ৰবৰ্ত্তন্তে = অনুষ্ঠিত হয়।

**অনুবাদঃ**—এই কাৰণে ব্ৰহ্মবাচক প্ৰথম শব্দ উচ্চাৰণ কৰি বেদবাদীসকলে শাস্ত্ৰবিধান অনুসাৰে যজ্ঞদান তপস্যাদি কৰ্ম-অনুষ্ঠান কৰে। ( তেওঁৰ প্ৰীত্যৰ্থে )

**ব্যাখ্যাঃ**—এই কাৰণে অৰ্থাৎ সৃষ্টিৰ আৰম্ভণিতে পৰব্ৰহ্মৰ পৰাই যজ্ঞাদি কৰ্ম উৎপন্ন হৈছে আৰু ওঁ এই শব্দ ব্ৰহ্মবাচক বুলি যজ্ঞাদি কৰ্ম ওঁ উচ্চাৰণ কৰিয়েই অনুষ্ঠান কৰা হয়।

ওঁ উচ্চাৰণ কৰি সকলো কৰ্ম কৰিলে সেইটো ব্ৰহ্ম-প্ৰাপক হয়। ২৪॥

তদিত্যনভিসন্ধায় ফলং যজ্ঞ তপঃ ক্ৰিয়াঃ।
দান ক্ৰিয়াশ্চ বিবিধাঃ ক্ৰিয়ন্তে মোক্ষকাঙ্ক্ষিভিঃ॥ ২৫

**অন্বয়ঃ**—তৎ ইতি ফলম্ অনভিসন্ধায় মোক্ষকাঙ্ক্ষিভিঃ বিবিধাঃ যজ্ঞ তপঃ ক্ৰিয়াঃ দান ক্ৰিয়াঃ চ ক্ৰিয়ন্তে।

ফলম্ অনভিসন্ধায়=ফলসঙ্কল্পত্যাগেন। ফলৰ আকাঙ্ক্ষা নকৰি।

**অনুবাদ :**—তৎ এই শব্দ উচ্চাৰণ কৰি, মোক্ষাভিলাষী পুৰুষে কোনো ফল কামনা নকৰি নানা প্ৰকাৰ যজ্ঞ তপস্যা দান কৰ্মৰ অনুষ্ঠান কৰে। ২৫ ॥

সদ্‌ভাৱে সাধুভাৱে চ সদিত্যেতৎ প্ৰযুজ্যতে।
প্ৰশস্তে কৰ্মণি তথা সচ্ছব্দঃ পাৰ্থযুজ্যতে ॥ ২৬

**অন্বয় :**—পাৰ্থ! সদ্ভাৱে সাধুভাৱে চ সৎ ইতি এতৎ প্ৰযুজ্যতে, তথা প্ৰশস্তে কৰ্মণি সৎ শব্দঃ যুজ্যতে। ২৬ ॥

**অনুবাদ :**—সৎ শব্দ প্ৰযুক্ত হয় সত্তা বা অস্তিত্ব (আছে) এই অৰ্থত আৰু সাধুতা অৰ্থতো। হে পাৰ্থ, প্ৰশংসাৰ যোগ্য কৰ্মতো (মাঙ্গলিক কৰ্মতো) সৎ শব্দ ব্যৱহৃত হয়। ২৬ ॥

**ব্যাখ্যা :**—হে অৰ্জুন, সমুদয় পদাৰ্থই ব্ৰহ্ম—এই অৰ্থত আৰু সাধু অৰ্থ বুজাবৰ নিমিত্তেও সৎ শব্দ ব্যৱহাৰ হয় (যেনে—সৎসঙ্গ, সজ্জন ইত্যাদি) আৰু মাঙ্গলিক কৰ্মতো সৎ শব্দ ব্যৱহাৰ কৰা হয়। ২৬ ॥

(সৎ=যি বস্তু সদায় অবিকৃত ভাৱে আছে—অৰ্থাৎ ব্ৰহ্ম)

(বেদান্ত বাচস্পতি)

যজ্ঞে তপসি দানে চ স্থিতিঃ সদিতি চোচ্যতে।
কৰ্ম চৈব তদৰ্থীয়ং সদিত্যেবাভিধীয়তে ॥ ২৭

**অন্বয় :**—যজ্ঞে তপসি দানে চ স্থিতিঃ সৎ ইতি উচ্যতে, চ তৎ অৰ্থীয়ং কৰ্ম চ এব সৎ ইতি এব অভিধীয়তে। ২৭ ॥

**অনুবাদ :**—যজ্ঞ তপস্যা আৰু দানত তৎপৰভাৱে যি অৱস্থিতি (নিষ্ঠা শ্ৰদ্ধা) তাকো সৎৰূপে নিৰ্দিষ্ট কৰা হয়।

**ব্যাখ্যা :**—যজ্ঞ দানাদি কৰ্ম অসাত্ত্বিক ভাৱে, বৈগুণ্যবিশিষ্ট ৰূপে বা অভক্তিপূৰ্বক কৰিলেও ব্ৰহ্মৰ এই তিনিটা নাম উচ্চাৰণ কৰিলে—সেই কৰ্ম সাত্ত্বিক, বৈগুণ্যৰহিত আৰু সভক্তিক ৰূপে পৰিণত হয়। অতএৱ 'ওঁ তৎ সৎ' ব্ৰহ্মৰ এই তিনিটা নাম উচ্চাৰণ কৰি যজ্ঞাদি কৰ্ম প্ৰৱৰ্ত্তনীয়—এয়ে এই প্ৰকৰণৰ অৰ্থ। (জগদীশ্বৰানন্দ)

[যজ্ঞ, তপস্যা আৰু দানত তৎপৰভাৱে যি অৱস্থিতি—নিষ্ঠা বা শ্ৰদ্ধা—

তাকো সৎ বোলে আৰু ভগৱৎ প্ৰীতিৰ কাৰণে যি কৰ্ম অনুষ্ঠিত হয় তাকো সৎ বোলে। ]

ব্ৰহ্মবাদী কৰ্মযোগী 'ওঁ তৎ সৎ' বুলি সকলো কৰ্ম কৰিব অৰ্থাৎ এনেকৈ— তৎ প্ৰিয়াৰ্থে ( তৎ ইতি ) ফলাভিসন্ধানৰহিত হৈ কৰ্ম কৰিলেই সেই কৰ্ম সৎ বুলি গণ্য হয় অৰ্থাৎ সৎ-অৰ প্ৰাপক হয়। এইৰূপ ব্যাখ্যা দিবৰ বাবেই শ্ৰীকৃষ্ণই ১৭ অধ্যায়ত 'ওঁ তৎ সৎ' অৰ উল্লেখ কৰিলে। ( বেদ-বেদান্ত শাস্ত্ৰী )

**অশ্ৰদ্ধয়া হুতং দত্তং তপস্তপ্তং কৃতং চ যৎ।**
**অসদিত্যুচ্যতে পাৰ্থ ন চ তৎপ্ৰেত্য নো ইহ ॥ ২৮**

**অন্বয়** ঃ—অশ্ৰদ্ধয়া যৎ হুতং দত্তং তপঃ তপ্তং চ কৃতম্, অসৎ ইতি উচ্যতে। পাৰ্থ, তৎ ন চ প্ৰেত্য নো ( ন+উ ) ইহ।

**অনুবাদ** ঃ—শ্ৰদ্ধাহীন হৈ যি হোম দান তপস্যা কৰা হয়, তাকেই অসৎ বোলা হয়; এনে কৰ্মই ইহকাল বা পৰকালত একো ফল নিদিয়ে। ২৮ ॥

**ব্যাখ্যা** ঃ—অশ্ৰদ্ধয়া=শ্ৰদ্ধাৰ অভাব হ'লে; শ্ৰদ্ধাহীন হৈ। এই শ্ৰদ্ধা সত্যমূলক ( সত্যকাৰ ) শ্ৰদ্ধা। ওঁ তৎ সৎ—এই শ্ৰদ্ধা, 'পুৰুষোত্তম'ৰ প্ৰতি শ্ৰদ্ধা। এই শ্ৰদ্ধা নাথাকিলে কৃত কৰ্ম অসৎ।

ইহ—ইহলোকত, প্ৰেত্য চ—মৃত্যুৰ পাছতো,—কোনো শুভ ফল দিব নোৱাৰে।

ওঁ=হয়; তৎ=সেই; সৎ=নিত্য আছে। ই হ'ল ব্ৰহ্মৰ নিৰ্দেশক। বেদত ইয়াৰ অৰ্থ হৈছে—হয়, তেওঁ আছে। কিন্তু গীতাত ইয়াৰ অৰ্থ বেলেগ হৈছে,—অৰ্থাৎ ই সাত্বিক কৰ্মৰ প্ৰেৰণাদায়ক।

ফলাভিসন্ধান ৰহিত হৈ ( তৎ ), ভগৱানক স্মৰণ কৰি ভগৱানৰ প্ৰীতিৰ নিমিত্তে ( ওঁ ) কৰা যি কোনো কৰ্মই, ( সৎ ) ভগৱানৰ ওচৰত পৌছাই দিয়ে। এয়ে কৰ্মযোগ, গীতাৰ প্ৰতিপাদ্য ওঁ তৎসৎ। ( বেদ-বেদান্ত শাস্ত্ৰী )

জগতৰ ধাৰণ পোষণৰ বাবেই যজ্ঞৰ সৃষ্টি। যজ্ঞশব্দে ব্যাপক অৰ্থত চাতুৰ্বৰ্ণ্যৰ আচৰণীয় সমস্ত কৰ্মকে বুজায়। এই যজ্ঞকৰ্মৰ ব্যৱস্থাই বেদত আছে আৰু যজ্ঞৰ ৰক্ষাৰ ভাৰ প্ৰধানতঃ ব্ৰাহ্মণৰ ওপৰত আছে। ব্ৰাহ্মণ, যজ্ঞ আৰু বেদ পৰব্ৰহ্মৰ পৰাই উৎপন্ন হৈছে, সুতৰাং ব্ৰহ্মবাচক 'ওঁ তৎসৎ' এই সঙ্কল্পই সকলো সৃষ্টিৰ মূল। যজ্ঞ বা কৰ্মৰ দ্বাৰাই সৃষ্টি ৰক্ষা হয়, সুতৰাং 'ওঁ তৎসৎ' এই সংকল্পৰ দ্বাৰাই সমস্ত কৰ্ম কৰিব লাগে। ইয়াৰ মূল মৰ্ম এই যে সকলো কৰ্মকেই

পৰমাত্মাক স্মৰণ কৰি ঈশ্বৰাৰ্পণ বুদ্ধিত কৰিব লাগে অৰ্থাৎ কৰ্মক ব্ৰহ্মকৰ্মত পৰিণত কৰিব লাগে—তাক ত্যাগ কৰিব নালাগে। কৰ্মত ব্ৰহ্মনিৰ্দেশৰ দ্বাৰা এই তত্ত্বই পৰিস্ফুট হৈছে। গীতাৰ কৰ্মযোগমাৰ্গৰ আলোচনাত এই কথা প্ৰণিধান যোগ্য। ইয়াত স্পষ্ট দেখা যায় যে বৈদিক যাগযজ্ঞ গীতাই ত্যাগ কৰিব নকয় অথবা নিবৃত্তিমূলক সন্ন্যাসবাদো প্ৰচাৰ নকৰে। নিষ্কামভাৱে ঈশ্বৰাৰ্পণ বুদ্ধিত যথাপ্ৰাপ্ত কৰ্ম কৰিব লাগিব—এয়ে গীতাৰ উপদেশ। ( জগদীশ ঘোষ )

"ইদানীক তিনিও মন্ত্ৰৰ প্ৰত্যেকে প্ৰশস্ত কহন্ত—ভগৱন্তৰ নাম মন্ত্ৰ উচ্চাৰণ কৰিলে বেদবাদী-সৱৰ যজ্ঞদান ক্ৰিয়া সৱো বিগুণে সগুণ হয়। দ্বিতীয় নাম কীৰ্ত্তন কৰিলে চিত্তশুদ্ধি নিষ্কাম মোক্ষ কৰাৱে (২৪।২৫)। তৃতীয় নাম লৈয়া কৰ্মসৱ কৰালে সৱাকে শ্ৰেষ্ঠ কৰাৱে। পৰমেশ্বৰৰ নাম কীৰ্ত্তনে কৰ্ম শ্ৰেষ্ঠ হৈব তাক কি বুলিম? আৰ প্ৰসিদ্ধ তিনি নাম সেই পৰমাত্মাৰ অৰ্থে যি কৰ্ম্ম কৰে তাৰ সাধন কৃষি বাণিজ্যাদিও মহাফল সাধে। (২৬।২৭)॥ এতেকে অতি প্ৰশস্ত ভগৱন্তৰ নাম সকল কৰ্মৰ সদ্‌গুণৰ অৰ্থে কীৰ্ত্তন কৰোক।

ইদানীক সকল কৰ্মক শ্ৰদ্ধায়ে কৰিবাৰ অৰ্থে অশ্ৰদ্ধাকাৰীক নিন্দা কৰন্ত। পুৰুষে অশ্ৰদ্ধায়ে যি তপ হোম আচৰে তাক অসন্ত বুলি। ইহানীক যশস্যা নহে, বিগুণপদে পৰলোকতো ফল নপাৱে। পুৰুষে ৰাজস তামস শ্ৰদ্ধা এৰি সাত্ত্বিক শ্ৰদ্ধাক আশ্ৰয় কৰি তত্ত্বজ্ঞানৰ অধিকাৰী হয়। ২৮॥ আকে সপ্তদশ অধ্যায়ত নিৰ্ণয় কৰিলা।" ( ভট্টদেৱ )

ইতি শ্ৰীমদ্‌ভগবদ্‌ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সম্বাদে শ্ৰদ্ধাত্ৰয়বিভাগ যোগো নাম সপ্তদশোঽধ্যায়ঃ।

## এই অধ্যায়ত উল্লেখিত বিষয়সমূহৰ চমু টোকা—

(১) অৰ্জুনৰ প্ৰশ্নৰ উত্তৰত তিনিবিধ শ্ৰদ্ধা বৰ্ণন।

(২) আসুৰী তপস্যা।

(৩) সাত্ত্বিকাদি ভেদে তিনিবিধ আহাৰ।

(৪) তিনিবিধ যজ্ঞ।

(৫) শাৰীৰাদি ভেদে তিনিবিধ তপস্যা। এই তিনি বিধৰ প্ৰত্যেকে সাত্ত্বিকাদিভেদে তিনিবিধ।

(৬) সাত্ত্বিকাদি ভেদে তিনিবিধ দান।

(৭) যজ্ঞদানাদি কৰ্মত ব্ৰহ্ম নিৰ্দেশ।

(৮) অশ্ৰদ্ধাৰে কৰা যজ্ঞদানাদি অসৎ আৰু নিষ্ফল।

# শ্ৰীমদ্ভগৱদ্ গীতা

## অষ্টাদশোঽধ্যায়ঃ

## মোক্ষসংন্যাসযোগঃ

অৰ্জুন উবাচ।

সংন্যাসস্য মহাবাহো তত্ত্বম্ ইচ্ছামি বেদিতুম্।
ত্যাগস্য চ হৃষীকেশ পৃথক্ কেশীনিসূদন ॥ ১ ॥

**অন্বয়ঃ**—অৰ্জুন উবাচ—হে মহাবাহো, হে হৃষীকেশ, হে কেশীনিসূদন, সংন্যাসস্য ত্যাগস্য তত্ত্বং পৃথক্ বেদিতুম্ ইচ্ছামি। ১।

**অনুবাদঃ**—হে মহাবাহো! হে কেশীনিসূদন, সংন্যাস আৰু ত্যাগৰ তত্ত্ব কি তাক পৃথকভাৱে মই জানিবলৈ ইচ্ছা কৰোঁ।

কেশীনিসূদন=শ্ৰীকৃষ্ণই ব্ৰজলীলাত কেশী নামৰ অসুৰক বধ কৰিছিল—সেইবাবে তেওঁৰ নাম কেশীনিসূদন।

**ব্যাখ্যা**:—'ওঁ তৎসৎ' এই নিৰ্দেশ অনুসাৰে ভগৱানক স্মৰণ কৰি ফলাভিসন্ধানৰহিত হৈ কৰ্মানুষ্ঠানৰ (কৰ্মযোগৰ অনুষ্ঠানৰ) দ্বাৰা ব্ৰহ্ম (পুৰুষোত্তম, বাসুদেৱ) প্ৰাপ্তি হয়; কৰ্মত্যাগ কৰিব নালাগে— এই তত্ত্ব গীতাত প্ৰতিপাদিত হৈছে। আশ্ৰম ধৰ্মৰ যে চতুৰ্থ আশ্ৰম—তাত তো সংন্যাস বা কৰ্মত্যাগৰ বিধান দেখা যায়; স্মৃতি শাস্ত্ৰত বিহিত চতুৰ্থাশ্ৰম সংন্যাস আৰু কৰ্মযোগীৰ কাৰণে বিহিত কৰ্মফলাকাঙ্ক্ষাত্যাগ—এই দুটাৰ ভিতৰত পাৰ্থক্য কি? কৰ্মযোগীৰ পক্ষে সংন্যাস বা চতুৰ্থ আশ্ৰম স্বীকাৰ কৰি লোৱাটো অৱশ্য কৰ্তব্য নে কি? (বেদ-বেদান্তশাস্ত্ৰী)

সংন্যাস আৰু ত্যাগ এই দুইটিৰ ধাতুগত অৰ্থ একে। উভয়ৰে অৰ্থ—পৰিত্যাগ কৰা—এৰি পেলোৱা; কিন্তু সংন্যাস শব্দৰ বিশেষ অৰ্থ এই যে

সৰ্ব কৰ্ম ত্যাগ কৰি চতুৰ্থ আশ্ৰম অৱলম্বন কৰা। এই চতুৰ্থ আশ্ৰম শাস্ত্ৰবিহিত আৰু সংন্যাস অৱলম্বন ব্যতীত মোক্ষ নহয়—এই মত সুপ্ৰচলিত। অৰ্জুনেও মনে মনে ভাবি আছিল যে শ্ৰীভগৱানে নিশ্চয় এই কথা শেষত কব; কিন্তু তেওঁ ক'তো কৰ্মত্যাগৰ উপদেশ নিদিলে। তেওঁ আকৌ এই কথাহে ক'লে যে যিজনে আকাংক্ষা ত্যাগ কৰে, তেওঁৱেই হে নিত্য-সংন্যাসী। সেইবাবে অৰ্জুনে প্ৰশ্ন কৰিলে যে ত্যাগ আৰু সংন্যাস এই শব্দ দুটা তেওঁ কি অৰ্থত ব্যৱহাৰ কৰিছে? এই শব্দ দুটাৰ অৰ্থগত কোনো পাৰ্থক্য আছে নে নাই, যদি আছে সেইটো কি? এই প্ৰশ্নৰ উত্তৰতে শ্ৰীভগৱানে কৰ্মযোগ মাৰ্গৰ সাৰাংশ পুনৰায় স্পষ্টীকৃত কৰি গীতাশাস্ত্ৰৰ উপসংহাৰ কৰিছে। (জগদীশ ঘোষ।

শ্ৰীভগৱান্‌ উবাচ—

কাম্যানাং কৰ্মণাং ন্যাসং সংন্যাসং কৱয়োঃ বিদুঃ।
সৰ্বকৰ্মফলত্যাগং প্ৰাহুস্ত্যাগং বিচক্ষণাঃ ॥ ২

**অন্বয় ঃ**—শ্ৰীভগৱান্‌ উবাচ :—কৱয়ঃ কাম্যানাং কৰ্মণাং ন্যাসং সংন্যাসং বিদুঃ, বিচক্ষণাঃ সৰ্বকৰ্মফলত্যাগং ত্যাগং প্ৰাহুঃ। ২ ॥

**অনুবাদ ঃ**—শ্ৰীভগৱানে ক'লে—কাম্যকৰ্মৰ ত্যাগেই সংন্যাস আৰু সমস্ত কৰ্মৰ ফলত্যাগেই ত্যাগ বুলি সূক্ষ্মদৰ্শী সকলে কয়।

(সুতৰাং যিজনে কৰ্মফল ত্যাগ কৰে তেওঁ কৰ্ম কৰিলেও সংন্যাসী। (৬।১—২ দ্ৰষ্টব্য)। কৰ্মযোগত সংন্যাস আৰু ত্যাগ দুয়োটাই থাকিল। ৩।৩০, ৫।২—৩—১৯; ৬।১

ত্যাজ্যং দোষবদিত্যেকে কৰ্মপ্ৰাহুৰ্‌ মনীষিণঃ।
যজ্ঞদান তপঃ কৰ্ম ন ত্যাজ্যমিতি চাপৰে ॥ ৩

**অন্বয় ঃ**—একে মনীষিণঃ কৰ্ম দোষবৎ ইতি ত্যাজ্যং প্ৰাহুঃ; অপৰে চ যজ্ঞদানতপঃ কৰ্ম ন ত্যাজ্যম্‌ ইতি। ৩॥

**অনুবাদ ঃ**—একদল মনীষীয়ে কয় যে কৰ্ম মাত্ৰেই দোষযুক্ত (বন্ধনৰ কাৰণ) সেইবাবে ত্যাগ কৰিব লাগে; মনীষীসকলৰ ভিতৰতে একদলে কয় যে যজ্ঞ-দান-তপঃ কৰ্ম ত্যাগ কৰিব নালাগে। ত্যাগ কৰা উচিত নহয়। ৩॥

নিশ্চয়ং শৃণু মে তত্ৰ ত্যাগে ভৰত-সত্তম।
ত্যাগো হি পুৰুষব্যাঘ্ৰ ত্ৰিবিধঃ সংপ্ৰকীৰ্তিতঃ ॥ ৪

**অন্বয় ঃ**—হে ভৰত-সত্তম ! তত্র ত্যাগে মে নিশ্চয়ং শৃণু ; হে পুৰুষ ব্যাঘ্র ! ত্যাগঃ হি ত্রিবিধঃ সংপ্রকীৰ্ত্তিতঃ । ৪ ॥

**অনুবাদ ঃ**—হে ভৰতশ্ৰেষ্ঠঃ ! ত্যাগ বিষয়ে মোৰ সিদ্ধান্ত শুনা ; হে পুৰুষশ্ৰেষ্ঠ ! ত্যাগ তিনিবিধ বুলি কোৱা হয় । ৪ ॥

সত্বাদি গুণভেদে ত্যাগো তিনি প্ৰকাৰ।

যজ্ঞদানতপঃ কৰ্ম ন ত্যাজ্যং কাৰ্য্যমেব তৎ ।
যজ্ঞোদানং তপশ্চৈব পাবনানি মনীষিণাম্ ॥ ৫

**অন্বয় ঃ**—যজ্ঞদানতপঃ কাৰ্য্যং ন ত্যাজ্যং, তৎকাৰ্য্যম্ এব। যজ্ঞঃ দানং তপঃ চ মনীষিণাম্ এব পাৱনানি। ৫ ॥

**অনুবাদ ঃ**—যজ্ঞ দান আৰু তপস্যাৰূপ কৰ্ম ত্যাজ্য নহয়। ত্যাজ্য তো নহয়েই, অৱশ্য কৰ্ত্তব্য। যজ্ঞ দান আৰু তপস্যাকৰ্মই মনীষীসকলৰো ( বিদ্বান্ ব্যক্তিসকলৰো ) চিত্তশুদ্ধি কৰে। ৫ ॥

এতান্যপি তু কৰ্মানি সঙ্গংত্যক্ত্বা ফলানি চ।
কৰ্ত্তব্যানীতে মে পাৰ্থ নিশ্চিতং মতম্ উত্তমম্ ॥ ৬

**অন্বয় ঃ**—পাৰ্থ, এতানি কৰ্মাণি তু অপি সঙ্গং ফলানি চ ত্যক্ত্বা কৰ্ত্তব্যানি। ইতি মে নিশ্চিতম্ উত্তমম্ মতম্।

**অনুবাদ ঃ**—( আন আন নিকাম কৰ্মৰ দৰে ) যজ্ঞদানতপস্যা কৰ্মও আসক্তি আৰু ফলাকাঙ্ক্ষা ত্যাগ কৰিয়েই কৰিবই লাগিব। এয়ে মোৰ নিশ্চিত আৰু উত্তম মত। ৬ ॥

নিয়তস্য তু সংন্যাসঃ কৰ্মণো নোপপদ্যতে।
মোহাত্তস্য পৰিত্যাগস্ তামসঃ পৰিকীৰ্ত্তিতঃ ॥ ৭

**অন্বয় ঃ**—নিয়তস্য তু কৰ্মণঃ সংন্যাসঃ ন উপপদ্যতে। মোহাৎ তস্য পৰিত্যাগঃ তামসঃ পৰিকীৰ্ত্তিতঃ।

নিয়তস্য তু=বৰ্ণ-আশ্ৰম অনুসাৰে যি কৰ্ম যাৰ স্বকৰ্ম বুলি নিৰ্দিষ্ট হৈছে সেই কৰ্মৰ (৩।৮); নিয়ত কৰ্ম=নিত্যকৰ্ম বুলিও ব্যাখ্যা কৰা হয়, কথা একেটাই।

সংন্যাসঃ=ত্যাগঃ। ন উপপদ্যতে=উচিত নহয়, ত্যাগ কৰাৰ কোনো যুক্তি নাই। (উপপত্তি=যুক্তি) মোহাৎ=মোহবশতঃ। তামসঃ=তমোগুণ প্ৰেৰিত (১৪।১৭)।

**অনুবাদ ঃ**—স্বধৰ্ম বুলি যাৰ যি কৰ্ম নিৰ্দ্দিষ্ট আছে সেই কৰ্ম ত্যাগ কৰা উচিত নহয়; (যাৰ যি নিত্যকৰ্ম তাক ত্যাগ কৰা উচিত নহয়)। মোহবশতঃ যদি সেই কৰ্ম ত্যাগ কৰা হয়। সেই কৰ্মত্যাগক তামস বুলি বিশেষভাৱে অভিহিত কৰা হয়।

**ব্যাখ্যা ঃ**—নিয়ত=নি—যম্ (ধাতু) +ক্ত।

দুঃখম্ ইত্যেব যৎ কৰ্ম কায়ক্লেশ ভয়াৎ ত্যজেৎ।
স কৃত্বা ৰাজসং ত্যাগং নৈব ত্যাগফলং লভেৎ॥ ৮

**অন্বয় ঃ**—যৎ কৰ্ম দুঃখম্ এব ইতি কায়ক্লেশ ভয়াৎ ত্যজেৎ, সঃ ৰাজসঃ ত্যাগং কৃত্বা ত্যাগফলং ন এব লভেৎ। ৮॥

**অনুবাদ ঃ**—'কৰ্ম কৰিলে গাত দুঃখ পাম' এনে বুদ্ধিৰে যি কৰ্মত্যাগ কৰা হয়, সেই কৰ্মত্যাগ—ৰাজসত্যাগ; সেই ত্যাগৰপৰা ত্যাগৰ ফল পোৱা নাযায়। ৮ ॥

**ব্যাখ্যা ঃ**—ত্যাগৰ ফল শান্তি। ৰাজসিক ত্যাগত শান্তি নাই। বাসনা ত্যাগৰ পৰাহে মানুহে শান্তি লাভ কৰিব পাৰে। শান্তি লাভেই ব্ৰহ্মপ্ৰাপ্তি।

এই অধ্যায়ৰ তৃতীয় শ্লোকত কৈছে—যজ্ঞদান তপস্যাৰূপ কৰ্ম পৰিত্যাগ কৰা উচিত নহয়—এয়ে ভগৱানৰ মত। তাৰ পূৰ্বে ২য় শ্লোকত কৈছে যে কাম্য-কৰ্মৰ ত্যাগেই হে ত্যাগ। গতিকে নিষ্কামভাৱে কৰ্ম নকৰা প্ৰশ্ন নুঠে। নিষ্কামভাৱে (ফলৰ আকাঙ্ক্ষা ত্যাগ কৰি) সৰ্বদাই কৰ্ম কৰিব লাগিব। কাম্য কৰ্মৰদ্বাৰা অন্তঃকৰণ শুদ্ধ নহয়, সেই বুলি জ্ঞানাৰ্থী ব্যক্তি সকলে তাক ত্যাগ কৰিব। নিত্যকৰ্মই (স্বধৰ্ম নিৰ্দ্দিষ্ট কৰ্মই) অন্তঃকৰণৰ শুদ্ধি বিধান কৰে বুলি সি নিৰ্দ্দোষ; অতএৱ মুমুক্ষু ব্যক্তিয়ে তাক পৰিত্যাগ নকৰিব। পূৰ্বে (৬।৩) ষষ্ঠ অধ্যায়ৰ তৃতীয় শ্লোকত তাকে হে প্ৰতিপন্ন কৰিছে।

**কাৰ্য্যমিত্যেব যৎ কৰ্ম নিয়তং ক্ৰিয়তেঽৰ্জুন।**
**সঙ্গং ত্যক্ত্বা ফলং চৈব স ত্যাগঃ সাত্ত্বিকো মতঃ॥ ৯**

**অন্বয় :**—হে অৰ্জুন ! সঙ্গং ফলং এব চ ত্যক্ত্বা কাৰ্য্যম্ ইতি এব যৎ নিয়তং কৰ্ম ক্ৰিয়তে, স ত্যাগঃ সাত্ত্বিক মতঃ। ৯ ॥

**অনুবাদ :**—শুনা অৰ্জুন, আসক্তি আৰু ফলৰ আশা ত্যাগ কৰি কেৱল কৰ্ত্তব্য বুদ্ধিৰে শাস্ত্ৰ বিহিত কৰ্ম কৰাকে সাত্ত্বিক ত্যাগ বোলে। ৯ ॥

**ব্যাখ্যা :**—কাৰ্য্যম্ ইতি এব—কৰিবই লাগিব—এইটো বুজি ; কিভাৱে কৰিব লাগিব ? সঙ্গং ত্যক্ত্বা ফলং চৈব=আসক্তি আৰু ফল ত্যাগ কৰি, কি কৰ্ম ?—শাস্ত্ৰবিহিত কৰ্ম।

শাস্ত্ৰ বিহিত কৰ্ম কৰি সেই কৰ্মৰ প্ৰতি আসক্তি আৰু কৰ্মৰ ফলৰ যি ত্যাগ সেই ত্যাগেই সাত্ত্বিক ত্যাগ। কৰ্ম কৰা হ'ল অথচ ইয়াকেই সাত্ত্বিক ত্যাগ বুলি কোৱা হ'ল। কি ত্যাগ কৰা হ'ল ? ত্যাগ কৰা হ'ল আসক্তি আৰু ফল। তেনে হ'লে কৰ্মৰ ত্যাগ নহয়, কৰ্মৰ ফলৰ ত্যাগেই গীতাৰ উপদেশ।

( বেদ-বেদান্ত শাস্ত্ৰী )

ন দ্বেষ্ট্যকুশলং কৰ্ম কুশলে নানুষজ্জতে।
ত্যাগী সত্ত্বসমাবিষ্টো মেধাবী ছিন্নসংশয়ঃ ॥ ১০

**অন্বয় :**—সত্ত্বসমাবিষ্টঃ ছিন্নসংশয়ঃ মেধাবী ত্যাগী অকুশলং কৰ্ম ন দ্বেষ্টি, কুশলে ন অনুষজ্জতে। ১০ ॥

**অনুবাদ :**—সত্ত্বগুণ-বিশিষ্ট, সংশয়শূন্য, জ্ঞানী ( স্থিৰবুদ্ধি ) ত্যাগী পুৰুষৰ দুঃখকৰ কৰ্মতো বিৰক্তি নাই, সুখকৰ কৰ্মতো আসক্তি নাই।

মেধাবী—যি জনে সকলো প্ৰকাৰ তত্ত্ব আৰু বিচাৰ স্মৰণত ৰাখে ; বুদ্ধিমান, জ্ঞানী। ১০ ॥

**ব্যাখ্যা :**—ওপৰত দ্বিতীয় শ্লোকত কোৱা হৈছে যে কৰ্মযোগত সংন্যাস আৰু ত্যাগ দুয়োটাই আছে। এনে ধৰণৰ সংন্যাস আৰু ত্যাগ থকা কৰ্ম-যোগীৰ লক্ষণ এই যে—যিটো কৰিব লগীয়া কৰ্ম সেই কৰ্ম যদি দুঃখকৰো হয়, তাত তেওঁৰ কোনো বিৰক্তি বা কষ্টবোধ নাই, আৰু কৰিবলগীয়া কোনো কৰ্ম যদি সুখকৰো হয় তাতো তেওঁৰ কোনো আসক্তি বা সুখবোধ নাই।

দ্বিতীয়তঃ সত্ত্বগুণ এনে কৰ্মযোগীৰ যেন ভিতৰে বাহিৰে সম্যক্‌ৰূপে প্ৰৱেশ কৰিছে অৰ্থাৎ তেওঁৰ সত্তা সত্ত্বগুণান্বিত হৈছে, তৃতীয়তঃ তেওঁৰ বুদ্ধি ইমান নিৰ্মল যে ( তেওঁৰ মেধা ইমান তীক্ষ্ণ যে ) তেওঁ সকলো তত্ত্ব আৰু সকলো তত্ত্বৰ বিচাৰ সদায় স্মৰণ কৰি ৰাখে আৰু চতুৰ্থতঃ তেওঁৰ সকলো বিষয়ে

সকলো প্ৰকাৰ সন্দেহ দূৰীভূত হৈছে। এই ধৰণৰ ব্যক্তিয়েই গীতাৰ মতে ত্যাগী বা সংন্যাসী—। ( তাৰ কাৰণ পাছৰ শ্লোকত— ) ( বেদ-বেদান্তশাস্ত্ৰীৰ ব্যাখ্যা অনুসাৰে )

নহি দেহভৃতা শক্যং ত্যক্তুং কৰ্মাণ্যশেষতঃ
যস্তু কৰ্মফলত্যাগী স ত্যাগীত্যভিধীয়তে ॥ ১১

**অন্বয় :**—দেহভৃতা অশেষতঃ কৰ্মাণি ত্যক্তুং নহি শক্যং ; যঃ তু কৰ্মফলত্যাগী সঃ ত্যাগী ইতি অভিধীয়তে ॥ ১১

**অনুবাদ :**—( কাৰণ ) দেহধাৰীৰ পক্ষে কৰ্ম সম্পূৰ্ণৰূপে ত্যাগ কৰা সম্ভৱ নহয় ; অতএৱ যি জনে কৰ্ম কৰিও কৰ্মফল ত্যাগ কৰে, তেওঁকেই প্ৰকৃত ত্যাগী বুলি কোৱা হয়। ১১

**ব্যাখ্যা :**—যঃ তু=কিন্তু যি জনে, কৰ্মফলত্যাগী=কৰ্মফলত্যাগশীল, স ত্যাগী=তেৱেঁই ত্যাগী ( সংন্যাসীও ), ইতি অভিধীয়তে—এইৰূপে কথিত হয়।

অনিষ্টং ইষ্টং মিশ্ৰং চ ত্ৰিবিধং কৰ্মণঃ ফলম্।
ভবত্যত্যাগিনাং প্ৰেত্য নতু সংন্যাসিনাং ক্বচিৎ ॥ ১২

**অন্বয় :**—অনিষ্টং ইষ্টং মিশ্ৰং চ ত্ৰিবিধং কৰ্মণঃ ফলং ; অত্যাগিনাং প্ৰেত্য ভৱতি ; ন সংন্যাসিনাং ন ক্বচিৎ। ১২ ॥

**অনুবাদ :**—কৰ্মৰ ফল তিনি ৰকমৰ হ'ব পাৰে—(১) ইষ্ট—অভিলষিত, (২) অনিষ্ট—অনভিলষিত (৩) মিশ্ৰ—দুয়োটাই। যি বিলাকে ফল কামনা ত্যাগ নকৰে, সেই অত্যাগী পুৰুষ সকলে মৃত্যুৰ পাছত নিজ নিজ কৰ্মানুসাৰে এই তিনিপ্ৰকাৰ ফল লাভ কৰে; কিন্তু যি বিলাকে কৰ্মফল ত্যাগ কৰি কৰ্ম কৰে, সেইবিলাক লোকে ( সংন্যাসীসকলে ) কেতিয়াও এই ফল লাভ নকৰে অৰ্থাৎ তেওঁলোকে কৰ্মকৰিও কৰ্মফলৰদ্বাৰা আবদ্ধ নহয়। ১২ ॥

**ব্যাখ্যা :**—প্ৰেত্য অত্যাগিনাং—মৃত্যুৰ পাছত অত্যাগীৰ ( যিবিলাকে ফলাকাঙ্ক্ষা ত্যাগ নকৰে )।

সংন্যাসিনাং—সংন্যাসি শব্দেন অত্ৰ ফলত্যাগসাম্যাৎ প্ৰকৃতাঃ কৰ্মফল-ত্যাগিনো গৃহ্যন্তে ( শ্ৰীধৰ )। সংন্যাসী শব্দৰ অৰ্থ ইয়াত ফলত্যাগ কৰা বাবে প্ৰকৃত কৰ্মফল ত্যাগীকেই বুজাইছে—কৰ্মত্যাগীক বুজোৱা নাই। ১২ ॥

পঞ্চৈতানি মহাবাহো কাৰণানি নিবোধ মে।
সাংখ্যে কৃতান্তে প্ৰোক্তানি সিদ্ধয়ে সৰ্বকৰ্মণাম্ ॥ ১৩

**অন্বয়** :—হে মহাবাহো ! কৃত-অন্তে সাংখ্যে সৰ্বকৰ্মণাম্ সিদ্ধয়ে প্ৰোক্তানি ইমানি পঞ্চকাৰণানি মে নিবোধ। ১৩ ॥

**টীকা** :—নন্নু কৰ্ম কুৰ্বতঃ কৰ্মফলং কথং ন ভবেৎ ইতি আশঙ্ক্য সঙ্গত্যাগিনো নিৰহঙ্কাৰস্য কৰ্মলোপঃ নাস্তি—ইতি উপপাদয়িতুম্ আহ—পঞ্চেতি পঞ্চভিঃ। সৰ্বকৰ্মাণাং সিদ্ধয়ে নিষ্পত্তয়ে ইমানি বক্ষ্যমাণানি পঞ্চকাৰণানি মে মম বচনানি নিবোধ জানীহি। আত্মনঃ কৰ্তৃত্বাভিমান-নিবৃত্ত্যৰ্থং অৱশ্যং এতানি জ্ঞাতব্যানি ইতি এবং তেষাং স্তুত্যৰ্থং এব আহ—সাংখ্য ইতি।

সম্যক খ্যায়তে জ্ঞায়তে পৰমাত্মা অনেন ইতি সাংখ্যং তত্ত্বজ্ঞানং তস্মিন্ কৃতং কৰ্ম তস্য অন্তঃ সমাপ্তিঃ অস্মিন্ ইতি কৃতান্তঃ তস্মিন্ বেদান্তসিদ্ধান্তঃ ইতি অৰ্থঃ। যদ্বা সংখ্যায়ন্তে গণ্যন্তে তত্ত্বানি অস্মিন্ ইতি সাংখ্যং, কৃতঃঅন্তঃ নিৰ্ণয়ঃ অস্মিন্ ইতি কৃতান্তং সাংখ্যশাস্ত্ৰমেৱ, তস্মিন্ প্ৰোক্তানি অতঃ সম্যক্ নিবোধ ইতি অৰ্থঃ। ১৩ ॥ ( শ্ৰীধৰ )

**অনুবাদ** :—হে মহাবাহো ! সকলো কৰ্মৰ সিদ্ধিৰ বাবে ( নিষ্পত্তি বা সম্পাদনৰ নিমিত্তে ) কৰ্মৰ তত্ত্বপ্ৰদৰ্শক জ্ঞান শাস্ত্ৰত এই পাঁচটি কাৰণ দেখুৱা হৈছে—মই কওঁ শুনা।

**ব্যাখ্যা** :—কৃতান্তে সাংখ্যে=কৰ্মৰ তত্ত্বপ্ৰদৰ্শক জ্ঞান শাস্ত্ৰত। সাংখ্যে কৃতান্তে=বেদান্ত সিদ্ধান্তে, সাংখ্যে—সাংখ্য দৰ্শনত, কৃতান্তে—শেষতত্ত্ব নিৰ্ণায়ক বেদান্ত শাস্ত্ৰত। সাংখ্য শাস্ত্ৰত আৰু বেদান্ত শাস্ত্ৰত—উভয় শাস্ত্ৰতে।

অধিষ্ঠানং তথাকৰ্ত্তা কৰণং চ পৃথগ্ বিধম্।
বিবিধাশ্চ পৃথক্ চেষ্টা (ঃ) দৈৱঃ চৈবাত্ৰ পঞ্চমম্ ॥ ১৪

**অন্বয়** :—অধিষ্ঠানং তথা কৰ্ত্তা পৃথগ বিধংচ কৰণং বিবিধাঃ চ পৃথক্ চেষ্টাঃ অত্ৰ পঞ্চমম্ দৈৱম্ এব চ। ১৪ ॥

**টীকা** :—অধিষ্ঠানং শৰীৰং কৰ্ত্তা চিৎ অচিৎগ্ৰন্থিঃ অহঙ্কাৰঃ, পৃথক্ বিধং অনেক প্ৰকাৰং চক্ষুঃশ্ৰোত্ৰাদি, বিবিধাঃ কাৰ্য্যতঃ স্বৰূপতঃ চ পৃথকভূতাঃ চেষ্টাঃ প্ৰাণ-অপানাদীনাং ব্যাপাৰঃ, অত্ৰ চ এতেষু এব পঞ্চমং চ কাৰকং চক্ষুঃ-আদিঃ অনুগ্ৰাহকম্ আদিত্যাদি সৰ্বপ্ৰেৰকোঽন্তৰ্য্যামী বা। ১৪ ॥ ( শ্ৰীধৰ )

**অনুবাদ :** অধিষ্ঠান, কৰ্মকৰ্ত্তা, বিভিন্ন সাধন, কৰ্ত্তাৰ বিবিধ পৃথক্ পৃথক্ চেষ্টা আৰু পঞ্চম দৈৱ। ১৪ ॥

**ব্যাখ্যা :**—অধিষ্ঠান—দেহ ; কৰ্ত্তা—নিজৰ অহংভাৱ, বিভিন্ন সাধন—চক্ষুবাদি ইন্দ্ৰিয়বিলাক, কৰ্ত্তাৰ বিবিধ পৃথক্ পৃথক চেষ্টা—প্ৰাণ-অপান-আদিৰ নানাপ্ৰকাৰ ব্যাপাৰ আৰু পঞ্চম দৈৱ—ইন্দ্ৰিয়াধিষ্ঠাত্ৰী দেৱতাসকলৰ শক্তি ( চক্ষুবাদি ইন্দ্ৰিয়বোৰৰ অনুগ্ৰাহক সূৰ্য্যাদি অথবা সৰ্বপ্ৰকাৰ অন্তৰ্য্যামী )। ১৪ ॥

[ পঞ্চমদৈৱ=পূৰ্বপূৰ্ব জন্মৰ কৰ্মৰ সঞ্চিত সংস্কাৰ অনুসাৰে ফলদান-প্ৰৱণতা। ( বেদ বেদান্ত শাস্ত্ৰী ) ]

**শৰীৰবাঙ্মনোভিৰ্ যৎ কৰ্মপ্ৰাৰভতে নৰঃ।**
**ন্যায্যং বা বিপৰীতং বা পঞ্চৈতে তস্য হেতবঃ॥ ১৫**

**অন্বয় :**—নৰঃ শৰীৰবাক্‌মনোভিঃ যৎ ন্যায্যং বা বিপৰীতং বা কৰ্ম প্ৰাৰভতে, এতে তস্য হেতবঃ। ১৫ ॥

ন্যায্যং=ধৰ্ম্ম্যং, শাস্ত্ৰীয়ং

বিপৰীতং = অধৰ্ম্ম্যং, অশাস্ত্ৰীয়ং

**অনুবাদ :**—মানুহে শৰীৰ মন আৰু বাক্যৰ দ্বাৰা শাস্ত্ৰানুকূল বা শাস্ত্ৰ বিৰুদ্ধ যি কৰ্মকে আৰম্ভ কৰে ( ন্যায় অন্যায় যি কামকে কৰে ) সেই সকলোবোৰৰে এই পাচোঁটাই কাৰণ। ১৫ ॥

**তত্ৰৈবংসতি কৰ্ত্তাৰম্ আত্মানং কেবলং তু যঃ।**
**পশ্যত্যকৃতবুদ্ধিত্বান্ন স পশ্যতি দুৰ্মতিঃ॥ ১৬**

**অন্বয় :**—তত্ৰ এবং সতি তু যঃ কেৱলং আত্মানং কৰ্ত্তাৰং পশ্যতি, অকৃতবুদ্ধিত্বাৎ সঃ দুৰ্মতিঃ ন পশ্যতি। ১৬ ॥

অকৃতবুদ্ধিত্বাৎ=শাস্ত্ৰাচাৰ্য্যোপদেশাভ্যাসেন অসংস্কৃতবুদ্ধিত্বাৎ—যাৰ বুদ্ধি শাস্ত্ৰ আৰু আচাৰ্য্যৰ উপদেশৰ অভ্যাস নকৰা বাবে সংস্কৃত হোৱা নাই। ( শ্ৰীধৰ )—মনৰ সম্যক্ বিকাশ নোহোৱা বাবে।

**অনুবাদ :**—কৰ্ম বিষয়ে এনে যেতিয়া সত্য ( অৰ্থাৎ পাঁচ প্ৰকাৰ কাৰণ নহলে যেতিয়া নহয় ), যি ব্যক্তিয়ে এই সত্যটো মনেৰে ধাৰণা কৰিব নোৱাৰি, কেৱল আত্মাকেহে কৰ্ত্তা যেন দেখে ( একমাত্ৰ নিজকেই কৰ্ত্তা বুলি ভাৱে, সেই দুৰ্মতি জনৰ দেখা সত্য নহয় ( অৰ্থাৎ সেই দুৰ্মতিজন অতি অজ্ঞ )। ১৬ ॥

**ব্যাখ্যা ঃ**—যি হেতু দেহ আদি পাঁচটি কৰণৰ দ্বাৰা কায়িক বাচিক আৰু মানসিক সমস্ত কৰ্ম সম্পাদিত হয়, সেইকাৰণে সদা অকৰ্ত্তা আত্মাক্ নিজনে অপৰিমাৰ্জিত বুদ্ধিৰ দোষত দেহাদি পাঁচটি কৰণৰ দ্বাৰা (ক্ৰিয়মাণ) কৰ্মৰ কৰ্ত্তা বুলি ভাবে—সেই ভ্ৰান্তবুদ্ধি ব্যক্তি সম্যক্ দৰ্শক নহয় অৰ্থাৎ আত্মতত্ত্ব আৰু কৰ্মতত্ত্ব নাজানে। (জগদীশ্বৰানন্দ)

যস্য নাহঙ্কৃতো ভাবো বুদ্ধিৰ্যস্য ন লিপ্যতে।
হত্বাপি স ইমাঁল্লোকান্ ন হন্তি ন নিবধ্যতে॥ ১৭

**অন্বয় ঃ**—যস্য অহঙ্কৃত ভাবঃ ন, যস্য বুদ্ধিঃ ন লিপ্যতে, সঃ ইমান্ লোকান্ হত্বা অপি ন হন্তি। ১৭॥

যস্য অহঙ্কৃত ভাবঃ ন='মই কৰ্ত্তা' এনে ভাব যাৰ নাই;

যস্য বুদ্ধিঃ ন লিপ্যতে=যাৰ বুদ্ধি কোনো পদাৰ্থত বা কামনাত লিপ্ত নহয়।

**অনুবাদ ঃ**—'মই কৰ্ত্তা' যাৰ এই ভাব নাই, যাৰ বুদ্ধি কৰ্মৰ ফলাফলত আসক্ত নহয়, তেওঁ সমস্ত লোকক মাৰিলেও কাকো মাৰা নহয় অৰ্থাৎ তেওঁক হত্যাৰ দোষে নাপায় আৰু সেই কৰ্মফলৰ দ্বাৰাও তেওঁ আবদ্ধ নহয়। ১৭॥

**ব্যাখ্যা ঃ**—এনে ধৰণৰ লোকৰ সৰ্বপ্ৰাণীতে সমবুদ্ধিত্ব আহি গৈছে আৰু তেওঁ কেৱল স্বধৰ্ম অনুসাৰে কৰ্ম কৰি আছে বুলি তেওঁৰ কোনো বন্ধন নহয়, পাপ নহয়। এই শ্লোকৰ তাৎপৰ্য্য এনে নহয় যে তেওঁ অন্যায় কাৰ্য্যও কৰিব পাৰে।

এনে ব্যক্তি এই শুভ বা অশুভ কৰ্ম মই কৰিছোঁ এনে ভাৱত লিপ্ত নহয়। ১৭॥

জ্ঞানং জ্ঞেয়ং পৰিজ্ঞাতা ত্ৰিবিধা কৰ্মচোদনা।
কৰণং কৰ্ম কৰ্তেতি ত্ৰিবিধঃ কৰ্মসংগ্ৰহঃ॥ ১৮

**অন্বয় ঃ**—জ্ঞানং জ্ঞেয়ং পৰিজ্ঞাতা ত্ৰিবিধা কৰ্মচোদনা [এবং] কৰণং কৰ্ম কৰ্ত্তা ইতি ত্ৰিবিধঃ কৰ্মসংগ্ৰহঃ। ১৮॥

জ্ঞানং—ইষ্টসাধনং ইতি বোধঃ,

জ্ঞেয়ং—ইষ্টসাধনং কৰ্ম, কৰ্মসংগ্ৰহঃ=ক্ৰিয়াশ্ৰয়ঃ।

পৰিজ্ঞাতা—এতজ্ জ্ঞানাশ্ৰয়ঃ (শ্ৰীধৰ)

কৰ্মচোদনা—যি মানসিক বিচাৰে কৰ্মত প্ৰেৰণা দিয়ে।

**অনুবাদ**ঃ—জ্ঞান জ্ঞেয় আৰু জ্ঞাতা এই তিনিটি কৰ্মপ্ৰবৃত্তিৰ হেতু। কৰণ, কৰ্ম আৰু কৰ্ত্তা এই তিনিটি কৰ্মৰ আশ্ৰয়—( যি হে কৰ্মক ধৰি ৰাখিছে বা যি নহ'লে কৰ্ম নহয় )। ১৮॥

**ব্যাখ্যা**ঃ—কৰ্মপ্ৰবৃত্তিৰ হেতু কৰ্মচোদনা। জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা এই তিনিটাৰ বিচাৰেই কৰ্মত প্ৰেৰণা দিয়ে। এই মানসিক ব্যাপাৰত জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা এই তিনিটাৰ প্ৰয়োজন। কৰ্মসংগ্ৰহ কৰ্মসাধনৰ বাবে সকলোবোৰ বাহ্যব্যাপাৰেই কৰ্মসংগ্ৰহ। কৰ্মসাধনত কৰণ, কৰ্ম আৰু কৰ্ত্তাৰ প্ৰয়োজন।

"তাৎপৰ্য্য—কৰ্মচোদনা আৰু কৰ্মসংগ্ৰহ দাৰ্শনিক পাৰিভাষিক শব্দ। কোনো কৰ্ম আৰম্ভ কৰিবৰ আগতে এটা প্ৰেৰণা লাগে। এই প্ৰেৰণাৰ বাবে জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা এই তিনিটা লাগে। এইটো মোৰ ইষ্ট—এই বিষয়ে যি বোধ সেইটো জ্ঞান আৰু সেই ইষ্ট বিষয়টো জ্ঞেয়। ইষ্ট বিষয়ত যাৰ জ্ঞান জন্মে তেওঁ জ্ঞাতা। যেনে কাপোৰ এখন বুৰলৈ গ'লে কোনো ব্যক্তিৰ ( জ্ঞাতাৰ ) কাপোৰৰ ( জ্ঞেয় ) আৱশ্যকতাৰ বোধ ( জ্ঞান ) লাগে। ইয়াকেই চোদনা বা প্ৰেৰণা বোলে। এই প্ৰেৰণাৰ পৰাই বোৱনীয়ে ( কৰ্ত্তাই ), তাঁতশালত ( কৰণ ) কাপোৰ বোৱে ( কৰ্ম )। এয়ে কৰ্মসংগ্ৰহ। কৰ্ম চোদনা হৈছে কৰ্ম বিষয়ক মানসিক প্ৰেৰণা আৰু কৰ্মসংগ্ৰহ হৈছে তাৰ বাহ্যপ্ৰকাশ।" ১৮॥ ( জগদীশ ঘোষ )

জ্ঞানং কৰ্ম চ কৰ্ত্তা চ ত্ৰিধৈৱ গুণভেদতঃ।
প্ৰোচ্যতে গুণসংখ্যানে যথাবচ্ছৃণু তান্যপি॥ ১৯

**অন্বয়**ঃ—গুণ-সংখ্যানে জ্ঞানং কৰ্ম চ কৰ্ত্তা চ গুণভেদতঃ ত্ৰিধা এব প্ৰোচ্যতে। তানি অপি যথাৱৎ শৃণু। ১৯॥

গুণ-সংখ্যানে=তিনি গুণৰ আলোচনা যি শাস্ত্ৰত হৈছে—সেই সাংখ্য শাস্ত্ৰত।

গুণভেদে=সত্ত্বাদি গুণভেদে।

**অনুবাদ**ঃ—জ্ঞান তিনিবিধৰ, কৰ্ম তিনিবিধৰ আৰু কৰ্ত্তাও তিনিবিধ। গুণৰ ভেদ অনুসাৰে তিনি তিনি প্ৰকাৰৰ হয়—এই ত্ৰিগুণৰ আলোচনা যি শাস্ত্ৰত আছে সেই সাংখ্যশাস্ত্ৰত যেনেদৰে কোৱা আছে—তাকো শুনা।

**ব্যাখ্যা** :—সত্ত্ব, ৰজঃ তমঃ এই তিনিগুণৰ ভেদ সাংখ্যদর্শনত নির্ণয় কৰিছে। তাত গুণৰ তাৰতম্য অনুসাৰে জ্ঞান, কর্ম আৰু কর্তাৰ তিনি তিনি ৰকমৰ ভেদ নির্দেশ কৰিছে—সেই কথা মই যথার্থৰূপে কওঁ শুনা।

( ইয়াত জ্ঞান মানে পৰোক্ষ জ্ঞান, তত্ত্ব জ্ঞান ) ১৩।৭-১১ )

সর্বভূতেষু যেনৈকং ভাৱম্ অব্যয়ং ঈক্ষতে।
অবিভক্তং বিভক্তেষু তজ্জ্ঞানং বিদ্ধি সাত্ত্বিকম্॥ ২০

**অন্বয়** :—যেন বিভক্তেষু সর্বভূতেষু অবিভক্তম্ একম্ অব্যয়ম্ ভাৱম্ ঈক্ষতে, তৎ জ্ঞানং সাত্ত্বিকম্ বিদ্ধি।

**টীকা** :—তত্র জ্ঞানস্য সাত্ত্বিকাদি ত্রৈবিধ্যম্ আহ—সর্বেতি ত্রিভিঃ। সর্বেষু ভূতেষু ব্রহ্মাদি স্থাৱৰান্তেষু বিভক্তেষু পৰস্পৰং ব্যাবৃত্তেষু অবিভক্তম্ অনুস্যূতম্ একং অব্যয়ং নির্বিকাৰং ভাৱং পৰমাত্মতত্ত্বং যেন জ্ঞানেন ঈক্ষতে আলোচয়তি তৎ জ্ঞানং সাত্ত্বিকং বিদ্ধি। ২০॥ ( শ্রীধৰ )

**অনুবাদ** ঃ—পৃথক্ পৃথক্ সৃষ্ট পদার্থত অবিভক্ত অধিকাৰী একেটি সত্তাকে যি জ্ঞানৰ দ্বাৰা প্রত্যক্ষ উপলব্ধি হয় তাকে সাত্ত্বিক জ্ঞান বুলি জানিবা। ২০॥

**ব্যাখ্যা** ঃ—বিভক্তেষু সর্বেষু ভূতেষু—পৃথক্ পৃথক্ সৃষ্ট পদার্থত ; অবিভক্তং অব্যয়ং ভাৱং—অবিভক্ত অবিনাশী, অধিকাৰী একমাত্র সত্তাক ; যেন ঈক্ষতে—যি জ্ঞানৰ দ্বাৰা প্রত্যক্ষ উপলব্ধি হয়। তৎ সাত্ত্বিকং জ্ঞানং বিদ্ধি—তাকে সাত্ত্বিক জ্ঞান বুলি জানিবা (১৩।১৬)।

"যি জ্ঞানৰ দ্বাৰা অব্যক্তৰ পৰা স্থাৱৰ পর্যন্ত বহুধা বিভক্ত সর্বভূতত এক অবিভক্ত অক্ষৰ আত্মবস্তু দৃষ্ট হয়, সেই অদ্বৈত আত্মদর্শনৰূপ সম্যক্ জ্ঞানক সাত্ত্বিক জ্ঞান বোলে।" ২০॥ ( জগদীশ্বৰানন্দ )

পৃথক্ত্বেন তু যজ্জ্ঞানং নানাভাৱান্ পৃথগ্বিধান্।
বেত্তি সর্বেষু ভূতেষু তজ্জ্ঞানং বিদ্ধি ৰাজসম্॥ ২১

**অন্বয়** ঃ—যৎজ্ঞানং তু পৃথক্ত্বেন সর্বেষু ভূতেষু পৃথক্ বিধান্ নানাভাৱান্ বেত্তি, তৎজ্ঞানং ৰাজসং বিদ্ধি। ২১॥

**অনুবাদ** ঃ—যি জ্ঞানৰদ্বাৰা সকলো পদার্থত বিভিন্ন প্রকাৰৰ অনেক ভাৱক পৃথক্ পৃথক্ বুলি জনা যায়, তাকে ৰাজস জ্ঞান বুলি জানিবা। ২১॥

**ব্যাখ্যা**ঃ—কিন্তু যি জ্ঞানৰ দ্বাৰা প্ৰত্যেক শৰীৰতে পৃথক্‌ভাৱে অৱস্থিত প্ৰাণীৰ দেহত ভিন্ন ভিন্ন আত্মাৰ দৰ্শন হয় তাকে ৰাজসিক জ্ঞান বুলি জানিবা।

[ এই পৰম্পৰ ভিন্ন ভিন্ন ভাৱৰ আত্মাৰ দৰ্শন হয়, সুখ দুঃখৰ প্ৰভেদ থকাৰ কাৰণে। ] ( জগদীশ্বৰানন্দ )

যি জ্ঞানৰ দ্বাৰা ভিন ভিন্ ভূতবৰ্গত ভিন্ ভিন্ ভাৱৰ অনুভূতি হয় তাকেই ৰাজস জ্ঞান বোলে। এক আত্মা সৰ্বদেহত থাকিলেও ৰজোগুণী লোকৰ ভিতৰত ৰাজস ভাৱৰ ভেদত্ব থকা বাবে সেই আত্মাক ভিন্‌ভিন্‌ভাৱে যে অনুভূত হয়, সেই অনুভূতিমূলক যি জ্ঞান তাকেই ৰাজস জ্ঞান বোলে। ২১ ॥

যত্তু কৃৎস্নবদেকস্মিন্ কাৰ্য্যে সক্তং অহৈতুকম্।
অতত্ত্বাৰ্থবদল্পং চ তৎ তামসমুদাহৃতম্ ॥ ২২

**অন্বয়**ঃ—যৎ তু একস্মিন্ কাৰ্য্যে কৃৎস্নবৎ সক্তম্, অহৈতুকম্ অতত্ত্বাৰ্থৱৎ অল্পং চ তৎ তামসম্ উদাহৃতম্। ২২ ॥

অহৈতুকং=বিচাৰশূন্য; অতত্ত্বাৰ্থৱৎ=সত্য তত্ত্ব নাজানি; কাৰ্য্যে সক্তম্ =কাৰণৰ কোনো সন্ধান নকৰি ‘কাৰ্য্যে’ ( উৎপন্ন শৰীৰাদিত ) আসক্ত হয়; কৃৎস্নৱৎ—এয়েই তো সকলো—এইৰূপে ভাবি লৈ; অল্পং—অতিঅল্প, অতিতুচ্ছ; যৎ তু=যি জ্ঞান।

**অনুবাদ**ঃ—যি জ্ঞানৰ দ্বাৰা একমাত্ৰ দেহতে বা প্ৰতিমাদিতে সম্পূৰ্ণ আত্মা বা ঈশ্বৰ অৱস্থিত আছে, এইৰূপ অভিনিবেশ জন্মে সেই জ্ঞান অযথাৰ্থ, যুক্তিহীন আৰু তুচ্ছ। তাকেই তামস জ্ঞান বোলে। ২২ ॥

**ব্যাখ্যা**ঃ—[ (১) জগতৰ নানাত্বৰ ভিতৰত একত্ব দেখাটো সাত্বিক জ্ঞান—(২) একত্বৰ ভিতৰত নানাত্ব দেখাটো ৰাজস জ্ঞান ] আৰু যি জ্ঞান তুচ্ছ এটা বিষয়তে আসক্ত হৈ থাকে তাৰ বাহিৰত নাযায় তাকেই তামস জ্ঞান বোলে; যেনে—এনে বহু লোক আছে যে মাটি শিল, বৃক্ষ আদিকে ঈশ্বৰ বুলি ভাবে. তাতকৈ ঈশ্বৰৰ অন্যবিধ স্বৰূপ বা সত্তাৰ ধাৰণা সিহঁতৰ নাই, মাটি গছ, শিলেই সিহঁতৰ একমাত্ৰ উপাস্য বস্তু। এনে লোকো আছে যাৰ জ্ঞান, চিন্তা বা দৃষ্টি নিজৰ দেহ বা পৰিবাৰৰ বাহিৰত যৰকৈ নাযায়। দেহৰ বা পৰিবাৰৰ সুখ-স্বাচ্ছন্দ্যাই সিহঁতৰ সৰ্বস্ব, সিহঁতে একমাত্ৰ তাতেই আসক্ত, অন্য চিন্তা, অন্য জ্ঞান সিহঁতৰ নাই। ইও তামসিক জ্ঞান। ( জগদীশ ঘোষ )

তামসিক জ্ঞান বিচাৰশূন্য জ্ঞান। এই জ্ঞানে সত্য তত্ত্ব কি সেই বিষয়ে নাজানে ; যেনে—মনুষ্যাদিৰ শৰীৰসমূহৰ উৎপত্তি কেনেকৈ হৈছে, প্ৰতিমাদি কেনেকৈ গঠন হৈছে, প্ৰতিমাদিত কিয় বা কিভাবে ঈশ্বৰক পূজা কৰা যায় তাৰ কাৰণ অনুসন্ধান নকৰি, শৰীৰটোৱেই যেন আত্মা, প্ৰতিমাখনেই যেন ঈশ্বৰ এই ৰূপ আসক্তি বা যি জ্ঞান লেয়ে তামস জ্ঞান। ২২ ॥

নিয়তং সঙ্গৰহিতম্ অৰাগদ্বেষতঃ কৃতম্।
অফলপ্ৰেপ্সুনা কৰ্ম যৎ তৎ সাত্ত্বিকম্ উচ্যতে ॥ ২৩

**অন্বয় ঃ**—অৰাগদ্বেষতঃ অফলপ্ৰেপ্সুনা নিয়তং সঙ্গৰহিতং কৃতং যৎ কৰ্ম তৎ সাত্ত্বিকম্ উচ্যতে। ২৩ ॥

**টীকা ঃ**—ইদানীং ত্ৰিবিধং কৰ্ম আহ—নিয়তম্ ইতি ত্ৰিভিঃ। নিয়তং নিত্যতয়া বিহিতং সঙ্গৰহিতম্ অভিনিবেশশূন্যম্ অৰাগদ্বেষতঃ পুত্ৰাদিপ্ৰীত্যা বা শত্ৰুদ্বেষেণ বা যৎ কৃতম্ ন ভবতি, ফলং প্ৰাপ্তুম ইচ্ছতি ইতি ফলপ্ৰেপ্সুঃ তৎ বিলক্ষণেন নিষ্কামেন কৰ্ত্ৰা যৎকৃতং কৰ্ম তৎ সাত্ত্বিকম্ উচ্যতে। ২৩ ॥ (শ্ৰীধৰ)

**অনুবাদ ঃ**—(এতিয়া তিনি প্ৰকাৰ কৰ্মৰ কথা কৈছে) যি কৰ্ম শাস্ত্ৰ-নিৰ্দ্দিষ্ট সেই কৰ্ম যদি মানুহে ফলৰ আশা নকৰি, কামটো দুঃখকৰ নে সুখকৰ বিবেচনা নকৰি অনাসক্তভাৱে কৰে—তাক সাত্ত্বিক কৰ্ম বোলে। ২৩ ॥

**ব্যাখ্যা ঃ**—নিয়ত কৰ্ম—শাস্ত্ৰনিৰ্দ্দিষ্ট কৰ্ম। এই অধ্যায়ৰ ৭ম শ্লোকৰ আৰু তৃতীয় অধ্যায়ৰ অষ্টম শ্লোকৰ ব্যাখ্যা দ্ৰষ্টব্য। ২৩ ॥

যত্তু কামেপ্সুনা কৰ্ম সাহঙ্কাৰেণ বা পুনঃ।
ক্ৰিয়তে বহুলায়াসং তদ্ ৰাজসম্ উদাহৃতম্ ॥ ২৪

**অন্বয় ঃ**—পুনঃ তু কাম-ঈপ্সুনা স-অহঙ্কাৰেণ বা বহুলায়াসং যৎ কৰ্ম ক্ৰিয়তে, তৎ ৰাজসম্ উদাহৃতম্। ২৪ ॥

কামেপ্সুনা=ফলং প্ৰাপ্তুম্ ইচ্ছতা—ফল পাবলৈ যিবিলাকে ইচ্ছা কৰে।

সাহঙ্কাৰেণ=মৎসমঃ কোঽন্যঃ শ্ৰোত্ৰিয়ঃ অস্তি ইতি এবং নিৰূঢ়াহঙ্কাৰ যুক্তেন—মোৰ সমান আন কোন্ শ্ৰোত্ৰিয় ব্যক্তি আছে এইৰূপ অহঙ্কাৰ পৰবশ ব্যক্তিয়ে। (শ্ৰীধৰ)

বহুলায়াসং=অতি ক্লেশযুক্তং।

**অনুবাদ**:—আৰু ফলপ্ৰাপ্তিৰ আশা কৰি আৰু বহু পৰিশ্ৰম কৰি অহঙ্কাৰ পৰবশ হৈ যি কৰ্ম মানুহে কৰে সেই কৰ্ম ৰাজস কৰ্ম বুলি অভিহিত হয়। ২৪ ॥

**ব্যাখ্যা**:—কামনা আৰু অহঙ্কাৰ থাকিলেই দুৰাকাঙ্ক্ষা আৰু দুশ্চিন্তা অনিবাৰ্য্য। বহুক্ষেত্ৰতে নিজৰ অত্যধিক স্বাৰ্থ চিন্তাত অপৰৰ স্বাৰ্থৰ প্ৰতি দৃষ্টি নাথাকে; তাতে সংঘৰ্ষ উপস্থিত হয়। আকৌ দুৰাকাঙ্ক্ষাবশতঃ বহুতে কঠোৰ শাৰীৰিক কষ্ট সহ্য কৰিও স্বাৰ্থসাধনত যত্নপৰ হয়। এইবোৰ কাৰণতেই কোৱা হৈছে যে সকাম কৰ্ম বহু আয়াসসাধ্য। (জগদীশ ঘোষ)

আকৌ, সকাম পুৰুষে, বা মই কৰ্ত্তা এনে অহংভাৱসম্পন্ন পুৰুষে, ফল লাভৰ আশাত বহুত পৰিশ্ৰম কৰি যি কৰ্ম কৰে, তাক ৰাজসিক কৰ্ম বোলে। ২৪ ॥ (বেদান্ত-বাচস্পতি)

অনুবন্ধং ক্ষয়ং হিংসাম্ অনবেক্ষ্য চ পৌৰুষম্।
মোহাদাৰভ্যতে কৰ্ম যৎ তৎ তামসম্ উচ্যতে॥ ২৫

**অন্বয়**:—অনুবন্ধং ক্ষয়ং হিংসাম্ পৌৰুষম্ চ অনবেক্ষ্য (অনপেক্ষ্য—পাঠান্তৰম্) মোহাৎ যৎ কৰ্ম আৰভ্যতে, তৎ তামসম্ উচ্যতে। ২৫ ॥

**টীকা**:—তামসং কৰ্ম আহ—অনুবন্ধমিতি। অনুবধ্যতে ইতি **অনুবন্ধঃ** পশ্চাৎভাবি শুভাশুভং, ক্ষয়ং বিত্তক্ষয়ং বিত্তব্যয়ং, হিংসাং পৰপীড়াং পৌৰুষং চ স্বসামৰ্থ্যম্ অনুবেক্ষ্য অপৰ্য্যালোচ্য কেৱলং মোহাৎ এব যৎ কৰ্ম আৰভ্যতে তৎ তামসম্ উদাহৃতম্। ২৫ ॥

**অনুবাদ**:—ভাবী শুভঅশুভ ফল, ধনক্ষয় বা ধনব্যয় বা শক্তিক্ষয়, পৰপীড়া আৰু স্ব-সামৰ্থ্য (অৰ্থাৎ এই কৰ্ম কৰিবলৈ মই সমৰ্থ হওঁ নে নহওঁ) বিচাৰ নকৰি যি কৰ্ম অনুষ্ঠিত হয় তাকে তামস কৰ্ম বোলে। ২৫ ॥

**ব্যাখ্যা**:—ভৱিষ্যৎ ফল কি হ'ব, নিজৰ সামৰ্থ্য কিমানখিনি, প্ৰাণী হিংসা আদি হ'ব নে নহয়, পৰিণামত কি হানি হ'ব নাইবা কামটো কৰোঁতে কিমানখিনি ধনব্যয় হ'ব বা শক্তিক্ষয় হ'ব তাক বিচাৰ নকৰি মোহবশতঃ যি কৰ্ম কৰা হয় তাক তামস কৰ্ম বোলে।

কৰ্ম তিনি বিধ—নিষ্কাম কৰ্ম সাত্ত্বিক কৰ্ম, সকাম কৰ্ম ৰাজসিক আৰু তামসিক। সাত্ত্বিকাদি ভেদে এইদৰে কৰ্মৰ ভাগ কৰা হৈছে। কৰ্মৰ এই শ্ৰেণী বিভাগ কৰ্মৰ বাহ্য প্ৰকৃতি বা পৰিণাম বিচাৰ কৰি কৰা হোৱা নাই। কৰ্ত্তাৰ বুদ্ধি অনুসাৰে কৰ্মৰ সাত্ত্বিকাদি প্ৰকাৰভেদ কৰা হৈছে। এইৰূপ

বিচাৰত কৰ্মৰ ( কৰ্মৰ কৰ্ত্তব্য অকৰ্ত্তব্য বিচাৰত ) ফলাফল বিচাৰ নকৰি কৰ্ত্তাৰ বাসনাত্মিকা বুদ্ধিৰহে বিচাৰ কৰা হয়। হিংসাত্মক যুদ্ধাদি কৰ্মও সাত্ত্বিক হ'ব পাৰে, আকৌ অৱস্থা বিশেষে লোকহিতকৰ দানাদি কৰ্মও ৰাজসিক বা তামসিক হ'ব পাৰে। আকৌ একে কৰ্ম এক জনৰ কাৰণে সাত্ত্বিক হ'ব পাৰে, অপৰৰ পক্ষে ৰাজসিক বা তামসিক হ'ব পাৰে, যেনে—কুৰুক্ষেত্ৰৰ যুদ্ধ কৰ্ম—ই অৰ্জুনৰ পক্ষে সাত্ত্বিক ; কিয়নো তেওঁ স্বধৰ্ম বুলি নিষ্কামভাৱে সেই যুদ্ধ কৰিছিল ( ১৮।২৩ ) , কৰ্ণ আদি যোদ্ধাবিলাকৰ পক্ষে ই ৰাজসিক, কিয়নো তেওঁলোকে ধন-মান আদিৰ আশাত তাত যোগদান কৰিছিল ( ১৮।২৪ ) ; দুৰ্যোধনৰ পক্ষে ই তামসিক, কাৰণ তেওঁ নিজৰ সামৰ্থ্য, শক্তিক্ষয়, ভাবীফল ইত্যাদি বিবেচনা নকৰি মোহবশতঃ তাত প্ৰবৃত্ত হৈছিল ( ১৮।২৫ )।

সুতৰাং কৰ্মৰ বিচাৰত কৰ্ত্তাৰ বুদ্ধি শুদ্ধ নে অশুদ্ধ সেইটো চাব লাগে। সাম্য বুদ্ধিয়ে হৈছে নিষ্কাম কৰ্মৰ বীজ। সেইবাবে সাম্য বুদ্ধি অৱলম্বন কৰি যুদ্ধ কৰিবৰ বাবে ভগৱানে অৰ্জুনক পুনঃ পুনঃ উপদেশ দিছে(২।৪৮—৫১)। ২৫ ॥

( জগদীশ ঘোষ )

মুক্তসঙ্গোঽনহংবাদী ধৃত্যুৎসাহ সমন্বিতঃ।
সিদ্ধ্যসিদ্ধ্যোৰ্ নিৰ্বিকাৰঃ কৰ্ত্তা সাত্ত্বিক উচ্যতে॥ ২৬

**অন্বয় :**—মুক্তসঙ্গঃ অনহংবাদী ( ন-অহংবাদী ) ধৃতি-উৎসাহ-সমন্বিতঃ সিদ্ধি-অসিদ্ধ্যোঃ নিৰ্বিকাৰঃ কৰ্ত্তা সাত্ত্বিকঃ উচ্যতে। ২৬ ॥

মুক্তসঙ্গঃ=ত্যক্তাভিনিবেশঃ, আসক্তিশূন্য।

অনহংবাদী=গৰ্ব্বোক্তিৰহিতঃ, যি 'মই কৰ্ত্তা' এনে অভিমান নকৰে।

ধৃত্যুৎসাহসমন্বিত=ধৃতিঃ ধৈৰ্য্যং উৎসাহ উদ্যমঃ তাভ্যাং সমন্বিতঃ সংযুক্তঃ= যি ধৃতি আৰু উৎসাহপূৰ্ণ।

সিদ্ধি-অসিদ্ধ্যোঃ নিৰ্বিকাৰঃ=আৰব্ধস্য কৰ্মণঃ সিদ্ধৌ অসিদ্ধৌ চ নিৰ্বিকাৰঃ হৰ্ষবিষাদশূন্যঃ—যি সিদ্ধিত বা অসিদ্ধিত হৰ্ষবিষাদশূন্য-সমভাৱাপন্ন।

**অনুবাদ :**—কৰ্মফলত অনাসক্ত, কৰ্ত্তৃত্বত অভিমানৰহিত, ধৈৰ্য্যশীল আৰু উদ্যমযুক্ত, কৰিবলগীয়া কামৰ সিদ্ধিত হৰ্ষহীন আৰু অসিদ্ধিত বিষাদশূন্য যি জন কৰ্ত্তা তেওঁক সাত্ত্বিক কৰ্ত্তা বোলে। ২৬ ॥

**ব্যাখ্যা :**—ইয়াত 'উৎসাহ' শব্দটো মন কৰিবলগীয়া। এই উৎসাহেই

আচলতে 'ব্যৱসায়াত্মিকা বুদ্ধি' অৰ্থাৎ 'পৰমেশ্বৰ কৃপাত মই নিশ্চয় তৰিম' এনে দৃঢ় বিশ্বাস নহ'লে কৰ্মযোগ নহয় ( ২।৪১ )। ( বেদান্ত-বাচস্পতি )। ২৬ ॥

ৰাগী কৰ্মফল প্ৰেপ্সুৰ্ লুব্ধো হিংসাত্মকোঽশুচিঃ।
হৰ্ষ শোকান্বিতঃ কৰ্ত্তা ৰাজসঃ পৰিকীৰ্ত্তিতঃ ॥ ২৭

**অন্বয় ঃ**—ৰাগী, কৰ্মফল প্ৰেপ্সুঃ, লুব্ধঃ, হিংসাত্মকঃ, অশুচিঃ, হৰ্ষশোকান্বিতঃ কৰ্ত্তা ৰাজসঃ পৰিকীৰ্ত্তিতঃ। ২৭ ॥

**অনুবাদ ঃ**—বিষয়ানুৰাগী, কৰ্মফলাকাঙ্ক্ষী, লোভী, হিংসাত্মক, অশুচি ( অশুদ্ধ-আচাৰী ) সিদ্ধিলাভত হৰ্ষান্বিত আৰু অসিদ্ধিত শোকান্বিত—এনে কৰ্ত্তাক ৰাজস কৰ্ত্তা বোলে। ২৭ ॥

অযুক্তঃ প্ৰাকৃতঃ স্তব্ধঃ শঠো নৈষ্কৃতিকোঽলসঃ।
বিষাদী দীৰ্ঘসূত্ৰী চ কৰ্ত্তা তামস উচ্যতে ॥ ২৮
( নৈকৃতিকঃ পাঠান্তৰম্ )

**অন্বয় ঃ**—অযুক্তঃ, প্ৰাকৃতঃ, স্তব্ধঃ, শঠঃ, নৈষ্কৃতিকঃ অলসঃ বিষাদী দীৰ্ঘসূত্ৰী চ কৰ্ত্তা তামসঃ উচ্যতে। ২৮ ॥

অযুক্তঃ=অনবহিতঃ, যাৰ বুদ্ধি স্থিৰ নহয়, আওকণীয়া, উন্মনা।

প্ৰাকৃতঃ=বিবেকশূন্যঃ, সাধাৰণ, অসভ্য, অত্যন্ত অসংস্কৃত বুদ্ধি।

স্তব্ধঃ=গৰ্বিত ; অনম্ৰঃ=অনম্ৰ, অতিশয় জড়বুদ্ধি।

নৈষ্কৃতিকঃ=পৰাপমানী ; নিষ্ঠুৰ, পৰাপমানী, অপৰৰ স্বাৰ্থনাশকাৰী।

অলসঃ=অনুদ্যমশীলঃ , উদ্যমহীন, এলেহুৱা।

বিষাদী=শোকশীলঃ , বিষাদযুক্ত।

দীৰ্ঘসূত্ৰী যৎঅদ্য শ্বো বা কৰ্ত্তব্যং তৎ মাসেনাপি ন সম্পাদয়তি, আজি বা কালি যিটো কাম কৰিব লাগে তাক মাহেকতো নকৰা ব্যক্তি।

এবম্ভূতঃ কৰ্ত্তা তামসঃ—এনেকুৱা কৰ্ত্তা তামস কৰ্ত্তা। ( শ্ৰীধৰ )

**অনুবাদ ঃ**—উন্মনা, বিবেকহীন, জড়বুদ্ধি, শঠ, পৰস্বাপহাৰী বা ( শ্ৰেষ্ঠজনৰ অপমানকাৰী ), উদ্যমহীন, সৰ্বদা বিষণ্ণ আৰু দীৰ্ঘসূত্ৰী কৰ্ত্তাক তামস কৰ্ত্তা বোলে। ২৮ ॥

( তিনি প্ৰকাৰ কৰ্ত্তাৰ কথা কোৱা হ'ল। ইয়াৰ পৰবৰ্ত্তী শ্লোকসমূহত বুদ্ধি, ধৃতি আৰু সুখৰ ত্ৰিবিধ প্ৰকাৰভেদ কোৱা হ'ব )।

**বুদ্ধের্ভেদং ধৃতেশ্চৈব গুণতস্ত্রিবিধং শৃণু।**
**প্রোচ্যমানমশেষেণ পৃথক্‌ত্বেন ধনঞ্জয়॥ ২৯**

**অন্বয়ঃ**—ধনঞ্জয়, বুদ্ধেঃ ধৃতেঃ চ গুণতঃ এব ত্রিবিধং ভেদং পৃথক্‌ত্বেন অশেষেণ প্রোচ্যমানম্ শৃণু॥ ২৯॥

**অনুবাদঃ**—হে ধনঞ্জয়, বুদ্ধি আৰু ধৃতিৰো গুণ অনুসাৰে তিনি প্ৰকাৰ ভেদ হয়; পৃথক্ পৃথক্‌ভাৱে নিঃশেষে (একো বাকী নৰখা কৰি) কওঁ, শুনা। ২৯॥

**প্ৰবৃত্তিং চ নিবৃত্তিং চ কাৰ্য্যাকাৰ্য্যে ভয়াভয়ে।**
**বন্ধং মোক্ষং চ যা বেত্তি বুদ্ধিঃ সা পাৰ্থ সাত্ত্বিকী॥ ৩০**

**অন্বয়ঃ**—পাৰ্থ, প্ৰবৃত্তিং চ নিবৃত্তিং চ, কাৰ্য্য-অকাৰ্য্যে, ভয়-অভয়ে বন্ধং মোক্ষং চ যা বেত্তি সা বুদ্ধিঃ সাত্ত্বিকী। ৩০॥

**অনুবাদঃ**—যি বুদ্ধিৰ দ্বাৰা প্ৰবৃত্তি আৰু নিবৃত্তি, কাৰ্য্য আৰু অকাৰ্য্য (কোন্‌টো কৰা উচিত কোন্‌টো কৰা অনুচিত), ভয় আৰু অভয় (কাক ভয় কৰা উচিত কাক ভয় কৰা অনুচিত), বন্ধন আৰু মোক্ষ (কি কাৰণত বন্ধন হয় আৰু কি কাৰণত মোক্ষ হয়) জনা যায় তাকেই সাত্ত্বিকী বুদ্ধি বোলে। ৩০॥

**ব্যাখ্যাঃ**—প্ৰবৃত্তি আৰু নিবৃত্তি=শ্ৰীধৰ স্বামীয়ে ধৰ্ম আৰু অধৰ্ম বুলি ব্যাখ্যা কৰিছে। শঙ্কৰাচাৰ্য্যই কৰ্মমাৰ্গ আৰু সন্ন্যাস মাৰ্গ বুলি, বেদান্ত-বাচস্পতিয়ে কৰ্মৰ নীতি আৰু কৰ্মত্যাগৰ নীতি বুলি আৰু বেদ-বেদান্ত শাস্ত্ৰীয়ে প্ৰবৃত্তি নিবৃত্তি বুলি ব্যাখ্যা কৰিছে। ৩০॥

**যয়া ধৰ্মম্ অধৰ্মং চ কাৰ্য্যং চাকাৰ্য্যম্ এব চ।**
**অযথাবৎ প্ৰজানাতি বুদ্ধিঃ সা পাৰ্থ ৰাজসী॥ ৩১**

**অন্বয়ঃ**—পাৰ্থ, যয়া ধৰ্মং অধৰ্মং চ কাৰ্য্যং অকাৰ্য্যং এব চ অযথাবৎ প্ৰজানাতি সা বুদ্ধিঃ ৰাজসী। ৩১॥

অযথাবৎ=সন্দেহাস্পদত্বেন—সন্দেহাস্পদ বুলি।

**অনুবাদঃ**—যি বুদ্ধিয়ে ধৰ্ম আৰু অধৰ্ম, কাৰ্য্য আৰু অকাৰ্য্য যথাৰ্থৰূপে বুজি নাপায় (সন্দিগ্ধ হয়) সেই বুদ্ধি ৰাজসী বুদ্ধি। ৩১॥

**ব্যাখ্যাঃ**—অযথাবৎ=ঠিকঠিকভাৱে নহয়; প্ৰজানাতি—বিশেষ বিচাৰৰ

দ্বাৰা জানে। ৰাজসী বুদ্ধিও বিচাৰ কৰে কিন্তু ঠিক ঠিকভাৱে সিদ্ধান্ত নকৰে। সাত্ত্বিকী বুদ্ধিয়ে যথাৱৎ বিচাৰ কৰে। ৩১ ॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

অধৰ্মং ধৰ্মম্ ইতি যা মন্যতে তমসাবৃতা।
সৰ্বাৰ্থান্ বিপৰীতাংশ্চ বুদ্ধিঃ সা পাৰ্থ তামসী ॥ ৩২

**অন্বয় :**—পাৰ্থ, যা অধৰ্মং ধৰ্মং ইতি মন্যতে, সৰ্ব-অৰ্থান্ চ বিপৰীতান্ ( মন্যতে ), তমসা আবৃতা সা বুদ্ধিঃ তামসী। ৩২ ॥

**অনুবাদ :**—"শুনা অৰ্জুন! তমোগুণৰ দ্বাৰা আবৃত যি বুদ্ধিয়ে অধৰ্মক ধৰ্ম বুলি বুজে আৰু সকলো কথা বিপৰীতভাৱে বুজে, সেই বুদ্ধি তামসিক বুদ্ধি।" ৩২ ॥

বিপৰীত গ্ৰাহিণী বুদ্ধি তামসী।

ধৃত্যা যয়া ধাৰয়তে মনঃ প্ৰাণেন্দ্ৰিয়ক্ৰিয়াঃ।
যোগেনাব্যভিচাৰিণ্যা ধৃতিঃ সা পাৰ্থ সাত্ত্বিকী ॥ ৩৩

**অন্বয় :**—হে পাৰ্থ! যোগেন অব্যভিচাৰিণ্যা যয়া ধৃত্যা মনঃ প্ৰাণ-ইন্দ্ৰিয়-ক্ৰিয়াঃ ধাৰয়তে সা ধৃতিঃ সাত্ত্বিকী। ৩৩ ॥

**টীকা :**—ইদানীং ধৃতেঃ ত্ৰৈবিধ্যম্ আহ—ধৃত্যা ইতি ত্ৰিভিঃ। যোগেন চিত্তৈকাগ্ৰ্যেণ হেতুনাঽব্যভিচাৰিণ্যা বিষয়ান্তৰম্ অধাৰয়ন্ত্যা যয়া ধৃত্যা মনসঃ প্ৰাণস্য ইন্দ্ৰিয়াণাঞ্চ ক্ৰিয়া ধাৰয়তে নিযচ্ছতি, সা ধৃতিঃ সাত্ত্বিকী। ৩৩ ॥ ( শ্ৰীধৰ )

যোগেন = চিত্তৈকাগ্ৰেণ ( শ্ৰীধৰ )
= সমাধিনা ( শঙ্কৰ )
= কৰ্মফল ত্যাগ যোগৰদ্বাৰা ( তিলক )

সৰ্বত্ৰ সমদৰ্শন ৰূপ যোগৰদ্বাৰা।

যয়া অব্যভিচাৰিণ্যা ধৃত্যা = যি অবিচলিত ধৃতিৰ, ধাৰণা বৃত্তিৰ সাহায্যত।

**অনুবাদ :**—হে পাৰ্থ! চিত্তৰ একাগ্ৰতা হেতু অন্য কোনো বিষয়ৰ ধাৰণা নকৰি যি ধৃতিৰ দ্বাৰা মন প্ৰাণ আৰু ইন্দ্ৰিয়সমূহৰ ক্ৰিয়া নিয়মিত হয়, তাকে সাত্ত্বিকী ধৃতি বোলে। ৩৩ ॥

**ব্যাখ্যা :**—যোগাভ্যাসৰ দ্বাৰা সংযত হৈ বিষয়ান্তৰৰ ধাৰণা পৰিত্যাগ কৰি যি ধৃতিৰ দ্বাৰা মন, প্ৰাণ আৰু ইন্দ্ৰিয়ৰ ক্ৰিয়া নিৰোধ কৰিব পাৰি, সেয়ে সাত্ত্বিকী ধৃতি। ( বেদান্ত বাচস্পতি )

যি অবিচলিত 'ধৃতি'ৰ ( মনৰ ধাৰণা বৃত্তিৰ ) সহায়ত ( সাত্বিক ) কৰ্ত্তাই মন, প্ৰাণ আৰু ইন্দ্ৰিয়ৰ কাৰ্য্যক ( সাম্য বুদ্ধি বা ফলাকাঙ্ক্ষা ত্যাগ ৰূপ ) যোগৰ দ্বাৰা ধৰি থাকে তাকে, হে পাৰ্থ! সাত্বিক ধৃতি বোলে। ( বেদ-বেদান্ত শাস্ত্ৰী )

নিৰ্ণয় কৰা বুদ্ধিৰ কাৰ্য্য। যি শক্তিৰ দ্বাৰা সেই নিৰ্ণয় বা নিশ্চয় স্থিৰ থাকে, ইন্দ্ৰিয়াদি যাৰ দ্বাৰা সুনিয়ন্ত্ৰিত হৈ অবিচলিতভাৱে বুদ্ধিৰ নিশ্চয় অনুসাৰে কাৰ্য্য কৰে সেই শক্তিয়েই ধৈৰ্য্য বা ধৃতি। সাত্বিকী ধৃতি সেয়ে যিহত সাত্বিকী বুদ্ধিৰ নিৰ্ণয় অনুসাৰে ইন্দ্ৰিয়াদি সাত্বিক কৰ্মত লাগি থাকে। এই হেতুকে যোগবলৰ প্ৰয়োজন ; সেই কাৰণে কোৱা হৈছে যে 'যোগেন'—এই যোগ কি? ঈশ্বৰত বা আত্মতত্ত্বত একনিষ্ঠতা বা সৰ্বত্ৰ সমচিত্ততা বা কৰ্মফল-ত্যাগজনিত শান্তচিত্ততা। ৩৩ ॥ ( জগদীশ ঘোষ )

যয়া তু ধৰ্মকামাৰ্থান্ ধৃত্যা ধাৰয়তেঽৰ্জুন।
প্ৰসঙ্গেন ফলাকাঙ্ক্ষী ধৃতিঃ সা পাৰ্থ ৰাজসী ॥ ৩৪

**অন্বয়ঃ**—হে পাৰ্থ! ( মনুষ্যঃ ) যয়া ধৃত্যা তু ধৰ্মকামাৰ্থান্ ধাৰয়তে, প্ৰসঙ্গেন ফলাকাঙ্ক্ষী ( চ ) ( ভৱতি ) ; সা ধৃতিঃ ৰাজসী। ৩৪ ॥

ধৰ্ম=যজ্ঞাদি কৰ্মজনিত পুণ্য

কাম=ইন্দ্ৰিয় ভোগজনিত সুখ

অৰ্থ=ধন-সম্পত্তি। এই তিনিওটাই প্ৰবৃত্তিমূলক ; মোক্ষ নিবৃত্তিমূলক।

**অনুবাদঃ**—হে অৰ্জুন! হে পাৰ্থ! যি ধৃতিৰ দ্বাৰা মানুহে ধৰ্ম, অৰ্থ আৰু কাম উপভোগত লাগি থাকে আৰু সেই সেই প্ৰসঙ্গত ফলৰ আকাঙ্ক্ষা কৰে, সেয়ে ৰাজসী ধৃতি। ৩৪ ॥

যয়া স্বপ্নং ভয়ং শোকং বিষাদং মদমেব চ।
ন বিমুঞ্চতি দুৰ্মেধা ধৃতিঃ সা পাৰ্থ তামসী ॥ ৩৫

**অন্বয়ঃ**—হে পাৰ্থ, দুৰ্মেধাঃ যয়া স্বপ্নং ভয়ং শোকং বিষাদং মদং এব চ ন বিমুঞ্চতি, সা ধৃতিঃ তামসী। ৩৫ ॥

**অনুবাদঃ**—হে অৰ্জুন! দুৰ্বুদ্ধি পুৰুষে যি ধৃতিৰ বশত নিদ্ৰা, ভয়, শোক, বিষণ্ণতা আৰু ( ধন-জন-কুল নিমিত্ত ) গৰ্ব ত্যাগ কৰিব নোৱাৰে, সেই ধৃতি তামসী। ৩৫ ॥

**টীকা** (৩০—৩৫) ঃ—ধৃতি সেই মানসিক বৃত্তি—যাৰ দ্বাৰা মানুহে কোনো এটি কৰ্মত দৃঢ়ভাৱে লাগি থাকিব পাৰে। বুদ্ধিয়ে যিটো নিশ্চয় কৰি দিলে তাকে ধৰি থকা বা তাতে লাগি থকা মানসিক বৃত্তিকেই ধৃতি বোলা হৈছে।

যাৰদ্বাৰা সাত্ত্বিক বা নিষ্কাম কৰ্মত লাগি থাকে তাকে সাত্ত্বিকী ধৃতি বোলে, যাৰদ্বাৰা অৰ্থ কাম আদি ৰাজসিক বিষয়ত লাগি থাকে তাকে ৰাজসী ধৃতি আৰু যাৰদ্বাৰা শোক ভয় ইত্যাদি তামসিক ভাৱত লাগি থাকে তাক তামসী ধৃতি বোলে। এয়ে তিনিবিধ ধৃতিৰ স্থুল মৰ্ম্ম। ৩৫ ॥

সুখং ত্বিদানীং ত্ৰিবিধং শৃণু মে ভৰতৰ্ষভ।
অভ্যাসাদ্ ৰমতে যত্ৰ দুঃখান্তং চ নিগচ্ছতি ॥ ৩৬
যৎ তদগ্ৰে বিষমিব পৰিণামেঽমৃতোপমম্।
তৎ সুখং সাত্ত্বিকং প্ৰোক্তম্ আত্মবুদ্ধিপ্ৰসাদজম্ ॥ ৩৭

**অন্বয় ঃ**—হে ভৰতৰ্ষভ! ইদানীং ত্ৰিবিধং সুখং মে শৃণু। যত্ৰ অভ্যাসাৎ ৰমতে দুঃখ-অন্তং চ নিগচ্ছতি, (৩৬)

যৎ তৎ অগ্ৰে বিষম্ ইব, পৰিণামে অমৃত উপমম্ আত্ম-বুদ্ধিপ্ৰসাদজং তৎসুখম্ সাত্ত্বিকং প্ৰোক্তম্। ৩৭ ॥

**অনুবাদ ঃ**—হে ভৰতৰ্ষভ! এতিয়া তিনি প্ৰকাৰ সুখৰ তত্ত্ব মোৰ পৰা শুনা।

অভ্যাসৰ ফলত মানুহে যিহত তৃপ্তি পায় (যি সুখত ক্ৰমে ক্ৰমে অভ্যাসৰ্বশতঃ মানুহে প্ৰীতিলাভ কৰে) আৰু দুঃখৰ অন্ত হয়, যি সুখ প্ৰথমতে বিষৱৎ দুঃখদায়ক (যেন বোধ হয়) কিন্তু পৰিণামত অমৃত তুল্য সুখকৰ; যি সুখ আত্মা-বিষয়ক চিন্তা কৰা বুদ্ধিৰ প্ৰসন্নতাৰ পৰা উদ্ভৱ হয়—সেই সুখক সাত্ত্বিক সুখ বোলে। ৩৬।৩৭

**ব্যাখ্যা ঃ**—সাত্ত্বিক সুখ আৰু ৰাজসিক সুখ বা বৈষয়িক সুখ পৰস্পৰে বিপৰীত। যেনে (১) বৈষয়িক সুখ বিষয়সংসৰ্গবশতঃ হঠাতে উৎপন্ন হয় কিন্তু সাত্ত্বিক সুখ অভ্যাসৰ দ্বাৰা অৰ্থাৎ সাধন-অভ্যাস কৰি কৰি ক্ৰমে ক্ৰমে আৰম্ভ হয়, হঠাতে উৎপন্ন নহয়। (২) বৈষয়িক সুখৰ লগত দুঃখ মিশ্ৰিত হৈ থাকে, সাত্ত্বিক সুখত দুঃখৰ অৱসান ঘটে। (৩) বৈষয়িক সুখ আগে অমৃততুল্য, পাছত বিষৱৎ; সাত্ত্বিক সুখ আগে বৈৰাগ্যাদি সাধনৰ অভ্যাসৰ

কাৰণে বিষৰং, পৰিণামত সাধনাত সিদ্ধিলাভ কৰিলে অমৃতোপম হয়। (৪) বৈষয়িক সুখ বাহ্য বিষয়ত ইন্দ্ৰিয়সংযোগবশতঃ উৎপন্ন হয়, সাত্ত্বিক সুখ আত্মবুদ্ধিৰ অৰ্থাৎ নিজৰ নিষ্কাম শুদ্ধ নিৰ্মল বুদ্ধিৰ প্ৰসন্নতাৰ দ্বাৰা উৎপন্ন হয়, অথবা আত্মতত্ত্বৰ অনুধ্যানত নিবিষ্ট যি বুদ্ধি, সেই বুদ্ধিৰ নিৰ্মলতাৰ পৰা সাত্ত্বিক সুখৰ উদ্ভৱ হয়—বাহ্যবস্তুৰ পৰা এই সুখ পোৱা নাযায়। ৩৬।৩৭

(জগদীশ ঘোষ)

[ আত্মবুদ্ধিপ্ৰসাদজম্=আত্মনিষ্ঠ বুদ্ধিৰ নিৰ্মলতাৰপৰা উদ্ভৱ হোৱা। ]

বিষয়েন্দ্ৰিয়-সংযোগাদ্ যৎ তদগ্ৰেঽমৃতোপমম্।
পৰিণামে বিষমিব তৎসুখং ৰাজসং স্মৃতম্॥ ৩৮

**অন্বয়ঃ**—বিষয়-ইন্দ্ৰিয়-সংযোগাৎ যৎ তৎ অগ্ৰে অমৃতোপমম্ পৰিণামে বিষমিব তৎসুখং ৰাজসং স্মৃতম্। ৩৮ ॥

**অনুবাদঃ**—বিষয়সমূহৰ লগত ইন্দ্ৰিয়বোৰৰ সংযোগৰ পৰা উৎপন্ন হোৱা যি সুখ, সেই সুখ প্ৰথমতে অমৃতৰ নিচিনা হলেও পৰিণামত বিষৰ তুল্য হয়। সেই সুখেই ৰাজস সুখ বুলি পৰিচিত হয়।

**ব্যাখ্যাঃ**—ভোগ্য বিষয় আৰু ইন্দ্ৰিয়ৰ সংযোগত যি সুখলাভ হয়, সি প্ৰথমতে অমৃততুল্য সুখদায়ক হয়; কিন্তু পৰিণামত বিষসদৃশ বোধ হয়। এনে সুখক ৰাজসিক সুখ বোলে। সংসাৰী মানুহৰ সুখ এই ৰকমৰ; এয়ে-বিষয়সুখ। এনে সুখত আচল সুখ নাই (৫।২২ শ্লোক)।

যদগ্ৰে চানুবন্ধে চ সুখং মোহনম্ আত্মনঃ।
নিদ্ৰালস্যপ্ৰমাদোত্থং তৎ তামসং উদাহৃতম্॥ ৩৯

**অন্বয়ঃ**—যৎ চ সুখম্ অগ্ৰে চ অনুবন্ধে চ আত্মনঃ মোহনং [ এবং ] নিদ্ৰা-আলস্য-প্ৰমাদ-উত্থং তৎ তামসম্। ৩৯ ॥

অনুবন্ধে=পৰিণামে।

নিদ্ৰা-আলস্য-প্ৰমাদউত্থম্=নিদ্ৰা, আলস্য, ভ্ৰান্তি বা অমনোযোগিতাৰ পৰা উৎপন্ন হোৱা।

**অনুবাদঃ**—আৰু যি সুখ প্ৰথমতে বা পৰিণামতো আত্মাৰ মোহকৰ (সৎ আৰু অসৎ বুদ্ধিৰ বিনাশ কৰে) আৰু যি সুখ নিদ্ৰা, আলস্য আৰু ভ্ৰান্তিৰ পৰা উৎপন্ন হয় সেই সুখক তামস সুখ বুলি কোৱা হয়। ৩৯ ॥

**ব্যাখ্যা ঃ**—যি সুখ নিদ্ৰা, আলস্য বা অজ্ঞানৰ পৰা উন্তৱ হয়, সেই সুখে আৰংভৰ পৰা শেহলৈকে বুদ্ধিক মোহাচ্ছন্ন কৰি ৰাখে, সেই সুখক তামসিক সুখ বোলে। ৩৯ ॥

ন তদস্তি পৃথিব্যাং বা দিবি দেৱেষু বা পুনঃ।
সত্ত্বং প্ৰকৃতিজৈৰ্ মুক্তং যদেভিঃ স্যাৎ ত্ৰিভিৰ্ গুণৈঃ ॥ ৪০

**অন্বয় ঃ**—পৃথিব্যাং দিবি বা দেৱেষু বা পুনঃ তৎ সত্ত্বং ন অস্তি, যৎ এভিঃ প্ৰকৃতিজৈঃ ত্ৰিভিঃ গুণৈঃ মুক্তঃ স্যাৎ। ৪০ ॥

**অনুবাদ ঃ**—এই পৃথিৱীত, আকাশত বা স্বৰ্গত দেৱতাসকলৰ ভিতৰতো এনে কোনো পদাৰ্থ নাই যি প্ৰকৃতিজাত এই তিনি গুণৰ পৰা মুক্ত। ৪০ ॥

প্ৰকৃতিজাত—

স্বত্ত্ব, ৰজঃ আৰু তমোগুণৰ সাম্যাৱস্থাই প্ৰকৃতি। এই গুণত্ৰয় সৃষ্টিকালত বৈষম্যাৱস্থা প্ৰাপ্ত হয়; তেতিয়া সেই গুণ বিলাকক প্ৰকৃতিৰ পৰা জাত হোৱা বুলি কোৱা হয়।

**ব্যাখ্যা ঃ**—ত্ৰিগুণৰ প্ৰভাৱ সৃষ্ট জগতত সৰ্বত্ৰ বিৰাজমান।

( বেদ-বেদান্তশাস্ত্ৰী )

পৃথিৱীত বা স্বৰ্গত এনে কোনো প্ৰাণী ( মনুষ্য বা দেৱতা ) অথবা অপ্ৰাণী বা প্ৰাণহীন বস্তু নাই, যি এই প্ৰকৃতিজাত তিনিগুণৰ ( সত্ত্ব, ৰজঃ আৰু তমোগুণৰ ) বান্ধনৰ পৰা মুক্ত। ৪০ ॥ ( জগদীশ্বৰানন্দ )

ব্ৰাহ্মণক্ষত্ৰিয়বিশাং শূদ্ৰাণাং চ পৰন্তপ।
কৰ্মাণি প্ৰবিভক্তানি স্বভাৱ-প্ৰভাবৈৰ্ গুণৈঃ ॥ ৪১

**অন্বয় ঃ**—পৰন্তপ! ব্ৰাহ্মণক্ষত্ৰিয়বিশাং শূদ্ৰাণাং চ কৰ্মাণি স্বভাৱ-প্ৰভবৈঃ গুণৈঃ প্ৰবিভক্তানি। ৪১ ॥

**স্বভাৱপ্ৰভবৈঃ=পূৰ্বজন্মসংস্কাৰপ্ৰাদুৰ্ভূতৈঃ সাত্ত্বিক-ৰাজসাদি লক্ষৈতঃ।**

**অনুবাদ ঃ**—হে পৰন্তপ! ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰবিলাকৰ কৰ্ম-বিলাক তেওঁলোকৰ নিজ নিজ স্বভাৱজাত গুণানুসাৰেহে বিভক্ত হৈছে। ৪১ ॥

**ব্যাখ্যা ঃ**—দুটা মানুহৰ কেতিয়াও সম্পূৰ্ণ একে সংস্কাৰ হ'ব নোৱাৰে। স্বভাৱজাত কৰ্মও একে হ'ব নোৱাৰে। ( বেদান্ত বাচস্পতি )

মনুষ্য সমাজত চাতুৰ্বৰ্ণ্যও এই প্ৰকৃতিজ গুণ-বৈষম্যৰেই ফল। (৪।১৩)। দেহধাৰী মনুষ্য প্ৰকৃতিৰ গুণ অনুসাৰে কৰ্ম কৰিব—যথাসম্ভৱ ফলাশা শূন্য হৈ স্বধৰ্ম অনুষ্ঠান কৰিব আৰু সত্যকাৰ সাত্বিক অৱস্থা ( বুদ্ধি, ধৃতি···ইত্যাদি ) লাভ কৰি আত্মবুদ্ধি-প্ৰসাদজ সুখ লাভ কৰিব, ত্ৰিগুণাতীত হ'ব। প্ৰকৃতি-জাত গুণসমূহৰ দ্বাৰাই কৰ্মসমূহৰ ভেদ হৈছে। ( বেদ-বেদান্তশাস্ত্ৰী )

এই জগৎ প্ৰকৃতিৰেই পৰিণাম, সুতৰাং প্ৰকৃতিৰ সত্বাদি গুণৰ পৰা কোনো বস্তুৱেই মুক্ত নহয়। এই স্বাভাৱিক গুণ ভেদ অনুসাৰে লোকৰ কৰ্মও নিয়মিত হয়। ইয়াকেই স্বভাৱ-নিয়ত কৰ্ম বা স্বকৰ্ম বা স্বধৰ্ম বোলে। কিন্তু কাৰ কি স্বভাৱ আৰু কি কৰ্ম সেইটো কেনেকৈ বুজা যাব? চাতুৰ্বৰ্ণ্যাদি ব্যৱস্থা এই ভিত্তিতেই হৈছে। ৪১ ॥ ( জগদীশ ঘোষ )

শমো দমস্তপঃ শৌচং ক্ষান্তিৰ্‌ আৰ্জবমেৱ চ।
জ্ঞানং বিজ্ঞানং আস্তিক্যং ব্ৰহ্মকৰ্ম স্বভাৱজম্‌॥ ৪২

**অন্বয়ঃ**—শমঃ দমঃ তপঃ শৌচং ক্ষান্তিঃ আৰ্জৱম্‌ জ্ঞানং বিজ্ঞানং আস্তিক্যম্‌ এব চ স্বভাৱজং ব্ৰহ্মকৰ্ম। ৪২ ॥

স্বভাৱজম্‌=স্বভাৱাৎ জাতম্‌। নিজৰ স্বভাৱৰ পৰাই উৎপত্তি হৈছে।

শমঃ=চিত্তোপৰমঃ। অন্তৰেন্দ্ৰিৰ সংযম।

আস্তিক্যম্‌=পৰলোকঃ অস্তি ইতি নিশ্চয়ঃ। পৰলোক আছে এই বিশ্বাস।

তপঃ=স্বধৰ্মানুষ্ঠানত ক্লেশ স্বীকাৰ।

**অনুবাদঃ**—শম ( চিত্তৰ উপৰতি ) দম ( বহিৰিন্দ্ৰিয়ৰ প্ৰশান্তি ), তপস্যা, শৌচ, ক্ষমা, সৰলতা, জ্ঞান ( শাস্ত্ৰীয় জ্ঞান ) আৰু আস্তিক্য ( পুনৰ্জন্ম হয় ) এই বিষয়ে দৃঢ় বিশ্বাস অৰ্থাৎ পৰকাল আছে এই বিষয়ে দৃঢ় বিশ্বাস—এইবোৰ প্ৰকৃতিৰ পৰা জাত ব্ৰাহ্মণৰ কৰ্ম। ৪২ ॥

**ব্যাখ্যাঃ**—এইবিলাক ব্ৰাহ্মণৰ প্ৰকৃতিজাত কৰ্ম—এইবিলাক গুণ Qualities) নহয় আৰু মানুহৰ নানা প্ৰকাৰ গুণ আৰু মানুহৰ নানা প্ৰকাৰ গুণ আৰু কৰ্ম (Qualities and actions) বিচাৰ কৰি জাতি ভেদৰ সৃষ্টি হোৱা নাই। সত্ব, ৰজঃ, তমঃ—প্ৰকৃতিৰ এই তিনি শক্তি। 'গুণ' এই শক্তি অৰ্থত আৰু কৰ্ম ত্ৰিগুণানুযায়ী 'কৰ্ম' অৰ্থত ব্যৱহৃত হৈছে—Actions অৰ্থত নহয়। জাতিভেদ প্ৰকৃতিজ, ই মনুষ্যকৃত কৃত্ৰিম ব্যৱস্থা নহয়। এয়ে গীতাৰ অভিমত। ( বেদ-বেদান্ত শাস্ত্ৰী )। ৪২ ॥

শৌৰ্য্যং তেজো ধৃতিৰ্দাক্ষ্যং যুদ্ধে চাপ্যপলায়নম্।
দানং ঈশ্বৰ-ভাৱশ্চ ক্ষাত্ৰং কৰ্মস্বভাৱজম্॥ ৪৩

**অন্বয়ঃ**—শৌৰ্যং তেজঃ ধৃতিঃ দাক্ষ্যং যুদ্ধে চ অপলায়নম্ অপি দানম্ ঈশ্বৰ-ভাৱঃ চ স্বভাৱজং ক্ষাত্ৰং কৰ্ম। ৪৩॥

**অনুবাদঃ**—শৌৰ্য্য (পৰাক্ৰম), তেজ (প্ৰভাৱ), ধৃতি (ধৈৰ্য্য) যুদ্ধত পলায়ন নকৰা, দান (উদাৰতা), ঈশ্বৰ-ভাৱ (আনৰ ওপৰত প্ৰভুত্ব ভাৱ)—এইবোৰ ক্ষত্ৰিয়ৰ স্বাভাৱিক কৰ্ম। ৪৩॥

**ব্যাখ্যাঃ**—স্বভাৱজ ক্ষাত্ৰকৰ্ম=সত্ত্বমিশ্ৰ ৰজোগুণৰ দ্বাৰা প্ৰবিভক্ত কৰ্ম।

(জগদীশ্বৰানন্দ)

কৃষিগোৰক্ষ্যবাণিজ্যং বৈশ্যকৰ্ম স্বভাৱজম্।
পৰিচৰ্যাত্মকং কৰ্ম শূদ্ৰস্যাপি স্বভাৱজম্॥ ৪৪

**অন্বয়ঃ**—কৃষি-গোৰক্ষ্য-বাণিজ্যং স্বভাৱজং বৈশ্যকৰ্ম। শূদ্ৰস্য অপি পৰিচৰ্যা-আত্মকং কৰ্ম স্বভাৱজম্। ৪৪॥

**অনুবাদঃ**—প্ৰকৃতিজাত বৈশ্য-কৰ্ম হৈছে কৃষি, গোপালন আৰু অন্যান্য পশুপালন আৰু বাণিজ্য; প্ৰকৃতিজাত শূদ্ৰ-কৰ্ম হৈছে পৰিচৰ্যা বা সেৱা। ৪৪॥

**ব্যাখ্যাঃ**—স্বভাৱজ তমোমিশ্ৰ ৰজোগুণৰ দ্বাৰা প্ৰবিভক্ত কৰ্ম হৈছে বৈশ্য কৰ্ম আৰু ৰজোমিশ্ৰ তমোগুণৰ দ্বাৰা প্ৰবিভক্ত কৰ্ম হৈছে শূদ্ৰ-কৰ্ম।

(জগদীশ্বৰানন্দ)

(৪১—৪৪) গুণভেদে বৰ্ণভেদ আৰু কৰ্মভেদ

ইয়াত ব্ৰাহ্মণ আদিৰ যি বিভিন্ন লক্ষণ আৰু কৰ্ম ভেদৰ কথা কোৱা হ'ল সেইটো প্ৰকৃতিৰ গুণ ভেদানুসাৰেই নিৰ্দিষ্ট হৈছে। ব্ৰাহ্মণ সত্ত্বগুণ প্ৰধান। শমদমাদি তেওঁলোকৰ স্বভাৱৰ প্ৰধান গুণ আৰু সেই অনুসাৰে যজন, যাজন, অধ্যয়ন, অধ্যাপনা, দান আৰু প্ৰতিগ্ৰহ এই ছয়টি কৰ্ম তেওঁৰ পক্ষে নিৰ্দিষ্ট হৈছে। তাৰ ভিতৰত যাজন, অধ্যাপনা আৰু প্ৰতিগ্ৰহ (অযাচিত দান গ্ৰহণ), এই তিনিটি ব্ৰাহ্মণৰ জীৱিকাৰ বিশেষ ধৰ্ম। ক্ষত্ৰিয়ৰ প্ৰকৃতি সত্ত্বসংমিশ্ৰিত ৰজোগুণপ্ৰধান আৰু শৌৰ্য্য-বীৰ্য্যাদি তাৰ চৰিত্ৰৰ গুণ; এই কাৰণে যজন, অধ্যয়ন, দান এইবোৰ ব্যতীতেও ৰাজ্যৰক্ষা, প্ৰজাপালনাদি কৰ্ম তেওঁৰ পক্ষে বিহিত হৈছে। বৈশ্য চৰিত্ৰত তমঃ সংমিশ্ৰিত ৰজোগুণৰ আধিক্য; এই

কাৰণে কৃষি বাণিজ্যাদি তেওঁৰ কৰ্মৰ নিৰ্দ্দিষ্ট হৈছে। শূদ্ৰৰ প্ৰকৃতিত ৰজঃ সংমিশ্ৰিত তমোগুণৰ আধিক্য, তেওঁলোক স্বভাৱতঃ জড়বুদ্ধি। এই কাৰণে ব্ৰাহ্মণৰ জ্ঞান, ক্ষত্ৰিয়ৰ তেজ, বৈশ্যৰ ধন আৰু শূদ্ৰৰ সেৱাৰ দ্বাৰা সমাজ ৰক্ষাৰ সুশৃঙ্খল ব্যৱস্থা হৈছে। সুতৰাং সকলোৰে সমাজ ৰক্ষাৰ অনুকূল এই ব্যৱস্থা অনুসৰণ কৰি স্বধৰ্ম পালন কৰা উচিত, এয়ে শাস্ত্ৰৰ ব্যৱস্থা। মানুহে স্বধৰ্ম পালন কৰিলেই পৰম সিদ্ধি লাভ কৰিব পাৰে। ( জগদীশ ঘোষ )

স্বে স্বে কৰ্মণ্যভিৰতঃ সংসিদ্ধিং লভতে নৰঃ।
স্বকৰ্মনিৰতং সিদ্ধিং যথা বিন্দতি তচ্ছৃণু॥ ৪৫

**অন্বয়ঃ**—স্বে স্বে কৰ্মণি অভিৰতঃ নৰঃ সংসিদ্ধিং লভতে; স্বকৰ্মনিৰতঃ যথা সিদ্ধিং বিন্দতি তৎ শৃণু। ৪৫॥

**অনুবাদঃ**—নিজ নিজ কৰ্মত নিষ্ঠাবান্ ব্যক্তিয়ে সিদ্ধি লাভ কৰে; স্বকৰ্মত তৎপৰ হৈ থাকিলে কিৰূপে সিদ্ধিলাভ কৰে সেইটো শুনা। ৪৫॥

**ব্যাখ্যাঃ**—অভিৰতঃ নৰঃ=নিষ্ঠাবান্ তৎপৰ মনুষ্য।

সংসিদ্ধি=অধ্যাত্মসিদ্ধি, ভগৱৎ প্ৰাপ্তিৰূপ সিদ্ধি, চৰম সিদ্ধি।

স্বে স্বে কৰ্মণি=নিজ নিজ কৰ্মত, নিজ নিজ স্বভাৱ বিহিত কৰ্মত।

"চাৰিও জাতি আপুনাৰ কৰ্মত নিষ্ঠ হুয়া জ্ঞানক লভে। যি প্ৰকাৰে লভিব তাক শুনা।" ৪৫॥ ( ভট্টদেৱ )

যতঃ প্ৰবৃত্তিৰ্ভূতানাং যেন সৰ্বং ইদং ততম্।
স্ব কৰ্মণা তম্ অৰ্ভ্যচ্য সিদ্ধিং বিন্দতি মানৱঃ॥ ৪৬

**অন্বয়ঃ**—যতঃ ভূতানাং প্ৰবৃত্তিঃ যেন ইদং সৰ্বং ততং মানৱঃ স্বকৰ্মণা তম্ অভ্যৰ্চ্য সিদ্ধিং বিন্দতি। ৪৬॥

ততং=ব্যাপ্তম্।

**অনুবাদঃ**—যাৰ পৰা সমস্ত পদাৰ্থৰ ( মানুহৰো ) উৎপত্তি হৈছে, যাৰ দ্বাৰা এই সমস্ত জগৎ ব্যাপ্ত, তেওঁকেই মানুহে নিজৰ স্বধৰ্ম অনুষ্ঠানৰ দ্বাৰা সৰ্বতোভাৱে পূজা কৰি সিদ্ধিলাভ কৰে অৰ্থাৎ তেওঁকেই পায়। ৪৬॥

**ব্যাখ্যাঃ**—পূৰ্বে চতুৰ্বৰ্ণৰ স্বভাৱ-নিয়ত কৰ্মসমূহৰ নিৰ্দেশ কৰা হৈছে। কৰ্ম ভগৱানৰেই সৃষ্টি আৰু তাৰ পৰাই জীৱৰ কৰ্ম প্ৰবৃত্তি। এয়ে তেওঁৰ লীলা। জীৱ কৰ্মত বিৰত হ'লে তৎক্ষণাৎ ভৱলীলা শেষ হয়। সুতৰাং সৃষ্টি

ৰক্ষাৰ বাবে গীতাৰ ভাষাত লোকসংগ্ৰহৰ বাবে বা ভক্তিশাস্ত্ৰৰ ভাষাত তেওঁৰ লীলা পুষ্টিৰ বাবে জীৱে যথাপ্ৰাপ্ত কৰ্ম কৰিব লাগে। এয়ে তেওঁৰ অৰ্চনা। কেৱল পুষ্প পত্ৰেৰেই তেওঁৰ অৰ্চনা নহয়। এই স্বধৰ্ম পালন কৰা ৰূপ ভগবদ্ অৰ্চনাৰ দ্বাৰাই জীৱে সিদ্ধি লাভ কৰিব পাৰে। হিন্দুৰ কৰ্মজীৱন আৰু ধৰ্ম-জীৱনত পাৰ্থক্য নাই। তেওঁৰ সমস্ত কৰ্মই ধৰ্মশাস্ত্ৰনিৰ্দ্দিষ্ট। এই সমস্ত কৰ্মফল কামনা ত্যাগ কৰি একমাত্ৰ শ্ৰীবিষ্ণুপ্ৰীতি কাম হৈ অৰ্থাৎ ঈশ্বৰৰ কৰ্মবোৰত তেওঁৰেই প্ৰীতি কামনাৰে কৰিব পাৰিলেই তেওঁৰ অৰ্চনা হয় আৰু তাতেই সদ্গতি লাভ হয়—এইবোৰ সমস্তই ভক্তি শাস্ত্ৰৰ সিদ্ধান্ত।

বিষ্ণুপুৰাণত কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম আচাৰৰ দ্বাৰাহে বিষ্ণুক আৰাধনা কৰিব লাগে।

শ্ৰীমদ্ভাগৱতত কৈছে যে সকলোৱে স্বধৰ্মত থাকি কৰ্মযোগত ৰত থাকি (বিষ্ণুক) মোক অনন্য চিন্তাৰে আৰাধনা কৰিব। (ভাগৱত—১১। ৮, ৪৩।৪৫।৪৬)

বৃহন্নাৰদীয় পুৰাণত কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম আচৰণ কৰি অব্যয় হৰিক পূজা কৰিব লাগে। (বৃঃ নাঃ পুঃ ১২।৬।৪৬)॥ ৪৬॥ (জগদীশ ঘোষ)

"যি পৰমেশ্বৰৰ হস্তে প্ৰাণীসৱৰ প্ৰবৃত্তি হয়াছে, যি কাৰণ ৰূপে সকল জগতক ব্যাপিছা, সেই ঈশ্বৰক আপুনাৰ কৰ্মে অৰ্চা কৰি মনুষ্যে সিদ্ধিক লভে।" ৪৬॥ (ভট্টদেৱ)

শ্ৰেয়ান্ স্বধৰ্ম্মো বিগুণঃ পৰধৰ্ম্মাৎ স্বনুষ্ঠিতাৎ।
স্বভাৱ-নিয়তং কৰ্ম কুৰ্ব্বন্নাপ্নোতি কিল্‌বিষম্॥ ৪৭

**অন্বয়ঃ**—বিগুণঃ [অপি] স্বধৰ্মঃ সু-অনুষ্ঠিতাৎ পৰধৰ্মাৎ শ্ৰেয়ান্; স্বভাৱ-নিয়তং কৰ্ম কুৰ্বন্ [মনুষ্যঃ] কিল্বিষং ন আপ্নোতি। ৪৭॥

কিল্বিষং=পাপং

**অনুবাদঃ**—স্বধৰ্ম দোষবিশিষ্ট হলেও উত্তমৰূপে অনুষ্ঠিত পৰৰ ধৰ্মতকৈ শ্ৰেষ্ঠ; কাৰণ গুণ-স্বভাৱৰ দ্বাৰা নিৰ্দ্দিষ্ট স্বকৰ্ম কৰি থাকিলে কাৰো পাপ নহয়। ৪৭॥

**ব্যাখ্যাঃ**—কোনো এক দৃষ্টিকোণৰ পৰা কাৰো স্বধৰ্ম অপৰৰ ধৰ্মৰ তুলনাত দোষযুক্ত যেন বোধ হ'লেও প্ৰত্যেকে স্বধৰ্মৰহে অনুষ্ঠান কৰিব লাগে। ৪৭॥

(বেদ-বেদান্তশাস্ত্ৰী)

**সহজং কৰ্ম কৌন্তেয় সদোষম্ অপি ন ত্যজেৎ।**
**সৰ্বাৰম্ভা(ঃ) হি দোষেণ ধূমেনাগ্নিৰ্ ইবাবৃতাঃ ॥ ৪৮**

**অন্বয়ঃ**—হে কৌন্তেয়! সহজং কৰ্ম সদোষম্ অপি ন ত্যজেৎ; হি সৰ্বাৰম্ভাঃ ধূমেন অগ্নি ইব দোষেণ আবৃতাঃ। ৪৮ ॥

সৰ্বাৰম্ভাঃ=দৃষ্ট-অদৃষ্ট-অৰ্থানি সৰ্বাণি কৰ্মাণি।

**অনুবাদ**ঃ—হে কৌন্তেয়! যি কৰ্ম সহ-জ (অৰ্থাৎ জন্মৰ সময়তেই গুণ কৰ্মৰ দ্বাৰা নিৰ্দ্দিষ্ট) সেই কৰ্ম দোষযুক্ত হ'লেও (কাৰো দৃষ্টিত হীন বিবেচিত হ'লেও) তাক ত্যাগ কৰা উচিত নহয়; যেনেকৈ অগ্নি (অলপ নহয় অলপ) ধোৱাঁৰ দ্বাৰা আবৃত হৈ থাকে, তেনেকৈ সকলো প্ৰকাৰ কৰ্ম কোনো নহয় কোনো দোষৰ দ্বাৰা (ক্ৰুটীৰ দ্বাৰা) আবৃত (সংশ্লিষ্ট) থাকে। ৪৮।

[দোষাংশ পৰিত্যাগ কৰি কৰ্মানুষ্ঠান সৰ্বতোভাৱে কৰা বিধেয়।]

**ব্যাখ্যা**ঃ—অৰ্জুনে প্ৰথমে যুদ্ধক হিংসাবৃত্তি বুলি আৰু তাতে স্বজন বধ মহৎ পাপ আৰু অধৰ্ম বুলি ভাবি ভিক্ষাবৃত্তিকে অৱলম্বন কৰিবলৈ সাজু হৈছিল। সেই প্ৰসঙ্গতে স্বধৰ্ম পালনৰ শ্ৰেষ্ঠতা নিৰূপণ কৰি অৰ্জুনৰ মনৰ সন্দেহ নিৰসনৰ বাবে শ্ৰীভগৱানে বৰ্ণাশ্ৰম বিহিত কৰ্ম স্বধৰ্ম আৰু স্বকৰ্ম বুলি ক্ষত্ৰিয়ৰ কাৰণে সেই কৰ্ম হিংসাবিজড়িত হ'লেও ত্যাগ কৰিব নোৱাৰি বুলি ইয়াত কৈছে। অগ্নিতো যেনেকৈ অলপ নহয় অলপ ধোৱাঁ থাকে, স্বকৰ্মতো তেনেকৈ অলপ নহয় অলপ দোষ থাকিলেও সেই স্বকৰ্ম ত্যাজ্য হব নোৱাৰে।

(কৃষ্ণচন্দ্ৰৰ গীতা)

"নিজৰ স্বভাৱজাত কৰ্ম দোষযুক্ত হ'লেও তাক ত্যাগ কৰা উচিত নহয়; কাৰণ জুইত ধোৱাঁ থকাৰ দৰে সকলো কৰ্মতে দোষ থাকিবই।"

(বেদান্ত বাচস্পতি)

"ক্ষত্ৰিয়ৰ যুদ্ধ কৰ্মত বা কৃষকৰ কৃষিকৰ্মত প্ৰাণীহিংসা অনিবাৰ্য্য; কিন্তু এইৰূপ হিংসাদিযুক্ত হ'লেও স্বকৰ্মক ত্যাগ কৰি অন্যবৰ্ণৰ কৰ্ম গ্ৰহণ কৰা কৰ্ত্তব্য নহয়; কিয়নো কৰ্ম মাত্ৰেই দোষযুক্ত, যি হেতুকে সি বন্ধনৰ কাৰণ; কৰ্ম কৰিলেই তাৰ শুভাশুভ ফলভোগৰ কাৰণে পুনঃ পুনঃ জন্মগ্ৰহণ বা সংসাৰ যাতনা ভোগ অনিবাৰ্য্য। তেন্তে কৰ্মত্যাগেই শ্ৰেয় নে কি? নহয় কৰ্ম কৰিও যাতে কৰ্ম বন্ধন নহয় তাৰ উপায় আছে—(পাছৰ শ্লোক)। ৪৮ ॥

অসক্তবুদ্ধিঃ সর্বত্র জিতাত্মা বিগতস্পৃহঃ ।
নৈষ্কর্ম্যসিদ্ধিং পৰমাং সংন্যাসেনাধিগচ্ছতি ॥ ৪৯

**অন্বয়** ঃ—সর্বত্র অসক্তবুদ্ধিঃ জিতাত্মা বিগতস্পৃহঃ সংন্যাসেন পৰমাং নৈষ্কর্ম্যসিদ্ধিম্ অধিগচ্ছতি । ৪৯ ॥

**টীকা** ঃ—নমু কথং কর্মণি ক্রিয়মাণে দোষাংশপ্রহাণেন গুণাংশ এব সম্পৎস্যতে ইতি অপেক্ষয়াম্ আহ—অসক্ত বুদ্ধিৰিতি। অসক্তা সঙ্গশূন্যা বুদ্ধির্যস্য, জিতাত্মা নিৰহঙ্কাৰঃ, বিগতা স্পৃহা ফলবিষয়েচ্ছা যস্মাৎ স এবম্ভূতেন "সঙ্গং ত্যাক্ত্বা ফলঞ্চৈব স ত্যাগঃ সাত্ত্বিকো মতঃ" ইত্যেবং পূর্বোক্তেন কর্মাসক্তিঃ ফলয়োঃ ত্যাগলক্ষণেন সংন্যাসেন নৈষ্কর্ম্যসিদ্ধিং সর্বকর্মনিবৃত্তিলক্ষণাং সত্ত্বশুদ্ধিম্ অধিগচ্ছতি। যদ্যপি সঙ্গ ফলয়োঃ ত্যাগেন কর্মানুষ্ঠানম্ অপি নৈষ্কর্ম্যম্ এব কর্তৃত্বাভিনিবেশাভাবাৎ। তদুক্তং "নৈব কিঞ্চিৎ কৰোমীতি যুক্তো মন্যেত তত্ত্ববিৎ" ইত্যাদি শ্লোক চতুষ্টয়েন, তথাপ্যনেনোক্তলক্ষণেন সন্ন্যাসেন পৰমাং নৈষ্কর্ম্য সিদ্ধিং "সর্ব কর্মাণি মনসা সংন্যস্যাস্তে সুখং বশী" ইত্যেব লক্ষণাং পাৰমহংস্যাং চর্য্যাং প্রাপ্নোতি। ৪৯ ॥ ( শ্রীধৰ )

**অনুবাদ** ঃ—সকলো বিষয়তে আসক্তিশূন্য, আত্মজয়ী আৰু নিস্পৃহ পুৰুষে সংন্যাস যোগৰ দ্বাৰা নৈষ্কর্ম্যসিদ্ধি লাভ কৰে। ৪৯ ॥

নৈষ্কর্ম্যসিদ্ধি=কর্ম কৰা স্বত্বেও কর্মফলৰ দ্বাৰা বন্ধনত নপৰা।

**ব্যাখ্যা** ঃ—অসক্তবুদ্ধি=আসক্তিশূন্য, একোতেই আসক্তি নৰখা ; জিতাত্মা =আত্মজয়ী, মনক জয় কৰি, নিৰহঙ্কাৰ ; বিগতস্পৃহঃ=নিস্পৃহ, স্পৃহাশূন্য হৈ, কামনা ত্যাগ কৰি ; সংন্যাসেন=কর্মফলৰ ত্যাগৰ দ্বাৰা ; নৈষ্কর্ম্য সিদ্ধিং= নিষ্কর্মতা অর্থাৎ কর্ম কৰা স্বত্বেও কর্মফলৰ দ্বাৰা বন্ধনত নপৰা অৱস্থা অধিকাৰ কৰা। গীতাৰ নৈষ্কর্ম্য হৈছে কর্মানুষ্ঠান, কিন্তু কর্মফলৰ দ্বাৰা বন্ধনত নপৰা ; গীতাৰ মতে কর্ম ত্যাজ্য নহয়। সামাজিকহীন বুলি গণ্য চণ্ডাল আদিয়েও নিজ স্বকর্ম্ম ফলাকাঙ্ক্ষা ৰহিত হৈ কৰিলে মোক্ষলাভৰ যোগ্য হয়। ৪৯ ॥

( বেদ-বেদান্তশাস্ত্রী )

সিদ্ধিং প্রাপ্তো যথা ব্রহ্ম তথাপ্নোতি নিবোধ মে।
সমাসেনৈব কৌন্তেয় নিষ্ঠা জ্ঞানস্য যা পৰা ॥ ৫০

**অন্বয়** ঃ—কৌন্তেয়, সিদ্ধিং প্রাপ্তঃ যথা ব্রহ্ম আপ্নোতি যা জ্ঞানস্য পৰা নিষ্ঠা তথা সমাসেন এব মে নিবোধ। ৫০ ॥

সিদ্ধিং প্রাপ্তঃ=পূৰ্বোক্ত নৈষ্কৰ্ম্য সিদ্ধি যিজনে পাইছে ;
যথা=যি প্ৰকাৰে, যি ৰীতিৰে, যি নিয়মে
ব্ৰহ্মপ্ৰাপ্নোতি=ব্ৰহ্মপ্ৰাপ্ত হয়
জ্ঞানস্য যা পৰানিষ্ঠা=জ্ঞানৰ যি চৰম অৱস্থা
সমাসেন=সংক্ষেপে

**অনুবাদ** ঃ—পূৰ্বোক্ত নৈষ্কৰ্ম্য সিদ্ধিকৰা মানুহে জ্ঞানৰ যি শেষ প্ৰতিষ্ঠা সেই ব্ৰহ্মক যি নিয়মে পায় তাক সংক্ষেপে মোৰ পৰা বুজি লোৱা। ৫০ ॥

বুদ্ধ্যা বিশুদ্ধয়া যুক্তো ধৃত্যাত্মানং নিয়ম্য চ
শব্দাদীন্ বিষয়াংস্ত্যক্ত্বা ৰাগদ্বেষৌ ব্যুদস্য চ ॥ ৫১
বিবিক্তসেৱী লঘ্বাশী যতবাক্‌কায়মানসঃ।
ধ্যানযোগপৰো নিত্যং বৈৰাগ্যং সমুপাশ্ৰিতঃ ॥ ৫২
অহংকাৰং বলং দৰ্পং কামং ক্ৰোধং পৰিগ্ৰহম্।
বিমুচ্য নিৰ্মমঃ শান্তো ব্ৰহ্মভূয়ায় কল্পতে ॥ ৫৩

**অন্বয়** ঃ—(৫১-৫৩) বিশুদ্ধয়া বুদ্ধ্যাযুক্তঃ ধৃত্যা আত্মানং নিয়ম্য শব্দাদীন্ চ বিষয়ান্ ত্যক্ত্বা, ৰাগ দ্বেষৌ চ ব্যুদস্য। ৫১ ॥

বিৱিক্তসেৱী, লঘ্বাশী, যতবাক্‌কায়মানসঃ নিত্যং ধ্যান যোগপৰঃ, বৈৰাগ্যং সমুপাশ্ৰিতঃ। ৫২ ॥

অহংকাৰং বলং দৰ্পং কামং ক্ৰোধং পৰিগ্ৰহং বিমুচ্য নিৰ্মমঃ শান্তঃ ব্ৰহ্মভূয়ায় কল্পতে। ৫৩ ॥

ব্যুদস্য=বি+উৎ+√অস্+যপ্=বিশেষ কৰি দূৰৈত নিক্ষেপ কৰি—পৰিত্যাগ কৰি ;বিশুদ্ধয়া বুদ্ধ্যা যুক্তঃ=শুদ্ধবুদ্ধিযুক্ত হৈ ; ধৃত্যা আত্মানং নিয়ম্য=(ধাৰণা শক্তিৰদ্বাৰা) সাত্ত্বিকী ধৃতিৰ দ্বাৰা অন্তঃকৰণক সংযত কৰি ; বিৱিক্ত-সেৱী=পৱিত্ৰস্থানত একান্তে থকাৰ অভ্যাস কৰি (১৩।১০); লঘ্বাশী=লঘু-ভোজনকাৰী (৬।১৭) ; যতবাক্‌কায়মানসঃ=বাক্য, শৰীৰ, কৰ্ম আৰু মনৰ সংযম কৰি ; নিত্যং ধ্যানযোগপৰঃ=সৰ্ব্বদাই অধ্যাত্ম চিন্তাশীল (১৩।১১) ; বৈৰাগ্যং সমুপাশ্ৰিতঃ=বৈৰাগ্যক (গেৰুৱা বস্ত্ৰ পিন্ধা নহয়) দৃঢ়ভাৱে অৱলম্বন কৰি ; অহঙ্কাৰং=মই বৈৰাগ্য অৱলম্বন কৰিছোঁ এনে 'অহং' মনোভাৱ ; বলং=দুৰাগ্ৰহ ; দৰ্পং=দৰ্প ; কামং=কাম ; ক্ৰোধং=ক্ৰোধ ; পৰিগ্ৰহং=

ভোগৰ উদ্দেশ্যে কোনো বস্তুৰ সংগ্ৰহ ; বিমুচ্য=পৰিত্যাগ কৰি ; নিৰ্মমঃ='মোৰ' এনে ভেদভাৱশূন্য হৈ (দেহত আৰু জীৱনত মমতাবিহীন হৈ) ; শান্তঃ= সকলো প্ৰকাৰ বিক্ষেপ ৰহিত হৈ ; ব্ৰহ্মভূয়ায় কল্পতে=ব্ৰহ্মীভাৱ পাবৰ উপযুক্ত হয়। ৫১।৫২।৫৩ ॥

**অনুবাদ ঃ**—শুদ্ধ বুদ্ধিযুক্ত হৈ, ধাৰণা শক্তিৰে অন্তঃকৰণক দৃঢ়ভাৱে সংযত কৰি, শব্দাদি বিষয়সমূহ ত্যাগ কৰি, ৰাগ-দ্বেষক পৰিত্যাগ কৰি। ৫১ ॥

পৱিত্ৰ স্থানত একান্তে থকাৰ অভ্যাস কৰি, লঘুভোজনকাৰী হৈ, কায়মন আৰু বাক্যক সংযত কৰি, সৰ্বদাই অধ্যাত্ম-চিন্তাশীল থাকি, বৈৰাগ্যক দৃঢ়ভাৱে অৱলম্বন কৰি, ৫২ ॥

অহঙ্কাৰ, বল, দৰ্প, কাম, ক্ৰোধ, ভোগৰ উদ্দেশ্যে ভোগৰ সামগ্ৰীসংগ্ৰহ পৰিত্যাগ কৰি, 'মোৰ' বোধ ত্যাগ কৰি, যিজন সকলো প্ৰকাৰ বিক্ষেপ-ৰহিত হৈছে—তেওঁ ব্ৰহ্মভাৱ পাবৰ উপযুক্ত হৈছে। ৫৩ ॥

ব্ৰহ্মভূতঃ প্ৰসন্নাত্মা ন শোচতি ন কাঙ্ক্ষতি।
সমঃ সৰ্বেষু ভূতেষু মদ্ভক্তিং লভতে পৰাম্ ॥ ৫৪

**অন্বয় ঃ**—ব্ৰহ্মভূতঃ প্ৰসন্নাত্মা ন শোচতি ন কাঙ্ক্ষতি সৰ্বভূতেষু সমঃ পৰাং মদ্ভক্তিং লভতে। ৫৪ ॥

**অনুবাদ ঃ**—ব্ৰহ্মভূত ব্যক্তিৰ মন প্ৰসন্ন (স্বচ্ছ) হৈ যায় ; তেওঁ কোনো বস্তুৰ প্ৰতি দ্বেষ বা আকাঙ্ক্ষা নকৰে ; তেওঁ সমস্ত সৃষ্ট পদাৰ্থৰ প্ৰতি সমভাৱাপন্ন হৈ 'মোৰ' প্ৰতি সৰ্বোত্তম ভক্তি অৰ্থাৎ প্ৰীতিৰ ভাৱ লাভ কৰে। ৫৪ ॥

ভক্ত্যা মাম্ অভিজানাতি যাবান্ যশ্চাস্মি তত্ত্বতঃ।
ততো মাং তত্ত্বতো জ্ঞাত্বা বিশতে তদনন্তৰম্ ॥ ৫৫

**অন্বয় ঃ**—ভক্ত্যা যাবান্ চ তত্ত্বতঃ যঃ অস্মি মাম্ অভিজানাতি। মাং ততঃ তত্ত্বতঃ জ্ঞাত্বা তদনন্তৰং বিশতে। ৫৫ ॥

**অনুবাদ ঃ**—মই কোন্ আৰু মোৰ যথাৰ্থ স্বৰূপ কি, এই বিষয়ে মানুহে ভক্তিৰদ্বাৰাহে সম্পূৰ্ণৰূপে জানিব পাৰে। এইদৰে ভক্তিৰদ্বাৰা মোক স্বৰূপতঃ জানি তাৰ পাছতহে মোক লাভ কৰিব পাৰে। ৫৫ ॥

**ব্যাখ্যা ঃ**—ভক্ত্যা=এই ভক্তিৰ সহায়ত ; মাম্ অভিজানাতি=মোক সৰ্বতোভাৱে জানিব পাৰে ; যাবান্=মই যিমান বৃহৎ বা যিমান ক্ষুদ্ৰ যৎ+

পৰিমাণে বতুপ্ (২।৪৬) ; যঃ চ=যি মই ; তত্ত্বতঃ=স্বৰূপতঃ ; জ্ঞাত্বা বিশতে= জানি মোতে প্ৰৱেশ কৰে ; তদনন্তৰং=তৎকালেই ; ভগৱানক জানা আৰু তেওঁত প্ৰৱিষ্ট হোৱা সময়ৰ মাজত কোনো ব্যৱধান নাথাকে। তেওঁক জানা অৰ্থই তেওঁক ভালপোৱা আৰু তেওঁক ভালপোৱা অৰ্থই তেওঁৰ ভিতৰত ( তেওঁৰ কোলত ) অৱস্থান কৰা। (৩।২৯) ( বেদ-বেদান্তশাস্ত্ৰী )

মই যেনে আৰু যিমান অৰ্থাৎ মই যে গোটেই জগৎ আৰু জগতৰ ওপৰতো মই—এই তত্ত্ব ভক্তিৰদ্বাৰাহে স্বৰূপতঃ মোক জানিব পাৰে। তাৰ পাছত মোত প্ৰৱেশ কৰে। ( বেদান্ত-বাচস্পতি )

মই যেনেদৰে সৰ্বব্যাপী আৰু মই যে সচ্চিদানন্দঘন সেই তত্ত্ব তেওঁ পৰম ভক্তিৰেহে স্বৰূপতঃ মোক জানিব পাৰে। তাৰ পাছত মোক প্ৰকৃতৰূপে জানি সেই জ্ঞানৰ পাছত মোত প্ৰৱেশ কৰে। ৫৫ ॥ ( শ্ৰীধৰানুযায়ী )

সৰ্ব কৰ্মাণ্যাপি সদা কুৰ্বাণো মদ্ব্যপাশ্ৰয়ঃ।
মৎ প্ৰসাদাৎ অবাপ্নোতি শাশ্বতং পদম্ অব্যয়ম্ ॥ ৫৬

**অন্বয় :**—সদা সৰ্বকৰ্মাণি কুৰ্বাণঃ অপি মৎ ব্যপাশ্ৰয়ঃ মৎপ্ৰসাদাৎ শাশ্বতম্ অব্যয়ম্ পদম্ অবাপ্নোতি। ৫৬ ॥

**টীকা :**—স্বকৰ্মভিঃ পৰমেশ্বৰ-আৰাধনাৎ উক্তং মোক্ষপ্ৰকাৰং উপসংহৰতি—সৰ্বকৰ্মাণি ইতি। সৰ্বাণি নিত্যানি নৈমিত্তিকানি চ কৰ্মাণি পূৰ্বোক্তক্ৰমেণ সৰ্বদা কুৰ্বাণঃ সন্ মদ্ব্যপাশ্ৰয়ঃ অহমেৱ ব্যপাশ্ৰয়ঃ আশ্ৰয়ণীয়ো নতু স্বৰ্গাদিফলং যস্য স মম প্ৰসাদাৎ শাশ্বতম্ অনাদি অব্যয়ং নিত্যং সৰ্বোৎকৃষ্টং পদং প্ৰাপ্নোতি। ৫৬ ॥ ( শ্ৰীধৰ )

**অনুবাদ :**—( পূৰ্বে ১৮।৪৫-৪৬ শ্লোকত কোৱা হৈছে যে স্বকৰ্মৰদ্বাৰা ভগৱানৰ অৰ্চনা কৰিলে সিদ্ধিলাভ হয়। এতিয়া ইয়াত সেই ভগবদ্ভক্তিযোগৰ উপসংহাৰ কৰিছে যে )

মোক আশ্ৰয় কৰি মানুহে সদায় সকলো কাম কৰি থাকিও মোৰ প্ৰসাদত সনাতন অক্ষয় মোক্ষপদ লাভ কৰিব পাৰে। ৫৬ ॥

**ব্যাখ্যা :**—স্বৰ্গাদি ফলক আশ্ৰয় কৰি নিত্য নৈমিত্তিক কৰ্ম বা শাস্ত্ৰবিহিত কৰ্ম কৰি থাকিবলৈ নিষেধ কৰিছে। কেৱল ঈশ্বৰকে আশ্ৰয় কৰি নিত্য নৈমিত্তিকাদি কৰ্ম কৰিবলৈ কৈছে—নিষ্কামভাৱে সকলো কৰ্ম সাধন কৰিবলৈ

কৈছে। কৰ্ম নকৰাকৈ থাকিবলৈও নিষেধ কৰিছে। স্বকৰ্ম কৰিবই লাগিব। কৰ্মত্যাগ কৰা কথা গীতাই কোৱা নাই।

"বৰ্ণধৰ্মস্বভাৱ নিয়ত যি কৰ্ম—তাক পালন নকৰিলে সৃষ্টি ৰক্ষা নহয়; সুতৰাং ভগৱানৰ সৃষ্টি ৰক্ষাৰ অৰ্থে প্ৰত্যেকৰেই যথাধিকাৰ স্বকৰ্মত নিয়ত থকা কৰ্ত্তব্য।"

কৰ্ম কৰিলে বন্ধন হয় এই আশঙ্কা কৰিব নালাগে—"কৰ্ম কৰিও কৰ্মবন্ধন এৰাব পৰা যায়। আসক্তি আৰু ফলাকাঙ্ক্ষা ত্যাগ কৰি কৰ্ম কৰিলে কৰ্মবন্ধন এৰাব পাৰি। নিষ্কাম কৰ্মত বন্ধন নাই।"

স্বধৰ্ম পালন কৰি স্বকৰ্ম কৰি থাকিলেই ভগৱানৰ অৰ্চ্চনা হয়। ঈশ্বৰক আশ্ৰয় কৰি স্বকৰ্ম কৰি থাকিলে ভগৱানে সেই ব্যক্তিক শাশ্বত অব্যয় লাভৰ সিদ্ধি দান কৰে।

"পুৰুষে মোক আশ্ৰয় কৰি সকল কৰ্ম মোত অৰ্পিয়া মোৰ প্ৰসাদে মোৰ সৰ্বোত্তম নিত্য পদক পায়। ৫৬॥ (ভট্টদেৱ)

সকল কৰ্ম=কৰ্মৰ সকলো ফল।

চেতসা সৰ্বকৰ্মাণি ময়ি সংন্যস্য মৎপৰঃ।
বুদ্ধিযোগম্ উপাশ্ৰিত্য মচ্চিত্তঃ সততং ভৱ॥ ৫৭

**অন্বয়ঃ**—চেতসা সৰ্বকৰ্মাণি ময়ি সংন্যস্য মৎপৰঃ (সন্) বুদ্ধিযোগম্ উপাশ্ৰিত্য সততং মৎ-চিত্তঃ ভৱ। ৫৭॥

**টীকাঃ**—যস্মাৎ এবং তস্মাৎ—চেতসা ইতি। সৰ্বাণি কৰ্মাণি চেতসা ময়ি সংন্যস্য সমৰ্প্য মৎপৰঃ অহমেৱ পৰঃ প্ৰাপ্যঃ পুৰুষাৰ্থো যস্য স ব্যৱসায়াত্মিকয়া বুদ্ধ্যা যোগম্ আশ্ৰিত্য সততং কৰ্মানুষ্ঠানকালে অপি ব্ৰহ্মাৰ্পণং ব্ৰহ্মহবিঃ ইতি—ন্যায়েন ময্যেৱ চিত্তং যস্য স তথাভূতো ভৱ। ৫৭॥ (শ্ৰীধৰ)

**অনুবাদঃ**—মনৰ দ্বাৰা সমস্ত কৰ্ম (কৰ্মফলৰ আকাঙ্ক্ষা) মোতে সমৰ্পণ কৰি সমবুদ্ধিক অৱলম্বন কৰি মোতে মন নিবদ্ধ ৰাখা। ৫৭॥

**ব্যাখ্যাঃ**—"এতেকে তুমি সৰ্বকৰ্মক একান্ত চিত্তে মোত অৰ্পি, মোকে পুৰুষাৰ্থ মানি, বুদ্ধিযোগক আশ্ৰয় কৰি সততে মোত চিত্ত দিয়া তেবে যি হৈবা তাক শুনা। (ভট্টদেৱ)

গীতাত শ্ৰীভগৱানে যি যোগৰ কথা কৈছে তাক কেতিয়াবা কৰ্মযোগ, কেতিয়াবা বুদ্ধিযোগ, কেতিয়াবা বা কেৱল যোগ শব্দৰ দ্বাৰাই প্ৰকাশ কৰিছে। এই ঠাইত বুদ্ধিৰ অৰ্থ শুদ্ধ সাম্যবুদ্ধি; ইয়েই কৰ্মযোগৰ মূল। কৰ্ম কৰিবৰ

সমন্বিত বুদ্ধিক স্থিৰ, পৱিত্ৰ, সম আৰু শুদ্ধ ৰখাই সেই যোগ বা 'যুক্তি' বা কৌশল, যাতে কৰ্মৰ বন্ধন নহয়, সেই কৰ্ম বিয়েই নহওক। ৫৭ ॥ ( জগদীশ ঘোষ )

মৎচিত্তঃ সৰ্বদুৰ্গাণি মৎপ্ৰসাদাৎ তৰিষ্যসি।
অথ চেৎ ত্বং অহঙ্কাৰা ন্ন শ্ৰোষ্যসি বিনঙ্‌ক্ষ্যসি ॥ ৫৮

**অন্বয়ঃ**—মৎ-চিত্তঃ মৎপ্ৰসাদাৎ সৰ্বদুৰ্গাণি তৰিষ্যসি। অথ চেৎ ত্বম্ অহঙ্কাৰাৎ ন শ্ৰোষ্যসি, বিনঙ্‌ক্ষ্যসি। ৫৮ ॥

সৰ্বদুৰ্গাণি=দুস্তৰাণি সাংসাৰিকানি দুঃখানি। সংসাৰৰ সকলোপ্ৰকাৰ দুস্তৰ দুঃখ। ন শ্ৰোষ্যসি=মোৰ কথা নুশুনা।

**অনুবাদ**ঃ—মোতে মন নিবদ্ধ ৰাখিব পাৰিলে ( মৎ চিত্ত হ'ব পাৰিলে তুমি মোৰ অনুগ্ৰহত সকলো সঙ্কট—সাংসাৰিক সকলো দুঃখ—শুভ আৰু অশুভৰ বন্ধন—অতিক্ৰম কৰিব পাৰিবা, আৰু যদি অহঙ্কাৰ বশতঃ ( অভিমান বশতঃ ) ইয়াকে নকৰা ( কৰ্মযোগৰ ৰহস্য জানি যদি নিষ্কামভাৱে কৰ্মৰ অনুষ্ঠান নকৰা ) তেন্তে বিনাশ পাবা ( ভ্ৰষ্ট হবা )। ৫৮ ॥

( বেদ-বেদান্ত শাস্ত্ৰী )

**ব্যাখ্যা**ঃ—এইদৰে সমাহিত চিত্তে মোক ভজিলে, মোৰ কৃপাত তুমি সকলো সঙ্কট পাৰ হবা আৰু যদি 'অহং কৰ্ত্তা' এই ভাৱৰ বশৱৰ্ত্তী হৈ মোৰ কথা নুশুনা তেন্তে তোমাৰ অধোগতি হব। ( গীতাই বাৰে বাৰে কৈছে যে ঈশ্বৰ সকলো কৰ্মৰ নিয়ন্তা )। প্ৰকৃতিয়ে বা স্বভাৱে বা সংস্কাৰে কাম কৰায়; জীৱে নিজে কৰোঁ বুলি একো কৰিব নোৱাৰে। এতিয়া আকৌ এই শ্লোকত সেই কথাকে অৰ্জুনক সোঁৱৰাই দি সতৰ্ক কৰি কৈছে যে অৰ্জুনৰ স্বাধীন ইচ্ছা নাই; অৰ্জুনে যুদ্ধ নকৰোঁ বুলিলেও নকৰি নোৱাৰিব; এই কথা বিশ্বাস নকৰিলে অৰ্জুনৰ অধোগতি হব। ) ( বেদান্ত-বাচস্পতি )

মোতে চিত্ত অৰ্পণ কৰিলে মোৰ অনুগ্ৰহত তুমি দুস্তৰ সংসাৰ আৰু তাৰ কাৰণসমূহ অতিক্ৰম কৰিবা। আৰু যদি তুমি পাণ্ডিত্যাভিমান বশতঃ মোৰ কথা নুশুনা তেনেহলে তুমি পুৰুষাৰ্থৰ অযোগ্য হবা। ( জগদীশ্বৰানন্দ )

মোতে চিত্ত দিলে মোৰ প্ৰসাদে সকল সংসাৰ-দুঃখ তৰিবা। যদি অহংকাৰত থাকি মোৰ বচনক নুশুনা তেন্তে পুৰুষাৰ্থত ভ্ৰষ্টা হৈবা। ৫৮ ॥

( ভট্টদেৱ )

যদহঙ্কাৰম্ আশ্ৰিত্য ন যোৎস্য ইতি মন্যসে।
মিথ্যৈষ ব্যৱসায়স্তে প্ৰকৃতিস্ত্বাং নিযোক্ষ্যতি ॥ ৫৯

**অন্বয়ঃ**—অহঙ্কাৰম্ আশ্ৰিত্য ন যোৎস্যে ইতি যৎ মন্যসে, তে এষঃ ব্যৱসায়ঃ মিথ্যা, প্ৰকৃতিঃ ত্বাং নিযোক্ষ্যতি। ৫৯ ॥

ব্যৱসায়ঃ=নিশ্চয়ঃ। সিদ্ধান্ত

**অনুবাদ ঃ**—অহঙ্কাৰক আশ্ৰয় কৰি তুমি ভাবিছা যে 'মই যুদ্ধ নকৰোঁ'—তোমাৰ এই সিদ্ধান্ত বৃথা; কিয়নো তোমাৰ প্ৰকৃতিয়ে (স্বভাৱে যিহে তোমাক সহ-জ ধৰ্ম দিছে) তোমাক (যুদ্ধত) নিযুক্ত কৰিবই। ৫৯ ॥

স্বভাৱজেন কৌন্তেয় নিবদ্ধঃ স্বেন কৰ্মণা।
কৰ্তুং নেচ্ছসি যন্মোহাৎ কৰিষ্যস্যৱশোঽপি তৎ ॥ ৬০

**অন্বয়ঃ**—হে কৌন্তেয়! মোহাৎ যৎ কৰ্তুং ন ইচ্ছসি, স্বভাৱজেন স্বেন কৰ্মণা নিবদ্ধঃ অৱশঃ তৎ অপি কৰিষ্যসি। ৬০ ॥

**অনুবাদ ঃ**—হে কৌন্তেয়! তোমৰ স্বভাৱজ কৰ্মৰ দ্বাৰা তুমি বদ্ধ; অজ্ঞান বশতঃ (মোহবশতঃ) তুমি যি কৰিবলৈ ইচ্ছা কৰা নাই, নিজে অৱশ থাকিও (প্ৰকৃতিৰ বশত) তুমি তাকেই কৰিবা। ৬০ ॥

**ব্যাখ্যা ঃ**—প্ৰত্যেক জীৱেই পূৰ্বজন্ম সংস্কাৰজাত—স্ব-ভাৱ অনুসাৰে নিজ নিজ কৰ্মত আবদ্ধ আছে, তেওঁ অৱশভাৱেই সেই কৰ্ম কৰিব লাগে। সাংখ্য শাস্ত্ৰৰ পৰিভাষাত কোৱা হয় প্ৰকৃতিয়েই সেই কৰ্ম কৰায়; ইয়াৰ আগৰ শ্লোকত তাকেই কোৱা হৈছে। বেদান্ত আৰু ভক্তিশাস্ত্ৰত কোৱা হয় অন্তৰ্যামী ঈশ্বৰেই মায়াৰ দ্বাৰা সেই কৰ্ম কৰায়, পাছৰ শ্লোকত তাকেই কৈছে। ৬০ ॥

(জগদীশ ঘোষ)

ঈশ্বৰঃ সৰ্বভূতানাং হৃদ্দেশেঽৰ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া ॥ ৬১

**অন্বয়ঃ**—অৰ্জুন, ঈশ্বৰঃ মায়য়া সৰ্বভূতানি যন্ত্ৰ আৰূঢ়ানি (ইৱ) ভ্ৰাময়ন্ সৰ্বভূতানাং হৃদ্দেশে তিষ্ঠতি। ৬১ ॥

**অনুবাদ ঃ**—হে অৰ্জুন, ঈশ্বৰ সকলোৰে হৃদয়ত আছে; নিজমায়াৰ দ্বাৰা যন্ত্ৰত তুলি দিয়া (পুতলাৰ) নিচিনা সকলো ভূতবৰ্গক তেওঁ ঘূৰাব ধৰিছে। ৬১ ॥

**ব্যাখ্যা ঃ**—যন্ত্ৰাৰূঢ়ানি ভ্ৰাময়ন—দাৰুযন্ত্ৰম্ আৰূঢ়ানি কৃত্ৰিমানি ভূতানি সূত্ৰধাৰো লোকে ভ্ৰাময়তি তদ্বৎ ইত্যৰ্থঃ।

যদ্বা, যন্ত্ৰানি শৰীৰাণি আৰূঢ়ানি ভূতানি দেহাভিমানিনো জীৱান্ ভ্ৰাময়ন্ —ইত্যৰ্থঃ ( শ্ৰীধৰ )

সূত্ৰধাৰে যেনেকৈ অন্তৰালত থাকি কৃত্ৰিম পুতলাবোৰক যন্ত্ৰৰ দ্বাৰা ৰঙ্গমঞ্চত ইচ্ছামতে নচুৱায়, ঈশ্বৰেও সেইদৰে হৃদয়ত অধিষ্ঠিত থাকি মায়াৰ দ্বাৰা জীৱবিলাকক সংসাৰ ৰঙ্গমঞ্চত নচুৱাইছে।

"এই শ্লোকটিয়েই গীতাৰ চৰম শিক্ষা। ওপৰৰ দুটা শ্লোকত সাংখ্যমতে ক'লে যে স্বভাৱে বা প্ৰকৃতিয়ে আমাক কাম কৰায়; আমি স্ব-ভাৱৰ বশত অৱশ হৈ কৰোঁ। এতিয়া ভগৱন্তে কৈছে যে প্ৰকৃতি তেওঁৰহে শক্তি। আচলতে তেওঁহে আমাক নিয়ন্ত্ৰিত কৰে। তেওঁ যন্ত্ৰী, আমি যন্ত্ৰ। এই শ্লোকটিৰ অৰ্থ- ভট্টদেৱে এইদৰে কৰে :—

এমনে সাংখ্যমতে প্ৰকৃতিৰ পৰতন্ত্ৰ, কৰ্মৰ পৰতন্ত্ৰকহি ইদানীক স্বমত কহন্ত। সকল ভূতৰ হৃদয় মধ্যত অন্তৰ্য্যামী ঈশ্বৰ প্ৰাণীসৱক নিজ শক্তিয়ে সেই সেই কৰ্মত প্ৰবৰ্ত্তাইতে আছন্ত। যেন দাৰুময়ী পুতালীক লোকত সূত্ৰধাৰে ফুৰাই, তেমনে দেহাভিমানী জীৱসৱক ঈশ্বৰে কৰ্মত প্ৰবৰ্ত্তান্ত, যাতো সকলো জীৱ ঈশ্বৰৰ পৰতন্ত্ৰ।" ৬১ ॥ ( বেদান্ত বাচস্পতি )

তম্ এব শৰণং গচ্ছ সৰ্বভাৱেন ভাৰত।
তৎপ্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাপ্স্যসি শাশ্বতম্॥ ৬২

**অন্বয় ঃ**—হে ভাৰত! সৰ্বভাৱেন তম্ এব শৰণং গচ্ছ, তৎপ্ৰসদাৎ পৰাং শান্তিং শাশ্বতং স্থানং প্ৰাপ্স্যসি। ৬২ ॥

**অনুবাদ ঃ**—হে ভাৰত! সৰ্বতোভাৱে তেওঁকেই আশ্ৰয় কৰা; তেওঁৰ অনুগ্ৰহত সৰ্বোত্তম শান্তি, নিত্যপদ পাবা। ৬২ ॥

ইতি তে জ্ঞানম্ আখ্যাতং গুহ্যাদ্ গুহ্যতৰং ময়া।
বিমৃশ্যৈতদশেষেণ যথেচ্ছসি তথা কুৰু॥ ৬৩

**অন্বয় ঃ**—ইতি গুহ্যাৎ গুহ্যতৰং জ্ঞানম্ তে ময়া আখ্যাতম্। অশেষেণ বিমৃশ্য যথা ইচ্ছসি তথা কুৰু। ৬৩ ॥

**অনুবাদ ঃ**—এইদৰে মই তোমাক গোপনীয়তকৈও গোপনীয় অতি গূঢ়জ্ঞানৰ তত্ত্ব ব্যাখ্যা কৰিলোঁ, তুমি ইয়াক বিশেষভাৱে পৰ্য্যালোচনা কৰি যেনে ইচ্ছা হয় তাকে কৰা। ৬৩॥

**ব্যাখ্যা ঃ**—মই এতিয়া তোমাক অতি দুৰ্বিজ্ঞেয় ( সাধাৰণ মানুহে বুজিব নোৱাৰা ) যোগতত্ত্বৰ বিষযে উপদেশ দিলোঁ। এই কথাবোৰ সম্পূৰ্ণভাৱে বিচাৰ কৰি চাই তোমাৰ যথা ইচ্ছা তাকে কৰা। এতিয়া আৰু অ-যথা ইচ্ছা থাকিব নোৱাৰে।

এইদৰে পৰম কাৰুণিক মই গোপনীয়তকৈও গোপনীয় সৰ্বোত্তম জ্ঞানময় গীতাশাস্ত্ৰ তোমাক উপদেশ কৰিলোঁ। এতিয়া তুমি সম্যক্‌ৰূপে পৰ্য্যালোচনা কৰি তোমাৰ যেনে অভিলাষ তাকে কৰা অৰ্থাৎ ইয়াক সম্যক্ পৰ্য্যালোচনা কৰিলে তোমাৰ মোহ দূৰ হব।

"ভগৱানে প্ৰকৃতিকে পৰিচালনা কৰিব ধৰিছে—প্ৰকৃতিৰ ত্ৰিগুণৰ দ্বাৰা সকলোৰে কৰ্ম নিয়মিত ; স্বকৰ্ম কৰিলেই সিদ্ধি লাভ কৰা যায়—এইটো জানি ভগৱানত শৰণ লোৱা উচিত ; তেওঁৰে কৃপাত পৰম শান্তি আৰু অব্যয় স্থান লাভ কৰা যায়—ইত্যাদি প্ৰত্যেকটো স্তৰ সূক্ষ্মাতিসূক্ষ্ম ৰূপে বিচাৰ কৰিলেই তুমি যে 'অনহংবাদী' ( ১৮।২৬ ) হৈ পৰিবা—তাত সন্দেহ নাই। তেতিয়া তোমাৰ ইচ্ছা হব ভগৱৎ ইচ্ছাৰ অনুসাৰিণী ; অতএব তোমাৰ সেই ইচ্ছা অনুসাৰে কৰ্ম কৰা—তাতে ভগৱানৰ প্ৰীতি হব।" ৬৩॥ ( বেদ-বেদান্ত শাস্ত্ৰী )

সৰ্বগুহ্যতমং ভূয়ঃ শৃণু মে পৰমং বচঃ।
ইষ্টোঽসি মে দৃঢ়ম্ ইতি ততো বক্ষ্যামি তে হিতম্॥ ৬৪

**অন্বয় ঃ**—সৰ্বগুহ্যতমং মে পৰমং বচঃ ভূয়ঃ শৃণু ; [ ত্বং ] মে দৃঢ়ম্ ইষ্টঃ অসি ততঃ তে হিতং বক্ষ্যামি। ৬৪॥

দৃঢ়ম্=অত্যন্তং ; ইষ্টঃ অসি=প্ৰিয়ঃ ভবসি ; ততঃ=তদ্ধেতোঃ।

**অনুবাদ ঃ**—সকলো গুহ্য বিষয়ৰ ভিতৰত অতি গুহ্য মোৰ শেষ কথা শুনা ; তুমি মোৰ অতিশয় প্ৰিয় ; সেই কাৰণে মই তোমাক হিতকথা ক'ম। ৬৪॥

**ব্যাখ্যা ঃ**—'গুহ্য' মানে 'গোপনীয়' বুলি আমি সদায় বুজোঁ। কিন্তু গুহ্য শব্দৰ আচল ব্যুৎপত্তিগত অৰ্থ হৈছে ( গুহ্-ঢে-ক্যপ্ ) দুৰ্বোধ্য—সকলোৱে বুজিব নোৱাৰা। গীতাই এই অৰ্থতহে গুহ্য শব্দ ব্যৱহাৰ কৰি আহিছে। সাংখ্য দৰ্শনেও গুহ্য শব্দ এই অৰ্থত ব্যৱহাৰ কৰিছে। ( বেদান্ত বাচস্পতি )

"হে অৰ্জুন! তুমি যে মোৰ অতিশয় ইষ্ট ব্যক্তি, আপোনজন; তোমাক মোহযুক্ত (বিমোৰ) ভাব দেখি সেই ভাবৰ পৰা তোমাক উদ্ধাৰ কৰিবৰ ইচ্ছা কৰিছোঁ; তোমাক জগতৰ সমুখত আদৰ্শ কৰ্মী, জ্ঞানী আৰু ভক্তৰূপে স্থাপন কৰিবৰ ইচ্ছা মোৰ হৈছে, তোমাক মই এৰি দিব নোৱাৰোঁ। পূৰ্বে তোমাক নানাভাৱে উপদেশ দিছোঁ কিন্তু তুমি নানা সন্দেহ উপস্থিত কৰিছা; বোধহয় সেইবিলাক উপদেশ তুমি ভালদৰে উপলব্ধি কৰিব পাৰা নাই; সেই বাবেই সেই উপদেশৰ যি সাৰ কথা তাকেই পুনঃ কওঁ শুনা। (বেদ-বেদান্তশাস্ত্ৰী)

অতি গম্ভীৰ গীতাশাস্ত্ৰ নিঃশেষে (সম্পূৰ্ণকৈ) পৰ্য্যালোচনা কৰা সকলোৰে পক্ষে সম্ভৱ নহয় কাৰণে শ্ৰীভগৱানে স্বয়ং সাৰ সংগ্ৰহ কৰি কৈছে। (শ্ৰীধৰ)

শ্ৰীধৰ স্বামীয়ে গুহ্যতম শব্দৰ অৰ্থ সাৰ-কথা বুলি কৈছে। গতিকে সকলোৱে বুজিব নোৱাৰা—সম্যক্ পৰ্য্যালোচনা কৰিব নোৱাৰা—'দুৰ্বোধ্য' কথা বা 'সাৰ-কথা' প্ৰকৃততে একে অৰ্থ ই বুজাইছে। ৬৪ ॥

মন্মনা ভৱ মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মাম্ এবৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসি মে ॥ ৬৫

**অন্বয় :**—মন্মনাঃ মদ্ভক্তঃ মদ্‌যাজী ভৱ। মাং নমস্কুৰু, মাম্ এৱ এষ্যসি। তে সত্যং প্ৰতিজানে, মে প্ৰিয়ঃ অসি। ৬৫ ॥

**অনুবাদ :**—তুমি তোমাৰ মন মোত অৰ্পণ কৰা, মোৰ ভক্ত হোৱা, মোৰ নিমিত্তে যজ্ঞ (কৰ্ম) কৰা। (তোমাৰ সকলো মনন, সকলো ভজন আৰু সকলো যজন মোক কেন্দ্ৰ কৰি চলি থাকক)। মোৰ ওচৰত তুমি নত হোৱা (তোমাৰ অহঙ্কাৰ নত হওক)। মই সত্য প্ৰতিজ্ঞা কৰি কৈছোঁ, তুমি মোক পাবা; তুমি যে মোৰ আপোনাৰ জন। ৬৫ ॥

**ব্যাখ্যা :**—মাং নমস্কুৰু=তুমি মোৰ ওচৰত নত হোৱা অৰ্থাৎ তোমাৰ অহং ভাৱটো মোৰ পদতলত অৰ্পণ কৰা। ইয়েই তো সাধন। প্ৰিয়োঽসি মে=তুমি যে মোৰ আপোন জন। দ্বাদশ অধ্যায়ৰ ১৪শ শ্লোকত কৈছে—ন মে দ্বেষ্যোঽস্তি ন মে প্ৰিয়ঃ—মোৰ শত্ৰু কোনো নাই, প্ৰিয় ব্যক্তিও কোনো নাই আৰু কৈছে—যে ভজন্তি তু মাং ভক্ত্যা—যিবিলাকে মোক ভাল পাই ভজনা কৰে (ভক্তিৰে ভজনা কৰে)—ময়ি তে তেষু চাপ্যহম্'—তেওঁলোক মোতেই আছে, ময়ো তেওঁলোকতে আছোঁ। এই অৰ্থত—তেনে লোক আৰু মোৰ ভিতৰত কোনো পাৰ্থক্য নাই—এয়ে তো নিজত্ব—প্ৰিয়জন আপোনজন।

অৰ্জুন যে শ্ৰীকৃষ্ণৰ আপোনজন সেই সম্বন্ধে মহাভাৰতৰ বনপৰ্বত আছে (১২।৪৫)—মমৈব ত্বং তবৈবাহং যে মদীয়া স্তবৈব তে। যস্ত্বাং দ্বেষ্টি স মাং দ্বেষ্টি যস্ত্বামনু স মামনু॥ শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে—তুমি মোৰ, মই তোমাৰ; মোৰ যি আছে সেই সমস্তই তোমাৰ, তোমাৰ যি আছে সমস্তই মোৰ। তোমাৰ যিজন শত্ৰু সেইজন মোৰো শত্ৰু, যি তোমাৰ বন্ধু (তোমাৰ অনুগত) সেইজন মোৰো বন্ধু।

এই ভাৱৰ উক্তি মহাভাৰতৰ অন্য পৰ্বতো আছে—আন কি দুৰ্যোধনেই কৈছে—

আত্মা হি কৃষ্ণ পাৰ্থস্য, কৃষ্ণস্যাত্মা ধনঞ্জয়ঃ, (সভাপৰ্ব—৫২।৩১)—শ্ৰীকৃষ্ণ অৰ্জুনৰ আত্মা, শ্ৰীকৃষ্ণৰ আত্মা অৰ্জুন।

সেইদৰে উদ্যোগ পৰ্বত আছে—শ্ৰীকৃষ্ণ নাৰায়ণ আৰু অৰ্জুন নৰ—নাৰায়ণো নৰশ্চৈব সত্বমেকং দ্বিধাকৃতম্ (উদ্যোগ ৪৯।২০) এক সত্বই নাৰায়ণ আৰু নৰ হিচাপে বিভক্ত হৈছে—দুইভাগত।" (বেদ-বেদান্ত শাস্ত্ৰী)

এনে যে আপোনাৰ জন অৰ্জুন, তেওঁৰ ওচৰত ভগৱানে প্ৰতিজ্ঞা কৰি কৈছে—সত্য কৰি কৈছে—যে তোমাৰ মনন, ভজন আৰু যজন সকলো মোক কেন্দ্ৰ কৰি চলি থাকিলে তুমি মোক নিশ্চয় পাবা।

অৰ্জুন—নৰ—জীৱ। প্ৰত্যেক জীৱেই এইদৰে তেওঁৰ আপোন জন। জীৱাত্মা পৰমাত্মাত ভেদ নাই—দ্বিধা বিভক্ত। ভগৱানক (পৰমাত্মাক) আপোন বুলি ভাবি মনন, ভজন আৰু যজন কৰিলে জীৱাত্মাই নিশ্চয় পৰমাত্মাত পুনঃ মিলিত হব—জীৱে ঈশ্বৰক পাবই। ৬৫ ॥

**সৰ্বধৰ্মান্ পৰিত্যজ্য মাম্ একং শৰণং ব্ৰজ।**
**অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ॥ ৬৬**

**অন্বয়ঃ**—সৰ্বধৰ্মান্ পৰিত্যজ্য একং মাং শৰণং ব্ৰজ; অহং ত্বাং সৰ্বপাপেভ্যঃ মোক্ষয়িষ্যামি, মা শুচঃ। ৬৬ ॥

**টীকাঃ**—ততোঽপি গুহ্যতমম্ আহ—সৰ্বেতি। মদ্ভক্ত্যা এব সৰ্বং ভবিষ্যতি ইতি দৃঢ়বিশ্বাসেন বিধি-কৈঙ্কৰ্য্যং ত্যক্ত্বা মং একশৰণো ভৱ। এবং বৰ্ত্তমানঃ কৰ্মত্যাগ-নিমিত্তং পাপং স্যাৎ ইতি মা শুচঃ শোকং মা কাৰ্ষীঃ, যতঃ ত্বাং মদেকশৰণং সৰ্বপাপেভ্যঃ অহং মোক্ষয়িষ্যামি। ৬৬ ॥ (শ্ৰীধৰ)

**অনুবাদ** :—( অহিংসা, যাগযজ্ঞ, ইষ্টাপূর্ত্ত, দান, সত্যকথন, অস্তেয়, অক্রোধ, চতুর্থাশ্রমৰ সংন্যাস ধৰ্ম্ম প্রভৃতি ) সর্বধর্ম ত্যাগ কৰি ( এইবিলাকৰ বিষয়ে চিন্তা বা উদ্বিগ্নতা ত্যাগ কৰি ), ( বহুৰ ভিতৰত নানাভাগে বিভক্তৰ মাজত ) একমাত্র মৱেইহে, সেই মোক ( এক মোকেই ) আশ্রয় কৰা। মই তোমাক সমস্ত পাপৰ পৰা ( কর্মবন্ধনৰ পৰা ) মুক্ত কৰিম। ( নানা ধৰ্ম্ম ত্যাগৰ বাবে ) দুঃখ নকৰিবা, ভয় নকৰিবা। ৬৬ ॥

**ব্যাখ্যা** :—"তাতো কৰি গুহ্য কহন্ত। ভক্তিয়ে সৰ হয় মানি দৃঢ় বিশ্বাসে বিধি-কিঙ্কৰ ধৰ্মক এড়ি মোত শৰণ হৰা। এমন হুয়া কৰ্মত্যাগ নিমিত্ত পাপ হৈব বুলি শোক নকৰিবা। যাতো মোত এক শৰণ পৰ তুমাক মঞি সকলো পাপ হন্তে মোক্ষ কৰাইম।" ( ভট্টদেৱ )

তুমি যদি প্রকৃত মোৰ ভক্ত হোৱা, একমাত্র মোতেই শৰণ আশ্রয় লোৱা, তুমি শাস্ত্রবিহিত ধৰ্ম-কৰ্ম ত্যাগ কৰিব পাৰিবা। তাৰ বাবে তোমাৰ কোনো ভয় নাই, তুমি কোনো দুঃখ কৰিবৰো আৱশ্যক নাই। মই তোমাক সকলো প্রকাৰ কর্মবন্ধনৰ পৰা, সকলো প্রকাৰ পাপৰ পৰা মুক্ত কৰিম।

"ইয়াৰ পূৰ্বে ৬৫ শ্লোকত কৈছে যে তোমৰ সকলো মনন (Thinking), সকলো আনন্দ-ঈষণা (Feeling) আৰু সকলো কৰ্মৰ ঈষণা (Willing) মোকে কেন্দ্র কৰি চলি থাকক। তুমি মন্মনাঃ মদ্ভক্তঃ মদ্‌যাজী হোৱা। (৯।৩৪) দ্রষ্টব্য।

মাং নমস্কুৰু=তুমি মোৰ ওচৰত নত হোৱা, অহংভাৱটো মোৰ পদতলত অৰ্পণ কৰা। তোমাৰ ব্যক্তিত্ব (Individuality) মহাজাগতিক সত্য বা ধৰ্মৰ ওচৰত (Cosmic Good) অৰ্পণ কৰা। ইয়েই তো সাধনা।

এতিয়া (৬৬) এই শ্লোকত কৈছে যে সর্বধর্ম অর্থাৎ অহিংসা, যাগযজ্ঞ, মাতৃসেৱা, পিতৃসেৱা, আচার্য্য সেৱা, ইষ্টাপূর্ত্ত, দান, সত্যকথন, অস্তেয়, অক্রোধ, চতুর্থাশ্রমৰ সংন্যাস ধৰ্ম ( কর্মত্যাগ ) প্রভৃতি ভিন্ন ভিন্ন অনুষ্ঠান পৰিত্যাগ কৰা। এই পৰিত্যাগৰ সার্থকতা কি? এইবিলাকৰ লক্ষ্য ভগৱৎ-প্রাপ্তি। সেই ভগৱানৰেই সাক্ষাৎ শৰণ লব পাৰিলে অর্থাৎ লক্ষ্যতে উপনীত হ'ব পাৰিলে অর্থাৎ উপেয়কে ধৰিব পাৰিলে লক্ষ্য সাধনৰ উপায়ৰ কোনো প্রয়োজন নাথাকে। নতুবা যি জনে লক্ষ্যত উপনীত হব পাৰা নাই, তেওঁৰ পক্ষে এই উপায়বোৰ অৱশ্য অৱলম্বনীয়—সেইটো নিশ্চয়।

মাং একং শৰণং ব্রজ=মোত আশ্রয় লোৱা—একমাত্র মোতেই আশ্রয় লোৱা। এক যে মই সেই মোক। বহুৰ, নানাৰ, বিভক্তৰ মাজত যে এক

সেই একৰ শৰণ লবলৈ কৈছে। কোনো বিশিষ্ট বিগ্ৰহ বা দেৱতাৰ কথা ইয়াত কোৱা হোৱা নাই। সেইৰকম কোৱাৰ অভিপ্ৰায় থাকিলে শ্ৰীকৃষ্ণই ক'লেহেঁতেন 'মাম্ এবং শৰণং ব্ৰজ'; তেওঁ কৈছে 'মাং একং শৰণং ব্ৰজ'। ইয়াত একং মাং শৰণং ব্ৰজ—কেৱল মোৰ শৰণ লোৱা, এনে অৰ্থ নহয়। মাং শৰণং ব্ৰজ—কিম্ভূতং মাং—মোৰ শৰণ লোৱা—কেনেকুৱা মোক—একম্—এক—যাৰ দ্বিতীয় নাই।" (বেদ-বেদান্ত শাস্ত্ৰী)

"শ্ৰীভগৱানে উপসংহাৰত সৰ্বগুহ্যতম এই কথা ক'লে—সৰ্বধৰ্ম ত্যাগ কৰি মোৰ শৰণ লোৱা। এই ঠাইত ধৰ্ম বুলিলে কি বুজায়? ভগৱৎ-প্ৰাপ্তি, মোক্ষলাভ বা স্বৰ্গাদি পাৰলৌকিক মঙ্গলৰ অৰ্থে যিবিলাক অনুষ্ঠেয় কৰ্ম শাস্ত্ৰত নিৰ্দ্দিষ্ট আছে ব্যাপক অৰ্থত তাকেই ধৰ্ম বোলে; যেনে—গাৰ্হস্থ্য ধৰ্ম, সংন্যাস ধৰ্ম, ৰাজধৰ্ম, পাতিব্ৰত্য ধৰ্ম, দানধৰ্ম, অহিংসাধৰ্ম ইত্যাদি। এই অৰ্থত ধৰ্ম শব্দ মহাভাৰতত পুনঃপুনঃ ব্যৱহৃত হৈছে। মহাভাৰতৰ শান্তি পৰ্বত (৩৫৩ ৩৫৪) ধৰ্ম তিনি প্ৰকাৰ বুলি উক্তি আছে। বিপ্ৰবেদোক্তধৰ্ম, শাস্ত্ৰোক্ত ধৰ্ম আৰু শিষ্ট লোকসকলৰ আচৰণ কৰা ধৰ্ম। ইয়াতো ধৰ্ম শব্দ এই অৰ্থতে ব্যৱহৃত হৈছে। মহাভাৰতৰ উল্লেখিত অধ্যায়ত বৰ্ণনা আছে যে এই তিনি প্ৰকাৰ ধৰ্মৰ ভিতৰত কোন্‌টো আচৰণ কৰা উচিত এই বিষয়ে এজন বিপ্ৰ ধৰ্মবিমূঢ় চেতা হৈ পৰিছিল। ইয়াতো অৰ্জুন সেইদৰে ধৰ্মবিমূঢ় চেতা হৈ পৰিছিল। অৰ্জুনৰ মোহ দূৰীকৰণৰ কাৰণে শ্ৰীভগৱানে এই পৰ্য্যন্ত কৰ্ম-জ্ঞান-ভক্তি মিশ্ৰ অপূৰ্ব যোগধৰ্মৰ উপদেশ দিলে। পৰিশেষত সৰ্বগুহ্যতম এই সাৰ কথাটো কৈ দিলে যে শ্ৰুতি, স্মৃতি বা লোকাচাৰমূলক নানাধৰ্মৰ নানাৰূপ বিধি-নিষেধৰ দাসত্ব ত্যাগ কৰি—[ বিধি কৈঙ্কৰ্য্যং ত্যক্ত্বা—শ্ৰীধৰ ] তুমি সৰ্বতোভাবে মোৰ শৰণ লোৱা, মোৰ কৰ্ম বুলি ভাবি যথাপ্ৰাপ্তব্য কৰ্ম কৰি যোৱা। তোমাৰ কোনো ভয় নাই, মই তোমাক সকলো পাপৰ পৰা মুক্ত কৰিম।

[ যথা প্ৰাপ্তব্য কৰ্ম—ইয়াত অৰ্জনৰ যুদ্ধকৰ্ম—স্বধৰ্মোচিত কৰ্ম— ]। এয়ে গীতাত শ্ৰীভগৱানৰ অভয় বাণী, এয়ে ভক্তিমাৰ্গৰ সাৰ কথা। ইয়াৰেই নাম ভগৱৎ শৰণা গতি বা আত্মসমৰ্পণ যোগ।

সৰ্বধৰ্ম ত্যাগ আৰু শ্ৰীভগৱানত আত্ম-সমৰ্পণৰ তত্ত্ব ব্যাখ্যা কৰা হ'ল, কিন্তু এই শ্লোকৰ জ্ঞানমূলক ব্যাখ্যাও আছে। এই শ্লোকত ধৰ্মশব্দৰ দ্বাৰা অধৰ্মকো সন্নিবেশ কৰিব লাগিব। (ধৰ্ম শব্দেন অত্ৰ অধৰ্মোঽপি গৃহ্যতে, সৰ্বধৰ্মান্ সৰ্বকৰ্মাণি ইতি এতৎ—শাঙ্কৰ ভাষ্য)। ধৰ্ম আৰু অধৰ্ম প্ৰকৃতিৰ। পুৰুষ

ধৰ্ম আৰু অধৰ্মৰ অতীত। সুতৰাং ধৰ্ম আৰু অধৰ্ম ত্যাগ কৰাৰ অৰ্থ এই হয় যে প্ৰকৃতিৰ পৰা মুক্ত হৈ সৰ্বকৰ্ম ত্যাগ কৰি ধৰ্ম আৰু অধৰ্মৰ অতীত নিৰ্গুণ ব্ৰহ্মত আশ্ৰয় লোৱা। কঠোপনিষদত আৰু মহাভাৰতত—ত্যজ ধৰ্মং অধৰ্মং চ (শাং ৩২৯, ৩৩১) ইত্যাদি শ্লোকত এইৰূপ জ্ঞান মাৰ্গৰ উপদেশ আছে। জ্ঞানী, স্থিতপ্ৰজ্ঞ কৰ্মযোগীও ধৰ্মাধৰ্মৰ অতীত। গীতাতো এই কথা আগতে কোৱা হৈছে।" (জগদীশ ঘোষৰ গীতাৰ পৰা আহৰণ)

"শাস্ত্ৰৰ তত্ত্ববোৰ বিস্তৃতৰূপে তোমাৰ ওচৰত বৰ্ণনা কৰিছোঁ, তাতেও যদি তোমাৰ মনৰ সংশয় আঁতৰ হোৱা নাই, তেনেহ'লে মই কওঁ শুনা—তুমি ধৰ্মাধৰ্মৰ বিষয় পৰিত্যাগ কৰি মোৰ শৰণ লোৱা, মোৰ ওপৰত ধৰ্মাধৰ্মৰ বিচাৰ সম্পূৰ্ণৰূপে এৰি দি মই যেনেদৰে কওঁ তেনেদৰে আচৰণ কৰা; মই তোমাক সকলো প্ৰকাৰ পাপৰ পৰা মুক্ত কৰিম। তুমি আৰু শোক নকৰিবা। 'শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্' ইত্যাদি বাক্যেৰে তুমি মোক গুৰুত্বত বৰণ কৰিছা, মই তোমাক এই আদেশ কৰিছোঁ, তুমি তাক পালন কৰা, তাৰ বাবে মই দায়ী থাকিলোঁ, তোমাক কোনো পাপে স্পৰ্শ নকৰে।

শ্লোকত 'ধৰ্মান্ পৰিত্যজ্য'—ধৰ্মবোৰ পৰিত্যাগ কৰিবৰ কথাৰ উল্লেখ আছে। হাতত থকা ফল এটা যেনেকৈ পৰিত্যাগ কৰা যায়, ধৰ্ম তেনে বস্তু নহয় যে তাক পৰিত্যাগ কৰিব পাৰি; অতএব ধৰ্মৰ আচৰণ অথবা ধৰ্মৰ ফল-কামনাত্যাগ অথবা ধৰ্মৰ বিচাৰ ত্যাগ এইৰূপ শব্দ উহ্য কৰি শ্লোকৰ অৰ্থ কৰিব লাগিব। পিচে—

আচৰণ কথা উহ্য আছে ধৰি লৈ অৰ্থ কৰা সঙ্গত নহ'ব; কাৰণ "তুমি ধৰ্মাচৰণ পৰিত্যাগ কৰা" এইৰূপ উপদেশ পূৰ্বোপদিষ্ট সমস্ত গীতাবাক্যৰ বিৰোধী হয়। ধৰ্মৰ ফলকামনা পৰিত্যাগ কৰা এইৰূপ অৰ্থ অৱশ্যে হ'ব পাৰে, কাৰণ এই অধ্যায়ৰ আৰম্ভণিতে ত্যাগ শব্দে ফলকামনা ত্যাগ বুজায়, এই কথা ভগবানে কৈছে; এই ৬৬ সংখ্যক শ্লোকতো ত্যাগ শব্দকেই ব্যৱহাৰ কৰিছে, সংন্যাস শব্দৰ ব্যৱহাৰ হোৱা নাই। অতএব ফলকামনা পৰিত্যাগ কৰা অৰ্থ কৰিলে কোনো প্ৰকাৰ অসঙ্গত নহয়। পৰন্তু তুমি নিজে ধৰ্মবিচাৰ পৰিত্যাগ কৰি মোৰ ওপৰত নিৰ্ভৰ কৰা, মই তোমাক পাপৰ পৰা মুক্ত কৰিম—এই বাক্যত যি শক্তি সঞ্চাৰিত আছে, সি পূৰ্বোক্ত অৰ্থেৰে প্ৰকাশিত নহয়; এই শক্তিয়েই ইয়াত অপূৰ্ব বস্তু, এই নিমিত্তে ধৰ্ম বিচাৰ পৰিত্যাগ কৰাই ভগৱৎ অভিপ্ৰেত বোধে এই ঠাইত তাকে গ্ৰহণ কৰা হ'ল। ৬৬॥ (সন্তদাস বাবাজী)

সকলো কথাতে মোত সম্পূৰ্ণ আত্মসমৰ্পণ কৰিব পাৰিলে তোমাৰ আৰু একো চিন্তা নাই ; পাপ-পুণ্য বিচাৰ কৰিবৰ একো আৱশ্যক নাই।

প্ৰথম অধ্যায়ৰ আৰম্ভতে অৰ্জুনে আশঙ্কা কৰিছিল যে আততায়ী যদি স্বজন হয়, তেন্তে সিহঁতক বধ কৰিলে পাপ হ'ব পাৰে ;

"পাপমেবাশ্ৰয়েদস্মান্ হত্বৈতানাততায়িনঃ"—১।৩৬

এয়ে অৰ্জুনৰ আচল প্ৰশ্ন আছিল। এতিয়া ওপৰৰ এই শ্লোকত ভগৱানে অৰ্জুনৰ সেই সন্দেহ নিবাকৰণ কৰিছে আৰু কৈছে যে "হে অৰ্জুন ! যি মোত আত্মসমৰ্পণ কৰে, তেওঁৰ পাপ-পুণ্য বিচাৰ কৰা একো আৱশ্যক নাই।

মোত আত্মসমৰ্পণ কৰিলে, মোৰ ভক্তক মই সকলো পাপৰ পৰা ৰক্ষা কৰোঁ। মোৰ ভক্তই পাপ কাম কৰিব নোৱাৰে। তুমি নিশ্চিন্ত হোৱা ( মা শুচঃ )। এয়ে গীতাৰ শেষ উপদেশ। এয়ে মনুষ্য জীৱনৰ পৰম সত্য।"

( বেদান্ত-বাচস্পতি )

ইদং তে নাতপস্কায় নাভক্তায় কদাচন।
ন চাশুশ্ৰূষবে বাচ্যং ন চ মাং যোঽভ্যসূয়তি ॥ ৬৭

**অন্বয় :**—ইদং তে অতপস্কায় ন বাচ্যং, ন অভক্তায়, ন চ অশুশ্ৰূষবে, ন চ মাং য অভ্যসূয়তি। ৬৭ ॥

অতপস্কায়=তপোৰহিতায় ( শঙ্কৰাচাৰ্য্য )
স্বধৰ্মানুষ্ঠান ৰহিতায় ( শ্ৰীধৰ )
যিজন তপস্যাহীন বা স্বধৰ্মানুষ্ঠানহীন

অশুশ্ৰূষবে=পৰিচৰ্য্যাম্ অকুৰ্বতে শ্ৰোতুম্ অনিচ্ছতে বা (শঙ্কৰাচাৰ্য্য )

মাং পৰমেশ্বৰং য অভ্যসূয়তি=মনুষ্যদৃষ্ট্যা দোষাৰোপেণ নিন্দতি ( শ্ৰীধৰ )

**অনুবাদ :**—যিজন তপস্যাহীন বা যিজনে স্বধৰ্মৰ অনুষ্ঠান নকৰে, যিজন ভক্ত নহয়, যিজনে শুনিবৰ ইচ্ছা নকৰে আৰু যিজনে মোক অসূয়া কৰে ( নিন্দা কৰে ), তেনে কোনো লোকৰ ওচৰত তুমি এই গীতাতত্ত্বৰ কথা নক'বা। ৬৭ ॥

**ব্যাখ্যা :**—গীতাতত্ত্বৰ অৰ্থাৎ জ্ঞানত প্ৰতিষ্ঠিত ভক্তিসাধনযুক্ত কৰ্মযোগৰ উপদেশ শেষ কৰি শ্ৰীভগৱানে এতিয়া ইয়াৰ অধিকাৰী-অনধিকাৰীৰ বিষয়ে কৈছে ( ১২।১৩ ব্যাখ্যা দ্ৰষ্টব্য )।

অনধিকাৰী—যি লোকে তপস্যা নকৰে অৰ্থাৎ কোনো চেষ্টা নকৰে, যিজনে ভজন নকৰে, অৰ্থাৎ এক অদ্বয়তত্ত্বক ভাল নেপায়, যিজনে এইবোৰ কথা শুনিবৰ ইচ্ছা নকৰে; তেনে ব্যক্তিক এইবোৰ কথা কোৱা উচিত নহয় আৰু যিজনে মোক দ্বেষ কৰে তেনে ব্যক্তিকো এইবোৰ কথা কোৱা উচিত নহয় অৰ্থাৎ যিজনে কয় যে পৰিদৃশ্যমান ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ বাহিৰত (আৰু ভিতৰতো) আপাতঃ-অদৃশ্য আৰু অধোক্ষজ পৰম সত্য বুলি একোৱেই নাই—তেওঁক গীতাৰ অৰ্থ ক'লে তেওঁ তাৰ কু-অৰ্থ কৰিব। (বেদ-বেদান্ত শাস্ত্ৰী)

[অসূয়া মানে দোষযুক্ত দৃষ্টি অৰ্থাৎ বেয়াক ভাল দেখা আৰু ভালক বেয়া দেখা]

"চাৰি প্ৰকাৰ ব্যক্তি গীতা শুনিবৰ অনধিকাৰী। প্ৰথম—যিজনে তপ নকৰে। যিটো যাৰ পক্ষে শাস্ত্ৰবিহিত অৰ্থাৎ যাৰ যি স্বধৰ্ম তাক পালন কৰাই তেওঁৰ তপ। মন্বাদি শাস্ত্ৰতো এইৰূপ উল্লেখ আছে। (মনু—১১।২৩৬) (হাৰীত স্মৃতি—৭।৯-১১)। এই অৰ্থ গ্ৰহণ কৰিয়েই শ্ৰীধৰ স্বামীয়ে লিখিছে—অতপস্কৰ অৰ্থ হৈছে স্বধৰ্মানুষ্ঠানৰহিত। যিজনে স্বধৰ্ম কি তাক নাজানে আৰু স্বধৰ্মৰ অনুষ্ঠান নকৰে, তেওঁৰ ওচৰত গীতাৰ বিশেষ মূল্য নাই, গীতাত তেওঁৰ অধিকাৰো নাই, কিয়নো স্বধৰ্ম পালন গীতোক্ত ধৰ্মৰ প্ৰধান অঙ্গ।

দ্বিতীয়তঃ—যিজন অভক্ত, যাৰ ঈশ্বৰত ভক্তি-শ্ৰদ্ধা নাই, শুষ্ক জ্ঞান আৰু শাস্ত্ৰপাণ্ডিত্য যাৰ সম্বল, তেনে ব্যক্তি গীতাতত্ত্ব শ্ৰৱণত অনধিকাৰী; কিয়নো গীতা আদ্যোপান্ত ভক্তিবাদেৰে সমুজ্জ্বল, ভক্তিহীন ব্যক্তিৰ ওচৰত ইয়াৰ মৰ্ম প্ৰতিভাত নহ'ব বৰং কদৰ্থ হোৱাৰ সম্ভাৱনা।

তৃতীয়তঃ—যিজন শুশ্ৰূষাপৰায়ণ নহয় তেওঁ গীতাৰ জ্ঞান লাভত অনধিকাৰী। শুশ্ৰূষা শব্দৰ দুটা অৰ্থ—(১) শুনিবৰ ইচ্ছা (২) পৰিচৰ্য্যা, সেৱা। এই ঠাইত যি কোনো অৰ্থ গ্ৰহণ কৰিব পৰা যায়। যি শ্ৰদ্ধান্বিত আৰু আগ্ৰহশীল হৈ ধৰ্মতত্ত্বৰ কথা জিজ্ঞাসা কৰে, তেওঁকেই উপদেশ দিয়া কৰ্তব্য, উপযাচি উপদেশ দিলে বিপৰীত ফল হয়। অথবা যি সেৱাপৰায়ণ নহয়, তেওঁ ইয়াক গ্ৰহণৰ অনধিকাৰী; কিয়নো লোক-সেৱাই ভগবানৰ অৰ্চনা; ই ভাগৱত ধৰ্মৰ এটা মুখ্য তত্ত্ব। সেৱা-মাহাত্ম্য যিজনে বুজা নাই, তেওঁ ভাগৱত ধৰ্মও নুবুজিব।

চতুৰ্থ অনধিকাৰী—যিবিলাক লোক শ্ৰীভগৱানৰ অসূয়াকাৰী, যাক 'অসুৰ', 'পাষণ্ড' ইত্যাদি নামত অভিহিত কৰা হয়। ইয়াত শ্ৰীভগৱানৰ অৱতাৰ

স্বৰূপৰ কথা কোৱা হৈছে—যেনে শ্ৰীকৃষ্ণ-অৱতাৰত ভীষ্মদেৱ, সঞ্জয়, দ্ৰুপদ, পাণ্ডৱসকল—এওঁলোক আছিল ভগৱদ্ভক্ত; পক্ষান্তৰে কংস, শিশুপাল, জৰাসন্ধ, দুৰ্য্যোধন প্ৰভৃতি আছিল ভগৱদ্-বিদ্বেষী। এওঁলোকৰ গীতাত অধিকাৰ নাই, কিয়নো যিবিলাকে শ্ৰীভগৱানকে নামানে, তেওঁলোকে ভাগৱত ধৰ্ম কেনেকৈ বুজিব? (জগদীশ ঘোষ)

এমনে গীতাৰ তত্ত্ব অৰ্থ কহি, তাৰ সম্প্ৰদায়-প্ৰৱৰ্তন নিয়ম কহন্ত। "এই গীতাৰ অৰ্থক তুমি স্বধৰ্মহীনক নকহিবা, স্বধৰ্ম কৰিয়ো যদি গুৰু ঈশ্বৰত ভাক্ত নকৰে তাত কদাচিতো নকহিবা। যি তুমাক পৰিচৰ্য্যা নকৰে তাক নকহিবা। মঞি ঈশ্বৰক যি মনুষ্য-দৃষ্টিয়ে দোষ আৰোপি নিন্দা কৰে তাতো নকহিবা।"

(ভট্টদেৱ) ৬৭ ॥

য ইদং পৰমং গুহ্যং মদ্ভক্তেষ্বভিধাস্যতি।
ভক্তিং ময়ি পৰাং কৃত্বা মামেবৈষ্যত্যসংশয়ঃ ॥ ৬৮

**অন্বয়ঃ**—যঃ ইদং পৰমং গুহ্যং মদ্ ভক্তেষু অভিধাস্যতি [সঃ] ময়ি পৰাং ভক্তিং কৃত্বা মাম্ এব এষ্যতি, অসংশয়ঃ। ৬৮ ॥

**অনুবাদঃ**—যিজনে এই পৰম গুহ্য শাস্ত্ৰ মোৰ ভক্তসকলৰ ওচৰত ব্যাখ্যা কৰিব (এই পৰম গোপনীয় তত্ত্ব মোৰ প্ৰতি শ্ৰদ্ধাসম্পন্ন প্ৰীতিসম্পন্ন লোকক বুজাই দিব) তেওঁ সৰ্বসংশয়শূন্য হৈ মোতে ভক্তি লাভ কৰি মোকেই লাভ কৰিব। ৬৮ ॥

**ব্যাখ্যাঃ**—ময়ি পৰাং ভক্তিং কৃত্বা=সেই ব্যক্তি মোৰ পৰা ভক্তি লাভ কৰিব।

ন চ তস্মান্মনুষ্যেষু কশ্চিন্মে প্ৰিয়কৃত্তমঃ।
ভবিতা ন চ মে তস্মাদ্ অন্যঃ প্ৰিয়তৰো ভুবি ॥ ৬৯

**অন্বয়ঃ**—মনুষ্যেষু তস্মাৎ চ ভুবি কশ্চিৎ মে প্ৰিয়কৃত্তমঃ ন তস্মাৎ অন্যঃ মে প্ৰিয়তৰঃ চ ন ভবিতা।

**অনুবাদঃ**—মানুহৰ ভিতৰত, সেই ব্যাখ্যাকাৰীজনতকৈ আৰু অধিক প্ৰিয় কাৰ্য্যকাৰী মোৰ কোনো নাই। পৃথিৱীত তেওঁতকৈ অধিক প্ৰিয় আৰু কোনো নহ'ব। ৬৯ ॥

**ব্যাখ্যা ঃ**—৬৮-৬৯ শ্লোকত গীতাৰ অধিকাৰী আৰু অধ্যাপক নির্ণয় কৰিছে ; তাৰ পাছত ৭০ শ্লোকত গীতাৰ পাঠক নির্ণয় কৰিছে।

**অধ্যেষ্যতে চ য ইমং ধর্ম্যং সংবাদম্ আবয়োঃ।**
**জ্ঞানযজ্ঞেন তেনাহম্ ইষ্টঃ স্যাম্ ইতি মে মতিঃ ॥ ৭০**

**অন্বয় ঃ**—যঃ চ আবয়োঃ ইমং ধর্ম্যং সংবাদং অধ্যেষ্যতে, তেন অহং জ্ঞান যজ্ঞেন ইষ্টঃ স্যাম্ ইতি মে মতিঃ। ৭০

অধ্যেষ্যতে=জপৰূপেন পঠিষ্যতি—জপৰূপে পাঠ কৰিব—অধ্যয়ন কৰিব।

ধর্ম্য সংবাদম্=ধর্মবিষয়ক কথোপকথন।

জ্ঞানযজ্ঞেন=সর্বযজ্ঞেভ্যঃ শ্রেষ্ঠেন জ্ঞানযজ্ঞেন।

**অনুবাদ ঃ**—তোমাৰ আৰু মোৰ ভিতৰত এই যে ধর্ম বিষয়ক ( ধর্মানুগত ) কথোপকথন হ'ল—ইয়াক যিজনে পাঠ কৰিব তেওঁৰ দ্বাৰা মই জ্ঞানৰূপ যজ্ঞেৰে পূজিত হ'ম—এয়ে মোৰ নিশ্চয় ( অভিমত )। ৭০ ॥

শ্রদ্ধাবান্ অনসূয়শ্চ শৃণুয়াদপি যো নৰঃ।
সোঽপি মুক্তঃ শুভাল্লোঁকান্ প্রাপ্নুয়াদ্ পুণ্যকর্মণাম্ ॥ ৭১

**অন্বয় ঃ**—শ্রদ্ধাবান্ অনসূয়ঃ চ যঃ নৰঃ শৃণুয়াৎ অপি, সঃ অপি মুক্তঃ ( সন্ ) পুণ্যকর্মণাম্ শুভান্ লোকান্ প্রাপ্নুয়াৎ। ৭১ ॥

শৃণুয়াৎ অপি=অর্থবোধ নহ'লেও কেৱলমাত্র শুনে।

**অনুবাদ ঃ**—শ্রদ্ধালু আৰু অসূয়াশূন্য হৈ ( দোষদৃষ্টিৰহিত হৈ ) অর্থবোধ নহ'লেও কেৱলমাত্র শুনে, তেওঁ পাপশূন্য হৈ পুণ্যকাৰীৰ প্রাপ্য শুভলোকলৈ গতি কৰে—তেওঁ পুণ্যলোক পাব। ৭১ ॥

**ব্যাখ্যা ঃ**—অপৰে পাঠ কৰিলে যদি কেতিয়াবা কোনোবাই শুনে তাৰো ফল আছে বুলি কৈছে।

**কচ্চিদেতচ্ছ্রুতং পার্থ ত্বয়ৈকাগ্রেণ চেতসা।**
**কচ্চিদজ্ঞান সম্মোহঃ প্রনষ্টস্তে ধনঞ্জয় ॥ ৭২**

**অন্বয় ঃ**—পার্থ, ত্বয়া একাগ্রেণ চেতসা এতৎ কচ্চিৎ শ্রুতম্? ধনঞ্জয়, তে অজ্ঞান সম্মোহঃ কচ্চিৎ প্রনষ্টঃ। ৭২ ॥

**টীকা**ঃ—সম্যগ্ বোধানুপপত্তৌ পুনঃ উপদেক্ষ্যামি ইতি আশয়েন আহ—কচ্চিদিতি। কচ্চিদিতি প্ৰশ্নাৰ্থঃ। অজ্ঞান-সম্মোহনঃ তত্ত্ব-অজ্ঞান-কৃতো বিপৰ্য্যয়ঃ। স্পষ্টমন্যৎ। ( শ্ৰীধৰ )

কচ্চিৎ=কিম্? নে?

**অনুবাদ**ঃ—( শিষ্যৰ শাস্ত্ৰৰ অৰ্থগ্ৰহণ হৈছে নে নাই জানিবৰ ইচ্ছা কৰি শ্ৰীভগৱানে সুধিছে ) হে পাৰ্থ, তুমি একাগ্ৰমনে এইবোৰ কথা শুনিলা নে? হে অৰ্জুন! তোমাৰ অজ্ঞান-জাত মোহ দূৰ হ'ল নে? ৭২ ॥

অৰ্জুন উবাচ।

নষ্টো মোহঃ স্মৃতিৰ্ লব্ধা ত্বৎপ্ৰসাদান্ময়াচ্যুত।
স্থিতোঽস্মি গতসন্দেহঃ কৰিষ্যে বচনং তব ॥ ৭৩

**অন্বয়**ঃ—অৰ্জুন উবাচ—অচ্যুত! ত্বৎ প্ৰসাদাৎ মোহঃ নষ্টঃ। ময়া স্মৃতিঃ লব্ধা গতসন্দেহঃ স্থিতঃ অস্মি। তব বচনং কৰিষ্যে। ৭৩ ॥

**অনুবাদ**ঃ—হে অচ্যুত! তোমাৰ প্ৰসাদত মোৰ মোহ নষ্ট হ'ল, স্মৃতি পুনঃ লাভ কৰিছোঁ। ( মই যে ক্ষত্ৰিয়, ধৰ্ম্য যুদ্ধ যে মোৰ স্বভাৱজ কৰ্ম এই বোধ ঘূৰাই পাইছোঁ ) মই স্থিতি লাভ কৰিছোঁ, মোৰ সন্দেহ দূৰ হৈছে; তোমাৰ আদেশ পালন কৰিম।

**ব্যাখ্যা**ঃ—অৰ্জুনে ভগৱানৰ অনুগ্ৰহৰ বাবে কৃতাৰ্থ হৈ এইদৰে কৃতজ্ঞতা জনালে।

সঞ্জয় উবাচ।

ইত্যহং বাসুদেৱস্য পাৰ্থস্য চ মহাত্মনঃ
সংবাদম্ ইমম্ অশ্ৰৌষম্ অদ্ভুতং ৰোমহৰ্ষণম্ ॥ ৭৪

**অন্বয়**ঃ—সঞ্জয় উবাচ—অহম্ ইতি বাসুদেৱস্য চ মহাত্মনঃ পাৰ্থস্য ইমং ৰোমহৰ্ষণং অদ্ভুতং সংবাদং অশ্ৰৌষম্। ৭৪ ॥

**অনুবাদ**ঃ—সঞ্জয়ে ক'লে—এই ধৰণৰ অদ্ভুত আৰু ৰোমাঞ্চকৰ কথোপকথন বাসুদেৱ আৰু মহাত্মা অৰ্জুনৰ ভিতৰত হোৱা মই শুনিলোঁ। ৭৪ ॥

**ব্যাখ্যা**ঃ—মহাভাৰতৰ ভীষ্ম পৰ্বৰ ধৃতৰাষ্ট্ৰ-সঞ্জয় সংবাদৰ অন্তৰ্গত এই কৃষ্ণাৰ্জুন সংবাদ বা শ্ৰীমদ্ভগবদ্ গীতা। পূৰ্বৰ শ্লোকত কৃষ্ণাৰ্জুন সংবাদ শেষ হ'ল আৰু ধৃতৰাষ্ট্ৰ আৰু সঞ্জয়ৰ কথোপকথন পুনৰায় আৰম্ভ হ'ল। ৭৪ ॥

ব্যাসপ্রসাদাচ্ছ্রুতবান্ এতদ্ গুহ্যং অহং পৰম্ ।
যোগং যোগেশ্বৰাৎ কৃষ্ণাৎ সাক্ষাৎ কথয়তঃ স্বয়ম্ ॥ ৭৫

**অন্বয় ঃ**—অহং ব্যাসপ্ৰসাদাৎ এতৎ পৰং গুহ্যং যোগং কথয়তঃ স্বয়ং যোগেশ্বৰাৎ কৃষ্ণাৎ সাক্ষাৎ শ্ৰুতবান্ । ৭৫ ॥

**অনুবাদ ঃ**—ব্যাসদেৱৰ কৃপাত ( দিব্য চক্ষু লাভ কৰি ) মই এই দুৰ্বোধ ( পৰম গূঢ় ) যোগতত্ত্ব যোগেশ্বৰ স্বয়ং শ্ৰীকৃষ্ণৰ মুখৰপৰা শুনিলোঁ । ৭৫ ॥

**ব্যাখ্যা ঃ**—যোগ শব্দৰ অৰ্থ সমত্ববুদ্ধি আৰু কৰ্মযোগ আগেয়ে কোৱা হৈছে । ৭৫ ॥

ৰাজন্ সংস্মৃত্য সংস্মৃত্য সংবাদম্ ইদম্ অদ্ভুতম্ ।
কেশৱাৰ্জুনয়োঃ পুণ্যং হৃষ্যামি চ মুহুৰ্মুহুঃ ॥ ৭৬

**অন্বয় ঃ**—ৰাজন্ ! কেশৱ-অৰ্জুনয়োঃ ইদং পুণ্যং অদ্ভুতং সংবাদং সংস্মৃত্য সংস্মৃত্য মুহুঃ মুহুঃ হৃষ্যামি । ৭৬ ॥

**অনুবাদ ঃ**—হে মহাৰাজ ধৃতৰাষ্ট্ৰ ! শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ এই পবিত্ৰ আৰু অদ্ভুত কথোপকথন পুনঃপুনঃ স্মৰণ কৰি মই বাৰংবাৰ পুলকিত হওঁ । ৭৬ ॥

তচ্চ সংস্মৃত্য সংস্মৃত্য ৰূপম্ অত্যদ্ভুতং হৰেঃ ।
বিস্ময়ো মে মহান্ ৰাজন্ হৃষ্যামি চ পুনঃ পুনঃ ॥ ৭৭

**অন্বয় ঃ**—ৰাজন্ ! হৰেঃ তৎ অত্যতদ্ভুং ৰূপং ( বিশ্বৰূপং ) সংস্মৃত্য সংস্মৃত্য চ মে মহান্ বিস্ময়ঃ চ ( ভৱতি ), অহং পুনঃপুনঃ হৃষ্যামি ।

**অনুবাদ ঃ**—হে মহাৰাজ ! হৰিৰ সেই অদ্ভুত বিশ্বৰূপ স্মৰণ কৰি কৰি মোৰ অতিশয় বিস্ময় উপস্থিত হয় ; পুনঃপুনঃ ৰোমাঞ্চিত হওঁ । ৭৭ ॥

যত্ৰ যোগেশ্বৰঃ কৃষ্ণো যত্ৰ পাৰ্থো ধনুৰ্ধৰঃ ।
তত্ৰ শ্ৰীৰ্বিজয়ো ভূতিৰ্ ধ্ৰুৱানীতিৰ্ মতিৰ্ মম ॥ ৭৮

**অন্বয় ঃ**—যত্ৰ যোগ-ঈশ্বৰঃ কৃষ্ণঃ, যত্ৰ ধনুৰ্ধৰঃ পাৰ্থঃ তত্ৰ শ্ৰীঃ বিজয়ঃ ভূতিঃ ধ্ৰুৱা নীতিঃ ইতি মে মতিঃ । ৭৮ ॥

ভূতিঃ—উত্তৰোত্তৰ-অভিবৃদ্ধিঃ

**অনুবাদ ঃ**—মোৰ নিশ্চিত মত এই যে যি পক্ষত স্বয়ং যোগেশ্বৰ শ্ৰীকৃষ্ণ

আৰু গাণ্ডীৱধাৰী অৰ্জুন আছে, সেই পক্ষত সম্পদ বিজয় ক্ৰমশঃ অভ্যুদয় আৰু অচঞ্চল নীতি ( অটল ন্যায়ধৰ্ম ) বৰ্তমান আছে—(এয়ে সঞ্জয়ৰ অভিমত)।

**ব্যাখ্যা**ঃ—যত্ৰ যোগেশ্বৰঃ কৃষ্ণঃ=যি ঠাইত অচিন্তনীয় সামৰ্থ্য সম্পন্ন কৃষ্ণ আছে অৰ্থাৎ য'ত জ্ঞান, কৌশল, যোগ, বিচাৰৰ মূৰ্তি উপস্থিত আছে ;

যত্ৰ পাৰ্থঃ ধনুৰ্ধৰঃ=যি ঠাইত, যি পক্ষত গাণ্ডীৱধাৰী অৰ্জুন আছে অৰ্থাৎ য'ত শক্তিৰ প্ৰয়োগকৌশল ; অভিজ্ঞ কৰ্মবীৰ আছে ॥

যি পক্ষত জ্ঞান আৰু কৰ্মৰ মিলন হৈছে সেই পক্ষত—শ্ৰীঃ ( শোভা ; সৌন্দৰ্য্য ; জ্ঞান কৰ্মৰ মিলনেই প্ৰকৃত সৌন্দৰ্য্য ), বিজয়ঃ ( জয় লাভ, সকলো কৰ্মত জয়লাভ ), ভূতঃ ( ঐশ্বৰ্য্য সম্পদ ), ধ্ৰুৱানীতি ( অচলা সৎনীতি, অটল ন্যায়ধৰ্ম ) বৰ্তমান থাকে।

শ্ৰীকৃষ্ণ অৰ্জুনৰ বাহ্য সম্মিলনতকৈ আন্তৰ সম্মিলনে অৰ্থাৎ জ্ঞান কৰ্মৰ সম্মিলনে জয় আনিবই। অতএব এই যুদ্ধত যে পাণ্ডৱ পক্ষৰ জয় হ'ব তাত সন্দেহ নাই—এয়ে মোৰ ( সঞ্জয়ৰ ) অভিমত। ৭৮ ॥

ইতি শ্ৰীমদ্ভগৱদ্ গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং
যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুন সংবাদে মোক্ষ-সংন্যাস
যোগো নামাষ্টদশোঽধ্যায়ঃ ॥ ॥ ওঁ তৎসৎ ॥

## এই অধ্যায়ত উল্লিখিত সমূহৰ চমু টোকা

(১) সংন্যাস আৰু ত্যাগৰ ব্যাখ্যা—যজ্ঞাদি নিঃসঙ্গ বুদ্ধিত কৰ্তব্য (২) ত্যাগ তিনি বিধ—সাত্বিক—ৰাজসিক—তামসিক—কৰ্মফল ত্যাগী সাত্বিক ত্যাগী (৩) কৰ্ম সম্পাদনত পাঁচ প্ৰকাৰ কাৰণ—অহংকাৰ বুদ্ধি নাথাকিলে কৰ্মৰ ফল-ত্যাগিত্ব নাই (৪) কৰ্ম তত্ত্ব বিশ্লেষণ—কৰ্ম সংগ্ৰহ—কৰণ, কৰ্ম, কৰ্ত্তা (৫) সাত্বিকাদি গুণ ভেদে জ্ঞান, কৰ্ম, কৰ্তা তিনি বিধ আৰু কৰ্তাৰ বুদ্ধি ধৃতি আৰু সুখ তিনিবিধ—তাৰ ভিতৰত সাত্বিক ভাৱ মোক্ষপ্ৰদ (৬) তিনি গুণৰ পৰা একোৰেই মুক্ত নহয় (৭) চাতুৰ্বৰ্ণ্য ধৰ্ম আৰু স্বভাৱ নিয়ত কৰ্ম বা স্বধৰ্ম (৮) স্বধৰ্ম অত্যাজ্য—নিঃসঙ্গ বুদ্ধিত স্বধৰ্মাচৰণত নৈষ্কৰ্ম্য সিদ্ধি (৯) কৰ্মযোগত মোক্ষ বা ভগৱৎ প্ৰাপ্তি কেনেকৈ হয় (১০) ভগৱানৰ ইচ্ছা থাকিলেহে মায়া ত্যাগ হয়। (১১) সৰ্ব ধৰ্ম ত্যাগ—ভগৱৎশৰণ—ভগৱানৰ শেষ বাণী (১২) গীতাজ্ঞানৰ অধিকাৰী—গীতা ব্যাখ্যা, গীতা পাঠ, গীতা শ্ৰৱণৰ ফল (১৩) অৰ্জুনৰ মোহনাশ আৰু যুদ্ধ কৰিবলৈ ইচ্ছা (১৪) সঞ্জয়ৰ উপসংহাৰ।

# শ্ৰীশ্ৰীগীতা মাহাত্ম্যম্

## ওঁ নমো ভগৱতে বাসুদেৱায়

ঋষিৰুবাচ—

গীতায়াশ্চ মাহাত্ম্যং যথাৱৎ সূত মে বদ।
পুৰা নাৰায়ণক্ষেত্ৰে ব্যাসেন মুনিনোদিতম্॥ ১

সূত উবাচ—

ভদ্ৰং ভগৱতা স্পৃষ্টং যদি গুপ্ততমং পৰম্।
শক্যতে কেন তদ্বক্তুং গীতামাহাত্ম্যমুত্তমম্॥ ২
কৃষ্ণো জানাতি বৈ সম্যক্ কিঞ্চিৎ কুন্তীসুতঃ ফলম্।
ব্যাসো বা ব্যাসপুত্ৰো বা যাজ্ঞবল্ক্যোথ মৈথিলঃ॥ ৩
অন্যে শ্ৰৱণতঃ শ্ৰুত্বা লেশং সঙ্কীৰ্ত্তয়ন্তি চ।
অস্মাৎ কিঞ্চিদ্ বদাম্যত্ৰ ব্যাসস্যাস্যান্ময়া শ্ৰুতম্॥ ৪

---

**অনুবাদ**:—ঋষি (শৌনকে) ক'লে—হে সূত, পুৰণি কালত নাৰায়ণ ক্ষেত্ৰত (বদৰিকাশ্ৰমত) ব্যাসদেৱে গীতাৰ মাহাত্ম্য যেনেকৈ বৰ্ণনা কৰিছিল, তেনেকৈ যথাযথ বৰ্ণনা কৰক। ১

সূতে ক'বলৈ ধৰিলে—ভগৱন্, আপুনি উত্তম প্ৰশ্নৰ অৱতাৰণা কৰিছে। ই অতি গোপনীয়। গীতাৰ সেই উত্তম মাহাত্ম্য কোনে বৰ্ণনা কৰিব পাৰে? ২

(স্বয়ং) শ্ৰীকৃষ্ণই ইয়াক উত্তমৰূপে জানে; কুন্তীপুত্ৰ অৰ্জুন, ব্যাসদেৱ, ব্যাসপুত্ৰ শুকদেৱ, যাজ্ঞবল্ক্য আৰু মিথিলাৰ ৰজা জনকে কিছু কিছু জানে।৩ আন আনবিলাকে আনৰ পৰা শুনি লেশমাত্ৰ কীৰ্তন কৰে; মই ব্যাসদেৱৰ মুখৰ পৰা যেনেদৰে শুনিছিলোঁ, তাকেই ইয়াত কিঞ্চিৎ ক'ম। ৪

সৰ্বোপনিষদো গাবো দোগ্ধা গোপালনন্দনঃ ।
পাৰ্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ ॥ ৫
সাৰথ্যমৰ্জুনস্যাদৌ কুৰ্বন্ গীতামৃতং দদৌ ।
লোকত্ৰয়োপকাৰায় তস্মৈ কৃষ্ণাত্মনে নমঃ ॥ ৬
সংসাৰসাগৰং ঘোৰং তৰ্তুমিচ্ছতি যো নৰঃ ।
গীতানাবং সমাসাদ্য পাৰং যাতি সুখেন সঃ ॥ ৭
গীতাজ্ঞানং শ্ৰুতং নৈব সদৈবাভ্যাসযোগতঃ ।
মোক্ষমিচ্ছতি মূঢ়াত্মা যাতি বালকহাস্যতাম্ ॥ ৮
যে শৃণ্বন্তি পঠন্ত্যেৱ গীতা শাস্ত্ৰমহৰ্নিশম্ ।
ন তে বৈ মানুষা জ্ঞেয়া দেবৰূপা ন সংশয়ঃ ॥ ৯
গীতা জ্ঞানেন সম্বোধং কৃষ্ণ প্ৰাহাৰ্জুনায় বৈ ।
ভক্তিতত্ত্বং পৰং তত্ৰ সগুণং বাথ নিৰ্গুণম্ ॥ ১০
সোপানাষ্টাদশৈৰেবং ভক্তিমুক্তিসমুচ্ছ্ৰিতৈঃ ।
ক্ৰমশো চিত্তশুদ্ধিঃ স্যাৎ প্ৰেম ভক্ত্যাদি কৰ্মণি ॥ ১১

---

**অনুবাদ ঃ**—সমগ্ৰ উপনিষদ্‌সমূহ গাভীৰ স্বৰূপ, গোপালনন্দন শ্ৰীকৃষ্ণ দোহন কৰ্তা, অৰ্জুন দামুৰীস্বৰূপ আৰু গীতাৰূপ অমৃত দুগ্ধস্বৰূপ—সুধীসকলে তাকে পান কৰে। ৫ ॥ তিনিও লোকৰ উপকাৰৰ কাৰণে যিজন পুৰুষে প্ৰথমে অৰ্জুনৰ সাৰথ্য স্বীকাৰ কৰি গীতা অমৃত দান কৰিছে, সেই পৰমাত্মা শ্ৰীকৃষ্ণক নমস্কাৰ কৰোঁ। ৬ ॥ যি লোকে এই ঘোৰ সংসাৰ সাগৰ উত্তীৰ্ণ হ'বলৈ ইচ্ছা কৰে, তেওঁ গীতাৰূপ নৌকাৰ আশ্ৰয় ল'লে সুখেৰে পাৰ হ'ব পাৰে। ৭ ॥ যিজনে পুনঃ পুনঃ শুনি আৰু অভ্যাস কৰি গীতা জ্ঞান লাভ কৰা নাই, তেওঁ যদি মোক্ষ বাঞ্ছা কৰে, তেনে ব্যক্তি বালকৰ ওচৰতো উপহাসৰ পাত্ৰ হয়। ৮ ॥ যিবিলাকে অহৰ্নিশি গীতাশাস্ত্ৰ শুনে বা অধ্যয়ন লাভ কৰে, তেওঁলোকক সাধাৰণ মানুহ বুলি জ্ঞান কৰিব নালাগে, তেওঁলোক দেৱতাস্বৰূপ। ৯ ॥ যি গীতাজ্ঞানেৰে শ্ৰীকৃষ্ণই অৰ্জুনক প্ৰবোধ দিছিল, তাতেই সগুণ বা নিৰ্গুণৰ প্ৰতি যি উৎকৃষ্ট ভক্তিতত্ত্ব সেইটো ব্যাখ্যা কৰা হৈছে। ১০ ॥ গীতাৰ ভক্তিমুক্তিপ্ৰধান ওঠৰ অধ্যায় ওঠৰটি সোপান স্বৰূপ। সেই সোপানেৰে প্ৰেম, ভক্তি আদি কৰ্মেৰে ক্ৰমশঃ চিত্তশুদ্ধি লাভ হয়। ১১ ॥

সাধোর্গীতাম্ভসি স্নানং সংসাৰমলনাশনম্ ।
শ্ৰদ্ধাহীনস্য তৎকাৰ্য্যং হস্তিস্নানং বৃথৈ তৎ ॥ ১২

গীতায়াশ্চ ন জানাতি পঠনং নৈব পাঠনম্ ।
স এব মানুষে লোকে মোঘকৰ্ম্মকৰো ভবেৎ ॥ ১৩

তস্মাদ্ গীতাং ন জানাতি নাধমস্তৎপৰো জনঃ ।
ধিক্ তস্য মানুষং দেহং বিজ্ঞানং কুলশীলতাম্ ॥ ১৪

গীতাৰ্থং ন বিজানাতি নাধমস্তৎপৰো জনঃ ।
ধিক্ শৰীৰং শুভং শীলং বিভৱং তদ্‌গৃহাশ্ৰমম্ ॥ ১৫

গীতাশাস্ত্ৰং ন জানাতি নাধমস্তৎপৰো জনঃ ।
ধিক্ প্ৰালব্ধং প্ৰতিষ্ঠাঞ্চ পূজাং দানং মহত্তমম্ ॥ ১৬

গীতাশাস্ত্ৰে মতিৰ্নাস্তি সৰ্বং তন্নিস্ফলং জগুঃ ।
ধিক্ তস্য জ্ঞানদাতাৰং ব্ৰতং নিষ্ঠাং তপোযশঃ ॥ ১৭

---

**অনুবাদ ঃ**—গীতাৰূপ পবিত্ৰ জলত স্নান কৰিলে সাধুলোকবিলাকৰ সংসাৰৰ সমস্ত মল নাশ হয় ; কিন্তু শ্ৰদ্ধাহীন লোকৰ সেই স্নান হাতীৰ স্নানৰ নিচিনা নিস্ফল হয়। ১২॥ যি ব্যক্তিয়ে গীতাশাস্ত্ৰ অধ্যয়ন বা অধ্যাপনা কৰা নাই, তেওঁৰ সমস্ত কৰ্ম বৃথা। ১৩॥ অতএৱ যিজন লোকে গীতাশাস্ত্ৰ ভালদৰে নাজানে, তেওঁতকৈ অধম লোক আৰু কোনো নাই ; তেওঁৰ জ্ঞান, কুল, শীল আৰু মনুষ্য দেহত ধিক্। ১৪॥ গীতাৰ অৰ্থ যিজনে নাজানে, তেওঁতকৈ অধম ব্যক্তি আৰু কোনো নাই ; তেওঁৰ মনুষ্যদেহ, সদাচাৰ, কল্যাণ, বিভৱ আৰু গৃহাশ্ৰমত ধিক্। ১৫॥ গীতাশাস্ত্ৰ যিজনে নাজানে তেওঁতকৈ অধম ব্যক্তি কোনো নাই ; তেওঁৰ অদৃষ্ট, প্ৰতিষ্ঠা, পূজা, মান আৰু মহত্বত ধিক্। ১৬॥ গীতাশাস্ত্ৰত যাৰ মতি নাই তেওঁৰ সমস্তই নিস্ফল ; তেওঁৰ শিক্ষাদাতাক ধিক্ ; তেওঁৰ ব্ৰত, নিষ্ঠা, তপস্যা আৰু যশত ধিক্। ১৭॥

গীতাৰ্থপঠনং নাস্তি নাধমস্তৎপৰো জনঃ।
গীতাগীতং ন যজ্জ্ঞানং তদ্বিদ্ধ্যাসুৰসম্মতম্ ॥ ১৮
তন্মোঘং ধৰ্মৰহিতং বেদ-বেদান্ত গৰ্হিতম্।
তস্মাদ্ধৰ্মময়ী গীতা সৰ্বজ্ঞানপ্ৰয়োজিকা।
সৰ্বশাস্ত্ৰসাৰভূতা বিশুদ্ধা সা বিশিষ্যতে ॥ ১৯
যোঽধীতে বিষ্ণুপৰ্বাহে গীতা শ্ৰীহৰিবাসৰে।
স্বপন্ জাগ্ৰন্ চলং স্তিষ্ঠন্ শত্ৰুভিৰ্ন স হীয়তে ॥ ২০
শালগ্ৰামশিলায়াং বা দেৱাগাৰে শিৱালয়ে।
তীৰ্থে নদ্যাং পঠেদ্ গীতাং সৌভাগ্যং লভতে ধ্ৰুৱং ॥ ২১
দেৱকীনন্দনঃ কৃষ্ণো গীতা পাঠেন তুষ্যতি।
যথা ন বেদৈৰ্দানেন যজ্ঞতীৰ্থব্ৰতাদিভিঃ ॥ ২২
গীতাধীতা চ যেনাপি ভক্তিভাৱেন চেতসা।
বেদশাস্ত্ৰপুৰাণানি তেনাধীতানি সৰ্বশঃ ॥ ২৩

---

**অনুবাদ :**—যি ব্যক্তিয়ে গীতাৰ অৰ্থ পাঠ কৰা নাই, তেওঁতকৈ আন কোনো অধম ব্যক্তি নাই; যি জ্ঞান গীতাজ্ঞানশূন্য, সেই জ্ঞান আসুৰ জ্ঞান; সেই জ্ঞান নিষ্ফল, ধৰ্মৰহিত আৰু বেদ-বেদান্ত বহিৰ্ভূত; কাৰণ ধৰ্মময়ী গীতা সৰ্বজ্ঞানদাত্ৰী, সৰ্বশাস্ত্ৰৰ সাৰ, বিশুদ্ধা আৰু সেইবাবে সৰ্বোচ্চ স্থান অধিকাৰ কৰিছে। ১৮।১৯ ॥ যি ব্যক্তিয়ে বিষ্ণুৰ পৰ্বদিনত (যেনে—একাদশী, দোল পূৰ্ণিমা, ৰাস পূৰ্ণিমা প্ৰভৃতি পৰ্বদিনত) গীতা পাঠ কৰে, তেওঁ সপোনত, দিঠকত, যাত্ৰা পথত আৰু ঘৰত থকা সময়ত কোনো অৱস্থাতেই শত্ৰুৰ দ্বাৰা পীড়িত নহয়। ২০ ॥ শালগ্ৰামশিলাৰ ওচৰত, দেৱালয়ত, শিৱ-মন্দিৰত, তীৰ্থস্থানত আৰু নদীৰ পাৰত গীতাপাঠ কৰিলে নিশ্চয় সৌভাগ্য লাভ হয়। ২১ ॥ দেৱকীনন্দন শ্ৰীকৃষ্ণ গীতা পাঠত যিমান সন্তুষ্ট হয়, বেদপাঠ, দান, যজ্ঞ, তীৰ্থদৰ্শন বা ব্ৰতাদিৰ দ্বাৰা সিমান প্ৰসন্ন নহয়। ২২ ॥ যিজনে ভক্তিভাৱে গীতা পাঠ কৰে, তেওঁ বেদপুৰাণ আদি সমস্ত শাস্ত্ৰ পাঠৰ ফল পায়। ২৩ ॥

যোগস্থানে সিদ্ধপীঠে শিলাগ্রে সৎসভাসু চ।
যজ্ঞে চ বিষ্ণুভক্তাগ্রে পঠন্ সিদ্ধিং পরাং লভেৎ ॥ ২৪
গীতা পাঠঞ্চ শ্রবণং যঃ করোতি দিনে দিনে।
ক্রতবো বাজিমেধাদ্যাঃ কৃতাস্তেন সদক্ষিণাঃ ॥ ২৫
যঃ শৃণোতি চ গীতার্থং কীর্ত্তয়েত্ত্যেব যঃ পরম্।
শ্রাবয়েচ্চ পরার্থং বৈ স প্রপ্নোতি পরং পদম্ ॥ ২৬
গীতায়াঃ পুস্তকং শুদ্ধং যোঽর্পয়ত্যেব সাদরাৎ।
বিধিনা ভক্তিভাবেন তস্য ভার্য্যা প্রিয়া ভবেৎ ॥ ২৭
যশঃ সৌভাগ্যমারোগ্যং লভতে নাত্র সংশয়ঃ।
দয়িতানাং প্রিয়ো ভূত্বা পরমং সুখমশ্নুতে ॥ ২৮
অভিচারোদ্ভবং দুঃখং বরশাপগতঞ্চ যৎ।
নোপসর্পতি তত্রৈব যত্র গীতার্চনং গৃহে ॥ ২৯
তাপত্রয়োদ্ভবা পীড়া নৈব ব্যাধির্ভবেৎ ক্বচিৎ।
ন শাপো নৈব পাপঞ্চ দুর্গতির্নরকং ন চ ॥ ৩০

---

**অনুবাদ** :—যোগস্থানত, সিদ্ধপীঠত, (শিলাময় দেৱ মূৰ্তিৰ ওচৰত) শালগ্ৰাম শিলাৰ ওচৰত, সাধুলোকৰ সভাত, যজ্ঞস্থানত বা বিষ্ণু ভক্ত লোকৰ ওচৰত গীতাপাঠ কৰিলে পৰম সিদ্ধি লাভ হয়। ২৪ ॥ যিজনে প্ৰতিদিন গীতাপাঠ কৰে, গীতাপাঠ শুনে, তেওঁ দক্ষিণাদান কৰি অশ্বমেধাদি যজ্ঞ কৰাৰ ফল পায়। ২৫ ॥ যিজনে গীতাৰ অৰ্থ ব্যাখ্যা শুনে বা কীৰ্ত্তন কৰে বা অপৰক গীতা শুনায়, তেওঁ পৰম পদ লাভ কৰে। ২৬ ॥ যিজনে যথাবিধি ভক্তি সহকাৰে বিশুদ্ধ গীতাপুস্তক সাদৰে আনক দান কৰে, তেওঁৰ ভাৰ্য্যা প্ৰিয় হয়, আৰু তেওঁ যশ সৌভাগ্য আৰু আৰোগ্য লাভ কৰি স্নেহভাজনবিলাকৰ প্ৰিয় হৈ নিঃসংশয়ে পৰম সুখ লাভ কৰে। ২৭।২৮ ॥ যিখন ঘৰত গীতাৰ পূজা হয়, সেই ঘৰত হিংসা অভিচাৰাদি জনিত কোনো দুঃখ নহয়। ২৯ ॥

**অনুবাদ** :—যি ঘৰত গীতাৰ পূজা হয় তাত ত্ৰিতাপ জনিত (আধ্যাত্মিক, আধিদৈবিক আৰু আধিভৌতিক জনিত) পীড়া, কোনো প্ৰকাৰ ব্যাধি, অভিশাপ, পাপ, দুৰ্গতি বা নৰক উপস্থিত নহয়। ৩০ ॥

বিস্ফোটকাদয়ো দেহে ন বাধন্তে কদাচন।
লভেৎ কৃষ্ণপদে দাস্যং ভক্তিঞ্চাব্যভিচাৰিণীম্॥ ৩১

জায়তে সততং সখ্যং সৰ্বজীৱগণৈঃ সহ।
প্ৰাৰব্ধং ভুঞ্জতো বাপি গীতাভ্যাসৰতস্য চ।
স মুক্তঃ স সুখী লোকে কৰ্মণা নোপলিপ্যতে॥ ৩২

মহাপাপাতিপাপানি গীতাধ্যায়ী কৰোতি চেৎ।
ন কিঞ্চিৎ স্পৃশ্যতে তস্য নলিনীদলমম্ভসা॥ ৩৩

অনাচাৰোদ্ভৱং পাপমবাচ্যাদি কৃতঞ্চ যৎ।
অভক্ষ্য ভক্ষজং দোষমস্পৰ্শস্পৰ্শজং তথা॥ ৩৪

জ্ঞানাজ্ঞান কৃতং নিত্যমিন্দ্ৰিয়ৈৰ্জনিতঞ্চ যৎ।
তৎসৰ্বং নাশমায়াতি গীতা পাঠেন তৎক্ষণাৎ॥ ৩৫

সৰ্বত্ৰ প্ৰতিভুক্ত্বা চ প্ৰতিগৃহ্য চ সৰ্বশঃ।
গীতা পাঠং প্ৰকুৰ্বাণো ন লিপ্যতে কদাচন॥ ৩৬

---

**অনুবাদ** :—যাৰ ঘৰত গীতাৰ পূজা কৰাত ব্যাক্তিয়ে সৰ্বজীৱৰ লগত মিত্ৰতা লাভ কৰে আৰু তেওঁ প্ৰাৰব্ধ কৰ্মৰ অধীন হ'লেও সকলো কৰ্মতে অলিপ্ত অৱস্থাত মুক্তি আৰু সুখ লাভ কৰে। হয় সেই ব্যাক্তিৰ দেহত বিস্ফোটকাদি পীড়া নহয়; বৰঞ্চ তেওঁ কৃষ্ণপদত দাস্য ভক্তি আৰু অব্যাভিচাৰিণী ভক্তি লাভ কৰে। ৩১॥ গীতাপাঠ কৰা অভ্যাসৰ কৰ্মই তেওঁক বন্ধন কৰিব নোৱাৰে। ৩২॥ মহাপাপ বা অতিপাপ কৰিলেও পদ্মপত্ৰত থকা পানীৰ দৰে সেই পাপে গীতাধ্যায়ী ব্যাক্তিক স্পৰ্শ কৰিব নোৱাৰে। ৩৩॥ অনাচাৰ, অবাচ্যকথন, অভক্ষ্যভক্ষণ, অস্পৃশ্যস্পৰ্শন জনিত পাপ সমস্তই ধ্বংস পায়। ৩৪॥ (পাছৰ শ্লোকৰ লগত সম্বন্ধ আছে) জ্ঞানকৃত বা অজ্ঞানকৃত বা ইন্দ্ৰিয়জনিত যি কোনো পাপেই গীতাপাঠ কৰা মাত্ৰকে বিনষ্ট হয়। ৩৫॥ সকলোৰে অন্নভোজন আৰু সৰ্বত্ৰ প্ৰতিগ্ৰহ কৰিলেও গীতাপাঠ কৰা লোকক সেই পাপে স্পৰ্শ নকৰে। ৩৬॥

ৰত্নপূৰ্ণাং মহীং সৰ্বাং প্ৰতিগৃহ্যাবিধানতঃ।
গীতা পাঠেৰ চৈকেন শুদ্ধস্ফটিকবৎ সদা॥ ৩৭
যস্যান্তঃকৰণং নিত্যং গীতায়াং ৰমতে সদা।
স সাগ্নিকঃ সদা জাপী ক্ৰিয়াবান্ সচ পণ্ডিতঃ॥ ৩৮
দৰ্শনীয়ঃ স ধনবান্ স যোগী জ্ঞানবান্ অপি।
স এব যাজ্ঞিকো যাজী সৰ্ববেদাৰ্থদৰ্শকঃ॥ ৩৯
গীতায়াঃ পুস্তকং যত্ৰ নিত্যপাঠশ্চ বৰ্ত্ততে।
তত্ৰ সৰ্বাণি তীৰ্থানি প্ৰয়াগাদীনি ভূতলে॥ ৪০
নিবসন্তি সদা দেহে দেহশেষেঽপিসৰ্বদা।
সৰ্বে দেবাশ্চ ঋষয়ো যোগিনো দেহৰক্ষকাঃ॥ ৪১
গোপালো বালকৃষ্ণোঽপি নাৰদধ্ৰুৱপাৰ্শ্বদৈঃ।
সহায়ো জায়তে শীঘ্ৰং যত্ৰ গীতা প্ৰবৰ্ত্ততে॥ ৪২
যত্ৰ গীতা বিচাৰশ্চ পঠনং পাঠনং তথা।
মোদতে তত্ৰ শ্ৰীকৃষ্ণো ভগৱান্ ৰাধয়া সহ॥ ৪৩

---

**অনুবাদ**ঃ—অন্যায়ভাৱে ৰত্নপূৰ্ণা মহী প্ৰতিগ্ৰহ কৰিলেও একবাৰ মাত্ৰ গীতাপাঠ কৰি সেই পাপৰ পৰা মুক্ত হৈ শুদ্ধ স্ফটিকৰ দৰে নিৰ্মল হৈ যায়। ৩৭॥ যাৰ চিত্তবৃত্তি গীতাপাঠত নিৰত থাকে (অনুৰক্ত থাকে) তেৱেঁই জাপক, ক্ৰিয়াবান্ আৰু তেৱেঁই পণ্ডিত। ৩৮॥ গীতাপাঠত অনুৰক্ত ব্যক্তিয়েই দৰ্শনীয়, ধনবান্, যোগী আৰু জ্ঞানবান্; তেৱেঁই যাজ্ঞিক, যাজক আৰু সৰ্ববেদাৰ্থদৰ্শী।৩৯॥ যিঠাইত গীতা থাকে আৰু নিত্য গীতাপাঠ হয় সেই ঠাইত প্ৰয়াগাদি নিখিল তীৰ্থৰ সমাগম হয়। ৪০॥

যাৰ গীতা পাঠ আদিত প্ৰবৃত্তি হয়, তেওঁৰ জীৱিত কালত আৰু দেহত্যাগৰ পাছতো সমস্ত দেৱতা, ঋষিসকল আৰু যোগীসকল তেওঁৰ দেহৰক্ষী হয়; বালগোপাল কৃষ্ণ নাৰদ ধ্ৰুৱাদি পাৰ্শ্বদৰ সহিত অবিলম্বে তেওঁৰ সহায় হয়। ৪১।৪২॥

যি ঠাইত গীতাশাস্ত্ৰৰ বিচাৰ, অধ্যয়ন বা অধ্যাপনা হয় সেই ঠাইত ভগৱান্ শ্ৰীকৃষ্ণ শ্ৰীৰাধিকা সহ আনন্দেৰে বিৰাজ কৰে। ৪৩।

শ্ৰীভগৱান্ উবাচ।

গীতা মে হৃদয়ং পাৰ্থ গীতা মে সাৰমুত্তমম্।
গীতা মে জ্ঞানমত্যুগ্ৰং গীতা মে জ্ঞানমব্যয়ম্ ॥ ৪৪
গীতা মে চোত্তমং স্থানং গীতা মে পৰমং পদম্।
গীতা মে পৰমং গুহ্যং গীতা মে পৰমোগুৰুঃ ॥ ৪৫
গীতাশ্ৰয়েঽহং তিষ্ঠামি গীতা মে পৰমং গৃহম্।
গীতাজ্ঞানং সমাশ্ৰিত্য ত্ৰিলোকীং পালয়াম্যহম্ ॥ ৪৬
গীতা মে পৰমা বিদ্যা ব্ৰহ্মৰূপা ন সংশয়ঃ।
অৰ্ধমাত্ৰা পৰা নিত্যমনিৰ্বাচ্যপদাত্মিকা ॥ ৪৭
গীতা নামানি বক্ষ্যামি গুহ্যানি শৃণু পাণ্ডৱ।
কীৰ্তনাৎ সৰ্ব পাপানি বিলয়ং যান্তি তৎক্ষণাৎ ॥ ৪৮
গঙ্গা গীতা চ সাবিত্ৰী সীতা সত্যা পতিব্ৰতা।
ব্ৰহ্মাবলি ব্ৰহ্মবিদ্যা ত্ৰিসন্ধ্যা মুক্তি গেহিনী ॥ ৪৯
অৰ্ধমাত্ৰা চিতা নন্দা ভৱঘ্নী ভ্ৰান্তিনাশিনী।
বেদত্ৰয়ী পৰা নন্দা তত্ত্বাৰ্থজ্ঞানমঞ্জৰী ॥ ৫০

**অনুবাদ** ঃ—ভগৱান্ শ্ৰীকৃষ্ণই কৈছে—হে পাৰ্থ, গীতা মোৰ হৃদয়স্বৰূপ, গীতা মোৰ সাৰসৰ্বস্ব, গীতা মোৰ অতি উগ্ৰ আৰু অব্যয়জ্ঞান ; গীতা মোৰ উত্তম স্থান আৰু গীতাই মোৰ পৰম পদ, গীতাই মোৰ গুপ্ত ধন আৰু গীতা মোৰ পৰম গুৰু। গীতাৰ আশ্ৰয়তে মই থাকোঁ, গীতাই মোৰ পৰম নিকেতন, গীতাজ্ঞান আশ্ৰয় কৰিয়েই মই এই তিনিলোক পালন কৰোঁ। ৪৪-৪৬ ॥

গীতা মোৰ ব্ৰহ্মৰূপা পৰমাবিদ্যা তাত কোনো সংশয় নাই। গীতা অৰ্ধমাত্ৰা স্বৰূপিণী, নিত্যা আৰু অনিৰ্বচনীয়া পদস্বৰূপিণী। ৪৭ ॥ হে পাণ্ডৱ, মই গীতাৰ গুপ্ত নামবোৰ বৰ্ণনা কৰোঁ, তুমি শুনা। সেই নামবোৰ কীৰ্তন কৰিলে তৎক্ষণাৎ সমস্ত পাপ বিনষ্ট হৈ যায়। ৪৮ ॥

**অনুবাদ** ঃ—গঙ্গা, গীতা, সাবিত্ৰী, সীতা, সত্যা, পতিব্ৰতা ব্ৰহ্মাবলি, ব্ৰহ্ম বিদ্যা, ত্ৰিসন্ধ্যা, মুক্তিগেহিনী, অৰ্ধমাত্ৰা, চিতা, নন্দা, ভৱঘ্নী, ভ্ৰান্তিনাশিনী, বেদত্ৰয়ী, পৰানন্দা, তত্ত্বাৰ্থজ্ঞানমঞ্জৰী। ৪৯।৫০ ।

ইত্যেতানি জপন্নিত্যং নৰো নিশ্চলমানসঃ।
জ্ঞানসিদ্ধিং লভেন্নিত্যং তথান্তে পৰমং পদম্ ॥ ৫১
পাঠেঽসমৰ্থঃ সম্পূৰ্ণে তদৰ্ধং পাঠমাচৰেৎ।
তদা গোদানজং পুণ্যং লভতে নাত্ৰ সংশয়ঃ ॥ ৫২
ত্ৰিভাগং পঠমানস্তু সোমযাগফলং লভেৎ।
ষড়ংশং জপমানস্তু গঙ্গাস্নানফলং লভেৎ ॥ ৫৩
তথাধ্যায়দ্বয়ং নিত্যং পঠমানো নিৰন্তৰম্।
ইন্দ্ৰলোকমবাপ্নোতি কল্পমেকং বসেদ্ধ্ৰুবম্ ॥ ৫৪
একমধ্যায়কং নিত্যং পঠতে ভক্তিসংযুতঃ।
ৰুদ্ৰ লোকমবাপ্নোতি গণো ভূত্বা বসেচ্চিৰম্ ॥ ৫৫
অধ্যায়াৰ্দ্ধঞ্চ পাদং বা নিত্যং যঃ পঠতে জনঃ।
প্ৰাপ্নোতি ৰবিলোকং স মন্বন্তৰসমাঃ শতম্ ॥ ৫৬
গীতায়াঃ শ্লোকদশকং সপ্তপঞ্চচতুষ্টয়ম্।
ত্ৰিদ্ব্যেকমেকমৰ্দ্ধং বা শ্লোকানাং যঃ পঠেন্নৰঃ।
চন্দ্ৰলোকমবাপ্নোতি বৰ্ষাণামযুতং তথা ॥ ৫৭

---

**অনুবাদ**ঃ—এইবোৰ গীতাৰ নাম যি ব্যক্তিয়ে নিতৌ স্থিৰ মনে জপ কৰে, তেওঁ ইহলোকত নিত্যজ্ঞানসিদ্ধি আৰু শেষত পৰম পদ লাভ কৰে। গীতা যদি সম্পূৰ্ণ পাঠত অসমৰ্থ হয়, তেন্তে আধা পাঠ কৰিব, তাত গোদানৰ ফল লাভ কৰিব সন্দেহ নাই। এক-তৃতীয়াংশ পাঠ কৰিলে সোমযাগৰ আৰু ষষ্ঠ্যাংশ পাঠ কৰিলে গঙ্গাস্নানৰ ফল লাভ হয়। যি ব্যক্তিয়ে নিতৌ দুই অধ্যায় পাঠ কৰে তেওঁ ইন্দ্ৰলোক পায় আৰু তাত এক কল্পকাল থাকে। ৫১-৫৪

যিজনে ভক্তিভাৱে নিতৌ এক অধ্যায় পাঠ কৰে, তেওঁ ৰুদ্ৰলোক প্ৰাপ্ত হয় আৰু তাত গণৰূপে চিৰকাল থাকে। ৫৫ ॥ যিজনে এক অধ্যায়ৰ অৰ্দ্ধাংশ বা চতুৰ্থাংশ নিতৌ পাঠ কৰে, তেওঁ সূৰ্যালোক পাই তাত বাস কৰে। ৫৬ ॥ যিজনে দহ, সাত, পাঁচ, চাৰি, তিনি, দুই, এক বা অৰ্দ্ধ শ্লোকো পাঠ কৰে তেওঁ অযুত বছৰ কাল চন্দ্ৰলোকত বাস কৰে। ৫৭ ॥

গীতাৰ্থমেকপাদঞ্চ শ্লোকমধ্যায়মেৱ চ।
স্মৰংস্ত্যক্ত্বা জনো দেহং প্ৰয়াতি পৰমং পদম্ ॥ ৫৮
গীতাৰ্থমপি পাঠং বা শৃণুয়াদন্তকালতঃ
মহাপাতকযুক্তোঽপি মুক্তভাগী ভবেজ্জনঃ ॥ ৫৯
গীতা পুস্তকসংযুক্তঃ প্ৰাণংস্ত্যক্ত্বা প্ৰয়াতি যঃ।
বৈকুণ্ঠং সমবাপ্নোতি বিষ্ণুণা সহ মোদতে ॥ ৬০
গীতাধ্যায়সমাযুক্তো মৃতো মানুষতাং ব্ৰজেৎ।
গীতাভ্যাসং পুনঃ কৃত্বা লভতে মুক্তিমুত্তমাম্ ॥ ৬১
গীতেত্যুচ্চাৰসংযুক্তো ম্ৰিয়মাণো গতিং লভেৎ।
যদ্ যৎ কৰ্ম চ সৰ্বত্ৰ গীতাপাঠপ্ৰকীৰ্ত্তিমৎ।
তত্তৎ কৰ্ম চ নিৰ্দ্দোষং ভূত্বা পূৰ্ণত্বমাপ্নুয়াৎ ॥ ৬২
পিতৃনুদ্দিশ্য যঃ শ্ৰাদ্ধে গীতা পাঠং কৰোতি হি।
সন্তুষ্টাঃ পিতৰস্তস্য নিৰয়াদ্ যান্তি স্বৰ্গতিম্ ॥ ৬৩
গীতা পাঠেন সন্তুষ্টাঃ পিতৰঃ শ্ৰাদ্ধতৰ্পিতাঃ।
পিতৃলোকং প্ৰয়ান্ত্যেৱ পুত্ৰাশীৰ্বাদতৎপৰাঃ ॥ ৬৪

---

**অনুবাদ ঃ**—যিজনে গীতাৰ এক অধ্যায়ৰ, এক শ্লোকৰ বা এক চৰণৰ অৰ্থ স্মৰণ কৰি দেহ ত্যাগ কৰে তেওঁ পৰম পদ পায়। ৫৮ ॥ অন্তিমকালে গীতাৰ্থ পাঠ বা শ্ৰৱণ কৰিলে মহাপাতকী ব্যক্তিও মুক্তিভাগী হৈ থাকে। ৫৯ ॥ যিজনে গীতা পুস্তক সংযুক্ত হৈ প্ৰাণত্যাগ কৰে, তেওঁ বৈকুণ্ঠ ধামত যাই বিষ্ণুৰ সহিত আনন্দ ভোগ কৰে। ৬০ ॥

গীতাৰ এক অধ্যায় সহযোগে মৃত্যু হ'লে মনুষ্য জন্ম লাভ হয়, আৰু পুনৰ্বাৰ গীতা অভ্যাস কৰি উত্তমা মুক্তি লাভ কৰে। ৬১ ॥ গীতা এই শব্দ উচ্চাৰণ কৰি মৃত্যু হ'লেও সদগতি লাভ হয়। যি কোনো কৰ্মৰ অনুষ্ঠান কৰিলে সেই সময়ত গীতা পাঠ কৰিলে সেই কৰ্ম নিৰ্দোষ হয়। ৬২ ॥ যিজনে পিতৃলোকক উদ্দেশ্য কৰি শ্ৰাদ্ধত গীতা পাঠ কৰে, তেওঁৰ পিতৃসকল নৰকত থাকিলেও সন্তুষ্ট হৈ স্বৰ্গলৈ গমন কৰে। ৬৩ ॥ গীতা পাঠত সন্তুষ্ট হৈ পিতৃসকল শ্ৰাদ্ধত তৃপ্তিলাভ কৰি পিতৃলোকলৈ যায় আৰু পুত্ৰক আশীৰ্বাদ কৰি থাকে। ৬৪ ॥ যি জনে ধেনুপুচ্ছ সহ গীতা পুস্তক দান কৰে, তেওঁ সেইদিনাই সম্যকৰূপে কৃতাৰ্থ হয়। ৬৫ ॥

গীতাপুস্তকদানঞ্চ ধেনুপুচ্ছসমন্বিতম্ ।
কৃত্বা চ তদ্দিনে সম্যক্ কৃতার্থো জায়তে জনঃ ॥ ৬৫

পুস্তকং হেমসংযুক্তং গীতায়াঃ প্রকৰোতি যঃ ।
দত্ত্বা বিপ্রায় বিদুষে জায়তে ন পুনর্ভবম্ ॥ ৬৬

শতপুস্তকদানঞ্চ গীতায়াঃ প্রকৰোতি যঃ ।
স যাতি ব্রহ্মসদনং পুনৰাবৃত্তিদুর্লভম্ ॥ ৬৭

গীতাদান প্ৰভাৱেন সপ্তকল্পমিতাঃ সমাঃ ।
বিষ্ণুলোকমবাপ্যান্তে বিষ্ণুনা সহ মোদতে ॥ ৬৮

সম্যক্ শ্রুত্বা চ গীতার্থং পুস্তকং যঃ প্রদাপয়েৎ ।
তস্মৈ প্রীতঃ শ্রীভগবান্ দদাতিমানসেপ্সিতম্ ॥ ৬৯

দেহং মানুষমাশ্রিত্য চাতুবর্ণেষু ভাৰত ।
ন শৃণোতি ন পঠতি গীতামমৃতৰূপিণীম্ ।
হস্তাত্ত্যক্ত্বামৃতং প্রাপ্তং স নৰো বিষমশ্নুতে ॥ ৭০

জনঃ সংসাৰ দুঃখার্ত্তো গীতাজ্ঞানং সমালভেৎ ।
পীত্বা গীতামৃতং লোকে লব্ধা ভক্তিং সুখী ভৱেৎ ॥ ৭১

---

**অনুবাদ** ঃ—যিজনে সুবৰ্ণ সংযুক্ত কৰি গীতা পুস্তক বিদ্বান্ বিপ্ৰক দান কৰে তেওঁৰ পুনৰ্জন্ম নহয়। ৬৬॥ যি জনে এশখন গীতা পুস্তক দান কৰে, তেওঁ ব্ৰহ্মলোক প্ৰাপ্ত হয়, তেওঁৰ আৰু পুনৰ্জন্ম নহয়। ৬৭॥ গীতা দানৰ প্ৰভাৱত দাতাই বিষ্ণুলোক পাই সাতকল্পকাল বিষ্ণুৰ সহিত পৰমসুখে বাস কৰিব পাৰে। ৬৮॥ গীতাৰ্থ সম্যক্ৰূপে শুনি যি জনে গীতা দান কৰে, শ্ৰীভগবান তেওঁৰ প্ৰতি প্ৰীত হৈ তেওঁৰ অভীষ্ট প্ৰদান কৰে। ৬৯॥ হে ভাৰত, চাৰিও বৰ্ণৰ ভিতৰত মনুষ্য দেহ ধাৰণ কৰি যি জন ব্যক্তিয়ে গীতা পাঠ বা শ্ৰৱণ নকৰে, তেওঁ হাতত পোৱা অমৃত পেলাই দি বিষ ভক্ষণ কৰে। ৭০॥ সংসাৰৰ দুঃখত দুঃখী ব্যক্তিয়ে গীতাজ্ঞান লাভ কৰি আৰু গীতামৃত পান কৰি ভগৱানত ভক্তি লাভ কৰি সুখী হয়। ৭১॥

গীতামাশ্ৰিত্য বহবো ভূভূজো জনকাদয়ঃ।
নিৰ্ধূতকল্মষা লোকে গতাস্তে পৰমং পদম্॥ ৭২
গীতাসু ন বিশেষোঽস্তি জনেষূচ্চাৱকেষু চ।
জ্ঞানেষ্বেৱ সমগ্ৰেষু সমা ব্ৰহ্মস্বৰূপিণী॥ ৭৩
যোঽভিমানেন গৰ্বেন গীতা নিন্দাং কৰোতি চ।
স যাতি নৰকং ঘোৰং যাবদাহূতসংপ্লৱম্॥ ৭৪
অহঙ্কাৰেণ মূঢ়াত্মা গীতাৰ্থং নৈৱ মন্যতে।
কুম্ভীপাকেষু পচ্যেতযাৱৎ কল্পক্ষয়ো ভৱেৎ॥ ৭৫
গীতাৰ্থং বাচ্যমানং যো ন শৃণোতি সমীপতঃ।
স শূকৰভৱাং যোনিমনেকামধিগচ্ছতি॥ ৭৬
চৌৰ্য্যং কৃত্বা চ গীতায়াঃ পুস্তকং য সমানয়েৎ।
ন তস্য সফলং কিঞ্চিৎ পঠনঞ্চ বৃথা ভৱেৎ॥ ৭৭
যঃ শ্ৰুত্বা নৈৱ গীতাৰ্থং মোদতে পৰমাৰ্থতঃ।
নৈৱ তস্য ফলং লোকে প্ৰমত্তস্য যথা শ্ৰমঃ। ৭৮
গীতাং শ্ৰুত্বা হিৰণ্যঞ্চ ভোজ্যং পট্টাম্বৰং তথা।
নিবেদয়েৎ প্ৰদানাৰ্থং প্ৰীতয়ে পৰমাত্মনঃ॥ ৭৯

---

**অনুবাদ**ঃ—জনকাদি ৰজাসকলে গীতাক আশ্ৰয় কৰি নিষ্পাপ হৈ পৰম পদ লাভ কৰিছে। ৭২॥ গীতা পাঠত উচ্চ নীচ ইতৰ বিশেষ নাই, ব্ৰহ্মস্বৰূপিণী গীতাই সমভাৱে সকলোকে জ্ঞান দান কৰে। ৭৩॥ যি জনে অভিমান বা গৰ্ব কৰি গীতাৰ নিন্দা কৰে, তেওঁ প্ৰলয়কাল পৰ্য্যন্ত ঘোৰ নৰকত বাস কৰে। ৭৪॥ যি মূঢ়াত্মাই অহঙ্কাৰ বশতঃ গীতাৰ অৰ্থৰ নিন্দা কৰে তেওঁ কল্পক্ষয় পৰ্য্যন্ত কুম্ভীপাক নৰকত পচি থাকে। ৭৫॥ গীতা ব্যাখ্যা চলি থকাত ওচৰতে থাকিও যি জনে কৈ থকা গীতাৰ ব্যাখ্যা নুশুনে, তেওঁ অনেকবাৰ শূকৰ যোনিত জন্মগ্ৰহণ কৰে। ৭৬॥ যি ব্যক্তিয়ে গীতা পুস্তক চুৰি কৰি আনে তেওঁৰ একোৱেই সফল নহয়, তেওঁৰ গীতাপাঠো বিফল হয়। ৭৭॥ যি ব্যক্তিয়ে গীতাৰ অৰ্থ শুনি পৰমাৰ্থ বিষয়ে যত্নবান্ হয়, উন্মত্ত ব্যক্তিৰ শ্ৰম যেনেকৈ বিফল হয়, তেনেকৈ তেওঁৰ কোনো ফল লাভ নহয়। ৭৮॥ গীতা ব্যাখ্যা শুনি সুবৰ্ণ, ভোজ্যবস্তু আৰু পট্টবস্ত্ৰ পৰমাত্মাৰ প্ৰীতিৰ কাৰণে নিবেদন কৰিবা। ৭৯॥

বাচকং পূজয়েদ্ভক্ত্যা দ্ৰব্যবস্ত্ৰাদ্যুপস্কৰৈঃ।
অনেকৈৰ্বহুধা প্ৰীত্যা তুষ্যতাং ভগৱান্ হৰি॥ ৮০

সূত উবাচ।

মাহাত্ম্যমেতদ্গীতায়াঃ কৃষ্ণপ্ৰোক্তং পুৰাতনম্।
গীতান্তে পঠতে যস্তু যথোক্তফলভাগ্ ভৱেৎ॥ ৮১
গীতায়াঃ পঠনং কৃত্বা মাহাত্ম্যং নৈব যঃ পঠেৎ।
বৃথা পাঠফলং তস্য শ্ৰম এব উদাহৃতঃ॥ ৮২
এতন্মাহাত্ম্য সংযুক্তং গীতাপাঠং কৰোতি যঃ।
শ্ৰদ্ধয়া যং শৃণোত্যেৱ পৰমাং গতিমাপ্নুয়াৎ॥ ৮৩
শ্ৰুত্বা গীতামৰ্থযুক্তাং মাহাত্ম্যং যঃ শৃণোতি চ।
তস্য পুণ্যফলং লোকে ভৱেৎ সৰ্বসুখাৱহম্॥ ৮৪

---

**অনুবাদ ঃ**—গীতা ব্যাখ্যা কাৰক দ্ৰব্যক আৰু বস্ত্ৰাদি উপকৰণৰ দ্বাৰা ভক্তি আৰু প্ৰীতি সহকাৰে পূজা কৰিব। তাতে ভগৱান্ শ্ৰীহৰিৰ প্ৰীতি জন্মিব। ৮০॥

**অনুবাদ ঃ**—সূতে ক'লে—যি জনে শ্ৰীকৃষ্ণোক্ত এই পুৰাতন গীতা মাহাত্ম্য গীতাপাঠৰ শেহত পাঠ কৰে, তেওঁ যথোক্ত ফলভাগী হয়। ৮১ যি জনে গীতা পাঠ কৰি গীতা মাহাত্ম্য পাঠ নকৰে, তেওঁৰ গীতা পাঠৰ কোনো ফল নহয়, তেওঁৰ পৰিশ্ৰম বৃথা। ৮২ যি জনে এই মাহাত্ম্যৰ সহিত গীতা পাঠ কৰে আৰু যিজনে শ্ৰদ্ধাপূৰ্বক তাক শুনে, তেওঁলোক উভয়েই পৰম গতি প্ৰাপ্ত হয়। ৮৩॥ অৰ্থৰ সহিত গীতা শুনি যি জনে মাহাত্ম্য শুনে, জগতত তেওঁৰ পুণ্যফল সকলো প্ৰকাৰে সুখাৱহ হয়। ৮৪॥

ওঁ তৎসৎ।

ইতি শ্ৰীবৈষ্ণৱীয় তন্ত্ৰসাৰে শ্ৰীমদ্ভগৱদ্গীতামাহাত্ম্যং সমাপ্তম্।

# শ্লোকসূচী

## ব



## শ



## স

# ভুল সংশোধন

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ৩ | ১৩ | যুধীমন্যুঃ | যুধামন্যুঃ |
| ১৭ | ১৮ | অমীহ | অপীহ |
| ২৫ | ৯ | আশঙ্কাও | আশঙ্কাত |
| ২৮ | ১ | শৰীৰানি | শৰীৰাণি |
| ৩১ | ১৬ | ( ২৯ ) | হ'ব লাগে ১৯ শাৰীত |
| ৫৫ | ১৮ | পূৰণ | হৰণ |
| | ১৮ | মনোবলেৰে | মনো বলেৰে |
| ৭৩ | ৯ | হৈছে | কৈছে |
| ৭৫ | ১১ | পৰমাত্মাথ্যং | পৰমাত্মাথ্যাং |
| ৮১ | ১ | নকৰি | কৰি |
| ৮৫ | ৩ | কৰ্মন্থ | কৰ্মস্থ |
| ১২৯ | ৪ | ভস্মাসাৎ | ভস্মসাৎ |
| ১২৯ | ১৪ | প্ৰাৰদ্ধ | প্ৰাৰব্ধ |
| ১৩০ | ২৪ | শস্তি | শাস্তি |
| ১৩৭ | ৩ | বেছে | বেছি |
| ১৩৯ | ২৬ | তেঁৱই | তেৱেঁই |
| ১০৮ | ২৩ | মৰ্ম-কই | মই কৰ্ম |
| ১১৩ | ১০ | বুদ্ধিমাম্ | বুদ্ধিমান্ |
| ১১৮ | ৬ | যজ্ঞয় | যজ্ঞায় |
| ৩০৬ | ৭ | যজ্ঞাধ্যাযেনৈৰ | যজ্ঞাধ্যায়েনৈৰ |
| ১৫৯ | ২৪ | কৰ্মস্বনুযজ্জাত | কৰ্মস্বনুযজ্জতে |
| ১৬৬ | ২৭ | মুক্তাহাৰঃ | যুক্তাহাৰঃ |
| ১৬৯ | ২৫ | প্ৰভাৱান | প্ৰভাৱান্ |
| ১৭৩ | ১ | চাত্মানি | চাত্মনি |
| ১৭৩ | ১৬ | ব্ৰহ্মদৰ্শিণঃ | ব্ৰহ্মদৰ্শিনঃ |
| ১৮৪ | ২২ | গঢ় | গূঢ় |
| ২০৯ | ২৩ | বিজ্ঞেয় | বিজ্ঞায় |
| ২১২ | ১২ | জ্ঞেয়েঽসি | জ্ঞেয়োঽসি |
| ২১২ | ৫ | কিং ব্ৰহ্ম | কিং তদ্ ব্ৰহ্ম |
| ২২১ | ২১ | পনজন্ম | পুনৰ্জন্ম |
| ২৬৬ | ১৫ | বিস্তৰসস্ত | বিস্তৰস্ত |
| ২৫৮ | ৬।৮ | হিতকামৰা | হিতকাম্যয়া |